# অসমীয়া অভিধান

প্ৰৱেশিকা ৰচনা শিক্ষা, অসমীয়া ব্যাকৰণ, সংস্কৃত গ্ৰামাৰ কম্পোজিছন
ট্ৰেন্সলেছন, সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা, এংলো-আচামিজ ডিক্সনাৰী
আদি গ্ৰন্থ প্ৰণেতা—গুৱাহাটী কটন কলেজৰ
অসমীয়া বিভাগৰ প্ৰাক্তন অধ্যাপক,
আৰ্য্য-বিদ্যাপীঠ কলেজৰ অধ্যক্ষ

শ্ৰীগিৰিধৰ শৰ্ম্মা, এম. এ. ব্যাকৰণ শাস্ত্ৰী
সঙ্কলিত

ৰাধা-প্ৰকাশন
গ্ৰন্থ প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
বিহাবাৰী, গুৱাহাটী-৮

প্ৰকাশক—
বাণী প্ৰকাশনৰ হৈ
শ্ৰীপ্ৰণৱকুমাৰ শৰ্মা
ৰিহাবাৰী, গুৱাহাটী-৮

পৰিবেশক—
অসম বুক ডিপো
গুৱাহাটী আৰু কলিকতা-৯

চপলা বুক ষ্টল
শ্বিলং—১

নিউ বুক ষ্টল
গুৱাহাটী

মুদ্ৰাকৰ—
শ্ৰীদেবপ্ৰসাদ মিত্ৰ
এলম্ প্ৰেছ
৬৩, বিডন ষ্ট্ৰীট,
কলিকতা-৬

চতুৰ্থ প্ৰকাশ—
ইং খৃঃ ১৯৭১
শকাব্দ ১৮৯২



মূল্য— ১২·৫০ পইচা
Price— Rs. 12·50

# পাতনি

আজি কেইবা বছৰে পৰা অসমীয়া অভিধান এখনো পাবলৈ নাইকিয়া হোৱাত অসমীয়া পঠন-পাঠনৰ যথেষ্ট অসুবিধা হৈছে। এই বিষয়ে কেবাজনো বিশিষ্ট বন্ধুৱে মোক উদগনি দিয়াত আৰু বিশেষকৈ বন্ধুবৰ শ্ৰীবিধুভূষণ চৌধুৰী ডাঙৰীয়াই ছপোৱাৰ দায়িত্ব লব খোজাত আজি প্ৰায় তিনি বছৰ কাল অক্লান্ত পৰিশ্ৰম কৰি 'অসমীয়া অভিধান' ৰাইজৰ আগত উলিয়াব পৰি সন্তোষ লভিছোঁ। ইয়াত আমাৰ অজ্ঞাতসাৰে নানা ত্ৰুটি থাকিব পাৰে, তাৰ বাবে প্ৰথমে ক্ষমা বিচাৰিছোঁ।

এই অভিধান সঙ্কলন কাৰ্য্যত 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত অভিধান'কে প্ৰধানকৈ অৱলম্বন কৰা হৈছে আৰু লগতে কেবাখনো সংস্কৃত, বঙলা আৰু ইংৰাজী অভিধানৰ সহায় লোৱা হৈছে। হেমকোষ আৰু চন্দ্ৰকান্ত অভিধানত থকা অথচ ভাষাত ব্যৱহাৰ নোহোৱা দুই চাৰিটা শব্দ বাদ দিয়া হৈছে আৰু আধুনিক অসমীয়া ভাষাত ব্যৱহৃত নতুন শব্দ ভালেমান সংযোগ কৰা হৈছে। তদুপৰি কিতাপৰ শেষৰ ফালে পৰিশিষ্ট স্বৰূপে ভাৰতীয় সাংবিধানিক পৰিভাষা আৰু গণিত, ভূগোল, বিজ্ঞান প্ৰভৃতি নানা বিষয়ৰ আৱশ্যকীয় পাৰিভাষিক শব্দ কিছুমানো সন্নিবেশিত কৰা হৈছে।

ৰাইজৰ উদগনি আৰু উপদেশ পালে ভৱিষ্যতে ইয়াৰ উন্নততৰ সংস্কৰণ কৰিবলৈ আশা থাকিল। সহযোগী সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ধন্যবাদ।

ৰাধাকুটীৰ—বিহাবাৰী
গুৱাহাটী
আহাৰ, ১৮৭৪ শক



শ্ৰীগিৰিধৰ শৰ্ম্মা
কটন কলেজ
গুৱাহাটী
১২।৭।৫২

# দ্বিতীয় সংস্কৰণ

প্ৰথম সংস্কৰণৰ কিতাপ শেষ হবৰ আজি এবছৰো ওপৰ হ'ল। নানা অসুবিধাৰ কাৰণে দ্বিতীয় সংস্কৰণ ছপা হৈ ওলোৱাত পলম হ'ল।

এই সংস্কৰণত ভালেমান নতুন শব্দ সন্নিবেশ কৰা হৈছে আৰু আগৰ সংস্কৰণত বৈ যোৱা ভুল যথাসম্ভৱ শুধৰোৱা হৈছে। অভিধান-সঙ্কলন অতি গুৰুতৰ কাম। গতিকে ইয়াত বৈ যোৱা ভুল সহৃদয় পাঠকে আঙুলিয়াই দিলে কৃতাৰ্থ হম।

সহযোগী সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। ইতি

পাধাকুটীৰ—বিহাবাৰী
গুৱাহাটী
ফাগুন, ১৮৭৮ শক
মাৰ্চ্চ, ১৯৫৭ ইং

বিনীত
শ্ৰীগিৰিধৰ শৰ্ম্মা
কটন কলেজ
গুৱাহাটী
৪।৩।৫৭

# তৃতীয় সংস্কৰণ

দ্বিতীয় সংস্কৰণৰ কিতাপ শেষ হৈ যোৱাত নানা অসুবিধাৰ মাজেৰে তৃতীয় সংস্কৰণ ছপাই উলিওৱা হ'ল। এই সংস্কৰণত আশানুক্ৰমে পৰিবৰ্দ্ধনৰ কাম কৰিব পৰা নহ'ল। সহযোগী সকলৰ পৰা উৎসাহ পালে ভৱিষ্যতলৈ যথাসম্ভৱ উন্নত সংস্কৰণ উলিয়াবলৈ আশা থাকিল।

আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদেৰে—

বহাগ—১৮৮৫ শক
এপ্ৰিল, ১৯৬৩ ইং
বিহাবাৰী, গুৱাহাটী

বিনীত
শ্ৰীগিৰিধৰ শৰ্ম্মা
অধ্যক্ষ
আৰ্য্য-বিদ্যাপীঠ কলেজ
গুৱাহাটী

# চতুৰ্থ সংস্কৰণ

যোৱা দশকত আমাৰ ভাষা-সাহিত্যত চলা নানা পৰীক্ষা-নিৰীক্ষাৰ ফলত ভাষাৰ পৰিসৰ বৃদ্ধি পাইছে; আৰু ভালেমান নতুন শব্দ আৰু বাক্য-ৰীতিয়ে অসমীয়া ভাষাত স্থান পাইছে। অভিধান খনিৰ চতুৰ্থ সংস্কৰণ ছপাবলৈ লওঁতে বিশেষকৈ এই কথাটোৰ প্ৰতি লক্ষ্য ৰাখি আমাৰ ভাষাত গৃহীত হোৱা ভালেমান নতুন শব্দ সংযোজন কৰা হৈছে; আৰু লগতে সৰ্ব্বতো প্ৰকাৰে কিতাপখনি সৰ্ব্বাধুনিক আৰু সময়োপযোগী কৰি তুলিবলৈ চেষ্টা কৰা হৈছে। ফলত ইয়াৰ কলেবৰ আগতকৈ প্ৰায় দেৰশ পৃষ্ঠা বৃদ্ধি পাইছে।

মোৰ এই কামত বিশেষকৈ অধ্যাপক শ্ৰীনবীন চন্দ্ৰ শৰ্ম্মা আৰু উপাধ্যক্ষ শ্ৰীঅজিত কুমাৰ মিশ্ৰই যথেষ্ট সহায় কৰিছে। তাৰ বাবে তেওঁলোকৰ শলাগ লৈছোঁ।

কিতাপখনে পূৰ্ব্বৰ দৰেই সহযোগীসকলৰ পৰা সমাদৰ পালেই আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি মানিম।

বিনীত
শ্ৰীগিৰিধৰ শৰ্ম্মা
অধ্যক্ষ
আৰ্য্য বিদ্যাপীঠ কলেজ
গুৱাহাটী-১৬

শাওন—১৮৯২ শক
আগষ্ট—১৯৭০ ইং
বিহাবাৰী, গুৱাহাটী

# সঙ্কেত ব্যাখ্যা

অক. ধা.—অকৰ্ম্মক ধাতু

অনু. শব্দ—অনুকাৰ শব্দ

অব্য.—অব্যয়

উপ. শ.—উপশব্দ

কৃদ. বি.—কৃদন্ত বিশেষ্য

কৃদ. বিণ—কৃদন্ত বিশেষণ

পু. অ.—পুৰণি অসমীয়া

কৰ্ত্তা—কৰ্ত্তা কাৰক

ক্রি.—ক্রিয়া

ক্রি. বিণ.—ক্রিয়া-বিশেষণ

বি.—বিশেষ্য

বিণ.—বিশেষণ

বিণ. সৰ্ব্ব—বিশেষণ সৰ্ব্বনাম

গুণ. বি.—গুণবাচক বিশেষ্য

সক. ধা.—সকৰ্ম্মক ধাতু

সৰ্ব্ব.—সৰ্ব্বনাম

স্ত্রী.—স্ত্রীলিঙ্গ

---

*By the same Author :*

**ANGLO - ASSAMESE**

# DICTIONARY

( Thoroughly Revised and Enlarged )

Price Rs. 11·00

* * *

**আধুনিক**

**অসমীয়া ভাষাৰ ব্যাকৰণ**

( সম্পূৰ্ণ নতুন আৰু বিশেষ পদ্ধতিৰে লিখা )

Price Rs. 4·00

* * *

**প্ৰৱেশিকা**

**ৰচনা শিক্ষা**

( A Book of Outstanding Merit )

Price Rs. 4·00

* * *

**SANSKRIT**

**GRAMMAR COMPOSITION & TRANSLATION**

( The Best Book of Its Kind )

Price Rs. 5·00

* * *

**সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা**

( অভিনৱ সৰল পদ্ধতিৰে লিখা )

Price Rs. 4·50

*To be had at :—*

**ASSAM BOOK DEPOT, Gauhati**

**CHAPALA BOOK STALL, Shillong**

AND

**NEW BOOK STALL, Gauhati**

# অসমীয়া অভিধান



**অ** অসমীয়া বৰ্ণমালাৰ আদি আখৰ the first letter of the Assamese alphabet. ২। নঞ্ অব্যয় শব্দৰ ৰূপান্তৰ হৈ হোৱা 'অ' শব্দৰ আগত যোগ হলে অভাব, অল্পতা, অপ্ৰশস্ততা, অন্যত্ব, সাদৃশ্য আৰু বিৰোধ অৰ্থ বুজায়। যেনে—অভাবাৰ্থে—অগতিৰ গতি, অমিল; অল্পতা অৰ্থে—অনায়াস; অপ্ৰশস্ততা অৰ্থে—অকাল, অসময়; অন্যত্ব অৰ্থে—অঘটন; সাদৃশ্য অৰ্থে—অব্ৰাহ্মণ; বিৰোধ অৰ্থে—অসুৰ, অশাস্ত্ৰীয়। স্বৰ বৰ্ণেৰে আৰম্ভ হোৱা শব্দৰ আগত থকা সেই অ অন হয়, যেনে—অনৰ্থক, অনেক, অনক্ষৰ ইত্যাদি placed before a word it signifies a negation, and is equivalent to un, in, dis etc.

**অ** অব্য, সম্বোধনসূচক অব্যয়, যেনে: —অ' ৰাম! a vocative interjection. আশ্চৰ্য্যসূচক অব্যয় অ, তই দেখোন নগলি! interjection expressing surprise. *বি, বিষ্ণু Vishnu.

**অইন** সৰ্ব্ব, আন, অন্য another.

**অঋণী** বিণ. নিধৰুৱা free from debt. যাৰ ধাৰ নাই, ঋণ মুক্ত।

**অংশ** বি. ভাগ, ডোখৰ, পৰিমাণ share, part, amount, দেৱতাৰ ঔৰস, দেৱতাৰ পৰা লাভ কৰা সহজাত প্ৰভাৱ (সূৰ্য্যৰ অংশত জন্ম) তেজ, শক্তি, বিভূতি, স্বৰূপ power form, embodiment, নিৰ্দ্দি ঠাই, শৰীৰ নাইবা যন্ত্ৰাদিৰ প্ৰত্যঙ্গ limbs, অৱতাৰ incarnation, বৃত্ত পৰিধিৰ ১/৩৬০ ভাগ degree.

**অংশী** বিণ. অংশ থকা, ভাগ থকা divided into or having shares, শক্তি নাইবা অংশ থকা having the power or property of. বি. অংশৰ গৰাকী share-holder, **অংশীদাৰ** অংশৰ গৰাকী partner.

**অংশু** বি. কিৰণ, ৰশ্মি rays. lustre, **অংশুধৰ**, **অংশুবাণ**,

**অংশুমান, অংশুমালী** সূৰ্য্য sun, **অংশুমালা,** কিৰণ মালা, ৰশ্মিজাল series or galaxy of rays. **অংশুমান**—সূৰ্য্যবংশীয় ৰজা অসমঞ্জৰ পুত্ৰ। বিণ. কিৰণযুক্ত। **অংশুক**—বস্ত্ৰ।

**আঁকবা** বিণ. বোবা, কথাকব নোৱাৰা dumb, মূৰ্খ, অজলা ingnorant, stupid. স্ত্ৰী—**আঁকবী**।

**আঁকবা মৈত উঠা** নভবা নিচিন্তাকৈ কোনো কামত ধৰি তাক এৰিবৰ মন নকৰা।

**আঁকা** বি. এজাতি পৰ্ব্বতীয়া মানুহ a hill tribe of Assam. সক. ধা. আনৰ হতুৱাই অঙ্কন কৰা cause to be drawn. কৃদ. বিণ. **আঁকোৱা**।

**আঁকা-বঁকা** পখৰা-চিতৰা, নানা ৰঙৰ আঁচ থকা striped, **আঁকিয়া** সক. ধা. আঁচ মৰা draw line, আঁচ মাৰি চিন দিয়া mark with a line.

**আঁটা** সক. ধা. জোৰা, যিমান লাগে সিমান কৰা cause to suffice, বিণ. টানকৈ বন্ধা tightened. জোৰা, যথেষ্ট হোৱা enough, ক্রি. বিণ—**আঁটাকৈ** জোৰাকৈ sufficiently **আঁড়া** 'অঁৰা' চোৱা।

**আঁড** বিণ. পৰিষ্কাৰ cleared, পৰিপাটি, প্ৰস্তুত prepared, made ready. সক. ধা. **আঁড কৰ, আঁড লগা**।

**আঁডা** সক. ধা. পৰিষ্কাৰ কৰা clean, প্ৰস্তুত কৰা prepare.

**আঁডাই-পিটাই** ক্রি. বিণ. পৰিষ্কাৰ কৰি, পৰিপাটি কৰি।

**অঁৰা** বি. চাৰিটাৰ লেখ word denoting four.

**আঁহীয়া** বিণ. আঁহ থকা fibrous.

**অকঁটলা** বিণ. নকঁটলা, ডাল-পাত নুগুচোৱা not cleared of twigs.

**অকটুৰ** বিণ. কটুৰ নোহোৱা, ৰসাল, সাকুৱা not dry, moist, fertile.

**অকঠিন** বিণ. ঢিলা, কোমল, উজু not hard, soft, easy.

**অকঠোৰ** বিণ. অকঠিন, সহজ, অকৰ্কশ not hard, easy, not rude.

**অকণ, অকণি** বিণ. এক কণ, অকণমান, নাওমান a very small portion, সৰু ল'ৰা-ছোৱালীক মতা মৰমৰ মাত। ক্রি. বিণ. **অকণ অকণ কৈ** অলপ অলপ কৈ। **অকণমান** পৰিমাণত অতি অলপ।

**অকণ্টক** বিণ. কাইট নথকা, চিন্তা নাইবা ভয় নথকা নিষ্কণ্টক, শত্ৰুহীন, নিৰাপদ having no thorn, free from anxiety,fear or enemy. স্ত্ৰী—**অকণ্টকা**।

**অকতিয়াই-পকতিয়াই** ঘুৰাইপকাই।

**অকথন** কৃদ. বি. নোকোৱা not spoken.

**অকথনীয়** বিণ. কথাবে নাইবা ভাষাবে প্ৰকাশ কৰাৰ অযোগ্য unspeakable, not fit to be spoken, **অকথ্য** অকথনীয়, অশ্লীল, অপ্ৰকাশ্য।

**অকথা** বি. বেয়া কথা নাইবা বিষয়, কৰিব নলগীয়া কাম, অনুচিত কথা evil or vicious act.

**অকপট, অকপটী, অকপটীয়া** বিণ. কপট নথকা, সৰল, হিংসাশূন্য, মনে মুখে এক honest, sincere, frank ক্ৰি. বিণ, **অকপটৰূপে, অকপটে**।

**অকবি** বি, যি কবি নহয়, who is not a poet.

**অকম্পিত** বিণ. নকঁপা, সাহসযুক্ত, দৃঢ় not trembling, courageous, firm.

**অকৰণ** বি. নকৰা, নিবৃত্তি।

**অকৰুণ** বিণ. নিৰ্দ্দয়, হৃদয়হীন cruel.

**অকৰ্ত্তব্য** বিণ. অকৰণীয়, অনুচিত।

**অকৰ্ত্তা** বিণ. কৰ্ম্মহীন, প্ৰভু নাইবা গৰাকীৰ ভাৰ নথকা, নিষ্ক্ৰিয়।

**অকৰ্ম্ম** বি. দুষ্কাৰ্য্য, বেয়া কাম misdeed, evil deed. কৰ্ম্মসন্ন্যাস, কৰ্ম্মত্যাগ। **অকৰ্ম্মক** বিণ. কৰ্ম্ম কাৰক নথকা ক্ৰিয়াপদ intransitive. **অকৰ্ম্মণ্য** বিণ. কামৰ অযোগ্য, অকামিলা, কামত নলগা unfit for work, useless, **অকৰ্ম্মা** বিণ. কাম কৰিব নোৱাৰা, অপাত্ৰ, এলেহুৱা incapable of doing anything, unskilful, idle. **অকৰ্ম্মী** কাম নকৰা লোক, কাৰ্য্যহীন।

**অকল** ( হি.—অকেলা ) বিণ. লগ নথকা, একেটীয়া, কেৱল single, lonely, ক্ৰি. বিণ. **অকলে, অকলৈ**।

**অকলঙ্ক** বিণ. চেকা নাইবা মল নথকা নিৰ্ম্মল, নিৰ্দ্দোষ, দুৰ্যশ নথকা spotless, pure, stainless,

**অকল্পিত** বিণ. প্ৰকৃত, যথাৰ্থ, অকৃত্ৰিম।

**অকল্যাণ** বি. অমঙ্গল, অশুভ, আপদ বিঘিনি misfortune, evil, calamity.

**অকলবিৰ** বি. এবিধ দৰৱৰ গছ a kind of medicinal plant.

**অকলশৰ** বিণ. লগ নথকা having no company, ক্ৰি. বিণ. **অকলশৰে**। **অকলশৰীয়া** বিণ. লগ নোহোৱাকৈ থকা living alone, ক্ৰি. বিণ. **অকলশৰীয়াকৈ**।

**অকস্মাৎ, অকস্মাতে** ক্ৰি. বিণ. আচম্বিতৰূপে, হঠাতে, আগেয়ে নজনাকৈ suddenly, unexpectedly.

**অকাই পুৰুষ**—একৈশ পুৰুষ twenty one ancestors.

**অকাই-পকাই** ক্ৰি. বিণ. ঘূৰাই পকাই, বেঁকা-বেঁকিকৈ in a round about way, winding round

কৃদ-বিণ. **অকোৱা-পকোৱা** বেঁকা-বেঁকি, অসৰল।

**অকাজ** বি. অসৎকাৰ্য্য, কুকৰ্ম্ম, অনৰ্থ evil work, misdeed.

**অকাজী** বিণ. কামত পাৰ্গত নহয়, not skilled in work.

**অকাজভাগী** বিণ. কামৰ অযোগ্য, অকামিলা, অবালচন্দ worthless, useless.

**অকাট্য** বিণ. অখণ্ডনীয়, যাক যুক্তিৰে খণ্ডন কৰিব নোৱাৰি irrefutable.

**অকাতৰ** বিণ. বিহ্বল নোহোৱা not weak, নিৰ্ভয় fearless, ভাগৰ অনুভব নকৰা indefatigable, সন্দেহ নথকা without hesitation. ক্রি. বিণ. **অকাতৰে**।

**অকাম** বিণ. কামনা শূন্য selfless, **অকামী, অকামিত** বিণ.

**অকামিলা** বিণ. কামৰ অযোগ্য, একো নজনা unskilful, useless.

**অকাৰণ** বি. অনাৱশ্যক, অবাব absence of cause, reason or necessity. অসাৰ, ব্যৰ্থ valueless—ক্রি. বিণ. **অকাৰণে**।

**অকাৰান্ত** বিণ. অ শেষত থকা ending in অ।

**অকাৰী** বিণ. নিকা নকৰা, তুঁহ, মল আদি মুগুচোৱা uncleaned.

**অকাৰ্য্য** বি. বেয়া কাম, অবৈধকৰ্ম্ম wrong or vicious act, দুৰ্ঘটনা strange event.

**অকাল** বি. অসময়, আবতৰ not proper time or season, **অশুভ** নাইবা বেয়া কাল inauspicious time—বিণ. অসময়ত হোৱা untimely.

**অকাল কুষ্মাণ্ড** বিণ. অকৰ্ম্মণ্য, মূৰ্খ, fool, useless.

**অকাল বৃষ্টি** বি. অসময়ত হোৱা বৰষুণ untimely rain.

**অকিঞ্চন** বিণ. অতি দুখীয়া extremely poor. বি. অতি সামান্য নাইবা দুখীয়া মানুহ a very common or poor man.

**অকিঞ্চিৎকৰ** বিণ. সামান্য, very little.

**অকীৰ্ত্তি** বি. অপযশ, অখ্যাতি infamy, misdoings. বিণ. **অকীৰ্ত্তিকৰ** নিন্দাজনক।

**অকুটিল** বিণ. সৰল, অকপট sincere, honest.

**অকুণ্ঠ** বিণ. নিসংশয় নিসন্দেহ, not blunted.

**অকুণ্ঠিত** বিণ. অসঙ্কুচিত, উদাৰ, ভয়শূন্য, হেলা নথকা unhesitating, frank, fearless, willing.

**অকুতোভয়** বিণ. অলপো ভয়-নোহোৱা fearless. যাৰ কাৰো পৰা ভয় নাই, নিৰ্ভীক।

**অকুমাৰ** বি. বয়স পূৰ নোহোৱা ল'ৰা, বিধি অনুসাৰে কাম চলাবৰ বয়স নোপোৱা a minor boy. (স্ত্রী) **অকুমাৰী**।

**অকুল** বি. অজাতি, হীন কুল low origin or caste,বিণ. **অকুলীয়া. অকুলীন, অকুলীয়ান**।

**অকুলন** বি. অভাব, অনাটন want.

**অকূল** বিণ. অপাৰ, যাৰ সিপাৰ নাইবা দাঁতি দেখা নাযায়, অনন্ত vast, limitless.

**অকৃত** বিণ. যাক কৰা হোৱা নাই; অসম্পাদিত unaccomplished.

**অকৃতকাৰ্য্য** বিণ. কাৰ্য্য সিদ্ধি কৰিব নোৱাৰা, বিফলমনোৰথ, হতাশ, নিষ্ফল unsuccessful. **অকৃতদাৰ** অবিবাহিত। **অকৃতকৰ্ম্মা** অকৰ্ম্মণ্য।

**অকৃতাৰ্থ** বিণ. বিফল-মনোৰথ disappointed.

**অকৃতঘ্ন** বিণ. কৃতজ্ঞ, উপকাৰ স্বীকাৰ কৰোঁতা grateful.

**অকৃতজ্ঞ** বিণ. অশলাগী, যি উপকাৰ স্বীকাৰ নকৰে ungrateful. বি. **অকৃতজ্ঞতা**।

**অকৃতি** বি. কৰিব নলগীয়া কাম misbehaviour.

**অকৃতী** বিণ. অপটু, অকামিলা, যোগ্য নোহোৱা worthless, unskilful, বি. **অকৃতিত্ব** অযোগ্যতা, অক্ষমতা।

**অকৃত্রিম** বিণ. স্বাভাবিক, আচল, যথাৰ্থ, খাঁটি not fictitious, genuine.

**অকৈতব** বিণ, অকপট, ছলনাহীন honest, frank.

**অক্টোবৰ** ইংৰাজী বছৰৰ দশম মাহ।

**অক্ত** বিণ. লিপ্ত, মিশ্ৰিত, যুক্ত যেনে ঘৰ্ম্মাক্ত together with, mixed.

**অক্তি** বি. ওকালি, বাঁতি আহিব খোজা vomiting tendency.

**অক্ৰিয়** বিণ. ক্ৰিয়া নাইবা কাম নথকা devoid of action, **অক্ৰিয়া** বি. বেয়া কাম, অন্যায় কাম। **অক্ৰিয়াচৰণ** অবৈধ আচৰণ।

**অক্ৰীড়ামোদী** বি. খেলা-ধূলা ভাল নোপোৱা

**অক্ৰীড়াসুলভ** বি. খেলা ধূলাৰ লগত খাপ নোখোৱা।

**অক্ৰুদ্ধ** বিণ. যাৰ খঙ উঠা নাই, not angry.

**অক্ৰূৰ** বিণ. দয়ালু, মৰমিয়াল kind —বি. কৃষ্ণৰ খুড়াক paternal uncle of Krishna.

**অক্ৰোধ** বি. ক্ৰোধ শূন্যতা, ধৈৰ্য্য absence of anger, patience, বিণ. **অক্ৰোধী**।

**অক্লান্ত** বিণ. ক্লান্ত নোহোৱা, ভাগৰ নলগা not tired or fatigued.

**অক্লিকান্দা** বিণ. উভৈনদী,ওৰাদানি more than sufficient, খাই খাই আমুৰাই, যোৱা।

**অক্লিষ্ট** বিণ. ক্লিষ্ট নমনা unwearried.

**অক্লেদ্য** বিণ. পানীয়ে তিয়াব বা

গলাব নোৱাৰা not soluble in water, মলি নথকা pure.

**অক্লেশ** বি. ক্লেশ, কষ্ট নাইবা ক্লান্তিৰ অভাব want of trouble or pain—ক্রি. বিণ. **অক্লেশে** বিনা কষ্টে, অনায়াসে easily.

**অক্সিজেন** (ইং) মৌলিক গেচবিশেষ যাৰ সংযোগত দহন আৰু শ্বাস ক্রিয়া সম্পন্ন হয় ( বায়ু আৰু পানীৰ উপাদান )।

**অখণ্ড** বিণ. নভগা-নিছিগা unbroken. পূর্ণ, অক্ষুণ্ণ, অখণ্ড প্রতাপ undiminished, **অখণ্ডনীয়** বিণ. খণ্ডন কৰিব নোৱাৰা, অকাট্য irrefutable. এৰাব নোৱাৰা inevitable.

**অখণ্ড-মণ্ডল** বিণ. সম্পূর্ণ গোলাকাৰ completed circular.

**অখাত** বি. স্বভাৱতে হোৱা জলাশয়, উপসাগৰ, a natural reservior of water, a bay, a gulf.

**অখাদ্য, অখাজ** বিণ. খোৱাৰ অযোগ্য not eatable, নিষিদ্ধ খাদ্য forbidden food.

**অখিয়া** সক. ক্রি. আখি গুচোৱা remove the knot and branches.

**অখিৰাজ** বি. ব্রহ্মাৰ চকুৰ পৰা জন্ম হোৱা এজনী ৰূপৱতী কন্যা।

**অখিল** বিণ. নিখিল, যাৱতীয়, গোটেই whole entire.

**অগীয়া** বিণ. গঁঠিয়া, গাঁঠি যুক্ত, আখি থকা full of knots, knotty.

**অখ্যাতি** বি. অপযশ, দুর্ণাম, বদনাম infamy, bad reputation, বিণ. **অখ্যাতিকৰ, অখ্যাত**।

**অগ** বি. গমন কৰিব নোৱাৰা motionless.

**অগণন** বি. অলেখ, অসংখ্য countless. **অগণনীয়** বিণ. অসংখ্য, অগ্রাহ্য, তুচ্ছ। **অগণিত, অগণ্য** বিণ. যাক গণিব নোৱাৰি, অসংখ্য।

**অগতি** বি. নিৰাশ্রয় মানুহ, উপায়হীন লোক one who has no refuge অন্ত্যেষ্টি ক্রিয়া নোহোৱা।/ বিণ. নিৰুপায়, গতিহীন। **অগতিৰ গতি**—আশ্রয় হীনৰ আশ্রয়।

**অগত্যা** ক্রি. বিণ. বাধ্য হৈ, উপায় নাপাই, টানত পৰি having no alternative, being compelled.

**অগভীৰ** বিণ. বাম, দ নোহোৱা shallow, not deep.

**অগম্য** বিণ. দুর্গম, যাব বা সোমাব নোৱাৰা, impassable, সহজে বুজিব নোৱাৰা, দুর্ব্বোধ, incomprehensible, **অগম্যা** যাৰ সৈতে সহবাস নিষিদ্ধ, তেনে তিৰোতা a woman with whom it is heinous sin to co-habit. **অগম্যা-গমন** সহবাস অযোগ্যা তিৰোতাৰ লগতে সহবাস।

**অগক** বি. সুগন্ধি সাৰ কাঠ, চন্দন বিশেষ the aloe wood.

**অগৰ্ব্বী** বিণ. অহঙ্কাৰ হীন, গপ নাইকিয়া not proud, mild.

**অগর্হিত** বিণ. নিন্দিত নোহোৱা, নির্দ্দোষ not censured.

**অগষ্টাচ** বি. ৰোমৰ এজন সম্রাটৰ নাম।

**অগস্ত্য, অগস্তি** বি. স্বনামখ্যাত মুনি a sage. **অগস্ত্যযাত্রা, অগস্তিযাত্রা** অগস্ত্য মুনি ভাদমাহৰ পহিলা তাৰিখে বিন্ধ্যপর্ব্বত পাৰহৈ দক্ষিণফালে যাত্রা কৰাৰ পাছত আৰু ঘুৰি নাহিল, গতিকে সেই দিনত যাত্রা নিষিদ্ধ। পিছত প্রত্যেক মাহৰ প্রথম দিন মাত্রেই অগস্ত্য যাত্রা বুলি বিবেচিত হল। কোনো ঠাইলৈ যাত্রা কৰি উভতি নহা।

**অগাধ** বিণ. তলি-নোহোৱা, আথাউনি, বৰ দ, প্রগাঢ়, বিশাল unfathomable, very deep, profound, extensive.

**অগাপিচা** বিণ. এটাৰ পাচত আনটো হোৱা one after the other. ক্রি. বিণ.—**অগাপিচাকৈ**।

**অগা-বগা** বি. আগচি ধৰা কাৰ্য্য, বাটত বাধা জন্মোৱা কাৰ্য্য hindrance, obstruction. ল'ৰা-ছোৱালীয়ে ধৰাধৰিকৈ কৰা এবিধ ধেমালি।

**অগিয়ান** বিণ (অজ্ঞান শব্দৰ পৰা) জ্ঞানহীন foolish.

**অগীয়া বগীয়া** বি. একোটা কামকে উটাপুটাকৈ দুই বা অধিকজনে কৰণ act of doing the same thing by several person in confusion or without method. ক্রি. বিণ.—**অগীয়া বগীয়াকৈ**।

**অগুণ** বি. অপকাৰ, অহিত harm, injury, নিৰ্গুণ, বিণ. **অগুণকাৰী** অশলাগী।

**অগুৰুৱা** বিণ. অশৰণীয়া not initiated.

**অগূঢ়** বিণ. অগুপ্ত, অপ্রকাশিত not secret.

**অগোচৰ** বিণ. ইন্দ্রিয়ই ঢুকি নোপোৱা, অজ্ঞাত, নজনা-নশুনা. imperceptible, unknown, বি. —অনুপস্থিতি, নজনা বা নেদেখা অৱস্থা absence.

**অগৌৰৱ** বি. অসম্মান।

**অগ্নি** (হি. আগ, আগি) বি. জুই, বহ্নি fire. আহাৰ জীৰ্ণ কৰা শক্তি the power of digestion, অগ্নি তিনি প্রকাৰ, যেনে— **ভৌম**— কাষ্ঠাদি পাৰ্থিৱ পদাৰ্থৰ পৰা উৎপন্ন, অগ্নি, **দিব্য**—বায়ু পানীৰ পৰা উৎপন্ন বিদ্যুৎ, উল্কা, বজ্র প্রভৃতি দিব্য অগ্নি, **জঠৰ**— ভুক্ত অন্নপানাদি পৰিপাককাৰী উদৰস্থ অগ্নি, জঠৰাগ্নি। ২। অগ্নিদেৱতা, ব্রহ্মাৰ জ্যেষ্ঠপুত্র, দক্ষকন্যা স্বাহাৰ স্বামী। ৩। পূব আৰু দক্ষিণ দিশৰ মাজৰ কোণ।

**অগ্নি-অস্ত্র** বি. যি অস্ত্ৰৰ পৰা জুই ওলায় fire-arms. **অগ্নি-কণা** ফিৰিঙটি spark of fire. **অগ্নি-কৰ্ম্ম**—অন্ত্যেষ্টি ক্ৰিয়া। **অগ্নি-কলাই** বৰ খঙাল wrathful. **অগ্নিকাণ্ড** জুইয়ে ঘৰ-দুৱাৰ পুৰি কৰা দুৰ্ঘটনা devastation by fire. **অগ্নিকুণ্ড** জুই ধৰা গাঁত, জুহাল a fire-pit, **অগ্নিকুমাৰ** কাৰ্ত্তিকেয়, এবিধ কবিৰাজী বড়ী, **অগ্নিকোণ** পূব আৰু দক্ষিণৰ মাজৰ দিশ the south-eastern corner. **অগ্নিত্ৰয়** তিনি প্ৰকাৰ অগ্নি—গাৰ্হপত্য, আহবনীয় আৰু দাক্ষিণ্য। **অগ্নি-দৃষ্টি** বি. খঙাল দৃষ্টি, ক্ৰোধান্বিত দৃষ্টি।

**অগ্নি-পৰীক্ষা** জুইত পুৰি শুদ্ধ বা বিশুদ্ধতা নিৰ্ণয় কৰণ test by burning. কঠোৰ পৰীক্ষা, **অগ্নি-পুৰাণ** অষ্টাদশ পুৰাণৰ অন্যতম পুৰাণ, **অগ্নি-প্ৰয়োগ** বি. জুই লগোৱা কাৰ্য্য, **অগ্নি-প্ৰৱেশ** বি. জুই সোমোৱা কাৰ্য্য, **অগ্নি-বাণ** বি. জুই ওলোৱা শৰ, আগ্নেয়াস্ত্ৰ, fiery arrow.

**অগ্নি-মন্দ** অজীৰ্ণ indigestion. **অগ্নিমান্দ্য** জীৰ্ণশক্তি কম হোৱা অৱস্থা, **অগ্নি-মূল্য** বি. জুই ছাই দাম। **অগ্নি-যুগ** বি. বিদ্ৰোহৰ যুগ, **অগ্নি-শৰ্ম্মা** অতি খঙাল লোক person of firey temper. **অগ্নি-শিখা** জুইৰ আগ flame of fire.

**অগ্নি-ষ্টোম** বসন্ত কালত কৰা পাঁচ দিনীয়া অগ্নিযজ্ঞ।

**অগ্নিসংকাৰ** মৃতকৰ দেহ দাহন কৰা কাৰ্য্য cremation. **অগ্নি-হোত্ৰ** নিতৌ কৰিবলগীয়া হোম। **অগ্নিহোত্ৰী** নিত্যহোম কৰ্ত্তা, সাগ্নিক।

**অগ্ন্যুৎপাত** আগ্নেয় পৰ্ব্বতৰ পৰা অগ্নিৰ উৎপতন, আকাশত উল্কাপাত, বজ্ৰপাত আদি হোৱা!

**অগ্ৰং বগ্ৰং** বি. যিহকে পাই তাকে কৰা বা কোৱা, অৰ্থহীন কথা বা কাম meaningless or confused talk or work.

**অগ্ৰ** বি. আগ, ওপৰৰ ভাগ top, মুখৰ ফাল, প্ৰথম first, front. বিণ. প্ৰথম, প্ৰধান। **অগ্ৰগণি অগ্ৰগণ্য** বিণ. প্ৰধান, প্ৰথমে উল্লেখযোগ্য chief, foremost. বি. একে শ্ৰেণীৰ মানুহৰ ভিতৰত আনতকৈ ডাঙৰ বা প্ৰধান লোক, **অগ্ৰগামী** আগত যোৱা, আগেয়ে যোৱা leading, going before. **অগ্ৰজ** যি প্ৰথমে জন্মে elder brother. **অগ্ৰণী** বি. যি আগত যায়, নেতা, প্ৰধান লোক leader. **অগ্ৰদূত** বি পথ প্ৰদৰ্শক, pioneer. **অগ্ৰবৰ্ত্তী** বিণ. আগত থকা বা যোৱা, মুখ্য going before, best, **অগ্ৰসৰ** আগত যোৱা, আগেয়ে যোৱা going before, advancing.

**অগ্ৰহায়ণ** বি. আঘোণ মাহ।
**অগ্ৰহণীয়** বিণ. গ্ৰহণৰ অযোগ্য।
**অগ্ৰা** বি. মৰিবৰ সময়ত মানুহৰ মুখত দিয়া গাখীৰ আদি খাদ্য বস্তু।
**অগ্ৰাহ্য** বিণ. লবৰ বা বিশ্বাসৰ অযোগ্য not fit to be accepted or believed.
**অগ্ৰিম** বিণ. আগেয়ে দিয়া paid in advance, প্ৰথম, প্ৰধান first.
**অঘ** বি. পাপ sin. অঘাসুৰ।
**অঘটন, অঘটনা** বি. দুৰ্ঘটনা evil occurrence.
**অঘটনঘটন পটীয়সী** অসম্ভৱ বিষয় সম্ভৱ কৰিবলৈ সমৰ্থ।
**অঘটনীয়** অসম্ভাব্য। **অঘটিত** যি ঘটা নাই।
**অঘৰী** বি. থিতাপি ঘৰ-বাৰী নথকা এজাতি মানুহ, a nomadic tribe.
**অঘাইত** বিণ. অতিপাত, মহা ডাঙৰ (সদায় বেয়া ভাবত) extreme, violent, very great.
**অঘাসুৰ** বি. অসুৰ বিশেষ a demon.
**অঘোৰ** বিণ. ভয় নজন্মোৱা, শান্ত-মূৰ্ত্তি not terrible, calm. অতি ভয়ানক, মহা প্ৰচণ্ড very terrible. **অঘোৰপন্থী** শিৱ আৰু দুৰ্গাৰ ভয়ঙ্কৰ ৰূপৰ উপাসক।
**অৰ্ঘ্য** বি. এৰা গাখীৰ, দূবৰি, ফুল, চন্দন মিশ্ৰিত পানী, পূজাৰ উপকৰণ, a respectful offering.
**অঘ্ৰাত, অনাঘ্ৰাত** বিণ. আগেয়ে ঘ্ৰাণ নোলোৱা not smelt before.
**অঙ্ক** বি. ১, ২ আদি সংখ্যা arithmetical figure, নাটকৰ আধ্যা an act of a drama, কোলা lap; চিন, ৰেখা mark, line যোগ বিয়োগ, পূৰণ, হৰণ আদি অঙ্ক a mathematical sum. **অঙ্কশায়ী** বিণ. কোলাত শয়নকাৰী; স্ত্ৰী. অঙ্কশায়িনী। ক্ৰি. আঁক দিয়া to mark. **অঙ্কন** বি. আঁকা নাইবা চিন দিয়া কাৰ্য্য act of drawing or marking. **অঙ্কিত** কৃদ. বিণ. চিন লগোৱা, চিহ্নিত, চিত্ৰিত marked, drawn. **অঙ্কীয়া** বিণ. অঙ্ক থকা (নাটক)।
**অঙ্কুৰ** বি. পোখা, গজালি shoot, sprout, প্ৰথম অৱস্থা the beginning, প্ৰকাশ manifestation,
**অঙ্কুৰিত** কৃদ. বিণ. নকৈ গজা, গাজ ওলোৱা germinated, sprouted প্ৰকাশিত।
**অঙ্কুশ** বি. হাতী চলোৱা আঁকোৱা মাৰি, লাংচিং, গোজাকোঁহ a hook for driving an elephant, an elephant goad, দমন নাইবা সংযতকাৰী বস্তু anything that checks or restrains.
**অঙ্গ** বি. গাৰ কোনো এভাগ limb, organ, শৰীৰ body, কোনো বস্তু নাইবা আয়োজনৰ অংশ a compo-

nent part of anything অঙ্গ নামে ভাৰতৰ পূৰণি দেশ **অঙ্গৰ** বালিৰ পুতেক, **অঙ্গভঙ্গী** ভঙ্গিমা **অঙ্গহীন** অসম্পূৰ্ণ, বিকলাঙ্গ, **অঙ্গৰাগ** সাজসজ্জা, প্ৰসাধন, **অঙ্গ-প্ৰত্যঙ্গ** গাৰ সৰু ডাঙৰ সকলো ভাগ। **অঙ্গ-সংস্থান** জীৱদেহ বিজ্ঞান।

**অঙ্গনা** বি. সুন্দৰী তিৰোতা beautiful woman.

**অঙ্গহী** বিণ. সম্বন্ধীয় relative.

**অঙ্গহীবঙ্গহী** বিণ. লগাভগা, সম্বন্ধ থকা।

**অঙ্গাঙ্গি** বি. ঘনিষ্ঠ সম্বন্ধ close relation.

**অঙ্গীকাৰ** বি. প্ৰতিজ্ঞা, কোনো কাম কৰিবলৈ গাত লোৱা কাৰ্য্য promise, agreement. **অঙ্গীকৃত** বিণ. প্ৰতিজ্ঞা কৰা, স্বীকৃত promised, agreed. **অঙ্গীভূত** অন্তৰ্ভুক্ত, শৰীৰস্থ।

**অঙ্গুৰি** বি. আঙ্গঠি finger-ring.

**অঙ্গুল, অঙ্গুলি** বি. আঙুলি finger.

**অঙ্গুষ্ঠ** বি. বুঢ়া আঙ্গুলি the thumb.

**অঙ্ঘ্ৰি** বি. চৰণ, ভৰি।

**অচতুৰ** বিণ. অপটু, হোজা not clever, simple. স্ত্ৰী. **অচতুৰা**।

**অচম**—আহোম বংশক বুজাবৰ কাৰণে ব্যবহাৰ কৰা হয়।

**অচৰ** বিণ. গতিহীন, স্থাৱৰ stationary.

**অচল** বিণ. গতিশূন্য, লৰচৰ নকৰা, স্থিৰ motionless, fixed, firm. উঠি লৰি ফুৰিব নোৱাৰা incapable of moving about, পৰ্ব্বত (স্ত্ৰী) **অচলা** স্থিৰা, অচঞ্চলা, লক্ষ্মী পৃথিবী। **অচলা ভক্তি** বি. স্থিৰ ভক্তি, deep piety. **অচলায়তন** বি. গতানুগতিক ৰীতিত শাসন, প্ৰগতিহীন প্ৰতিষ্ঠান।। **অচলিত** বিণ. ব্যৱহাৰ নথকা not in use.

**অচাঁ** (সং. আচমন, হি. অচানা) ক্ৰি. খোৱাৰ পিছত মুখ ধোৱা wash the mouth after eating.

**অচাটুৰা** বিণ. কাৰো সহায় নলৈ চলা।

**অচিকিৎস্য** বিণ. যাৰ চিকিৎসা নাই incurable.

**অচিন** বিণ. অচিনাকি, নজনা, unknown, not familiar. **অচিনাকি** অপৰিচিত unfamiliar.

**অচিন্ত** বিণ. চিন্তাশূন্য free from anxiety, **অচিন্তনীয়, অচিন্ত্য** ভাবিব বা চিন্তিব নোৱাৰা, চিন্তাৰে চুকি নোপোৱা inconceivable.

**অচিন্তিত** নভবা-নিচিন্তা not thought of.

**অচিন্ত্য** বি. ঈশ্বৰ God.

**অচিৰ, অচিৰস্থায়ী** বিণ. অলপ সময় থকা, খন্তেকীয়া transitory.

**অচিৰে, অচিৰতে** ক্ৰি. বিণ. অলপ

সময়তে, শীঘ্রে soon, before long.

**অচেতন** বিণ. জীৱ নথকা, সাৰে নথকা, বাহিৰৰ জ্ঞান নথকা inanimate, insensible.

**অচেষ্ট** নিশ্চেষ্ট।

**অচেষ্টা** বি. চেষ্টা নকৰা, কাৰবাৰ নকৰা, হেলা absence of exertion.

**অচৈতন্য** বি. জ্ঞান বোধৰ অভাব unconsciousness, insensibility.

**অচ্যুত** বি. যাৰ নাশ বা ক্ষয় নাই, পৰমেশ্বৰ God. a name of Vishnu বিণ. স্থিৰ, অক্ষয়, অব্যয়।

**অছিদ্ৰ** বিণ. বিন্ধা নথকা unpierced, নিৰ্দ্দোষ faultless.

**অছিলা** বিণ. ছুটা, ছল, অবলম্বন, pretended.

**অছেদ-অভেদ** বিণ. ছিঙিব-ভাঙিব নোৱাৰা, অবিনাশী indestructible, ever-existing, নেৰা-নেপেৰা incessant.

**অছেদ্য** বিণ. অভেদ্য, যাক কটা উচিৎ নহয়।

**অজ** বি. যাৰ জন্ম নাই, ঈশ্বৰ God. ব্ৰহ্মা, বিষ্ণু, শিৱ name of Brahma, Vishnu or Siva, জীৱাত্মা individual soul, চন্দ্ৰ, কামদেৱ name of moon or cupid. মেশৰাশি, ছাগলী male-goat. দশৰথ ৰজাৰ বাপেক the father of king Dasaratha.

**অজ** বিণ. অজ্ঞানী, একো নজনা stupid. ignorant.

**অজগৱ** বি. হৰৰ ধনু the bow of Siva.

**অজগৰ** বি. এবিধ ডাঙৰ সাপ boa.

**অজগৌ, অজ্‌গৌ** বিণ. একো নজনা জধা মূৰ্খ stupid. বি. একো নজনা মানুহ।

**অজন্ম** বিণ. জন্ম নোহোৱা, নোপোজাকৈ হোৱা, **অজন্ত** বিণ. স্বৰান্ত।

**অজন্তা** বি. বুৰঞ্জী প্ৰসিদ্ধ গুহামন্দিৰ cave temple.

**অজনাভ** বি. ভাৰতবৰ্ষ দেশৰ পুৰণি নাম।

**অজমূৰ্খ** বি. মহামূৰ্খ, নিচেই একো নজনা a great fool.

**অজয়** বি. জয়ৰ অভাৱ, পৰাজয় defeat,—বিণ. যাক জয় কৰিব বা পৰাস্ত কৰিব নোৱাৰি invincible.

**অজৰ** বি. বুঢ়া নোহোৱা not subject to the infirmities of old age কেতিয়াও বুঢ়া নোহোৱা লোক a person free from the infirmities of old age, দেৱতা God.

**অজৰ-অমৰ** বিণ. বুঢ়া নোহোৱা আৰু নমৰা not subject to old age and death.

**অজলা** বিণ. একো নজনা, হোজা,

ভোদা simple, ignorant,—বি. হোজা মানুহ a simpleton.

**অজস্ৰ** বি. নেৰানেপেৰা, ছেদ-ভেদ নোহোৱা, অবিৰাম, নিৰন্তৰ, অপৰিমিত without cessation. continuous—ক্ৰি. বিণ. **অজস্ৰে** সদায়, নিৰন্তৰে, ছেদ-ভেদ নোহোৱাকৈ।

**অজহল্লিঙ্গ** বিণ. যি ত্যাগ নকৰে (ব্যাকৰণত পাৰিভাষিক শব্দ) বি. যি শব্দই অন্য লিঙ্গবাচক শব্দৰ বিশেষণৰূপে প্ৰযুক্ত হলেও নিজৰ লিঙ্গ পৰিত্যাগ নকৰে।

**অজাত** বিণ. নজন্মা, নোপোজা unborn. **অজাতবীয়া** বিণ. বিজতবীয়া, জাতি নষ্ট হোৱা, পতিত degraded in caste, outcaste, পূৰ্ব্বপুৰুষতকৈ নাইবা মূলতকৈ গুণহীন হোৱা degenerated.

**অজাত-শত্ৰু** বি. যাৰ কোনো শত্ৰু নাই, যি কাৰো শত্ৰুতা নকৰে, যুধিষ্ঠিৰ, মগধ দেশৰ এজন ৰজা, ঘোৰ শত্ৰু inveterate enemy.

**অজান** বিণ. বোধ নথকা, বিবেচনা-হীন ignorant, irrational, নজনা নুশুনা unknown. **অজানিত** অপৰিচিত unknown.

**অজান্তি** বিণ. নজনা নুশুনা unknown.

**অজান্তিমলুক** বি. নজনা নুশুনা ঠাই unknown place.

**অজামিল** বি. পুৰণি উপাখ্যানত থকা এটা মহাপাপী বামুণৰ নাম। জাতি-কুলত্যাগী মহাপাপীলোক a vicious person who has lost his caste and character.

**অজিজ্ঞাসী** বিণ. ভাল বেয়া একো বিচাৰ নকৰা, অবিবেচক rash, inconsiderate, **অজিজ্ঞাসু** জিজ্ঞাসা নাইবা বিচাৰ কৰি জানিবৰ ইচ্ছা নথকা unwilling to know the truth by enquiry or investigation, **অজিজ্ঞাস্য** সুধিবৰ অনুপযুক্ত not fit to be questioned about.

**অজিত** বিণ. কোনেও জয় কৰিব নোৱৰা invincible, অপৰাজিত unconquered, **অজিতেন্দ্ৰিয়** বিণ. ইন্দ্ৰিয়ক জয় বা বশ নকৰা, ইন্দ্ৰিয় পৰায়ণ, অসংযমী, স্বেচ্ছাচাৰী having uncontrolled desires.

**অজিন** বি. মৃগচৰ্ম্ম hide of a goat or deer.

**অজীণ** বি. অজীৰ্ণৰোগ indigestion. পেটত জীণ নোহোৱাকৈ থকা আহাৰাদি বস্তু undigested food, **অজীণপাতকী** কাৰো সৈতে মিলিব নোৱাৰা লোক one who cannot be in friendly terms with others, দুষ্ট, দন্দুৰা লোক wicked quarrelsome person, **অজীৰ্ণ**—অজীণ, খোৱা

বস্তু অপৰিপাক হৈ হোৱা ৰোগ dyspepsia.

**অজু** ( আৰবী ) বি. মুখ, হাত, ভৰি আদি ধোৱা ablution.

**অজুহাত** ( ফা. ) বি. হেতু, নিমিত্ত, আপত্তি ground, excuse, objection.

**অজেয়** বিণ. জিনিব নোৱৰা দুৰ্জ্জয় invincible.

**অর্জুনা** বি. অনিৰুদ্ধৰ পত্নী, উষা a name of Usa.

**অজ্ঞ** বিণ. একো নজনা, মূৰ্খ ignorant.—বি. একো নজনা মানুহ an ignorant man.—গু. বি. **অজ্ঞতা** মূৰ্খতা—বিণ. **অজ্ঞাত** অপৰিচিত unknown, গুপ্ত secret ক্রি. বিণ. **অজ্ঞাতে**। **অজ্ঞাতকুলশীল,** বিণ. স্বভাৱ-চৰিত্ৰ আৰু জাতকুল নজনা, অচিনাকি quite unknown. ক্রি. বিণ. **অজ্ঞাতসাৰে** অজ্ঞাতভাৱে, গম নোপোৱাকৈ imperceptibly.

**অজ্ঞান** বিণ. একো নজনা, মূৰ্খ ignorant, stupid,অচেতন, senseless, জ্ঞানৰ অভাৱ ignorance, মায়া, মোহ, অবিদ্যা spiritual illusion, বি. **অজ্ঞানতা** জ্ঞানশূন্যতা, মূৰ্খতা ignorance, বিণ. **অজ্ঞান-কৃত** নেজানি কৰা done through ignorance, **অজ্ঞানী** জ্ঞানশূন্য, মূৰ্খ ignorant, foolish, **অজ্ঞেয়** যাক জানিব নোৱাৰি, জ্ঞানৰ অতীত incomprehensible.

**অজ্ঞানবাদ, অজ্ঞাবাদ**—জগতৰ চৰম তত্ত্ব অজ্ঞাত নাইবা অজ্ঞেয় এই মত agnosticism.

**অগ্নিও** ( পু. অ. ) অব্য. হেৰা, হে a cry to draw attention.

**অঞ্চল** বি. কাপোৰৰ আচল, গাত লোৱা কাপোৰ বা ৰিহাৰ আগ the border or end of a garment, দেশৰ কোনো এভাগ a part of a country, a locality.

**অঞ্জন** বি. কজ্জল, চকুৰ পিৰিকটিত যঁহা এবিধ কলা বস্তু a collyrium applied to the eyelashes. আয়ুৰ্ব্বেদোক্ত বিবিধ ধাতুঘটিত বস্তু ( ৰসাঞ্জন )।

**অঞ্জলি** বি. আঁজলি a cavity formed by joining the palms of the hands together. সেৱা, পূজা, মৃতকৰ নাইবা দেৱতাৰ উদ্দেশ্যে আঁজলি কৰি দিয়া পানী।

**অঞ্জলিপুট** বি. বদ্ধাঞ্জলি কৰি কৰা গণ্ডূষাকাৰ গহ্বৰ।

**অঞ্জলিপুটে** ক্রি. বিণ. কৃতাঞ্জলি হৈ, বিনীত ভাৱে। **অঞ্জলিবদ্ধ** বিণ. বদ্ধাঞ্জলি, কৰযোৰ।

**অটবী** বি. হাবি,বননি forest, বিণ. **অটব্য** গহীন, বৰ ডাঠ (·হাবি) dense.

**অটল** বিণ. অলৰ, স্থিৰ, দৃঢ় firm, steady.

**অটুট** বিণ. কম নোহোৱা, পূৰা, ক্রুটিহীন not deficient or wanting, full. ক্রি. বিণ. **অটুটকৈ**।

**অট্টহাস্য** বি. উচ্চ নাইবা ডাঙৰ হাঁহি violent laughter.

**অট্টালিকা** বি.ডাঙৰ পকীঘৰ, প্রাসাদ a brick-building.

**অঠাৰৰ** বিণ. অঠিক, অনিশ্চয় uncertain.—বি. সন্দেহ, দ্বিধা doubt, dilemma.

**অঠিক** বিণ. ঠিক নোহোৱা, অনিশ্চিত uncertain, ক্রি. বিণ. **অঠিককৈ** অনিশ্চয়ৰূপে।

**অডিচি** বি. হোমাৰৰ এখন মহাকাব্য।

**অডিপাচ** বি. গ্রীচদেশীয় ৰজা।

**অণিমা** বি. সূক্ষ্মত্ব, ঐশ্বর্য্য বা বিভূতি, যি শক্তিৰে শৰীৰক অনুপ্রমাণ কৰা যায়। ষড়ৈশ্বর্য্যৰ এটি ঐশ্বর্য্য।

**অণু** বি. অতি সূক্ষ্ম বস্তু বা বস্তুৰ অংশ কণা molecule, a minutest part, an atom. বিণ. ক্ষুদ্র, ঈষৎ, **অণুদর্শন** সূক্ষ্মদৃষ্টি, অন্তর্দৃষ্টি **অণুমাত্র** অতি অলপ, সামান্য পৰিমাণ, **অণুবীক্ষণ** চকুৰে মনিব নোৱাৰা বস্তু দেখা কার্য্য, **অণুবীক্ষণ-যন্ত্র** যি যন্ত্রেৰে চকুৰে মনিব নোৱৰা সৰু বস্তুও চাব পাৰি a microscope.

**অণ্ঠকণ্ঠ** বি. ওঁঠ আৰু নেলুৰ গুৰিৰ মাজভাগ the space from the lips to the end of the gullet.

**অণ্ঠেকণ্ঠে** ক্রি. বিণ. টেটুলৈকে up to the throat.

**অণ্ড** ( হি. আণ্ডা ) বি. কণী, ডিমা egg. পুৰুষৰ বীর্য্য উৎপাদক গুটি a testicle. **অণ্ডকোষ** বি. পুৰুষৰ অণ্ডৰ জোলোঙা the scrotum. **অণ্ডজ** বিণ. কণীৰ পৰা ওপজা oviparous. **অণ্ডাকাৰ**,, **অণ্ডাকৃতি** বিণ. কণীৰ নিচিনা egg-shapped. **অণ্ডাধাৰ** বি. মাইকীৰ যি ভাগত সন্তান জন্মোৱা কণী উৎপন্ন হয় the ovary.

**অত**, **অতনা**, **অতক** অব্য, সর্ব্ব. ইমান, ইমান বেছি this much, so much.

**অ'ত** সর্ব্ব. ইয়াত, here.

**অত থিয় ত'ত থিয় হোৱা** ক্রি. অলস ভাবে সময় নিওৱা, to waste time in idleness.

**অতত্র** (সং. অত্র) অব. এই সংসাৰত in this world.

**অতএব**, অব্য. এই কাৰণে গতিকে hence, therefore.

**অতঃপৰ** ক্রি. বিণ. ইয়াৰ পাছত after this.

**অতনু** বি. কামদেব cupid, দেহহীন।

**অতপা** বিণ. বৰকৈ বঢ়া বা হোৱা, অসাধাৰণ, অতিপাত excessive, luxuriant, uncommon. বৰ দুষ্ট

very wicked, **অতপাকৈ** ক্রি. বিণ. **অতপালি** বি. বৰ দুষ্টালি, উদ্ভণ্ডালি excessive naughtiness or wickedness.

**অতপাৰ** ক্রি. বিণ. ইয়াৰ বাহিৰে, ইয়াৰ পাছত।

**অতর্ক** বিণ. তর্কিব নোৱৰা, বুদ্ধিৰ অগম্য, বুজিব নোৱৰা incomprehensible, inscrutable. **অতর্কিত** কৃদ. বিণ. নভবা নিচিন্তা, নেদেখা-নুবুজা, হঠাতে হোৱা unseen, unexpected. **অতর্ক্য** তর্কিব নোৱৰা, বুদ্ধিৰ অগম্য incomprehensible.

**অতৰ্‌চেলাই** বিণ. নিছলা, বৰ খীণ, হাড় ছাল ওলোৱা wasted away, emaciated, very thin.

**অতল** বিণ. যাৰ তলি পোৱা নাযায়, অগাধ, আথাউনি bottomless, unfathomable, বি. পৃথিবীৰ তলৰ সাত লোকৰ প্রথমখান the first of the seven regions under the earth, **অতলস্পর্শ** বিণ. অগাধ, থাউনি নোপোৱা unfathomable.

**অতি** (পুৰণি অসমীয়াত 'আতি') উপস. আন শব্দৰ আগত থাকি অধিক, বেছি, অতিশয়, অতিৰিক্ত, আদি অনেক অর্থ বুজোৱা শব্দ a prefix signifying much, excessive, beyond etc. **অতিকৈ** ক্রি. বিণ. অতিশয়ৰূপে, বৰকৈ, অধিককৈ very much, excessively, **অতিকায়** বিণ. প্রকাণ্ডশৰীৰ বিশিষ্ট বি. ৰাৱণৰ পুতেক। **অতিক্রম, অতিক্রমণ** বি. সীমাৰ বাহিৰে যোৱা, লঙ্ঘন passing over বিণ. **অতিক্রমণীয়** লঙ্ঘন সাধ্য, **অতিক্রান্ত** লঙ্ঘিত অতীত, উপেক্ষিত, **অতিচাৰ** বিণ. অতিপাত, অতিৰিক্ত, excessive নিজৰাশি অতিক্রম কৰি অন্য ৰাশিলৈ গ্রহৰ গতি। **অতিটানে** ক্রি. বিণ. অতি কষ্টেৰে at most.

**অতিথি** বি. আলহী, অভ্যাগত a guest, **অতিথি সেৱা, অতিথি সৎকাৰ** আলহীক ঠাই আৰু আহাৰাদি দি সেৱা শুশ্রূষা কৰা, hospitality. **অতিথিশালা** পান্থনিবাস, অতিথি থকা ঘৰ rest-house. **অতিদৈৱ** দেৱতাৰ অতীত বা অসাধ্য, **অতিনাটকীয়** নাটকৰ অতীত নাইবা অসাধ্য।

**অতিপাত** বিণ. পৰিমাণৰ বাহিৰ হোৱা, অতিৰিক্ত excessive, going beyond limits. ক্রি. বিণ. **অতিপাতকৈ**।

**অতিপাতক** বি. ঘোৰ পাপ great sin. বিণ. অতি পাতকী। **অতি-প্রাকৃত** অলৌকিক, অস্বাভাবিক, **অতিবল** মহাবলশালী।

**অতিবাহন** বি. যাপন, ক্ষেপণ, **অতিবাহিত** কটোৱা, যাপন কৰা।

**অতিৰঞ্জন** বি. আচলতকৈ ডাঙৰকৈ কোৱা বা বেছি ৰং চং কৰা কাৰ্য্য, অত্যুক্তি overpainting, exaggeration, **অতিৰঞ্জিত** বিণ. বৰকৈ ৰহণ লগোৱা, বঢ়াই কোৱা exaggerated.

**অতিৰথী** বি. বৰ ডাঙৰ যোদ্ধা বা ৰণুৱা a great warrior. **অতিভোজন** অপৰিমিত আহাৰ।

**অতিৰিক্ত** বিণ. প্ৰয়োজনতকৈ অধিক excessive, ওপৰঞ্চি extra.

**অতিশয়** বিণ. বৰ বেছি,অত্যন্ত excessive, too much. ক্রি. বিণ. **অতিশয়ৰূপে**।

**অতিশয়োক্তি** বি আচল কথা বা বিষয়ৰ বাহিৰেও বাহুল্যকৈ বৰ্ণনা কৰা exaggeration, কাব্যৰ অলঙ্কাৰ বিশেষ hyperbole.

**অতিষ্ঠ** বিণ. থাকিবলৈ অসমৰ্থ, অস্থিৰ, বিৰক্ত।

**অতিসাৰ** বি. পেটচলা নাইবা ভেদ হোৱা নৰিয়া diarrhœa.

**অতীজ** বিণ. আগেয়ে হৈ যোৱা, পুৰণি past, ancient, পুৰণিকাল, আগৰ কাল past-time, ancient time.

**অতীত** বিণ. হৈ যোৱা, আগেয়ে হোৱা past, অতিক্রম কৰা surpassing.

**অতীন্দ্ৰীয়** বিণ. ইন্দ্ৰিয়ৰ অগোচৰ not perceivable by the senses.

**অতীৱ** বিণ. অত্যন্ত, বৰবেছি excessive.

**অতীয়া-মতীয়াকৈ** ক্রি. বিণ. উৰাই-ঘুৰাই।

**অতুল, অতুল্য, অতুলন, অতুলনীয়** বিণ. তুলনা নথকা, অনুপম, যাৰ তুলনা নাই incomparable.

**অতুষ্ট** বিণ. সন্তুষ্ট নোহোৱা, অসন্তুষ্ট dissatisfied, বি. **অতুষ্টতা, অতুষ্টি**।

**অতৃপ্ত** বিণ. তৃপ্তি নোপোৱা, হেপাহ নপলোৱা, অসন্তুষ্ট ungratified, বি. **অতৃপ্তি**।

**অত্যধিক** বিণ. খুব বেছি very much.

**অত্যন্ত** বিণ. অতিশয়, বৰ বেছি very much, বি. **অত্যন্ততা** ক্রি. বিণ. **অত্যন্তৰূপে**।

**অত্যয়** বি. অতিক্রম, অপগমন (কালাত্যয়), বিনাশ (প্ৰাণাত্যয়) বিপদ, দুখ, দোষ।

**অত্যাচাৰ** বি. উপদ্ৰব, দৌৰাত্ম্য নিষিদ্ধ আচৰণ oppression.

**অত্যাচাৰী** বিণ. অন্যায় আচৰণ-কাৰী লোক oppressor.

**অত্যাধুনিক** বিণ. অতি আধুনিক ultra modern.

**অত্যুক্তি** বি. বৰকৈ বঢ়াই কোৱা কথা, অতিৰঞ্জন exaggeration. hyperbole.

**অত্ৰাহি** বি. নিৰুপায়, বিবুদ্ধি helpless, perplexed.

**অত্রি** বি. সপ্তৰ্ষিৰ ভিতৰৰ এজন ঋষি।

**অথচ** অব্য. কিন্তু ( যদিও অনুচিত বা হব নালাগে ) but, inspite of that.

**অথনি** ক্রি. বিণ. আজিয়েই কিন্তু অলপ আগেয়ে a short time ago to-day, সর্ব্ব. এতিয়া বা আজিৰ কিছু আগৰ কাল a short time before now. ক্রি. বিণ. **অথনিকৈ** আজিয়েই, কিছু সময়ৰ পাছে after a short while to-day, a little afterwards. **অথনিয়েই** আজি কেতিয়াবাই, আজিয়ে ভালেমান বেলিৰ আগেয়েই today, but sometime ago.

**অথন্তৰ**, **অথান্তৰ** বি, অকস্মাৎ হোৱা বিঘিনি, আপদ, দুৰবস্থা misfortune, accident, distress.

**অথবা** অব্য. নাইবা, কিম্বা or.

**অথৰ** বিণ. বেছি সময়ৰ কাৰণে হাত মুৰ কঁপা, অস্থিৰ unsteady, decrepit.

**অথৰ্ব্ব** বি. চাৰি বেদৰ শেষ বেদ one of the vedas, অতি বুঢ়া extremely old.

**অথল** বি. বেয়া ঠাই, অনুপযুক্ত স্থান bad place, unfit or unsafe place.

**অথাই** বিণ. দ, গভীৰ, deep.

**অথাই-সাগৰ** বি. আথাউনীয়া বা বৰ দ' সাগৰ very deep water. ঘোৰ বিপদ great misfortune.

**অথাউনি** বিণ. বৰ দ, ঢুকি নোপোৱা, গভীৰতা, beyond one's depth.

**অথান্তৰ** বি. জটিলতা, কিংকৰ্ত্তব্য বিমূঢ়তা, perplexity.

**অথালি-পথালি** বিণ. দীঘে পুতলে কেউপিনে যোৱা, যেনিয়ে পায় তেনিয়ে যোৱা running lengthwise or crosswise or confusedly বেমেজালি, বিশৃঙ্খলা irregular ক্রি. বিণ. **অথালি-পথালিকৈ**।

**অথিৰ** বিণ. চঞ্চল, অনিশ্চিত, অস্থিৰ unsteady, restless. অস্থায়ী transitory. **অথিৰ-অথিৰ** বিণ. অস্থিৰ, ব্যাকুল, শান্তি নোপোৱা unsteady, agitated, unquiet.

**অথেল'** বি. ছেক্সপীয়েৰৰ এখন নাটকৰ নাম।

**অদণ্ড্য, অদণ্ডনীয়** বিণ. দণ্ডৰ অযোগ্য, শাস্তি দিব নলগীয়া unpunishable.

**অদত্ত** কৃদ. বিণ. নিদিয়া, প্রকৃত ৰূপে দান নকৰা not formally given. (স্ত্রী) **অদত্তা** অবিবাহিতা বালিকা।

**অদমনীয়, অদম্য** বিণ. যাক দমাব নোৱাৰি indomitable.

**অদম্ভ** বিণ. অহঙ্কাৰ নাইবা গপ নথকা not proud.

**অদৰ্শন** বি. নেদেখা হোৱা, দৃষ্টিৰ অগোচৰ disappearance, state of being out of sight. বিণ. অদৃশ্য, নেদেখা invisible, out of sight.

**অদবিশন** অদৰ্শন শব্দৰ অপভ্ৰংশ।

**অদল-বদল** পৰিবৰ্ত্তন, সালসলনি exchange.

**অদাচিতে, অযাচিতে** ক্ৰি. বিণ. আপোন ইচ্ছাৰে, নোখোজা বা নিবিচৰাকৈ, আপত্তি নকৰাকৈ of one's own accord, without objection.

**অদাহ্য** বিণ. যাক পুৰি পেলাব নোৱাৰি, যাক পুৰি পেলোৱা অনুচিত that which cannot be burnt up, not fit to be burnt up.

**অদিতি** বি. দক্ষৰ জীয়েক, কাশ্যপৰ ভাৰ্য্যা আৰু দেৱতাবিলাকৰ মাক a daughter of Daksha, wife of Kasyapa and mother of the gods.

**অদূৰ** বিণ. ওচৰ, নিকট, সমীপে closely near.,

**অদূৰদৰ্শী** বিণ দকৈ ভাবি নোচোৱা, শেষত কি হব, সেই কথা যি নাভাবে short-sighted, অজ্ঞানী, অপণ্ডিত unwise, বি. **অদূৰদৰ্শিতা**।

**অদূৰবৰ্ত্তী** বিণ. ওচৰত থকা, নিকটবৰ্ত্তী।

**অদৃঢ়** বিণ. ঢিলা, হেলেকা not firm, slack.

**অদৃশ্য** বিণ. দৃষ্টিৰ বাহিৰ, যাক দেখিবলৈ পোৱা নেযায়,চকুৰে মণিব নোৱাৰা not visible, out of sight, **অদৃষ্ট** কৃদ. বিণ. যাক দেখা নাযায় unseen, কপাল, ভাগ্য fortune, fate. **অদৃষ্টপূৰ্ব্ব** আগেয়ে নেদেখা, আচৰিত not seen before, strange. **অদৃষ্টবাদী** যি কপালক বেছিকৈ মানে a fatalist.

**অদেখা** বিণ. নেদেখা, চকুত নপৰা unseen.

**অদেয়** বিণ. যাক দিব নোৱাৰি নাইবা দিয়া উচিত নহয় not fit to be given.

**অদেহী** বিণ. দেহ নাইকিয়া bodyless.

**অদ্বয়** বি.ব্ৰহ্ম, বিণ. দ্বয়শূন্য, অদ্বিতীয়, **অদ্বয়বাদী** একব্ৰহ্মবাদী।

**অদ্বিতীয়** বিণ. যাৰ দ্বিতীয় নাই, একমাত্ৰ, অতুল্য having no second, unrivalled.

**অদ্বৈত** বি. ব্ৰহ্ম, ঈশ্বৰ। বিণ. ভেদ-ভাব নথকা, এক ঈশ্বৰমনা। **অদ্বৈতবাদ** ব্ৰহ্মৰ বাহিৰে আন কোনো সত্তা নাই, এই দাৰ্শনিক মত। শঙ্কৰাচাৰ্য্য এই মতৰ প্ৰবৰ্ত্তক। জীৱাত্মা আৰু পৰমাত্মা নাইবা জীৱ

আৰু ব্রহ্ম অভিন্ন বা এক—এইমত। ব্রহ্ম সত্য জগৎ মিথ্যা, ব্রহ্মৰ বাহিৰে দ্বিতীয় একো নাই—বেদান্ত ভাষ্যকাৰ monism. **অদ্বৈতবাদী** উক্ত মতাবলম্বী।

**অদোষ** বি. দোষৰ অভাব। বিণ. নির্দ্দোষ free from faults or defects.

**অদ্ভুত** বিণ. আচৰিত, আগেয়ে নোহোৱা wonderful, unusual. বি. উৎপাত, স্বভাৱৰ বিপৰীত ঘটনা, আচৰিত কথা an unusual occurrence, pretending evil, anything strange, কাব্যৰ নব ৰসৰ এটা ৰস।

**অদ্য** অব্য. আজি, বর্ত্তমানদিনত today. **অদ্যাৱধি** আজিৰ পৰা, এতিয়াৰ পৰা from today, henceforth. **অদ্যাপি** আজিলৈকে, আজিও, এতিয়ালৈকে up to this day, even now.

**অদ্রি** বি. পর্ব্বত a mountain.

**অদ্রোহ** বি. অহিংসা, অন্যায় নকৰা কার্য্য absense of injury or enmity. বিণ. **অদ্রোহী**।

**অধঃ** তললৈ downwards. **অধঃপতন** নৈতিক অবনতি, তললৈ পতন। **অধঃপাত** অধঃপতন, অধোগতি, ৰসাতললৈ যোৱা, নষ্ট হোৱা act of falling down, downfall. **অধঃপতিত** তললৈ যোৱা, শ্রীবৃদ্ধি নোহোৱা fallen, degraded.

**অধম** বিণ. নীচ, পাষণ্ড, নিকৃষ্ট base, low, vile. বি. **অধমতা, অধমত্ব**।

**অধমর্ণ** বিণ. ধৰুৱা, যেয়ে ধাৰ কৰে debtor, one who borrows.

**অধৰ** বি. তলৰ ওঠ the lower lip.

**অধৰামৃত** অধৰসুধা।

**অধর্ম্ম** বি. অন্যায়, পাপ, কুকর্ম্ম, ধর্ম্মবিৰুদ্ধ injustice, sin, immorality, crime.

**অধর্ম্মী** বিণ. অধর্ম্মত চলা লোক, পাপী, অন্যায়কাৰী sinful man, injurer, vicious. (অপভ্রংশ) **অধৰম, অধৰমী**।

**অধস্তন** বিণ. অধস্থিত lower, situated beneath.

**অধস্থ** বিণ. অধীনত থকা, তলতীয়া, তলৰ খাপৰ inferior, lower in grade, subordinate.

**অধম্ভ** বিণ. সকলোতকৈ বেয়া, বৰ নীচ বা অধম, অতি নীচ, খেবেচ vile, mean, base. (অপভ্রংশ) **অধইচ**।

**অধাচাৰ** বি. অনাচাৰ, নিয়মনীতি লঙ্ঘন violation of moral or religious rules, অপব্যৱহাৰ misuse. বিণ. **অধাচাৰী**।

**অধি** আধিক্য, উপৰি, অধিকাৰ, আধিপত্য, অধীনতা ইত্যাদি বুজোৱা উপসর্গ।

**অধিক** বিণ. অনেক, সৰহ, ভালেমান large in quantity or number, many, much, অতিৰিক্ত excessive. ক্রি. বিণ. **অধিককৈ**। বি. **অধিকতা**, আধিক্য। **অধিকতম** সর্ব্বাপেক্ষা অধিক। **অধিকতৰ** অপেক্ষাকৃত অধিক। **অধিকাংশ** বেছিৰ ভাগ।

**অধিকৰণ** বি. ব্যাকৰণৰ এটা কাৰক locative case, বিচাৰৰ ঠাই, আদালত court of justice, দখল, আধিপত্য possession, supremacy, আধাৰ something which holds or contains some other thing.

**অধিকৰণিক** বি. বিচাৰপতি judge.

**অধিকৰ্ত্তা** বি. যাৰ অধিকাৰত কোনো চৰকাৰী বিভাগ থাকে director.

**অধিকাৰ** বি. শাসন, ৰাজত্ব, আধিপত্য control, supremacy, দখল, আক্রমণ, প্রভুত্ব স্থাপন কৰা possession, attack, পাৰ্গতালি, জ্ঞান proficiency, command, স্বত্ব, ক্ষমতা right, title. **সত্ৰাধিকাৰ** head of a religious institution. গুণ. বি. **অধিকাৰিতা, অধিকাৰিত্ব**। বিণ. **অধিকাৰী** অধিকাৰ বিশিষ্ট, স্বামী, মালিক, দখলকাৰী, অধ্যক্ষ, অভিজ্ঞ। (স্ত্রী) **অধিকাৰিণী**। কৃদ. বিণ. **অধিকৃত** যাক অধিকাৰ কৰা হৈছে, অধীনলৈ অনা, বিজিত subjugated. আয়ত্ত, শিক্ষা নাইবা অভিজ্ঞতাৰ দ্বাৰা লব্ধ। **অধিকৃতি** অধিকাৰ।

**অধিগত** বিণ. যিটো জনা বা পোৱা যায়, জ্ঞাত, প্রাপ্ত, শিক্ষাৰ দ্বাৰা লব্ধ learnt, mastered, acquired. **অধিগম্য** বিণ. জ্ঞানগম্য, প্রাপ্য attainable.

**অধিত্যকা** বিণ. পৰ্ব্বতৰ ওপৰত থকা বহল ওখ ভূমি table-land, plateau.

**অধিদেৱ, অধিদেৱতা, অধিদৈৱত্য** অন্তৰ্য্যামী পুৰুষ, অধিষ্ঠাত্রী দেৱতা।

**অধিনায়ক** পৰিচালক, অধ্যক্ষ।

**অধিপতি, অধিপ** বি. যাই গৰাকী, স্বামী, ৰজা master, chief-owner, ruler. গুণ. বি. **আধিপত্য**।

**অধিবাস** বি. কোনো শুভ কাৰ্য্যৰ আগদিনা গধূলি গন্ধ মাল্যাদিৰ দ্বাৰা কৰা কাৰ্য্য, আৰম্ভণ কাৰ্য্য preliminary ceremony before a solemn rite performed on the previous day. নিবাস, বসতি residence. বিণ. **অধিবাসী** বসতি কৰোঁতা, বাসিন্দা a resident, inhabitant.

**অধিবেশন** বি. সভা বা মেল বহা কাৰ্য্য act of the sitting, বৈঠক session. **অধিভূত** পঞ্চভূত থকা

দেহ। **অধিৰজ্জ** মানৱাত্মা human soul.

**অধিৰথ** বি. কৰ্ণক লালন-পালন কৰা এজন নীহকুলীয়া লোক।

**অধিৰাজ, অধিৰাজা** অধীশ্বৰ, প্ৰধান ৰজা, বহু ৰজাৰ ওপৰত ৰজা emperor.

**অধিৰোহণ** বি. ওপৰত উঠা কাৰ্য্য, আৰোহণ climbing up.

**অধিষ্ঠাতৃ, অধিষ্ঠাতা** বি. বাস কৰোঁতা a dweller. অধ্যক্ষ। (স্ত্ৰী) **অধিষ্ঠাত্ৰী**।

**অধিষ্ঠান** বি. নগৰ, ঠাই region, প্ৰভাৱ, প্ৰভুত্ব power, influence, আবিৰ্ভাৱ, অৱস্থিতি appearance, **অধিষ্ঠিত** বিণ. অৱস্থিত, থিতাপি হোৱা living, staying, ৰক্ষিত guarded.

**অধীত** বিণ. পঠিত read.

**অধীন** বি. তলতীয়া, আনৰ বশ হৈ থকা dependant, subordinate. তলতীয়া লোক a subordinate. গুণ. বি. **অধীনতা**। **অধীনে** তলে, তলতীয়া হৈ under, in subordination to.

**অধীৰ** বিণ. অস্থিৰ, ব্যাকুল anxious, agitated, বি. **অধীৰতা**।

**অধীশ, অধীশ্বৰ** বি. মহাৰাজা, সম্ৰাট emperor.

**অধুনা** অব্য. আজিকালি, বৰ্ত্তমান কালত now, at present.

**অধৈৰ্য্য** বিণ. ধৈৰ্য্যহীন, ব্যাকুল, অস্থিৰ impatient, agitated, ধৈৰ্য্যৰ অভাৱ, অস্থিৰতা impatience, anxiety.

**অধোগতি** বি. অৱনতি, তললৈ যোৱা ruin, downfall, নৰকলৈ গমন act of going to hell.

**অধোগামী** বিণ. তললৈ যোৱা, নৰকলৈ যোৱা degraded, going to hell. (স্ত্ৰী) **অধোগামিনী**।

**অধোনতি** বি. উন্নতিৰ অভাৱ, কৃতকাৰ্য্য নোহোৱা, অধোগতি unsuccessfulness, downfall. **অধোপতন** অধোগতি downfall.

**অধোভাগ** বি. তলৰ ভাগ, নামনি ভাগ lowest part.

**অধোমুখ** বিণ. তললৈ মুখ কৰা, লাজত তল মুখ কৰা looking down. (স্ত্ৰী) **অধোমুখী**। ক্ৰি. বিণ. **অধোমুখে**। **অধোলোক** বি. পাতাল, নৰক the nether world.

**অধোক্ষজ** বি. মহাদেৱৰ ভৰিৰ পৰা ওপজা বুলি বিষ্ণুৰ এই নাম ; যাক ভজিলে ইন্দ্ৰিয়জ সুখৰ প্ৰতি অনাদৰ হয় ; বিষ্ণু, কৃষ্ণ।

**অধ্যয়ন** বি. পঢ়ন, পাঠ কৰণ study, act of learning.

**অধ্যৱসায়** বি. নেৰানেপেৰা পৰিশ্ৰম, নিৰন্তৰ চেষ্টা perseverance. বিণ. **অধ্যৱসায়ী**।

**অধ্যক্ষ** বি. নেতা, গৰাকী, তত্ত্বা-,

বধায়ক, পৰিচালক leader manager. গুণ. বি. **অধ্যক্ষতা**।

**অধ্যাত্ম** বিণ. যি আত্মাক বিয়পি থাকে, পৰমাত্মা সম্পৰ্কীয়, শৰীৰ বা চিত্ত সম্পৰ্কীয় concerning the supreme spirit, body or mind. বি. পৰমাত্মা the supreme spirit. **অধ্যাত্ম-জ্ঞান, অধ্যাত্ম-তত্ত্ব, অধ্যাত্ম বিদ্যা** বি. পৰমাত্মা বিষয়ক জ্ঞান, উপনিষদৰ জ্ঞান, প্ৰেততত্ত্ব।

**অধ্যাপক** বি. পঢ়াওঁতা, শিক্ষক teacher, professor. (স্ত্ৰী) **অধ্যাপিকা, অধ্যাপন, অধ্যাপনা** বি. পঢ়োৱা কাৰ্য্য, পৰক শিকোৱা কাৰ্য্য act of teaching.

**অধ্যাপয়িতা** অধ্যাপক। (স্ত্ৰী.) **অধ্যাপয়িত্ৰী**।

**অধ্যায়** বি. পুথিৰ এভাগ, আধ্যা, পৰিচ্ছেদ, পৰ্ব্ব chapter, section.

**অধ্যাৰোপ** বি. এটা বস্তুত আন এটা বস্তুৰ কল্পনা কৰা act of attributing falsely or through mistake.

**অধ্যাসীন** বিণ. বহি থকা, উপবিষ্ট seated.

**অধ্যাহাৰ** বি. ব্যাকৰণৰ নিয়মমতে লুকাই থকা কথা পূৰাই লোৱা, উদ্ধাৰ new supposition.

**অধ্যুষিত** উপনিবিষ্ট, যি ঠাইত বাস কৰা হয়।

**অধ্ৰুব** বিণ. যি সত্য নহয়, ধ্ৰুৱৰ দৰে অবিচল নহয়, untruth, fickle.

**অনগ্ৰসৰ** বিণ. আগত নোযোৱা, আগেয়ে যাব নোৱৰা not going before, not advancing.

**অনঘ** বিণ. নিষ্পাপ, নিৰ্দ্দোষ, পবিত্ৰ sinless, pure, শিৱ, বিষ্ণু।

**অনঙ্গ** বি. কন্দৰ্প, কামদেৱ cupid, আকাশ, মন, বতাহ sky, mind, air, কামভাব, দেহ নথকা bodyless.

**অনতিদীৰ্ঘ** বিণ. বি, অতি দীঘলীয়া নহয় not very long.

**অনধিকাৰ** বি, স্বত্ব বা ক্ষমতা নথকা, যোগ্যতাৰ অভাৱ absence of right, power or fitness.

**অনধিকাৰ-চৰ্চ্চা** যাৰ যি বিষয়ত অধিকাৰ বা যোগ্যতা নাই, তাৰ সেই বিষয়ে হাত দিয়া বা সেই বিষয়ে আলোচনা কৰা কাৰ্য্য। বিণ. **অনধিকাৰী** স্বত্ব, ক্ষমতা বা যোগ্যতা নথকা। কৃদ. বিণ. **অনধিকৃত**।

**অনধিগম্য** বিণ. জ্ঞান অগম্য, জ্ঞানে চুকি নোপোৱা not obtained, acquired or studied.

**অননুকৰণ** বি. অনুকৰণ কৰিব নোৱাৰা কাৰ্য্য।

**অননুকৰণীয়** বিণ. অনুকৰণ কৰিব নোৱাৰা unimitable.

**অননুমেয়** বিণ. সহজে অনুমান কৰিব নোৱাৰা unable to guess.

**অনন্ত** বি. অশেষ অন্ত নথকা

having no end or limit, অসীম infinite. বি. সর্পৰাজ, এহেজাৰ ফণা থকা এটা বৃহৎ সাপ, বিষ্ণু, কৃষ্ণ, আকাশ, অক্ষয়।

**অনন্ত কন্দলী** বি. বৈষ্ণৱ যুগৰ এজন অসমীয়া কবি।

**অনন্তৰ** বি. ওচৰ proximity. অব্য. তাৰ পাছত, পাছত next, after. **অনন্তৰে** ক্রি. বিণ. পাছত, ইয়াৰ পাছত after this.

**অনন্য** অন্যৰ সৈতে সম্বন্ধ বৰ্জ্জিত। বি. অইন নহয়, যাৰ অন্য কোনো নাই, একক, অভিন্ন। স্ত্রী, **অনন্যা**।

**অনন্যকৰ্ম্মা** একমাত্র কৰ্ম্মতেই ৰত।

**অনন্যগতি** বিণ. যাৰ অন্য গতি নাই, নিৰুপায়, নিৰাশ্রয় helpless.

**অনন্যমন** বি. একাগ্রমন, একে কথাতে লগোৱা চিত্ত devoted to one thing only. ক্রি. বিণ. **অনন্যমনে**। **অনন্যমনা** একাগ্রচিত্ত (লোক)।

**অনন্যসাধাৰণ, অনন্যসুলভ** যি অন্য ব্যক্তিত নাই, অসাধাৰণ।

**অনন্যোপায়** যাৰ অন্য উপায় নাই।

**অনপত্যতা** বি. সন্তানাভাব childlessness.

**অনপৰাধ** বি. অদোষ, নির্দোষ innocence.

**অনপু-অৰপু** বি. দুষ্প্রাপ্য দুৰ্লভ বস্তু rare and excellent things.

**অনপেক্ষ** বিণ. নিৰপেক্ষ, আনলৈ অপেক্ষা নকৰা not depending on others. বি. **অনপেক্ষতা**।

**অনপেক্ষিত** যাৰ ওপৰত নির্ভৰ কৰা নহয়, অপ্রত্যাশিত।

**অনবদ্য** বিণ. অনিন্দনীয় beautiful, faultless.

**অনবধান** বি. অমনোযোগ, অযত্ন inattention. **অনবধানতা** বি. অমনোযোগিতা, উপেক্ষা, অসাৱধানতা carelessness.

**অনবকাশ** বি. অনবসৰ absence of room or scope.

**অনবগত** বিণ. অজ্ঞাত unknown.

**অনৱগুণ্ঠিতা** বিণ. স্ত্রী. ওৰণি নথকা, অনাবৃতা uncovered.

**অনৱচ্ছিন্ন** বিণ. কোনো বস্তু নুবুজোৱা অনবৰত ceaseless, বেলেগ নকৰা, অভিন্ন not separated or cut, একেৰাহে, একেলানীয়ে continuous.

**অনবৰত** বিণ. ছেদ ভেদ নথকা, সদায় হৈ থকা। ক্রি. বিণ. নেৰানেপেৰাকৈ, সদায় ceaselessly

**অনবহিত** অমনোযোগী, অসাৱধান।

**অনভিজ্ঞ** বিণ. নজনা, বহুদর্শিতা নথকা ignorant, inexperienced.

**অনভিপ্রেত** বিণ. সম্মতি বা ইচ্ছা নথকা, অপ্রিয়, অমনোনীত not desired.

**অনভ্যস্ত** বিণ. অভ্যাস নোহোৱা not habituated.

**অনর্গল** বিণ. বাধা নথকা, অবাধ,

অপ্ৰতিবন্ধক, সৰ্‌সৰীয়া, খকজা নলগা unobstructed, fluent. ক্রি. বিণ. অনৰ্গলৰূপে।

**অনৰ্থ** বিণ. অশুভ, অনিষ্ট, উৎপাত mishap, injury, mischief, অনিষ্টকাৰী বস্তু injurious thing, বেয়া বা বিপৰীত অৰ্থ wrong or contrary meaning. ক্রি. বিণ. **অনৰ্থক** অবাবত, অকাৰণত, মিছাতে without any cause, purpose or gain. বিণ. অকাৰণ, নিষ্ফল, অৰ্থ-নথকা groundless, meaningless **অনৰ্থকৰ, অনৰ্থকাৰী** বিণ.

**অনৰ্হ** বিণ. অযোগ্য, অপূজ্য not fit, not fit for worship.

**অনল** বি. জুই, অগ্নি fire, উৎকট-শক্তি, ভাব বা বাঞ্ছা violent energy, burning emotion or desire.

**অনশন** বি. উপবাস, লঘোন fast.

**অনশ্বৰ** বিণ. যাৰনাশ নাই,চিৰস্থায়ী, অক্ষয় imperishable.

**অনসূয়া** বি. পৰৰ দোষ দেখি বিদ্ৰূপ নকৰা, গুণীৰ গুণ নিন্দা নকৰা, ঈৰ্ষা শূন্যতা absence of ill-feeling, malice or envy, শকুন্তলাৰ এজনী সখীৰ নাম।

**অনক্ষৰ** বিণ. নিৰক্ষৰ,আখৰ নিচিনা, মূৰ্খ unlettered, ignorant.

**অনা** স. ধা. আনৰ হতুৱাই দূৰৰ পৰা ওচৰ চপোৱা to cause to be brought. বিণ. **অনোৱা**।

**অনা** অভাৱ নাইবা নথকা বুজোৱা উপসৰ্গ, নোহোৱা বুজোৱা যেনে—অনাবৃষ্টি, অনা অসমীয়া।

**অনা** বি. ছৰতীয়া, চাৰি পইচাৰ মূল্য বা ওজন an anna, four pice.

**অনা-অনি** বি. অৰিয়া অৰি, কাকো চাটু নকৰা ভাব rivalry.

**অনাই** সক. ধা. কাণ পাতি শুনি, কাণ কৰি listening.

**অনাই-বনাই** ক্রি. বিণ. ঘূৰি-পকি, অকাই পকাই, কাম কাজ নোহোৱাকৈ এনেই ঘূৰি ফুৰি roaming about without any object or carelessly.

**অনাকটা** বিণ. নকটাকৈ তাঁতৰ পৰা উলিওৱা কাপোৰ।

**অনাগত** বিণ. অনুপস্থিত, ভবিষ্যত, ভাবী not come or arrived, future, unknown. **অনাগত বিধাতা** যি ভবিষ্যতৰ কাৰণে ব্যৱস্থা কৰে নাইবা সাজু থাকে।

**অনাঘ্ৰাত** বিণ. যাৰ গোন্ধ লোৱা হোৱা নাই, অনুপভুক্ত not smelt.

**অনাচাৰ** বি. বেয়া আচৰণ, কুব্যৱহাৰ, নিয়ম নীতি নমনা কাৰ্য্য improper conduct, violation of moral or religious rules.

**অনাচাৰী** বিণ. দুৰাচাৰী, আচাৰভ্ৰষ্ট লোক immoral person.

**অনাজালে** ক্রি. বিণ. জুইৰ তাপ

নোহোৱাকৈ, জাল নপৰাকৈ without being heated by fire, without a net.

**অনাটন** বি. অভাৱ, নাটনি want, deficiency.

**অনাথ** বিণ. আশ্ৰয়হীন, ৰখীয়া নথকা having no protector, helpless. বি. নিৰাশ্ৰয় লোক one having no protector. (স্ত্ৰী) **অনাথিনী, অনাথা**।

**অনাথিত** বিণ, নিৰাশ্ৰয় helpless.

**অনাদৰ** বি. আওহেলা, অযত্ন, মৰম নকৰা, তাচ্ছিল্য want of proper care or affection.

**অনাদৰী** বি. শিৱসিংহ ৰজাৰ পত্নী।

**অনাদায়** আদায়ৰ অভাৱ, অপ্ৰাপ্তি।

**অনাদি** বিণ. আদি নথকা having no beginning. বি. পৰমেশ্বৰ, god, অসীম infinite.

**অনাদিপাতন** বি. সৃষ্টিৰ বিৱৰণ শঙ্কৰদেৱে ৰচা এখন পুথিৰ নাম।

**অনাদৃত** কৃদ. বিণ. আদৰ নোপোৱা disrespected. স্ত্ৰী **অনাদৃতা**।

**অনাদোষ** বি. দোষ নথকা innocence.

**অনা-নিয়া** বি. অনা আৰু নিয়া কাৰ্য্য act of taking away and bringing back.

**অনাবাতে** বি. বতাহ নোহোৱাকৈ, without wind.

**অনাবিল** বিণ. পবিত্ৰ, পৰিষ্কাৰ, স্বচ্ছ, অকলুষিত pure, clear.

**অনাবিষ্কৃত** কৃদ. বিণ. অপ্ৰকাশিত undiscovered.

**অনাবৃত** কৃদ. বিণ. ঢাকি নোথোৱা uncovered.

**অনাবৃষ্টি** বি. বৰষুণৰ অভাৱ, খৰ want of rain, drought.

**অনাভুৱা** বিণ. নিচিনা-নজনা, আচহুৱা unfamiliar, unacquainted.

**অনাময়** বি. ৰোগাভাৱ, আৰোগ্য বিণ. নীৰোগ, সুস্থ free from disease, healthy.

**অনামিকা** বি. কেঞা আঙুলিৰ ওচৰৰ আঙুলি the ring finger.

**অনামেঘে** বি. মেঘ নোহোৱাকৈ, without cloud.

**অনায়ক** বি. গৰাকীত বাজে আন মানুহ, গৰাকী নথকা person other than the leader, having no leader.

**অনায়াস** বিণ. যত্নহীন absence of difficulty or exertion.

**অনায়াসলব্ধ** সহজে পোৱা got easily.

**অনায়াসসাধ্য** সহজসাধ্য, সহজে কৰিব পৰা done easily.

**অনায়াসে** ক্ৰি. বিণ. যত্ন নকৰাকৈ সুগমে easily.

**অনাৰ্য্য** বি. আৰ্য্য জাতিৰ বাহিৰৰ লোক a non-Aryan, অভদ্ৰ uncivilised.

**অনাৱশ্যক** বি. অপ্ৰয়োজন, অদৰ

কাৰ, নলগা absence of necessity, বিণ. **অনাৱশ্যকীয়**।

**অনাশ্ৰয়** বি. সহায় নাইবা ৰক্ষক নথকা অৱস্থা want of support or refuge. কৃদ. বিণ. **অনাশ্ৰিত** আশ্ৰয় নথকা, বিনাশ্ৰয় unprotected.

**অনাসক্ত** বিণ. নিৰ্লিপ্ত, অনুৰাগ নথকা free from attachment. বি. **অনাসক্তি**।

**অনাস্থা** বি. অভক্তি, অবিশ্বাসী, অশ্ৰদ্ধা want of regard, faith or attention.

**অনাহক** বি. অবাব, অদৰকাৰ want of necessity. বিণ. বৃথা fruitless. ক্ৰি. বিণ. **অনাহকত**।

**অনাহত** বিণ. আঘাত নোপোৱা, বাধা নোপোৱা, অক্ষত unbeaten, unwounded, in tact.

**অনাহাৰ** বি. উপবাস, লঘোন fast. বিণ. **অনাহাৰী** লঘোনীয়া fasting. ক্ৰি. বিণ. **অনাহাৰে**।

**অনাহূত** বিণ. নামাতা, অনিমন্ত্ৰিত uncalled, uninvited.

**অনিচ্ছা** বি. ইচ্ছাৰ অভাৱ, অৰুচি unwillingness, dislike. বিণ. **অনিচ্ছুক** বাঞ্ছা নকৰা unwilling.

**অনিত্য** বিণ. অস্থায়ী, খন্তেকীয়া transitory, not lasting. বি. **অনিত্যতা**।

**অনিদ্ৰা** বি. টোপনি নহা নাইবা জাগি থকা অৱস্থা want or absence of sleep. বিণ. **অনিদ্ৰিত**।

**অনিন্দনীয়, অনিন্দ্য** বিণ. যাক নিন্দা কৰিব নোৱাৰি, প্ৰশংসাৰ যোগ্য unblamable, praiseworthy.

**অনিন্দিত** বিণ. দুৰ্নাম নোপোৱা, তিৰস্কৃত নোহোৱা not reproached or censured.

**অনিবাৰ্য্য** বিণ. নিবাৰণ কৰিব নোৱাৰা, বাধিব নোৱাৰা, অদম্য irresistible, inevitable.

**অনিমিষ, অনিমেষ** বিণ. চকুৰ পচাৰ নপৰা unblinking.

**অনিয়ত** বিণ. অনিশ্চিত, অস্থিৰ uncertain, not firm.

**অনিয়ন্ত্ৰিত** বিণ. উচ্ছৃঙ্খল, অনিৰ্দ্দিষ্ট indisciplined.

**অনিয়ম** বি. অবিধি, বিশৃঙ্খলা, নীতিৰ বিপৰীত want of rule or order, irregularity. বি. **অনিয়মিত** অসংযত, অনিৰ্দ্দিষ্ট। ক্ৰি. বিণ. **অনিয়মে, অনিয়মকৈ**।

**অনিয়া-অনি** বি. প্ৰতিদ্বন্দ্বিতা, আনতকৈ ভাল হবৰ চেষ্টা emulation, rivalry.

**অনিৰ্দ্দিষ্ট** বিণ. ঠিক নকৰা বা নথকা, অনিশ্চিত undetermined.

**অনিৰ্ব্বচনীয়** বিণ. বৰ্ণনাৰ অসাধ্য, বৰ্ণনাৰ অতীত indescribable, unspeakable.

**অনিৰ্ব্বন্ধ** বিণ. নীতি বা সমাজৰ নিয়মৰ বিৰুদ্ধ আচৰণ, অনিয়ম

**অমিততেজা** বিণ. অসীম ক্ষমতাশালী most powerful.

**অমিতবীৰ্য্য** বিণ. অসীম শক্তিমান।

**অমিত ভাষণ** বি. বাহুল্য পূৰ্ণ উক্তি।

**অমিতা** বি. মধুফল, অমৃতা।

**অমিতাভ** বি. অসীম তেজময়, বুদ্ধদেৱৰ এটা নাম।

**অমিত্ৰ** বিণ. শত্ৰু enemy, শেষৰ আখৰে আখৰে নিমিলা (পদ্য)। **অমিত্ৰাক্ষৰ ছন্দ** বি. যি ছন্দ বা পদ্যত শেষৰ আখৰৰ মিল নাই blank verse.

**অমিয়** (অমৃত শব্দৰ প্ৰাকৃত উচ্চাৰণ) বি. অমৃত। বিণ. মধুময়।

**অমিয়া** বি. অমৃত nectar. বিণ. অমৃততুল্য very sweet.

**অমিল** বিণ. মতৰ একতা নথকা differing (in opinion), মিল নথকা hostile, একে নোহোৱা dissimilar.

**অমিশ্ৰ** বিণ. আচল, খাঁটি, বিশুদ্ধ unmixed, genuine, ভগ্নাংশ মিহলি নথকা (অঙ্ক) simple arithmetic. **অমিশ্ৰিত** বিণ. বিশুদ্ধ, সানমিহলি নোহোৱা pure, unmixed.

**অমুক, অমুকা** সৰ্ব্ব. অজ্ঞাতনামা বস্তু বা মানুহ such and such person or thing, অহঙ্কাৰী ভাৱত নিজৰ কথা কওঁতে ব্যৱহাৰ কৰা শব্দ (অমুকা কোন এতিয়াই চিনি পাবি)। স্ত্ৰী. **অমুকী**।

**অমুক্ত** বিণ. মুক্ত নোহোৱা, মুকলি নোহোৱা not liberated, confined.

**অমুত্ৰ** পৰলোক, পৰত্ৰ।

**অমুৰি** বি. আমনি, উন্তুৱালি annoyance, vexation.

**অমূৰ্ত্ত** বিণ. মূৰ্ত্তিহীন, নিৰাকাৰ shapeless.

**অমূৰ্ত্তক** বিণ. উগ্ৰ, প্ৰবল, ভয়ানক violent, fierce.

**অমূৰ্ত্তক জ্বৰ** বি. প্ৰবল জ্বৰ, very high fever.

**অমূলক** বিণ. মূল নথকা, ভিত্তিহীন baseless, groundless, অসত্য, কাল্পনিক untrue, imaginary, অদৰকাৰী useless.

**অমূল্য** বিণ. যাৰ উচিত মূল্য দিব পৰা নেযায়, যাক বেচ দিও পোৱা নাযায়, অতি উত্তম priceless, invaluable, excellent.

**অমৃত** বি. সুধা, দেৱতাৰ পানীয়, যাক খালে মৰণ নহয় nectar, বৰ সোৱাদ বস্তু very sweet thing, স্বৰ্গ, মুক্তি, ব্ৰহ্মোপলব্ধি। **অমৃতৰ পুত্ৰ** বি. মানুহ, ভগবানৰ পুত্ৰ man, son of God. **অমৃত প্ৰভা** বি. প্ৰাচীন কামৰূপৰ ৰাজ্যৰ ৰাজকন্যা, কাশ্মীৰৰ ৰজালৈ বিয়া দিয়া হৈছিল। **অমৃতবৰ্ষী** বিণ. অমৃত বৰষা showering nectar, বৰ মিঠা বা সোৱাদ very sweet and pleasant. **অমৃত যোগ** বি. যোগ

বিশেষ, শুভলগ্ন a happy combination of the stars with certain days an auspicious combination of heavenly bodies with certain days of the week. **অমৃতস্রবা, স্রবিনী** বিণ. য'ৰ পৰা অমৃত ওলায়, flow of nectar.

**অমৃতা** বি. এবিধ ফল (অমিতা) a kind of fruit.

**অমৃতি** বি. এবিধ দীঘল গলৰ লোটা a kind of waterpot with long neck.

**অমৃতী** বি. য'ত অমৃত আছে, মিঠাই বিশেষ।

**অমেধ্য** বিণ. অপবিত্র impure. বি. অপবিত্র বস্তু impure thing.

**অমোঘ** বিণ. অব্যৰ্থ, নিষ্ফল নোহোৱা effective, গুৰুতৰ, ঘোৰ excessive. বি. বিষ্ণু। স্ত্রী. **অমোঘা**।

**অমোঘা** বি. শক্তি বিশেষ, শান্তনু ঋষিৰ পত্নী, নদী বিশেষ, ব্ৰহ্মপুত্ৰনদৰ জননী।

**অমোল** বিণ. অমূল্য, অতি উত্তম excellent.

**অম্বৰ** বি. আকাশ sky, কাপোৰ cloth, শূন্য।

**অম্বৰীষ** বি. সূৰ্য্যবংশীয় ৰজা, এজন ঋষি, অন্তৰীক্ষ, আকাশ।

**অম্বল** বি. টেঙাৰ আঞ্জা, sourness.

**অম্বা** বি. আই, মাতা, জননী mother, দুৰ্গাৰ এটা নাম, কাশী ৰজাৰ তিনিজনী কন্যাৰ ডাঙৰ জনীৰ নাম।

**অম্বালিকা** বি. দুৰ্গাৰ এটা নাম, কাশী ৰজাৰ সৰুজনী জীয়েকৰ নাম, এওঁ পাণ্ডুৰ মাক।

**অম্বিকা** বি. দুৰ্গাৰ এটা নাম, কাশী-ৰজাৰ মাজুজনী জীয়েকৰ নাম, এওঁ ধৃতৰাষ্ট্ৰৰ মাক। **অম্বিকানন্দন** ধৃতৰাষ্ট্ৰ, কাৰ্ত্তিক, গণেশ। **অম্বিকেয়** বি. গণেশ, কাৰ্ত্তিক, ধৃতৰাষ্ট্ৰ।

**অম্বু** বি. পানী water. **অম্বুজ** পদুম lotus, শঙ্খ conch. **অম্বুদ** মেঘ, ডাৱৰ cloud. **অম্বুধি** সাগৰ the ocean, **অম্বুনিধি** বি. সাগৰ। **অম্বুবাচি—চী** বি. আমতি, জেঠৰ সংক্ৰান্তিৰ পিছত যি সময়ত সূৰ্য্য মিথুন ৰাশিলৈ গমন কৰি আৰ্দ্ৰা নক্ষত্ৰৰ প্ৰথমপাদ ভোগ কৰে, সেই সময়কে অম্বুবাচি বোলে।

**অম্ভঃ** পানী। **অম্ভোজ** জলজ, পদুম, চন্দ্ৰ। **অম্ভোজা** লক্ষ্মী।

**অম্ভৃণ** বি. এজন ঋষিৰ নাম name of a sage.

**অম্ল** বি. টেঙা acid. **অম্লজান** অম্লজান বায়ু। **অম্লপিত্ত** টেঙা উগাৰ অহা এবিধ পিত্তৰোগ acidity.

**অম্লান** বি. নিৰ্ম্মল, বিবৰ্ণ নোহোৱা clean, প্ৰফুল্ল cheerful.

**অযত্ন, অযতন** বি. চেষ্টা বা যত্নৰ অভাৱ inaction, want of

exertion, অনাদৰ neglect. ক্রি. বিণ. **অযত্নে, অযত্নে।** **অযত্নকৃত** বিনা কষ্টে সম্পাদিত।

**অযথা** বিণ. অসত্য, অযোগ্য, অনুপযুক্ত false, unbecoming, অনাৱশ্যক needless. ক্রি. বিণ. **অযথাৰূপে।**

**অযথাৰ্থ** বিণ. অসত্য, মিছা, অন্যায় unjust.

**অয়ন** বি. সূৰ্য্যৰ গতি, ক্রান্তি, পথ, আশ্রয়, বছৰৰ সমষ্টি, যুগ, ( সূৰ্য্যৰ উত্তৰায়ণ, দক্ষিণায়ন )।

**অয়নমণ্ডল** বি. ৰাশিচক্র, ৰাশিচক্রৰ মাজত সূৰ্য্যৰ গতিপথ the ecliptic.

**অয়নান্ত** সূৰ্য্যৰ উত্তৰ বা দক্ষিণ গতিৰ শেষ সীমা, ক্রান্তি solstice.

**অয়নাংশ** অয়নান্ত বৃত্তাংশ। সূৰ্য্যৰ ভ্রমণ পথৰ পৰিমাণ। **উত্তৰায়ণ-বৃত্ত** কৰ্কটক্রান্তি। **দক্ষিণায়ন-বৃত্ত** মকৰক্রান্তি।

**অয়স্কান্ত** বি. চুম্বক লো, লো আকৰ্ষক মণি a magnet, a loadstone.

**অযশ** বি. অখ্যাতি, অপযশ bad reputation, ill fame.

**অযাচিত** বিণ. এনেই পোৱা, নোখোজা unasked for. ক্রি. বিণ. **অযাচিতে।**

**অযাত্ৰীয়া** বিণ. যাত্ৰাভঙ্গ কৰা, অমঙ্গলীয়া inauspicious.

**অযাত্ৰা** বি. বেয়া বা অমঙ্গলীয়া যাত্ৰা an inauspicious day or moment for journey.

**অযুক্ত** বিণ. যুক্ত নথকা, লগ নলগা not joined, divided. বি. **অযুক্তি** বেয়া যুক্তি bad argument, বেয়া পৰামৰ্শ evil counsel, অনুপযোগিতা অন্যায় বা অনুচিত কাৰ্য্য want of conformity.

**অযুক্ত** বিণ. অন্যায়, অনুচিত improper, unreasonable. বি. **অযুক্তি।**

**অযুগ্ম** বি. বিযুৰীয়া, অকলশৰীয়া, অকল not in pairs, single, ১, ৩, ৫, অযুগ্ম সংখ্যা।

**অযুত** বি. দহ হেজাৰ ten thousand.

**অয়ি** সম্বোধনবাচক অব্যয়।

**অয়ে** সম্বোধনবাচক অব্যয়, হেৰা, পশ্চাত অই, অঞি।

**অযোগ** বি. একেলগ হৈ নথকা অৱস্থা absence of junction, অশুভযোগ an evil combination.

**অযোগবাহ** বি. অনুস্বাৰ, বিসৰ্গ, চন্দ্রবিন্দু। যিবোৰ বৰ্ণ আইন বৰ্ণৰ লগত যুক্ত নহৈ নাথাকে নাইবা উচ্চাৰিত নহয়।

**অযোগ্য** বিণ. অনুচিত, অনুপযুক্ত, অপাত্ৰ unworthy, unfit, undeserving. বি. **অযোগ্যতা।**

**অযোধ্যা** বি. সৰযূ নদীৰ পাৰত থকা সূর্য্যবংশীয় ৰজা সকলৰ ৰাজধানী।

**অযোনি** বিণ. যোনিৰ পৰা উৎপত্তি নোহোৱা not born. **অযোনিজ** অগর্ভজ, পৰমেশ ব্ৰহ্মা। **অযোনি-সম্ভৱা** বি. স্ত্ৰী. মানুহ বা জন্তুৰ যোনিৰ পৰা জন্ম নোহোৱা not born from the womb of a female, সীতা, দ্ৰৌপদী, ৰাধা। পুং **অযোনি-সম্ভৱ**।

**অযোনিসম্ভূত** যোনিৰ পৰা নোপোৰ্জা, ধৃষ্টদ্যুম্ন, অগস্ত্য, দ্ৰোণ।

**অযৌক্তিক** বিণ. যুক্তিসম্মত নহয়, যুক্তিবিৰুদ্ধ unreasonable. **অযৌক্তিকতা** বি. যুক্তিবিৰুদ্ধতা অন্যায়।

**অৰখীয়া** বিণ. ৰখীয়া নথকা having nobody to look after.

**অ'ৰ ত'ৰ** বিণ. ইঠাইৰ সিঠাইৰ।

**অৰণি** বি. ঘঁহিলে জুই উঠা কাঠ the fire producing wooden stick.

**অৰণ্য** বি. হাবি, বননি jungle, forest.

**অৰণ্যৰোদন** বি. কোনেও নুশুনা কান্দোন a cry in the wilderness, বৃথা কথা, কোনেও মন নকৰা কথা a vain or useless speech, a cry with no one to heed it, বৃথা কাৰ্য্য anything done to no purpose. **অৰণ্যবাসী** অৰণ্যত বাসকাৰী, সন্ন্যাসী living in a forest, an anchorite.

**অৰতি** বি. অৰুচি, অশ্ৰদ্ধা, ৰাগ নথকা dislike, disregard.

**অৰত্নি** বি. এহাত, কিলাকুটিৰ পৰা কেঞা আঙুলিৰ মূৰ পর্য্যন্ত a cubit of the middle length from elbow to the tip of the little finger.

**অৰবিন্দ** বি. পদুম, নীল বা ৰঙা পদুম blue or red lotus. **অৰবিন্দ-লোচন** পদুমৰ নিচিনা চকু যাৰ, বিষ্ণু।

**অৰসিক** বিণ. ৰসবোধ নথকা devoid of fine feeling.

**অৰক্ষক** বিণ. ৰখীয়া নথকা having no keeper or protector. বি. **অৰক্ষা** ৰক্ষাৰ অভাৱ। কৃদ. বিণ. **অৰক্ষিত** ৰক্ষিত নোহোৱা, তত্ত্বাৱধান লওঁতা নথকা unprotected, not looked after. স্ত্ৰী. **অৰক্ষিতা**।

**অৰক্ষণীয়**, **অৰক্ষ্য** বিণ. যাক ৰাখিব নোৱাৰি। স্ত্ৰী. **অৰক্ষণীয়া**, **অৰক্ষ্যা** যাক বিয়া নিদিয়াকৈ ৰাখিব নোৱাৰি বা ৰখা অনুচিত, ৰাখিব নোৱাৰা।

**অৰা** বি. দূৰ, নিলগ, মূৰ distance, extremity.

**অৰাজক** বিণ. ৰজা নথকা without a king or ruler, ভাল শাসন নথকা without good govern-

ment, anarchical. বি. **অৰাজকতা** ৰজা নথকা অৱস্থা, ৰাজ্যৰ নানা গোলমালৰ সময়। **অৰাজ, অৰাজ্য** মানুহৰ বসতি নোহোৱা ঠাই, হাবি wilderness, ৰজা নথকা অৱস্থা anarchy.

**অৰাতি** বি. শত্ৰু, অৰি an enemy. **অৰাতিসূদন** শত্ৰু বিনাশকাৰী।

**অৰি** বি. শত্ৰু, enemy, বিপক্ষ, বিৰোধী লোক antagonist. **অৰিমৰ্দ্দন** বি. শত্ৰু মৰ্দ্দন বা নাশ কৰোঁতা destroyer of enemy. **অৰিন্দম** শত্ৰুদমনকাৰী, জয়ী victorious.

**অৰিয়া** অৰি আনতকৈ নিজে ভাল হবৰ চেষ্টা, প্ৰতিদ্বন্দ্বিতা rivalry, এটাই আন এটাৰ লগত আৰি মৰা কাৰ্য্য act of betting with one another.

**অৰিষ্ট** বি. ৰিষ্ট বা অমঙ্গল নথকা absence of misfortune, সেই নামে এটা অসুৰ ( আয়ুৰ্ব্বেদ ) ৰস, আসব। **অৰিষ্টসূদন** বি. শ্ৰীকৃষ্ণ, বিষ্ণু।

**অৰিহণা** বি. কোনো ধৰ্ম্মকাৰ্য্যৰ অন্তত সেই কাৰ্য্য সম্পূৰ্ণ হবৰ নিমিত্তে দান কৰা ধন আদি, দক্ষিণা offering at the end of a religious ceremony, পূজা, সম্মান, worship, adoration, honour.

**অৰীতি** বি. অনিয়ম, অনাচাৰ absence or violation of rules, শাস্ত্ৰ বিৰুদ্ধ আচাৰ। বিণ. **অৰীতিয়া**।

**অৰুচি** বি. অনিচ্ছা, খাবলৈ মন নোযোৱা disinclination, dislike for food. বিণ. **অৰুচিকৰ** ভাল নলগা।

**অৰুণ** বি. বেলি, সূৰ্য্য the sun, এটা কল্পিত চৰাই, সি কাশ্যপৰ পুতেক, গৰুড়ৰ ককায়েক আৰু সূৰ্য্যৰ সাৰথি বুলি পুৰাণত লিখা আছে fabulous bird of the Hindu mythology, পুৱা আৰু সন্ধ্যাৰ সময়ত মেঘে ধৰা বৰণ reddish purple. **অৰুণিমা** ৰক্তিমা।

**অৰুণোদয়** বি. সূৰ্য্যৰ উদয়, বেলি-ওলোৱা sunrise, দোক-মোকালি, মিছনাৰী পাদুৰী চাহাবসকলে শিৱসাগৰত উলিওৱা প্ৰথম অসমীয়া বাতৰি কাকত।

**অৰুন্তুদ** বিণ. মৰ্ম্মভেদী, অতিশয় পীড়াদায়ক, মৰ্ম্মান্তিক।

**অৰুন্ধতী** বি. সাতোটা তৰাযুক্ত এটা মণ্ডলৰ ভিতৰত থকা এটা তৰাৰ নাম, কৰ্দ্দম ঋষিৰ জীয়েক আৰু বশিষ্ঠৰ ভাৰ্য্যা wife of the sage Vasistha.

**অৰূপ** বিণ. যাৰ ৰূপনাই formless.

**অৰে** অব্য. খং বা নিন্দা কৰি মানুহক মতা মাত, হেৰ a particle used in addressing a person ex-

pressing anger or dis approval.

**অৰোগী** বিণ. ৰোগ নথকা, নিৰোগী, সুস্থ healthy, free from disease. বি. নিৰোগী লোক healthy person. বি. **অৰোগিতা** নিৰোগী অৱস্থা। স্ত্ৰী. **অৰোগিনী**।

**অৰ্ক** বি. সূৰ্য্য the sun, আকনৰ গছ calotropisgigantea.

**অৰ্কপত্ৰ** আকনৰ পাত।

**অৰ্গৰমাৰি** সকলো মিলি মুঠতে।

**অৰ্গল** বি. দুৱাৰ দাং, শলখা, বাধা, প্ৰতিবন্ধক a bolt, bar, hindrance, obstacle, চণ্ডী স্তোত্ৰ-বিশেষ।

**অৰ্ঘ** বি. মূল্য price, পূজা worship, পূজাৰ উপকৰণ materials for worship **অৰ্ঘ্য** পূজাৰ উপকৰণ বা বস্তু, চাউল, দূৰৱি, ফুল, চন্দন, আদি মিহলি কৰা পানী। মান্য লোকক সম্বৰ্দ্ধনা কৰিবৰ কাৰণে উপহাৰ আদি। **অৰ্ঘা** পূজা কৰোতে পানী দিয়া সক পাত্ৰ।

**অৰ্চ্চ্** সক, ধা. পূজা কৰা, শুশ্ৰূষা কৰা worship, respect.

**অৰ্চ্চক** বি. পূজা কৰোঁতা, পূজক one who worships or serves. **অৰ্চ্চন, অৰ্চ্চনা, অৰ্চ্চা** বি. পূজা বা সেৱা কৰা কাৰ্য্য। **অৰ্চ্চনীয়** বিণ. পূজনীয়, আৰাধ্য, পূজা কৰিবৰ যোগ্য deserving homage or worship. স্ত্ৰী. **অৰ্চ্চনীয়া**। কৃদ. বিণ. **অৰ্চ্চিত**।

**অৰ্চ্চি** বি. সূৰ্য্যৰ কিৰণ, জুইশিখা, ray, flame.

**অৰ্জ্জ্** সক. ধা. শ্ৰম কৰি পা, উপাৰ্জ্জন কৰা earn. **অৰ্জ্জন** বি. উপাৰ্জ্জন কৰণ, ধন ঘটা কাৰ্য্য act of earning, উপাৰ্জ্জন, আয় income, gain. **অৰ্জ্জক** বি. যি উপাৰ্জ্জন কৰে one who earns. **অৰ্জ্জা, অৰ্জ্জিত** কৃদ. বিণ.

**অৰ্জ্জুন** বি. তৃতীয়-পাণ্ডৱ, এবিধ গছ third Pandava, a kind of tree.

**অৰ্ণৱ** বি. সাগৰ the ocean.

**অৰ্থ** বি. কোনো শব্দ বা বাক্যৰ দ্বাৰা যি বুজা যায় সেয়ে, সেই শব্দ বা বাক্যৰ অৰ্থ meaning ধন সম্পত্তি wealth, ফল effect, fruit, বিষয়, জ্ঞাতব্য-বিষয়, তথ্য, নীতি, ৰাজ-নীতি, হিত, মঙ্গল, কল্যাণ, blessing, উদ্দেশ্য aim, চতুৰ্ব্বৰ্গৰ অৰ্থাৎ ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই পুৰুষাৰ্থ নাইবা পুৰুষৰ প্ৰয়োজন চতুষ্টয়ৰ দ্বিতীয়বৰ্গ human pursuit, ঐহিক ধনজনিত সৌভাগ্য। **অৰ্থকৰ** বিণ. লাভজনক, আয়জনক wealth producing, lucrative. স্ত্ৰী. **অৰ্থকৰী** ( অৰ্থকৰী বিদ্যা )। **অৰ্থদণ্ড** বি. জৰিমনা a fine. **অৰ্থ-গৌৰৱ** বি. ভাৱৰ গাম্ভীৰ্য্য depth of meaning. **অৰ্থনাশ** বি. ধন

হানি, loss of property. **অৰ্থ-বিজ্ঞান** বি. শব্দাৰ্থ জ্ঞান, ধন বিজ্ঞান, knowledge of the meaning of words, economics. **অৰ্থৱান, অৰ্থৱন্ত** বিণ. ধন থকা rich, moneyed. **অৰ্থবাদ** বি. কোনো কথাৰ অৰ্থত আসোঁৱাহ উলিয়াই আন অৰ্থকৰণ, অৰ্থৰ বিচাৰ কৰণ। **অৰ্থ-লুব্ধ** বি. ধনলোভী, avarice. **অৰ্থ-শাস্ত্ৰ** বি. ধন-বিজ্ঞান economics, political science. **অৰ্থ-সঞ্চয়** বি. ধন সংগ্ৰহ কৰা, acquisition of wealth. **অৰ্থসাপেক্ষ** বিণ. ধনৰ ওপৰত নিৰ্ভৰ কৰা depending on money.

**অৰ্থাগম** বি. ধনৰ আগমন, বিত্ত-লাভ, উপাৰ্জ্জন income.

**অৰ্থাৎ** অব্য. মানে ভাঙি কব লাগিলে that is to say.

**অৰ্থাৰ্থী** বিণ. ধন ঐশ্চৰ্য্য ভোগ কৰিবলৈ বাঞ্ছা কৰা লোক। **অৰ্থান্তৰ** বি. অইন অৰ্থ, বেলেগ অৰ্থ different meaning.

**অৰ্থান্তৰন্যাস** বি. অৰ্থালঙ্কাৰ, a figure of speech ( corroboration ) সাধাৰণেৰে বিশেষৰ নাইবা বিশেষেৰে সাধাৰণৰ, কাৰ্য্যৰ দ্বাৰা কাৰণৰ, কাৰণৰ দ্বাৰা কাৰ্য্যৰ সমৰ্থন কৰিলে অৰ্থান্তৰন্যাস অলঙ্কাৰ হয়।

**অৰ্থালঙ্কাৰ** বি. অৰ্থ-নিৰ্ভৰ অলঙ্কাৰ।

**অৰ্থী** বিণ. যি খোজে, প্ৰাৰ্থী asking for. **অৰ্থে** অব্য. কাৰণে, নিমিত্তে for, for the sake of.

**অৰ্দ্ধ** বি. দুভাগৰ এভাগ, আদখিনি half. **অৰ্দ্ধচন্দ্ৰ** বি. জোনৰ আধাভাগ half-moon. অৰ্দ্ধচন্দ্ৰৰ আকৃতিৰে লোৱা কপালৰ ফোট, ডিঙিত মৰা গঁতা।

**অৰ্দ্ধনাৰীশ্বৰ** বি. হৰ-গৌৰীৰ যুগল মূৰ্ত্তি a form of Siva.

**অৰ্দ্ধাঙ্গিনী** বি. সহধৰ্ম্মিনী wife.

**অৰ্দ্ধাংশ** বি. আধা ভাগ, half portion.

**অৰ্দ্ধেক** বি. আধা one half.

**অৰ্প** ক্ৰি. সমৰ্পণ কৰা, শোধা make over, entrust. **অৰ্পণ, অৰ্পণা** বি. সোধাই বা গতাই দিয়া কাৰ্য্য handing over, delivery **অৰ্পণীয়** বিণ. সোধাই দিবলগীয়া to be delivered. **অৰ্পিত** কৃদ. বিণ. নিবেদিত, সোধাই দিয়া delivered.

**অৰ্ব্বাচীন** বি. আধুনিক, নতুন, . এই কালৰ modern, অপক বুদ্ধিশালী, inconsiderate, অধম base.

**অৰ্ব্বুদ** বি. দহ কোটি a hundred millions. ৰোগ বিশেষ, পৰ্ব্বতৰ শৃঙ্গৰ নাম, জাতি বিশেষ, ভ্ৰূণস্থ মাংস পিণ্ড যি ক্ৰমশঃ ডাঙৰ হৈ সন্তানত পৰিণত হয়।

**অভিল বাইট** বি. আকাশী জাহাজ আবিষ্কাৰক।

**অৰ্শ** বি. শৌচৰ লগত তেজ যোৱা ৰোগ, কেচু-মূৰীয়া ৰোগ piles.

**অৰ্হ** বিণ. যোগ্য, উপযুক্ত fit, proper, অন্য শব্দৰ পাছত যোগ হৈ এই অৰ্থ প্ৰকাশ কৰে, যেনে :— দণ্ডাৰ্হ, পূজাৰ্হ, সম্মানাৰ্হ।

**অৰ্হা** বি. জৈন নাইবা বৌদ্ধ সন্ন্যাসী, বুদ্ধ।

**অৰ্হতা** বি. যোগ্যতা fitness, qualification.

**অৰ্হৰ** বি. মিৰি-মাহ a species of legumenous seed, a kind of pulse.

**অলকৃত** (পু. অ.) বিণ. ৰঙা red.

**অলক, অলকা** বি. কপালত ওলমি থকা কেকোৰা চুলি curls of hair hanging over the forehead.

**অলকা** বি. কুবেৰৰ নগৰ, লঙ্কাপুৰী। **অলকানন্দা** বি. স্বৰ্গ-বাহিনী গঙ্গা।

**অলক্ত, অলক্তক** লাক্ষাৰস, আলতা।

**অলগৰ্দ্দ** বি. মূৰ্খ আৰু এলেহুৱা মানুহ lazy and stupid man.

**অলঙ্কাৰ** বি. যাৰ দ্বাৰা শৰীৰ ভূষিত হয়, ভূষণ, আভৰণ ornament. কথা বা ৰচনাৰ শোভা বঢ়াবলৈ ব্যৱহাৰ কৰা উপমা প্ৰভৃতি figure of speech.

**অলঙ্কৃত** কৃদ. বিণ. ভূষিত, শোভিত ornamented, decorated. স্ত্ৰী. **অলঙ্কৃতা**।

**অলঙ্ঘনীয়, অলঙ্ঘ্য** বিণ. লঙ্ঘিব নোৱাৰা, অমান্য কৰিব নোৱাৰা inviolable, পাৰ হব নোৱাৰা impassable. বি. **অলঙ্ঘন**।

**অলপ** বি. তাকৰ বা কম পৰিমাণ a small portion or quantity, সামান্য, ঈষৎ a little. ক্ৰি. বিণ. **অলপকৈ**। **অলপতে** অলপদিনৰ আগেয়ে recently, সোনকালে shortly, **অলপতে কলপ কটা** ক্ৰি. কোনো মতে ৰক্ষা পোৱা, to have a narrow escape. অলপ কাৰণতে for trifling reason. **অলপীয়া** বিণ অলপমান তাকৰীয়া। **অলপ-অচৰপ** বি. অলপমান। **অলপখুতুৰা** বিণ. সাহ নথকা, ভয়াতুৰ। **অলপ পানীৰ মাছ** বি. সামান্য লোক, a contemptible person. **অলপমান** বি. কম পৰিমাণ a small portion.

**অলবত্** (আৰবী) অব্য. অৱশ্যে certainly, must.

**অলব্ধ** বিণ. নোপোৱা, অপ্ৰাপ্ত।

**অলভ্য** বিণ. অপ্ৰাপ্য unattainable.

**অলম** বি. আশ্ৰয় help.

**অলৰ** বিণ. নলৰা, লৰচৰ নকৰা unchangeable, একে ঠাইতে

থকা motionless. **অলৰ-অচৰ** বিণ. লৰচৰ কৰিব নোৱাৰা।

**অলস** বিণ. এলেহুৱা, সোৱোপা slothful, lazy. বি. **অলসতা**।

**অলক্ষণ** বি. কুলক্ষণ, অশুভ চিন evil omen.

**অলক্ষিত** বিণ. নেদেখা, অদৃশ্য not seen, un-perceived. ক্রি. বিণ. **অলক্ষিতে**। **অলক্ষিণী** স্ত্রী. দুৰ্ভাগী, কুলক্ষিণী unlucky.

**অলক্ষ্মী** বি. দুৰ্ভাগ্যৰ দেৱী goddess of misfortune, কুলক্ষণীয়া তিৰোতা।

**অলক্ষ্য** বিণ. নেদেখা, মনিব নোৱাৰা invisible, unobservable, ক্রি. বিণ. **অলক্ষ্যে**।

**অলাগী** বি. স্বামীয়ে ভাল নোপোৱা স্ত্রী a wife not her husband's favourite.

**অলাভ** বি. লাভৰ অভাৱ, হানি, ক্ষতি absence of profit or gain, loss.

**অলায়ক** বিণ. নায়ক বা উপযুক্ত নোহোৱা, অযোগ্য, অকামিলা worthless.

**অলি** বি. ভোমোৰা humble bee.

**অলিয়া-বলিয়া** বিণ. উন্মত্ত, বাতুল, অস্থিৰ mad, crazy, restless.

**অলিন্দ** বি. বাৰান্দা।

**অলিয়ে-গলিয়ে** বিণ. য'তে তেতে।

**অলিম্পিক খেলা** বি. অন্তর্জাতীয় খেলা-ধূলাৰ প্রতিযোগিতা ৰূপে চাৰি বছৰৰ মূৰত হোৱা খেল।

**অলীক** বিণ. অসত্য, মিছা, সাজি কোৱা false, baseless, অসাৰ worthless. বি. **অলীকতা**।

**অলেখ** বিণ. লেখ বা গণনা কৰিব নোৱাৰা innumerable.

**অলৈ-তলৈ** বিণ. ইফাল সিফাললৈ hither and thither.

**অলোক সম্ভৱ** বিণ. অপাৰ্থিৱ, not earthly.

**অলোক সুন্দৰ** বিণ. অপূর্ব্ব, স্বৰ্গীয়, very good, heavenly.

**অলোভী** বিণ. লুভীয়া নোহোৱা not covetous.

**অলৌকিক** বিণ. পৃথিৱীত নথকা, অপাৰ্থিৱ unearthly, অমানুষিক, অসাধাৰণ uncommon.

**অলৌ-তলৌ** বিণ. অৰ্থ নোহোৱা, অসঙ্গত meaningless, disconnected.

**অলৌহ** বি. যি লৌহ সংক্রান্ত নহয়।

**অল্প** বিণ. তাকৰ, অলপ a little, small. বি. **অল্পতা**, **অল্পায়ুস**, **অল্পায়ু**, বিণ. অলপদিন জীয়াই থকা having a short life.

**অল্পাহাৰী** বি. যিয়ে অলপকৈ ভোজন কৰে eating little.

**অৱ** ন্যূনতা, নিম্নতা, অনাদৰ, নিশ্চয়, ব্যাপ্তি, বিয়োগ, পুষ্টি ইত্যাদি সূচক উপসৰ্গ।

**অৱকাশ** বি. কাম নকৰি থকা, অৱসৰ, interruption of work, leave, আজৰি, বিশ্ৰাম leisure, সুবিধা opportunity.

**অৱগত** কৃদ. বিণ. জনা, বুজপোৱা, খবৰ পোৱা known, understood. **অৱগতি** বি. জ্ঞান, বোধ, খবৰ পোৱা knowledge, information.

**অৱগৰ্ব্ব** বি. অহঙ্কাৰ, মদ গৰ্ব্ব boast, vanity. **অৱগৰ্ব্বী** বিণ. অহঙ্কাৰী, মদ গৰ্ব্বী boastful, vain.

**অৱগাহন** বি. পানীত নামি গা-ধোৱা plunge in water for bath. **অৱগাহি** ক্রি. অৱগাহন কৰি।

**অৱগুণ্ঠন** বি. ওৰণি, মুখাবৰণ, আবৰণ hiding, veiling. **অৱগুণ্ঠিকা** বি. ওৰণি, যৱনিকা a veil, a curtain. **অৱগুণ্ঠিত** বিণ. ওৰণি লোৱা, আবৃত কৰা, আবৃত মুখ veiled, covered. স্ত্রী. **অৱগুণ্ঠিতা**।

**অৱচয়** বি. চয়ন, সম্পত্তিৰ মূল্যহ্রাস *depréciation.*

**অৱচেতন** বিণ. সামান্যভাবে চেতনা থকা subconscious.

**অৱচ্ছিন্ন** বিণ. যুক্ত, মিলিত, যেনে—শোকাবচ্ছিন্ন। বিভক্ত, বিভিন্ন separated, divided, যেনে—নিৰবচ্ছিন্ন।

**অৱচ্ছেদ** বি. ছেদন. কাটা incision, সীমা, বিৰাম, একাংশ separation, a part.

**অৱজ্ঞা** বি. অসন্মান, উলঙ্ঘা, অনাদৰ, অৱহেলা, ঘৃণা, disrespect, neglect, disobedience, contempt. **অৱজ্ঞাত** বিণ. অপমানিত, অনাদৃত, উপেক্ষিত dishonoured, neglected.

**অৱতংস** বি. গৌৰৱৰ বস্তু, অলঙ্কাৰ স্বৰূপ বস্তু; শিৰোভূষণ, কিৰীটি an ornament worn on the head, a crest, anything that serves as an ornament.

**অৱতৰণ** বি. তললৈ নামি অহা কাৰ্য্য, অৱৰোহণ, নদী আদি পাৰ হোৱা কাৰ্য্য descending, coming down, crossing.

**অৱতৰণিকা** বি. ভূমিকা preface.

**অৱতাৰ** বি. আকাৰ নথকা বস্তুৱে ধৰা কোনো এক পাৰ্থিব আকাৰ বা মূৰ্ত্তি, আবিৰ্ভূত দেৱতা an incarnation, manifestation.

**অৱতাৰণ** বি. অৱৰোহণ, নামা, প্ৰস্তাৱন, উৎপত্তি।

**অৱতাৰণা** বি. আৰম্ভণ, সূচনা, প্ৰস্তাৱ commencement, introduction.

**অৱতাৰী** বিণ, অৱতাৰ ধৰা, আকৃতি বা গুণ ধৰি পৃথিৱীত দেখা দিয়া incarnate.

**অৱতীৰ্ণ** বিণ. আকৃতি ধৰি পৃথিৱীত

উপস্থিত descended in an incarnate form. অৱতাৰ ৰূপে আবিৰ্ভূত, উপস্থিত, উত্তীৰ্ণ come down, appeared, crossed.

**অৱত্ৰ** বি. এজন কবিৰ নাম।

**অৱদান** বি. দান, সম্পাদিত কাৰ্য্য, সাহসিক কাৰ্য্য, কীৰ্ত্তি gift, an accomplished act, a valorous or glorious act, heroic act, glorious achievement.

**অৱধান** বি. মনোযোগ, কাণ পাতি শুনা attention, hearing attentively.

**অৱধাৰণ** বি. নিৰ্দ্ধাৰণ, নিশ্চয় কৰণ ascertainment. **অৱধাৰিত** কৃদ. বিণ. নিৰ্দ্ধাৰিত, নিৰ্ণীত ascertained, resolved.

**অৱধি** অব্য. সীমা, অন্ত limit, boundary, তদৱধি, পৰ্য্যন্ত from, upto.

**অৱধূত** বিণ. সংসাৰ মায়া-মুক্ত free from worldly possessions. কম্পিত, অনাদৃত waved, insulted.

**অৱনত** কৃদ. বিণ. চাপৰা, তলমূৰা bending, stooping, নম্ৰ modest. **অৱনতি** বি. নত হোৱা কাৰ্য্য, চাপৰা কাৰ্য্য act of lowering or bending, চৰিত্ৰ বেয়া হোৱা degradation, সম্পদ নষ্ট হোৱা fall of prosperity. ক্ৰি. বিণ. **অৱনতে**।

**অৱনমন** তলৰ ফালে হলোৱা কাৰ্য্য, হীন অৱস্থালৈ অনা। বিণ. **অৱনমিত**।

**অৱনি, অৱনী** বি. পৃথিৱী the earth. **অৱনিপতি, অৱনী-পতি** ৰজা King.

**অৱন্তী** বি. এখন দেশৰ নাম।

**অৱবাহিকা** নদীৰ উভয় পাৰ্শ্বস্থ ভূমি য'ৰ পৰা পানী আহি নদীত পৰে basin.

**অৱমাননা** বি. অপমান, অসন্মান, অনাদৰ insult, disrespect. কৃদ. বিণ. **অৱমানিত** অপমানিত, লাঞ্ছিত insulted, disrespected.

**অৱৰুদ্ধ** কৃদ. বিণ. আবদ্ধ, বন্ধ হোৱা besieged, confined.

**অৱৰোধ** বি. অমুক্ত অৱস্থা, বাহিৰলৈ ওলাব নিদিয়া কাৰ্য্য confinement, ঘেৰি ধৰি কৰা আক্ৰমণ, পৰিবেষ্টন act of surrounding, siege.

**অৱৰোহ** বি. অৱতৰণ। (দৰ্শনত) কাৰণৰ পৰা কাৰ্য্য অনুমান deduction. **অৱৰোহী** বি. নামে deductive.

**অৱৰোহণ** বি. তললৈ নমা কাৰ্য্য descension.

**অৱলম্ব** বি. আশ্ৰয়, সহায় support, refuge. যি ওলমি থাকে, লম্বিত।

**অৱলম্বন** বি. আশ্ৰয় কৰণ act of depending or taking shel-

ter, উপায় means, ভিত্তি, মূল basis, subject matter. **অৱলম্বী** বিণ. নির্ভৰশীল, আশ্রয়কাৰী, অৱলম্বনকাৰী। **অৱলম্বনীয়** বিণ. গ্ৰহণযোগ্য।

**অৱলীলা** বি. অনায়াস, অল্প যত্ন slight or no effort. **অৱলীলা-ক্ৰমে** ক্ৰি. বিণ. অনায়াসে।

**অৱলুণ্ঠন** বি. মাটিত বাগৰি পৰা, rolling on the ground.

**অৱলোকন** বি. চাৱন, দৰ্শন act of seeing or looking. বিণ. **অৱলোকনীয়** দৰ্শনযোগ্য, fit to be seen. **অৱলোকিত** দৃষ্ট seen.

**অৱশিষ্ট** বিণ. ব্যৱহাৰৰ পাছত বাকী থকা remaining.

**অৱশেষ** বি. ব্যৱহাৰৰ পাছত বাকী থকা ভাগ remainder, শেষ, অন্ত end, conclusion.

**অৱশ্যে, অৱশ্য** ক্ৰি. বিণ. নিশ্চয়ে, নিবাৰণ কৰিব নোৱাৰাকৈ certainly, of course. **অৱশ্য কৰণীয়** বি. একান্তই কৰিব লগীয়া। **অৱশ্যম্ভাৱী** বিণ. বাৰণ কৰিব বা এৰাব নোৱৰা inevitable. বি. **অৱশ্যম্ভাৱিতা**।

**অৱসন্ন** বিণ. আমন জিমন, বিমৰ্ষ, মনমৰা sad, cheerless, ভাগৰুৱা শ্ৰান্ত tired.

**অৱসৰ** বি. অৱকাশ, আজৰি leisure, rest, সুযোগ opportunity. **অৱসৰীয়া** বিণ. অৱকাশ থকা, আজৰীয়া having leisure.

**অৱসাদ** বি. ভাগৰ, শ্ৰান্তি fatigue, weariness, বিষাদ cheerlessness.

**অৱসান** বি. অন্ত, সমাপ্তি termination, end.

**অৱস্থা** বি. স্থিতি, দশা, গতি, থকাৰ নিয়ম position, condition, সঙ্গতি circumstance, জীৱনৰ কাল ভেদ stage of life, ক্ষেত্ৰ field, **অৱস্থা নোহোৱা** বিণ. দুৰৱস্থাত পৰা। **অৱস্থান** বি. থকাকাল। **অৱস্থাপন্ন** বিণ. ভাল অৱস্থাত থকা, ধনী prosperous.

**অৱস্থিত** কৃদ. বিণ. থকা staying. **অৱস্থিতি, অৱস্থান** বি. বাস কৰা act of living, থকা ঠাই position.

**অৱস্থান্তৰ** বি. অন্যদশা, ভাবান্তৰ। **অৱস্থিত** বিণ. অবিচলিত, আশ্ৰিত, নিযুক্ত।

**অৱহিত** বিণ. সাৱধান, মনোযোগী attentive. **অৱহিতে** ক্ৰি. বিণ. সাৱধানে।

**অৱহু** অব্য. এতিয়াও, এতিয়া even now, now.

**অৱহেলা** বি. অনাদৰ, তুচ্ছভাৱ, আওহেলা disregard, অমনোযোগ inattention. **অৱহেলন** বি. অৱজ্ঞা। **অৱহেলনীয়** বিণ.

অৱজ্ঞেয়। **অৱহেলিত** বিণ. অনাদৃত, উপেক্ষিত।

**অশকত** বিণ. লাহী, গা-সৰু thin.

**অশক্য** বিণ. অসাধ্য, শক্তিৰ অতীত impracticable.

**অশক্ত** বিণ. বলহীন দুৰ্ব্বল, weak, অসমৰ্থ incapable.

**অশঙ্কিত** বিণ. শঙ্কা বা ভয় নথকা, নিৰ্ভয় not afraid, নিশ্চিন্ত, স্থিৰ free from anxiety.

**অশন** বি. ভোজন act of eating.

**অশনি** বি. বজ্ৰ, শূল a kind of weapon.

**অশৰণীয়া** বিণ. শৰণ নোলোৱা not receiving initiation.

**অশৰাধী** বিণ. শৰাধ বা কৰম নকৰা not performing shraddha. বি. যি শৰাধ নকৰে।

**অশৰীৰী** বিণ. যাৰ শৰীৰ বা দেহ নাই, নিৰাকাৰ bodiless, shapeless.

**অশলাগ** বি. উপকাৰ নমনা, অকৃতজ্ঞতা ingratitude. বিণ. **অশলাগী** উপকাৰ নমনা, গুণ নোলোৱা ungrateful.

**অশাত** বিণ. **অশাতি** বি. অশান্ত, অশান্তি শব্দৰ কোমল ৰূপ।

**অশান্ত** বিণ. অধীৰ, অসুখী unquiet, unhappy, অস্থিৰ restless, দুষ্ট wicked. **অশান্তি** বি. শান্তিৰ অভাৱ, অসুখ, অস্থিৰতা, বিৰক্তি want of peace, restlessness.

**অশাশ্বত** বিণ. অস্থায়ী, অলপদিনীয়া, সোনকালে নষ্টহোৱা not lasting, transient.

**অশাসন** বি. শাসনৰ অভাৱ, অৰাজক having no order or rule.

**অশাস্ত্ৰীয়** বিণ. শাস্ত্ৰত নথকা, শাস্ত্ৰ বিৰুদ্ধ, অবিধি not contained in the shastras, contrary to the sacred rules, unlawful.

**অশিথিল** বিণ. শিথিল নহয়, টান not loose, unrelaxed.

**অশিৱ** বি. আপদ, বিপদ, অমঙ্গল ill-luck, misfortune, calamity. বিণ. অশুভ, অমঙ্গলীয়া inauspicious,

**অশিষ্ট** বিণ. অসাধু, দুষ্ট wicked, ছটা, অভদ্ৰ rude, uncivil বি. **অশিষ্টতা**।

**অশিক্ষিত** বিণ. লিখাপঢ়া নিশিকা, মূৰ্খ illiterate, ignorant, শিকনি নোপোৱা untrained. স্ত্ৰী. **অশিক্ষিতা**।

**অশীতি** বি. আশী, চাৰিকুৰি eighty.

**অশীতিতম** বি. আশী বছৰীয়া।

**অশুচি** বিণ. অপবিত্ৰ, চুৱা, অশুদ্ধ unclean, impure. বি. **অশুচিতা**, **অশুচিত্ব**।

**অশুদ্ধ** বিণ. মলিন, অশুচি impure, foul, ভুল থকা incorrect. বি. **অশুদ্ধি** অশুচি বা চুৱা অৱস্থা

impure condition, ভুল mistake.

**অশুভ** বিণ. অমঙ্গলীয়া, অহিত evil, harmful. বি. বিপদ, অমঙ্গল, অশুভ লক্ষণ evil, calamity, evil omen.

**অশুরনি** বি. দেখিবলৈ বেয়া, কুশ্রী ugly. স্ত্রী. **অশুরনী**।

**অশেষ** বিণ. শেষ বা অন্ত নথকা, ওৰ নপৰা, অসীম endless ক্রি. বিণ. সম্পূর্ণকৈ, নিঃশেষৰূপে exhaustively and minutely.

**অশোক** বি. শোকহীন, বেজাৰ নথকা not sorrowful, এবিধ ফুলৰ গছ Asoka tree, মগধৰ বিখ্যাত ৰজা King Asoka.

**অশোকবন** লঙ্কাৰ এখন হাবি।

**অশোকাষ্টমী** চ'ত মাহৰ শুক্লা অষ্টমী তিথি।

**অশোচনীয়, অশোচ্য** বিণ. শোকৰ অযোগ্য, যাৰ কাৰণে শোক কৰা অনুচিত not to be regretted.

**অশোধিত** কৃদ. বিণ. শুদ্ধ নকৰা, পবিত্র নকৰা not purified.

**অশোভন** বি. যি শোভা নাপায়, অসুন্দৰ not beautiful.

**অশোভা** বি. কুশ্রী, শোভাৰ অভাৱ want of beauty. বিণ. **অশোভিত** অলঙ্কাৰ আদিৰে দেখিবলৈ ভাল নকৰা not adorned or dressed.

**অশৌচ** বি. সন্তানৰ জন্মৰ বা আত্মীয় লোকৰ মৰণৰ বাবে হোৱা অশুচিতা ceremonial defilement occasioned by the birth or death of a relative. **অশৌচীয়া** বিণ. অশৌচ-লগা।

**অশ্ম** বি. প্রস্তৰ, শিল। **অশ্মক** বি. সূর্য্যবংশীয় ৰজা বিশেষ। (পুৰাণত বর্ণিত আছে যে, সূর্য্যবংশীয় ৰজা সৌদাসৰ পত্নী মদয়ন্তী সাত বছৰলৈকে গর্ভ ধাৰণ কৰিবলগীয়া হৈ, এদিন অত্যন্ত অধীৰা হৈ চোকা শিলেৰে (অশ্ম) গর্ভ ফলাত গর্ভস্থ সন্তান ভূমিষ্ঠ হয়। এই কাৰণে এই লৰাজনক অশ্মক নামেৰে নামকৰণ কৰা হৈছিল। **অশ্মৰী** বি. মূত্রাশয়ত শিল বা পাথৰ হোৱা ৰোগ the stone in the bladder.

**অশ্রদ্ধা** বি. অভক্তি absense of belief, আওহেলা, ঘৃণা, অনাদৰ disregard, contempt, অনিচ্ছা dislike. বিণ. ভক্তি বা শ্রদ্ধাৰ অযোগ্য not fit to be respected. বিণ. **অশ্রদ্ধেয়** শ্রদ্ধাৰ অপাত্র।

**অশ্রান্ত** বিণ. অক্লান্ত, অবিৰাম not fatigued, incessant.

**অশ্রাব্য** বিণ. শুনাৰ অযোগ্য, অশ্লীল not fit to be heard, indecent, কর্কশ harsh.

**অশ্রু** বি. চকুৰ পানী, চকু-লো tear. বিণ. **অশ্রুপূর্ণ, অশ্রুবর্ষী** চকুৰ পানীৰে ভৰা filled with tears.

**অশ্রু-ভাৰাক্ৰান্ত** চকুৰ পানীৰে ওপচি পৰা।

**অশ্ৰুত** বিণ. নুশুনা unheard.

**অশ্ৰেয়স্, অশ্ৰেয়ঃ** বিণ. বেয়া, নিকৃষ্ট inferior, less-worthy, অনিষ্টজনক harmful.

**অশ্ৰেষ্ঠ** বিণ. শ্ৰেষ্ঠ বা ভাল নোহোৱা, বেয়া, হীন not superior, low.

**অশ্লীল** বিণ. শুনিবলৈ লাজ লগা, নিলাজ indecent, obscene. বি. **অশ্লীলতা**।

**অশ্লেষা** বি. অশ্লেষা নক্ষত্ৰ।

**অশ্ব** বি. ঘোঁৰা a horse.

**অশ্বকৰ্ণ** বি. শাল-গছ a kind of tree ( shorea robusta ), এজন দানৱ ৰজাৰ নাম, name of a demon-king.

**অশ্বক্ৰান্ত** বি. গুৱাহাটীৰ ওচৰত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ এটা পৰ্ব্বত, সি তীৰ্থস্থান, বিষ্ণুৰ পাদচিহ্ন আছে, নৰকাসুৰক মাৰিবলৈ আহোঁতে শ্ৰীকৃষ্ণই এইটো পৰ্ব্বত ঘোঁৰাৰে পাৰ হয়। ইয়াক 'অশ্বক্লান্ত'ও বোলে কাৰণ শ্ৰীকৃষ্ণৰ ঘোঁৰা ইয়াতে ক্লান্ত হৈছিল।

**অশ্বগন্ধা** বি. এবিধ লতা, ই ঔষধত ব্যৱহৃত হয় withania sommifera.

**অশ্বঘোষ** বি. বৌদ্ধ কবি আৰু সঙ্গীতজ্ঞ।

**অশ্বত্থ** বি. আঁহত গছ the pepul tree.

**অশ্বত্থামা** বি. দ্ৰোণাচাৰ্য্যৰ পুতেক the son of Drona.

**অশ্বপতি** বি. মদ্ৰৰাজ, সাবিত্ৰীৰ পিতা ; কেকয় ৰাজ আৰু কৈকেয়ীৰ পিতৃ।

**অশ্ববিদ্** বি. যি ঘোঁৰা পালন কৰা আৰু চলোৱা বিষয় ভালকৈ জানে one skilled in keeping and managing horses, নলৰজা।

**অশ্বমেধ** বি. এবিধ যজ্ঞ।

**অশ্বশালা** বি. ঘোঁৰাশাল a stable.

**অশ্বাৰোহী** বি. ঘোৰাৰ পিঠিত আৰোহণ কৰোঁতা।

**অশ্বিনী** বি. সাতাইচটা নক্ষত্ৰৰ প্ৰথমটো, ঘুঁৰী the first lunar mansion, a mare. **অশ্বিনা-কুমাৰ** যমজ দেৱবৈদ্য দুজন।

**অষ্ট** বি. আঠ সংখ্যা eight.

**অষ্ট-ঐশ্বৰ্য্য, অষ্টসিদ্ধি** বি. আঠোটা শক্তি (১) অণিমা—নিচেই সৰু হব পৰা শক্তি (২) লঘিমা—অতি পাতল হব পৰা শক্তি (৩) প্ৰাপ্তি—ইচ্ছা মতে সকলো পাব পৰা শক্তি (৪) প্ৰাকাম্য—বৰ ডাঙৰ হব পৰা শক্তি (৫) মহিমা—মহৎগুণ (৬) ঈশিত্ব—সকলোৰে ওপৰত প্ৰভুত্ব কৰিব পৰা শক্তি (৭) বশিত্ব—আত্মসংযম শক্তি (৮) কামাবসায়িতা—ইন্দ্ৰিয় দমন শক্তি বা কামনা শেষ কৰিব পৰা শক্তি।

**অষ্টকোণ** বি. আঠোটা চুক থকা বা আঠ-চুকীয়া ক্ষেত্ৰ octagon, আঠ দিশ eight points of the compass.

**অষ্টদিশ** বি. পৃথিবীৰ আঠ দিশ বা ফাল, যেনে—পূব, পশ্চিম, উত্তৰ, দক্ষিণ, অগ্নিকোণ (দক্ষিণ-পূব), নৈঋত কোণ, (দক্ষিণ-পশ্চিম), বায়ু কোণ (উত্তৰ পশ্চিম), ঈশান কোণ (উত্তৰ-পূব)।

**অষ্ট-ধাতু** বি. আঠ বিধ প্ৰধান ধাতু, সোণ, ৰূপ, তাম, বাং, পিতল, লো, তীখা, সীহ।

**অষ্ট-প্ৰহৰ** বি. আঠো পৰে।

**অষ্ট-ভুজ** বি. আঠ বাহু, এজন মোৱা-মৰীয়া মহন্তৰ নাম।

**অষ্টম** বিণ. অষ্টম বা আঠ সংখ্যা the eight. স্ত্ৰী. **অষ্টমী**।

**অষ্টম দৰিদ্ৰ** বিণ. মহা দৰিদ্ৰ very poor.

**অষ্টমী** বি. শুক্ল বা কৃষ্ণ পক্ষৰ অষ্টম তিথি the eighth lunar day.

**অষ্টাঙ্গ** বি. শৰীৰৰ আঠ অংশ বা ঠাই, দুই হাত, দুই ভৰি, দুই আঠু, বুকু আৰু কপাল eight limbs of the body. **অষ্টাঙ্গ-প্ৰণাম** বি.

**অষ্টাদশ** বি. ওঠৰ, ১৮, eighteen.

**অষ্টাবক্ৰ** বি. এজন মুনিৰ নাম।

**অষ্টাবিংশ** বি. আঠাইশ, twenty eight.

**অষ্টাশী** বি. আশি, eighty.

**অষ্ঠীলা** বি. গুটিৰ নিচিনা হৈ বাজ হোৱা বিষ্ঠা hard stool, তল পেটৰ মল গোট খাই হোৱা সৰু গুটি a round swelling below the navel caused by wind, মজ্জা, গুটি, গোলাকাৰ শিল kernel, the stone of a fruit, round piece of stone.

**অস্, অস্‌অস্** অব্য. দুখ বা বেজাৰ প্ৰকাশ কৰোঁতে মতা মাত alas! alas!

**অসংখ্য, অসংখ্যাত** বিণ. অলেখ, লেখিব নোৱৰা innumerable.

**অসংযত** বিণ. সংযম নথকা, শাসনত নথকা, উচ্ছৃঙ্খল free from restraint, uncontrolled, অনিয়মিত not regulated.

**অসংযম** বি. ইন্দ্ৰিয় দমনৰ অভাৱ, ৰিপু সংযমৰ অভাৱ absence of self-control. বিণ. **অসংযমী** অজিতেন্দ্ৰিয় devoid of self-control.

**অসংযুক্ত** বিণ. অসংযোগী, লগ নলগা not connected or joined, disjoined.

**অসংযোগ** বি. যোগ নোহোৱা অৱস্থা, একেলগে নথকা অৱস্থা absence of union, separation. বিণ. **অসংযোগী**।

**অসংলগ্ন** বিণ. লগ নলগা, বেলেগ হৈ থকা not joined, separated, সম্বন্ধ নথকা, অসঙ্গত inconsis-

tent, irrelevant, বিশৃঙ্খল out of order.

**অসংশয়** বিণ. নিঃসন্দেহ, নিশ্চয় free from doubt. বি. **অসংশয়ী**। ক্রি. বিণ. **অসংশয়ে**।

**অসংস্কৃত** কৃদ. বিণ. অশোধিত, পৰিষ্কাৰ নকৰা not cleansed, not reformed, সংস্কাৰ নকৰা not consecrated.

**অসঙ্কোচ** বিণ. ভয় বা লাজত কোঁচ নোখোৱা, নিৰ্ভয় unhesitating, fearless. ক্রি. বিণ. **অসঙ্কোচে**।

**অসঙ্গ** বিণ. সংসৰ্গ-নথকা, উদাসীন not having a companion, single.

**অসঙ্গত** বিণ. যুক্তি বিৰুদ্ধ unreasonable, অনুচিত improper, সম্পৰ্কহীন, অমিল not connected. বি. **অসঙ্গতি** অসুবিধা, অমিল absence of proper means, inconsistency.

**অসজ** বিণ. বেয়া, অসাধু, বিষম bad vile.

**অসজ্জন** বি. অসৎ-মানুহ, দুষ্ট লোক an evil or wicked man.

**অসঞ্চাৰ** বি. অহা যোৱা নথকা absence of intercourse, অভাব want.

**অসপ্ৰাত** বি. অবিশ্বাস, অপ্ৰত্যয় distrust, absence of faith. বিণ. **অসপ্ৰাতী** অবিশ্বাসী, যাক বিশ্বাস কৰিব নোৱাৰি untrustworthy, যি বিশ্বাস নকৰে distrusting.

**অসৎ** বিণ. অসাধু, দুষ্ট wicked, নিন্দনীয়। স্ত্ৰী. **অসতী** দুষ্টা, কুলটা, পৰ-পুৰুষে সৈতে সম্পৰ্ক থকা unchaste.

**অসৎপথ** কুপথ, **অসৎপথাৱলম্বী** কুপথগামী।

**অসতৰ্ক** বিণ. অসাৱধান not careful. বি. **অসতৰ্কতা**।

**অসত্য** বিণ. মিছা, অযথা কাল্পনিক untrue, false, imaginary, বি. মিছা কথা a lie, বি. **অসত্যতা**।

**অসদাচাৰ** বি. নীতি নিয়মৰ বিৰুদ্ধ আচৰণ, অসৎ আচৰণ, কু-ব্যৱহাৰ evil conduct or behaviour. বিণ. **অসদাচাৰী**।

**অসদৃশ** বিণ. তুলনা নথকা, বেলেগ বিধৰ matchless, dissimilar.

**অসদ্বৃত্তি** বি. অসৎভাৱ, দুষ্টভাৱ wicked feeling desire or passion, অসৎ উপায় বা ব্যৱসায় dishonest means or occupation.

**অসদ্ব্যৱহাৰ** বি. বেয়া আচৰণ, বেয়া ব্যৱহাৰ misconduct. বিণ. **অসদ্ব্যৱহাৰী**।

**অসদ্ভাৱ** বি. বেয়া স্বভাৱ, কুস্বভাৱ bad disposition, অভাৱ want, অমিল disagreement.

**অসন্ত** বি. অসৎ মানুহ। বিণ. মিছা, অপবিত্ৰ।

**অসন্তোষীয়া** বিণ. একোতে সন্তোষ নোপোৱা habitually discontented. **অসন্তুষ্ট** বিণ. তৃপ্তি নোপোৱা unhappy, বেয়া পোৱা displeased. **অসন্তুষ্টি** বি. অসুখ, বেজাৰ, অশান্তি dissatisfaction, displeasure. **অসন্তোষ** বি. অসুখ, অশান্তি discontent, sorrow.

**অসন্দিগ্ধ** বিণ. নিঃসন্দেহ, সংশয়শূন্য free from doubt or suspicion, নিশ্চিন্ত distinct.

**অসন্দিহান** বিণ. যি সন্দেহ নকৰে, অসন্দিগ্ধ।

**অসন্মত** বিণ. অমান্তি, অমত unwilling, বি. **অসন্মতি** অস্বীকাৰ, অমত unwillingness.

**অসন্মান** বি. অনাদৰ, অভক্তি, neglect, disregard.

**অসবর্ণ** বিণ. বেলেগ জাতিৰ not of the same caste, বেলেগ জাতিৰ ভিতৰত হোৱা among different castes.

**অসভ্য** বিণ. অভদ্ৰ, অশিষ্ট, অমাৰ্জিত, অশিক্ষিত, ভদ্ৰসমাজৰ অযোগ্য uncivilized. বি. **অসভ্যতা, অসভ্যালি**।

**অসম** বি. সমান নোহোৱা, অতুল্য having no equal, matchless, খলা-বমা not plain, অসম দেশ the province of Assam.

**অসম-সাহসী** বিণ. বৰ সাহসী, very courageous.

**অসমঞ্জস** বিণ. অসঙ্গত, অনুচিত improper, সগৰ ৰজাৰ অতি দুষ্ট ডাঙৰ পুতেক বি. **অসামঞ্জস্য**।

**অসময়** বি. অনুপযুক্তকাল, অসুবিধাৰ সময়, অকাল improper time, premature time.

**অসমৰ্থ** বিণ. সামৰ্থ্য বা শক্তি নথকা, অপাৰগ incapable, unable. বি. **অসমৰ্থতা**।

**অসমৰ্থনীয়** বিণ. যাক সমৰ্থন কৰিব নোৱাৰি unsupportable.

**অসমৰ** বি. দেখাদেখি নোহোৱা।

**অসমস্ত** বিণ. যিটো একেলগে নহয়, অসম্পূৰ্ণ, incomplete, imperfect.

**অসমাত্ৰিক** বি. একপ্ৰকাৰ ছন্দ, a kind of rhyme.

**অসমান** বি. সমান নোহোৱা, খলা-বমা বিযুৰীয়া uneven, unequal.

**অসমাপ্ত** বিণ. অসম্পূৰ্ণ not complete. **অসমাপিকা** (স্ত্ৰী) infinitive.

**অসমীচীন** বিণ. সমীচীন নহয়, অসঙ্গত, অন্যায়, অনুপযুক্ত, unfit, unproper.

**অসমীক্ষ্যকাৰী** বিণ. যি ফলাফল আগ-পাছ বিবেচনা নকৰি কাম কৰে, অবিমৃষ্যকাৰী indiscreat, injudicious, headstrong.

**অসমীয়া** বিণ. অসম দেশৰ, অসম দেশত হোৱা Assamese, born or produced in Assam.

**অসম্পন্ন** বিণ. সম্পূৰ্ণৰূপে সিদ্ধ নোহোৱা unfinished. বি. **অসম্পন্নতা**।

**অসম্পৰ্ক** বি. সম্পৰ্কৰ অভাৱ, বন্ধুতা নথকা absence of connection or relationship. বিণ. **অসম্পৰ্কীয়**।

**অসম্পূৰ্ণ** বি. অসমাপ্ত, শেষ নোহোৱা, unfinished, পূৰ নোহোৱা not full.

**অসম্বন্ধ** বি. অসম্পৰ্ক absence of connection. বিণ. **অসম্বন্ধীয়** **অসম্বন্ধীয়া**।

**অসম্ভৱ** বিণ. সম্ভৱ নোহোৱা, হব নোৱৰা improbable,not likely to occur. বি. **অসম্ভাৱনা** সন্দেহ, অনিশ্চয়তা uncertainty. বিণ. **অসম্ভাৱনীয়**। কৃদ. বিণ. **অসম্ভাৱিত** আগে পাছে নোহোৱা unusual.

**অসম্ভাব্য** বি. অদ্ভুত, আচৰিত wonderful, strange.

**অসম্ভ্ৰম** বি. অসম্মান, অনাদৰ disrespect.

**অসঁহ** বি. বেজাৰ, আপত্তি sullenness.

**অসহজ** বিণ. অনভ্যাস, সহজ নোহোৱা want of practice, proving uneasy for want of practice.

**অসহন** কৃদ. বি. অধৈৰ্য্য, সহন গুণৰ অভাৱ intolerance, impatience. বিণ. **অসহনীয়, অসহ্য** সহিব নোৱাৰা unbearable.

**অসহযোগ** বি. সহযোগৰ অভাৱ absence of co-operation. বিণ. **অসহযোগী**। বি. **অসহযোগিতা**।

**অসহায়** বিণ. সহায় নথকা, নিৰাশ্ৰয় helpless.

**অসহিষ্ণু** বিণ. অধীৰ impatient.

**অসহ্য** বিণ. যাক সহ্য কৰিব নোৱাৰি, দুঃসহ, intolerant.

**অসাঠন** বিণ. অসমৰ্থ, কৰিবলৈ শক্তি বা যোগ্যতা নথকা incompetent, incapable.

**অসাদৰ** বি. অনাদৰ disregard.

**অসাধাৰণ** বিণ. অসামান্য, বিশেষ uncommon, special, সাধাৰণতে নোহোৱা extraordinary.

**অসাধু** বিণ. অধৰ্ম্মী, অসৎ, দুষ্ট sinful, dishonest, wicked.

**অসাধ্য** বিণ. কৰিব নোৱাৰা, ক্ষমতাৰ বাহিৰ, incapable of being done, প্ৰতিকাৰ কৰিব নোৱাৰা incapable.

**অসাময়িক** বিণ. অকালত হোৱা untimely.

**অসামান্য** বিণ. অসাধাৰণ extraordinary.

**অসাম্প্ৰদায়িক** বিণ. কোনো সম্প্ৰ-

দায়ৰ লগত সম্বন্ধ নথকা not belonging to a particular sect.

**অসাম্য** বি. অসমানতা, বিষম অৱস্থা inequality, extraordinariness.

**অসাৰ** বিণ. অলপ দিনীয়া not lasting, গুণ নথকা, মূল্য নথকা valueless, worthless, মিছা false. বি. **অসাৰতা.** বিণ. **অসাৰুৱা** সাৰ নথকা, মূল্য নথকা worthless.

**অসাৰ্থক** বিণ. নিষ্ফল, কামত নহা, ব্যৰ্থ fruitless, vain.

**অসাৱধান** বিণ. সাৱধান নোহোৱা, অসতৰ্ক careless, inattentive. বি. **অসাৱধানতা**।

**অসাহসিক** বিণ. সাহ নাইকিয়া timid.

**অসাক্ষাত** বিণ. অনুপস্থিত not present, অনুপস্থিতি absence.

**অসাংবিধানিক** বি. সংবিধানে স্বীকাৰ নকৰা unconstitutional.

**অসি** বি. তৰোৱাল sword.

**অসিত** বিণ. ক'লা, সেউজীয়া blue-black.

**অসিদ্ধ** বিণ. অসম্পন্ন,নিষ্ফল, নিসিজা unaccomplished, vain, unboiled.

**অসিদ্ধি** বি. সিদ্ধিৰ অভাৱ, অসম্পন্নতা failure.

**অসীম** বিণ. সীমাহীন, অনন্ত infinite, endless.

**অসুখ** বি.· দুখ, বেজাৰ, সুখ নথকা অৱস্থা distress, sorrow, uneasiness, অসুস্থতা illness.

**অসুখ-বিসুখ** বি. অসুখ অশান্তি, নৰিয়া-পৰিয়া।

**অসুখী** বিণ. দুখী, কষ্ট পোৱা unhappy, sorrowful.

**অসুখীয়া** বিণ. কেতিয়াও সুখ নোপোৱা discontent.

**অসুচল** বি. অসুবিধা, কষ্ট inconvenience.

**অসুন্দৰ** বিণ. কুৎসিৎ, কুৰূপ, অশোভন ugly.

**অসুবিধা** বি. অসুযোগ, সুবিধাৰ অভাৱ inconvenience, disadvantage.

**অসুৰ** বি. দৈত্য, দানব demon, বলী আৰু সাহিয়াল মানুহ a strong courageous man.

**অসুস্থ** বিণ. পীড়িত, যাৰ শৰীৰ বা মন ভাল নাই ill, indisposed. বি. **অসুস্থতা**।

**অসূয়া** বি. লোকৰ গুণৰ ওপৰত দোষ আৰোপ disparagement.

**অসূৰ্য্যম্পশ্যা** বি. অন্তঃপুৰচাৰিণী, যি তিৰোতাক সূৰ্য্যেও দেখা নাই।

**অসেব্য, অসেৱনীয়, অসেৱিতব্য** বিণ. সেৱাৰ অযোগ্য, ব্যৱহাৰৰ অযোগ্য unfit to be adored, not fit to be used.

**অসৌজন্য** বি. অভদ্ৰতা, unkindness.

**অস্ত** বি. চন্দ্ৰ সূৰ্য্যাদি পশ্চিমফালে নামি অদৃশ্য হোৱা setting, শেষ, অবসান, **অস্ত যা** মাৰ যা, নেদেখা হ. **অস্তগত** বিণ. মাৰ যোৱা, নেদেখা হোৱা. **অস্তগিৰি** বি. যি পৰ্ব্বতৰ আঁৰ হৈ বেলি মাৰ যায়, অস্তাচল। **অস্তমিত** বিণ. মাৰ যোৱা,নাইকিয়া হোৱা।

**অস্তাচল** বি. সূৰ্য্য ডুব যোৱা স্থান "a fabulous mountain in the west behind which the sun is believed to set".

**অস্তিত্ব** বি. স্থিতি, বিদ্যমানতা existence, presence.

**অস্ত্ৰ** বি. কটা ছিঙা বা প্ৰহাৰ কৰি দুখ দিয়া বা বধ কৰা সঁজুলি a weapon, a missile. **অস্ত্ৰ-চিকিৎসক** অস্ত্ৰেৰে চিকিৎসা কৰোঁতা a surgeon. **অস্ত্ৰ-চিকিৎসা** অস্ত্ৰৰ সহায়ত কৰা চিকিৎসা surgery. **অস্ত্ৰবিদ্যা** ৰণৰ আহিলা ব্যৱহাৰ জ্ঞান the military science. **অস্ত্ৰ-শস্ত্ৰ** নানা প্ৰকাৰ অস্ত্ৰ. **অস্ত্ৰ-সজ্জা** যুদ্ধ-যাত্ৰা। **অস্ত্ৰাগাৰ** বি. অস্ত্ৰ ৰখা ভঁৰাল **অস্ত্ৰী**—অস্ত্ৰধাৰী armed. **অস্ত্ৰীক** বিণ. তিৰোতা নথকা, লগত তিৰোতা নথকা having no wife, not accompanied by the wife.

**অস্ত্ৰোপচাৰ** বি. কটা-ছিঙা কৰা কাৰ্য্য, operation.

**অস্থায়ী** বিণ. অলপ দিনীয়া, অনিত্য temporary, not lasting.

**অস্থাৱৰ** বিণ. লৰচৰ কৰিব পৰা, আন ঠাইলৈ নিব পৰা movable, not fixed. **অস্থাৱৰ-সম্পত্তি** স্থাৱৰ বা মাটি বাৰীৰ বাহিৰে অইন সম্পত্তি movable property.

**অস্থি** বি. হাড় bone, সংস্কাৰৰ নিমিত্তে শ্মশানৰ পৰা অনা মৃতকৰ পোৰা হাড়। **অস্থিচৰ্ম্মসাৰ** হাড়ে ছালে লগা, অতি ক্ষীণ very lean.

**অস্থি পঞ্জৰ** বি. চাল, মঙহ, মেদ আৰু তেজ নোহোৱা হলে দেহত যি জঁকাটো থাকে, a cage of bones.

**অস্থিৰ** বিণ. থিৰ হৈ নথকা, লৰি চৰি থকা unstable, unsteady. অনিশ্চিত uncertain, ব্যাকুল anxious, অনিত্য transitory. বি. **অস্থিৰতা**।

**অস্নাতক** বি.ব্ৰহ্মচৰ্য্য ভালকৈ পালন কৰি গৃহস্থাশ্ৰমত যি প্ৰৱেশ কৰা নাই।

**অস্পষ্ট** বিণ. ভালকৈ নুফুটা, সহজে বুজিব নোৱাৰা indistinct, not clear or plain. বি. **অস্পষ্টতা**।

**অস্পৃশ্য** বিণ. চুব নোপোৱা, অশুচি untouchable, unclean. বি. **অস্পৃশ্যতা**।

**অস্পৃষ্ট** কৃদ. বিণ. স্পৰ্শ নকৰা untouched.

**অস্পৃহ** বিণ. নিঃস্পৃহ, অনাসক্ত indifferent.

**অস্পৃহা** বি. অনিচ্ছা, বাঞ্ছা নথকা absence of desire, indifference.

**অস্ফুট** বিণ. নুফুটা, অস্পষ্ট, অব্যক্ত not opened, indistinct, inarticulate.

**অস্বতন্ত্ৰ** বিণ. পৰাধীন, স্বাধীন নোহোৱা dependent. বি. **অস্বতন্ত্ৰতা, অস্বাতন্ত্ৰ্য**।

**অস্বস্তি** বি. অসুখ, অশান্তি uneasiness.

**অস্বস্থ** বিণ. অসুস্থ unwell.

**অস্বাভাবিক** বিণ. অসাধাৰণ, স্বভাৱবিৰুদ্ধ unnatural, against one's nature. বি. **অস্বাভাৱিকতা**।

**অস্বীকাৰ** বি. স্বীকাৰ নকৰা, অসম্মতিপ্ৰকাশ denial, absence of consent, প্ৰত্যাখ্যান, ওভোতাই দিয়া refusal to accept, কৃদ. বিণ. **অস্বীকৃত**। **অস্বীকাৰ্য্য** স্বীকাৰৰ অযোগ্য।

**অহ্, অহ্ অহ্** অব্য. মনৰ দুখ বা বেজাৰ বুজোৱা মাত an interjection of pain or sorrow.

**অহঙ্কাৰ** বি. গৰ্ব্ব, অভিমান, মই-বৰ ভাৱ pride conceit. **মই-ভাৱ** egoism. (দৰ্শনত) নিজৰ ব্যক্তিত্ব-জ্ঞান।

**অহঙ্কাৰী** বিণ. গৰ্ব্বী, গপাল, উদ্ধত proud, arrogant.

**অহমিকা** বি আমিত্ব, মই-বৰ ভাব, অহঙ্কাৰ egoism, pride.

**অহৰহ** ক্ৰি. বিণ. দিন দিন, নিতৌ, সদায় daily, always.

**অহৰ্নিশ, অহৰ্নিশে** ক্ৰি. বিণ. দিনে ৰাতিয়ে, সদায় day and night, always.

**অহল্যা** বি. গৌতম ঋষিৰ পত্নী। পঞ্চসতীৰ এজনী।

**অহা** কৃদ. বিণ. আগত উপস্থিত হোৱা, আহি পোৱা that which has arrived, আগত যিটো আহিব coming, next. **অহা-যোৱা** বি. যাতায়াত coming and going.

**অহি** বি. সাপ snake.

**অহি-নকুল** বি. সাপ আৰু নেউলৰ নিচিনা স্বভাৱ বৈৰী, চিৰশত্ৰু life-long enemy, born-enemy.

**অহিংস** বিণ. হিংসা-শূন্য free from malice. জীৱ-হিংসাৰ পৰা নিবৃত্ত, নিৰুপদ্ৰৱ, বলপ্ৰয়োগত অপ্ৰবৃত্ত।

**অহিংসক** বি. যি পৰৰ অপকাৰ নিচিন্তে, হিংসা নকৰা not malicious, harmless.

**অহিংসা** বি. হিংসাৰ অভাৱ, কাৰো অন্যায় বা অহিত নিচিন্তা স্বভাৱ, জীৱ হত্যাত নাইবা বল প্ৰয়োগত

বিৰতি absence of malice, harmlessness **অহিংস্র** অহিংসক (জন্তু)।

**অহিত** বিণ. অপকাৰী, অনিষ্টকাৰী, injurious, যাৰপৰা অপকাৰ হয়, enemy, অমঙ্গল, অন্যায় evil, harm. ক্রি.বিণ. **অহিতে**। **অহিত-কৰ** অনিষ্টকাৰী, **অহিতকাৰী** অপকাৰী injurious.

**অহিত** (পু. অ) ইয়াত here.

**অহিফেন** বি. আফিং, কানি opium.

**অহিৰ** বি. ৰাতিপুৱা গোৱা বৰ গীতৰ ৰাগ বা সুৰ এটাৰ নাম।

**অহুকাণে-পহুকাণে,** ক্রি. বিণ. ঘুনুক-ঘানাক কৈ by rumour.

**অহৈতুকী** বিণ. (স্ত্রী) হেতু বা উদ্দেশ্য নথকা, নিষ্কাম unselfish. (ভক্তি) পুঃ—**অহেতুক, অহৈতুক** অকাৰণ, য'ত কোনো প্রত্যাশা নাই, নিঃস্বার্থ।

**অহো** অব্য. দুখ প্রকাশক অব্যয়, হায় alas.

**অহোপুৰুষার্থ** বৰ বেছি যত্ন বা পৰিশ্ৰম very great exertion or endeavour.

**অহোভাগ্য** বি. পৰম ভাগ্য, বৰ কপাল good luck.

**অহোৰাত্ৰ** বি. এদিন এৰাতি, সূৰ্য্যোদয়ৰ পৰা আকৌ সূৰ্য্যোদয় পৰ্য্যন্ত ২৪ ঘণ্টা a whole day and night.

**অহোবলীয়া** বি. বলিয়াৰ দৰে কথা কোৱা বা আচৰণ কৰা speaking or behaving like a mad man.

**অহো-বাং** বি. চঞ্চল কথকী মানুহ a fickle-minded talkative person.

**অহো হোৱা** বিণ. বহুত বিন্ধা থকা, ভল ভলীয়া, পেটত কথা ৰাখিব নোৱৰা having many holes, open hearted.

**অহ্ন** বি. দিন a day.

**অক্ষ** বি. পাশা, পাশটি a die for playing, মেৰুদণ্ড the axis of the earth, বিষুব ৰেখাৰ দ্ৰুয়ো-ফালৰ যি কোনো ঠাইৰ দূৰত্ব। গ্ৰহসকলৰ পৰিভ্ৰমণৰ পথ। ৰবি মাৰ্গৰ পৰা কোনো গ্ৰহ বা নক্ষত্ৰৰ দূৰত্ব পৰিমাণ। গাড়ীৰ চকাৰ মাজৰ শলাডাল, ধুৰা the axle. ইন্দ্ৰিয়, যেনে-অধোক্ষজ, চকু, যেনে অক্ষপাদ গৌতম, আত্মা, ৰুদ্ৰাক্ষ, ৰাৱণৰ পুতেক, গৰুড়, ভোমোৰাৰ গুটি। **অক্ষাংশ**—degrees of latitude. **অক্ষ-ক্ৰীড়া**—পাশাখেলা, **অক্ষদণ্ড** বি. পৃথিবীৰ মাজেদি উত্তৰ আৰু দক্ষিণ মেৰু ভেদ কৰি যোৱা কাল্পনিক ৰেখা। **অক্ষমালা**—জপমালা, **অক্ষবৃত্ত**—অক্ষৰেখা, **অক্ষজ**—ইন্দ্ৰিয়জাত।

**অক্ষত** বিণ. ঘুণ নলগা, ক্ষতহীন not wounded. **অক্ষতযোনি**—পুৰুষৰ

নৈতে সংসর্গ নোহোৱা. বি, আৰৈ চাউল।

**অক্ষম** বিণ. ক্ষমতাহীন powerless, অপাৰগ, দুৰ্ব্বল, incapable, incompetent. বি. **অক্ষমতা, অক্ষমা** ক্ষমাশূন্যতা, ক্রোধ anger.

**অক্ষয়** বিণ. সদায় থকা, নাশ নোপোৱা imperishable, শেষ নোহোৱা, অন্ত নোপোৱা inexhaustible. **অক্ষয়-লোক** স্বৰ্গ-লোক। **অক্ষয়-তৃতীয়া** চান্দ্ৰবহাগৰ শুক্লাতৃতীয়া।

**অক্ষৰ** বি. পৰমাত্মা, ব্ৰহ্ম, the universal soul, আখৰ, বৰ্ণ letter, type. (সাংখ্য) প্ৰকৃতি, জীবাত্মা. **অক্ষৰ বৃত্ত** বি. অক্ষৰৰ সংখ্যানুসাৰে নিৰূপিত ছন্দ, a kind of rhyme. **অক্ষৰ ব্ৰহ্ম** সৰ্ব্বব্যাপী, অব্যক্ত আৰু জ্ঞানৰ অগোচৰ ঈশ্বৰ। **অক্ষৰজীৱী** লিখাৰু, কেৰাণী, মহৰী professional writer. **অক্ষৰাৰ্থ** শব্দাৰ্থ literal meaning. **অক্ষৰে অক্ষৰে** ক্রি. বিণ.সম্পূৰ্ণকৈ, অলপো ইফাল সিফাল নকৰি entirely, literally. **ঘুণাক্ষৰে**—অকণো তিলমাত্ৰও। অক্ষৰবৃত্ত, আক্ষৰিক (ছন্দ) অক্ষৰ সংখ্যা অনুসাৰে নিৰূপিত ছন্দ।।

**অক্ষৰেখা** বিষুব ৰেখাৰ পৰা সমান দূৰত উত্তৰে আৰু দক্ষিণে কল্পনা কৰি লোৱা বৃত্তাকাৰ ৰেখা parallel of latitude.

**অক্ষ-শক্তি** বি, কেন্দ্ৰশক্তি, axis power.

**অক্ষসূত্ৰ** বি. জপমালা, বি. সূতাৰে জপমালা গঁথা হয়।

**অক্ষাংশ** বিষুব ৰেখাৰ উত্তৰে ১৮০ ভাগ আৰু দক্ষিণে ১৮০ ভাগ কল্পনা কৰি পৃথিবীক ৩৬০ অংশত বিভক্ত কৰা হয়; ইয়াৰ এক এক ভাগৰ নাম এক অক্ষাংশ degree.

**অক্ষি** বি. চকু the eye. **অক্ষি-গোলক** চকুৰমণি eyeball,

**অক্ষুণ্ণ** বিণ. অব্যৰ্থ, সফল মনোৰথ not disappointed, সুঠ, অটুট healthy, undiminished, অখণ্ড অবিকৃত, অনুশীলন বা চৰ্চ্চা নোহোৱা।

**অক্ষুব্ধ** বিণ. অক্ষুণ্ণ, not disappointed.

**অক্ষোভে** ক্রি. বিণ. ক্ষোভ বা চঞ্চল নোহোৱাকৈ, নিশঙ্কভাৱে without hesitation, অনায়াসে, অক্লেশে।

**অক্ষৌহিণী** বহু সংখ্যক অশ্ব গজ ৰথ পদাতিক সেনা, a complete army, ১০৯৩৫০ পদাতিক, ৬৫৬১০ ঘোঁৰা, ২১৮৭০ ৰথ, ২১৮৭০ হাতী—অথবা এক অযুত হাতী, তিনি অযুত ৰথ, এক লাখ পদাতি আৰু দহ লাখ ঘোঁৰা।

# আ

**আ** স্ববৰ্ণৰ দ্বিতীয় আখৰ, অ ৰ দীৰ্ঘ বৰ্ণ। বেলেগ বেলেগ অৰ্থত শব্দৰ আগত উপসৰ্গ স্বৰূপে সীমা, পৰ্য্যন্ত —আজীৱন, আসমুদ্ৰ। অসময়— আবতৰীয়া, ঈষৎ, অলপ—আভাস; বিপৰীত—আগমন।

**আ-অলঙ্কাৰ** বি. সাজ কাপোৰ আৰু গহনা আদি clothes and ornaments.

**আই** [ সং-আৰ্য্যা, উড়িয়া-আঈ মৈথিল, হিং-মাঈ ] বি. মাতৃ, বসন্ত-ৰোগ mother, small-pox, মাতৃতুল্য তিৰোতা address of a respectable woman. সৰু ছোৱালীক মৰমেৰে মতা মাত।

**আই-ঐ** আই ঐ দেহি অব্য. পুতৌ কৰা মাত, an interjection of pity.

**আই-ঔ** অব্য. অকস্মাৎ ভয় বা দুখ পাই বা আচৰিত হৈ চিঞৰ মৰা মাত an exclamation of terror, wonder or pain.

**আইকণ** সৰু ছোৱালীক মৰম কৰি মতা মাত।

**আইকুঁৱৰী, আইকুঁৱৰী দেও** বি. মাদৈ, ৰজাৰ ভাৰ্য্যা a queen.

**আইচ্** বি. কুকুৰত বাজে আন সৰু ঘৰচীয়া জন্তুক মতা মাত interjection used in calling domestic animal except dogs.

**আইচু** বি. আহোম ডাঙৰীয়ানী, সকলক সম্বোধন কৰা মাত an address to an Ahom lady. **আইচু দেউতা, আইচু দেও** বেছি সন্মানৰ মাত।

**আইচেন্‌ষ্টাইন** ( Isenstein ). কটীয় কথা ছবিৰ পৰিচালক।

**আইচোক্ৰেটচ** এথেন্সৰ এজন আলঙ্কাৰিক।

**আইজাক নিউটন** ইংলণ্ডৰ এজন বৈজ্ঞানিক আৰু গণিতজ্ঞ।

**আইটনীয়া** বি. অসমলৈ অহা শ্যাম-দেশীয় এজাতি মানুহ।

**আইটী** বি. মৰমেৰে ছোৱালীক মতা মাত a term of affection used in addressing a girl.

**আইঠা** বি. ভেটী, উপঢৌকন bribe.

**আইতা** বি. মাকক মতা আহোম মাত word used by the Ahoms in addressing mother, বুঢ়ী মাক, আবু।

**আইদেউতা** ডাঙৰ লোকৰ তিৰোতাক মতা মাত, **আইদেও** ৰজাৰ বা আহোম ডাঙৰীয়াৰ বিবাহিতা বা অবিবাহিতা জীয়েকৰ উপাধি।

**আইধৰ-বাইধৰ** নিৰুপায় হোৱা অৱস্থা, ব্যাকুলতা state of perplexity.

**আইন** ( আৰবী-আঈন ) বি. ৰজাৰ বিধি ব্যৱস্থা laws, statute.

**আইনজ্ঞ** বিণ. আইন জনা।

**আইন-কানুন** বিধি ব্যৱস্থা laws and regulations.

**আইনত** বি. এবিধ মাছ ধৰা যতন a kind of fish trap.

**আইনা** ( ফা-আইনাহ্ ) বি. আৰ্চী, কাচৰ পাত looking glass, a glass-plane.

**আইনে আকবৰী** আকবৰৰ ৰাজত্ব কালত লিখা এখন গ্ৰন্থৰ নাম।

**আইল** ( পু. অ ) আহিল।

**আইস** ( পু. অ. ) আহা come.

**আইনষ্টাইন** নোবেল প্ৰাইজ বিজয়ী এজন বৈজ্ঞানিক।

**আউজি** বিণ. পিঠিত ভৰ দি বহা to lean, to recline.

**আউট** ক্ৰি. ধাতু পগাই পৰিষ্কাৰ কৰা to melt. তপতাই ঘন কৰা thicken by boiling. মনত কথা ভৰা ponder **গোন্ধ** ( আ-বৃৎ ) smelt, বাহিৰ out.

**আউটি** বি. কোনো ঠাইৰ বিশেষ এফাল, অঞ্চল a particular quarter of a town or village.

**আউঠি** বি. কাপোৰৰ দাঁতি বা পাৰি the border of a cloth.

**আউনী, আউনী-পাণ** বি. এবিধ বনৰীয়া পাণ the wild betel creeper.

**আউনী-আটী-সত্ৰ** বি. অসমৰ প্ৰধান চাৰি সত্ৰৰ এখন সত্ৰ।

**আউৰণি** বি. গোজৰণি, চিঞঁৰ roar, loud noise.

**আউল** বি. বিশৃঙ্খল, সান-মিহল tangle, disorder, **আউল ভাঙা** যোঁট ভাঙা, **আউল লগা** যোঁট লগা, **আউলি-বাউলি** শোকত ব্যাকুল হৈ কাপোৰ চুলি আদি সামৰিব এৰা, শোকত বিহ্বল, overwhelmed with sorrow. **আউলী-বাউলী** বলিয়াৰ নিচিনা হৈ কাপোৰ কানি এৰা। **আউলীয়া** বিণ. আউল লগা, যোঁট লগা confused, tangled. **আউল-বাউল** বিশৃঙ্খল deranged. **আউলু-আপচু**—আপদ বিপদ।

**আও** অব্য. আশ্চৰ্য্য প্ৰকাশ কৰা মাত an exclamation of surprise. উপস, বেয়া নীচ, বিপৰীত, অশুভ, অস্বাভাৱিক, বৰ, ঈষৎ, আওকচু—বেয়া কচু, আওকঠীয়া—বেয়া জাত বেয়া গঁচ, আওকণীয়া—আওহেলা কৰা, মুশুনা, আওকথা—অযুগুত কথা, আওকণীয়া—অযুগুত কথা কোৱা, আওকাঠ—সাৰ নথকা বেয়া নৰম কাঠ, আওকাণ—কাণ নকৰা, অমনোযোগ, আওকণীয়া—অমনযোগী, আওকাল—অশুভকাল, আওকিল—পাচ ফাললৈ বা এফাললৈ মৰা কিল, আওখটি—ল'ৰাই কৰা আমনি, ল'ৰাৰ ঠেহ,আওখটীয়া আওখুটি—আমনি কৰা, জেউৰ ধৰা, আওখাল—নঘঁহা, নমজাকৈ পৰিষ্কাৰ কৰা, আওগৰীয়া—ক্ৰমে এফালে চাপৰ বা কাতিহৈ যোৱা, এফলীয়া,

আওগৰু—অতিমূৰ্খ, আওঘটনা—দুৰ্ঘটনা, আওটনি—চুবাপাতনি, আওঠা ওলগ—অতি হীন ভাবে আলপৈচান ধৰা, আওঢলীয়া—এঢলীয়া, আওঢালে—বেয়া ফালে, হব নলগীয়া ফালে, আওপকীয়া—যিফালে পাক লব লাগে সেইফালে নোখোৱা, আওপাক—ওভোতা পাক, বিপৰীত ঘটনা, আওফাল—বিপৰীত ফাল, বাওফাল, আওবড়—আহোম ৰজা সকলে প্ৰথা অনুসৰি সিংহাসনত উঠি, দীৰ্ঘজীৱী হবৰ কামনাৰে ৰোৱা বড়-গছ, আওবৰীয়া—বেয়া অশুভ বাৰে বা দিনত হোৱা, আওবাট—বেয়া বাট, বেয়া ৰীতি, আওবাৰ—অশুভ বাৰ বা দিন, আও-ভাও—কাম কৰিবৰ দিহা বা নিয়ম, ভাৱগতি, আওমৰণ—অস্বাভাৱিক মৰণ, অপঘাত মৰণ, আওহতীয়া—বাওঁফালে থকা, সদায় ব্যৱহাৰ নোহোৱা অহিণকোণা, সচৰাচৰ নোহোৱা, আওহাত—বাঁও হাত, আওহেলা—আওকাণ, অমনোযোগ।

**আউনা-আউনি** বি. অৰিয়া-অৰি, টনা-আঁজোৰা a mutual struggle, rivalry.

**আওটনি কৰি অহা** ক্ৰি. উপক্ৰম কৰা, আহো আহো অৱস্থা।

**আওটনি** বি. চুবা-পাতনি জাবৰ পেলোৱা ঠাই।

**আও-দুৱাৰ** বি. ভুল দুৱাৰ, wrong door.

**আওৰা** স. ধা, [আ-বৃৎ] মনত ৰাখিবৰ কাৰণে ঘনে ঘনে মাতা repeat frequently in order to commit to the memory.

**আওলা** বি. ঘৰৰ পানী পাছৰ খুটাৰ বাহিৰে ওলমি বা ওলাই থকা চাল the eaves of a house.

**আংবাং** বি. মূৰ্খ, একো নজনা stupid.

**আংমৰা** বিণ. পুৰুষৰ শক্তি নথকা impotent. শক্তিহীন weak in vitality.

**আংশিক** বিণ. অংশ সম্বন্ধীয়, অলপ।

**আঃ** অব্য. দুখ বা বেজাৰৰ মাত an exclamation of pain or sorrow.

**আঁ** অব্য. কন্দাৰ নিচিনা মাত, বৰকৈ মুখ মেলা কাৰ্য্য।

**আঁইহা** বিণ. মাছৰ গোন্ধ having the smelt of fish.

**আঁ-কৰ** অক. ধা. বৰকৈ মুখ মেল to open the mouth widely.

**আঁউজ** অক. ধা. পিঠিৰে আন ঠাইত আশ্ৰয় লৈ বা ভৰ দি বহা বা থিয় হোৱা lean against.

**আঁউসী, আঁউহী** বি. অমাবস্যা।

**আঁওচ** বি. হাল বাওঁতে মাটিত হোৱা লোৰ, নাঙলৰ সীৰলু a furrow.

**আঁক** বি চিন. আঁচ a line. সক ধা. নানা ৰকমৰ ৰেখাটানি আকৃতি

লিখা to draw, মিছামিছিকৈ লিখা draw lines. বি. **আঁকন, আঁকোতা**। স্ত্রী. **আঁকতী**।

**আঁকনী, আঁকনী-মাৰি** বি. চেপেটা কল মাৰি।

**আঁকবা** বি. স্পষ্টকৈ মাতিব নোৱাৰা, বেঙা, মূৰ্খ unable to utter, stupid.

**আঁকুৰি-বগ** বি. এবিধ বেঁকা-ঠুঁটীয়া বক-চৰাই a kind of heron with long crooked bill.

**আঁকুৰি-দা** বি. এবিধ বেঁকা দা a crooked da.

**আঁকুহী** বি. হাঁকুটী, কোনো বস্তুত লগাই তাক টানি অনা আগ বেঁকা দীঘল মাৰি a long stick with a hook at one end.

**আঁকোৰা** বিণ. ঘোৰ খোৱা, বেঁকা, ভেঙুৰা crooked, bent, **আঁকোৰা-বেঁকোৰা**—অনেক ভাঁজ থকা, বেঁকা বেঁকি bent in many places.

**আঁকোগোঁজা** বিণ. ভাল বেয়া নেমানি কোনো কামত বা কথাত মন গুঁজি লগা, ধৰা কামত নেৰা-নেপেৰাকৈ লগা obstinately sticking to any opinion or work, whether good or bad, অবুজ, গোৰাঁৰ obstinate. বি. **আঁকো গোঁজালি**।

**আঁকোৱাল** বি. দুই বাহুৰ মেৰ, দুই বাহুৰ মেৰৰ ভিতৰত যিমান ধৰে সিমান clasp with the arms, as much of anything as can be clasped within the arms —সক ধা. আঁকোৱাল মাৰি ধৰ, সাবটি ধৰ clasp with the arm.

**আঁকবাঁক** বিণ. অনেক ধৰণৰ আঁক যুক্ত having various coloured marks or lines, মাতিব নোৱৰাকৈ লিখা আখৰ scribbling.

**আঁচ** ( সং অঙ্ক ) বি. জোঙা বস্তুৰে দিয়া দীঘল আঁক a line, ফাট a crack—কৃদ. বি. **আঁচোঁতা**। স্ত্রী **আঁচতী**।

**আঁচনি** বি. পাছে স্পষ্টকৈ নকল তুলিবলৈ আগেয়ে অপৰিপাটি বা অস্পষ্টকৈ লিখা কাকত a rough draft.

**আঁচল** বি. কাপোৰৰ আগ the end of the cloth. **আঁচল ধৰি ফুৰ** লোকৰ পাছে পাছে ফুৰ, আনৰ ওপৰত নিৰ্ভৰ কৰ।

**আঁচিনাই** বি. চকুৰ ৰোগ sty in the eye.

**আঁচলা** বি. এতৰপীয়া কাপোৰ a cloth used single.

**আঁচু** বি. কাপোৰৰ ফুল তুলিবলৈ বোলোৱা সূতা coloured thread.

**আঁচু-কাঠ** সূতা বোলোৱাত ব্যৱহাৰ কৰা এবিধ গছ।

**আঁচুৰা** সক. ধা. খোৱাৰ পাছে মুখ ধুৱা cause to wash

mouth after eating. **আঁচো** অক. ধা. খোৱাৰ পাছত মুখ ধোৱা wash the mouth after eating a meal.

**আঁচোৰ** বি. জোঙা বস্তুৰে ঘঁহি লগোৱা ঘা a scratch—সক. ধা. ফণীয়া. ফণীৰে চোঁচ to comb. কৃদ. বিণ. **আঁচোৰোঁতা** (স্ত্রী) **আঁচোৰঁতী**। **আঁচোৰ-পিঁচোৰ** আঁচোৰা আৰু তেনেকুৱা কাৰ্য্য।

**আঁজলি** বি. চকুৰ ৰোগ sty in the eye.

**আঁজলি** ( সং অঞ্জলি ) বি. দুয়ো হাতৰ তলুৱাৰ ঠোলাত যিমান ধৰে সিমান বস্তু the quantity held in the cavity formed by joining the palms.

**আঁজিনাই** বি. চকুৰ ৰোগ sty in the eye.

**আঁজোৰ** বি. চোঁতকৰে মৰা টান a short and sudden pull,—সক. ধা. চোঁত কৰে টান মৰা to pull suddenly, **আঁজোৰা-আঁজুৰি** বি. এটাই আনটোক টনা কাৰ্য্য, টনাটনি pulling one another. **আঁজোৰ-পিজোৰ** টনা-আঁজোৰা successive pulls and counter pulls.

**আঁট** সক. ধা. যথেষ্ট হ. যিমান লাগে সিমান হ to suffice for, to be enough for. **আঁটন্** বি. যথেষ্ট হওন।

**আঁটকাল** বি. উমান, গম, সঁহাৰি conjecture formed from sounds. কোনো চিন বা লক্ষণৰ পৰা ভবিষ্যত ঘটনাৰ অনুমান a guess. **আঁটকাল ল**—গম ল, অনুমান কৰ।

**আঁঠু** বি. তপিনা আৰু কলাফুলৰ মাজৰ হাড়ৰ জোৰা বা গাঠি জানু, the knee.

**আঁঠুকাঢ়**—দুই আঁঠু আৰু দুই হাতেৰে মাটিত ভৰদি লবিচৰি ফুৰ, **আঁঠু কাঢ়ি বহ** দুয়ো আঁঠু কোঁচাই বহ, **আঁঠুচোজা**—দুয়োটা আঁঠু কোঁচাই অলপকৈ মাটি ছোৱা, আঁঠু জোৰ, আঁঠু কাঢ়, আঁঠু পাৰ, আঁঠু ল—আঁঠু দুটা মাটিত পেলাই বহ, সম্মান দেখাবলৈ আঁঠু দুটা মাটিত পেলাই বহ।

**আঁঠুমুৰীয়া** বিণ. আঁঠুৰ মুৰলৈকে নামি বা ওলমি পৰা hanging down as far as the knees.

**আঁঠুৱনী, আঁঠুৱনীয়া** বিণ. আঁঠুলৈকে উঠা, আঁঠৰ সমান ওখ knee-deep, coming up to the knee.

**আঁঠুৱা** বি. মহৰি, মহ আদি সোমাব নোৱাৰা কাপোৰৰ ঘৰ a mosquito curtain.

**আঁত** বি. পেটৰ নাড়ী the entrails **আঁত মৰ, আঁত শুকা** ক্রি. নাড়ী মৰ বা শুকা, বহুদিন অনাহাৰে থকাৰ কাৰণে নাড়ী

শুকাই খাব নোৱৰা হ to lose appetite by a long fast.

**আঁত** বি. মেৰাই থোৱা সূতাৰ মূৰ, উৰাদিহ, আগগুৰি the end of a ball of thread a clue.

**আঁতৰ** বি. নিলগ, দূৰ far. distant. অক ধা. দূৰ হ, নিলগলৈ যা to move off. **আঁতৰা** সক. ধা. to remove, separate. **আঁতৰা-আঁতৰি** বিণ. নিলগা-নিলগি, ইটো সিটোৰ পৰা নিলগ বা পৃথক হৈ থকা distant from one another. ক্রি. বিণ **আঁতৰা আঁতৰিকৈ, আঁতৰে**—বেলেগে।

**আঁতিগুৰি** বি. কোনো লোকৰ আদি মূল, আগগুড়ি the origin and particulars of a person or matter.

**আঁতুলি** বি ওকালি retching. অক. ধা. **আঁতুলিয়া**।

**আঁতে-আঁতে** ক্রি. বিণ. নাড়ীয়ে নাড়ীয়ে, মনে মনে, পেটে পেটে, হাবে হাবে internally, secretly. **আঁতকবালী** বি. এবিধ পেটত খামোচ মাৰি ধৰা ৰোগ, কৃপণ মানুহ a kind of griping pain in the stomach, a miser.

**আঁৰ** বি. ভাঁজ, বেঁকাগুণ a slight bend or crook. ভুল, দোষ, বেমেজালি flaw, defect, derangement. ৰোহ displeasure.

**আঁৰ** বি. ঢাকনী a screen, **আঁৰ কাপোৰ,** আঁৰ দিয়া কাপোৰ a screen of cloth. **আঁৰ-বেৰ**—আবৰণ, ঢাকনী, আবৃৰ a screen, privacy. **আঁৰকাতিমাৰ**—কাম কৰিব লাগে বুলি লুকাই ফুৰ। **আঁৰাল**—এৰাল চোৰা। **আঁৰে আঁৰে** ক্রি. বিণ. আঁৰৰ সিফালেহে, নেদেখাকৈ behind the screen.

**আঁৰৰ, আঁৰবি** বি. মূর্চ্ছা যোৱা ৰোগ epilepsy বিণ. **আঁৰবীয়া**—মূর্চ্ছা যোৱা ৰোগ থকা epileptic.

**আঁহ** বি. মঙহ বা গছৰ ছাল আদিৰ মিহি সূতাৰ নিচিনা ভাগ fibre. **আঁহ-পাহ**—গাৰ শিৰ আদি fibres and muscles.

**আঁহত** (সং অশ্বত্থ) বি. হিন্দুৰ কাৰণে এবিধ পবিত্র গছ the pepul tree, the holy fig tree.

**আঁহীয়া** বিণ. কেঁচা মাছ মঙহৰ দৰে গন্ধোৱা, কেচেমা কেচেম having the smell of raw flesh or fish.

**আঁহুৰা** বিণ. থীৰাবলৈ নিদিয়া গাই, মইমতীয়া not quiet.

**আক** সর্ব্ব. এইক, ইয়াক this thing of person.

**আকৌ** ক্রি. বিণ. আক এবাৰ, পুনবায় again.

**আকটা** বিণ. মুখত বৰ বেয়া লগা, উগ্ৰ স্বাদ যুক্ত of a disgusting taste.

**আকণ্ঠ** ক্রি. বিণ. পেটৰ পৰা ডিঙ্গিলৈকে up to the throat.

**আকণ** বি. বগা আঠা ওলোৱা এবিধ গছ the swallow-wart.

**আকৰ** বি. কোনো বস্তু উৎপন্ন হোৱা ঠাই, খনি a mine.

**আকৰ্ণ** ক্রি. বিণ. কাণলৈকে reaching up to the ear.

**আকৰ্ষক** বি. যি আকৰ্ষণ কৰে attractor. **আকৰ্ষণকাৰী** বিণ. attracting. **আকৰ্ষণ** বি. টনা কাৰ্য্য, নিজৰ ফালে টানি অনা attraction, কৃদ. বিণ. **আকৰ্ষিত** attracted. **আকৰ্ষণী** বিণ. যাৰ দ্বাৰা আকৰ্ষণ কৰা যায়, চুম্বক।

**আকল** সক. ধা. চকুৰে মনা, দেখা perceive by the eye, বুজা, বিবেচনা কৰা consider, লাজ shame.

**আকলন** বি. চকুৰে মনিব বা দেখিব পৰা শক্তি the power of discerning.

**আকলি-বাকলি** বি. অকামিলা বস্তু, সামান্য বস্তু unimportant and superficial things.

**আকলুৱা** বিণ. খাবলৈ নোপোৱা, বৰকৈ হাবিলাষ কৰা famine-stricken, eagerly desiring.

**আকলে-বিকলে** ক্রি. বিণ. আকুল ভাবে, অস্থিৰভাবে distractedly.

**আকস্মিক** বিণ. অকস্মাৎ বা হঠাতে হোৱা sudden, accidental.

**আকস্মিক নিধি** বি. হঠাৎ খৰচ কৰিবলগীয়া ধন contingency fund.

**আকস্মিকতা বহুল**—কাৰ্য্যকাৰণ নোহোৱাকৈ সংঘটিত হোৱা কাৰ্য্যৰ পৰিমাণ য'ত বহুতো।

**আকাঙ্ক্ষা** বি. প্ৰবল ইচ্ছা, বাসনা craving desire, longing, **আকাঙ্ক্ষিত** কৃদ. বিণ. যাক আকাঙ্ক্ষা কৰা হৈছে, বাঞ্ছিত desired, বিণ. **আকাঙ্ক্ষী** আশা কৰি থকা hoping. **আকাঙ্ক্ষণীয়** বিণ. অভীষ্ট।

**আকাজী** বিণ. একাজী, ব'ব কাটিব নজনা unskilled in weaving and spinning.

**আকাৰ** বি. আকৃতি, গঢ়, গঠন, ঠগ form, shape, **আকাৰ-ইঙ্গিত** বি. ভাব-ভঙ্গী sign and gesture. **আকাৰে-ইঙ্গিতে** ক্রি. বিণ. ভাৱ-ভঙ্গীৰে। **আকাৰান্ত** বিণ. আ শেষত থকা ending in আ।

**আকাল** ( হি. অকাল—দুৰ্ভিক্ষ ) বি. দেশজুৰি হোৱা খোৱা বস্তুৰ অভাৱ, দুৰ্ভিক্ষ scarcity, famine, **আকালৰ ভাত**—মহা বিপদৰ সময়ত পোৱা সহায়। **আকাল চৰ** অকলশৰীয়া alone. ক্রি. বিণ, আকাল-চৰে।

**আকাশ** বি. মূবৰ ওপৰত শূন্য, গগন sky, ether, স্বৰ্গ heaven. আকাশত। **আকাশ বাত্তি, আকাশ বাত্তী** বি. আকাশ বা ওপৰত লগোৱা চাকি, **আকাশবাণী, আকাশী চৰণ ভাঙি পৰা** ক্রি. ভয়ানক বিপদ উপস্থিত হোৱা, the falling of a bolt from the blue. **আকাশী-বাণী** আকাশৰ পৰা দেৱতাই কোৱা কথা। **আকাশ-বাণী** বি. ৰেডিঅ'। **আকাশী** বিণ. আকাশ বা শূন্যত হোৱা বা বাস কৰা. **আকাশী গঙ্গা** মন্দাকিনী, **আকাশী-জাহাজ, আকাশী যান** —উৰা জাহাজ, বিমান। **আকাশ-কুসুম** অসম্ভৱ কল্পনা, **আকাশ-চৰ** বি. চৰাই। **আকাশ-পাতাল** বহুবিষয়,সকলো বিষয়ে (চিন্তা কৰা) **আকাশ ভাঙি পৰা** ক্রি. হঠাত বিপদে দেখা দিয়া। **আকাশত চাং পাতা** অস্বাভাবিক কল্পনা কৰা। **আকাশৰ তৰা বিচৰা** ক্রি. দুষ্প্ৰাপ্য বস্তুলৈ আশা কৰা, to aim at the impossible.

**আকিঞ্চন** বিণ. একোনোহোৱা, দুখীয়া poverty.

**আকীৰ্ণ** বিণ. বিক্ষিপ্ত, বিস্তীৰ্ণ scattered.

**আকুঞ্চন** বি. কোঁচ খোৱা কাৰ্য্য, সংকোচন contraction কৃদ. বিণ. **আকুঞ্চিত** কেকোৰা, কোঁচ খোৱা curled.

**আকুল** বিণ. ব্যগ্ৰ, ব্যাকুল, দুঃখিত, অস্থিৰ, বিবুদ্ধি, চঞ্চল eager, perplexed, distressed, confounded, agitated, restless. বি. **আকুলতা,** কৃদ. বিণ. **আকুলিত** (পুঃ অঃ) বন্ধন, বান্ধনি tie. **আকুলি ব্যাকুলি** অতিশয় আগ্ৰহ, উৎকণ্ঠা।

**আকুতি** বি. অভিলাষ, ইচ্ছা wish, desire.

**আকৃতি** বি. আকাৰ, ৰূপ, গঢ়, মূৰ্ত্তি, প্ৰতিকৃতি likeness, shape, form, portrait, statue.

**আকৃষ্ট** বিণ. আকৰ্ষিত, টনা, মুগ্ধ, প্ৰলুব্ধ drawn, attracted. **আকৃষ্যমাণ** যি আকৃষ্ট হৈছে।

**আকে, আঁকে** বি. নিয়াৰি anvil.

**আকোচা** বি. লাজ বা অপমানলৈ ভয় বা কোঁচ নোখোৱা not prevented by a sense of shame.

**আকোলা-আকুলি** বি. সাবটা সাবটি mutual embracing.

**আক-তাক** সৰ্ব্ব. ইটোক সিটোক, অনিশ্চিত লোকক this man or that man, uncertain person.

**আক্কেল** বি. বুদ্ধি, বিচাৰ শক্তি, intelligence.

**আক্ৰম** সা. ধা. অপকাৰৰ ইচ্ছাৰে খেদিগৈ ধৰা, যুঁজিবলৈ যা to

attack, to invade, **আক্ৰমণ** বি. অপকাৰ কৰিবৰ কাৰণে খেদি ধৰা, যুঁজ দিয়া an attack, an invasion. কৃদ. বিণ. **আক্ৰান্ত** যাক আক্ৰমণ কৰা হৈছে, অভিভূত, পৰাস্ত overcome, overpowered. **আক্ৰান্তি** বি. প্ৰবল ইচ্ছা intense desire, পৰাক্ৰম power. **আক্ৰমক** আক্ৰমণকাৰী।

**আক্ৰোশ, আক্ৰোহ** বি. মনত ৰখা খং, অনিষ্ট কৰিবৰ ইচ্ছা grudge, cherished ill-will.

**আক্ৰোহ** বি. এবিধ নোৰবা লোভ বা আশা, avarice, greed. বিণ. **আক্ৰোহী**।

**আক্লান্ত** বিণ. বৰকৈ ভাগৰি পৰা, ক্লিষ্ট, very tired.

**আখটি** বি. আমনি, ল'ৰাৰ জেউৰ vexation, a whim of a child.

**আখণ্ডল** বি. ইন্দ্ৰ Indra.

**আখৰ** ( সং-অক্ষৰ ) বি. বৰ্ণ, লিখা চিন a letter of the alphabet.

**আখৰা** বি. অভ্যাস, ঘাইকৈ গাব বজাবলৈ শিকা কাৰ্য্য rehearsal, a meeting place for music.

**আখৰুৱা** বিণ. আখৰ চিনা, লিখিব পঢ়িব জনা literate, লিখি ৰখা reduced to writing, অতি প্ৰাচীন very old. **আখৰুৱাকৈ** ক্ৰি. বিণ. আখৰেৰে in letters, **আখৰে-আখৰে** ক্ৰি. বিণ. সম্পূৰ্ণ-ৰূপে exactly, literally.

**আখ্‌বোট** বি. এবিধ গছ আৰু তাৰ ফল।

**আখল** বি. ৰান্ধনি ঘৰৰ চক থকা অৰ্থাৎ ভাত ৰন্ধা খোঁটালি the cook room.

**আখা** বি. চৌকা, ভাত ৰন্ধা উধান a support for the cooking vessels. **আখাপতীয়া** চৌকাৰ উধানৰ দৰে তিনি চুকিয়াকৈ পতা বা বহা seated or placed like the three supports of a cooking vessel.

**আখাত**—"অখাত" চোৱা।

**আখাৰ, আখাৰেক** বি. এটা কথা a simple expression.

**আখাৰা** বি. গীত, নৃত্য, অভিনয় শিক্ষা কৰা, rehearsal.

**আখি** (সং-অক্ষি, হি. আঁখ) বি. কাঠ বা বাঁহৰ চকু বা গাঠি, চকু knot of a bamboo or a tree, eye.

**আখীয়া** বিণ. আখি বা গাঁঠি থকা full of knots.

**আখুটি**—আখেটী চোৱা।

**আখুদি** বি. দৰৱ, ঔষধ, drug.

**আখেজ্‌** ( আৰবী-অখজ্‌) বি. শত্ৰুতা, বৈৰভাৱ, হিংসা, অপকাৰ কৰিবৰ ইচ্ছা enmity, malice, hostliity.

**আখেটী**, আখুটী বি. শিশুৰ আবদাৰ a whim of a child. কথ্য ভাষাত, দোষ ত্ৰুটী, যেনে :—"তোৰ নো ইমান আখেটী নে ?".

**আথৈ** (সং-খদিকা ) বি. ধান, গোম-ধান আদি ভাজিলে ফুলি উঠা চাউল fried paddy or Indian corn. **আথৈয়া** বিণ্. আথৈৰ নিচিনা like parched paddy. **আথৈয়া-গোম** এবিধ বিষধৰ সাপ।

**আখ্যা** বি. নাম, সংজ্ঞা a name, a title. কৃদ. বিণ. **আখ্যাত** কথিত, উল্লিখিত mentioned. **আখ্যান** বি. কোৱা বা উল্লেখ কৰণ, কাহিনী, ইতিহাস, সাধুকথা narration, story, history, fable. **আখ্যায়িকা** কাহিনী।

**আগ** ( সং-অগ্র ) বি. সন্মুখ, সন্মুখৰ ফাল the front, ওপৰ বা মূৰৰ ভাগ the top, মূৰ, শেষভাগ the end or extremity. **আগৰ দিন** অতীত কাল the past. **আগ দিনা** পূৰ্ব্ববৰ্ত্তী দিন preceding day, আগ-ছোৱা first part, আগভাগ, প্ৰথম ভাগ chief part, **আগ আন** প্ৰথম দিনা দোৱা ধানৰ উৎসৱ কৰি এভাগ ঘৰলৈ আন। **আগকৰ** ডাঙৰ লোকক ভেঁটাই দি, দেৱতাক দিবলৈ অঙ্গীকাৰ কৰ, **আগ-গুৰি** আঁতিগুৰি, আদি অন্ত। **আগ চাউল দিয়া** বিধিমতে বিয়া নকৰোৱাকৈ মুনিহ তিৰোতাক স্বামী-ভাৰ্য্যা স্বৰূপে সম্বন্ধ লগোৱা এটা কাৰ্য্য a form of marriage. **আগদিয়া** বিয়াৰ অন্তত কৰা এটা অনুষ্ঠান। **আগধন** কোনো বস্তুৰ মূল্য স্বৰূপে বা কাম কৰিবৰ কাৰণে আগেয়ে দিয়া ধন। **আগধৰি** প্ৰথম কাম স্বৰূপে, প্ৰথমে। **আগ-পাছ** কোনো কথাৰ ভাল বেয়া সকলো ফাল। **আগ-বঢ়াই আন** কিছু দূৰলৈ গৈ আদৰ কৰি লগতলৈ আহ। **আগ বঢ়াই থ** কোনো লোকক বিদায় দিবৰ সময়ত অলপ দূৰলৈ গৈ থৈ আহ। **আগবাঢ়** অগ্ৰসৰ হ, কামত আগুৱা to go before or ahead, advance, **আগ-বিয়া** প্ৰথম বিয়া first marriage. **আগ-ভেট, আগ-ভেটি ধৰ** ক্রি. আগত থিয় হৈ বাট বন্ধ কৰ to prevent one from advancing by standing on his way. **আগমূৰ** মূৰৰ সমুখৰ ফাল, কপাল, **আগ হ** আগবাঢ় go before another. **আগ-হাত** সোঁ হাত right hand. **আগলৈ** ভবিষ্যতলৈ, ইয়াৰ পাছত in future. **আগ-চালি** বি. দুৱাৰ মুখত বা ঘৰৰ আগফালে বঢ়াই দিয়া চাল a verandah.

**আগ-চুলি** বি. মূৰৰ আগফালৰ চুলি fore-lock.

**আগ-বগুৰা** বি. যি সকলোৰে আগত থাকি যুঁজে one fighting in the first rank, কোনো বিষয়ত বা কাৰ্য্যত প্ৰথম বাট দেখাওঁতা pioneer.

**আগলতী-পাত, আগলি-পাত** বি. কলাপাতৰ আগৰ ছোৱা the forepart of a plantain leaf.

**আগচ** সক. ধা. আগচি ধৰ, আগ-ভেটি ধৰ, আগুৰ to prevent from advancing.

**আগঢ়** বি. অশুৱনি আকৃতি, বেয়া আকাৰ ugliness. বিণ. **আগঢ়ী**।

**আগত** কৃদ. বিণ. উপস্থিত হোৱা arrived, যিটো আহিব, অহা ensuing, coming, সমুখত in the presence of.

**আগতীয়া** বিণ. বতৰৰ আদিতে ওলোৱা বা হোৱা early, prior in time.

**আগতে** ক্রি. বিণ. সমুখতে in front, কিছু কালৰ পূৰ্ব্বে some time back.

**আগনি** বিণ. প্ৰথমে মোটামুটিকৈ ধৰা বা উলিওৱা, preliminary, প্ৰথমে টানি বা সৰাই লোৱা first distilled, চোকা strong.

**আগন্তুক** বিণ. সম্ভাবনা থকা, হব পৰা possible. বি. সম্ভাৱনা, লক্ষণ possibility, sign, অতিথি guest.

**আগম** বি. তন্ত্ৰ-শাস্ত্ৰ a work inculcating the worship of various gods and goddesses, বেদাদি আপ্তবাক্যাত্মক শাস্ত্ৰ, ব্যাকৰণত প্ৰত্যয় যোগ কৰাৰ সময়ত অহা আখৰ, আগমন, উপস্থিতি।

**আগমন** বি. অহা, আহি উপস্থিত হোৱা কাৰ্য্য act of coming, arrival. **আগমনী** বিণ. মাতি অনা (আগমনী গীত) welcoming.

**আগৰ** বিণ. পূৰ্ব্বৰ, হৈ যোৱা former, আগত থকা present in front.

**আগৰৱালা** বি. উপাধি বিশেষ। (আগ্ৰাৰ বৈশ্য সম্প্ৰদায়ৰ লোক।)

**আগৰা** বি. এজাতি বন গছ a kind of herb.

**আগল** বিণ. বৰ চোকা, অগ্নিতুল্য very strong.

**আগলি** বিণ. আগৰ ফালৰ, মুৰৰ ফালৰ belonging to the top or forepart.

**আগলৈ** ক্রি. বিণ. আগ-ফাললৈ, সমুখৰ ফাললৈ forward, ভবিষ্যত-লৈ in future.

**আগা-আগিকৈ** ক্রি. বিণ. এজনৰ আগত আন এজন হৈ, আগা-পিছা হৈ ranged in file, one behind another. **দেখা-দেখি হৈ** in the presence of another.

**আগা-পিছা** বিণ. এজন আগ এজন পাছ one behind the other. ক্রি. বিণ. **আগা পিছাকৈ**।

**আগাৰ** বি. ভড়াল store.

**আগালি** বিণ. সন্মুখ ভাগ, forepart.

**আগি** (সং-অগ্নি) (পুঃ অঃ) বি. জুই, অগ্নি fire.

**আগীয়া ঠুঁটি, আগ ঠুঁটি** বিণ. নৈ বা সাগৰলৈ আগবাঢ়ি যোৱা মাটি বা গৰা a high bank projecting into the river or sea, অন্তৰীপ a promontory.

**আগুণ** বি. জুই fire.

**আগুৰ** ক্রি. আগচ বা আগচি ধৰ prevent from advancing, ঘেৰি ধৰ to surround, আশ্রয় দি ঘেৰি-ৰাখ to protect.

**আগুৰাণ** বি. তিৰোতাই গাত লোৱা দীঘল কাপোৰ a long cloth worn by women.

**আগুৰা** অক. ধা. আগলৈ যা go forward, advance, উন্নতি কৰা make progress.

**আগুৱান** বিণ. আগলৈ যোৱা, আগবঢ়া, অগ্রসৰ going forward, advancing.

**আগুসাৰ** বিণ. (পুঃ অঃ) অগ্রসৰ, আগবাঢ়ি যোৱা। **আগুহাতি** (পুঃ অঃ) আগুৰি।

**আগে, আগেয়ে** ক্রি. বিণ. প্রথমতে, পূর্ব্বে before, at first. **আগে আগে** ক্রি. বিণ. সমুখত in front.

**আগেচিতা, আগিয়াচিতা** বি. ঔষধত লগা এবিধ. গছ a medicinal plant.

**আগে-পাছে** আগত আৰু পিছত।

**আগো (ব্রজ)** সম্বোধনবাচক অব্যয়।

**আগোৱাল** বি. নাৱৰ আগত বঠা বা চৰি বোৱা মানুহ a rower at the prow of a boat.

**আগ্নেয়** বিণ. অগ্নি সম্বন্ধীয়, জ্বলন্ত relating to fire.

**আগ্নেয়গিৰি** যি পর্ব্বতৰ পৰা জুই, জলীয় ধাতু আদি ওলায়, জ্বালামুখী পর্ব্বত a volcano.

**আগ্নেয়-প্রস্তৰ** বি. যি শিল আগ্নেয়-গিৰিৰ ক্রিয়াৰ ফলত সৃষ্টি হৈছে igneous rock.

**আগ্নেয়াস্ত্র** বি. যি অস্ত্রৰ মুখত জুই ওলায়, ব্রহ্মাস্ত্র a fire-arm.

**আগ্রহ** বি. কোনো বস্তু পাবৰ কাৰণে কৰা ইচ্ছা earnest endeavour, হেপাহ zeal, অতিশয় ব্যগ্রতা, ঐকান্তিক যত্ন। **আগ্রহান্বিত** উৎসুক। **আগ্রহাতিশয়** বৰ ইচ্ছা।

**আঘণ, আঘোণ** বি. অষ্টম মাহ, কাতি মাহৰ পাছৰ মাহ the eighth month of the Assamese year. বিণ. **আঘণীয়া, আঘোণীয়া, আঘণা।**

**আঘাত** বি. কোব, প্রহাৰ, দুখ, কষ্ট, blow, sorrow, pain.

**আঘাৰ, এঘাৰ** বি. এক অধিক দহ eleven.

**আঘ্রাণ** বি. গোন্ধ smell, **আঘ্রাণ কৰ**—গোন্ধ লোৱা কাৰ্য্য the act of smelling.

**আঙ্** বিণ. (কথ্যভাষা) আপচটা, কেঁচা immature.

**আঙুহি** বি. ( কথাভাষা ) আঁউসি, আঁউহি, night of the first moon.

**আঙঠা** বি. জুই থকা নাইবা জুই নথকা এঙাৰ burning coal.

**আঙঠি** বি. আঙুলিত পিন্ধা অলঙ্কাৰ a finger-ring. **আঙঠি পিন্ধোৱা** ছোৱালীক আঙঠি নাইবা কোনো অলঙ্কাৰ পিন্ধাই বিয়াৰ ঠিক বন্দোবস্ত কৰা।

**আঙলি** বি. থোকা পাতি হোৱা তামোল নাইবা অইন গছৰ গুটিৰ এটা শাখা a branch of a cluster of fruits. শিখা, জলা জুইৰ জিভা বা আগ ভাগ a flame of fire, গছৰ ঠেঙুলি বা সৰু ডাল।

**আঙ-মৰা** বিণ. দুৰ্ব্বল, অক্ষম, পুৰুষত্ব-হীন impotent.

**আঙামুৰি** বি. গামুৰি, ভালেমান বেলি একেথৰে থকাৰ পাছত হাত-ভৰি মেলি জোকৰা কাৰ্য্য act of stretching the limbs.

**আঙাৰ** বি. পোৰা কাঠ নাইবা বাঁহৰ ক'লা ভাগ charcoal.

**আঙাৰা** বি. পোৰাকাঠ, burned wood.

**আঙি-ভঙি** বি. কোনো কথা বা ভাব প্ৰকাশ কৰিবলৈ শৰীৰৰ অঙ্গ ভাঁজ লগাই লৰোৱা কাৰ্য্য gesticulation.

**আঙুঠি** বি. আঙঠি ring.

**আঙুৰ** বি. সুগুকোৱা দ্ৰাক্ষা ফল grapes.

**আঙুল** বি. আঙুলিৰ পথালি জোখ a finger's width in measure.

**আঙুলি** বি. হাত বা ভৰিৰ আগত থকা ঠেঙুলি। **আঙুলিয়া** আঙুলি টোৱাই দেখুৱা।

**আঙোৰগাঙোৰ** বি. বাঁতি আহিবৰ আগেয়ে নাড়ী উকট-পাকত কৰা the uneasy sensation caused by the movement of the bowels and producing vomitting tendency.

**আঙ্ক** ( পুঃ অঃ ) সৰ্ব্ব. এওক।

**আঙ্কুশি** ( পুঃ অঃ ) বি. আঁকুহী।

**আঙ্গিক** বিণ. অঙ্গ সম্বন্ধীয়, অভিনয়ত ভাৱবীয়াৰ ভাৱভঙ্গি, মৃদঙ্গবাদক।

**আঙ্গিৰস** বি. অঙ্গিৰস ঋষিৰ পুত্ৰ, দেৱগুৰু বৃহস্পতি, গোত্ৰ বিশেষ।

**আচ্‌কা** বিণ. অনুমানি approximate.

**আচক্ৰাই** বিং. দুৰ্ব্বলৰ পৰা হোৱা মূৰ ঘূৰণি giddiness due to weakness.

**আচ্‌বাব্** (আৰবী—আস্‌বাব্) বি. বস্তু বেহানি goods, furniture.

**আচমন** বি. ভোজনৰ পাছত মুখ ধোৱা কাৰ্য্য the act of washing the mouth after a meal, শুচি হবৰ উদ্দেশ্যে হাতৰ তলুৱাত পানী লৈ তিনিবাৰ মুখত দি নাক, কাণ,

চকু আদি ছোৱা কাৰ্য্য। বিণ. **আচমনীয়, আচমনী**।

**আচ্মান** বি. আকাশ the sky.

**আচম্বিক** বিণ. হঠাৎ. sudden.

**আচম্বিকত্তা** হঠাৎ কৰিতা।

**আচম্বিত** বিণ. সম্ভব-নোহোৱা, অকস্মাৎ হোৱা, হঠাৎ sudden, unexpected, আচৰিত strange. ক্রি. বিণ. **আচম্বিতে**।

**আচৰ** অক. ধা. ব্যৱহাৰ কৰ, নিয়ম ধৰি কাম কৰ বা চল to behave. **আচৰণ** বি. অনুষ্ঠান, কৰণ doing, performing, ব্যৱহাৰ, ৰীতি conduct, behaviour. **আচৰণীয়** বিণ. আচৰণ কৰিব লগীয়া। কৃদ. বিণ. **আচৰিত** ব্যৱহৃত observed.

**আচৰিত** (সং—আশ্চৰ্য্য) বিণ. অদ্ভুত, আশ্চৰ্য্য wonderful, strange, তবধ surprised.

**আচল** বি. বিজুতি, অনায়াসে যাব নোৱৰা ঠাই, সঙ্কট a place not easily accessible, difficulty. বিণ. চল নোহোৱা, বিজুতি, টান inconvenient, difficult.

**আচল** [ আৰবী—আচ্ল মূল ] বি. মূল, আহি the original. বিণ. প্রকৃত, সত্য, নিভাঁজ genuine, প্রধান, ঘাই chief, principal. ক্রি. বিণ. **আচলতে**।

**আচহুৱা** বিণ. নিচিনা-নজনা, অচিনাকি not familiar, strange.

**আচাটবিচাট্** বি. নবিয়াই বেমাৰৰ পীড়াত হাত ভৰি এছাৰি ইলুটি পিলুটি কৰি থকা কাৰ্য্য, খৰফৰণি restlessness.

**আচাভুৱা** বিণ. নেদেখা-নুশুনা, আচৰিত strange, unfamiliar.

**আচামী** বি. যাৰ বিৰুদ্ধে গোচৰ হয়, পদকীয়া an accused person, a defendant.

**আচাৰ** বি. ব্যৱহাৰ, আচৰণ, স্বভাৱ conduct, behaviour. নীতি-নিয়ম custom, তিৰোতাৰ মাহে মাহে ঋতুস্রাৱ হোৱা monthly course, তেল আদিত মছলা সানি পেলাই থোৱা ফল-মূল।

**আচাৰভ্রষ্ট** আচাৰহীন, অনাচাৰী। **আচাৰবান** নিষ্ঠাবান, **আচাৰী** শিষ্টাচাৰী।

**আচাৰ্য্য** বি. গুৰু, শিক্ষক an instructor, বেদ শিকাওঁতা teacher of the Vedas. স্ত্রী. **আচাৰ্য্যানী** আচাৰ্য্যপত্নী। **আচাৰ্য্যা** শিক্ষাদায়িনী, শিক্ষয়িত্রী।

**আচাৰ্য্য চন্দ্ৰ গোস্বামী** বি. এজন বৈয়াকৰণিক।

**আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ** বি. ৰসায়ন শাস্ত্ৰৰ এজন পণ্ডিত।

**আচিনাই** বি. গাৰ ছালৰ পৰা ওলোৱা টান বিষ নাইকিয়া এবিধ সৰু কোঁহা wart.

**আচু-সুতা** বি. কাপোৰত ফুল তুলিবৰ বাবে ব্যৱহাৰ কৰা ৰঙীন

সূতা coloured threads to weave embroidery figures into a piece of cloth.

**আচোঁ** ক্রি. খোৱাৰ পিছত মুখ ধোৱা wash the face after eating.

**আচ্ছন্ন** কৃদ. বিণ. ঢকা, আবৃত concealed, covered. **আচ্ছাদক** বি. ঢাকনী a cover. **আচ্ছাদন** ঢাকনী, আবৰণ a cover, কাপোৰ cloth. কৃদ. বিণ. **আচ্ছাদিত** আবৃত covered.

**আচ্ছা** অব্য. বাৰু, সেয়ে হওক, ভাল all right, let that be. বিণ. ভাল very good.

**আছ্‌** অক. ধা. থাকা, উপস্থিত থাক to exist. বাস কৰ to live.

**আছন্ত** ( পুঃ অঃ ) অক. ধা. আছে to exist.

**আছাৰ** সক. ধা. থেকেচা, বলেৰে জোকাৰি বা কোবাই আঁতৰাই পেলা shake forcibly, throw off. **আছাৰ খা** হঠাৎ পিছল খাই পৰি যোৱা। **আছাৰ মাৰ** ধৰি পেলাই বলেৰে আঁতৰ কৰা।

**আছাৰে-কণি** আছাৰ খাই অহা বৰষুণৰ পানীৰ ছিটিকনি।

**আছুতীয়া** বিণ. নোছোৱা-নেমেলাকৈ থোৱা, ব্যৱহাৰ নকৰাকৈ ৰখা laid up unused or untouched, বেলেগ separate. ক্রি. বিণ. **আছুতীয়াকৈ**।

**আছোট** ( পুঃ অঃ ) বি. বলেৰে মৰা আছাৰ, আঘাত a push, a blow.

**আছোক্‌, আছোক্‌ ছাৰি** ক্রি. বিণ. থাকোক ছাৰি, ঘটক ছাৰি, থকাক এৰি from, instead of, হওক, যাওক let it be or remain.

**আজ** বি. হোজা simple, artless.

**আজগৱী, আজগুৱী** বি. নেদেখা-নুশুনা, আশ্চর্য্য, বিস্ময়জনক strange.

**আজনি** বি. তামোলৰ লগত খোৱা এবিধ সুগন্ধি গুটি a kind of seed.

**আজনেই** বি. ( কথিত ভাষা ) চকুৰ ৰোগ বিশেষ wart.

**আজন্ম** বিণ. উপজিবৰ পৰা ever since the birth.

**আজমীঢ়** বি. এজন যদুবংশীয় নৃপতি, বিদূষকৰ এটা নাম।

**আজব** ( আৰবী ) বিণ. অদ্ভুত, আশ্চর্য্য wonderful.

**আজৰ** বি. জৰ নথকা মানুহ having no fever.

**আজৰা** সক. ধা. শুদা কৰ, খালি কৰ to empty. **আজৰি** বি. কাম-বন নথকা সময়, অৱকাশ absence of work, leisure, শেষ, অন্ত end. বিণ. শুদা, খালি, কাম নথকা empty, unoccupied. ক্রি. **আজৰি হ'ল**। বিণ. **আজৰীয়া**—

বন নথকা having leisure, জ্বৰ-নথকা having no fever.

**আজ্ৰাইল** বি. কোৰাণৰ মতে মৃত্যুৰ অধিপতি।

**আজলা** বিণ. একো নজনা, হোজা, মূঢ় ignorant, simple, foolish. বি. হোজা মানুহ simpleton. স্ত্রী. **আজলী**। **আজলামি** বি. অজলাৰ স্বভাব। **আজল-মঠ** বিণ. আজলাৰ নিচিনা ভাও ধৰা, জানিও নজনাৰ ভাও ধৰা feigning simplicity. বি. **আজলমঠালি**।

**আজান** বি. নজনা, মূৰ্খ ignorant, stupid, এবিধ মাছ খোৱা চৰাই a species of wading bird, নমাজ বা ঈশ্বৰৰ উপাসনালৈ সকলোকে বিঙিয়াই মতা মাত বা জাননী a call to the Mohammedans for prayer. **আজান দে** নমাজ পঢ়িবলৈ মাত।

**আজান ফকীৰ** বি. অসমত ইচ্লাম ধৰ্ম্ম প্ৰচাৰ কৰোঁতা।

**আজানু** ক্রি. বিণ. আঠু পৰ্য্যন্ত।

**আজানুলম্বিত, আজানুলম্বী** বিণ. আঁঠুলৈকে ওলমি পৰা hanging down to the knee.

**আজাৰ** বি. এবিধ ডাঙৰ গছ a timber tree. বেদনা, ৰোগৰ পৰা হোৱা দুখ pain.

**আজান-ভেঁহিয়া** বিণ. জনা কথাকো নজনা ভাও দেখুৱাই তাকে সুধি বিদ্ৰূপ কৰা pretend ignorance of anything and then make of fun asking questions about it.

**আজাহ** বি. গধুৰ বোজাৰ কাৰণে পোৱা দুখ strain.

**আজি** ( সং—অদ্য ). সৰ্ব্ব. এই দিন, বৰ্ত্তমান দিনটো today. **আজিয়েই** ক্রি. বিণ. আজিৰ দিনতে on this very day. **আজি-কালি** বৰ্ত্তমান সময় now-a-days. **আজিকালিকৈ, আজিকালি-কৰি** ক্রি. বিণ লাহে লাহে gradually. **আজিকোপতি** অব্য. আজিলৈকে, **আজিধৰি** ক্রি. বিণ. আজিৰ পৰা আৰম্ভ কৰি, আজিৰ দিনকো ধৰি from today or this time including this day.

**আজিনাই, আজনি** ( সং-অঞ্জনিকা ) বি. চকুৰ পিৰিকটিত হোৱা এবিধ সৰু ফোঁহা a sty on the eye-lid.

**আজীৱন** ক্রি. বিণ. জন্মৰ পৰা মৃত্যুলৈকে গোটেই জীৱন during the whole life.

**আজীৱিকা** বি. ব্যৱসায়, জীৱিকাৰ উপায় calling.

**আজু, আজো** ( পুঃ অঃ ) বি. আজি। **আজো-ককা** ককাৰ বাপেক great grand-father.

**আজোখ, আজোখা** বিণ. ঠিক জোখাৰ নোহোৱা disproportionate ক্রি. বিণ. **আজোখাকৈ**।

**আজ্ঞপ্তি** বি. আদেশ, বিধি decree.

**আজ্ঞা** বি. ডাঙৰে সৰুক কাম কৰিবলৈ কোৱা, আদেশ, অনুমতি, হুকুম an order, a command. **আজ্ঞাকাৰক** বি. আদেশ দিওঁতা one who commands. **আজ্ঞাকাৰী** বিণ. আজ্ঞাধান, আজ্ঞামতে কাম কৰা carrying out orders, obedient. স্ত্রী. **আজ্ঞাকাৰিণী**। **আজ্ঞাবহ** আজ্ঞাধীন obedient. **আজ্ঞাধীন** আজ্ঞা মতে চলা obedient. **আজ্ঞানুগত** আজ্ঞামতে কাম কৰোঁতা, **আজ্ঞানুক্রমে** আজ্ঞা অনুসৰি, according to order **আজ্ঞানুবৰ্ত্তী** আজ্ঞা মতে চলা **আজ্ঞানুযায়ী** আজ্ঞা অনুসাৰে **আজ্ঞাপত্র** আদেশপত্র।

**আজ্য** বি. ঘিউ, যজ্ঞীয় ঘৃতাদি।

**আঞ্চলিক ধৰ্ম্মিতা** কোনো এক বিশেষ অঞ্চলৰ ৰীতি-নীতি ৰূপায়ণ কৰাৰ বৈশিষ্ট local colour.

**আজ্য ভাগ** বি. যজ্ঞৰ ঘিউৰ এটা অংশ, বৈদিক সকলৰ আহুতি বিশেষ।

**আজ্য-ভুক্** বি. অগ্নি।

**আঞ্চোৰ** ( পুঃ অঃ ) বি আঁচল end of a garment.

**আঞ্জা** বি. ভাতৰ লগত খাবলৈ বন্ধা বস্তু, তৰকাৰি a curry of any kind, a pottage.

**আট্** সক. ধা. টান কৰ, টানি বান্ধ to tighten চেপা, টানকৈ ধৰা squeeze, press.

**আট্-খা, আট্-লা** ঢিলা গুচি টান হ, আটি ধৰ to be tight, to hold fast. **আটমাৰ** টান হ, গোট মাৰ to thicken, to coagulate.

**আট্খেৰি** গাত লাগি থকা বহুদিনীয়া মলি।

**আটক** ( আৰবী ) বি. অৱৰোধ, বন্ধন confinement, detention. অভাব, নাটনি want, scarcity. সক ধা. বন্ধ কৰ, আটক কৰ confine, restrain. অক. ধা. লাগিধৰ stick. **আটক কৰ** ক্রি. আবদ্ধ কৰ confine or detain.

**আটকীয়া** বিণ. পাবলৈ আটক বা বাধা থকা, দুষ্প্রাপ্য difficult to get, scarce.

**আটক্-ধুনীয়া** বি. বৰকৈ ধুন মৰা foppish.

**আটন্তিয়াৰ** বিণ. যিমান লাগে সিমান থকা, অভাব নথকা, চহকী having no wants, rich.

**আটা** ( পুঃ অঃ ) বি. পীড়া, চেপা, উপস্থিত হ। **আটা, আটাগুৰি** বি. ঘেঁহু চাউলৰ গুৰি the fine flour of wheat.

**আটাই** বি. সকলো মানুহ all persons, বিণ. সকলো, সমুদায় all, whole.

**আটাল, আটালি** বি. ঘৰৰ ওপৰৰ চাং a platform on the beams of a house.

**আটায়ে মিলি, আটায়ে মুলি** ক্রি. বিণ. সকলোকে মিলাই বা মুঠ কৰি in all, altogether.

**আটাস** ( পুঃ অঃ ) বি. ডাঙৰ চিঞৰ scream.

**আটাহ** বি. ডাঙৰ মাত বা শব্দ, ডাঙৰ চিঞৰ a loud sound or cry, scream.—অক. ধা. **আটাহ পাৰ** চিঞৰা to cry loudly.

**আটি** বি. মুঠা, লাহী পোলা, কনা a bundle.

**আটি-মুটি** বি. হাত নাইবা অস্ত্র জোকাৰি মাৰিবৰ ভাব দেখুৱা কাৰ্য the shaking of a hand or a weapon as if to strike.

**আটিল** বিণ. টান আৰু শতক, বান্ধ থকা hard tight. ক্রি. বিণ. **আটিলকৈ**।

**আটী, আটীয়া** বি. ওখ মাটি, ঢাপৰ নিচিনা ওখ ঠাই a high bank, an elevation.

**আটুট, অটুট** বি. 'অটুট' শব্দ চোৱা।

**আটেঙা** বি. বহলতকৈ অধিক ওখ, লেঙা, ঢুকি নোপোৱা disproportionately tall or high.

**আটোপ** বি. গৰ্ব্ব, দম্ভ, বলৰ দৰ্প pride of strength. গৰ্জ্জন roaring, ( পুঃ অঃ ) অটব্য dense.

**আটোপে** ক্রি. বিণ. বলৰ দৰ্পেৰে।

**আটোপ-টঙ্কাৰ** বি. বল বা শক্তিৰ অহঙ্কাৰ কৰা বা বীৰত্ব দেখুৱা কাৰ্য্য, বলৰ ডাংকোপ display of strength, valour or power.

**আটোম-টোকাৰি** বি. কতো জঞ্জাল নথকা, অলপ বস্তুৰেই জোৰা মৰা smooth, thrifty.

**আঠ** বি. চাৰিৰ দুগুণ eight. **আঠ-কুণীয়া** বিণ. আঠোটা কোণ থকা। **আঠ-কুৰিয়া** বিণ. লৰা-ছোৱালী নোহোৱা, বজা, childless, barren. **আঠ-চুকীয়া** বিণ. আঠচুক থকা octagonal. **আঠ্-ধতুৰা** আঠ বিধ ধাতুৰে সজা। **আঠ্পৰীয়া** দিন আৰু ৰাতিৰ আঠ-ভাগৰ এভাগ দেৱালয়ত খটা মানুহ a man who serves one eighth of a day and night at a temple. **আঠ মঙ্গলা** বি. বিয়াৰ পাছত আঠ দিনৰ দিনা কন্যাৰ ঘৰত দৰাক খুওৱা ভোজ the feast given to the bridegroom at the bride's house on the eighth day of the marriage.

**আঠত্রিশ্** ( ত্রিছ্ ) আঠ অধিক ত্রিছ thirty eight. সেইদৰে আঠ-চল্লিছ, আঠষষ্টি ইত্যাদি।

**আঠা** বি. এঠা, যি টানি বা আটিধৰে paste, gum.

**আঠাতলীয়া** বিণ. আঠাযুক্ত, আলতীয়া sticky.

**আঠাৱন** বি. দুকুবি ওঠৰ fifty eight.

**আঠীয়া, আঠীয়াকল** বি. ভীম কল a species of plantain.

**আঠেপখে, আঠে পখে** বিণ. আঠ দিন বা পোন্ধৰ দিনৰ মূৰত, মাজে মাজে, মাজে সময়ে now and then, occasionally. **আঠো-পৰে** গোটেই দিন।

**আড়কাটি** বি. গুৰিয়াল, জাহাজৰ পথপ্ৰদৰ্শক a pilot.

**আড়তদাৰ** বি. যি কোনো লাভ লৈ কাৰোবাৰ মাল দালালৰ দ্বাৰা বিক্ৰী কৰাই দিয়ে।

**আড়ম্বৰ** বি. জাকজমক pompous display. বিপুল আয়োজন big preparation, ফিতাহি pomp.

**আড়ষ্ট** বিণ. অৱশ, অসাৰ weak, meaningless.

**আডম** বি. সৃষ্টিৰ আদি মানৱ the first man ( বাইবেল )।

**আড্ডা** বি. একেলগ হোৱা ঠাই a meeting place. ৰেল জাহাজ আদি ৰখা ঠাই station.

**আঢেলিয়া** বি. ঘৰৰ চালৰ পানী পৰা ঠাই, পানী-পোতা the place where the water falls from the roof.

**আঢ়ৈ** বিণ. দুই আৰু আধা two and half.

**আঢ্য** বি. যি ধন চিন্তা কৰে, ধনী, চহকী rich. যুক্ত, যেনে—ধনাঢ্য possessing.

**আঢ্যৱন্ত** বিণ. ধন থকা, ধনী rich, wealthy.

**আণবিক** বিণ. অণু-সম্বন্ধীয় molecular.

**আণ্টাইলেক** ক্রি. ( পু. অ. ) শেষ কৰিলে finished.

**আত** ( পুঃ অঃ ) ইয়াত here, এখেত this person. **আতপৰে** ইয়াৰ পাছে after this, **আতোকৰি** ইয়াতকৈও over and above this.

**আতকুত** বিণ. বৰ হেঁপাহ বা লোভ কৰি থকা eager to enjoy. বি. **আতকুতি**।

**আতং-বিতং** বি. আতঙ্ক, ভয় লগা terror, crying out of fear. ক্রি. বিণ. **আতংবিতংকৈ**।

**আতঙ্ক** বি. ভয় fear. **আতঙ্কিত** বিণ. ভয় লগা fearful, ভয় পোৱা alarmed.

**আততায়ী** বি. ঘৰত জুই দি, বিহ দি, ধন, ভাৰ্য্যা হৰি আৰু প্ৰাণে মাৰি অনিষ্ট কৰিব খোজা মানুহ, শত্ৰু, বৈৰী one attempting to kill, to rob, to set fire to the house, an enemy, foe.

**আতন বুঢ়াগোহাঁই** বি. পূৰণি অসমৰ এজন প্ৰধান মন্ত্ৰী।

**আতপ** বি. ৰ'দ sunshine.

**আতৰ** বি. ফুল আদিৰ পৰা উলিওৱা এবিধ সুগন্ধি তেল বা ৰস a scent, perfume.

**আতৰণ** বি. সাৰিবৰ উপায় নথকা অৱস্থা, আপদ difficulty, misfortune.

**আত্‌লচ** বি. গাত টেমুনা আৰু ভিতৰত ফুট থকা এবিধ ফল the custard-apple.

**আতচী-কাচ** বি. সূৰ্য্যৰ তাপত জুই উৎপন্ন হোৱা কাচ a burning-glass.

**আতাচ্‌বাজী** বি. জুই বাজী fire works.

**আতা** বি. ককা, পিতামহ, মাতামহ grand-father.

**আতাইতাই** বি. অতি ততাতৈয়া, বেগাবেগি a great hurry, প্ৰমাদ, সঙ্কট danger, ভেম vanity.

**আতাওৰীয়া** বিণ. বৰ কৃশ আৰু দুৰ্ব্বল very weak.

**আতাৰি** বি. অমিল, বন্ধুভাব নথকা fallen out, unfriendly.

**আতি, আতিকৈ** ক্ৰি. বিণ. অধিকৰূপে, বৰকৈ greatly, excessively.

**আতিথেয়** বিণ. অতিথি সেৱা কৰিবলৈ ভাল পোৱা hospitable. **আতিথেয়তা, আতিথ্য** বি. অতিথিক আল-পৈচান ধৰা, অতিথিসেৱা hospitality, অতিথি-হোৱা the state of being a guest.

**আতিপুতি** আতৌ-পুতৌ।

**আতিশয্য** বি. আধিক্য, বৰ বেছি পৰিমাণ excessiveness.

**আতুৰ** বিণ. কাতৰ, অধীৰ, বিহ্বল distressed, confused. **আতুৰাণ** বি. আতুৰ অৱস্থা।

**আতুলীয়া** বিণ. আধা তোলা পৰিমাণৰ weighing half a tola.

**আতৈ** বি. কোনো সত্ৰৰ ভকত, সদাই ধৰ্ম্ম কাৰ্য্যত নিযুক্ত থকা মানুহ a religious devotee.

**আতোলা** বি. আধাতোলা half a tola.

**আতোলুতোল্** বিণ. মাটিত পৰিবই নিদিয়া, অতি মৰমৰ highly beloved. বি. অতিশয় চেনেহ দেখোৱা কাৰ্য্য demonstration of great affection.

**আতৌ-পুতৌ** বি. আদৰ, সমাদৰ affection, regard.

**আত্ম** বিণ. আপোন, নিজ, নিজৰ one's self. **আত্মোন্নতি** নিজৰ উন্নতি, **আত্মোপকাৰী** নিজৰ উপকাৰী, **আত্মোপনিষৎ** জীৱাত্মা বা অন্তৰাত্মা আৰু পৰমাত্মাৰ স্বৰূপ নিৰ্ণায়ক গ্ৰন্থ। **আত্ম-কুটুম্ব** অঙহী বঙহী। **আত্মকৃত** বিণ. আপুনি কৰা। **আত্ম গত** আত্মনিষ্ঠ, নিজৰ মনতে, **আত্ম-গৰ্ব্ব, আত্ম-গৌৰৱ** বি. নিজক লৈ অহঙ্কাৰ self-pride.

বিণ. আত্মগৰ্ব্বী। আত্মগোপন— নিজক নাইবা নিজ মনোভাব লুকাই ৰখা। আত্ম-গ্ৰাহী বিণ. স্বাৰ্থপৰ selfish. বি. আত্মগ্ৰাহিতা। আত্মগ্লানি বি. নিজে নিজক দিয়া গৰিহণা. আত্ম-নিন্দা self-reproof. আত্মঘাত বি. আপোনঘাত, আত্মহত্যা suicide, self-murder. আত্মঘাতী, আত্মঘাতকী বিণ. আপোন ঘাতী, আপোন বধী self-killing. আত্ম-চিন্তা আত্মা অনুসন্ধান কৰা আত্মজ বিণ. নিজ শৰীৰৰ পৰা জন্মা পুত্ৰ son. স্ত্ৰী. আত্মজা কন্যা। আত্মজ্ঞ বিণ. যি নিজক জানে, যি আত্মাৰ তত্ত্ব জানে জ্ঞানী wise. আত্মজ্ঞান বি. আত্মা, বা পৰম আত্মাৰ বিষয়ে জ্ঞান knowledge of the supreme spirit, নিজৰ বিষয়ে জ্ঞান knowledge of self. আত্ম-তত্ত্ব বি. আত্মা কি সেই বিষয়ে জ্ঞান the true knowledge of the nature of soul or supreme spirit. আত্ম তত্ত্বজ্ঞ যিয়ে আত্মাৰ বিষয়ে জানে। আত্ম-তুল্য নিজৰ নিচিনা। আত্ম-তৃপ্তি নিজৰ সুখ-সন্তোষ। আত্ম-ত্যাগ বি. স্বাৰ্থ ত্যাগ self-sacrifice. আত্মদৰ্শী যাৰ আত্ম দৰ্শন আছে self examining. আত্মদান বি. পৰৰ নিমিত্তে নিজৰ প্ৰাণ দান। আত্ম-দৃষ্টি. আত্মদৰ্শন বি. নিজক বা ঈশ্বৰক দেখা (সকলো বস্তুতে)। আত্মাৰ স্বৰূপ বোধ। আত্ম-দোষ নিজৰ দোষ। আত্ম-দ্ৰোহ গৃহ বিবাদ। আত্ম-দ্ৰোহী নিজৰ বিদ্ৰোহী, self tormenting.

আত্ম-নির্ভৰ বি. নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰা self-reliance. বিণ. আত্মনির্ভৰশীল self-reliant. আত্ম-নিবেদন বি. নিজৰ সমস্ত বিষয় ঈশ্বৰত অৰ্পণ কৰি চিন্তা-শূন্য হোৱা। আত্মনিষ্ঠ বি. ঈশ্বৰানুৰাগী, one who constantly seeks for spiritual knowledge. আত্মনিষ্ঠ কৱিতা বি. ব্যক্তিগত অনুভূতি প্ৰকাশক কৱিতা, subjective poem. আত্মপ্ৰত্যয় নিজৰ মনত সত্যৰ উপলব্ধি, আত্ম-নিৰ্ভৰ। আত্মপ্ৰবঞ্চনা নিজক ভোগাদিৰ পৰা বঞ্চিত কৰা। আত্ম-প্ৰশংসা নিজকে নিজে প্ৰশংসা কৰা self praise. আত্মপ্ৰসাদ নিজৰ মনত তৃপ্তি। আত্মৱৎ অব্য. নিজৰ নিচিনা। আত্ম-বিদ্যা বি. পৰমাত্মা বিষয়ক জ্ঞান knowledge of the soul. আত্ম-বিস্মৃত বিণ. নিজক পাহৰা, নিজৰ দোষ গুণৰ কথা বুজি নোপোৱা। বি. আত্ম বিস্মৃতি আত্মবিস্মৰণ, তন্ময়তা, নিজৰ দোষ-গুণ, ক্ষমতা অক্ষমতাৰ বিষয়ে অজ্ঞতা। আত্ম-বিসৰ্জ্জন আত্ম ত্যাগ। আত্মবুদ্ধি আত্মবোধ, self-consciousness. আত্ম-

মৰ্য্যাদা আত্ম-সম্মান। **আত্মম্ভৰি** বি. স্বাৰ্থপৰ, অহংসৰ্ব্বস্ব। **আত্মৰক্ষা** বি. শত্ৰুৰ আক্ৰমণৰ পৰা নিজৰ শৰীৰ ৰক্ষা, খাই-বই নিজৰ প্ৰাণ ৰক্ষা। **আত্মশ্লাঘা** বি. আত্মগৌৰৱ। **আত্ম-সম্মান** বি. নিজৰ মান মৰ্য্যাদা। **আত্ম-সমৰ্পণ** বি. পৰাস্ত হৈ শত্ৰুৰ ওচৰত নিজক এৰি দিয়া self-surrender. **আত্ম-শুদ্ধি** আত্মাৰ বিশুদ্ধি self purification. **আত্ম সমাধিস্থ** নিজকে সমাধিস্থ কৰা। **আত্মসাৎ কৰ** ক্রি. অন্যায় পূৰ্ব্বক নিজে হস্তগত কৰা mis-approriate. **আত্ম স্বাৰ্থ বৰ্জ্জিত** নিজৰ স্বাৰ্থ শূন্য, self denying. **আসত্মংযম** নিজক দমন কৰা, self-restraint. **আত্মহত্যা** বি. নিজক নিজে বধ কৰা suicide.

**আত্মা** বি. সৰ্ব্বব্যাপী চৈতন্য the all-pervading supreme being. জীৱাত্মা, পৰমাত্মা the soul, প্ৰাণ, জীৱ life. **আত্মাপৰাধ** বি. নিজৰ দোষ। **আত্মাপহাৰক, আত্মাপহাৰী** বিণ. নিজৰ পৰিচয় গোপন কৰি বঞ্চনা কৰা লোক, প্ৰবঞ্চক। **আত্মাৰাম** বি. যি নিজৰ পৰা বা নিজ গুণৰ পৰা আনন্দ উপভোগ কৰে, আত্মজ্ঞান লাভৰ কাৰণে আনন্দ। **আত্মাহুতি** নিজকে আহুতি দিয়া, নিজকে উছৰ্গা কৰা, self-sacrifice. **আত্মীয়** বিণ. আপোন, সম্বন্ধ থকা related, akin. বি. মিত্ৰ মানুহ kinsman. বি. **আত্মীয়তা, আত্মোৎসৰ্গ** আত্ম-ত্যাগ self-sacrifice. **আত্মোপম** বিণ. নিজৰ তুল্য।

**আত্যন্তিক** বিণ. বৰ বেছি, অসীম, সকলোতকৈ শ্ৰেষ্ঠ unlimited, endless. excessive.

**আত্ৰেয়** বি. অত্ৰিমুনিৰ পুত্ৰ, দত্তাত্ৰেয়, সোম, দুৰ্ব্বাসা, a descendant of Atri.

**আত্ৰেয়ী** বি. স্ত্ৰী. অত্ৰিৰ বংশজ, অত্ৰিৰ পত্নী; ঋতুমতী স্ত্ৰী, a female descendant of Atri, the wife of Atri; woman in the courses.

**আত্ৰেয়িকা** বি. ঋতুমতী স্ত্ৰী, woman in her courses.

**আথৰ** বিণ. অস্থিৰ, আলৰ, বৰ বুঢ়া very old, unsteady.

**আথলীয়া** বিণ. বহুত ঠাই জোৰা, থুলন্তৰ corpulent.

**আথ্‌বেথ্‌** বি, লৰ-চৰ কৰা, ব্যগ্ৰ হোৱা অৱস্থা great eagerness. সাদৰ, সমাদৰ great respect. ক্রি. বিণ. **আথেবেথে**।

**আথাউনি** বিণ. বৰ দ. থাউনি নোপোৱা beyond a man's depth.

**আথাও** বি. (আহোম) আজো ককা, ককাৰ বাপেক great-grand-father.

**আথাও-পুথাও** বি. ( আহোম ) উপৰি পুৰুষবিলাক forefathers.

**আথাকে** ( পু. অ.) ক্রিবিণ. অনবৰত, একেবাৰে।

**আথান** বি. মানুহৰ গুপ্ত অঙ্গ, শৰীৰৰ কোমল অঙ্গ the private parts, delicate part.

**আথানী** বিণ. অনাথিতি, আশ্রয়হীন homeless, having no refuge, সামৰি নোথোৱাত নষ্ট হোৱা spoiled through neglect.

**আথান্তৰ** [ অৱস্থান্তৰ ] বি. বিপদ danger.

**আদত** ( আৰ্ৱী ) বিণ. আচল, ঠিক genuine, real.

**আদ-কপালী** বি. মানুহৰ মূৰৰ একালে হোৱা বিষ a partial headache.

**আদখান্**, **আদখানি** বি. আধাভাগ, সমানে এভাগ one half. **আদ-খনীয়া**, **আদখিনীয়া** বিণ. সমানে এভাগ বাকী থকা, পূৰা নোহোৱা incomplete. **আদ্খৰীয়া** অলপ খাৰ দি বন্ধা আঞ্জা।

**আদপ্-কায়দা** আদব্-কায়দা চোৱা।

**আদ্-বয়স** বি. মাজ বয়স middle-age. বিণ. **আদ্-বয়সীয়া**।

**আদ্মহা** বি. দুই অনাৰ জোখ। **আদ্মহীয়া** বি. দু-আনি two anna bit.

**আদব্-কায়দা**—( আৰ্ৱী ) বি. সজ আচৰণ, কোনো কাম কৰাৰ নীতি-নিয়ম good manners, orderly procedure.

**আদম্ গিৰি** বি লঙ্কাৰ দক্ষিণে থকা এখন পৰ্ব্বত।

**আদৰ** বি. অলপ দৰ, সস্তা দৰ low price, সম্মানেৰে কৰা চেনেহ, ভক্তি, প্রশংসা respectful affection, appreciation. সক, ধা. সম্মান কৰি আগ বঢ়াই আন to receive with civility. বি. **আদৰণ** সম্ভাষণ, অভ্যৰ্থনা welcome, reception. **আদৰণি** বি. অভ্যৰ্থনা কাৰ্য্য, **আদৰোঁতা** আদৰি অনা লোক। **আদৰণীয়** বিণ. চেনেহৰ পাত্র deserving affection.

**আদৰ-অভ্যৰ্থনা** বি. নানা প্রকাৰে সম্মান কৰা, যত্নেৰে আহ্বান কৰা reception.

**আদৰ-আপ্যায়ন** বি. সমাদৰ, সন্তোষ, প্রীতি বিধান।

**আদৰ-যত্ন** সমাদৰ।

**আদৰ-মালতী** বি. নিলাজী বন।

**আদৰা** বিণ. এবাৰ বিয়া কৰা already married. **আদৰা-দৰা** বি. দ্বিতীয় বিয়াৰ দৰা bridegroom of the second time marriage.

**আদৰ্শ** বি. অনুকৰণৰ বস্তু, আৰ্হি, চানেকি model. pattern. উদাহৰণ example, প্রতিমূৰ্ত্তি resemblance. **আদৰ্শনীয়** বিণ.

আদৰ্শ স্বৰূপে লবৰ যোগ্য। **আদৰ্শ-চৰিত্ৰ** বিণ. উন্নত চৰিত্ৰ। **আদৰ্শ স্থানীয়** বিণ. অনুকৰণীয়।

**আদলতলী** বি. চাহ নকৰা মাটি unreclaimed land.

**আদহ** বি. মাজবয়স middle-age. বিণ. **আদহীয়া**।

**আদা** বি. এবিধ জলা মূলৰ গছ ginger. **আদাৰ বেপাৰী** আদাৰ ব্যৱসায় কৰা লোক, সাধাৰণ বস্তুৰ কাৰবাৰ কৰা লোক। **আদাৰ বেপাৰীৰ জাহাজৰ খবৰ** সাধাৰণ মানুহে বিশেষ খবৰ ৰাখা।

**আদান** বি. গ্ৰহণ a receiving.

**আদান-প্ৰদান** বি. যোগাযোগ, বিনিময়, বৈবাহিক সম্বন্ধ, communication, exchange.

**আদানী** বিণ. বাট-ঘাটৰ কৰ নলগা free from excise-duty, ferry-toll etc.

**আদাব** বি. মুছলমানী অভিবাদন।

**আদায়** বি. তোলা, সংগ্ৰহ collection, শেষ finish. নষ্ট ruin.

**আদালত** বি. বিচাৰকে সোধপোছ কৰা ঠাই a court of justice.

**আদি** বিণ. প্ৰথম, প্ৰধান, ঘাই first, prior, main, মূলউৎপত্তি, গুৰি source, the beginning. **আদি কবি** বি, প্ৰথম কবি the first poet. বাল্মীকি, ব্ৰহ্মা। **আদি কাব্য** বি. ৰামায়ণ। **আদিকাৰণ** বি, প্ৰথম কাৰণ the primary cause.

**আদি দেৱ** বি. বৰাহ অৱতাৰ, মহাদেৱ, ব্ৰহ্মা, সূৰ্য্যৰ এটা নাম, পৰম ব্ৰহ্ম।

**আদি-দেৱী, দেৱী** বি. মহামায়া, the goddess Mahamaya.

**আদিনাথ** বি. ঈশ্বৰ, ব্ৰহ্মাণ্ডপতি, পৰম ব্ৰহ্ম, supreme being.

**আদি-নিৰঞ্জন** বি. পৰেমশ্বৰ।

**আদি-পৰ্ব্ব** বি. মহাভাৰতৰ প্ৰথম অংশ the first Part or Canto of the Mahabharata. **আদি-পুৰাণ** বি ব্ৰহ্মপুৰাণ। **আদিপুৰুষ** বি. পৰমেশ্বৰ।

**আদিম** বিণ. অতি প্ৰাচীন very ancient, aboriginal. **আদিম-বাসী** কোনো ঠাইত অতি প্ৰাচীন কালৰ পৰা থকা মানুহ the aborigines.

**আদিৰস** বি. স্ত্ৰী পুৰুষৰ প্ৰীতি, শৃঙ্গাৰ ৰস।

**আদিৰাজ** বি. পৃথুৰাজ, বৈৱস্বত মনু পুৰু বংশীয় ৰজা।

**আদিত্য** বি. আদিতিপুত্ৰ son of Aditi, সূৰ্য্য the sun, **আদিত্য-মণ্ডল** বি. সূৰ্য্যমণ্ডল।

**আদিষ্ট** বিণ. যাক অনুমতি দিয়া হৈছে, আদেশ পোৱা commanded, ordered.

**আদৃত** কৃদ. বিণ. সম্মানিত, সম্মান পোৱা treated with respect or civility.

**আদেৰী** বিণ. আদৰ বা চেনেহ

পোৱা beloved, বেছিকৈ মৰম পাই নষ্ট হোৱা spoiled by too much fondling.

**আদেশ** বি. আজ্ঞা, অনুমতি order, command. ব্যাকৰণত এক বৰ্ণ সলনি হৈ আন বৰ্ণৰ উৎপত্তি। **আদেশ-পত্ৰ** বি. আদেশ লিখা কাকত a written order.

**আদৌ** ( সং ) বি. প্ৰথমতে, আদিতে at first, in the beginning.

**আদ্য** বি. প্ৰথম first. **আদ্যন্ত** ক্ৰি. বিণ. আদিৰ পৰা অন্তলৈকে from the beginning to the end. **আদ্যশ্ৰাদ্ধ** বি. প্ৰথম শৰাধ the rst shradha ceremony. **আদ্যা শক্তি** মহাশক্তি, দুৰ্গাদেৱী the great goddess Durga.

**আদ্যোপান্ত** বি. আগৰ পৰা গুৰি লৈকে from the beginning to the end.

**আধ** বি. এটা বস্তুৰ দুই ভাগৰ এভাগ, half.

**আধজীয়া** বিণ. আধা পোৰা কাঠ, half burnt piece of wood. বি. কোনো কামত নহা লোক a contemtible person.

**আধৰা** বি. আধা পোৰা খৰি a fire-brand.

**আধৰুৱা** বিণ. অসম্পূৰ্ণ half-finished. ক্ৰি. বিণ. **আধৰুৱাকৈ**।

**আধলি** বি. আঠ অনীয়া half-rupee coin.

**আধলিকা** বি. আধা নষ্ট half-wasted.

**আধা** বি. আধাভাগ, আদখিনি one half.

**আধা-আধি** বিণ. দুটাৰ ভিতৰত সমানভাগ, এজনৰ আধা আনজনৰ আধা half and half, আধা নষ্ট-হোৱা half-wasted. **আধা-কটা** বিণ. এডোখৰ কটা, নিলাজ, দুষ্ট one half cut off, shameless, wicked. **আধা কেঁচেলুৱা, আধা-কেচেৰা** বিণ. ভালকৈ নপকা, আধা শিকা, অসম্পূৰ্ণ। **আধা-খুন্দা** বিণ. মিহি নোহোৱা, খুন্দি ভালকৈ গুড়ি নকৰা, **আধা-ডোখৰীয়া** বিণ. **আধা-খেচেৰা** বিণ. দুষ্ট শঠ, wicked person. **আধা খুন** বিণ. বেচিকৈ মৰিওৱা, thrashed. **আধানাজ্জি** বিণ. সামনে আধা খিনি অসম্পূৰ্ণ, নষ্ট বা হানি হোৱা half-spoiled or lost. **আধা পকা** বিণ. ভালকৈ নপকা। **আধা পেটী** বিণ. সম্পূৰ্ণকৈ পেট নভৰা, **আধা-পোৱা** বিণ. পুৰি একেবাৰে ছাই নোহোৱা। **আধা-ফুটা** বিণ আধা. সিজা। **আধা-বুঢ়া** বিণ. ডেকা আৰু বুঢ়াৰ মাজৰ সময়। **আধামুৰী** বি. ধনগুলৈ, উকা।

**আধাৰ** বি. যাৰ ওপৰত কোনো বস্তু থাকে, যি কোনো বস্তু ধাৰণ কৰে support, stay, খোৱা বস্তু food

ল'ৰাৰ মাকৰ পিয়াহ mother's milk. আধাৰি বি. বিৰিয়া, কথৰা। আধাৰৰাট, ক্রি. এটাৰ মুখৰ পৰা উলিয়াই আনটোৰ মুখত দি খুৱাই দে, চৰায়ে পোৱালিক টোপ খুৱা to feed young ones as birds do.

**আধাৰু** বি. (পুঃ অঃ) আধাৰ, আশ্রয়।

**আধাসাৰি** বিণ. আধামৰা যেন, হাৰাশাস্তি to be exhausted.

**আধি** বি. চিন্তা, মনৰ কষ্ট, মনৰ দুখ anxiety, mental affliction.

**আধি-ব্যাধি** মন আৰু শৰীৰৰ দুখ বা কষ্ট mental and physical afflictions.

**আধি** বি. লোকক খেতি কৰিবলৈ দিয়া মাটিৰ শস্যৰ সমান ভাগ, উৎপন্নৰ আধাভাগ half the share of the produce paid to the owner. ক্রি. আধি দি, আধিলগা।

**আধিকাৰিক** বিণ. প্রধান, main.

**আধিকাৰিক—কথাবস্তু** বি. প্রধান ঘটনা main plot.

**আধিক্য** বি. আতিশয্য, প্রচুৰতা abundance, excessiveness.

**আধিদৈৱিক** বিণ. দৈৱজাত, দেৱতা বা গ্ৰহাদিৰ পৰা হোৱা providential.

**আধিপত্য** বি. পৰাকীৰ ক্ষমতা, স্বামিত্ব owner-ship, supremacy.

**আধিভৌতিক** দেহজনিত, পঞ্চভূতৰ পৰা হোৱা arising from any material or physical cause.

**আধিৰথি** বি. কৰ্ণ, Karna.

**আধিয়াৰ** বি. উৎপন্নৰ আধা ভাগ দিবৰ নিয়ম কৰি মাটি আদি লোৱা মানুহ one who rents land etc. on the understanding of giving the owner half the produce.

**আধীকৃত** বিণ. বন্ধকী মাটি, mortgaged.

**আধুনিক** বিণ. এতিয়াৰ, এই কালৰ, নতুন modern, prevailing at the present time. বি. আধুনিকতা।

**আধৃত** ক্রি. গ্রহণ কৰা হৈছে, গৃহীত taken.

**আধৃতি** (পু. অ.) বি. অধৈর্য্য, অস্থিৰ ভাব।

**আধেক** বি. অৰ্দ্ধেক, আধাভাগ one half.

**আধেয়** বিণ. স্থাপন যোগ্য, আধাৰস্থ।

**আধেৰ** বি. আধা সেৰ, আদ্ সেৰ half a seer.

**আধৈতা** বিণ. উদ্ধত, দুষ্ট wicked.

**আধ্যা** বি. পুথিৰ ছেদ বা ভাগ chapter, শেষ, অন্ত, হানি end,

ruin. ক্রি. **আধ্যাপৰ, আধ্যা-পেলা।**

**আধ্যাত্মিক** বিণ. আত্মা বা পৰমাত্মা সম্পৰ্কীয় spiritual, ব্ৰহ্ম বিষয়ক, মানসিক।

**আন্‌** বি. ( কথিত-ভাষা ) ডিলা আৰু জোঙেলি সংযুক্ত কৰা ৰচী।

**আন** ( সং অন্য ) বিণ. অন্য, অপৰ other, another. সক. ধা. দূৰৰ পৰা ওচৰ চপা, লৈ আহ bring, fetch.

**আনকাল** ক্রি. বিণ. আন সময়ত, আনদিনা at other times, on other days.

**আনজ** বি. এটা সন্তান হোৱাৰ পৰা আন এটা হোৱালৈকে the interval between the birth of one child and that of another.

**আনন** বি. মুখ mouth.

**আনন্দ** বি. সন্তোষ, হৰিষ, হৰ্ষ pleasure, joy. **আনন্দাশ্রু** বি. আনন্দবাবে ওলোৱা চকুপানী tears of pleasure. **আনন্দোচ্ছ্বাস** আনন্দৰ বিকাশ, আনন্দপূৰ্ণ overflowing of pleasure. **আনন্দদায়ক** বং লগোৱা pleasing **আনন্দময়** আনন্দ স্বৰূপ, শোক দুখহীন blissful, ever happy. স্ত্রী. **আনন্দময়ী। আনন্দময় কোষ** বি. বেদান্ত দৰ্শনত পৰমাত্মাৰ পঞ্চকোষৰ ভিতৰত অন্যতম কোষ, the innermost wrapper or vesture of the body.

**আনন্দিত** বিণ. বং পোৱা, হৰষিত pleased. স্ত্রী. **আনন্দিতা। আনন্দপদ** আনন্দময় অৱস্থা, **আনন্দবিহ্বল** আনন্দত অভিভূত, আনন্দত নিজকে পাহৰি যোৱা, overwhelmed by pleasure. **আনন্দলোক** আনন্দপূৰ্ণ ঠাই, স্বৰ্গ।

**আনন্দ ৰস** বি. প্ৰেম মধু, সুষুম্না নাড়ীত থকা সহস্ৰদল পদ্ম বা সহস্ৰাৰ পৰা নিঃসৃত অমৃত, ব্ৰহ্মানন্দ, চিদানন্দ।

**আনন্দ-লহৰী** বি. এখন গ্ৰন্থৰ নাম, আনন্দৰ তৰঙ্গ, প্ৰেম তৰঙ্গ name of a book, wave of enjoyment.

**আনন্দ স্রোত** বি. আনন্দৰ প্ৰবাহ, অনিন্দ্য সুখ, stream of a pleasure.

**আন্‌মনা** বিণ. মন নকৰা, unmindful.

**আনন্দ ৰাম** ঢেকিয়াল ফুকন বি. অসমৰ এজন সাহিত্যিক।

**আনন্দৰাম বৰুৱা** বি. অসমৰ প্ৰথম চিভিলিয়ান।

**আনৰিয়া** বিণ. পোনেই নৰিয়াৰ পৰা উঠা recovering from sickness.

**আনৰ্ত্তপুৰ** বি. দ্বাৰকা।

**আন্‌ভিতি** ক্রি. বিণ. অইন ফালে, আন ঠাই।

**আনয়** (পুঃ অঃ) বিণ. সদৃশ equal.
**আনয়ন** ক্রি. লৈ অহা, fetching.
**আনাঘুনা** বিণ. ঘানাক-ঘুনুক rumour.
**আনামতে** ক্রি. বিণ. অকাৰণত, অবাবত without any reason.
**আনা** ক্রি. লৈ অহা, bring.
**আনাৰকলি** বি. চেলিমে ভালপোৱা এজন লিগিৰী।
**আনাৰস** বি. এবিধ ফল, pine apple.
**আনালো** বিণ. যেনি তেনি পৰি থকা, নিৰাশ্ৰয় scattered about, helpless.
**আনীত** কৃদ. বিণ. যাক অনা হৈছে, ওচৰলৈ নিয়া brought near.
**আনুকুল্য** বি. সাহায্য, অনুগ্ৰহ, পোষকতা aid, favour, support, patronage.
**আনুগত্য** বি. বাধ্যতা, বশ্যতা, অনুসৰণ loyalty, obedience.
**আনুপূৰ্ব্ব**, **আনুপূৰ্ব্ব্য**, **আনুপূৰ্ব্বিক** বিণ. যথাক্রম, আগৰ পৰা গুৰি লৈকে sequence, succe-ssion, consecutively.
**আনুমানিক** বিণ. অনুমান কৰি লোৱা, মনেৰে ভাবি লোৱা assumed, inferred.
**আনুনাসিক্য** বিণ. নাকেৰে উচ্চাৰণ, nasality. **আনুনাসিক্যধ্বনি** বি. নাকেৰে উচ্চাৰণ কৰা ধ্বনি nasal sound.
**আনুশাসনিক** বিণ. ৰাজনীতিৰ অনুশাসন সম্বন্ধীয়, relating to or treating on instruction.
**আনুৰক্তি** বি. আসক্তি, অনুৰাগ, passion, affection.
**আনুষঙ্গিক** বিণ. মূল বিষয়ৰ লগতে সংশ্লিষ্ট থকা connected, con-comitant; consequential.
**আনুষ্ঠানিক** বিণ. শাস্ত্ৰবিধি সম্মত, অনুষ্ঠান পালনকাৰী ceremonial.
**আনে** ক্রি, আনয়ন কৰে to bring.
**আনেবানে** ক্রি. বিণ. য'তে ত'তে সকলো ঠাইতে everywhere.
**আনোতা** বি. যি আনে, আনয়ন-কাৰী one who brings. স্ত্রী. **আনতী**।
**আন্তৰ** অন্তৰ্গত, আন্তৰিক, মনোগত, ব্যৱধান, internal, secret, in-ward.
**আন্তৰি** বিণ. সুকীয়া, পৃথক sepa-rate, different.
**আন্তৰিক** বিণ.পেট বা মনৰ ভিতৰত, অন্তৰৰ internal, coming from the heart. বি. **আন্তৰিকতা**।
**আন্তৰীণ** বিণ. অভ্যন্তৰ, ভিতৰুৱা, internal.
**আন্তৰীক্ষ** বি. স্বৰ্গ আৰু মৰ্ত্তাৰ মধ্য-স্থলবৰ্ত্তী, আকাশ সম্বন্ধীয়, inter-mediate region between the earth and the sky.
**আন্তৰ্জাতিক** বিণ. জাতিৰ অন্তৰ্গত,

নানাজাতি সম্বন্ধীয়, সৰ্ব্বজাতিক, সাৰ্ব্বৰাষ্ট্ৰিক।

**আন্দাজ** (ফা. আন্দাজ্) বি. অনুমান, অনিশ্চিত পৰিমাণ supposition, guess. বিণ. **আন্দাজী**।

**আন্দোল** অক. ধা. কোনো বস্তুৰ ভৰত দোঁ খা, ওলমি লৰি থাক to hang down, to bend, সঞ্চালন কৰ to agitate. কৃদ. বিণ. আন্দোলিত।

**আন্দোলন** বি. সঞ্চালন, বিক্ষোভ, হেন্দোলনি, আলোচনাৰে উত্তেজনা সঞ্চাৰ agitation.

**আন্ধ্** বি. নাঙলৰ ঈহ মাৰি আৰু যুঁৱলী জোটাই বন্ধা জৰী the rope with which the shaft of the plough is fastened to the yoke.

**আন্ধলী** বি. 'অন্ধলা' চোৱা।

**আন্ধাৰ** ( সং-অন্ধকাৰ ) বি. অন্ধকাৰ, এন্ধাৰ darkness. বিণ. পোহৰ নথকা dark. **আন্ধাৰ-ছটীয়া** অলপ আন্ধাৰ partially dark. **আন্ধাৰ মুন্ধাৰ** আন্ধাৰ অৱস্থা state of darkness.

**আন্ধাৰি, আন্ধিয়াৰি** (পুঃ অঃ) আন্ধাৰ darkness.

**আন্ধি্কণা** বিণ ভালকৈ নেদেখা seeing indistinctly.

**আপ** বি. বুঢ়া মানুহক সম্ভ্ৰমেৰে মতা মাত, ককা, আতা a term used in addressing an old man, grandfather.

**আপং** বি. লাউ পানী, wine.

**আপঁইতা** বিণ. পূৰঠ নোহোৱা, কুমলীয়া undeveloped, immature.

**আপচু** বিণ. দেখিব শুনিবলৈ বেয়া, কুশ্ৰী, আভঁজা nasty, ugly.

**আপট** বি. যি কেতিয়াও ভাল মূৰ্ত্তি বা বস্তু দেখা বা পোৱা নাই one who never had or saw a good thing. **আপটৰ-পট** নোপোৱাই পোৱা বস্তু।

**আপ্ডাল** বি. আলপৈচান,প্ৰতিপাল act of tending or looking after.

**আপণ** বি. বিপণি, দোকান, হাট।

**আপতন** বি. আকস্মিক ঘটনা, আলোক-ৰশ্মি পতন। **আপতিত** হঠাৎ উপস্থিত, অকস্মাৎ সংঘটিত।

**আপত্তি** বি. অসম্মতি, অমত, কোনো কাৰ্য্যৰ বিৰোধে কোৱা কথা objection, remonstrance, complaint.

**আপদ** বি. বিপদ, দুৰ্দ্দশা, দুখ, বিঘিনি misfortune, adversity, danger. **আপদীয়া** বিণ. আপদজনক, আপদযুক্ত।

**আপদ চোপোৱা আপদ-সোঁচৰ** ক্ৰি. ভৱিষ্যতলৈ আপদ মাতা to say or act ominously.

**আপদৰ মাত** বি. বিপদ কালত

সান্ত্বনা সূচক মাত দিয়া to show sympathy in times of distress.

**আপৰাহ** বি. অপৰাধ, জগৰ, দোষ fault, offence.

**আপন্ন** বিণ. প্ৰাপ্ত received.

**আপন্ন সত্ত্বা** বিণ, যি গৰ্ভত অপত্য প্ৰাপ্ত হৈছে, pregnant.

**আপ্ৰহ** বি. ব্যাধিৰ বেদনা বা বিষ pain caused by a boil or wound.

**আপৰাহ্ণিক** বি. আবেলি, afternoon.

**আপা** বি. ল'ৰা a male child, লগুৱা ল'ৰা a boy-servant. স্ত্ৰী. **আপী**।

**আপা, আপাদেও** (আহোম শব্দ) বি. জেঠাই, বৰ আই parent's elder sister or wife of father's elder brother.

**আপাততঃ** (সং) অব্য. সম্প্ৰতি, এতিয়া now, at present,

**আপাত-মধুৰ** (পুঃ অঃ) বিণ. শোনতে ভাল বা সোৱাদ লগা agreeable or sweet for the time being only.

**আপাতী** বিণ. আকস্মিক, অত্যাৱশ্যক emergent. বি. **আপাত** emergence.

**আপাদ** ক্ৰি. বিণ. ভৰিলৈকে। **আপাদলম্বিত** বিণ. ভৰিলৈকে ওলোমা hanging down to the legs.

**আপালি** বি. নৰিয়াৰ পৰা হোৱা জঞ্জাল, বিপদ troubles due to illness, misfortune.

**আপাহ** বি. এপাহ, উপকাৰ, অনুগ্ৰহ favour, good fortune, প্ৰবৃত্তিৰ পৰা জন্মা হেঁপাহ incentive due to strong feeling.

**আপিট** বিণ. নিপুণ, ভালৰূপে কাম জনা skilful, well-up to work.

**আপীড়ন** বি. নিপীড়ন oppression.

**আপীল** বি. পুনৰ বিচাৰৰ কাৰণে আবেদন appeal.

**আপুটি** বি. বোপাই father, সৰু ল'ৰাক মৰমেৰে মতা মাত a word used in addressing a boy with kindness.

**আপুত্ৰী** বিণ. অপুত্ৰক having no son.

**আপুনি** সৰ্ব্ব. মান্যাৰ্থে তুমিৰ সলনি ব্যৱহাৰ হোৱা শব্দ a word used in addressing a respectable person, নিজে one's own accord or self, স্বাভাৱিক মতে naturally.

**আপুকণ** বি. অভাৱ, আটক want.

**আপুকণীয়া** বিণ. দুৰ্লভ, আটকীয়া rare, scarce.

**আপুৰ্ঠ** বিণ. পূৰ্ঠ নোহোৱা immature.

**আপেল** বি. এবিধ ফল apple.

**আপেক্ষিত** বিণ. অপেক্ষাকৃত, comparative.

**আপেক্ষিক** বিণ. অপেক্ষাকৃত, তুলনা কৃত comparative, অন্য বিষয়ৰ ওপৰত নিৰ্ভৰশীল। **আপেক্ষিক গুৰুত্ব** সমান আয়তনৰ বা সমান ঠাই জুৰি থকা দুটা বস্তুৰ গুৰুত্ব বা গধুৰতাৰ পৰস্পৰ সম্বন্ধ specific gravity. **আপেক্ষিকতা** relativity.

**আপোচ** বি. কুটুম্ব, মিত্ৰ kindred. ক্ৰি. **আপোচকৰা** মিটমাট কৰা compromise. ক্ৰি. বিণ. **আপোচে**।

**আপোন** সং—আত্মন্, প্ৰাকৃত—আপ্পন, হি.—আপনা, আপন। সৰ্ব্ব. নিজ self. বিণ. আত্মীয়, নিজৰ friendly. বি. বন্ধু a friend. **আপোনঘাতী** বিণ. আত্মঘাতী, নিজক নিজে মৰা committing suicide. স্ত্ৰী. **আপোন ঘাতিনী**। **আপোনপেটা** কেবল নিজৰ পেটলৈ চিন্তা যাৰ selfish.

**আপোনা আপুনি** ক্ৰি. বিণ. স্বয়ং, নিজক নিজে of one's own accord. **স্বাভাৱিক মতে** naturally. **আপোনালোক** আপুনি শব্দৰ বহুবচন।

**আপ্ত** বিণ. আত্মীয়, হিতকাৰী friendly, বিশ্বাসযোগ্য trusty. **আপ্তকাম** বিণ. পূৰ্ণকাম। **আপ্তবাক্য** ঈশ্বৰৰ বাণী, বেদ, প্ৰভৃতি শাস্ত্ৰ, আত্মীয় বা হিতকাৰী লোকৰ বাক্য। **আপ্তবচন** বেদবাক্য।

**আপ্যায়ন** বি. সন্তোষ লগোৱা কাৰ্য্য act of satisfying. **আপ্যায়িত** বিণ. তুষ্ট, সন্তুষ্ট pleased, satisfied.

**আপ্ৰচ্ছন্ন** বিণ. গোপনীয়, ঢাকিৰখা, secret, hidden.

**আপ্ৰাণী** বি. সামান্য প্ৰাণী, দুখীয়া মানুহ low or destitute person.

**আপ্লাৱন** বি. ধল, বানপানী flood.

**আপ্লাৱিত** বান পানীত তল যোৱা, বেছি হোৱা flooded.

**আপ্লুত** কৃদ. বিণ. নিমগ্ন হোৱা thoroughly immersed.

**আফ্‌চোচ্‌** বি. অনুতাপ, মনৰ দুখ repentence.

**আফৰ্‌ আফৰি** বি. কঁহাৰ, সোণাৰী আদিৰ কাৰখানাৰ জুইশাল the furnace.

**আফৰী** বিণ. ফৰ্ফৰাই ফুৰা, উদ্যোগী active, nimble and skilful.

**আফলা** বি. সোঁতৰ খুন্দা a rapid.

**আফাল** বি. জোৰে পৰি যোৱা কাৰ্য্য, বলেৰে থেকেচা মাৰ strike violently. **আফাল খা** থেকেচা খাই পৰা to fall down violenty. **আফাল মাৰ** এছাৰ

মাৰি পেলাই দে throw violently.

**আফিং** (সং—অহিফেন, আৰবী—আফিয়ুন) বি. কানি opium,

**আফু** বি. আফিং বা কানিৰ গছ the poppy. **আফু-গুটীয়া** আফুগুটিৰ নিচিনা সক। **আফুৰা** আফিং খোৱা, কানীয়া addicted to opium.

**আফুট** বি. 'অস্ফুট' চোৱা।

**আফুটনি** বি. লেখী ওকণীৰ চোকোৱা।

**আফুটা** বিণ. নুফুটা, বিন্ধা নথকা unpierced.

**আফুলন** বিণ. নুফুলা unopened.

**আব্কাৰী** বি. মদ বেচা বেপাৰী a wine-merchant. বিণ. মাদক বস্তু সম্বন্ধীয় relating to excise. **আবকাৰী দাৰোগা** বি. মাদক দ্ৰব্যৰ বেপাৰী নিয়ন্ত্ৰণ কৰাৰ বাবে নিয়োজিত কৰ্ম্মচাৰী, উক্ত বিভাগ পৰিদৰ্শক বা তত্ত্বাবধায়ক, exise Inspector.

**আবকাৰী মহল** বি. মাদক দ্ৰব্য প্ৰস্তুত কৰণ, ব্যৱসায়, কৰ আদি নিয়ন্ত্ৰণ কৰা ৰাজকীয় কৰ্ম্মবিভাগ excise Department.

**আবচন** বি. (পুঃ অঃ) আজ্ঞা নমনা।

**আবতৰ** বি. অসময়, খেতিৰ নিমিত্তে অনুপযুক্ত সময় unseasonable weather. **আবতৰীয়া** আবতৰত হোৱা untimely.

**আবদাৰ** বি. জেদ কৰি কৰা অনুৰোধ, উৎকট অনুৰোধ।

**আবদ্ধ** কৃদ. বিণ. বন্ধা, বান্ধি ৰখা tied, fastened, আটক কৰা confined, নিযুক্ত engaged.

**আবনুৰা** বিণ. কাম নথকা বা নকৰা without work,

**আবৰ** বি. অসমৰ উত্তৰ-পূব চুকৰ এজাতি মানুহ a hill tribe of Assam, সক. ধা. ঢাক, বেৰ cover or surround.

**আব্ৰা** বিণ. (কথা ভাষা) মূৰ্খ, ভেবা, মানুহ simpleton.

**আবৰি-বিবৰি** বি. অৰ্থ নথকা বা বুজিব নোৱাৰা কথা indistinct or incoherent, প্ৰলাপ raving of a mad or sick man.

**আবৰী** বি. অবাধ্য, কাৰো কথা নুশুনা, আমঠ disobedient, obstinate.

**আবৰণ** বি. ঢাকনি, আচ্ছাদন a covering, a skin, অজ্ঞান, অবিদ্যা that which conceals the real nature of a thing.

**আবৰ্জ্জনা** বি. ময়লা, পেলাই দিয়া বস্তু rubbish. বহুদিনীয়া কুনীতি evil customs.

**আবৰ্ত্ত** বি. চাকনৈয়া a whirl-pool এজন মেঘৰ অধিপতি a cloud-

king. আবৰ্ত্তক বিণ. বাৰে বাৰে হোৱা recurring.

আবৰ্ত্তন বি. ঘূৰি থকা কাৰ্য্য act of turning or revolving পুনৰ্জন্ম।

আবৰ্ত্তমান বিণ. প্ৰত্যাবৰ্ত্তনশীল।

আবলুছ বি. এবিধ ক'লা কাঠ ebony.

আবল্য বি. লেঠা, কামৰ বাহুল্য pressure of work, দুৰ্ব্বলতা weakness.

আবহ বিণ. উৎপাদকজনক (ভয়াবহ) বি. বায়ু, বায়ুমণ্ডল atmosphere. আবহবিদ্যা meteorology.

আবহমান বি. চিৰকাল চলি থকা coming down from time immemorial.

আবাদ বি. খেতি, খেতি কৰা মাটি cultivation, cultivated land.

আবাদ কৰ ক্ৰি. হাল বাই খেতি কৰ। আবাদী বিণ. খেতি কৰা cultivated.

আবাল অব্য. ল'ৰা কালৰ পৰা since boyhood.

আবালবৃদ্ধ ক্ৰি. বিণ. ল'ৰাৰ পৰা বুঢ়া লৈকে, ল'ৰা বুঢ়া সকলো from the young to the old.

আবাস বি. থকা ঠাই, ঘৰ dwelling place.

আবাহন, আৱাহন (সং—আহ্বান) বি. নিমন্ত্ৰণ invitation, মন্ত্ৰদ্বাৰা আহ্বান invocation.

আবি (পুঃ অঃ) বি. আয়ুস।

আবিৰ বি. 'আবীৰ' চোৱা।

আবিৰ্ভাৱ বি, প্ৰকাশ, দেখা দিয়া manifestation, অৱতাৰ appearance as an incarnation, উৎপত্তি occurrence.

আবিৰ্ভূত কৃদ. বিণ. প্ৰকাশিত manifested, অৱতাৰ ধৰা, আকাৰ ধৰা appearing.

আবিল বিণ. পাপ বা মলি যুক্ত, বোকাযুক্ত, কলুষিত muddy, dirty বি. আবিলতা পাপ মলি।

আবিয়৷ বিণ. যাৰ বিয়া হোৱা নাই, বিয়া নকৰা unmarried. নিয়মমতে বিয়া নকৰাকৈ মতা-তিৰোতা ভাৱে থকা living as husband and wife without being properly married.

আবিষ্কাৰ বিণ. প্ৰকাশ বা ব্যক্ত কৰা কাৰ্য্য, বিচাৰি উলিওৱা discovery.

আবিষ্কাৰক আবিষ্কাৰ কৰোঁতা discoverer. আবিষ্কৃত কৃদ. বিণ. ব্যক্ত কৰা, প্ৰকাশিত discovered.

আবিষ্ট কৃদ. বিণ. প্ৰবিষ্ট, কোনো বিষয়ত বেছিকৈ মন লগা absorbed.

আবীৰ বি. ফাঁকু গুৰি a red powder.

আবু বি. পিতামহী, মাতামহী grand-mother.

আবুৰ বি. গোপন, গুপুত বা অপ্ৰকাশ

থকাৰ বাবে কোনো কথা privacy, secrecy.

**আবৃত** কৃদ. বিণ. ঢকা, আচ্ছাদিত covered, veiled.

**আবৃত্তি** বি. আওৰাই লৈ কোৱা বা গোৱা recitation.

**আবেগ** বি. ব্যাকুলতা, উদ্বেগ, উৎকণ্ঠা eagerness, agitation due to any emotion.

**আবেদন** বি. প্ৰাৰ্থনা, নিবেদন request, representation, দৰ্খাস্ত petition. বিণ. **আবেদক** আবেদনকাৰী। **আবেদনশীল** বিণ. চিত্তাকৰ্ষক, আকৰ্ষণীয় appealing **আবেদনক্ষম** যিয়ে চিত্তাকৰ্ষণ কৰিব পাৰে।

**আবেলি** বি. বিয়লি, ভাটিবেলা afternoon.

**আবেশ** বি. দকৈ মনোযোগ দিয়া profound attention, ভাবেৰে ভৰপূৰ থকা অৱস্থা overflowing with emotion, অনুৰাগ, আসক্তি, বিহ্বলতা।

**আবোধ** বি. অকুমাৰী a virgin.

**আভঁজ, আভঁজা** বিণ. ভাল গঢ় বা ঠগ নথকা, কুৰূপ ugly.

**আভঁজনী** বিণ. অধৰ্ম্মী, অকৃতজ্ঞ sinful, ungrateful.

**আভঁজুৰা** বিণ. ভাঁজ নথকা, মিহলি নথকা pure.

**আভৰণ** বি. অলঙ্কাৰ, ভূষণ ornament, garment.

**আভা** বি. পোহৰ, কিৰণ, ৰশ্মি ray, light, সৌন্দৰ্য্য, শোভা beauty, জেউতি splendour, ব্ৰহ্মদেশৰ এখন নগৰ।

**আভাস** বি. অনুৰূপ likeness, প্ৰতিবিম্ব shadow, অস্পষ্ট ভাব faint idea, গম hint, আভা, জেউতি light, flash, ইঙ্গিত, সাদৃশ্য।

**আভাস-কল্পনা** অনুৰূপ কল্পনা making a show of something.

**আভাস্বৰ** বিণ. সকলো ঠাইত পোহৰ হোৱা, splendid, bright. বি. ৬৪জন গণদেৱতা।

**আভিজাত্য** বি. উচ্চবংশীয়ত্ব, উচ্চবংশৰ গৌৰৱ, পাণ্ডিত্য. কৌলীন্য।

**আভিধানিক** বিণ. অভিধান সম্পৰ্কীয় relating to a dictionary, অভিধানত থকা contained in a dictionary.

**আভীৰ** (পু. অ.) বি. গুৱাল a cowherd.

**আভুকীয়া** বিণ. ভোক নলগা having no appetite.

**আভুৰা** বিণ. বুজ নোপোৱা, নজনা unacquainted. **আভুৰা-ভাঁৰ** এপাহমাৰ, বেয়া বস্তু দি বা বেয়াকৈ কাম কৰি ভাওনা কৰ।

**আভোক** বি. ভোক নাইকিয়া অৱস্থা want or loss of appetite. বিণ. **আভুকীয়া**।

**আভোগ** বি. গানৰ বা কবিতাৰ শেষ পদ।

**আভ্যন্তৰিক** বিণ. ভিতৰৰ, অন্তৰৰ internal.

**আভ্যন্তৰীণ** বিণ. অন্তৰস্থ, ভিতৰৰ।

**আভ্যুদয়িক** বিণ. উন্নতি বা সুখ-দায়ক, মাঙ্গলিক অনুষ্ঠান conducive to joy or welfare.

**আম** বি. এবিধ ফল the mango. **আম কাহুঁদী** আমৰ চাটনি।

**আম** বি. অজীৰ্ণ, শাওঁ mucus.

**আমঠ** বিণ. বুজনি নোলোৱা, নিজ ইচ্ছামতে চলা obstinate, self-willed.

**আমঠি** বি. পকা আমৰ গুটি।

**আমঠু** বি. পকা আমৰ গুটিৰ ভিতৰৰ শাহ, কলিজা the kernel, the heart.

**আমতা** বি. পকা আম গুলি চেপেটা কৰি ৰ'দত শুকুৱাই থোৱা খাদ্য বিশেষ।

**আমদানি** (ফা.) বি. বেহা বেপাৰত আনদেশৰ পৰা বস্তু অনা কাৰ্য্য act of importing goods.

**আমনা, আমনা ধান** বি. আহিন-কাতি মাহত পকা এবিধ ধান।

**আমনি** বি. আমবাৰী mango-grove, কোনো কাম বহু সময় কৰাৰ কাৰণে আৰু কৰিবৰ অনিচ্ছা, ভাগৰ, বিৰক্তি disinclination. vexation. **আমনি কৰ** বিৰক্ত লগা to vex. **আমনিয়া** ক্রি. আমনি লগা।

**আমন-জিমন** বিণ. মন মৰা, বিমৰ্ষ, চিন্তাযুক্ত sad, cheerless. ক্রি. বিণ. **আমন-জিমনকৈ**।

**আমন্ত্রণ** বি. নিমন্ত্রণ, আহ্বান invitation. কৃদ. বিণ. **আমন্ত্রিত** নিমন্ত্রিত invited.

**আমবাত** বি. এবিধ বাত ৰোগ।

**আমৰণ** ক্রি. বিণ. মৰণ কাল পৰ্য্যন্ত till death.

**আমৰলি** বি. এবিধ ৰঙচুৱা পকৰা a kind of ant.

**আমৰা** বি. এবিধ ফল the hog-plum and its tree.

**আমৃবি-কুঁজা** বিণ. 'আবি কুঁজা' চোৰা।

**আমলখী** বি. এবিধ গছ আৰু তাৰ ফল a kind of tree and its fruit.

**আমহী, আমহীগুড়ি** বি. শুকান আম খুন্দি কৰা গুড়ি powdered mango.

**আমাঠৈৰ** (পু. অ.) আমালোকৰ।

**আমাডিমা** বি. কুমলীয়া, নিচেই সৰু very young or tender.

**আমানত** (ফা.) বি. জমা থোৱা টকা deposit.

**আমান্ন** বি. নিসিজোৱা বা অসিদ্ধ চাউল raw rice.

**আমাৰ** আমালোকৰ।

**আমাশয়** বি. পাকস্থলী stomach. গ্রহণী ৰোগ dysentery.

**আমাসাব** (পু. অ.) সর্ব্ব. আমা-লোকৰ।

**আমি** মই শব্দৰ বহুবচন।

**আমিন, আমীন** বি. মাটি জোখা কর্ম্মচাৰী, বিচাৰক, মধ্যস্থ লোক, সঁজাতী surveyor, judge, umpire, commissioner.

**আমিষ** বি. মাছ বা মঙহ flesh, fish.

**আমীৰ** বি. ডাঙৰ মানুহ a noble man, কাবুল দেশৰ ৰজাৰ উপাধি।

**আমীৰ খুস্রু** বি. এজন সঙ্গীতজ্ঞ।

**আমুখ** ক্রি. বিণ. মুখ পর্য্যন্ত, নাট্য-শাস্ত্রত প্রস্তাবনা, prologue.

**আমুৰা** সক. ধা. মুখত বেয়া লগা, খাবলৈ বেয়া লগা satiate.

**আমেজ** সামান্য প্রকাশ, আদৰা-আভাস।

**আমৈ** বি. আইৰ বন্ধু তিৰোতা a female friend of mother, বোপাইৰ বন্ধুৰ ঘৈণীয়েক the wife of father's friend, বন্ধুৰ মাক mother of a friend.

**আমৈলতা** বি. সগুণী-লতা, গুলঞ্চ, সিদ্ধিলতা a kind of creeper, menispernum glabrum.

**আম্মোক্তাৰ** বি. যি আনৰ হৈ কোনো কাম প্রতিনিধি স্বৰূপে চলায় one having power of attorney.

**আমোতি** বি. অম্বুবাচী।

**আমোদ** বি. আনন্দ, হর্ষ joy, amusement, উৎসৱ festivity. **আমোদজনক** আনন্দদায়ক pleasant. **আমোদিত** কৃদ. বিণ. আনন্দিত delighted, সুগন্ধি fragrant. **আমোদী** বিণ. ধেমেলীয়া playful. **আমোদপ্রিয়** ধেমালিত ৰত।

**আমোল** বি. ৰাজত্ব বা শাসনৰ কাল regime. **আমোল-মোল** বিণ. অতি সুবাসিত highly fragrant.

**আমোলা** বি. কেৰাণী a clerk.

সক. ধা. বেজাৰ বা নিৰাশা পাই মুখ মলিন কৰা make the face cheerless.

**আম্বিকেয়** বি. ধৃতৰাষ্ট্র, কার্ত্তিক।

**আম্র** বি. আম mango.

**আয়** বি. উৎপন্ন, লাভ income, gain, ধনাগম। **আয়কৰ** উপার্জ্জনৰ ওপৰত লগোৱা কৰ income tax.

**আয়ত** বিণ. দীঘল, বহল, দীঘলীয়া, বিস্তৃত long, extended, দীর্ঘ-চতুষ্কোণ oblong.

**আয়ত্** বিণ. অধিকাৰ কৰা, তলতীয়া mastered over, subjugated.

**আয়ত ক্ষেত্র** বি. চাৰিটা সমকোণ আৰু মুখামুখি দুটা সমান বাহু থকা ক্ষেত্র a rectangle.

**আয়তন** বি. পুতল, বিস্তাৰ extent,

breadth, দীঘল-পুতলব পৰিমাণ size, dimensions.

**আয়ত্ত** বিণ. বশত বা অধীনত অনা, বশবৰ্ত্তী subjugated, mastered, শিক্ষালব্ধ।

**আয়তী** (সং আয়ুষ্মতী) বি. স্বামী থকা তিৰোতা a woman with a living husband.

**আয়দেৰীয়া** বিণ. আয়কাৰী, যিহৰ অলপেই যথেষ্ট হয় increasing in quantity.

**আয়না** (ফা. আঈনা) বি. আৰ্চী, দৰ্পণ mirror.

**আয়ন্** বি. বৰ-লোকৰ আচৰণ high style of living, সৰু হৈ বৰ লোকৰ নিচিনা আচৰণ show of greatness.

**আয়াস** বি. চেষ্টা, শ্ৰম effort, labour. **আয়াসলব্ধ** শ্ৰমাৰ্জ্জিত।

**আয়া** বি. ধাই, ল'বা-ছোৱালীৰ আলধৰা তিৰোতা a nurse, a female attendant.

**আয়াত** বি. আমদানি বস্তু import.

**আয়াযাত** বি. অহাযোৱা কাৰ্য্য act of coming and going.

**আয়ুক্ত** বি. জিলাধিপতিৰ ওপৰৰ থাপৰ ক্ষমতা প্ৰাপ্ত লোক commissioner.

**আয়ুধ** বি. যিহেৰে যুদ্ধ কৰা যায়, অস্ত্ৰ-শস্ত্ৰ, যুঁজৰ আহিলা weapon, বাণ an arrow.

**আয়ুপাত** বি. জীৱন পতন, আয়ু শেষ termination of life.

**আয়ুবড়** বি. আহোম বজাই ৰাজপাটত উঠাৰ দিনটো স্মৰণ ৰাখিবৰ উদ্দেশ্যে আৰু তেওঁৰ আয়ুস বাঢ়িবলৈ কামনা কৰি ৰোৱা বড় গছ a tree planted on the day of the coronation of the Ahom Rajas.

**আয়ুৰ্ব্বেদ** বি. বৈদ্য শাস্ত্ৰ, বৈদ্য বিজ্ঞান medical science.

**আয়ুষ্কৰ** বিণ. যি আয়ুস বঢ়ায় efficacious.

**আয়ুষ্মন্ত, আয়ুষ্মান** বিণ. দীৰ্ঘজীৱী। স্ত্ৰী. **আয়ুষ্মতী**।

**আয়ুস, আয়ু** বি. জীয়াই থকা কাল, জীৱন duration of life, বয়স age.

**আয়োজন** বি. সংগ্ৰহ collection, আৰম্ভ, যো-জা preparation. কৃদ. বিণ. **আয়োজিত, আয়োজনকাৰী** সংগ্ৰহ কৰোঁতা, আয়োজন কৰোঁতা।

**আয়োগ** বি. কোনো চৰকাৰী কামৰ তথ্য নিৰূপণৰ কাৰণে নিয়োজিত ব্যক্তিবৰ্গ commission.

**আৰ্** সক. ধা. ওলোমাই থ to hang.

**আৰক** বি. কোনো বস্তুৰ বিশুদ্ধ ৰস juice, essence.

**আৰকত** বিণ. 'আৰক্ত' চোৱা।

**আবুকা** ( পূ. অ. ) অন্য এসময়ত, at another time.

**আবকাটি, আবিকাটি** বি. কুলিব চৰ্দাৰ বা ঠিকাদাৰ a coolie recruiter, নৈ বা সাগৰত জাহাজ চলাবলৈ পথ দেখুৱাই দিয়া বিষয়া a pilot.

**আবক্ত** বিণ. ৰঙা, তেজ বৰণীয়া red.

**আবকাল** বি. হাঁহাকাৰ, তিৰস্কাৰ a cry of distress, abuse.

**আবজ** বি. নিবেদন, প্ৰাৰ্থনা। **আবজী, আৰ্জ্জী** বি. দৰখাস্ত, নিবেদনপত্ৰ a petition. **আৰ্জ্জী-নহৱী** বি. যি আবজী লিখে a petition-writer.

**আবণি** বি. মাকৰ নৰিয়া হলে কেঁচুৱা ল'বাই পিয়াহ খাবলৈ নেপাই খীনোৱা বা চেৰেলা হোৱা ৰোগ।

**আবণি-পুৰণি** বিণ. অনেক কলীয়া, বৰ পুৰণি very old. ক্ৰি. বিণ, **আবণি-পুৰণিকৈ**।

**আৰণ্য** বিণ. হাবিত থকা, বনৰীয়া wild.

**আৰণ্যক** বিণ. অৰণ্যত হোৱা, বেদৰ এটা ভাগ, ইয়াত ঈশ্বৰতত্ত্বৰ কথা আছে।

**আবতি** ( আৰাত্ৰিক ) বি. সন্ধ্যা সেৱা, দেৱমূৰ্ত্তিৰ আগত গধূলি বন্তি জলাই ঘণ্টা, দবা আদি বাদ্য বজোৱা কাৰ্য্য the offering to an idol at dusk.

**আবব** বি. আৰব দেশ, আৰব দেশৰ মানুহ।

**আববী, আৰ্বী** বিণ. আৰব দেশৰ। বি. আৰব জাতিৰ ভাষা।

**আবব্ধ** বিণ. কৰিবলৈ হাতত লোৱা, যিটো আৰম্ভ কৰা হৈছে commenced, undertaken.

**আবম্ভ** বি. প্ৰথম চেষ্টা বা উদ্যোগ, সূত্ৰপাত, আয়োজন beginning, first effort, preparation, উৎপত্তি origin, প্ৰস্তাবনা preface. বি. **আবম্ভণ, আবম্ভণি**।

**আবক্ষক** বি. পুলিচ police.

**আবা, আবাসব** সৰ্ব্ব. এওঁ, এওঁলোক।

**আবাও, আবাৱ** বি. ডাঙৰ শব্দ, আটাহ, চিঞৰ high sound, loud noise.

**আবাতি** বি. শত্ৰু, enemy.

**আবাত্ৰিক** প্ৰদীপ আদিৰ দ্বাৰা দেৱমূৰ্ত্তি বৰণ, আবতি।

**আবাধ** সক. ধা. উপাসনা কৰ, ভজ, পূজাকৰ worship, adore. বি. **আবাধনা**। **আবাধক, আবাধনীয়** বিণ. যাক ভজিব লাগে, পূজনীয় adorable. **আবাধ্য** বিণ. আৰাধনীয় adorable.

**আবাম** বি. জিৰণি, সুখ comfort, ease, আৰোগ্য recovery from illness, ৰংধেমালি কৰা ঘৰ ই

pleasure house or garden. বিণ. আবামী।

আবাল বি. ঢাকনি, lid. আবাল দিয়া ক্রি. ঢাকনি দিয়া।

আবি বি. এবিধ বাকলি নথকা মাছ a kind of fish, হাৰিলে কোনো বস্তু দিবলৈ কৰা প্রতিজ্ঞা the act of betting, ঘাটিলে দিবলৈ প্রতিজ্ঞা কৰা বস্তু a wager. ক্রি. আবি মাৰ, আবি বান্ধ।

আবিমন্ত বি. পুৰণি কামৰূপ ৰাজ্যৰ এজন ৰজা।

আবি কুঁজা বিণ. অলপ কুঁজা hunch-backed. আবি মুবি ইকাতি সিকাতি কৰা কাৰ্য্য।

আবিয়া বি. জুই লগাই পোহৰ কৰিবৰ কাৰণে তেলত ভিজাই কাঠিত মেৰোৱা ফটাকানি বা সূতাৰ মুঠা a torch, আবিয়াৰ জুইৰ পোহৰ a torch light, তিনি দোন ধৰা বাহৰ জোখা পাত্র, bamboo basket.

আবিয়া হোৱা ক্রি. যাবলৈ বেয়া হোৱা।

আৰু, আউৰ, আৰ, আৰো (পু. অ.) অব্য. অপৰ and, ইয়াতকৈ বেছি further, পুনৰ, ভবিষ্যতে again, in future.

আক-তেওজ-বেলি সৰ্ব্ব. যোৱা বছৰৰ আগ বছৰ the year previous to the one before last.

আক বাৰ ক্রি. বিণ. আকৌ, আক এবাৰ once more. আক-বেলি বি. যোৱা বছৰ last year, অহা বছৰ next year.

আককক্ষ, আকবক্ষ (পু. অ.) বিণ. ওপৰলৈ উঠিবৰ ইচ্ছা থকা, উঠিবলৈ উদ্যোগ কৰা, যোগ সাধনত প্ৰবেশ কৰা।

আৰূঢ় বিণ. উঠা, আৰোহণ কৰা mounted. আৰূঢ়-যৌৱন বি. নায়িকা, যি যুৱতীৰ পতি সঙ্গ ভাল লাগে, নব-যুৱতী heroine.

আৰে অব্য. হেৰা, বিস্ময়, ঘৃণা, ক্রোধ আদি সূচক অব্যয়।

আবে বিণ. ৰ'দত শুকোৱা dried in the sun. আবে-চাউল বি. নিসিজোৱাকৈ ৰ'দত শুকোৱা ধানৰ চাউল। আবৈয়া বিণ. আবৈ চাউলৰ নিচিনা, শুকান।

আৰোগ্য বি. সুস্থ অবস্থা, নীৰোগ (দৰ্শনত) এটা বস্তুত আন বস্তুৰ ধৰ্ম্ম স্থাপন বা কল্পনা, অবস্থা health, নৰিয়াৰ পৰা ভাল হোৱা অবস্থা recovery from illness.

আৰোপ সক. ধা. অৰ্পণ কৰা, লগাই দি attribute, impute. আৰোপণ বি. সমৰ্পণ, স্থাপন act of attributing or placing upon. imposing. কৃদ. বিণ. আৰোপিত বিণ. সমৰ্পিত, স্থাপিত placed.

আবোৱান বি. ৰজা-মন্ত্ৰী আদিক আঁৰ দিয়া ছত্ৰ, আবৰণ a flat

round bamboo frame covered with cloth.

**আৰোহ** উচ্চতা (দুৰাৰোহ) (দৰ্শনত) কাৰ্য্যৰ পৰা কাৰণ নাইবা বিশেষৰ পৰা সামান্যৰ অনুমান induction.

**আৰোহ মাৰ্গ** বি. কাৰ্য্যৰ পৰা কাৰণৰ অনুমান কৰা নিয়ম।

**আৰোহণ** বি. ওপৰত বা ওপৰলৈ উঠা কাৰ্য্য the act of mounting or ascending. **আৰোহী, আৰোহণকাৰী**। বিণ. উঠোঁতা one who mounts, ascends or rides. স্ত্ৰী. **আৰোহিণী**।

**আৰ্কিমিডিচ্** এজন বৈজ্ঞানিক।

**আৰ্চী** বি. আইনা, দাপোণ a mirror, a looking glass.

**আৰ্জ্** সক. ধা. আৰ্জন কৰ, উৎপন্ন কৰ to earn, to grow. **আৰ্জক** বিণ. উপাৰ্জ্জন কৰোঁতা। বি. **আৰ্জন** উপাৰ্জ্জন কৰা কাৰ্য্য, উপাৰ্জ্জিত বস্তু earnings, things earned. **আৰ্জনীয়া** বিণ. উপাৰ্জ্জন কৰোঁতা। **আৰ্জিত** ঘটা, উপাৰ্জ্জিত earned.

**আৰ্জ্জৱ** বি. ঋজু বা সৰল ভাব, সৰলতা, অকপট ভাব simplicity, sincerity.

**আৰ্জ্জুনি** বি. অৰ্জ্জুনৰ পুতেক, অভিমন্যু son of Arjuna.

**আৰ্ট** ( Art ) বি. ৰসসৃষ্টি, ৰসাত্মক ৰচনা, কলা। বিণ. **আৰ্টিষ্ট**।

**আৰ্ডালী** কোনো বিষয়াৰ তলত লিখা-পঢ়া কামৰ বাহিৰে আন সামান্য কাম কৰা লোক ; লগুৱা। orderly.

**আৰ্ত্ত** বিণ. পীড়িত, বিপন্ন, আকুল, বিবুদ্ধি afflicted anxious, endangered, confounded. **আৰ্ত্তনাদ** বি. আটাহ, দুখ, শোক বা ভয়ত চিঞৰ a scream, cry of distress, fear of pain. **আৰ্ত্তৰাৱ** বি. আৰ্ত্তনাদ। ক্ৰি. বিণ. **আৰ্ত্তৰাৱে**।

**আৰ্‌তাৰ্** সৰ্ব্ব. ইজন সিজনৰ of this or that person.

**আৰ্থিক** বিণ. ধন সম্পত্তি সম্বন্ধীয় financial.

**আৰ্দ্ৰ** বিণ. পানীৰে তিতা wet.

**আৰ্য্য** বি. আৰ্য্য জাতি Aryan. ভাৰতীয় আৰ্য্য হিন্দু, মান্য, শ্ৰেষ্ঠ গুৰুজন a respectable person. স্ত্ৰী. **আৰ্য্যা**। **আৰ্য্য-ভট্ট** বি. এজন হিন্দু জ্যোতিৰ্ব্বিদ a Hindu astrologer. **শুভঙ্কৰী আৰ্য্যা** পদ্যত ৰচিত সূত্ৰ।

**আৰ্য্যাবৰ্ত্ত** বি. আৰ্য্য জাতিৰ প্ৰথম ঠাই, হিমালয়ৰ পৰা বিন্ধ্য পৰ্ব্বত-মালা পৰ্য্যন্ত Northern India.

**আৰ্ষ** বিণ. ঋষি সম্বন্ধীয় বা ঋষিয়ে কোৱা। ব্যাকৰণ মতে অশুদ্ধ কিন্তু ঋষিয়ে ব্যৱহাৰ কৰা বুলি চলিত ungrammatical but used by a sage.

**আৰ্হি** বি. চানেকি, আদৰ্শ model, ideal, শুদ্ধাশুদ্ধ চাবলৈ প্ৰথম

ছপা কাকত proof sheet, draft, সাদৃশ্য likeness. **আৰ্হিতোল** ক্রি. এখন কাকত বা এটা বস্তুৰ আৰ্হিৰে আন এটা বস্তু কৰ copy.

**আল** বি. চৰাই ঠেঙৰ কাঁইট spur. কোনো ভোতা বা ডাঙৰ বস্তুৰ পৰা জোঙা হৈ ওলোৱা ভাগ a sharp point, খুটাৰ ওপৰৰ জোঙাকৈ কটা ভাগ।

**আল্** বি. ওচৰ বা লগত থাকি পৰিচৰ্য্যা কৰা, সেৱা, শুশ্রূষা attendance. ক্রি. **আলধৰা** সেৱা শুশ্রূষা কৰ attend, serve. **আলধৰা** বিণ. লগুৱা, শুশ্রূষা কৰা লোক an attendant.

**আল্‌কতৰা** বি. কয়লা বা কাঠ পোৰা ধোঁৱাৰ পৰা তৈয়াৰ কৰা এবিধ ক'লা ডাঠ তেল coal-tar.

**আল্‌চুল** কৈ ক্রি. বিণ. চোৰৰ দৰে মানুহে নেদেখাকৈ লুকাই লুকাই stealthily.

**আল্‌জাল্** বি. ফাকি বা জোৰা দিয়া কথা কৈ গা এৰাবৰ চেষ্টা কৰা evasiveness.

**আল্‌জিবা, আলজিভা** বি. জিভাৰ গুড়িত তালুৰ পৰা ওলমি থকা সৰু জিবা the uvula.

**আল্‌তুল্‌কৈ** ক্রি. বিণ. আলফুলকৈ gently.

**আল্‌পিন** বি. বেজিৰ নিচিনা সৰু শলা a pin.

**আলক্ত** বি. আল্‌তা।

**আল্‌লগা** বিণ. ওৰি গোষ্ঠিৰ আউললগা।

**আলঙ্কাৰিক** বিণ. অলঙ্কাৰ সম্বন্ধীয়, অলঙ্কাৰ শাস্ত্রজ্ঞ।

**আল চাউল** বি. আৰৈ চাউল।

**আলনা** বি. কাপোৰ থোৱা ভঁাৰ a cloth stand.

**আলপকা** বি. পেৰু দেশৰ মেষজাতীয় এবিধ জন্তু alpaca.

**আলপনা, অলিপনা** বি. যাৰ দ্বাৰা লিপা বা চিত্রিত কৰা যায়, painting, plaster.

**আল-পৈচান, আল-পাঁচন** বি. কাম কাজ কৰা, পৰিচৰ্য্যা menial service.

**আল্‌ফুল্, আল্‌ফুলীয়া** বিণ. আলসুৱা, অতি কোমল, ছুলেই ভাগি যোৱা very tender or delicate. **আল্‌ফুলকৈ** ক্রি. বিণ. আলসুৱাকৈ, দুখ নোপোৱাকৈ, ঢিলা কৈ।

**আলবৎ** অব্য. নিশ্চয়, নিঃসন্দেহ surely.

**আল্‌বাল্** বি. অপদাৰ্থ বিষয়, মিছা বা অৰ্থ নাইকিয়া কথা something worthless.

**আলমাৰি, আলমাইৰা** বি. কেইবাটা খলপা থকা কাঠৰ পেৰা an almirah.

**আলখনী** বি. কুলক্ষণী।

**আলগ্** বিণ, আঁতৰত থকা, বেলেগ, লগ নলগা separate, excommunicated. বি. আঁতৰ, নিলগ

distance. মাটিৰ পৰা ওপৰ, আকাশ the air. **আলগ কৰ** বেলেগ কৰ, এক ঘৰীয়া কৰ। বিণ. **আলগতীয়া** বেলেগতীয়া, পৃথকে থকা separated, keeping aloof, অনাবশ্যকীয়, সম্পৰ্ক নথকা। **আলগা** বিণ. সম্বন্ধ নথকা, অদৰ্কাৰী। **আলগা** সক. ধা. আঁতৰ কৰা, বেলেগ কৰা। **আলগে** ক্রি. বিণ. আঁতৰাই, বেলেগে। **আলগ-নিলগ** বিণ. দূৰ, আঁতৰা-আঁতৰি। ক্রি.বিণ. **আলগনিলগকৈ, আলগে নিলগে**।

**আলচ্** বি. পৰামৰ্শ, মন্ত্রণা advice, consultation, চৰ্চা discussion. সক. ধা. পৰামৰ্শ কৰ consult about.

**আলচীয়া** বিণ. এলেহুৱা, idle.

**আলতা** ( সং-অলক্ত ) বি. লাৰ পৰা কৰা ৰঙা ৰং lac dye.

**আলতীয়া** বিণ. অলপ আঠাযুক্ত, অলপ লিকটা sticky, clayey.

**আলধুৰা** বি. বেত বাঁহ আদিৰ কাঠী কামী কৰোঁতে ওলোৱা জাবৰ।

**আলনি** বিণ. আজোখ not symmetrical, আগঢ়ী, কুশ্রী ugly-looking স্ত্রী. **আলনী**।

**আলনীয়া** বি. মন্ত্ৰেৰে জাৰি দিয়া গাত পিন্ধা ঔষধ a charm.

**আলম** (সং-অৱলম্ব) বি. অৱলম্বন, আশ্রয় refuge, protection.

**আলম্-বিলম্** বি. গহৰি, পলম delay. ( পু. অ. ) **আলম্ব** বি. অৱলম্বন, আশ্রয়, সহায়, refuge, protection.

**আলয়** বি. ঘৰ, গৃহ a house, a dwelling.

**আলৰ** বিণ. অথিৰ. অতি বুঢ়া decrepit. স্ত্রী. **আলৰী**।

**আলষনী** (সং-অলক্ষণী) বি. আলখনী, কুলক্ষণী।

**আলসুৰা** বি. সুখত উঠা, দুখ কষ্ট সহিব নোৱাৰা delicate, very tenderly brought up.

**আলস্য** বি. এলাহ, কামলৈ অনিচ্ছা laziness.

**আলহী** ( আৰবি—আলহি ) বি. অতিথি, আনৰ ঘৰত ভোজনাদি কৰিবলৈ যোৱা লোক a guest, a visitor.

**আলঙ** বি. ওখ চাং, উচ্চপদ high place or position.

**আলম্বন** বি. অৱলম্বন। ( অলঙ্কাৰ শাস্ত্রত ) যিবোৰ কাৰণে স্থায়ী ভাবৰ উদয় হয়, সিইঁতক বিভাব বোলে আক যাক অৱলম্বন কৰি হৰ্ষ, শোক, ভয়, বিস্ময় প্রভৃতি চিত্তবিকাৰ জন্মে, তাক আলম্বন বিভাব বোলে। বিণ. **আলম্বিত, আলম্বী**।

**আলহ** বিণ. এলেহুৱা, ধোদ, sluggard, বি. মানুহৰ নাম।

**আলাই, আলৈ** বিণ. দুৰ্ভাগ্য misfortune.

**আলাই-আথানী** বিণ. আশ্রয়হীন, বাখোঁতাৰ অভাৱত নষ্ট হোৱা homeless, wasted in want of protection.

**আলাই-জাববী** বিণ. অকামিলা, অকাজভাগী, লেতেৰা unskilful, untidy.

**আলাই-বিলাই** বি. আপদ-বিপদ, অমঙ্গল, জঞ্জাল।

**আলাগী** বিণ. গিৰিয়েকে ভাল নোপোৱা তিৰোতা a woman to whom the husband is not attached.

**আলাদা** (আৰবি—আলহ্দা, উৰিয়া আলাহিদা) বিণ. বেলেগ, পৃথক different.

**আলান** বি. কাণত বা ডিঙিত ওলোমাই দিয়া দৰৱ।

**আলান্ধু, এলান্ধু** বি. বেৰ বা চালত লাগি ওলমি থকা ধোৱাঁৰ মল soot. বিণ. **আলান্ধুৰা, এলান্ধুৰা**।

**আলাপ** বি. কথোপকথন, এজনে আনজনেৰে সৈতে কোৱা কথা conversation, পৰিচয় acquaintance, তিৰোতাৰ সৈতে সঙ্গম। **আলাপন** আলাপ। বিণ. **আলাপী** আলাপ প্ৰিয়, কথাৰ দ্বাৰা লোকৰ লগত মিলিব পৰা affable, social. স্ত্ৰী. **আলাপিনী**।

**আলাবাদ্ধু** বিণ. একো কামৰ যোগ্য নোহোৱা, অপাত্ৰ, অশুৱনি worthless, ugly.

**আলাভুলা** বিণ. অচতুৰ, লাগবান্ধ নাইকিয়া dull.

**আলাস** (পু. অ.) বি. আলস্য laziness, উলাহ delight, শূন্য air.

**আলাসত উঠ** কোনো দুখ নোপোৱাকৈ ডাঙৰ হোৱা। **আলাসতে** অনায়াসে, সহজে। **আলাসৰ লাৰু** বৰ সুখত ৰখা বা তোলা বস্তু।

**আলাহ** (সং—আলস্য) বি. আলস্য, এলাহ, সৰোপালি laziness, sloth.

**আলাহুদা** বিণ. মনোযোগ দি নকৰা indifferent.

**আলি** বি. পথাৰত পানী ৰাখিবলৈ কৰা সৰু ঢাপ a ridge, ওখকৈ বন্ধা মানুহ অহা যোৱা কৰা বাট a road; **আলি-আন্ধাৰি-লাগ** কণামূৰি লগা, কামৰ ভিতৰত ভত নোহোৱা হ to be confounded. **আলি বাটত চালি থৰা** ধুনমাৰি ফুৰা।

**আলিঙ্গন** বি. চেনেহত সাবটি ধৰা কাৰ্য্য embrace.

**আলিয়ন** বি. ভাজিবলৈ লোৱা বস্তুৰ ওপৰত লিপি দিয়া বস্তু a paste for cake.

**আলিমুলি** বি. আউল লগা, গোলমাল confusion, entanglement.

**আলু** বি. মাটিৰ তলত থকা থাই শিপা, মূল the main root of a plant, মানুহে খোৱা মূল, দাঁতৰ গুৰি gums of the teeth. **আলু-উঠ** সমূলি নষ্ট হ, পিৰি উঠ।

**আলু-তোল** সমূলি নষ্ট কৰ। **আলুয়ে-পোখাই** ক্রি. বিণ. সমূলে বা সম্পূর্ণৰূপে।

**আলুলায়িত** বিণ. উন্মুক্ত, খোলা, বিশৃঙ্খলিত open, scattered.

**আলেখ-লেখ** বি. অলক্ষিতৰূপে দেখা, বেহৰূপ, গতি-গোত্র।

**আলেখ্য** বি. চিত্র-পট, আঁকা বা লেখা প্রতিমূর্ত্তি a picture or drawing, a painting.

**আলেঙে-আলেঙে** ক্রি. বিণ. ওচৰলৈ নগৈ আঁতিৰৰ পৰা, নিলগৰ পৰা, মনে মনে from a distance, secretly.

**আলেজালে** ক্রি. বিণ. অবাবত, মিছাকৈ uselessly, এলাহত in idleness.

**আলৈ-অথানি** বিণ. যতে ততে পৰি থকা, ভালকৈ সামৰি নথৈ লোকচান কৰা, নিৰাশ্রয় uncared for, helpless.

**আলৈ-আপদ** বি. দুর্গতি misfortune.

**আলৈ-আহুকাল** বি. আপদ, বিপদ misfortune, trouble.

**আলৈ-বিলৈ** বি. দুখ-কষ্ট, বিপত্তি misery, distress.

**আলো** ( পু. অ. ) অব্য. হেৰা, হেৰ, সম্বোধন সূচক অব্যয়।

**আলোক** বি. পোহৰ, দীপ্তি light. **আলোক-চিত্র** ফটোগ্রাফ photograph. **আলোক-ছায়া** পোহৰ আৰু অন্ধকাৰ।

**আলোচ্য** বিণ. আলোচনা কৰিবলগীয়া।

**আলোচনা** বি. চর্চ্চা, বিচাৰ discussion, পৰামর্শ consultation.

**আলোচনীয়** বিণ. আলোচনা কৰিবলগীয়া fit to be discussed.

**আলোচিত** কৃদ. বিণ, যাৰ আলোচনা বা চর্চ্চা হৈছে discussed, বিবেচনা কৰা considered.

**আলোড়ন** বি. সঞ্চালন, লৰোৱা, লৰাই মিহলোৱা stirring, agitating. কৃদ. বিণ. **আলোড়িত**।

**আলোৱান** ( আৰবী-আল্‌বান ) বি. জন্তুৰ নোমৰ পৰা কৰা কাপোৰ, গাত লোৱা জাৰ কাপোৰ a winter wrapper.

**আলো-আপচু** শাও বা ঘিণ বুজোৱা মাত a term of course or abuse.

**আলোলোৱা** বিণ. আলসুৱা, সুখত উঠা tenderly brought up. ক্রি. বিণ. **আলোলোৱাকৈ**।

**আলো-লোৱা-গোৰী** বি. অতি মৰমৰ ছোৱালী, আলসুৱা কন্যা, beloved girl.

**আল্লা** ( আৰবী ) বি. খোদা, কোৰাণ শাস্ত্ৰৰ মতে ঈশ্বৰৰ নাম।

**আৰত, আৰল** ক্রি. আহিছে, আহিল।

**আব্ৰা** বিণ. একো নজনা, মূৰ্খ stupid.

**আৱলি, আৱল** বি. শ্ৰেণী, শাৰী series, row, সমূহ a collection.

**আৱশ্যক** বি. দৰকাৰ, প্ৰয়োজন use, necessity. বিণ. প্ৰয়োজনীয় necessary, উচিত what should be done. **আৱশ্যকীয়** বিণ. লাগতিয়াল, প্ৰয়োজনীয় necessary. বি. **আৱশ্যকতা**।

**আব্হাৱা** বি. (ফা.) পৰিবেশ environment.

**আৱাজ** বি. শব্দ sound.

**আৱেষ্টক** বি. পৰিবেষ্টক, বেৰ fencing, enclosure.

**আৱেষ্টন, আৱেষ্টনী** পৰিবেষ্টন enclosure, চাৰিওফালৰ অৱস্থা surrounding, পাৰিপাৰ্শ্বিকতা environment. কৃদ. বিণ. **আৱেষ্টিত**।

**আশ** (সং-আশা,) বি. আশা, অভিলাষ hope, expectation, আশয় boldness.

**আশংসা** বি. ইচ্ছা, প্ৰত্যাশা desire, expectation.

**আশকত, আশকতীয়া** বিণ. শক্তিহীন, দুৰ্ব্বল weak.

**আশঙ্কা** বি. ভয়, সন্দেহ doubt, fear. কৃদ. বিণ. **আশঙ্কিত** ভীত, ত্ৰস্ত।

**আশয়** বি. মন, চিত, অভিপ্ৰায়, ইচ্ছা mind, heart, intention, desire, পৰিচয়ৰ পৰা জন্মা সাহ boldness caused by familiarity, আধাৰ, আশ্ৰয়স্থান যেনে জলাশয়, মূত্ৰাশয়।

**আশা** বি. কাম্যবস্তু লাভৰ সম্ভাৱনা, ভাৰসা, বাঞ্ছা hope, expectation. **আশাতীত** বিণ. যিমান আশা কৰা যায় তাতকৈ বেছি more than what is expected. **আশাধাৰী** বিণ. আশা কৰি থকা eager to enjoy. **আশাপাল** আশা কৰি কাল নিওৱা wait in hopes. **আশাপাশ** বি. আশাৰ জৰী, এৰিব নোৱৰা আশা craving. **আশাবদ্ধ** আশাত আবদ্ধ, আশা এৰিব নোৱাৰা bound by desire, longing often.

**আশাভৰসা** বি. কোনৰূপ আশা।

**আশা-লতা** বি. যাক মনে প্ৰাণে আশা কৰি থকা হৈছিল।

**আশাশুধীয়া** বিণ. উদাৰ চিতীয়া, অকপটীয়া sincere.

**আশীস্** বি. আশীৰ্ব্বাদ a blessing. benediction.

**আশী** (সং) বি. চাৰি কুৰি eighty.

**আশীবিষ** বিণ. দাঁতত বিহ থকা having poisonous teeth.

**আশীৰ্ব্বদীয়া** বিণ. শুভ কামনা কৰি দিয়া given with wishes for good.

**আশীৰ্ব্বাদ, আশীৰ্ব্বচন** বি. মঙ্গল

বাঞ্ছা কৰা, শুভ কামনা কৰা blessing, benediction.

**আশীৰ্ব্বাদক** বিণ. যিয়ে আশীৰ্ব্বাদ দিয়ে।

**আশীষ** বি. আশীৰ্ব্বাদ। **আশিষি** আশীৰ্ব্বাদ কৰি।

**আশু** ক্রি. বিণ. শীঘ্রে, সোনকালে soon, quickly.

**আশুতোষ** বি. শিৱ, মহাদেৱ an epithet of Siva.

**আশেপাশে** ক্রি. বিণ. দাঁতিয়ে, কাষৰে, ইফালে সিফালে this side and that side.

**আশৈশৱ** ক্রি. বিণ. লৰা কালৰে পৰা from childhood.

**আশ্চৰ্য্য** বিণ. আচৰিত, আগেয়ে নেদেখা শুনা, অদ্ভুত strange, wonderful. বি. বিস্ময় wonder, আশ্চৰ্য্যান্বিত wonderstruck.

**আশ্রম** বি. সাধু সন্ন্যাসীৰ বাসস্থান, তপোবন hermitage, monastery, আশ্রয় স্থান an asylum, মানুহৰ জীৱনৰ অৱস্থা বা শ্রেণী one of the four stages of life. (ব্রহ্মচৰ্য্য গাৰ্হস্থ্য, বাণপ্রস্থ আৰু সন্ন্যাস বা যতি)। শিক্ষাৰ ঠাই, টোল, থকা ঠাই a place of instruction, an abode.

**আশ্রমিক পৰ্ব্ব** বি. মহাভাৰতৰ এটা পৰ্ব্বৰ নাম। ইয়াত ধৃতৰাষ্ট্র, গান্ধাৰী আদি বনলৈ গৈ প্রাণত্যাগৰ কথা আছে।

**আশ্রমী** বিণ. চাৰি বিধ ধৰ্ম্ম পথৰ এবিধত আশ্রয় কৰা following one of the four religious orders. স্ত্রী. **আশ্রমিণী**।

**আশ্রয়** বি. সহায়, ৰক্ষক, ৰক্ষাৰ ঠাই protection helper, refuge. **আশ্রিত** কৃদ. বিণ. শৰণাগত,অধীন protected, dependant, আনৰ আশ্রয়ত থকা লোক। **আশ্রয়হীন** সহায়হীন।

**আশ্লিষ্ট** বিণ. আলিঙ্গিত, সম্মিলিত, সংযুক্ত embraced, connected, in contact with.

**আশ্বমেধিক** বিণ. অশ্বমেধ সম্বন্ধীয়।

**আশ্বলায়ন** বি. শৌনক মুনিৰ এজন শিষ্য। এওঁ 'গৃহ্যসূত্র' আদি স্মৃতি কৰে।

**আশ্বস্ত** বিণ. আশ্বাস প্রাপ্ত, নিৰুদ্বেগ consoled, freed from fear.

**আশ্বাস** বি. সান্ত্বনা, প্রবোধ, অভয়, উৎসাহদান consolation, encouragement. **আশ্বাসি** আশ্বাস দি। **আশ্বাসিল** আশ্বাস দিলে।

**আশ্বিন** বি. আহিন মাহ September October.

**আষাঢ়** বি. আহাৰ মাহ June-July.

**আষাৰ** বি. অলপ কথা only a word or a sentence.

**আষাৰিকা** বি. এজনী ৰাক্ষসী, আন নাম ছায়াগ্রাহী। হনুমন্তই সাগৰ পাৰ হওঁতে বধ কৰে।

**আথি** বি. কলৰ থোকৰ থোপা a bunch of plantains. **আথিয়া**—কলৰ আথিবিলাক ঠকবাৰ পৰা কাটি একৰা।

**আথুধি** বি. প্রতিকাৰ, ঔষধ remedy,medicine, কাৰণ, উপায় cause, means.

**আস্** অব্য. দুখ, খং বা বিৰক্তি প্রকাশ কৰা মাত, আহ an exclamation of pain or displeasure. **আস্** ( পু. অ. ) অক. ধা. আহ. **আসন্তে** আহোঁতে। **আসন্তোক** আহোক।

**আসক্ত** বিণ. অতিশয় অনুৰক্ত, ৰত devoted to.

**আসক্তি** বি. অনুৰাগ, প্রবল ইচ্ছা, ৰতি devotion, strong attachment.

**আসঙ্গ** বি. সঙ্গ, লগ association, প্রীতি, চেনেহ love, affection, মনোযোগ adherence.

**আসজ্** বিণ. অসজ, বেয়া improper.

**আসজা** বিণ. অভ্যাসৰ অভাৱত সহজ নলগা।

**আসন** বি. বহা সঁজুলি a seat.

**আসন্ন** বিণ. ওচৰপোৱা, ওচৰ drawn near, near.

**আসন্ন কাল, আসন্ন সময়** বি. মৰিবৰ সময়, অন্তিম সময় the hour of death.

**আসবাব** সৰ্ব্ব. এই বিলাকৰ।

**আসৰিশ্** (সং-অসদৃশ) বিণ. তুলনা নথকা incomparable, বৰ প্রবল very violent.

**আসমান্** ( ফা. ) আকাশ sky.

**আসমুদ্র** সমুদ্র পৰ্য্যন্ত।

**আসাদন** বি. কোনো কাৰ্য্যৰ নিমিত্তে বস্তু গোটোৱা। কৃদ. বিণ. **আসাদিত**।

**আসাম** বি. অসম দেশ।

**আসীন** বিণ. বহা, উপবিষ্ট।

**আসুৰ, আসুৰিক** বিণ. অসুৰ সম্বন্ধীয়, অসুৰৰ relating to a demon, দয়া মৰম শূন্য, ভীষণ প্রকৃতিৰ cruel, terrible, barbarous. স্ত্রী. **আসুৰী**।

**আসৈ** অস্বীকাৰ, denial.

**আসৈ মাত** ক্রি. অস্বীকাৰ কৰ to deny.

**আসোক** ক্রি. ( পু. অ. ) আহক, please come.

**আসোঁৱাহ** বি. কোনো কথা বা কামৰ বিৰুদ্ধে দেখুৱা আপত্তি objection raised against something, কাৰ্য্যৰ বাধা বিঘিনি obstruction. খুকবি, সন্দেহ uncertainty, doubt.

**আস্তৰ** বি. কোনো কাপোৰৰ ভিতৰ ফালে লগোৱা কাপোৰ the lining of a garment. বেৰত লগোৱা চূণ-বালিৰ লেপ lime and sand plaster.

**আস্তব্যস্ত** বিণ. বৰ ব্যস্ত বা আগ্রহ

যুক্ত excited by desire, earnest. ক্রি. বি. **আস্তব্যস্তকৈ।**

**আস্তাবল** বি. ঘোঁৰা-শাল stable.

**আস্তিক** বিণ. ঈশ্বৰ আছে বুলি বিশ্বাস কৰা believing in God. বেদাদি শাস্ত্র-বিশ্বাসী। **আস্তিক্য** বি. ঈশ্বৰ বিশ্বাস, ধৰ্ম্মত বিশ্বাস।

**আস্তিক** বি. আদৰ, চেনেহ affection, liking. ৰতি, সংকাৰ fondness, respect.

**আস্তিন** (ফা. আস্তীন্) বি. চোলাৰ হাত sleeve.

**আস্তে** ক্রি. বিণ. লাহেকৈ, লাহে লাহে slowly.

**আস্তে-আস্তে** ক্রি. বিণ. লাহে লাহে slowly.

**আস্থা** বি. বিশ্বাস, ৰাপ, শ্রদ্ধা, আদৰ confidence, attention, regard, affection. **আস্থা ভাজন** যাৰ ওপৰত বিশ্বাস কৰিব পাৰি, faithful.

**আস্পদ্‌** বি. বিষয়, পদ, পাত্র subject, rank, office.

**আস্পৰ্দ্ধা** বি. অহঙ্কাৰ, গপ boasting, pride.

**আস্ফাল, আস্ফালন** বি. আফাল, কোব, আঘাত, তৰ্জ্জন গৰ্জ্জন, বীৰত্ব দেখুৱা stroke, dashing, threat, display of strength or prowess.

**আস্ফোট্‌** বি. মালে যুঁজিবৰ সময়ত বাহুত মৰা চাপৰ।

**আস্বাদ** বি. জুতি, সোৱাদ, ৰুচি taste, relish. **আস্বাদন** চাকি চোৱা কাৰ্য্য act of tasting. বিণ. **আস্বাদিত।**

**আস্য** বি. মুখ mouth.

**আঁহ** বি. মঙহ বা গছৰ ছাল বা ফল আদিৰ ভিতৰ।

**আহ** অক. ধা. আগমন কৰ, ওচৰ চাপ come, approach. **কিবা আহে** বৰ বেয়াকৈ কৰলৈ ইচ্ছা হয়।

**আহ্‌** অব্য. দুখ বা খং বুজোৱা মাত।

**আহ-যাহ** বি. অহা যোৱা, চলাচল coming and going.

**আহত** বিণ. আঘাত পোৱা, আঘাতৰ পৰা ঘা লগা wounded, struck.

**আহনাই** সৰ্ব্ব. (কথা ভাষা) এই-লোক these persons.

**আহব** বি. যুদ্ধ war, sacrifice.

**আহম, আহোম** অসম দেশৰ ৰজাৰ জাতৰ মানুহ Ahom.

**আহম্মক** বিণ. মূৰ্খ foolish.

**আহৰণ** বি. সংগ্রহ, গ্রহণ collection, taking. বিণ. **আহৃত, আহৰণীয়।**

**আহৰি** বি. জিৰণি, আজৰি rest.

**আহল-বহল** বিণ. দীঘলে পুতলে যথেষ্ট sufficiently spacious. ক্রি. বিণ. **আহলে-বহলে।**

**আহা** অব্য. আনন্দ প্রকাশ কৰা

মাত an exclamation of pleasure.

**আহান** ( পু. অ. ) সৰ্ব্ব. এওঁৰ, এখেতৰ। **আহান্ত** এইজন।

**আহাৰ** বি. খোৱা বস্তু food, খোৱা কাৰ্য্য, ভোজন eating, meal, বছৰৰ তৃতীয় মাহ June-July.

**আহাৰান্তে** খোৱাৰ পাছত after eating. **আহাৰীয়** বিণ. আহাৰ সম্বন্ধীয় eatable. **আহাৰুৱা** বিণ. আহাৰ মাহত হোৱা born or produced in the month of Asar.

**আহাৰ-বিহাৰ** বি. খোৱা আৰু ফুৰা চকা eating and walking.

**আহাৰ্য্য** বি. খাদ্য, ভক্ষ্য, সংগ্ৰহ-যোগ্য।

**আহাহা** অব্য. দুখ প্ৰকাশ শব্দ।

**আহিন** বি. বছৰৰ ৬ষ্ঠ মাহ, Sept.-October. **আহিনা** আহিন মাহত ওপজা মতা মানুহৰ নাম। স্ত্ৰী. **আহিনী**। **আহিনীয়া** বিণ. আহিন মাহত হোৱা produced in the month of Ahin.

**আহিবাচোন** অনুগ্ৰহ কৰি তুমি আহিবা you will please come.

**আহিলা** বি. ৰণৰ সঁজুলি, খাৰ গুলী আদি implements of warfare, ammunition, কোনো কাৰ্য্যৰ সঁজুলি materials.

**আহু** বি. বাৰিষাৰ আৰম্ভতে পকা এবিধ ধান a kind of paddy.

**আহুকাল** বি. আপদ, জঞ্জাল, বিঘিনি, distress, danger, বেজাৰ, আমনি, trouble, vexation.

**আহুত** কৃদ. বিণ. যাক আহুতি স্বৰূপে দিয়া হৈছে offered as oblation.

**আহুতি** বি. হোমৰ জুইত দিয়া ঘিউ আদি বস্তু a burnt offering, উচৰ্গা sacrifice.

**আহুদি** বি. বশ কৰিবলৈ দিয়া দৰৱ a philtre.

**আহুন, আহোন** সৰ্ব্ব. এওঁলোক।

**আহুত** কৃদ. বিণ. মতা, নিমন্ত্ৰিত invited.

**আহে** অব্য. হে, হেৰা।

**আহেৰ** ( পু. অ. ) ইয়াৰ. এখেতৰ, এই বিষয়ৰ।

**আহোন** বি. হাতীৰ গলধন, য'ত মাউত বহে elephant's shoulder where the driver sits, ফেৰ মেলি আসনৰ উপযুক্ত হোৱা গছৰ পেৰেঙনি a natural seat formed by the branches of tree, নাৱৰ গুৰিয়াল বহা ঠাই।

**আহোম-বগৰী** বি. এবিধ ফল।

**আহৃত** ক্রি. যাক গ্ৰহণ কৰা হৈছে accepted.

**আহ্নিক** বিণ. দৈনিক, এদিনত হোৱা

daily, diurnal. নিত্য কৰিব লগীয়া ধৰ্ম্মকৃত্য daily prayer. **আহ্নিক গতি** বি. দৈনিক গতি the diurnal motion.

**আহ্লাদ** বি. আনন্দ, আমোদ, ৰং joy, delight, gladness. সন্তোষ satisfaction. কৃদ. বিণ. **আহ্লাদিত** আনন্দিত, সন্তুষ্ট delighted, pleased.

**আহ্বান** বি. মাতি অনা কাৰ্য্য, নিমন্ত্ৰণ invitation, calling.

**আহ্বায়ক** বিণ. আহ্বানকাৰী one who invites.

**আক্ষেপ** বি. শোক, বেজাৰ, অসন্তোষ sorrow, regret.

---

# ই

**ই** স্বৰবৰ্ণৰ তৃতীয় আখৰ third letter of vowels. সৰ্ব্ব. এই, এইটো this, it. বিণ. বৰ্ত্তমান present (ই জন্ম), এনে like this, (এনে কথা) কোনো কথাৰ পাছত যোগ কৰা হলে তাৰ অৰ্থ বিশেষকৈ বুজায় যেনে তেওঁৰেই, ঘপৰাই, খাবই, কৰিবই, এজনেই ইত্যাদি।

**ইউক্লিড** বি. গ্ৰীচ দেশৰ এজন জ্যামিতিবিদ্।

**ইউটপীয়া** বি. টমাচ মুৰৰ এখন গ্ৰন্থ।

**ইউৰিপাইডচ্** বি. এজন গ্ৰীক কবি আৰু নাট্যকাৰ।

**ইউৰোপীয়** বি. ইউৰোপৰ অধিবাসী, European.

**ইঃ** অব্য. দুখ, বিৰক্তি বা আশ্চৰ্য্য ভাব প্ৰকাশ কৰা an exclamation of pain, disgust or wonder.

**ইংৰাজ** বি. ইংলণ্ডদেশৰ অধিবাসী লোক an Englishman, **ইংৰাজী** বি. ইংৰাজী ভাষা the English language.

**ইংলিচ, ইংলিশ** বি. ইংৰাজবিলাকে ব্যৱহাৰ কৰা ভাষা English.

**ইকটা-সিকটা** বি. বেয়া সোৱাদ বা গোন্ধ পাই মুখ ইফাল-সিফাল কৰা কাৰ্য্য the act of making wry face.

**ইক্‌বাল** বি. এজন কবিৰ নাম।

**ইকাণ-সিকাণ** বি. শুনিও নুশুনা, ভাওধৰা, আওকাণ act of turning a deaf ear, inattention.

**ইকাতি-সিকাতি** বি. লৰচৰ, ইফাল-সিফাল turning side. ক্ৰি. বিণ. এফালে কাতিহৈ থকাৰ পৰা আনফালে কাতি from one side to another.

**ইকৰা** বি. ঘৰৰ বেৰ দিয়া খাগৰিৰ নিচিনা বন the walling reed.

**ইকৰাণি** বহু ইকৰা থকা ঠাই।

**ইকান-সিকান** বি. কান সলোৱা changing shoulder.

**ই-কাৰ** বি. 'ই' আখৰ, বিশেষকৈ 'ি' specially the symbol ি.

**ইকূল-সিকূল** বি. দুয়োপাৰ, উভয় পাৰ both the banks.

**ইড়া** বি. এবিধ নাড়ীৰ নাম, name of a vein.

**ইঙ্গিত** বি. চিয়াৰ, ঠাৰ, কথা বুজোৱা সঙ্কেত a hint, gesture. নিমিষ, মুহূৰ্ত্ত instant.

**ইঙ্গুদী, ইঙ্গুলী** বি. গুটিৰ পৰা তেল ওলোৱা এবিধ গছ a kind of tree.

**ইচ্** অব্য. ইতিকিং বা উলঙ্ঘা প্ৰকাশ কৰা শব্দ an exclamation of contempt.

**ইচ্লা** বি. মিছা মাছ।

**ইচ্লাম** বি. মুচলমান ধৰ্ম্ম Islam.

**ইচাট-বিচাট** বি. ধৰফৰনি, চাটি-ফুটি tossing about in pain, restlessness.

**ইচান-নবিচ** বি. যিয়ে কাকতত সাক্ষীৰ নাম লিখি দিয়ে, one who prepares a list of witness.

**ইচাটি-বিচাটি** বি. ইলুটি-সিলুটি, চট্‌ফটনি, গাৰ পোৰণি বা গাত দুখ পোৱাৰ কাৰণে চট্‌ ফটাই থকা, ধৰফৰণি tossing about in pain, restlessness.

**ইচাৰা** (আৰবী-ইশ্বাৰা, হি. ইশাৰহ্) বি. ইঙ্গিত, গোপনে দিয়া অনুমতি a sign, a gesture, a hint.

**ইচ্চ** ক্ৰি. কামনা কৰা, বাঞ্ছা কৰা, to wist, to desire.

**ইচ্ছা** বি. বাঞ্ছা, হেপাহ, কামনা desire, wish. ক্ৰি. **ইচ্ছা কৰা।**

**ইচ্ছাধীন** বিণ. ইচ্ছা বা খুচিমতে কৰা। **ইচ্ছামতে** ক্ৰি. বিণ. ইচ্ছা অনুসাৰে। **ইচ্ছাময়** বি. পৰমেশ্বৰ।

**ইচ্ছামৃত্যু** বি. ইচ্ছা কৰি মৰা।

**ইচ্ছুক** বিণ. যি ইচ্ছা কৰে, সম্মত desirous, agreeable, আগ্ৰহ থকা eager.

**ইজা** বি. হিচাবৰ বহীৰ এপাতৰ পৰা আন পাতলৈ নিয়া মুঠ অঙ্ক, যি পাতৰ হিচাব শেষ হয়, তাৰ মুঠ লৈ পাতৰ তলত লিখিলে ইজা বোলে; আৰু আন পাতৰ ওপৰলৈ নি সেই অঙ্কটো লিখিলে তাক জেৰ বোলে the figure brought over to another page.

**ইজাবেল** বি. স্পেনৰ ৰাণী।

**ইজাৰ** বি. পায়জামা loose trouser or breeches, ঘাট, বিল আদি খাবলৈ বা দখল কৰিবলৈ স্বত্ত্ব দিয়া পট্টা a lease. **ইজাৰ-দাৰ** a lessee or lease-holder.

**ইজাল-বিজাল** বি. পাতল ভাৱৰ কথা, আচল কথা এৰি আন কথা কোৱা quibble.

**ইজ্জৎ** ( আৰবী-ইজ্জৎ ) বি. মান, সম্ভ্ৰম, আবুৰ respect, honour, তিৰোতাৰ আবুৰ honour of a woman.

**ইঞ্চি** পৰিমাণ inch.

**ইঞ্জিন** ৰেল গাড়ী, কাৰখানা আদি চলোৱা যন্ত্ৰ engine.

**ইঞ্জিনিয়াৰিং** যন্ত্ৰবিদ্যা, engineering.

**ইঞ্জিনিয়াৰ** যন্ত্ৰনিৰ্ম্মাণ কৰোতা, engineer.

**ইঞ্জিল** বি. বাইবেলৰ অন্য এটা নাম।

**ইটা** বি. পকা ঘৰ সাজিবৰ কাৰণে কৰা পোৰা মাটিৰ চাপৰা a brick. **ইটাখলি** বি. ইটা তৈয়াৰ কৰিবৰ কাৰণে প্ৰস্তুত কৰা ঠাই। **ইটাগুড়ি** বি. ধূলি কৰা ইটা। **ইটাগুড়ায়া** বিণ. ইটাগুড়িৰ নিচিনা ৰঙচিয়া বৰণৰ।

**ইটি** সৰ্ব্ব. এইটি this. **ইটো** সৰ্ব্ব. এইটো this, আনটো the other one.

**ইড়া** বি. ৰাজ-হাড়ৰ বাওঁফালে থকা নাড়ী; ইয়াৰ মাজেদি প্ৰাণ-শক্তি গতি কৰে।

**ইডেন** বি. স্বৰ্গৰাজ্যৰ উদ্যান।

**ইৎ** বি. প্ৰত্যয়ৰ কোনো আখৰ লুপ্ত হলে তাক ইৎ হোৱা বোলে।

**ইতৰ** বিণ. সাধাৰণ, নীহ, common, ordinary.

**ইতৰ বিশেষ** বি. বেলেগ, প্ৰভেদ, difference.

**ইতৰেতৰ দ্বন্দ্ব** বি. এবিধ সমাস।

**ইতস্ততঃ** (অব্য.) নিশ্চয় কৰিব নোৱাৰি ইফালসিফাল কৰা সন্দেহ, খুহুৰনি wavering, indecision.

**ইতি** অব্য. এই this, এইখিনিতে শেষ this is the end.

**ইতিকিং** বি. পৰিহাস, উলাই কৰি ইহা কাৰ্য্য, তুচ্ছকৰণ a joke, a jest, ridicule.

**ইতিপূৰ্ব্বে** ক্ৰি. বিণ. ইয়াৰ আগেয়ে before this.

**ইতিবৃত্ত** বি. অতীতৰ বিবৰণ, পুৰাবৃত্ত ইতিহাস, প্ৰাচীন কথা an account on the past, history.

**ইতিমধ্যে** ক্ৰি. বিণ, এই কথা বা কাৰ্য্য হৈ থকাৰ মাজতে meanwhile.

**ইতিহাস** বি. পুৰণি কথা, বুৰঞ্জী, history, story.

**ইত্যাদি** ক্ৰি. বিণ. এই বিলাকক আদি কৰি etc. and so forth, এই বিলাক আদিত থকা আৰু তেনে বিধৰ and other.

**ইথানে** (পু. অ.) ক্ৰি. বিণ, এই ঠাইত, ইয়াত here.

**ইথাৰ** ইং ether. বি. সমস্ত ঠাই বিয়পি থকা এবিধ অতি পাতল বায়ুৰ নিচিনা পদাৰ্থ the subtle medium supposed to fill all space.

**ইদানীক** (সং—ইদানিং) ক্ৰি. বিণ. এতিয়া, এই সময়ত now, at present. **ইদানীন্তন** এতিয়াৰ আধুনিক modern.

**ইনকাম্ টেক্স** আয়কৰ income-tax.

**ইন্‌স্‌পেক্টৰ** বি. পৰিদৰ্শক, তত্ত্বাৱধায়ক Inspector.

**ইননি-বিননি** বি. দুখৰ কথা বা গুণ

বৰ্ণাই কৰা শোক, বিলাপ lamentation. অস. ক্রি. **ইনাই-বিনাই**।

**ইনাম** (ফা.) বি. পুৰস্কাৰ, বঁটা present, prize.

**ইন্দিবৰ, ইন্দীবৰ** বি. নীলা পদুম blue-lotus.

**ইন্দিৰা** বি. ভাৰতৰ প্ৰধানমন্ত্ৰীৰ নাম, জৱাহৰলালৰ একমাত্ৰ জীয়েক,স্বাধীন ভাৰতৰ প্ৰথম মহিলা প্ৰধান মন্ত্ৰী, লক্ষ্মী, the goddess Laksmi.

**ইন্দু** বি. চন্দ্ৰ, জোন the moon. **ইন্দু-কান্ত** বি. চন্দ্ৰকান্ত মণি। **ইন্দুনিভানন** চন্দ্ৰৰ নিচিনা মুখ যাৰ। স্ত্রী. **ইন্দুনিভাননী**। **ইন্দুমতী** বি. পূৰ্ণিমা, অজ ৰজাৰ মহিষী। **ইন্দু-মালতী** বি. এবিধ ফুলৰ নাম name of a flower. **ইন্দুমৌলি** বি. চন্দ্ৰচূড়, শিৱ।

**ইন্দুৰ** বি. এন্দুৰ a rat.

**ইন্দ্ৰ** বি. দেৱৰাজ, স্বৰ্গৰ অধিপতি the king of the gods. স্ত্রী. **ইন্দ্ৰাণী**। শ্ৰেষ্ঠ, প্ৰধান, (আন পুংলিঙ্গ শব্দৰ যোগ হলে) 'নৰেন্দ্ৰ'। **ইন্দ্ৰজাঠি** বি. ইন্দ্ৰৰ অস্ত্ৰ বা বজ্ৰ the weapon of Indra. **ইন্দ্ৰ-জাল** বি. মায়াবিদ্যা, ভেলেকী, ভোজবাজী magic. **ইন্দ্ৰজালিক, ঐন্দ্ৰজালিক** বিণ. ইন্দ্ৰজাল বিষয়ক, যাদুকৰ। **ইন্দ্ৰজিৎ** বি. ৰাৱণৰ পুত্ৰ, মেঘনাদ। **ইন্দ্ৰধ্বজ** বি. ইন্দ্ৰৰ পতাকা। **ইন্দ্ৰনীল** বি. নীলকান্ত মণি। **ইন্দ্ৰপ্ৰস্থ** বি. পাণ্ডৱ ৰাজধানী, প্ৰাচীন দিল্লী নগৰী। **ইন্দ্ৰদ্যুম্ন** বি. উড়িষ্যা দেশৰ এজন ৰজাৰ নাম, এওঁৱেই জগন্নাথৰ মূৰ্ত্তি স্থাপন কৰিছিল। **ইন্দ্ৰপুৰী** বি. স্বৰ্গ, অমৰাৱতী।

**ইন্দ্ৰধনু** বি. ৰামধনু। **ইন্দ্ৰত্ব** স্বৰ্গৰ আধিপত্য, ইন্দ্ৰৰ পদ আৰু ঐশ্বৰ্য্য, প্ৰাধান্য। **ইন্দ্ৰবংশী** বিণ. ইন্দ্ৰৰ বংশৰ।

**ইন্দ্ৰ-সভা** বি. স্বৰ্গৰ দেৱতা সকলৰ সমাজ, the assemblage of gods.

**ইন্দ্ৰসুত, ইন্দ্ৰপুত্ৰ** বি. বালিৰজা, জয়ন্ত, অৰ্জ্জুন।

**ইন্দ্ৰমালতী** বি. এবিধ বনগছ আৰু তাৰ হালধীয়া ফুল।

**ইন্দ্ৰলোক, ইন্দ্ৰালয়** বি. অমৰাৱতী, ইন্দ্ৰৰাজ্য।

**ইন্দ্ৰানুজ** বি. ইন্দ্ৰৰ সৰু ভাই, বামন অৱতাৰ, the dwarf god Bamana an incarnation of Visnu.

**ইন্দ্ৰিয়** বি. যি শক্তি বা অঙ্গেৰে বাহ্য বিষয়ক উপলব্ধি হয় অথবা কৰ্ম্মৰ সাধন হয় organ of sense or action. (ইন্দ্ৰিয় চৈধ্যটা, পাঁচোটা কৰ্ম্মেন্দ্ৰিয়—হাত, ভৰি, মলদ্বাৰ, মূত্ৰদ্বাৰ আৰু বাক্ইন্দ্ৰিয়; পাঁচোটা জ্ঞানেন্দ্ৰিয়—চকু, কাণ, নাক, জিভা আৰু ছাল; চাৰিটা অন্তৰৰ ইন্দ্ৰিয়

মন, বুদ্ধি, চিত্ত আৰু অহঙ্কাৰ)। **ইন্দ্ৰিয়গম্য** বিণ. বোধগম্য, জ্ঞানগোচৰ। **ইন্দ্ৰিয়গোচৰ** বিণ. ইন্দ্ৰিয়ৰ প্ৰত্যক্ষ-বিষয়, জ্ঞানগম্য। **ইন্দ্ৰিয়দোষ** বি. ইন্দ্ৰিয়ৰ পৰা হোৱা কুকৰ্ম্মৰ ইচ্ছা sensual propensity. **ইন্দ্ৰিয়পৰায়ণ** বিণ. সকলোপ্ৰকাৰ শৰীৰৰ সুখত আসক্ত, **ইন্দ্ৰিয়পৰ** ইন্দ্ৰিয় বিষয়ক, sensual. **ইন্দ্ৰিয়দমন** বি. ইন্দ্ৰিয় বিলাকে বেয়া কাম কৰিব নোৱাৰাকৈ ৰখা কাৰ্য্য control over the senses. **ইন্দ্ৰিয়-সুখ** বি. ইন্দ্ৰিয় বিলাকৰ পৰা পোৱা সুখ বা তৃপ্তি sensual pleasure. **ইন্দ্ৰিয়সুখাভিলাষী** ইন্দ্ৰিয়ৰ সুখ বিচৰা, sensual, voluptuous. **ইন্দ্ৰিয়-সেৱা** বি. ইন্দ্ৰিয় বিলাকৰ সুখলগা কাৰ্য্য কৰা। বিণ. **ইন্দ্ৰিয়-সেৱী**। **ইন্দ্ৰিয়-নিগ্ৰহ** ইন্দ্ৰিয় দমন restraint of senses. **ইন্দ্ৰিয়ৰ অগোচৰ** বিণ. বুজি নোপোৱা imperceptible. **ইন্দ্ৰিয়ানুভূতা** ইন্দ্ৰিয় বিষয়ক।

**ইন্ধন** বি. জুই জ্বলোৱা কাঠ firewood.

**ইপৰীয়া** বিণ. নৈৰ এই বা ওচৰৰ পাৰৰ pertaining to or living on this side of the river.

**ইপিনে সিপিনে** ক্রি. বিণ. ইফালে সিফালে towards this side or that.

**ইপুৰী** বি. বৰ্ত্তমান জীৱন বা সংসাৰ present life or world.

**ইফলীয়া** বিণ. এই ফালৰ, এই ঠাইৰ of this side, এই পক্ষৰ belonging to this part.

**ইফাল-সিফাল** বিণ. এবাৰ এইফাললৈ এবাৰ সিফাললৈ to this side and that. **ইভিতি-সিভিতি**।

**ইবনেবতুতা** বি. এজন মুছলমান পৰিব্ৰাজক।

**ইবলিচ** বি. কোৰাণ আৰু বাইবেলৰ মতে চয়তানৰ চৰ্দ্দাৰ।

**ইভ** (সং) বি. হাতী an elephant. আদি মানৱৰ পত্নী।

**ইমত** এনেকুৱা, এইদৰে, like this, in this way.

**ইমান** সৰ্ব্ব. এই পৰিমাণৰ so much.

**ইমানতে** সৰ্ব্ব. এই ঠাইতে এই খিনিতে, এই অৱস্থাতে।

**ইমান্** (ফা.) বি. ধৰ্ম্ম বিশ্বাস faith, বিবেক।

**ইমাম্** (আৰবী) বি. অগ্ৰদূত pioneer, (হজৰত আলী প্ৰভৃতি ঈশ্বৰৰ ইমাম) মুচলমানৰ ধৰ্ম্মনেতা নাইবা গুৰু।

**ইমুখ-সিমুখ** বি. ইফালৰ পৰা সিফাললৈ মুখ ঘুৰোৱা কাৰ্য্য act of turning face to this side and that.

**ইয়ত্তা** বি. পৰিমাণ, সংখ্যা, নির্দ্দেশ definiteness, limit.

**ইয়াণ্ডাবু সন্ধি** খৃঃ ১৮২৬ চনত ইংৰাজ আৰু মানৰ ভিতৰত হোৱা এটা সন্ধি।

**ইয়াত** সর্ব্ব. এই ঠাইত at this place, এই বস্তুত in this person or thing.

**ইয়াদ** (ফা. য়াদ্) বি. আন্দাজ, বোধ guess, knowledge.

**ইয়াৰ** সর্ব্ব. এই ঠাইৰ of this place. **ইয়াৰ পৰা** এই ঠাইৰ পৰা from this place. **ইয়ালৈ** এই ঠাইলৈ to this place. **ইয়াৰিং** কাণত পিন্ধা অলঙ্কাৰ। **ইয়ার্কি** বি. চুপতি, ঠাট্টা waggery.

**ইৰম্মদ** ( সং ) বি. বিদ্যুৎ, বজ্রাগ্নি a flash of lightning.

**ইৰান** ( আৰবী-ঈৰান ) বি. পাৰস্য দেশৰ নাম। **ইৰানী** বিণ. পাৰস্য দেশীয়।

**ইৰাৱতী** বি. পঞ্জাবৰ এখন নদীৰ নাম ব্রহ্মদেশৰ প্রধান নৈ।

**ইৰাৱান** বি. পানীময় সাগৰ the ocean, নাগকন্যা উলুপীৰ গর্ভত ওপজা অর্জ্জুনৰ পুতেকৰ নাম, a son of Arjuna.

**ইল, ইলা** বি. বৈৱস্বত মনুৰ পুতেক এজনৰ নাম ইল। বুধৰ পত্নীৰ নাম the wife of Budha, পৃথিবী the earth.

**ইলাবৃত** জম্বুদ্বীপৰ নটা বিভাগৰ চতুর্থ বিভাগ।

**ইলাহী** (আৰবী) বিণ. বৃহৎ great.

**ইলিয়াড** বি. হোমাৰে ৰচনা কৰা মহাকাব্য।

**ইয়ুনানী** বি. গ্রীকদেশীয় Ionian.

**ইলীহ, ইলীহি** বি. এবিধ মাছ the hilsa fish.

**ইলুটি-সিলুটি** বি. এলুটিৰ পৰা আন লুটিয়ে বগৰা কার্য্য, act of rolling to this side and that.

**ইলেক** বি. চিহ্ন বিশেষ ( ‿ )

**ইলেটি-সিলেটি** শৃঙ্খলা নোহোৱা, লেটি-পেটি, out of order.

**ইল্ববাহ** বি. অগস্ত্য পুত্র।

**ইল্বল** বি. এজন অসুৰ।

**ইলোৰা** বি. ইতিহাস প্রসিদ্ধ গুহা মন্দিৰ।

**ইলেকট্রিক** ( ইং ) বিণ. বৈদ্যুতিক, বিজুলী সম্বন্ধীয়।

**ইষু** ( সং ) বি. শৰ, বাণ arrow.

**ইষুধি** বি. টোন quiver.

**ইষ্ট** বিণ. বাঞ্ছিত, প্রিয়, হিত, ভজনীয়, বন্ধু desired, friendly, favourable, adored, friend.

**ইষ্টগুৰু** বি. নিজক শৰণ দিয়া গুৰু।

**ইষ্ট-দেৱতা** বি. দেৱ, নিজৰ উপাস্য দেৱতা।

**ইষ্টক** বি. ইটা brick.

**ইস্** অব্য. আচৰিত বা দুখ পোৱা ভাব বুজোৱা মাত exclamation of surprise or pain.

**ইস্যাদ** বি. সাক্ষী a witness.

**ই-সি** সৰ্ব্ব. ইটো সিটো বস্তু, কিবা কিবি this and that.

**ইস্কুপ** বি. পাক থকা গজাল, screw.

**ইষ্টিমাৰ** বি. জাহাজ steamer.

**ইস্তফা** বি. পৰিত্যাগ, মাটি বা কাম এৰা relinquishment, resignation.

**ইস্কাপন, ইস্কাৱন** তাচখেলৰ পাত।

**ইস্কিলচ্** বি. গ্ৰীচৰ এজন নাট্যকাৰ।

**ইস্তাহাৰ** বি. জাননী বা ঘোষণাপত্ৰ a notification of proclamation.

**ইস্পাট** বি. শোধন কৰা লো, তীখা steel.

**ইস্ত্ৰি** বি. ধোবা আৰু দৰ্জ্জিয়ে কাপোৰ মিহি আৰু সমান কৰা এবিধ লো বা পিতলৰ যতন an instrument for ironing cloth.

**ইহকাল** বি. জন্মিবৰ পৰা মৰণলৈকে সময়, এই জন্ম this life. **ইহজন্ম** বি. এই জীৱন, ইহকাল।

**ইহত-তিহত, ইহত-সিহত** ক্ৰি. বিণ. অ'ত ত'ত for this and that.

**ইহলোক** বি. এই জগত this world.

**ইহাক, ইহাক** ( পু. অ. ) ইয়াক।

**ইহাত** ( পুং অ. ) ক্ৰি. বিণ. ইয়াত, এনেকুৱা হলে।

**ইহাত-সিহাত** বি. বেছি সময় নৰখা keeping for a short while, এবাৰ এজনৰ, এবাৰ আনজনৰ হাতেৰে কৰা সহায় mutual help.

**ইহুদি** বি. হিব্ৰু বা জু-জাতিৰ মানুহ a Jew, a Hebrew.

**ইহেন** ( পু. অ. ) বিণ. এনেকুৱা।

**ইক্ষু** বি. কুঁহিয়াৰ sugarcane.

**ইক্ষ্বাকু** বি. সূৰ্য্যবংশৰ আদি ৰজা the name of the first king of the solar race.

---

# ঈ

**ঈ** স্বৰবৰ্ণৰ চতুৰ্থ আখৰ the fourth letter of the vowels.

**ঈ-কাৰ** বি. ঈ-আখৰ, বিশেষকৈ ী the letter ঈ especially the symbol ী।

**ঈগল** বি. এবিধ পৰ্ব্বতীয়া ডাঙৰ মাংসাশী চৰাই eagle.

**ঈচপ** বি. গ্ৰীকদেশীয় পিকচাৰ লিখক।

**ঈদ্** বি. এটা মুচলমান পৰ্ব্ব।

**ঈদলফিটৰ** বি. মুচলমানৰ এটা পৰ্ব্বদিন। ৰমজানৰ ৰোজা উপবাস ব্ৰতৰ পাছতেই এই উৎসৱ হয়।

**ঈদ্‌-উজ-জোহা** বি. মুচলমানৰ বক্‌ৰীদ বা বলিদান পৰ্ব্ব। **ঈদ্‌-গা** (আৰবী-ঈদগাহ্‌) বি. মুচলমান সকলৰ সাধাৰণ প্ৰাৰ্থনাৰ ঠাই, য'ত ঈদৰ দিনা সকলোৱে নামাজ পঢ়ে।

**ঈদৃশ** বিণ. এনে, এই ৰকমৰ such, like this. স্ত্ৰী. **ঈদৃশী**।

**ঈপ্সা** বি. বাঞ্ছা, ইচ্ছা, লোভ strong desire.

**ঈপ্সিত** কৃদ. বিণ. বাঞ্ছিত desired.

**ঈৰ্ষা, ঈৰ্ষ্যা** বি. খিয়াল, পৰৰ ভাল দেখি চকু পোৰা, পৰশ্ৰীকাতৰতা envy, **ঈৰ্ষানল** বি. ঈৰ্ষাৰূপ জুই। **ঈৰ্ষামূলক** বিণ. খিয়ালৰ পৰা হোৱা। **ঈৰ্ষালু** বিণ. পৰশ্ৰীকাতৰ envious, ঈৰ্ষাল।

**ঈশ** বি. ঈশ্বৰত্ব God, প্ৰভু, অধিপতি lord, ruler, শিৱ Siva, শ্ৰেষ্ঠ।

**ঈশান** বি. শিৱ, ঈশান কোণৰ অধিপতি the god of Siva. **ঈশানকোণ** বি. পূব আৰু উত্তৰৰ মাজৰ দিশ the north-east corner. **ঈশানী** বি. পাৰ্ব্বতী name of Durga.

**ঈশিত্ব** বি. ঈশ্বৰত্ব divinity, যোগৰ এটা শক্তি, প্ৰভুত্ব supremacy.

**ঈশ্বৰ** বি. সৃষ্টিকৰ্ত্তা, জগতৰ অধিপতি God, the ruler of the univers. প্ৰভু master. **ঈশ্বৰ-নিষ্ঠা, ঈশ্বৰপৰায়ণ** বিণ. ঈশ্বৰত দৃঢ় বিশ্বাস বা ভক্তি থকা। বি. **ঈশ্বৰ-পৰায়ণতা, ঈশ্বৰ-নিষ্ঠা**।

**ঈশ্বৰবাদ** বি. ঈশ্বৰ আছে বুলি বিশ্বাস কৰা theism.

**ঈশ্বৰবাদী** বিণ. ঈশ্বৰ আছে বুলি যিজনে বিশ্বাস কৰে, theist.

**ঈশ্বৰাধীন** বিণ. ঈশ্বৰৰ ইচ্ছাৰ অধীন।

**ঈশ্বৰী** বি. আদ্যাপ্ৰকৃতি, পাৰ্ব্বতী, গৰাকিনী।

**ঈষ, ঈষা** বি. লাঙলৰ দণ্ড।

**ঈষৎ** বিণ. অলপ, সামান্য a little.

**ঈহ, ঈহমাৰি** বি. নাঙল আৰু যুৱলিক লগলগোৱা দীঘল মাৰি।

**ঈক্ষণ** বি. দৃষ্টি, দৰ্শন sight, act of seeing.

---

# উ

**উ** স্বৰবৰ্ণৰ পঞ্চম আখৰ the fifth letter of the vowels.

**উঃ** দুখ বা আশ্চৰ্য্য বুজোৱা অব্যয়, উস্‌ an exclamation of pain or surprise.

**উইল** (ইং will) বি. দাতাৰ মৃত্যুৰ পাছত বলবৎ হোৱা দানপত্ৰ will.

**উইলবাৰ ৰাইট** বি. উৰা জাহাজ আবিষ্কাৰক।

**উঁই, উঁই পৰুৱা** বি. কাঠ বাহ আদি নষ্ট কৰা এবিধ পোক the white ant. **উঁইচিৰিঙা** বি.

গাঁতত থকা চোকা শব্দ কৰা ডাঙৰ কৰিঙৰ নিচিনা এবিধ পোক cricket.

**উঁই কৰ্কৰা** বি. উঁই পকৰা থকা মাটিৰ বাহঁ a nest of white ants.

**উঁই-হাফলু** বি. উঁইয়ে তোলা ওখ মাটি, উঁই হাফলু a heap of earth raised by white ants.

**উঁই টিলা** বি. উঁই হাফলু the white ant hill.

**উঁৱৈ** বি. দেৱদাৰু গছ a fir tree.

**উকচ্ কচ্** বি. লৰালৰি, খৰ খেদা hurry, পলম সহিব নোৱাৰা eager to go away.

**উকট-পাকট** বি. পেট পকোৱা, বাঁতি আহিবৰ উপক্ৰম nausea.

**উকটা** ক্ৰি. লেতেৰা কাম কৰা, to do dirty works.

**উকল** অক. ধা. পাৰ হোৱা, অতিক্ৰম কৰা to be in excess of a certain number.

**উকহু** বি. এবিধ ডাঙৰ চৰাই an eagle.

**উক, উগ** বি. বেমাৰৰ পুনৰ উৎপত্তি a relapse of a disease. **উকা** বিণ. ফুল নথকা plain. **উকি** বি. বহু দূৰত থকা মানুহক মতা মাত, ৰিং a loud call. ·ক্ৰি. উকিয়াৰ উকিয়া।

**উকীল, উকিল** (আৰবী-ৰকীল) বি. গুচৰীয়া পদকীয়াৰ বাবে আদালতত উত্তৰ প্ৰত্যুত্তৰ কৰা লোক a pleader.

**উকুলিয়া** সক. ধা. মুখৰ পৰা বাহিৰ কৰা eject from the mouth. কৃদ. বিণ. উকুলিওৱা।

**উক্ত** কৃদ. বিণ. কোৱা, কথিত said, mentioned.

**উক্তি** বি. কথা, বাক্য saying, statement.

**উক্মুক্, উকমুকনি** বি. উশাহ বন্ধ হোৱা যেন অৱস্থা suffocating sensation caused by heat and want of fresh air. অক. ধা. উকমুকা।

**উক্মুকীয়া** সপোনত ভয় বা বুকত হেঁচি ধৰা যেন বোধ হৈ ভালকৈ নুফুটা মাতেৰে মৰা চিঞৰ the nightmare supposed to be an use spirit.

**উক্-মুকৰ পোৱালী** অসম্ভৱ কথা বা বস্তু, নোপোৱা বা নোপজা বস্তু।

**উকহে খোৱা** বিণ. বিতত, তত নোপোৱা, স্থিৰে থাকিব নোৱাৰা, unsteady, restless.

**উকা** আ. ধা. মলিওলা, to be separated from the body as dirt.

**উকুৰা** বি. ভৰিৰ তলুৱাত ভৰ দি বহা কাৰ্য্য, the act of sitting on the sole.

**উক্কা** (সং—উল্কা) বি. জুই লগাই

বা আওঠা ভৰাই আনিবৰ কাৰণে বান্ধি লোৱা খেৰৰ জুমুঠি।

**উখট** বিণ. আমঠ obstinate.

**উখণ্ডি** (পু. অ.) অৱজ্ঞা কৰি, তিৰস্কাৰ কৰি।

**উখনা-উখনি** বি. উত্তৰা-উত্তৰি, বাদ-বিবাদ an altercation, dispute.

**উখনি** 'উখুনি' চোৱা।

**উখৰ** 'উখৰা' চোৱা।

**উখুনি** বি. মৰণা মাৰোঁতে বাহিৰলৈ অহা ধানবোৰ মাজত পেলাই দিয়া এডাল বাঁহৰ মাৰি, ইয়াৰ আগ ফালে ১ হাতমান দীঘল এটা আখি থাকে, a kind of stick for thrashing corn.

**উখৰা** বিণ. নীৰস, সাৰ নথকা dry, poor, খঙাল hot tempered.

**উখলী** বি. ধান বনা খুবলি, উৰাল a wooden mortar.

**উখল্ মাখল্** বি. হুলস্থুল, লৰালৰিত হোৱা গোলমাল bustle, hurried activity.

**উখহ** অক. ধা. বেদনাত মঙহ ওখ হ swell.

**উখা, উখুৱা** অক. ধা. পানীত সিজা boil in water.

**উখা-মুখা** বিণ. নেচাই নিচিন্তি কাম কৰা rash, inconsiderate. ক্রি. বিণ. **উখামুখাকৈ**।

**উখুম** অক. ধা. গাপ লাগি অলপ ভেকুৰি দুৰ্গন্ধ যুক্ত হ to be musty.

**উখোৱা** কৃদ. বিণ. সিজাই ৰ'দত শুকুৱা ধানৰ পৰা কৰা চাউল rice made from paddy, boiled and dried before husking.

**উগাৰ** বি. পেটৰ পৰা মুখেদি বাজ হোৱা বায়ু erucation. **উগাৰ-ছাৰ** পেটত থকা পুৰণি খঙৰ কথা প্রকাশকৈ ক, **উগাৰ মাৰ** মুখেদি পেটৰ বায়ু উলিওৱা।

**উগুল-থুগুল** বিণ. উদ্বিগ্ন, অস্থিৰ anxious, agitated. বি. অস্থিৰতা anxiety.

**উগ্র** বিণ. চোকা, ভয়ানক, নিষ্ঠুৰ, ক্রুদ্ধ, প্রখৰ, জ্বলা sharp, fierce, violent, savage, strong, pungent. **উগ্র কপাল** বি. বৰ সৌভাগ্য very good fortune. **উগ্র কপালী** বিণ. বৰ ভাগ্যৱন্ত, ডাঙৰ কপলীয়া very fortunate.

**উগ্রগন্ধ** বি. নাকত বৰকৈ ধৰা গোন্ধ a strong smell. **উগ্রগন্ধী** বিণ. চোকা গন্ধ যুক্ত strong smelling. **উগ্রচণ্ডা, উগ্রচণ্ডী** বি. দুৰ্গাৰ এটা ভীষণ মূৰ্ত্তি, চণ্ডিকা দেৱী, the terrible form of Durga. **উগ্রতা** বি. প্রবলতা fierceness. **উগ্রতাৰা** বি. দুৰ্গাৰ এটা মূৰ্ত্তি বা ৰূপ, a form of goddes Durga. **উগ্রবুদ্ধি** বি. চোকা বুদ্ধি। **উগ্র-মূৰ্ত্তি** বি. ভয়ানক আকাৰ। **উগ্র-শাস্তি** বি. নিষ্ঠুৰ যাতনা। **উগ্রশ্রৱা** বি. ৰোমহৰ্ষণ মুনিৰ পুতেকৰ নাম,

a son of Romaharsana.

**উগ্ৰসেন** বি. কংস আৰু দৈৱকীৰ পিতৃ কৃষ্ণৰ ককাদেউতা, মথুৰাৰ নৃপতি, a king of Mathura and father of Kangsa. **উগ্ৰস্বভাৱ, উগ্ৰপ্ৰকৃতি** বিণ. খঙাল, উগ্ৰমূৰ্ত্তি hot tempered.

**উঘ্** বেঁকাৰ পৰা পোণ, থিয় (যন্ত্ৰ) making straight from the carve, straight.

**উঘা** বি. তাঁত বাতি কৰিবলৈ সূতা মেৰাই লোৱা সঁজুলি, পথে a kind of reel. অক. ধা. শেষ কৰা, অন্তকৰ finish, complete.

**উঘাল** সক. ধা. শিপা ছিঙি তোল, উভাল uproot, dig up.

**উচঙা** বি. কুমটিৰ নিচিনা এবিধ পোক, উঁই-চিৰিঙা, a cricket.

**উচট** অক. ধা. কোনো কাম কৰিবলৈ ইচ্ছুক হ, উৎসাহিত হ to be very eager, to be incited. **উচটনি** বি. উৎসাহ দিয়া কাৰ্য্য incitement, মিছা প্ৰশংসা flattery. **উচটন** সক. ধা. উৎসাহ দি কোনো কাৰ্য্য কৰিবলৈ মন বঢ়াই দি to incite.

**উচন-বাৰী** বি. ঢেকী দাঙি থোৱা বাঁহ বা কাঠৰ খুটি বা মাৰি।

**উচ্পিচ্** বি. উগুল থুগুল, উঠানমা anxiety, restlessness. কৃদ. বি. **উচপিচনি** উচপিচ কৰা কাৰ্য্য।

**উচৰ্গ** স. ধা. মন্ত্ৰ মাতি দান কৰ to make a present of with proper ceremonies.

**উচল** (আৰবী-বাচিল) বিণ. আদায়, বাকী নথকা, অন্ত realised, paid up, finished. অক. ধা. নাইকিয়া হ to be exhausted. **উচল-পাচল** বিণ. আনন্দত অস্থিৰ হোৱা excited with delight. ক্ৰি. বিণ. **উচল-পাচলকৈ**।

**উচলা** বিণ. ওপৰলৈ উঠা, উজলা up raised, prominent.

**উচহ** বি. উৎসাহ encouragement.

**উচাট** বি. হঠাৎ উঠা খং, হঠাৎ খং কৰি উঠা sudden anger or excitement, বিণ. **উচাটন** ব্যাকুল, উৎকণ্ঠিত full of anxiety.

**উচাপ** বি. অকস্মাত ভয় পাই মৰা গাৰ জোকাৰ, চঁক start from sudden fright. **উচাপ খা** ক্ৰি. ভয় পাই গা জোকাৰ মাৰ।

**উচাল** সক. ধা. উভাল raise up, **উচাল মাৰ** ক্ৰি. ওপৰলৈ জাপ মাৰ jump up.

**উচিঙৰা** বি. এবিধ পকৰা, a cricket.

**উচিত** বিণ. যুক্ত, ন্যায় proper, right, যথাৰ্থ real.

**উচিয়ান** (ফা.) বি. উত্তৰাধিকাৰী an heir.

**উচুটীয়া** বিণ, কোনো কামলৈ আগ

বঢ়াই দিয়া inciting, মিছা প্ৰশংসা কৰা flattering.

**উচুপ** অক. ধা. ফেকুৰি কান্দ sob. ক্ৰি. বিণ. **উচুপি উচুপি।**

**উচ্চ** বিণ. ওখ, ঢুকি নোপোৱা high, tall. বি. **উচ্চতা। উচ্চমনা** বিণ. ডাঙৰ মনযুক্ত, মহামতি high minded. **উচ্চ-নীচ** উন্নত-অবনত।

**উচ্চপদ** বি. সম্মানিত পদৱী। **উচ্চপদস্থ** বিণ. সম্মানিত পদত থকা।

**উচ্চাৰ** সক্ ধা. মাত, শব্দ কৰ pronounce. বি, **উচ্চাৰণ** মতা কাৰ্য্য pronunciation, utterance. কৃদ. বিণ. **উচ্চাৰিত** মতা, শব্দ কৰা uttered.

**উচ্চৈশ্ৰৱা** বি. ইন্দ্ৰৰ ঘোঁৰা, সাগৰ মথোতে ওলোৱা বগা ঘোঁৰা the horse of Indra.

**উচ্চৈস্বৰে** ক্ৰি. বিণ. বৰকৈ চিঞৰি, আটাহ পাৰি very loudly.

**উচ্ছন্ন** ( সং-উৎসন্ন ) বিণ. ধ্বংস, নিৰ্ম্মূল totally destroyed, devasted.

**উচ্ছল** বিণ. ওখ, ডাঙৰ high, big, ব্যাপ্ত going up high.

**উচ্ছলিত** বিণ. উদগত, স্ফীত।

**উচ্ছিন্ন** বিণ. উৎপাটিত, উন্মুলিত up rooted.

**উচ্ছিষ্ট** বি. অৱশেষ, খাই এৰা বস্তু refuge, leavings.

**উচ্ছৃঙ্খল** বিণ. অবাধ্য, কাৰো কথাত বান্ধ নোখোৱা uncontrolled, self-willed. বি. **উচ্ছৃঙ্খলতা।**

**উচ্ছেদ** বি. ধ্বংস, বিনাশ ruin, destruction.

**উচ্ছ্ৰিত** বিণ. ওখ high, elevated. কৃদ. বিণ উন্নত, ওখ, শ্ৰীবৃদ্ধি raised up, lifted up, high.

**উচ্ছ্বাস** বি বিকাশ, ভাবৰ আবেগ, ফুলি উঠা বা পূৰ্ণ হোৱা অৱস্থা. উল্লাস out burst, overflowing, delight, অধ্যায় chapter.

**উজকাৰ** বি. লাজ দিবৰ কাৰণে আগেয় উপকাৰ কৰা কথা সোঁৱৰাই দিয়া act of taunting by reminding one of benefits conferred. ক্ৰি. **উজকাৰ দি।**

**উজটি, উজুটি** বি. খোজ কাঢ়োতে ভৰিৰ আগফালে লগা খুন্দা a false step, a trip. ক্ৰি. **উজুটি খা।**

**উজ্না** অক. ধা. তাঁত বাঁতি কৰোতে আঙুলিৰে উজাই নি খুটিত সূতা ভৰাই দে।

**উজটী** বি. ভৰিত পিন্ধা অলঙ্কাৰ।

**উজণ্টি** বি. ভৰিত পিন্ধা অলঙ্কাৰ বিশেষ, a kind of ornament used in foot.

**উজনি** বি. নৈৰ ওপৰ ফাল, দেশৰ ওপৰ অৰ্থাৎ পূৱভাগ the upper part of a stream, the upper or eastern side of a country.

**উজনি-মুৰা** বিণ. উজনিলৈ মুখ কৰি থকা দেশ বা নদীৰ ওপৰ ফাললৈ

মুখ কৰি থকা facing the upper part of a stream.

**উজনীয়া** বিণ. উজনিত থকা বা উজনি দেশৰ, সোঁতৰ বা নৈৰ ওপৰ ফাললৈ যোৱা।

**উজৰ** অক. ধা. জিকাৰ খা, অস্থিৰ হ, হঠাৎ ভয় পাই এটা এটা হৈ যা to be frightened and dispersed.

**উজল** অক. ধা. জলে, জিলিকে shine.

**উজলা** বিণ. উচলা, আগলৈ বা ওপৰলৈ উঠা বা ওলাই থকা prominent, upraised. **উজলা-দঁতা** বিণ. উচলা দাঁত থকা, স্ত্রী, **উজলা দাঁতী**।

**উজৰা** ( কথ্য ভাষা ) উজুৰা চোৱা।

**উজা** অক. ধা. সোঁতৰ ওপৰ ফাললৈ যা, বাঢ়নী পানীৰ লগত জাক পাতি ওলাই অহা মাছ go upstream, come out in shoal in flood as fishes, ওপৰলৈ উঠ বা বিয়পি পৰ move up or spread.

**উজাগৰ** বি. ৰাতি টোপনি নহাকৈ থকা অৱস্থা, সাৰ পাই থকা অৱস্থা wakefulness. ক্রি. বিণ. **উজাগৰে**। **উজান** বি. উজাই অহা কাৰ্য্য act of coming out to a shoal as fish. **উজানপৰ** ক্রি. বহুত পৰিমাণে আহ বা উৎপত্তি হ। **উজানমাৰ** উজান পৰা বান পানীত উজাই অহা মাছ ধৰা catch fish coming out in shoals.

**উজাৰ উৰাৰ** ( পুঃ অঃ ) উজ্জ্বল কৰ, জিলিক shine.

**উজাৰ** বি. জিকাৰ খা, অস্থিৰ হ। **উজাৰ খা** ক্রি. ভয় খা, চক খা। সক. ধা. **উজাৰ খুৱা**।

**উজাৰ** বিণ. উচ্ছন্ন, নষ্ট, ধ্বংস ruined.

**উজাৰ** সক. ধা. গুপ্ত কথা উলিয়াই দে to expose or make public, খুচৰি দে upturn.

**উজাৰ-পিজাৰ** বি. অস্থিৰ অৱস্থা restlessness.

**উজীৰ** ( আৰবী ৱজীৰ ) বি. মন্ত্রী বা মুচলমান ৰজাই ভাল মানুহক দিয়া উপাধি a minister, a nobleman.

**উজু** ( সং-ঋজু ) বিণ. সৰল, ঢিলা, সহজ easy.

**উজু** ( আৰবী-ৱজু ) বি. মুচলমানৰ নমাজৰ মন্ত্র মাতি হাত ভৰি আদি ধোৱা কাৰ্য্য।

**উজুটি** বি. ভৰিৰে খুন্দা মাৰা উজুটি, পৰিমৰা নিশকতীয়া দুৰ্ব্বল।

**উজুৰা** স. ক্রি উজাইদে, সোঁতৰ বিৰুদ্ধে আগুৱাই যোৱা, to advance.

**উজেনি** ( কথা ভাষা ) উজনি চোৱা।

**উজোৰ** বিণ. উজ্জ্বল bright.

**উজ্জয়িনী** বি. মালৱ দেশত থকা অৱন্তী নগৰ, ৰজা বিক্রমাদিত্যৰ ৰাজধানী।

**উজ্জ্বল** বিণ. চকচকীয়া, জলমলীয়া,

দীপ্তিমন্ত glittering, bright, glorious. **উজ্জ্বলিত** কৃদ. বিণ. প্ৰকাশিত, পোহৰ পোৱা lighted, shining.

**উঝট্** বি. (কথ্য ভাষা) উজুটি চোৱা।

**উঝট্ মাৰি দিয়া** ক্ৰি. ভৰিৰে খুন্দা মাৰি দিয়া।

**উঝণ্টি** বি. এবিধ ভৰিত পিন্ধা অলঙ্কাৰ, উজটী।

**উঝিয়াক, উঝাৰ** (পুঃ অঃ) উজ্জ্বল shining.

**উঞ্চবৃত্তি, উঞ্ছবৃত্তি** বি. সৰিপৰা বা পথাৰত এৰি যোৱা ধান বুটলি আনি কৰা উপজীৱ্য, অধম জীৱিকা the act of living by gleaning a mean livelihood.

**উট** বি. দীঘল ডিঙ্গীয়া আৰু পিঠিত কুঁজ থকা এবিধ জন্তু a camel. অক ধা. পানীৰ ওপৰত যা, পানীত ওপঙি যা to float.

**উটনীয়া** বিণ. উটি অহা floating.

**উটপখী** বি. দীঘল ডিঙ্গীৰ বলী চৰাই an ostrich.

**উটাপুটা, উটাপুটি** বিণ. টনা-টনি জোটা-পোটা struggling, মৰিয়া মৰি rivalry.

**উটি বুৰি যা** অক. ধা. ধল পানীত ভল যা।

**উটি বুৰি ফুৰ** থানথিত নোহোৱা হ, নিৰাশ্ৰয় হ।

**উঠ্** অক. ধা. থিয় হ, গা দাং stand up, আৰোহণ কৰ, উন্নতি কৰ mount, climb, prosper, নাইকিয়া হ to be extinct, উদয় হ rise, এঠাইৰ পৰা আন ঠাইলৈ যা migrate, অইনৰ বিৰুদ্ধে থিয় হ rise against, গোট খা to be collected, বিছনা ত্যাগ কৰ to wake, উত্তেজিত হ to be excited, পৰীক্ষাত উত্তীৰ্ণ হ to do well in the examination, উৎপন্ন হ to be produced. **চাউল উঠ** ক্ৰি. জীৱিকাৰ পথ বন্ধ হ। **জাতত-উঠ** ক্ৰি. পতিত লোক আকৌ সমাজৰ ভিতৰলৈ আহ। **দাঁত-উঠ** ক্ৰি. দাঁত গজা। **নাম-উঠ** ক্ৰি. প্ৰসিদ্ধ হ। **উঠা উঠি** কাজিয়া আৰম্ভ হ।

**উঠঙা** বিণ. অলপ দাং খোৱা slightly prominent. অক. ধা. মিছা প্ৰশংসা কৰ flatter. **উঠঙা-উঠঙি** বিণ. খলাবমা uneven.

**উঠন** বি. উঠা কাৰ্য্য act of rising or mounting. বিণ. কন্যাকাল হোৱা grown up.

**উঠনা** বি, কালিয়ন, পাছে দাম দিব বুলি বস্তু অনা act of buying things on credit. **উঠনা-খা** ক্ৰি. ধাৰলৈ বস্তু কিনা। **উঠনাদি** ক্ৰি. বাকীদি।

**উঠলু** বিণ. ৰবকথীয়া, অহংকাৰী proud.

**উঠান** বি. পৰ্ব্বতৰ শৃঙ্গ, ওখঠাই।

**উঠিঅহা** বিণ. ডাঙৰ দীঘল হৈ অহা,

উন্নতিশীল growing, rising.
উঠি পৰি লাগ অক, ধা. অত্যন্ত পুৰুষাৰ্থ কৰ try very hard.
উঠি-বহ বি. আৰোগ্য হ, উন্নতি কৰ to be cured, to be prosperous. উঠি বজা বি. পাটত উঠা আচল বজা, পৰৰ ওপৰত বৰকৈ প্ৰভুত্ব চলাব খোজা মানুহ।
উঠেলি বি. দুই বা অধিক লোকৰ ভাগ থকা common possession or ownership. বিণ. উঠেলীয়া।
উড়্ অক. ধা. পাখিত ভৰ দি আকাশেদি যা to fly, soar, নাইকিয়া হ pass away.
উড়ন বি. উড়ি যোৱা কাৰ্য্য act of flying up.
উড়নীয়া, উৰণীয়া বিণ. উড়িব পৰা flying, উড়ি অহা, প্ৰমাণ নাইকিয়া rumoured, uncertain.
উড়া সক. ধা. উড়াই নে, আকাশেদি লৈ যা fly, cause to fly, নষ্ট কৰ, নাইকিয়া কৰ waste, অমান্য কৰ disregard.
উড়ীদল বি. ধানৰ নিচিনা গুটি ধৰা দল ঘাঁহ।
উড়ীধান বি. উড়ীদলৰ গুটি।
উড়্ৱা সক. ধা. উড়া cause to fly.
উড্ৰোউইলচন বি. জাতি সঙ্ঘ প্ৰতিষ্ঠাতা আমেৰিকাৰ ৰাষ্ট্ৰপতি।
উতঙ্গা (ঙা) সক. ধা. উচটা, উতলা বেয়া কাম কৰিবলৈ উত্তেজিত কৰ excite to do mischief.
উতথ্য এজন মুনি, অঙ্গিৰা ঋষিৰ পুতেক, গৌতম মুনিৰ বাপেক আৰু দেৱগুৰু বৃহস্পতিৰ ককায়েক।
উতন্থুৰা বিণ. অস্থিৰ, পাতল, উদ্ধত rash, excitable, unsteady.
উতৰ অক. ধা. পাৰ হ, উপস্থিত হ reach, arrive. উতৰা-উতৰি— তৰ্ক বিতৰ্ক altercation.
উতল অক. ধা. তাপ পাই ওফন্দি উঠ to be boiled. বি. তাপ পাই ওফন্দা অৱস্থা boiling. উতলা বিণ. তাপ পাই ওফোন্দা boiling, চঞ্চল, ব্যগ্ৰ fickle, restless. ক্ৰি. উচাটন, মন বঢ়াই দিয়া incite. তপতোৱা।
উতাৰ (পুঃ অঃ) [সং-উত্তৰণ পাৰ হোৱা] ক্ৰি. পাৰ হ বা কৰ, উদ্ধাৰ হ বা কৰ, অতিক্ৰম কৰ to overcome.
উতাল (কথ্য ভাষা) উতল চোৱা।
উতায়া বিণ. এলেহুৱা lazy.
উ-তীৰৎসিং বি. এজন বীৰ আৰু নেতা (খাচীয়াপাহাৰৰ)।
উতীয়া বিণ. (কথ্য ভাষা) এলেহুৱা idle.
উৎ (উপসৰ্গ) অব্য, ওপৰ, above, on.
উৎকট বিণ. ডাঙৰ, উগ্ৰ, ভয়ঙ্কৰ severe, excessive, terrible.
উৎকণ্ঠা বি. অস্থিৰতা, উগুল-থুগুল, ভাৱনা anxiety, uneasiness. কৃদ. বিণ. উৎকণ্ঠিত, উৎকণ্ঠ

ব্যাকুল, চিন্তিত, উদগ্ৰীব uneasy, anxious.

**উৎকর্ষ** বি. শ্ৰেষ্ঠতা, উত্তমতা excellence, improvement, **উৎকৃষ্ট** বিণ. উত্তম, শ্ৰেষ্ঠ excellent. বি. **উৎকৃষ্টতা**।

**উৎকল** বি. উড়িষ্যা দেশ Orissa.

**উৎকোচ** বিণ. উপকাৰ পাবৰ আশাৰে দিয়া ভেঁটি bribe.

**উৎকোচক** বিণ. পুৰস্কাৰ দিওতা bribed.

**উৎকোচগ্ৰাহী** বি. যিয়ে ভেঁটি লয়।

**উৎকোল** বি. ওপৰলৈ মুখ কৰি শোৱা লোক, one who sleeps with the face upward.

**উৎকোলকৈ** ক্ৰি. বিণ. ওপৰলৈ মুখ কৰি শুবলৈ।

**উৎখাত** বিণ, উভালি পেলোৱা dug up, উচ্ছন্ন, ধ্বংস ruined.

**উত্তপ্ত** বিণ. অতি তাপযুক্ত, বৰ তপত very hot.

**উত্তম** বিণ. উকৃৎষ্ট, শ্ৰেষ্ঠ best, excellent. বি. শ্ৰেষ্ঠলোক superior personage. বি. **উত্তমতা**।

**উত্তমগুৰু** বি. শ্ৰেষ্ঠগুৰু, শাস্ত্ৰজনাগুৰু।

**উত্তমশা** বি. উত্তমাশা অন্তৰীপ cape of good hope.

**উত্তমর্ণ** বি. যি ধন ধাৰলৈ দিয়ে a creditor.

**উত্তমশ্লোক** বি. পুণ্যশ্লোক, ঈশ্বৰ, বিষ্ণু, মহাপুৰুষ।

**উত্তমাঙ্গ** বি. মুৰ, শিৰ the head.

**উত্তৰ** বি. প্ৰতিবচন, জবাব reply, মীমাংসা decision, অঙ্কৰ ফল result of a sum, দক্ষিণৰ বিপৰীত বা সমুখৰ দিক, উত্তৰফাল the north. বিণ. ভবিষ্যৎ, পাছৰ subsequent, 'উত্তৰফাল' **উত্তৰ-পথ** বি. এখন তীৰ্থস্থান। **উত্তৰ প্ৰদেশ** বি. উত্তৰ ভাৰতৰ এখন প্ৰদেশ। **উত্তৰ-ফাল্গুনী** বি. দুটা ফাল্গুনী নক্ষত্ৰৰ পাচৰটো, বাৰ সংখ্যাৰ নক্ষত্ৰ the twelfth lunar mansion. **উত্তৰভাদ্ৰপদ** বি. দুটা ভাদ্ৰপদ নক্ষত্ৰৰ পাচৰটো। **উত্তৰ-মীমাংসা** বি. হিন্দুৰ মীমাংসা শাস্ত্ৰ, বেদান্ত। **উত্তৰাৰ্ক** বিণ. উত্তৰায়ণ মিলা সূৰ্য্য উত্তৰ ফালে যোৱা। **দেৱোত্তৰ** বি. দেৱতাৰ সেৱাৰ অৰ্থে দিয়া, **উত্তৰাধিকাৰী** বি. মৰা মানুহৰ বস্তুৰ গৰাকী an heir. **উত্তৰায়ণ** বি. সূৰ্য্য উত্তৰ ফালে গতি কৰা কাল। **উত্তৰ-মেৰু** বি. পৃথিৱীৰ উত্তৰ কেন্দ্ৰ বা সীমা the north pole. **উত্তৰায়ণ-সংক্ৰান্তি** বি. মাঘ বিহুৰ দিন, সেইদিনা সূৰ্য্য উত্তৰ ফাললৈ পাৰ হয়।

**উত্তৰ, উতৰ** অক. ধা. পাৰ হ, উদ্ধাৰ হ, পৰীক্ষাত উত্তীৰ্ণ হ, pass or cross over.

**উত্তৰ, উত্তৰীয়** বি. চাদৰ, উৰা কাপোৰ, লগুণ। **উত্তৰা** বি. বিৰাট ৰজাৰ জীয়েক ; অভিমন্যুৰ ভাৰ্য্যা,

the daughter of Birata and wife of Abhimanyu. **উত্তৰা-কাণ্ড** বি. বাল্মীকি ৰামায়ণৰ শেষ কাণ্ড বা খণ্ড। **উত্তৰা-পথ** আৰ্য্যাবৰ্ত্ত। **উত্তৰষাঢ়া** বি. এটা নক্ষত্ৰৰ নাম।

**উত্তৰীয়া** বিণ. উত্তৰ দিকৰ পৰা অহা blowing from the north.

**উত্তৰোত্তৰ** ক্রি. বিণ. লাহে লাহে, ক্রমশঃ, বাঢ়ি বাঢ়ি gradually, progressively.

**উত্তান পাদ** বি. উত্তান পাদ ৰজা, ধ্রুৱৰ বাপেক, king Uttanpada, the father of Dhruba.

**উত্তাপ** বি. জুই বা ৰ'দৰ তাপ excessive heat.

**উত্তীৰ্ণ** বিণ. পাৰ হোৱা, কৃতকাৰ্য্য, পৰীক্ষাত উঠা, উদ্ধাৰ পোৱা, অতীত হোৱা passed over, successful at an examination, saved.

**উত্তুঙ্গ** বিণ. অত্যুচ্চ, বৰ ওখ very high.

**উত্তেজক** বিণ. উৎসাহ বা উচটাই দিয়া উদ্দীপক exciting, ৰাগীয়াল intoxicating. **উত্তেজনা** বি. কোনো কাৰ্য্য কৰিবলৈ সঘন উচটনি, উদ্গনি the act of rousing or urging on excitement.

**উত্তেজিত** কৃদ. বিণ. ঘনাই উচটোৱা, উৎসাহ দিয় excited, encouraged.

**উত্তোলন** বি. কোনো বস্তু ওপৰলৈ তোলা কাৰ্য্য the act of raising upwards.

**উত্ৰাৱল** বিণ. চঞ্চল, অস্থিৰ, দমিব নোৱাৰা, উৎকণ্ঠিত unsteady, restless, uncontrollable, very eager.

**উত্থান** বি. উঠা কাৰ্য্য getting up, উন্নতি advancement.

**উত্থান-একাদশী** বি. কাতি মাহৰ শুক্লপক্ষৰ একাদশী।

**উৎথাপন, উত্থাপন** বি. উল্লেখ, প্ৰস্তাৱ act of mentioning or proposing **উত্থাপক** প্ৰস্তাবক।

**উত্থাপিত** উল্লেখিত, প্ৰস্তাবিত proposed.

**উৎথিত, উত্থিত** বিণ. উঠা, থিয় হোৱা risen.

**উৎনিয়া** বি. তুচ্ছ জ্ঞান, অৱহেলা disregard.

**উৎপত্তি** বি. ওপজা, উদ্ভৱ, জন্ম production, birth, জন্মস্থান, মূল source, origin.

**উৎপতীয়া** বি. অমঙ্গলীয়া, আপদীয়া, অশুভ বুজোৱা ominous, foretelling evil.

**উৎপথ** বি. কুপথ বিপথ evil path.

**উৎপন** বি. আৰ্জন, লাভ income, gain. বিণ. **উৎপনীয়া**।

**উৎপন্ন** বিণ. ওপজা, হোৱা, সৃষ্ট, নিৰ্ম্মিত born, produced. বি. আৰ্জন, লাভ income, gain.

**উৎপন্নমতি** উপস্থিত বুদ্ধি। **উৎপন্নমতিত্ব** বিপদৰ সময়ত বুদ্ধি উদয়।

**উৎপল** বি. ভেটফুল, পদুম ফুল water lily, any lotus.

**উৎপাটক** বিণ. নির্ম্মূল কাৰক, নষ্ট কাৰক runious, destructive.

**উৎপাটন** বি, উভলা, নষ্ট কৰা বা খন্দা কাৰ্য্য destruction, the act of pulling up, **উৎপাটিত** কৃদ. বিণ. উভালি পেলোৱা, নাশ কৰা pulled up by the root, ruined

**উৎপাত** বি. আকস্মিক দুৰ্ঘটনা, অমঙ্গলৰ চিন, উল্কাপাত an unexpected calamity, an ill omen, outrage, উপদ্ৰব oppression.

**উৎপাদক** বিণ. যি উৎপন্ন কৰে, জন্ম দিওঁতা that which produces, or gives birth to, গুণনীয়ক a factor. স্ত্ৰী. **উৎপাদিকা**।

**উৎপাদন** বি. নিৰ্ম্মাণ, জন্মদিয়া বা উৎপন্ন কৰা কাৰ্য্য act of producing or generating.

**উৎপাদিত** কৃদ. বিণ. জন্মদিয়া বা উৎপন্ন কৰা produced, grown.

**উৎপাৰ** সক. ধা উচ্ছন্ন কৰ, ধ্বংস কৰ devastate, খানিকুৰি পেলা dig-up.

**উৎপীড়ন** বি. অত্যাচাৰ, উপদ্ৰব oppression, molestation. কৃদ. বিণ. **উৎপীড়িত** দুখপোৱা, অত্যাচাৰ পোৱা।

**উৎপ্ৰেক্ষা** বি. এবিধ অৰ্থালঙ্কাৰ, প্ৰকৃত বস্তুৰ সৈতে অসম্ভৱ বস্তুৰ তুলনা, উপমানৰ সৈতে উপমেয়ৰ সম্ভাৱনা ৰূপ মিছা বৰ্ণনা a kind of hypothetical metaphor.

**উৎফুল্ল** বিণ. প্ৰফুল্ল, আনন্দিত delighted.

**উৎস** বি. নিজৰা, উৎপত্তি ঠাই a fountain, a source.

**উৎসন্ন, উৎসন** বিণ. উচ্ছন্ন, নিৰ্ম্মূল ruined, devastated.

**উৎসৰ্গ** বি. দান, সমৰ্পণ, দেৱতাক নিবেদন dedication, consecration, ত্যাগ, স্বাৰ্থত্যাগ sacrifice.

**উৎসৱ** বি. আনন্দজনক অনুষ্ঠান festival, আনন্দ, সন্তোষ joy, delight.

**উৎসাহ** বি. কামত আগ্ৰহ, যত্ন enthusiasm, কাম কৰিবলৈ সাহ দিয়া কাৰ্য্য encouragement. **উৎসাহান্বিত** বিণ. উৎসাহযুক্ত zealous. **উৎসাহিত** বিণ. উদগোৰা, উত্তেজিত encouraged, excited, **উৎসাহী** বিণ. উদ্যোগী zealous, active, উৎসাহ থকা enthusiastic.

**উৎসুক** বিণ, উৎসাহী, ব্যগ্ৰ, উৎকণ্ঠিত zealous, anxious, eager. বি. **উৎসুকতা, ঔৎসুক্য**।

**উৎসৃষ্ট** কৃদ. বিণ. বৰ্জ্জন কৰা, পেলাই

দিয়া abandoned, অৱশেষ leavings, নিবেদিত offered.

**উৎক্ষিপ্ত** ওপৰলৈ নিক্ষিপ্ত।

**উৎক্ষেপক** যোনে ওপৰলৈ নিক্ষিপ্ত কৰে।

**উৎক্ষেপন** ওপৰলৈ নিক্ষিপ্ত কৰা কাৰ্য্য।

**উথপ্‌থপ্‌** বি. লৰালৰি, খৰখেদা hurry, bustle.

**উথল** অক. ধা ওফন্দি উঠ swell up, **উথল-পাথল** তল ওপৰ, তোলপাৰ।

**উথান** বি. ওপৰলৈ উঠা, তাপত ওপৰলৈ ওফন্দি উঠা কাৰ্য্য a boiling or bubbling up.

**উদঁতীয়া, উদঁাত** বি. প্ৰথমবাৰৰ দাঁত সৰি নকৈ দাঁত নগজা (গৰুত খাটে) not changing the first teeth as yet (said of cattle).

**উদ** বি. এবিধ পানীত চৰা আৰু মাছ খোৱা চাৰি ঠেঙীয়া মুগা বৰণীয়া জন্তু an otter.

**উদ্‌** অক. ধা. উদয় হ to rise.

**উদক** বি. পানী water.

**উদগা** সক. ধা. উৎসাহ দে, উচটা incite, encourage, **উদগনি** বি. উচটনি act of encouraging or inciting.

**উদগ্ৰ** বিণ. আগভাগ, উচ্চ, দীৰ্ঘ, উদ্ধত, উৎকট, মহিষাসুৰৰ অনুচৰ, বাৰণ্ৰ সেনানায়ক, with elevated top, lofty, elevated.

**উদং** বিণ. মুকলি, ঢাকন নথকা, মুক্ত, শূন্য open, not covered, empty, free. **উদংকৰ, উদঙা** সক. ধা. শুদা বা খালি কৰ free, empty. **উদঙীয়া** বিণ. বখীয়া নথকা, নিজ ইচ্ছামতে চলিব ফুৰিব পৰা। **উদংমুৰ** শুদা মুৰ bare head, স্বাধীন অৱস্থা। বিণ. **উদংমুৰীয়া**। ক্ৰি. বিণ. **উদংমুৰে**। **উদংমেল** সক. ধা, বান্ধৰ পৰা এৰি দে to set free.

**উদজ** বি. জলজ।

**উদজান** বি. জলজান hydrogen.

**উদণ্ড** বিণ. শাসন নথকা, বাধা নমনা, নিজৰ ইচ্ছামতে চলা having no control, self-willed, disobedient.

**উদধি** বি. সাগৰ the ocean.

**উদয়** বি. সূৰ্য্যাদিৰ ওপৰলৈ উঠা বা ওলাই অহা কাৰ্য্য rising of the sun, moon etc. আবিৰ্ভাৱ, উৎপত্তি appearance, birth, উন্নতি advancement. **উদয়গিৰি, উদয়াচল** বি. বাতিপুৱা সূৰ্য্য পাৰহৈ অহা কাল্পনিক পৰ্ব্বত।

**উদয়ন** আবিৰ্ভাৱ হোৱা, সংস্কৃত সাহিত্যত প্ৰসিদ্ধ কৌশাম্বী প্ৰদেশৰ ৰজা।

**উদৰ** বি. পেট belly. **উদৰাময়** পেটৰ অসুখ diarrhoea. **উদৰী** এবিধ পেটবঢ়া বেমাৰ, শোথ-ৰোগ dropsy.

**উদঁাত** বিণ. দাঁত নভঙা, প্ৰথমে গজা দাঁতৰ সলনি ন দাঁত নগজা, not changing the first teeth.

**উদাত্ত** বিণ. কাব্যৰ অলঙ্কাৰ বিশেষ, স্বৰভেদ, মহান, উদাৰ, high elevated, noble, sublime.

**উদাপদুমা** বিণ. উমৈহতীয়াকৈ কৰা, বহু-নায়কীয়া done by several person without method.

**উদান** বি. কণ্ঠত থকা বায়ু বিশেষ।

**উদাৰ** বিণ. অকপটীয়া, সৰল sincere, open-hearted, ওখ মনৰ high minded, দানশীল generous. বি. **উদাৰতা** উদাৰ গুণ uprightness. **উদাৰমনা, উদাৰ চিতীয়া** বিণ. মনত কপট নৰখা liberal-minded.

**উদাল মাটি** বি. ঘৰৰ চাৰিওফালৰ উদং মাটি, open space around a home stead.

**উদাৰা** বি. সঙ্গীতৰ এটা সুৰ।

**উদাস** বি. বিষয়ত বিৰাগ, অনুৰাগৰ অভাব, বৈৰাগ্য indifference, asceticism. **উদাসী, উদাসীন** বিণ. বৈৰাগী, কেৰলীয়া indifferent to happiness. বি. **উদাসীনতা, উদাসিনতা**।

**উদাহৰণ** বি. দৃষ্টান্ত, প্ৰমাণৰ স্থল an example.

**উদি** বিণ. অনাবৃত, মুকলি, খালি uncovered, bare, empty.

**উদিত** কৃদ. বিণ. উদয় বা প্ৰকাশিত হোৱা rising, coming to view.

**উদিয়া** ক্ৰি. ব্যক্ত কৰা, প্ৰকাশ কৰা uncover, expose.

**উদিশ** বি. সন্ধান, উৰাদিহ।

**উদীয়মান** বিণ. যি উদয় হৈছে, যি প্ৰতিষ্ঠা লাভ কৰিছে।

**উদুলি-মুদুলি** বি. বহুত মানুহ গোট খোৱাৰ পৰা হোৱা হুলস্থূল confusion or tumult.

**উদ্গতি** বি. উন্নতি, শ্ৰীবৃদ্ধি prosperity, improvement.

**উদ্গীৰণ** বি. পেটৰ পৰা আহাৰ উলিওৱা বা বতিওৱা কাৰ্য্য the act of vomitting.

**উদ্গ্ৰীব** বিণ. উৎকণ্ঠ, ব্যগ্ৰ, অতিশয় আগ্ৰহান্বিত।

**উদ্ঘাটন** বি. প্ৰকাশ কৰণ, উন্মোচন। **উদ্ঘাটিত** বিণ. প্ৰকাশিত। **উদ্-ঘাটক** বিণ. প্ৰকাশক।

**উদ্দাম** বিণ. উচ্ছৃঙ্খল, দমন কৰিব নোৱাৰা, মুকলি unrestrained, free, অতিশয় প্ৰবল, উৎকট।

**উদ্দালক** বি. শ্বেতকেতু মুনিৰ বাপেক, এজন মুনি।

**উদ্দীপক** বিণ. উত্তেজক, বৃদ্ধিকাৰক exciting.

**উদ্দীপন, উদ্দীপনা** বি. উত্তেজনা, প্ৰবল কৰা কাৰ্য্য exciting, উৎসাহিত কৰণ, অলঙ্কাৰশাস্ত্ৰত উদ্দীপন বিভাৱ।

**উদ্দীপ্ত, উদ্দীপিত** বিণ. বৰকৈ জ্বলি বা প্ৰবল হৈ উঠা excited, inflamed.

**উদ্দেশ** বি. উৱাদিহ, সন্ধান a clue, something serving as guide, অভিপ্ৰায় purpose. **উদ্দেশে** ক্ৰি. বিণ. কাৰণে, নিমিত্তে, উপলক্ষে towards, for the purpose of.

**উদ্দেশ্য** বি. লক্ষ্য, অভিপ্ৰায় purpose, aim. বিণ. **উদ্দেশ্যহীন, উদ্দেশ্যবিহীন** লক্ষ্যশূন্য aimless.

**উদ্ধত** বিণ. উচ্ছৃঙ্খল, উতনুৱা rash, insolent. অহঙ্কাৰী haughty, দুৰ্দান্ত fierce, অবিনীত unmannerly. বি. **উদ্ধতালি, ঔদ্ধত্য**। **উদ্ধতস্বভাব** উগ্ৰপ্ৰকৃতি।

**উদ্ধৱ** বি. কৃষ্ণৰ এজন ভক্ত বন্ধুৰ নাম।

**উদ্ধাৰ** বি. তোলন, ৰক্ষা, আপদৰ পৰা সৰোৱা, মুক্তি, পৰিত্ৰাণ act of raising, salvation, uplift, উদ্ধৃত বাক্য quotation, **উদ্ধাৰক** উদ্ধাৰ কৰোঁতা deliverer. **উদ্ধাৰ চিহ্ন** " " এই চিন, **উদ্ধাৰিলে, উদ্ধাৰিলা** পু. অ. উদ্ধাৰ কৰিলে।

**উদ্ধৃত** কৃদ. বিণ. ওপৰলৈ তুলি অনা drawn, raised, আনৰ লেখাৰ পৰা নকল কৰি অনা quoted, উদ্ধাৰপ্ৰাপ্ত saved.

**উদ্ধৃতি** বি. উদ্ধাৰ, উদ্ধৃত কথা an extract.

**উদ্‌বাউল** বিণ. কোনো বিষয়লৈ বৰকৈ মন মেলি বলিয়াৰ নিচিনা হোৱা, বৰ ব্যস্ত distractedly pursuing something, শোকত কাতৰ হোৱা।

**উদ্বাস্তু** বিণ. নিজৰ থকা ঠাই এৰি অহা লোক, নিজৰ ঘৰবাৰী এৰি অহা লোক refugee.

**উদ্বাহু** বিণ. ওপৰলৈ হাত তুলি থকা having arms raised upwards. **উদ্বোধন** বি. জাগৰণ, মূৰ্তি প্ৰতিষ্ঠা consecration of an idol. মুকলি open. **উদ্বোধনী** বিণ. মুকলি কৰা ( উদ্বোধনী সভা )

**উদ্ভট** বি. অস্বাভাবিক বা বিপৰীত কাৰ্য্য, বেয়া কাম।

**উদ্ভণ্ড** বিণ. দুষ্ট wicked. বি. **উদ্ভণ্ডালি** দুষ্টালি, উপদ্ৰব।

**উদ্ভৱ** বি. উৎপত্তি, জন্ম birth, production. **উদ্ভাৱক** বিণ. উৎপন্নকাৰক নতুনকৈ উলিয়াৰ পৰা producing, inventive. স্ত্ৰী, **উদ্ভাৱিকা**।

**উদ্ভাৱন, উদ্ভাৱনা** বি. নতুনকৈ উলিওৱা invention, devising.

**উদ্ভিদ** বিণ. মাটি ভেদি ওলোৱা germinating. বি. গছ বন আদি anything which germinates.

**উদ্ভিদবিদ্যা** বি. . উদ্ভিদ্-বিজ্ঞান Botany.

**উদ্ভিন্ন** বিণ. অঙ্কুৰিত, প্ৰকাশিত germinated, opened, expanded. **উদ্ভিন্ন-যৌৱনা** বিণ. নৱ-যৌৱনা, সদ্য প্ৰস্ফুটিত।

**উদ্ভূত** কৃদ. বিণ. উৎপত্তি হোৱা, উৎপন্ন, জন্ম born, produced.

**উদ্‌ভ্ৰান্ত** বিণ. বিহ্বল, পাগল, ব্যাকুল. উচ্ছৃঙ্খল bewildered, mad. বি. **উদ্‌ভ্ৰান্তি**।

**উদ্যত** বিণ. সাজু, প্ৰস্তুত, যুগুত ready, prepared, উত্থিত raised.

**উদ্যম্** বি. উদ্যোগ, উৎসাহ exertion. বিণ. **উদ্যমী**।

**উদ্যান** বি. ফুলনি garden.

**উদ্‌যাপন** বি. সমাপন, সম্পাদন। **উদ্‌যাপিত** বিণ. নিৰ্ব্বাহিত, অনুষ্ঠিত, সম্পাদিত।

**উদ্যোগ** বি. আয়োজন, চেষ্টা, যত্ন exertion, Industry. **উদ্যোগ-পৰ্ব্ব** বি. মহাভাৰতৰ এটা পৰ্ব্ব বা অংশ। বিণ. **উদ্যোগী, উদ্যোক্তা** বিণ. আয়োজনকাৰী।

**উদ্বিগ্ন** বিণ. উৎকণ্ঠিত, চিন্তিত, anxious, agitated.

**উদ্বুদ্ধ** বিণ. জাগৰিত, প্ৰবুদ্ধ wakened, inspired.

**উদ্‌বৃত্ত** বিণ, অতিৰিক্ত being in excess.

**উদ্বেগ** বি. উৎকণ্ঠা, উগুল থুগুল anxiety, uneasiness, আবেগ haste, উত্তেজনা, অস্থিৰতা, ক্ষোভ excitement, agitation.

**উদ্বেলিত** বিণ. কম্পিত, উচ্ছলিত, যি তীৰ অতিক্ৰম কৰিছে shaken, tossed up.

**উদ্বোধন** বি. জাগৰণ, মূৰ্ত্তি প্ৰতিষ্ঠা কৰা কাৰ্য্য, the act of recalling a thing, a reminding.

**উদ্ৰেক** বি. উদয়, মনত ওপজা rise.

**উধতুৰা** (সং-উদ্ধত) বিণ. তৎনোহোৱা easily excitable, উতনুৱা impatient.

**উধনীয়া** বি. উধানৰ আকৃতিৰ ডাঙৰ আৰু ঘূৰণীয়া।

**উধাতু** বিণ. ভয়ত বিতত, নিকশ্বাস, বিচেষ্টা breathless. **উধাতু-খা** ভয়ত নিকশ্বাস হ।

**উধান** বি. তলত জুই দিব পৰাকৈ চৰু আদি দাঙি ধৰি থকা মাটিৰ চপৰা।

**উধা-মুধাকৈ** বিবেচনা নকৰাকৈ।

**উধাৰ** সক. ধা. টানৰ পৰা ৰাখ, ৰক্ষা কৰ save, deliver, কালিয়ন purchase on credit.

**উধাৰ** (পু. অ.) বি. উৰ্দ্ধ, ওপৰ, ওখ।

**উধাৰত** ( পু. অ. ) বিণ. উত্ৰাৱল, উতনুৱা।

**উনা, উনাৰস্ত** ( পু. অ. ) মনোযোগ দে, সজাগ হ।

**উনিন্দ** ( পু. অ. ) [ সং-উন্নিদ্ৰ ] নিদ্ৰাশূন্য, জাগি থকা।

**উনী** বি. পাট সূতা লোৱা যন্ত্ৰ a reel for winding silk. **উনী-শলা** সূতা লোৱা কাঠী। **উনীয়া** অক.

ধা. উনীত পাট সূতা ল, তাঁত বাটি কৰোতে সূতা অনা নিয়া কৰা।

**উন্নুকিয়া** সক. ধা. অলপকৈ উল্লেখ কৰ, ইঙ্গিতেৰে প্ৰকাশ কৰ mention slightly, allude to by a hint.

**উন্নি** বি. মতা মানুহে কাণত পিন্ধা কঁৰিয়া a kind of ear-ring worn by men.

**উন্নত** বিণ. ওখ, মহৎ, ডাঙৰ, শ্ৰীবৃদ্ধি হোৱা high, advanced, great, prosperous. **উন্নতি** বি. শ্ৰীবৃদ্ধি উৎকৰ্ষ, অভ্যুদয়, উচ্চ, অৱস্থা prosperity, advancement, improvement, success. **উন্নতিশীল** বিণ. শ্ৰীবৃদ্ধি হোৱা progressing.

**উন্নমিত** বিণ. উত্তোলিত। **উন্নয়ন** বি. উত্তোলন, উন্নতি। **উন্নিদ্ৰ** বিণ. জাগ্ৰত, উন্নি ( কথ্য ভাষা ) উনৈশ nineteen.

**উন্নীত** বিণ. উন্নতিবিশিষ্ট, বৃদ্ধিপ্ৰাপ্ত।

**উন্নীত-গদ্য** বি. একপ্ৰকাৰ সম্পাদিত গদ্য. elevated prose.

**উন্মত্ত** বিণ. বলিয়া, উভ্ৰাবল, বৰকৈ উত্তেজিত হোৱা বাবে হিতাহিত জ্ঞান নথকা mad, very excited, intoxicated. বি. **উন্মত্ততা**।

**উন্মনা** বিণ. ব্যাকুল, উদ্বিগ্ন, অন্যমনস্ক।

**উন্মাদ** বিণ. বলিয়া, উন্মত্ত mad, crazy. স্ত্ৰী. **উন্মাদিনী**। **উন্মাদন** বি. উন্মত্ত কৰণ, কামদেৱৰ এপাত শৰৰ নাম। **উন্মাদিত** কৃদ. বিণ. যাক উন্মত্ত কৰা হৈছে। **উন্মাদক** বিণ. মত্ততাজনক।

**উন্মীলন** বি, চকু মেলি চোৱা কাৰ্য্য, প্ৰকাশ act of opening the eyes. কৃদ. বিণ. **উন্মীলিত** মেল খাই থকা, প্ৰকাশিত opened.

**উন্মুক্ত** বিণ. খোলা, বন্ধন মুক্ত, সৰল free, open.

**উন্মুখ** বি. উৎসুক, আসক্ত, প্ৰবৃত্ত, উদ্যত attached, enamoured, ready, উৰ্দ্ধমুখ looking upwards.

**উন্মেষ** বি. উন্মিলন, ঈষৎ বিকাশ। **উন্মেষিত** বিণ. উন্মীলিত।

**উন্মোচন** বি. মুক্তি দান, আবৰণ গুচাই দিয়া কাৰ্য্য act of making free or uncovering, বিণ. **উন্মোচিত**।

**উপ** সামীপ্য, সাদৃশ্য, হীনতা, পূজা, আনুকুল্য আদি অৰ্থ সূচক অব্যয়।

**উপকথা** বি. উপাখ্যান, কাহিনী, গল্প tale, fable.

**উপকৰণ** বি. উপাদান, যাৰ সহযোগত কোনো বস্তু নিৰ্ম্মিত বা কাৰ্য্য সম্পাদিত হয় ingredients, materials, পূজাৰ নৈবেদ্যত দিয়া ফলমূল আদি বস্তু।

**উপকৰ্ত্তা** বিণ. উপকাৰী। স্ত্ৰী. **উপকৰ্ত্ৰী**।

**উপকণ্ঠ** বি. নগৰৰ ওচৰৰ ঠাই।

**উপকাৰ** বি. হিত, সাহায্য, মঙ্গল, অনুগ্ৰহ benefit, help, good,

favour. **উপকাৰী, উপকাৰক** বিণ. হিতকাৰী, ভালগুণ থকা helping, beneficent, উপকাৰ কৰোঁতা benefactor. **উপকাৰিতা** বি. উপকাৰ, মঙ্গল, হিত **উপকাহিনী** বি নাটক, উপন্যাস ইত্যাদিৰ প্ৰাসঙ্গিক কাহিনী sub-plot. **উপকীচক** বি. কীচকৰ সক ভাই।

**উপকূল** বি. সাগৰ বা নৈৰ পাৰৰ ঠাই, বেলাভূমি the bank, the sea coast.

**উপকৃত** কৃদ. বিণ. অনুগৃহীত, উপকাৰ পোৱা benefited, fauoured. **উপকৃতি** বি. উপকাৰ।

**উপক্ৰম** বি. আৰম্ভ, কাৰ্য্য কৰিবলৈ অয়োজন কৰা, উদ্যোগ, চেষ্টা a beginning, preparation. **উপক্ৰমণিকা** বি. পাতনি, মুখপাত introduction. ব্যাকৰণ শিক্ষা কৰিবলৈ প্ৰথমে লোৱা কিতাপ primary grammar.

**উপখেৰীয়া** বিণ. নজনা, নুশুনা, কম মৰ্য্যাদা সম্পন্ন লোক, inferior.

**উপগত** কৃদ. বিণ. উপস্থিত, উপনীত present, arrived, তিৰোতাৰ সৈতে খোৱা লোৱা কৰা, পতিত হোৱা, আসক্ত।

**উপগুপ্ত** বি অশোকৰ ধৰ্ম্মগুৰু।

**উপগুৰু** বি. তন্ত্ৰৰ মতে গুৰুৱে মন্ত্ৰ দিয়াৰ পাচত পূজাৰ বা উপাসনাৰ ক্ৰম শিকাওঁতা, an inferior guru who teaches how to perform worship.

**উপগ্ৰহ** বি. প্ৰধানগ্ৰহৰ চাৰিওফালে ঘূৰি ফুৰা সৰু গ্ৰহ satellite.

**উপঘাত** বি. অশুভ লক্ষণ in-auspicious sign.

**উপচৰ্য্যা** বি সেৱা, পৰিচৰ্য্যা।

**উপচ** অক. ধা, ভৰি পৰা to be sufficient.

**উপচক্ৰ** বি. আকস্মিক বিপদ, উপকৰা বিপদ calamity, misfortune.

**উপচক্ষু** বি. চচমা, spectacle.

**উপচাৰ** বি. উপকৰণ, পূজাৰ বস্তু offering to gods, ভেঁটী present.

**উপচ্ছায়া** বি. পাতল ছাঁয়া, pe-numbra.

**উপজ** অক. ধা. ওপজ। **উপজন** বি. ওপজন, ওপজা কাৰ্য্য। **উপজাত** বিণ. ওপোজা, জন্ম লোৱা। প্ৰধান পণ্যদ্ৰব্যৰ উৎপাদনত জন্মা অন্য বস্তু by product.

**উপজাতি** বি. কোনো এক জাতি বা শ্ৰেণীৰ ভিতৰৰ সৰু জাতি, জাতিৰ শাখা a sub caste or class.

**উপজিল** ক্ৰি. জন্মিল, উৎপন্ন হ'ল।

**উপজিহ্বা** আলুজিভা।

**উপজাব্য, উপজীৱিকা** বি. জীৱিকা, বৃত্তি means of livelihood.

**উপঢৌকন** বি. উপকাৰৰ আশা নকৰি দিয়া ভেঁটী, উপহাৰ pre-sent.

**উপতাপ** বি. দুৰ্দ্দশা, আপদ, misfortune, সন্তাপ, distress.

**উপত্যকা** বি. দুয়োফালে পৰ্ব্বত থকা সমতল ঠাই a valley.

**উপদংশ** বি. গৰমী বেমাৰ, কুসঙ্গ-জনিত সংক্রামক ৰোগ syphilis.

**উপদিষ্ট** বিণ. আদিষ্ট, উপদেশপ্ৰাপ্ত advised.

**উপদেৱ, উপদেৱতা** বি. সামান্য দেৱতা an inferior god, ভূত, প্ৰেত আদি।

**উপদেশ** বি. শিক্ষা, বুজনি instruction, advice, পৰামৰ্শ counsel.

**উপদেশক, উপদেষ্টা** বিণ. উপদেশ দিওঁতা an adviser.

**উপদেশীয়, উপদেশ্য, উপদেষ্টব্য** বিণ. উপদেশযোগ্য, শিক্ষণীয়।

**উপদ্ৰৱ** বি, অত্যাচাৰ, অনিষ্ট, ক্ষতি tyranny, oppression, injury. **উপদ্ৰৱকাৰী** বিণ. কষ্টদায়ক, অত্যাচাৰকাৰী। স্ত্ৰী. **উপদ্ৰৱকাৰিণী**। **উপদ্ৰুত** বিণ. উৎপীড়িত, অত্যাচাৰিত oppressed.

**উপদ্বীপ** বি. যি ঠাইৰ তিনিওফালে পানী থাকে a peninsula.

**উপধৰ্ম্ম** বি. মূল ধৰ্ম্মৰ নামে হোৱা দূষিত ধৰ্ম্ম, কুসংস্কাৰ superstition.

**উপধাতু** বি. নিকৃষ্ট ধাতু a semimetal.

**উপনগৰ** বি. ডাঙৰ নগৰৰ ওচৰত থকা সৰু নগৰ a suburb.

**উপনদী** বি. পৰ্ব্বতৰ পৰা ওলাই কোনো নদীত পৰা সৰু নৈ a tributary.

**উপনন্দ** বি. কৃষ্ণৰ ভক্ত গোপ এজনৰ নাম।

**উপনয়ন** বি. লগুণ দিয়নি, যজ্ঞসূত্ৰ ধাৰণ কৰা সংস্কাৰ the ceremony of investing a Brahmin with sacred thread.

**উপনাম** বি. প্ৰকৃত নামৰ পৰিবৰ্ত্তে উপকৰা নাম a nick name.

**উপনায়ক** বি. নাটক বা উপন্যাসৰ অপ্ৰধান নায়ক।

**উপনিবেশ** বি. বেপাৰ বা বসতিৰ কাৰণে এখন দেশৰ পৰা অনেক মানুহ আহি যি ঠাইত বা দেশত থাকে a colony. **উপনিষদ** বি. বেদৰ যি অংশত ব্ৰহ্মবিদ্যা অৰ্থাৎ ঈশ্বৰ সম্বন্ধে বাদানুবাদ আছে, বেদান্ত the theological or argumentative part of the Vedas, Vedanta philosophy.

**উপনিহিত** বিণ. ৰক্ষিত, গচ্ছিত।

**উপনীত** বিণ. উপস্থিত হোৱা, আহি পোৱা arrived at.

**উপন্যাস** বি. সজা গল্প a fiction, কাল্পনিক গদ্য কাব্য a novel.

**উপন্যাসিকা** বি. ক্ষুদ্ৰ অবয়ব বিশিষ্ট উপন্যাস, novelet.

**উপপতি** বি. নাৰীৰ অবৈধ প্ৰণয়ী a paramour. স্ত্ৰী. **উপপত্নি** পুৰুষৰ অবৈধ প্ৰণয়িনী।

**উপপত্তি** বি. যুক্তি, প্ৰমাণ, সিদ্ধান্ত-প্ৰাপ্তি, জ্ঞানলাভ।

**উপপদ** বি. এবিধ সমাস, পূৰ্ব্বপদ the first member of a com pound word.

**উপপাতক** বি. পঞ্চ মহা পাতকতকৈ সামান্য পাপ যেনে, গোবধ, কন্যা বেচা ইত্যাদি a sin inferior in degree to the five maha-patakas.

**উপ-পাতকী** বি. উক্ত পাপ কৰোঁতা, a man who commits a sin of the kind.

**উপপাদ্য** কৃদ. বিণ. যুক্তিৰে প্ৰমাণ কৰিব লগীয়া, মীমাংসা কৰিব লগীয়া to be established by proof or argument, জ্যামিতিৰ প্ৰতিজ্ঞা a theorem.

**উপপ্লৱ** বি. উৎপাত, উপদ্ৰৱ, বৰকৈ মন চঞ্চল হোৱা কাৰ্য্য, বিপদ, অমঙ্গল।

**উপপাপ** বি. উপপাতক a minor sin.

**উপপুৰাণ** বি. ওঠৰখন ঘাই পুৰাণৰ বাজে আন ওঠৰখন পুৰাণৰ নাম। যেনে ১। আদিপুৰাণ। ২। নৃসিংহ ৩। শিৱধৰ্ম্ম পুৰাণ ৪। দুৰ্ব্বাসা ৫। নাৰদ ৬। নন্দিকেশ্বৰ ৭। উশন ৮। কপিল ৯। বৰুণ ১০। শাম্ব ১১। বায়ু ১২। কালিকা ১৩। মহেশ্বৰ ১৪। পদ্ম ১৫। দেৱ ১৬। পৰাশৰ ১৭। মৰীচ ১৮। ভাস্কৰ।

**উপবস্তু** উপ-কাহিনী চোৱা।

**উপবিধি** মূল আইনৰ অন্তৰ্ভুক্ত আন বিধি বা নিয়ম ; by-law.

**উপভাষা** বি. আঞ্চলিক ভাষা a secondary dialect.

**উপভুক্ত** বিণ. ভক্ষিত, ব্যৱহৃত, ভোগ কৰা eaten, used, enjoyed.

**উপভোক্তা** উপভোগকাৰী।

**উপভোগ** বি. ভোগ, ব্যৱহাৰ, দখল, কোনো বস্তু নিজৰ হাতত ৰাখি ইচ্ছামতে কাৰ্য্যত লগোৱা enjoy-ment, possession, **উপভোগ্য** বিণ. ভোগ কৰিব লগা, ব্যৱহাৰ কৰিবৰ যোগ্য to be enjoyed, to be used.

**উপমন্যু** বি. আদৰ্শ গুৰুভক্ত শিষ্য।

**উপমন্ত্ৰী** বি. সহকাৰী মন্ত্ৰী, Deputy Minister.

**উপমাতা** বি. মাতৃস্থানীয়া, মাহী আই, ধাত্ৰী।

**উপমা** বি. তুলনা, সমান, সাদৃশ্য, এবিধ অৰ্থালঙ্কাৰ comparison, resemblance, similarity, a simile. **উপমান** যাৰে সৈতে উপমা দিয়া হয়। **উপমেয়** যাক উপমা কৰা যায় ( চন্দ্ৰমুখ ইয়াত, চন্দ্ৰ—উপমান, মুখ—উপমেয় )।

**উপমিতি** বি. উপমা, সাদৃশ্য জ্ঞান।

**উপযাচ** অক. ধা. নোখোজাকৈ দিব খোজা to offer. বি. **উপযাচন**।

ক্রি. বিণ. **উপযাচি**। **উপযাচক** বিণ. উপযাচি দিওঁতা one who offers to give.

**উপযুক্ত** কৃদ. বিণ. যোগ্য, উপযোগী, অনুৰূপ, সমকক্ষ, পাৰ্গত, ন্যায্য, উচিত fit, worthy, skilled, proper, just. বি. **উপযুক্ততা**।

**উপযুপ** বি. বৃষোৎসৰ্গৰ খুঁটাৰ মূৰত, বৃষৰ আকৃতিত সজা বৃষ।

**উপযোগ** বি. উপযুক্ত বস্তু, প্ৰয়োগ, ব্যৱহাৰ a proper thing, application. **উপযোগী** বিণ. উচিত, যোগ্য উপযুক্ত suitable. fit, qualified. **উপযোগ্য** তুল্য, সমান। বি. **উপযোগিতা** যোগ্যতা, কাৰ্য্যকাৰিতা।

**উপৰ-চেৰীয়া** বিণ. ওপচি পৰা overflowing.

**উপৰতি** (পুঃ অঃ) বি. নিবৃত্তি, বৈৰাগ্য।

**উপৰি** অব্য. অধিক, ওপৰে, বাহিৰে over and above, পূৰ্ব্বৰ, আগৰ former, preceding.

**উপৰীয়া, উপৰুৱা** বিণ. কাৰো সৈতে সম্পৰ্ক নথকা uncertain, having no foundation.

**উপৰুক্ত** ক্রি. বি. আগেয়ে কৈ অহা above mentioned.

**উপৰোধ** বি. অনুৰোধ, প্ৰাৰ্থনা a request.

**উপল** ক্রি. প্ৰস্তৰ, পাষাণ, শিল।

**উপলা** বি. পাথৰ, শিল stone.

**উপৰ্য্যুপৰি** (উপৰি + উপৰি) ক্ৰমান্বয়ে one after another.

**উপলঙ্ঘা** বি. আজ্ঞা ভঙা বা তুচ্ছ কৰা কাৰ্য্য disobedience, contempt.

**উপলব্ধি** বি. অনুভৱ, অনুমান, বোধ perception, inference. **উপলব্ধ** বিণ. অনুভূত, জ্ঞাত।

**উপলক্ষ, উপলক্ষ্য** বি. উদ্দেশ্য, আশ্ৰয়স্থল aim, support, pretence. **উপলক্ষে** ক্রি. বিণ. উদ্দেশ্যে, কাৰণে, নিমিত্তে, with the object of, for the purpose of.

**উপলক্ষণ** বি. সূচনা, চিন।

**উপলক্ষিত** বিণ. চিহ্নিত, সূচিত।

**উপলুঙা** বিণ. পাতল, মানিবৰ অযোগ্য not weighty, worthless.

**উপবন** বি. উদ্যান, বাগিচা grove, garden.

**উপবাস** বি. নেখাই থকা অৱস্থা, লঘোন fast, abstinence from food and drink, পুণ্যৰ কাৰণে পূজা, শ্ৰাধ আদি কৰিবৰ কাৰণে কৰা ব্ৰত a religious fast. বিণ. **উপবাসী**। ক্রি. বি. **উপবাসে**।

**উপবিষ্ট** কৃদ. বিণ. আসন গ্ৰহণ কৰা, বহি থকা seated,

**উপবীত** বি. লগুণ, যজ্ঞসূত্ৰ the sacred thread, যজ্ঞোপবীতেৰে সংস্কৃত।

**উপবেদ** বি. সামান্য বেদ, বেদৰ অংশ বিলাক।

**উপবেশন, উপবেশ** বি. বহা, আসন গ্রহণ act af sitting. **উপবেশিত** বিণ. যাক বহুৱা হৈছে।

**উপশব্দ** বি. বিশেষ্য, সর্ব্বনাম আদি শব্দ বুজোৱা, বস্তুৰ আকৃতি পৰিমাণ আদি বুজাবলৈ ব্যৱহৃত শব্দ, যেনে—খান, ডাল, ফেৰা আদি a particle used after a noun to denote size, shape etc. of the thing.

**উপশম** বিণ. কম হোৱা, হ্রাস হোৱা, শান্ত relaxed, pacified. বি. শান্তি কম পৰা relaxation. **উপশান্ত** কৃদ. বিণ. কম পৰা, স্থিৰ relaxed. **উপশমিত** বিণ. উপশান্ত।

**উপশান্ত** বি. উপশম, হ্রাস হোৱা diminished.

**উপশান্তি** বি. হ্রাসতা, ন্যূনতা, উপশম, diminution.

**উপসভাপতি** বি. সহকাৰী সভাপতি vice president.

**উপসংহাৰ** বি. যি ঠাইত কোৱা বা লিখা বিষয়ৰ শেষ হয়, শেষ conclusion, end.

**উপসর্গ** বি. ৰোগৰ আনুষঙ্গিক অসুখ a sympathetic disease. (ব্যাকৰণত) প্র, পৰা, অপ, সম, আদি, যিবোৰ অব্যয় ধাতুৰ আগত বহি ধাতুৰ অর্থৰ পৰিবর্ত্তন কৰে prefix.

**উপসন্ন, উপসন্ন** (পু. অ.) বিণ. উপস্থিত, বৃদ্ধি হোৱা, শ্রীবৃদ্ধি।

**উপসাগৰ** বি. প্রায় চাৰিওফালে পাৰ থকা সাগৰৰ অংশ a gulf, a bay.

**উপসুন্দ** বি. নৰকাসুৰৰ সেনাপতি, এজন প্রতাপী দৈত্য (সুন্দ-উপসুন্দ)।

**উপসৃষ্ট** বিণ. মিলিত, ব্যাপ্ত উপসর্গ-যুক্ত।

**উপস্থ** বি. গুপ্ত অঙ্গ, লিঙ্গ বা যোনি the genital organ. বিণ. সমীপস্থিত।

**উপস্থাপক** বিণ. প্রস্তাবক। **উপস্থাপন** প্রস্তাবন।

**উপস্থাপিত** বিণ. আনীত, প্রস্তাবিত। **উপস্থাপয়িতা** প্রস্তাব কর্ত্তা।

**উপস্থিত** কৃদ বিণ. ওচৰত বা আগত থকা, আহি পোৱা, বর্ত্তমান present existing. **উপস্থিত বুদ্ধি** প্রত্যুৎপন্নমতি। **উপস্থিতি** বি. বর্ত্তমানতা, হাজিৰা, আগমন।

**উপস্বত্ব** বি. সম্পত্তিৰ পৰা পোৱা আয় revenue, profit derived from land or capital.

**উপহত** বিণ. বিনষ্ট, আহত।

**উপহাৰ** বি. উপঢৌকন, সম্মান কৰি দিয়া বস্তু বা ভেঁটী present, দেৱতাক দিয়া নৈবেদ্য an offering to god.

**উপহাস, উপহাস্য** বি. পৰিহাস, লোকক হঁহা কাৰ্য্য, নিন্দা, ইতিকিং joke, ridicule.

**উপহিত** বিণ. গৃহীত, অৰ্পিত, ন্যস্ত।

**উপাক্-পাক্** বি. বিমোৰ, টান পাক a complication. বিণ. ৰবকৈ মেৰ খোৱা, অকোৱা-পকোৱা, complicated.

**উপাখ্যান** বি. কাহিনী, গল্প, পুৰাণ-কাহিনী a moral tale, story, historical narrative.

**উপাঙ্গ** বি. সৰু অঙ্গ, নখ চুলি আদি minor limb.

**উপাচাৰ্য্য** বি. আচাৰ্যাৰ সহকাৰী, বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য, vice-chancellor.

**উপাদান** বি. কোনো বস্তুৰ মূল কাৰণ, বস্তুৰ মূল পদাৰ্থ matter, the matter or elementary cause, যেনে—ঘটৰ উপাদান মাটি।

**উপাদেয়** বিণ. লবৰ যোগ্য, অতি উত্তম fit to be taken, excellent.

**উপাধ্যক্ষ** বি. সহকাৰী অধ্যক্ষ, vice-principal.

**উপাধান** বি. গাৰু pillow.

**উপাধি** বি. খিতাপ, বংশ-পৰিচায়ক নাম, সম্মান-বুজোৱা নাম a title, an appellation of honour, গুণ quality. **উপাধিক** (পুঃ অঃ) শ্ৰেষ্ঠ, মনোৰম।

**উপাধ্যায়** বি. শিক্ষক, আচাৰ্য্য, পঢ়াওঁতা a teacher.

**উপান্ত** বিণ. নষ্ট, উচ্ছন্ন ruined, laid waste, শেষ আখৰৰ আগত থকা last but one, penultimate.

**উপাম** বি. তুলনা comparison.

**উপায়** বি. অভীষ্ট সিদ্ধিৰ প্ৰণালী means, কৌশল expedient, ধন-বস্তু property, চেষ্টা effort, প্ৰতিকাৰ remedy. **উপায়হীন** নিৰুপায়, নিঃসহায় without means, helpless. **উপায়ান্তৰ** আন উপায়।

**উপায়ন** উপহাৰ, পাৰিতোষিক, ভেঁটী।

**উপাৰ্জ্জন** বি. ঘটন, অৰ্জ্জন, পৰিশ্ৰম কৰি পোৱা লাভ act of earning, earnings. কৃদ. বিণ. **উপাৰ্জ্জিত** ঘটা, পৰিশ্ৰম কৰি লাভ কৰা earned.

**উপাৰি** অক. ধা. উৎপাৰি, উভালি digging up.

**উপালম্ভ** বি. দুৰ্ব্বাক্য, অসম্মান, গালি, উপহাস disrespect, abuse, joke.

**উপাস** সক. ধা. পূজা কৰ, সেৱা কৰ, ভক্তি কৰ worship, serve, adore. **উপাসক** বি. সেৱক, পূজা কৰোঁতা one who serves, worshipper. **উপাসনা** বি. আৰাধনা, সেৱা, পূজা worship, prayer,

**উপাসনা** বি, সেৱা, ভাৱনা, খাটনি dependence, service. কৃদ. বিণ. **উপাসিত** পূজিত worshipped. **উপাস্য** পূজাৰ যোগ্য, পূজ্য fit to be worshipped.

**উপাস্থি** বি. কোমল হাড় cartilage.

**উপেন্দ্র** বি. বিষ্ণু Visnu.

**উপেক্ষা** বি. তুচ্ছজ্ঞান, অনাদৰ, ঘৃণা contempt, disregard, অবহেলা neglect. কৃদ. বিণ. **উপেক্ষিত** অবহেলিত যাক গ্ৰাহ্য কৰা নহয়। **উপেক্ষণীয়** উপেক্ষাৰ যোগ্য।

**উপেক্ষি** ( পু. অ. ) অস. ক্রি. উপেক্ষা কৰি, ত্যাগ কৰি।

**উফল** অক. ধা. বাঢ়, উখহ to swell.

**উফা** অক. ধা. সিজি ডাঙৰ হৈ অধিক হ, ওফন্দ, বাঢ় increase in volume, swell.

**উফাইভাং** বি. ডাক্কোপ। অক. ধা. উফাইডাং মাৰ।

**উফি** বি. মুৰৰ ছাল ছিগা আৰু খজুওৱা এবিধ ৰোগ dandriff.

**উবৰ** সক. ধা. মান্য মানুহৰ কথা লুটিয়াই পেলা, মান্য লোকৰ কথা নেৰাখ disregard.

**উবাজুৰা** বি. ওপৰা উপৰি, হুলস্থূল confusion, bustle.

**উবাৰ** বিণ. শূন্য, উচ্ছন্ন, শেষ, ছন পৰা desolate, entirely destroyed, laying waste. সক. ধা. অগ্ৰাহ্য কৰা disregard, disobey.

**উবুৰি** বিণ. লুটি খোৱা, মুখ আৰু পেট তল কৰি পৰা বা শোৱা fallen or lying with the face downward. **উবুৰি-খা, উবুৰিখাই ধৰা** অতি যত্নেৰে সময় কৰা। **উবুৰিখাই পৰা** হেঁচা মাৰি ধৰা। **উবুৰি হৈ পৰা** আত্ম নিবেদন কৰা, নত হৈ পৰা, সম্মান দেখুওৱা। **উবুৰি হ** অক. ধা. উপৰ ফাল তলহৈ পৰ, লুটি খা। সক. ধা. **উবুৰিয়া** ওপৰৰ ফাল বা মুখৰ ফাল তল কৰ।

**উভং** বিণ. লাজ লগা, অভদ্ৰ, অবাচ্য shameful, obscene, improper.

**উভ** বিণ. উভয়, দুজন both **উভচৰ** বি. যি পানী আৰু মাটি উভয়তে বিচৰণ কৰিব পাৰে। যেনে— ভেকুলী, কাছ ইত্যাদি।

**উভঙা** বিণ. ওভোতা, নিষ্ঠুৰ নোহোৱা খহটা, আসুৰিক rough unkind.

**উভত গোৰে** ক্রি. বিণ. ভৰি ওভোতা কৰি তলমূৰ কৰি।

**উভতা** ( পু. অ. ) ওভোতা।

**উভতি** অস. ক্রি. উলটি। বি. আমনি, দুষ্টালি annoyance. **উভতিনাচ** বৰকৈ দুষ্টালি কৰ।

**উভ নাঙট** বিণ. কানি-কাপোৰ নোহোৱা bare, nacked.

**উভলি** অস. ক্রি. উভালি, উখালি।

**উভয়** বিণ. দুই, দুয়ো both. **উভয়-**

ভাৰতী বি. শঙ্কৰাচাৰ্য্যৰ প্ৰতিযোগী মণ্ডণ মিশ্ৰৰ বিদুষী ভাৰ্য্যা। **উভয় সঙ্কট** বি. আগ পাছ দুয়োফালে বিপদ danger on both sides.

**উভকোল, উভয়কোল** ( পু. অ. ) ইফালে সিফালে ভেদি যোৱা piercing through.

**উভৰ** অক. ক্রি. উভল, উভালি পৰ। **উভল** অক. ধা. শিপা ছিঙি কাতি হৈ পৰ, উভালি পৰ to be uprooted.

**উভলি** বি হাল বোৱা মাটি বা সীৰলুৰ মুৰ। **উভলিমুৰত** সকলো কাম হৈ যোৱাৰ পাছত।

**উভয়লিঙ্গ** বিণ. স্ত্রীলিঙ্গ, পুংলিঙ্গ উভয়তে ব্যৱহৃত, common gender.

**উভহঁা** বি. কাঠ আদি চাঁচোঁতে ওখ আৰু জোঙা হৈ ৰৈ থকা অংশ। আপত্তি, আসেঁাৱাহ objection.

**উভাৰ, উভাল** সক. ধা. তোল, উভাল to uproot. বি. **উভৰা**। অস. ক্রি. উভাৰি।

**উভীয়া** বিণ. চৰীয়া, ঠৰঙা, যুক্তি নুগুনা rough, unreasonable.

**উভৈনদী** বিণ. অশেষ, বৈ বৈ যোৱা, প্ৰচুৰ inexhaustible, abundant.

**উম** ( সং-উষ্ম ) বি. তপত গুণ warmth, সামান্য তাপ gentle heat.

**উমনি** বি. চৰাইয়ে কণীৰ বা পোৱালীৰ ওপৰত পৰি তাপ দিয়া কাৰ্য্য the act of sitting upon eggs, or young, incubation. **উমনি দে**, উমুৱা কণী জগিবৰ কাৰণে চৰাইক উমাবলৈ দে, **উমনি ল**, উমনিত পৰ পোৱালী জগাবৰ কাৰণে কণীৰ ওপৰত পৰি তাপ দে।

**উমৰ** ( আৰ্‌বী ) বি. বয়স age.

**উমল** ( অক. ধা ) ওমল, খেমালি কৰ to play.

**উম্‌ঘাম** বি. উমান, অনুসন্ধান, ভু-ভা slight notice, চেষ্টা, উদ্যোগ endeavour, preparation.

**উম্‌ৰা, উম্‌ৰাও** বি. ( হি.-উম্‌ৰা ) ডাঙৰ লোক, ভাল মানুহ।

**উমা** সক. ধা, কণীৰ বা পোৱালীৰ ওপৰত পৰি তাপ দে to brood on. বি. পাৰ্ব্বতী the wife of Siva. **উমাই, উমাই** ক্রি. বিণ. বৰকৈ নজলাকৈ।

**উমাকান্ত** বি. উমাৰ গিৰিয়েক, মহাদেৱ name of Siva,

**উমাজাল** বি. জুইৰ সামান্য তাপ gentle heat of fire. ক্রি. বিণ. উমাজালে উমাই উমাই।

**উমান** বি. গম, আঁটকাল, সঁহাৰি a conjecture.

**উমানন্দ** বি. গুৱাহাটীৰ ওচৰত ব্ৰহ্মপুত্ৰৰ মাজত থকা এটা পৰ্ব্বত আৰু তাৰ ওপৰত থকা শিৱলিঙ্গ।

**উমি-উমি** বিণ. অতি অলপ slightly warm. ক্রি. বিণ. অলপ অলপকৈ।

**উমেদাৰ** বি. কাম পাবৰ নিমিত্তে

আশা কৰি এনেই বা অলপ বেতন লৈ কাম কৰা মানুহ a probationer, an apprentice. উমেদাৰি কাম পাবৰ আশাকৰি খটা বা কাম কৰা।

উমৈনি ( কথ্য ভাষা ) উমনি চোৱা।

উমেশ বি. উমাৰ স্বামী, সদাশিৱ Siva.

উমৈহত বি. দুই বা অধিক জনৰ অধিকাৰ common possession by two or more persons. উমৈহতীয়া বিণ. দুই বা অধিক লোকৰ স্বত্ব বা অধিকাৰ থকা।

উৰ্ সক. ধা. গাত ল, পিন্ধ to put on. বি. উৰা, উৰণ গাত কাপোৰ পিন্ধা কাৰ্য্য।

উৰঃ বি. বক্ষস্থল, বুকু the breast.

উৰগ বি. যি বুকুৰে যায়, যাইকৈ সাপ a reptile, especially a snake.

উৰণ বি. গাত কাপোৰ পিন্ধা কাৰ্য্য act of putting on, উৰাকাৰ্য্য। উৰত বি. কৰঙন thigh উৰল ( কথ্য ভাষা ) উৰাল চোৱা।

উৰস্থল বি, বুকু the breast.

উৰহ অক, ধা পগাওঁতে বা সিজাওঁতে অধিক তাপ পাই ধুপি বেয়া গোন্ধা। বি. চাৰি-পাটি, কাপোৰ আদিত থকা এবিধ দুৰ্গন্ধ আৰু তেজ খোৱা পোক a bed-bug.

উৰহা স. ধা. পাগি জোল কৰ, melt by boiling ; কৃদ. বিণ. ডেই বেয়া গোন্ধোৱা, scorched or burnt in boiling.

উৰহী বি. এবিধ লতা আৰু তাৰ ছেই bean.

উৰহীৰ ওৰ জটিল বা কবলগীয়া কথাৰ মূল বা ৰহস্য।

উৰাই-ঘুৰাই ক্ৰি. বিণ. বৰকৈ আৰু ঘনে ঘনে forcibly and repeatedly.

উৰাল বি. বহল মুখেৰে এবিধ খুন্দা যতন a mortar. উৰাল-মাৰি বি. উৰালত বস্তু খুন্দা কাঠৰ টাঙন, a pestle.

উৰি বি. অন্ত, শেষ।

উৰি-আপ্ৰাণী বি. থান থিত নথকা বা দুখীয়া মানুহ a poor or helpless man.

উৰিপাক বি. বেগে থাকি আকৌ বেগেৰে উলটি অহা turning round quickly.

উৰিয়া বি. উৰিষ্যা দেশৰ অধিবাসী inhabitant of Orissa.

উৰিয়াম বি. এবিধ ওখ ডাঙৰ সুকাঠী গছ a kind of tree.

উৰুক মুৰুক ( পু. অ. ) উলহমালহ, খৰখেদা।

উৰুকা বি. কোনো উৎসব আমোদ দিনৰ আগদিন, বিহুৰ আগদিন the day previous to any festival specially in Bihu.

উৰুক্ৰম বি. বিষ্ণু, বিষ্ণুৰ বামন অৱতাৰ।

**উকথ** অক.ধা. চালেদি সৰকি বৰষুণৰ পানী পৰ to leak, as the roof of a house. বি. **উকথনি** চালেদি সৰকি পৰা বৰষুণৰ পানী।

**উৰুগা** বি. বিষ্ণু, বামনদেৱ।

**উকজা** বিণ. নিৰানন্দ, মানুহ নথকা বা কম হোৱাৰ কাৰণে পাতল লগা, lonely, cheerless.

**উৰুমি** বি. মতা পাৰ চৰাইৰ মাত cooing of a pigeon,

**উৰুলি** বি. উৎসৱ বা মঙ্গল কাৰ্য্যত তিৰোতাই জিভা লৰাই কৰা শব্দ।

**উৰুলি-পুজা** বি. ৰৰশাৰ পুঙাৰ দৰে অস্থিৰ বা চেলুচেলীয়া মানুহ, থিতাপি হৈনথকা মানুহ a vagrant, loafer.

**উৰুলীকৃত** বিণ. কোনো কাম কৰিবলৈ আগ্ৰহ বা ৰঙ্গেৰে আগবঢ়া eager or ready to do with pleasure. আনন্দিত pleased.

**উৰেণ তেকীয়া** বিণ. ( কথ্য-ভাষা ) উৰিব পৰা হোৱা ( যেনে :—উৰেণ-তেকীয়া পাৰ ) full fledged.

**উৰেষা** বি. উৰিষ্যা দেশ Orissa. **উৰেষাবৰ্ণন** ব্ৰহ্মপুৰাণ চাই শঙ্কৰদেৱে লিখা এখনি পুথি, ইয়াত উৰিষ্যাত জগন্নাথৰ মূৰ্ত্তি স্থাপন আৰু শ্ৰীক্ষেত্ৰৰ তীৰ্থবোৰৰ কথা লিখা আছে।

**উৰ্ণনাভ** বি. মকৰা, spider.

**উৰ্দ্দু** বি. মূল হিন্দীৰ লগত বহুত আৰৱী আৰু ফাৰ্চী শব্দ মিহলি হৈ উৎপত্তি হোৱা ভাষা।

**উৰ্ফাল** বি. জাঁপ, বান্ধৰ পৰা এৰাবৰ কাৰণে হঠাৎ মৰা জাঁপ a jump with sudden jerk.

**উৰ্ব্বৰা** বিণ. সাৰ থকা, সাৰুৱা fertile.

**উৰ্ব্বশী** বি. স্বৰ্গৰ অপেশ্বৰী সকলৰ এজনা প্ৰধান অপেশ্বৰী।

**উৰ্ব্বী** বি. পৃথিবী the earth.

**উমুলি** বি. বান্ধৰ পৰা এৰা দিবলৈ চেষ্টা an attempt to free one's self from a grasp.

**উৰ্ম্মাল** বি. বুকুৰ লোম hairs of the breast, **কমাল** handkerchief.

**উল** ( ইং wool ) বি. পছম, পশু-লোম।

**উলঙ্গ, উলঙ্গত** বিণ. গাত বস্ত্ৰ নথকা, নাঙঠ naked.

**উলঙ্ঘ, উলংঘ** সক. ধা. অৱজ্ঞা কৰ, তুচ্ছ জ্ঞান কৰ, disobey, disregard. বি. **উলঙ্ঘা, উলংঘা**।

**উলট-পালট** 'ওলট-পালট' চোৱা।

**উলটি** অস. ক্রি. ঘূৰি, ফিৰি, আকৌ লুটিখাই returning, turning back, again.

**উলহ মালহ** বি. আনন্দত অস্থিৰ হোৱা অৱস্থা joyful haste.

**উলহৰ-মাদলি** আনন্দত উত্ৰাৱল হৈ থকা মানুহ ever [illegible].

**উলাই** বি. তুচ্ছ বা সামান্য জ্ঞান

contempt, disregard. **উলাই কৰ** সক. ধা. উলঙ্ঘা কৰ, তুচ্ছ জ্ঞান কৰ to disregard.

**উলামুলা** বিণ. অপাত্র, এলাপেচা, সামান্য ordinary, common. ক্রি. বিণ. **উলামুলাকৈ**।

**উলাৰ** বিণ. আগফালে দাং খাই যোৱা over loaded on the backside.

**উলাহ** বি. আনন্দ, ৰং, সন্তোষ delight, pleasure. সক. ধা. অলপকৈ দাং বা তোল to lift or raise slightly. **উলাহ মাৰ** দাঙিবৰ কাৰণে ওপৰলৈ টান বা চিপ মাৰ attempt to lift up. **উলাহ-বিলাহ** বি. ৰং ধেমালি।

**উলি** ( পু. অ. ) নির্ম্মল ruin, তত্ত্ব, জ্ঞান truth, sense.

**উলিয়া** সক. ধা. উল্লেখ কৰ, বাহিৰ কৰ to bring out, bring forward, প্রকাশ কৰ to expose, উপার্জ্জন কৰ to earn, **উলিয়াই দি** বাহিৰ কৰি দে, ঘৰৰ পৰা ছোৱালী বিয়া দি উলিয়াই দে give out, give away in marriage.

**উলুং-পাতলা** বিণ. চঞ্চল, অস্থিৰ fickle, unsteady. **উলুং-পুলুং** পুলুং পালাং, কামৰ পৰা গা সাৰিবলৈ ছল চোৱা the act of stirring about and doing nothing, inattention.

**উলুকা** বি. উল্কা, জোঁৰ।

**উলুপী** বি. নাগকন্যা আৰু অর্জ্জুনৰ ভাৰ্য্যা।

**উলু** বি. ঘৰ ছোৱা বন the thatching grass. **উলুক** বি. ফেঁচা, owl, শকুনিৰ পুতেক। **উলু-ল** অক. ধা. খৰিকা ল, খোৱাৰ পাছত দাঁত খৰিকোৱা pick the teeth after eating.

**উলু-পিত্‌কা** উলুবন ( সক অৱস্থা )

**উলুবনি** বি. উলুবনৰ হাবি।

**উলুৱা-ফেঁচা** বি. শেন জাতীয় এবিধ চৰাই।

**উল্কা** বি. জোঁৰ a torch, আকাশৰ পৰা তললৈ নামি অহা জোঁৰৰ নিচিনা এটা দীপ্তি a meteor.

**উল্কাপাত** বি. আকাশৰ পৰা জোৰৰ নিচিনা বস্তুৰ পতন the fall of a meteor. **উল্কাপিণ্ড** আকাশৰ পৰা আহি মাটিত পৰা উল্কাৰ আদি ভাগ a meteoric stone.

**উল্‌মুলা** সক. ধা. মিঠা কথা কৈ মন ভুলা বা চঞ্চল কৰা persuade by sweet words বি. **উলমুলনি**।

**উল্লঙ্ঘন, উলঙ্ঘন** বি. অৱজ্ঞাকৰণ disobedience, সীমা অতিক্রম কৰা encroachment.

**উল্লাল, উল্লোল** (পু. অ.) আন্দোলন, হেন্দোলনি।

**উল্লাস** বি. আনন্দ, আমোদ, ৰং delight. সক. ধা. ওপৰলৈ তোলা

raise upwards. কৃদ. বিণ. **উল্লাসিত** আনন্দিত delighted.

**উল্লিখিত** কৃদ. বিণ. আগেয়ে বা ওপৰত লিখা বা কোৱা written above, aforesaid.

**উল্লেখ** বি. প্ৰস্তাৱ, ব্যক্ত কৰা কাৰ্য্য mention, allusion.

**উৱৰ** ( পু. অ. ) উপৰ।

**উৱল** অক. ধা, ফাটি ওলমি যা, গেলি বা পচি এৰাই যা to be torn to pieces.

**উৱা** অব্য. বিস্ময় প্ৰকাশক মাত exclamation of surprise.

**উৱা** বি. গুপ্ত কথাৰ অলপ সম্বাদ a clue. **উৱাদিহ** বি. কোনো গুপ্ত কথা বা বস্তুৰ জ্ঞান উদ্দেশ a clue, **উৱাভুৱা** কথাৰ আগগুৰি particulars of any subject.

**উৱাৰ** বি. যি ঢাকি বা বেৰি ৰাখে, গাৰু আদিৰ গিলিপ a cover (পু. অ.) হাউলি।

**উৱাহ** বি. উশাহ শব্দৰ অপভ্ৰংশ।

**উৰে-কাঠ** বেগতে জুই জলাব পৰা এবিধ কাঠ, a kind of inflammable wood.

**উশাহ** বি. নিশ্বাস, জন্তুৱে শৰীৰৰ ভিতৰলৈ সুমুৱা আৰু বাজলৈ উলিওৱা বায়ু breath, জীৱ life, জিৰণি, বিশ্ৰাম relief, rest, ধৈৰ্য্য patience. **উশাহ-টান** দীঘলকৈ উশাহ ল, মৰণৰ ওচৰ চাপ। **উশাহ-নিশাহ** নিশ্বাস প্ৰশ্বাস।

**উশীনৰ** বি. এজন ৰজাৰ নাম।

**উশ্বাস** বি. নাক মুখৰ পৰা ওলোৱা বায়ু।

**উষা** বি. নিচেই পুৱাৰ সময়, থল পুৱা দোক-মোকালি the early morning, the dawn, বাণৰজাৰ জীয়েক। **উষা-পটেশ্বৰী** ৰূপৱতী-তিৰোতা, অনিন্দ্য সুন্দৰী। **উষা-যাত্ৰা** নিচেই ৰাতিপুৱাতে যাবলৈ ওলোৱা।

**উষ্ট্ৰ** বি. উট camel.

**উষ্ণ** বি. তপত hot, তাপ heat বি. **উষ্ণতা**।

**উষ্ণীষ** বি. পাগুৰি a turban.

**উষ্ম** বি. জহকাল the hot season, গৰম hot.

**উষ্মা** বি. খাবৰ ইচ্ছা, হেঁপাহ increase of appetite or desire, খং anger.

**উস্**, **উহ্** অব্য. দুখ বা আশ্চৰ্য্য ভাব বুজোৱা মাত an exclamation of pain or surprise.

**উস্মিস্** ( পু. অ. ) বি. গোলমাল confusion.

**উহ্** বি. পানীৰ পুং, মাটিৰ তলৰ স্বাভাৱিকতে পানী ওলোৱা বাট বা বিন্ধা, ভুমুক a spring, গুপ্ত কথাৰ উৱাদিহ a clue, অক. ধা. **উহ-দি** মাটিৰ তলৰ পৰা জৰি ওলোৱা to spring up, গুপ্ত ভাবে অলপকৈ প্ৰকাশ হ...

**উহ ল** গুপ্ত ভাবে বুজ ল, মাটিৰ

ভলৰ পৰা জৰি ওলা। **উহনি** বি. অধিক ভুমুক থকা ঠাই, সিজোৱা ধানৰ ভাপ warm vapour, তাপ warm sensation. **উহমুহি** বি. উকমুকনি।

**উহল** (অক. ধা.) অলপকৈ উখহা to swell.

**উহা-চাউল** বি. ধান উহৰাই তাৰ পৰা কৰা চাউল।

**উহা-ধান** বি. টৌ বা কেৰাহীত জুইৰ তাপত ফাত মেলাকৈ গৰম কৰি, ৰদত শুকুৱা ধান।

**উহুঁ** অব্য. অমান্তি বুজোৱা মাত, নহয় a word expressing negation, no.

**উহোৱা** বিণ. লোণ, মচলা নিদিয়াকৈ সিজোৱা cooked without salt or seasoning.

**উহোৱা-জবৰা** বি. লোণ, মচলা নিদিয়াকৈ শুদা পানীত সিজোৱা শাক পাচলি vegetables of sorts cooked without any seasoning.

**উহ্য, উহ্য** উল্লিখিত নহলেও যিটো বুজিব পাৰি understood.

—০—

# ঊ

**ঊ** স্বৰবৰ্ণৰ ষষ্ঠ আখৰ the sixth letter of the vowel, আঁতৰত থকা মানুহক মতা মাত।

**ঊঢ়ন** বি. উঠন grown up, কন্যা-কাল হোৱা having attained puberty.

**ঊঢ় যা** অ. ধা. মতা মাইকী একেলগ হোৱা বা বহ খোৱা, to copulate.

**ঊঢ়া** বি. বিয়া দিয়া married.

**ঊণ** বি. জন্তুৰ নোমৰ পৰা হোৱা সূতা wool. বিণ. **ঊণী** ঊন নিৰ্ম্মিত।

**ঊণতা** কমহোৱা কাৰ্য্য।

**ঊদ্‌কাই** বি. ঊৰ্দ্ধশ্বাস, কফ উঠি নিশ্বাস লোৱাত কষ্ট হোৱা ৰোগ the asthma.

**ঊধ** অক. ধা. ওপৰলৈ উঠ, আকাশৰ ফালে যা to rise. সক. ধা. **ঊধা** ওপৰলৈ উঠা।

**ঊধামুধা** বিণ. বিশৃঙ্খলা, বিবেচনা নকৰা done at random. ক্রি. বিণ. **ঊধামুধাকৈ** indiscriminately. **ঊধৰপৰা মুধলৈ** ক্রি. বিণ. এমূৰৰ পৰা আন মূৰলৈ from one end to other. **ঊধ্‌ মুধ্‌** আগগুৰি all particulars.

**ঊন** বিণ. কম, হীন less in size, a number or quality.

**ঊনানবৈ** বি. নবৈৰ এক কম eighty nine, সেইদৰে ঊনত্রিশ, ঊন চল্লিছ, ঊনপঞ্চাশ, ঊনষাঠি, ঊনসত্তৰ।

**ঊনাশী** বি. আশীৰ এক কম seventy-nine.

**ঊনৈশ, ঊনৈছ** বি. একুৰিতকৈ এক কম nineteen.

**উনৈশ-বিশ, উনৈছ-বিছ** বি. অতি সামান্য প্ৰভেদ, অলপ ইফাল সিফাল a very slight difference.

**উনৈশত ( উনৈছত ) বা বলা** বৰ জোৰেৰে বতাহ বলা to blow with full force, বৰকৈ উত্ৰাৱল হোৱা to be in great excitement.

**উৰত** বি. কৰঙন the thigh. বিণ. উৰতীয়া।

**উৰু** বি. আঁঠুৰ ওপৰ ভাগ, কৰঙণ the thigh.

**উৰুমি** বি. কোৰ্হাল, দন্দৰ-শব্দ a noise of a quarrel.

**উৰ্ণনাভ** মকৰা, spider.

**উৰ্ণা** বি. লোম wool.

**উৰ্দ্ধ, উৰ্দ্ধ** বি. ওপৰ, ওপৰ দিশ the above, ওখ ঠাই height. বিণ. ওখ, ওপৰৰ, প্ৰধান ঠাই high, elevated superior. **উৰ্দ্ধগতি** ওপৰলৈ গমন, উঠন ascent, rising up. **উৰ্দ্ধগামী** ওপৰলৈ যোৱা rising up, going up. **উৰ্দ্ধদৃষ্টি** ওপৰলৈ চোৱা কাৰ্য্য the act of looking upwards.

**উৰ্দ্ধ-পাতন** তাপৰ দ্বাৰা কঠিন পদাৰ্থক গেচীয় অৱস্থালৈ পৰিৱৰ্ত্তিত কৰি পুনঃ কঠিন অৱস্থালৈ নিয়া কাৰ্য্য sublimation.

**উৰ্দ্ধপুণ্ড্ৰ** বি. চেলাউৰিৰ মাজৰ পৰা ওপৰলৈ লোৱা দীঘলীয়া ৰেখা a long mark from eye brows to hair by the Hindus on the forehead.

**উৰ্দ্ধপুৰুষ** উপৰি পুৰুষ, পূৰ্ব্বপুৰুষ, ancestor. **উৰ্দ্ধবাহু** ওপৰলৈ হাত দঙা raising the arms upwards. **উৰ্দ্ধৰেতা** জিতেন্দ্ৰিয় wholly subduing the passion for a woman. **উৰ্দ্ধলোক** স্বৰ্গ paradise, higher sphere.

**উৰ্দ্ধশ্বাস** ধাই asthma, অতিশয়, পৰিশ্ৰম বা দৌৰাত উধাতু হোৱা। ক্ৰি. বিণ. **উৰ্দ্ধশ্বাসে**। **উৰ্দ্ধস্থ** ওপৰত থকা placed on high. ক্ৰি. বিণ. **উৰ্দ্ধে**।

**উৰ্ব্ব** বি. এজন মুনিৰ নাম, এওঁ নিজৰ উৰুৰ ওপৰতে হোম পুৰি মহাবীৰ্য্যবান পুত্ৰ উৰ্ব্ব মুনিক জন্ম দিয়ে, the name of a sage.

**উৰ্ম্মি** বি. পানীৰ ঢৌ wave, শোক দুখ আদিৰ উত্তেজনা mental distress or agitation, ৰাগ আদি ৰিপু।

**উৰ্ম্মিৰোল** কোঢ়াল।

**উৰ্ম্মিলা** বি. জনক ৰজাৰ কন্যা আৰু লক্ষ্মণৰ ভাৰ্য্যা।

**উৰ্ম্মিলি** কোঢ়াল loud noise.

**উষসী** বিণ. প্ৰভাতী, ৰূপৱতী, পৰম সুন্দৰী।

**ঊষা** বি. ব্ৰাহ্ম-মুহূৰ্ত্ত, প্ৰত্যূষ, বেদোক্ত দেৱী বিশেষ।

**উহিনী** সমবায়, সমষ্টি on assemblage, collection.

**উহ্য** বিণ. অনুক্ত understood, অনুমেয়

—o—

# ঋ

**ঋ** স্বৰবৰ্ণৰ ৭ম আখৰ the seventh letter of the vowels. বাঙ্গৰ সাতোটা সুৰৰ এটা।

**ঋক্, ঋচ্** বি. ঋগ্বেদ the Rig-veda, ঋগ্বেদৰ মন্ত্ৰ।

**ঋগ্বেদ** বি. আদি বা প্ৰথম বেদ।

**ঋচিক** বি. বিশ্বামিত্ৰৰ বাপেক গাধি ৰজাৰ কন্যা সত্যৱতীৰ স্বামী আৰু যমদগ্নিৰ বাপেক এজন ঋষি।

**ঋজু** বিণ. পোন, থিয় straight, হোজা, সৰল honest, upright, সহজ easy. বি. **ঋজুতা**।

**ঋণ** বি. ধাৰ debt. **ঋণগ্ৰস্ত** ধাৰত পোত যোৱা involved in debt. **ঋণ-পত্ৰ** বি. ধাৰ কৰোতে লিখি দিয়া কাকত, খত, দলিল, a bond.

**ঋণমুক্ত** বিণ. যি ঋণ পৰিশোধ কৰিছে। বি. **ঋণমুক্তি**।

**ঋণী** বিণ. ধৰুৱা indebted.

**ঋতু** বি. তিৰোতাৰ মাহেকীয়া স্ৰাব the menstrual or monthly discharge of a woman, লক্ষণ অনুসৰি কৰা বছৰৰ ভাগ, বছৰত ছটা ঋতু যেনে—চ'ত-বহাগ, বসন্ত; জেঠ-আহাৰ, গ্ৰীষ্ম; শাওণ-ভাদ, বৰ্ষা; আহিন-কাতি, শৰৎ; আঘোণ-পুহ, হেমন্ত; মাঘ-ফাগুন, শীত, a season.

**ঋতুপতি** বি. বসন্তকাল the spring.

**ঋতুপৰ্ণ** বি. অযোধ্যাৰ এজন ৰজা।

**ঋতুকাল** ৰজস্বলা সময় the time of menstruation.

**ঋতুমতী** মাহেকীয়া স্ৰাব হোৱা. **ঋতুস্নান** শুচি হবৰ কাৰণে ঋতুমতী তিৰোতাই তিনদিনৰ মূৰত কৰা স্নান। **ঋতু-ৰক্ষা, ঋতু-পালন** তিৰোতা ৰজস্বলা হোৱাৰ পিছত সন্তান হবৰ কাৰণে স্বামীৰ ভাৰ্য্যাৰ লগত সহবাস কৰা কাৰ্য্য, the cohabitation of a husband with his wife after her monthly course. **ঋতুৰাজ** বসন্তকাল the spring. **ঋতু-সংহাৰ** বি. কবি কালিদাসৰ এখন কাব্য।

**ঋতু-হৰিতকী** বি. ছটা ঋতুত সৈন্ধৱ, চেনি, মৌ আদি একোটা বিভিন্ন অনুপানেৰে খোৱা হৰিতকী বা শিলিখা, the myrobalon to be eaten in different seasons with different substance.

**ঋত্বিক, ঋত্বিজ** পুৰোহিত priest.

**ঋদ্ধি** বি. সমৃদ্ধি, উন্নতি prosperity. progress, **ঋদ্ধ** সমৃদ্ধ উন্নতি সম্পন্ন।

**ঋষভ** বি. ষাঁড়গৰু, ভতৰা a bull.

**ঋষি** বি. মুনি, তপস্বী a sage, a pious and learned man.

**ঋষ্যমুক** বি. দক্ষিণ দেশৰ এখন পৰ্ব্বত, ইয়াতে সুগ্ৰীবে বালীৰ ভয়ত পলাই আছিল।

**ঋষ্য-শৃঙ্গ** এজন ঋষি, দশৰথে এওঁৰ হতুৱাই পুত্ৰ লাভৰ কাৰণে যজ্ঞ কৰাইছিল।

**ঋক্ষ** বি. ভালুক a bear, তৰা, নক্ষত্ৰ, ৰাশি a star, a constellation, **ঋক্ষৰাজ** ভালুকৰ ৰজা, জাম্বুবান।

—o—

**ৠ, ৯ ৡ** এই তিনিটা আখৰ আগত থকা শব্দ অসমীয়াত নাই, সংস্কৃততো অতি কম।

—o—

# এ

**এ** স্বৰবৰ্ণৰ একাদশ আখৰ the eleventh letter of the vowels.

**এঁটা** অক. ধা. কাম কৰি অন্ত বা শেষ কৰা finish.

**এঁহ** অব্য. দুখ, বিৰক্তি বুজোৱা মাত, কেঁকনি an exclamation of pain or disgust.

**এই** সৰ্ব্ব. আগত বা ওচৰত থকা this, **এইজনী** তিৰোতা this woman.

**এইটো** সৰ্ব্ব. আগত বা ওচৰত থকা বস্তু বা প্ৰাণী this being or thing.

**এইপোনে** ক্ৰি. বিণ. এইফালে by this side.

**এইয়া** সৰ্ব্ব. আগত থকা বস্তু বা মানুহ।

**এওঁ** সৰ্ব্ব. আগত বা ওচৰত থকা সমনীয়া লোক বা তিৰোতা this (signifying a man or woman of equal rank)

**এককঁকাল** বিণ. কঁকাললৈকে হোৱা দ বা গভীৰ waist-deep.

**এক** বি. দুইৰ আধা, এটা one. **এক-আনী** বি. চৰতীয়া মোহৰ the coin of one-anna value. **একক** মাত্ৰ এটা, কেবল, unit. **এক-কালীন** এসময়ৰ, এবাৰৰ।

**একচনীয়া** বিণ. এবছৰৰ নিমিত্তে চলতি, এবছৰীয়া annual.

**একচমকা** ক্ষন্তেকীয়া।

**একচিত্ত** বিণ. এটা কথা বা বিষয়ত মন দিয়া with the mind fixed on one thing. ক্ৰি. বিণ. একচিত্তে। বিণ. **একচিত্তীয়া**।

**একচেটিয়া** বিণ. এদনীয়া, এজন বা এদলৰ দখল বা স্বত্বত থকা monopolized.

**একছত্ৰী** বিণ. বহুত দেশ বা ৰজাৰ ওপৰত সম্ৰাট বা চক্ৰবৰ্ত্তী ৰজা হোৱা ruling as an emperor.

**একচ্ছত্ৰী** একমাত্ৰ।

**একজাত, এজাত** বি. নতুন গঢ় বা স্বভাৱ, আনফালৰ বিপৰীত ভাব changed form or character.

**একঠিয়া, একঠীয়া** বিণ. একঠা বা আদ সেৰ ধৰা holding half a seer, দহমুঠি ধৰা।

**একণীয়া** বিণ. বিযুৰীয়া, যোৰৰ এটা নথকা not paired with another, এখন কাণে শুনা, যাৰ এখন কাণ আছে bearing by one ear or having one ear.

**একণীয়া মোৰ** বি. আঠুৰা আদি বোৱা মোৰ।

**একৃতৰ** (একত্ৰ শব্দৰ অপভ্ৰংশ) বিণ. সানমিহলি mixed up.

**একতৰ্ফা** বি. এটা পক্ষক সুধি কৰা সিদ্ধান্ত, এক পক্ষীয় exparte.

**একতা** বি. একগোট, মিল unity, harmony.

**একৃতিয়াৰ** বি. ক্ষমতা, অধিকাৰ এলেকা power, right, jurisdiction.

**একতীয়া** বিণ. এফাললৈ কাতি বা চাপৰ হোৱা এচলীয়া inclining to one side.

**একত্ৰ** বিণ. একগোট, একলগ to be at one place, joined together. বি. **একত্ৰতা**, ক্ৰি. বিণ. **একত্ৰে**।

**একত্ব** বি. এক হোৱা identity.

**এককালীন** বিণ. একেবাৰে যি হয়, এক সময়ত অনুষ্ঠিত।

**একদশা** বি. মৃত্যুৰ পাছত দহ দিনলৈকে দিনে দিনে পিণ্ডদিয়া কাৰ্য্য।

**একদা** অব্য. এসময়ত, কেতিয়াবা।

**একদেও** বি. এজন মাথোন প্ৰধান আৰু উপাস্য দেৱতা, অদ্বিতীয় ঈশ্বৰ one supreme God.

**একদেশ** বি. কোনো এভাগ any portion.

**একদেশদৰ্শী** কোনো বিষয়ৰ একাংশ মাত্ৰ যিয়ে বিবেচনা কৰে, পক্ষপাতী **একদেশদৰ্শিতা**।

**একনায়কতন্ত্ৰ** এজন মাত্ৰ শাসন কৰ্ত্তাৰ নিৰ্দ্দেশ অনুসাৰে চলা শাসন ব্যৱস্থা।

**একনিষ্ঠ** এক বিষয় বা ব্যক্তিত নিষ্ঠাবান, অব্যভিচাৰী। **এক-পত্নী** পতিব্ৰতা, **একপত্নীক** দুনাই বিয়া কৰোৱা নাই। **একৰ** ৪৮৪০ বৰ্গগজ পৰিমিত (মাটি) acre। **একমুখী** সৰল বৈখিক গতিত প্ৰবাহিত।

**একবচন** বি. শব্দৰ বা ধাতুৰ এটা বুজোৱা ৰূপ the singular number.

**একবাক্যে** ক্ৰি. বিণ. বহুত লোকে একমত হৈ in one voice.

**একভিতি** (পু. অ.) বি. একেলগ, একেঠাই together, in the same place.

**একমনা** বিণ. একে কথাতে মন লগোৱা, একচিত্ত having the mind fixed in one object.

**একমাত্ৰ** বিণ. এজন বা এটা মাথোন, যাৰ দ্বিতীয় নাই only one, having no second.

**এককৰঙল** বিণ. কৰঙন পৰ্য্যন্ত তল যোৱা, কঁৰঙনলৈকে হোৱা দ, কৰঙনীয়া।

**একৰাৰ** বি. স্বীকাৰ. কবুল promise, agreement. **একৰাৰ নামা** বি. প্ৰতিজ্ঞা বা চুক্তি কাকত।

**একল** বিণ. অকল, এজন মাথোন alone.

**একলৰা** বি.-গুৰু ভক্ত এজন শিষ্য।

**একলা** বিণ. অকল along, having no companion. **একলাকভীয়া** বিণ. অকলে থাকিবলৈ বা কাম বন কৰিবলৈ ভাল পোৱা unsocial.

**একশৰণ** বি. কেবল এজন দেৱতা বা ঈশ্বৰত শৰণ লোৱা, কেবল এজন গুৰুত ভজা। বিণ. **একশৰণীয়া**।

**একশিৰা** বি. শিৰা বেমাৰ, এটা অণ্ডকোষ উখহি বেদনা হোৱা বেমাৰ orchitis.

**একশেষ** বি. দ্বন্দ্ব সমাস বিশেষ, অতিশয়, চৰম।

**একশেষ দ্বন্দ্ব** বি. দ্বন্দ্ব সমাস বিশেষ।

**একা** ক্ৰি- বিণ. অন্যথা নোহোৱাকৈ, নিশ্চয়ে certainly, without fail, (পুঃ অঃ) অকলে।

**একাংশ** বি. এভাগ, একখণ্ড one share or part.

**একাঁচল** বি. কাপোৰৰ এমূৰ, এক আঁচল end of a cloth.

**একাঁঠু** বিণ. আঁঠুলৈকে তল যোৱা, আঁঠুৰ সমান দ knee deep, আঁঠুলৈকে পোত খোৱাকৈ জাবৰ পেলোৱা অৰ্থাৎ বহুত জাবৰ গোট খোৱা covered with rubbish up to the knee.

**একাকাৰ** বিণ. বিভিন্নতা নথকা, সকলো একে ৰকম হোৱা having the same form, জাতিকুলৰ বাদ বিচাৰ নথকা devoid of distinctions of caste or religion.

**একাকী** বিণ. অকল, লগ নথকা alone, having no companion. স্ত্ৰী. **একাকিনী**।

**একাগ্ৰ** বিণ. এটা কথা বা বিষয়ত আগ্ৰহেৰে লগা, একমনা fixed on one object only, closely attentive. বি. **একাগ্ৰতা** এক বিষয়ত ঐকান্তিক অনুৰাগ, অনন্যচিত্ততা।

**একাগ্ৰচিত্ত** বিণ. একনিষ্ঠ, এক বিষয়ত নিবিষ্ট মন যাৰ। বি. **একাগ্ৰচিত্ততা**। ক্ৰি. বিণ. **একাগ্ৰচিত্তে**।

**একাগ্নী** বি. এপাত মহা অস্ত্ৰ।

**একাঙ্গি** বি. শৰীৰৰ এফাল অবশ হৈ যোৱা বেমাৰ paralysis of one side of the body.

**একাঠী** বিণ. দুহাত দীঘল বা বহল measuring one yard. **একাঠী-চৰা** এখোপ বেছি a degree higher or greater.

**একাচেকা** বিণ. আনতকৈ বেলেগ, বিশেষ ধৰণৰ, অলপতে খং উঠা of a peculiar nature, easily provoked.

**একাচ বিকাচ** বি খুতি-বিখুতিৰ সূক্ষ্ম বিচাৰ consideration of what is pure and what is impure.

**একাজি** বি. বস্তু তুলি থবলৈ চুকিয়া-চুকি কৰি বন্ধা ভিনি ডাল মাৰিৰ যতন a triangular frame used as a shelf.

**একাজী** বিণ. 'অকাজী' চোৱা।

**একাণপতীয়া** বিণ. আন কোনো ফালে কাণ নকৰাকৈ বা একান্তমনে লাগি থকা solely devoted or attentive to one thing.

**একাণ ছুকাণ** বিণ. লাহে লাহে জনাজাত হোৱা gradually becoming public.

**একাতি** বিণ. একফলীয়া, একালৈ হলা inclining to one side.

**একাত্মা** বিণ. অতি আত্মীয় very intimate.

**একাদশ** বি. এঘাৰ eleven. বিণ. এঘাৰ সংখ্যাৰ। একাদশত শুক্র, একাদশত বৃহস্পতি—ভাগ্য সুপ্রসন্ন হোৱা। **একাদশ ৰুদ্ৰ** বি. ব্ৰহ্মাৰ ক্ৰোধৰ পৰা ওপজা ৰুদ্ৰৰ স্বৰূপ বা নাম। যেনে :—ঋতুধ্বজ, ঊৰ্দ্ধৰেতা ভব, বামদেব ধৃতব্ৰত, সৰ্ব্বকাল, শিৱ, মহীনস্ ইত্যাদি।

**একাদশী** বি. জোন ওলোৱাৰ বা মৰিবৰ পৰা এঘাৰ সংখ্যাৰ দিন the eleventh day of a lunar fortnight.

**একাদিক্রমে** ক্রি. বিণ. একৰ পৰা আৰম্ভ কৰি ক্ৰমান্বয়ে, আনুক্রমিক নেৰানেপেৰাকৈ in a regular series.

**একাধিপত্য** বি. এজনে সকলোৰে ওপৰত অধিপতি বা গৰাকী হোৱা অৱস্থা state of being in supreme power.

**একান্ত** বি. একে ঠাইতে মন লগোৱা having the mind fixed on one object, নিতান্ত certain.

**একান্ত-মনে, একান্তভাবে** ক্রি. বিণ.

**একান্ন** বিণ. একে চৰুতে খোৱা, একে লগে খোৱা লোৱা কৰা living in a joint family.

**একান্নভুক্ত, একান্নবৰ্ত্তী,** যৌথ পৰিবাৰ joint family.

**একান্নৈ, একান্নবৈ** বি. এক আৰু নৱৈ ninetyone.

**একাৰ্থক** বিণ. একে বা তুল্য অৰ্থে থকা having the same meaning.

**একাৱলী** বি. এঘাৰটা আখৰ থকা ছন্দ বিশেষ।

**একাষৰীয়া** বিণ, একাষৰত থকা, একালে থকা living or existing on a side or border.

**একাহাৰী** বিণ. যি দিনৰাতিৰ

ভিতৰত এবাৰ মাথোন আহাৰ কৰে।

**একীকৰণ** সমান কৰণ, একত্র মিলিত কৰণ।

**একীভৱন** এক হোৱা। **একীভাব** ঐক্য। **একীভূত** একত্র মিলিত।

**একুঁচীয়া** বিণ. এপাক বা এমেৰ দি পিন্ধা going once round the body.

**একুটী, একুতী** বি. এটা লৰা বা এজনী ছোৱালী, থকা তিৰোতা a woman having only one child.

**একুণে** ক্রি. বিণ. একত্রে, মুঠতে all together.

**একুৰীয়া** বিণ. নভৰা নিচিন্তাকৈ, সি কয় তাকে কামত পৰিণত কৰিবলৈ যোৱা।

**একে** বিণ. অবিলগ, তুল্য, সমান the same, alike.

**একে-আগী** বিণ. একে বিধৰ, মিহলি নোহোৱা unmixed.

**একে-কাঠি** বিণ. মাজত বেৰ নথকা, একাকাৰ having no partition wall, continuous, সান মিহলি mixed up.

**একেকালে** ক্রি. বিণ. একেবাৰে সম্পূর্ণ কৈ once for all.

**একেকোবে, একেচাবে** ক্রি. বিণ. নিমিষতে. তৎক্ষণাৎ at once, with one stroke. **একেগৰ্ভী** বিণ. সহোদৰ।

**একেচিতে** ক্রি. বিণ. একান্তভাবে, একান্তমনে intently.

**একেচিপে** ক্রি. বিণ. একেবলে এ with one jark or pull.

**একেটা** বিণ. একে, এটা মাথোন one only.

**একেভৰী** বিণ. সানমিহলি, একে কঠি mixed up, মাজৰ পানী শুকাই একেলগ হোৱা united by intervening water having dried up.

**একেতিলে একেতিলতে** ক্রি. বিণ. অতি অলপ সময়তে, অতি বেগতে very quickly.

**একেথৰে. একেথিৰে** ক্রি. বিণ. থৰ লাগি, একেবাহে motionless.

**একেধ্যানে** ক্রি. বিণ. একেবাহে, থ লাগি, এক দৃষ্টিতে with the eyes fixed on one thing.

**একেপাঁতি** বিণ. একে স্বভাৱৰ of the same character.

**কেবাৰে, একেবাৰেই** বিণ. ঠিক এবাৰতে, হঠাৎ, তৎক্ষণাৎ at once সম্পূর্ণৰূপে wholly.

**একেমুখে** ক্রি. বিণ. একে কথাৰে, কথাৰ অমিল নোহোৱাকৈ agreeing with one another on a statement.

**একেবাহে** ক্রি. বিণ. একেথিৰে, নেৰানেপেৰাকৈ, একেলাগীয়ে stead-fastly, without interruption.

**একেলগে** ক্রি. বিণ. লগ লাগি, একগোট হৈ jointly, in company.

**একেলালীয়ে** ক্রি. বিণ. একেলেথাৰিয়ে, একেৰাহে continuously.

**একেলুটিয়ে** ক্রি. বিণ. ইকাতি সিকাতি নোহোৱাকৈ without moving or rolling.

**একেশ্বৰ** বিণ. অকলশৰীয়া, লগ নথকা alone, solitary. ক্রি. বিণ. **একেশ্বৰে** অকলে, **একেশ্বৰবাদ** বি. এজন মাথোন ঈশ্বৰ আছে বোলা মত monotheism. **একেশ্বৰবাদী** বিণ. এজন মাথোন ঈশ্বৰ আছে বুলি বিশ্বাস কৰা লোক।

**একেষাৰ** বি. নিচেই অলপ কথা, এটা শব্দ বা মাত a word.

**একৈয়া** বিণ. এদিনৰ অন্তৰে অন্তৰে হোৱা।

**একৈশ** বি একুৰি এটা twenty-one. **একৈশ-পুৰুষ** পূৰ্ব্ব-পুৰুষ সকল।

**একোঁচ** বি. এভাঁজ, এমোকোট one fold, গাৰ কপোৰ কোঁচাই কৰা জোলোঙাত যিমান ধৰে সিমান।

**একো** বিণ. কোনো, অলপো slight. কিছু anything.

**একোইলাচ** বি. গ্রীচদেশীয় এজন নাট্যকাৰ।

**একোটা** বি. বেলেগে এটা, এটা separate one. অনেকৰ ভিতৰত এটা a certain one.

**একোদ্দিষ্ট** বি. এজনৰ উদ্দেশ্যে কৰা শ্ৰাধ Shradha offered to one person only.

**একোনাই** বিণ. খণ্ডত কাণ্ড জ্ঞান নোহোৱা without sense or power of judgment.

**একোন্মুখী একোন্মুখতা একোন্মুখতা**, এটা বিন্দুৰ ফালে গতি কৰা।

**একোপধ্যে** ক্রি. বিণ. একো প্ৰকাৰে, কোনোমতে in any way, in spite of all efforts.

**এক্কা** ( হি. এক্কা ) বি. এটা ঘোঁৰাৰে চলোৱা গাড়ী বিশেষ।

**এখনীয়া** বিণ. এতৰপীয়া, এজাপ থকা consisting of one fold.

**এখনে** ( পু. অ.) ক্রি. বিণ. এতিয়াই, এই মুহূৰ্ত্তে just now.

**এখন্তক** বি. এক মুহূৰ্ত্ত, অতি অলপ সময় a moment. বিণ. এখন্তেকীয়া।

**এখান্দি** বি. শস্য কৰিবলৈ সৰু সৰু ভাগ কৰি লোৱা মাটি a small compartment of land.

**এখুজীয়া** বিণ. এখোজ এখোজকৈ pacing or going slowly.

**এখেত** সৰ্ব্ব. (সম্ভ্ৰমাৰ্থত) এওঁ, এইজন this one.

**এখেৰ** সৰ্ব্ব. এই ঠাইৰ of this place.

**এগলখা** বিণ. গলধন বা ডিঙিলৈকে ভৰা, filled up to the neck.

**এঘৰীয়া** বিণ. অকলশৰে এঠাইত ঘৰ লৈ থকা dwelling away from others, সমাজে আলগ কৰি থোৱা excommunicated.

**এঘাৰ** বি. এক অধিক দহ eleven, বিণ. এঘাৰ সংখ্যাৰ being eleven in number.

**এঙনি জেঙনি** বি. বিশৃঙ্খল, বুজিব নোৱাৰা কথা a puzzle, a knotty question.

**এঙা** বি. আঁঠুৰ তললৈকে পৰা এবিধ চোলা a kind of tunic. সক. ধা. বেয়া বুলি লবলৈ অনিচ্ছা কৰা to show disinclination to purchase or eat.

**এঙামুৰি** বি. গামুৰি the act of stretching for relief.

**এঙাৰ** বি. পোৰা কাঠ বাঁহৰ কলা ভাগ charcoal.

**এঙুৰ-ভেঙুৰ** বিণ. বেঁকা-বেকিকৈ crooked.

**এঙেকুৰা** বিণ. এঙাৰৰ নিচিনা ক'লা coal-like black, এঙাৰৰ ব্যৱসায় কৰোঁতা, চিলিমত পোৱা খঁপাতৰ এঙাৰ, টিকিৰা।

**এঙে** ( কথ্য ভাষা ) এনেকৈ চোৱা।

**এচঁচীয়া** বিণ. আগে শুৱিয়ে সমানে নফটা unevenly split.

**এচকুৱা** বিণ. এটা চকু থকা one-eyed.

**এচ্‌বাজ** বি. এবিধ বাদ্য যন্ত্ৰ a kind of musical instrument.

**এচলীয়া** বিণ. এখন চাল থকা (ঘৰ) one-roofed, এচলা পাটেৰে সজা consisting of one piece of board.

**এচিয়া** বি. আমি থকা মহাদেশৰ নাম Asia.

**এচৰি কণি** আছাৰ কণি, চিটিকণি।

**এছাৰি** বি. সক দীঘলীয়া মাৰি a whip.

**এছালি-এমালি** বি. দুষ্টালি, উৎপাত।

**এজ্‌মালি** বিণ. কেবাজনৰো অধিকাৰ থকা, উমৈহতীয়া possessed in common.

**এজ্‌লাচ** বি. আদালত, বিচাৰালয় a court.

**এজাহাৰ** বি. চুৰি হোৱা মাল আদিৰ বিষয়ে থানাত লিখি দিয়া কাকত, বক্তব্য an information, a declaration.

**এজেণ্ট** (ইং agent) বি. প্ৰতিনিধি, কাৰ্য্য নিৰ্ব্বাহক। **এজেন্সি** বি. (ইং agency) প্ৰতিনিধিগিৰি, এজেণ্টৰ অফিচ বা কাৰ্য্যস্থান।

**এটকা মহস্ত** বি. ৰুদ্ৰসিংহ স্বৰ্গদেৱে শ্ৰেষ্ঠ বুলি স্বীকাৰ কৰি মাটি বাৰী দি পূৰ্ণভগীয়া কৰি স্থাপন কৰা মহন্ত সকল।

**এটা চকু কণা কৰা**, এখন কাণ

**কজা কৰা**—মন কাণ নকৰা, to be inattentive.

**এটা** বিশ. একগোট থকা one, মিল, প্ৰীতিযুক্ত in love or amity, একেটা only one, কোনো এটা any one, বিশেষ এটা particular one.

**এটীয়া** বিশ. অকলশৰীয়া, লগ নথকা single, alone.

**এট্‌কেন-মেট্‌কেন** বি. কৰোঁ নকৰোঁ কৰা indecision.

**এটোপ্‌-এটোপ্‌কৈ, এটোপ-এটোপাকৈ** ক্ৰি. বিশ. টোপা-টোপে।

**এঠাইত কাটিলে সাত ঠাইত গজা** অতি টেঙৰ মানুহ।

**এঠলীয়া** বিশ. এটা ডাল বা ঠাল থকা having one branch.

**এঠা** 'আঠা', চোবা।

**এঠা-এঠি** বিশ. আঠাৰ নিচিনা, বিজলীয়া gummy, sticky.

**এঠেঙিয়া** বিশ. এটা ঠেং থকা having only one leg.

**এডমাণ্ড হিলাৰী** হিমালয় বিজয়ী এজন লোক।

**এডলীয়া** বিশ. গাত ঠাল ঠেঙুলি নথকা having no branches.

**এড্‌ৱাৰ্ড জেনাৰ** বি. বসন্ত ৰোগৰ ছিটা আবিষ্কাৰক।

**এডাল চুলিক ডুডাল কৰা** সামান্য বিষয়ক বেলেগ ভাব কৰা, পাত্‌-পাতকৈ বিলোৱা।

**এডিডীয়া** বি. ডিঙিলৈকে হোৱা দ বা গভ reaching up to the neck, neck-deep.

**এডিটৰ** (ইং editor) বি. সম্পাদক।

**এডিছন** (ইং edition) বি. সংস্কৰণ।

**এডেও ডুডেও** ক্ৰি. বিশ. এখোজ দোখোজ কৈ *walking slowly.*

**এডোণিচ** ভেনাচে ভাল পোৱা যুবক।

**এডুৰস্তা** ( পু. অ. ) বি. বাখোতা।

**এঢলীয়া** বিশ. একতীয়া, হেলনীয়া inclining towards one side.

**এণাক্সা গোৰাচ** গ্ৰীচদেশৰ এজন বৈজ্ঞানিক।

**এতদৰ্থে** ক্ৰি. বিশ. এই উদ্দেশ্যে, এই কাৰণে for this reason or purpose.

**এতমান** ( পু. অ. ) বিশ. ইমান so much.

**এতলা** বি. জাননী, ডাঙৰ লোকলৈ দিয়া সম্বাদ notice, a report.

**এতহস্তে** (পু. অ.) ক্ৰি. বিশ. এনেতে, এনে সময়তে।

**এতহুঁ** ( ব্ৰজ ) [ সং এতাবৎ শব্দজ ] বিশ. এতাবৎ, ইমান।

**এতাদৃশ** বিশ. এই ৰকম, এনে, এই নিচিনা similar to this, such. স্ত্ৰী. **এতাদৃশী**।

**এতাৰন্ত** ( পু. অ. ) বিশ. এনেকুৱা, এতাদৃশ। **এতাবৎ** বিশ. ইমান।

**এতিয়া** ক্ৰি. বিশ. এই মুহূৰ্ত্তত, এই

সময়ত now, at present. **এতিয়াই** ক্রি. বিণ. এই সময়তে, তৎক্ষণাৎ instantly.

**এতিক্ষণ, এতিক্ষণে** ( পু. অ. ) ক্রি. বিণ. এতিয়াই, এই সময়তে।

**এতেক** বিণ. ইমান, ইমানবোৰ so much, so many. **এতেকতে** ( পু. অ. ) এনেতে, এনে সময়তে at that time.

**এতেকে, এতেকতে** ক্রি. বিণ. এই কাৰণে, এই গতিকে for this reason, therefore.

**এতেখানি, এতেখিনি** বি. ইমান, ইমানবোৰ so much, so many.

**এতেবেলি** ক্রি. বিণ. ইমান বেলি up to this time.

**এথা** ( পু. অ. ) বি. এই ঠাই this place.

**এথানি এবানি** বিণ. থান-থিতি নথকা, নিৰাশ্ৰয় helpless. homeless.

**এথুঁতবি, এথুঁতবীয়া** বিণ. থুঁতবি লৈকে তল যোৱা দ বা ওখ chin-deep, chin-high.

**এথেন্-মেথেন্** বি. কৰোঁ নকৰোঁ কৰা hesitation.

**এথোন** ক্রি. বিণ. ঠিক এতিয়া, সম্প্ৰতি just now, yet.

**এদঁতীয়া** বিণ. এটা দাঁত থকা বা গজা having one tooth or tusk, একাষৰীয়া, একপীয়া existing on one side.

**এদলীয়া** বিণ. একচেটিয়া monopolized, আজৰি, আহৰি unoccupied.

**এদিনা** ( পু. অ. ) বি. আন দিন another day.

**এদিনীয়া** বিণ. এদিন থকা lasting one day, অস্থায়ী or short duration, বিশ্বাসৰ অযোগ্য untrustworthy.

**এদোগেদো** বি. গা-গধুৰ, লেহেম slow.

**এধৰীয়া** বিণ. এধাৰ বা এশাৰী গোঠা মণি থকা having only one string of bead, মুখৰ একাষে ধৰোৱা having one side of the edge sharpened.

**এধান, এধানমান** বিণ. এটা ধানৰ সমান, নিচেই কম a little, a bit.

**এনখ** বিণ. অকণমান, এচিকটা a little.

**এন-গেন** বি. কৰোঁ নকৰোঁ, খাওঁ নাখাওঁ hesitation.

**এনয়** (পু. অ.) বিণ. এনেকুৱা such.

**এনা** বিনা, নথকা absent, without.

**এনাই** বিণ. নাইৰ সমান ওখ, নাই-লৈকে তল যোৱা দ coming up to the navel, navel-deep, বি. ( আহোম শব্দ ) আই বা বোপাইৰ মাক grand-mother. **এনাই ঘৰীয়া** বি. আহোম ৰজাৰ দিনৰ এটা খেলৰ নাম।

**এনামেল** ( ইং enamel ) বি. ধাতুৰ পাত্রৰ ওপৰত কাঁচৰ নিচিনা ৰং কৰা।

**এনি** ক্রি. বিণ. এই পোনে, এইফালে hither. **এনি-মুৰীয়া** বিণ. হেটা-মুৰীয়া।

**এনুৱা** বিণ. এনেকুৱা, এই প্রকাৰৰ such, like this.

**এনে** বিণ. এইৰূপ, এনেকুৱা such, ক্রি. বিণ. এনেকৈ।

**এনেই** ক্রি. বিণ. একো নোহোৱাকৈ, শুদাই for nothing, without any particular cause.

**এনেকুৱা** বিণ. এই প্রকাৰৰ of this description. ক্রি. বিণ. এনেকুৱাকৈ এইদৰে in this way.

**এনেতে** ক্রি. বিণ. এনে সময়তে at such time.

**এনে-তেনে** বিণ. এই প্রকাৰ সেই প্রকাৰ such and such.

**এন্ত** ( পু. অ. ) সৰ্ব্বনাম. এইজন, এখেত।

**এন্দুৰ** বি. ইন্দুৰ a rat. **এন্দুৰীয়া** এবিধ ঘা an ulcer.

**এন্ধাৰ** আন্ধাৰ চোৱা।

**এপখাল পৰা** বিণ. এবাৰ ধোৱা অৰ্থাৎ এবাৰ পিন্ধি খুৱলগীয়া অলপ পুৰণি ( কাপোৰ আদিত খাটে ) not perfectly new.

**এপতা** বিণ. ভৰি অৰ্থাৎ সক গাঁঠিৰ তলৰ ভাগ তল যোৱা ওখ as deep as the height of the foot.

**এপতীয়া** বিণ. মাথোঁন এপাত থকা having only one leaf.

**এপৰীয়া** বিণ. নৈ, পুখুৰী আদিৰ এপাৰে থকা living on one side of a river.

**এপলীয়া** বিণ. দিনটোত মাথোন এবাৰ কাম কৰিব লগা, এপাল খাটিব লগা, having only one turn to serve.

**এপাহমাৰ** বেয়া বস্তু দি বা বেয়াকৈ কাম কৰি ভাওনা কৰ to deceive by giving a bad or indifferent thing or doing anything indifferently.

**এপিঠীয়া** বিণ. একালত থকা, একালৰ pertaining to one side, এপিঠিত লিখা ( কাকত ) written on one side, একালৰ কাম কৰি আজৰি হোৱা আৰু আন ফালৰ কামত নিযুক্ত হব পৰা free from some business and ready to be engaged in something.

**এপ্রিল** ( ইং April ) বি. ইংৰাজী বছৰৰ চতুৰ্থমাহ।

**একলীয়া** বিণ. একালৰ, একালে থকা বা হোৱা partial, on one side, belonging to one party. একালে গধুৰ, একালে হেলনীয়া।

**একবিধ** (পু. অ.) বিণ. এনেকুৱা like

this. এবম্প্ৰকাৰে বিণ. এই প্ৰকাৰে এনেকৈ in this way.

এবৰীয়া বিণ. (নাবৰ) এটা বাৰ চাপৰ lopsided.

এবাইছ বিণ. এপিটন, এসেকা punishment.

এবুকু বিণ. বুকুৰ সমান দ নাইবা ওখ breast deep or breast high.

এবুলীয়া বিণ. এবাৰ মাখোন ৰং বা বৰণ লগোৱা, dyed or painted once only.

এবে (পু. অ.) [হিং অবহি] ক্ৰি. বিণ. এতিয়া now.

এবেলি বি. এবাৰ once.

এবেলীয়া বিণ. আধাদিনীয়া lasting half a day. ক্ৰি. বিণ. এবেলীয়াকৈ।

এভো, এভু (পু. অ.) ক্ৰি. বিণ. এতিয়াও even now.

এমন (পু. অ.) বিণ. এনেকুৱা like this.

এমুৰীয়া বিণ. কোনো বস্তু বা ঠাইৰ এমুৰত থকা, কোনো বস্তুৰ কাণৰ সমান হৈ ভৰা।

এম্পিদ ৰোকলচ প্ৰাচীন গ্ৰাচৰ এজন কবি আৰু দাৰ্শনিক।

এৰ সক. ধা. ত্যাগ কৰ to abandon, মোকোলাই দে to set free, এৰবীয়া কৰ to excommunicate, পাৰ হ to cross. অক. ধা. নাইকিয়া হ to cease. বি. এৰণ, এৰণি এৰা কাৰ্য্য, মুক্তি।

এৰবীয়া বিণ. একে দিনাই শুকোৱা।

এৰণ্ড বি. এৰা গছ।

এৰা বি. ('এৰণ্ড' চোৱা)।

এৰা বিণ. লোকে এৰি যোৱা, ব্যৱহাৰ নকৰা refused or left behind.

এৰা ক্ৰি. বিণ. কোনো কথা স্বীকাৰ কৰা মাত yes.

এৰা অক. ধা. মুকলি হ, ৰক্ষা পৰ to be free, to escape.

এৰাএৰি বি. পৰস্পৰ সম্বন্ধ বা সঙ্গ ত্যাগ separation from each other. এৰাণি বহুত এৰা গছ থকা ঠাই a patch of castor oil plant.

এৰা-পৰ (অক. ধা.) ব্যৱহাৰ নোহোৱাকৈ পৰি থাক to be abandoned. এৰা-পৰা কম হোৱা, মাজে সময় এৰা, যেনে—অৰ এৰা-পৰা কৰিছে। এৰা-পাত বি. এৰা-গছৰ পাত, চুৰা পাত।

এৰা-বোটল অক. ধা. লোকে এৰি থৈ অহা বস্তু লোৱা, লোকে ভাল-খিনি বা সৰহ ভাগ নিয়াৰ পাছত অৱশিষ্ট বস্তু বিচৰা, to take or look for what has been rejected by others.

এৰাল বি. জন্তু-বন্ধা দীঘল জৰী a tether. এৰাল-দে চৰি ফুৰিব পৰাকৈ দীঘল জৰীৰে বান্ধি থ।

এৰী বি. এৰাপাত খুৱাই পোঁহা পলু বা মুগা a species of silk-

worm. এৰীকাপোৰ এৰী মুগাৰ সূতাৰ পৰা তৈয়াৰ কৰা কাপোৰ।

এৰীয়া বিণ. এৰীসুতাৰে তৈয়াৰী।

এৰীয়া-কাপোৰ বি. এৰী সূতাৰ দ্বাৰা প্ৰস্তুত কাপোৰ।

এৰুৱা সক. ধা. পৰিত্যাগ কৰা to cause to leave or abandon, আঁতৰ কৰ, পৃথক কৰ to remove or separate.

এৰে ( পূ. অ. ) সহিতে, সৈতে।

এৰেহা বি. এৰাপৰা, চুৰা, উচ্ছিষ্ট remainder, refuse.

এৰো-এৰো ক্রি. বিণ. এৰিবলৈ ধৰা about to leave.

এৰৌ ক্রি. ( কথ্য-ভাষা ) এৰুৱা, to separate.

এলাই-জাপৰী, এলাই-জাবৰী বিণ. অপৰিষ্কাৰ, জধলা slovenly and ugly, untidy.

এলাকা, এলেকা [ আৰবী ইলাকা (সম্বন্ধ)] বি. দখল. অধিকাৰ possession, jurisdiction, স্বত্ব right.

এলাগি বিণ. আঁতজা, দেখিবলৈ বেয়া ugly.

এলাগী বিণ. গিৰীয়েকে ভাল নোপোৱা, অভৰী not liked by one's husband, ugly.

এলাচি বি. এবিধ খোৱা আৰু ঔষধত লগা সুগন্ধি মচলা গুটি cardamom.

এলাধু বি. চোঁচ fibrous scrapings of cane etc.

এলান্ধু 'আলান্ধু' চোৱা। বিণ. এলাৱা।

এলা-পাক বি. বিনা জগৰ, বিনা কাৰণ want of cause or necessity.

এলা-পেচা বিণ. অলপতে পাচ হোৱকা, সামান্য, যেই সেই, অবহেলাৰ পাত্ৰ ordinary, mean, negligible.

এলা-বাচু 'অলা-বাচু' চোৱা।

এলাহ 'আলাহ' চোৱা।

এলাবাং বিণ. অজলা, অপাত্ৰ dull, worthless.

এলেকৰ ভাইয়েক পেলেক (কথ্য-ভাষা) সম্বন্ধহীন লোক।

এলেঙ্ বি. এবিধ সৰু মাছ a kind of fish.

এলেঙ-গাঁঠি ( কথ্য-ভাষা ) গৰখীয়া-ইতৰ সক ডালৰ প্ৰথম গাঁথিটোৰ নাম, নাঙেলি গীতত ইয়াৰ ব্যৱহাৰ আছে।

এলেহুৱা বিণ. সোৰোপা, কাম কৰিবলৈ ইচ্ছা নথকা lazy, slothful.

এৱঁা বিণ. দৈ নোহোৱা not curdled as milk, কেঁচা, নিসিজোৱা unboiled, unsized, কম বয়সীয়া of immature age. বি. নাকৰ ভিতৰত তেজ গোটখাই হোৱা

এবিধ ৰোগ a polypus in the nostril.

**এৰা-ভগা** ক্রি. এৰাঁ পকি নাকৰ পৰা তেজ ওলোৱা। **এৰাঁ হ** ক্রি. এৰাঁ ৰোগে ধৰা।

**এলএটা** বিণ. অসংখ্য many.

**এসাজী** বি. ভাল কামত নহা un-useful.

**এসাঁজীয়া** বিণ. দিনৰ ভিতৰত এসাঁজ মাথোন খোৱা eaten once a day, এসাঁজ খাবলৈ আঁটা sufficient for one meal only.

**এহতীয়া** বিণ. এখন হাত থকা having one hand only, এহাতৰ সমান দ বা দীঘল one cubit deep or long, এজনৰ হাতেৰে কৰা done by one person only, এজন মানুহে ব্যৱহাৰ কৰা used by one person only.

**এহি, এহু** (পু. অ.) সর্ব্ব. এই this. **এহিমানে** ক্রি. বিণ. ইমানতে, এই ঠাইতে at this point, ইমান this much.

**এহে** অব্য, আনন্দ, নিন্দা বা অৱজ্ঞা প্রকাশক মাত, স্বৰ পূৰ কৰিবৰ কাৰণে গীতৰ ফাকিৰ অন্তত লগোৱা মাত। (পু. অ.) এইজনা this person.

**এহেন্ত** (পু. অ.) এইজন 'এহেন্তেসে বিষ্ণু আদি পুৰুষ —কীর্ত্তন।

**এহেৰ তেহেৰ** বিণ. অ'ৰ ত'ৰ সম্পর্ক নথকা।

**এহুয়** (পু. অ.) এনেকুৱা like this.

**এক্ষণে** (পু. অ,) ক্রি. বিণ. এতিয়াই presently.

—০—

# ঐ

ঐ স্বৰবর্ণৰ দ্বাদশ আখৰ the twelfth letter of the vowels. অব্য. সামান্য মানুহক মতা মাত a particle used in addressing a common person. বিণ. উপৰোক্ত, সেই ditto, the same.

**ঐ-আই** মৰম প্রকাশ কৰি মতা মাত, পুতৌ কৰা মাত an exclamation of pity.

**ঐকতান** সমস্বৰ বাদ্য, concert.

**ঐক্য** বি. একতা, মিল unity, harmony, একত্ব identity. **ঐক্যতান** অনেক ৰকম বাজনাৰ মাত মিল কৰি একেলগে বজোৱা বাদ্য concert.

**ঐকান্তিক** বিণ. একনিষ্ঠ, প্রগাঢ়। বি. **ঐকান্তিকতা**।

**ঐকাৰ** বি. 'ঐ' আখৰ, the letter ঐ, বিশেষকৈ 'ৈ' especially the symbol 'ৈ'।

**ঐকিক-নিয়ম** এটাৰ মূল্য উলিয়াই

বহুতৰ মূল্য স্থিৰ কৰা অঙ্কৰ নিয়ম unitary method.

**ঐছে, ঐছন** (পু. অ.) এনে, এনেকুৱা। **ঐত** ইয়াত।

**ঐতৰেয় ব্ৰাহ্মণ** বি. ইতৰ মুনি ৰচিত ঋক্‌বেদৰ একখণ্ড, a portion of Rig-veda.

**ঐতিহাসিক** বিণ. ইতিহাস সম্বন্ধীয়, ইতিহাসেই যাৰ মূল pertaining to history, historical, ইতিহাস জনা লোক a historian.

**ঐতিহ্য** বি. ইতিহাস পৰম্পৰাগত কথা, ঐতিহাসিক কথা, কিংবদন্তি, বিশ্ৰুতি, প্ৰমাণ।

**ঐন্দ্ৰজালিক** বিণ. ইন্দ্ৰজাল সম্বন্ধীয়, যাদুকৰ, বাজীকৰ magical, illusory, a magician.

**ঐন্দ্ৰিলা** বৃত্ৰাসুৰৰ পত্নী।

**ঐয়া-হৈয়া** বি. এজনে হয়, এজনে নহয় বোলা, অমিল mutually discordant, বিৰোধাবিৰোধি disagreement.

**ঐৰাৱত** বি. সাগৰ মথোঁতে ওলোৱা বগা হাতী, ইন্দ্ৰৰ বাহন হাতী Indra's elephant.

**ঐশান্য** বি. উত্তৰ পূব দিশ the north-east direction or corner.

**ঐশিক** বিণ. ঈশ্বৰৰ নিচিনা, ঐশ্বিক divine.

**ঐশ্বিক** বিণ. ঈশ্বৰে কৰা done by God, ঈশ্বৰ সম্বন্ধীয়, ঈশ্বৰৰ divine.

**ঐশ্বৰ্য্য** বি. প্ৰচুৰ ধন সম্পত্তি wealth, যোগ বা ভক্তি কৰি পোৱা ঐশ্বিক শক্তি superhuman power, divinity. **ঐশ্বৰ্য্যশালী, ঐশ্বৰ্য্যৱন্ত** বিণ. ধন সম্পত্তি আৰু প্ৰভুত্ব থকা wealthy, prosperous.

**ঐহিক** বিণ. এই কালৰ, সাংসাৰিক. এই কালত হোৱা pertaining to this world or life.

---



**ও** স্বৰবৰ্ণৰ ত্ৰয়োদশ আখৰ the thirteenth letter of the vowels. যো. অব্য. এটা বস্তু বা কাৰ্য্যৰ লগত আন এটা লগোৱা শব্দ a copulative article, also, সত্ত্বেও in spite of, সম্ভাবনা, সমীপ আদি অৰ্থত যেনে—হলেও হব পাৰে, কৰোঁ কৰোঁ ডুবোঁ ডুবোঁ।

**ওঁ** অব্য. হয় বোলো, স্বীকাৰ কৰা, an expression denoting assent.

**ওঁ ওম্** [ওম্=অ (বিষ্ণু)+উ (শিব)+ম্ (ব্ৰহ্মা)=ত্ৰিমূৰ্ত্তি] বি. ঈশ্বৰৰ স্ৰজন, পালন, সংহৰণ এই তিনি শক্তি বুজোৱা শব্দ, বেদৰ মূল মন্ত্ৰ, প্ৰণব the mystic and

very sacred monosyllable representing the Hindu triad Brahma, Bishnu and Shiva.

**ওঁঠ** বি. মুখৰ বাহিৰত দাঁতৰ ওপৰত থকা ছুচলা মঙহ a lip. **ওঁঠ চেলেক** নিৰাশ হৈ লাজ পা to feel ashamed by disappointment.

**ওঁঠ-পাতল** চেলেপু. বাহু বিচাৰ নকৰি কথাকৈ ফুৰা careless in speaking.

**ওঁত** বি. আঁত, যেবাই বধা সূতাৰ মূৰ the free end of a ball or skein of thread, কামৰ আও-ভাও বা দিহা the method of doing a thing.

**ওঁহু, ওঁহ** অব্য. অনিচ্ছা বা অমান্তি বুজোবা মাত a particle signifying dissent or unwillingness, কষ্ট পাই কেঁকোবা মাত an exclamation of pain.

**ওকট** সক. ধা. বেয়া বস্তু খুচৰি তল ওপৰ কৰ to upturn or remove dirt, গুপ্ত কথা প্ৰকাশ কৰ to expose one's private character.

**ওকট্-পাকট্** 'উকট-পাকট' চোৱা।

**ওকণী** বি. চুলিৰ পোক a louse.

**ওকণী-শিৰ** নাকৰ পোন ধৰি মূৰৰ মোমাজ the middle of the head.

**ওকাল** সক. ধা মুখৰ পৰা উলিয়াই পেলা to eject from the mouth. বি. **ওকাল, ওকালি** বাঁতি আহিবৰ উপক্ৰম vomiting tendency.

**ওকালতি** বি. উকীলৰ কাম pleadership.

**ওকালতনামা** উকীল নিযুক্ত কৰা কাকত a power of attorney.

**ওকলা, ওকোলা** বি. মুখৰ পৰা উলিয়াই পেলোৱা বস্তু anything thrown out from the mouth.

**ওকোল-মোকোল** বি. খোৱা বস্তু পেটলৈ নগৈ ওলাই আহিব খোজা, খাবৰ অনিচ্ছা হোৱা vomiting tendency due to satiety.

**ওখ** বি. ওখঠাই, উচ্চতা, ওপৰ high place, height, above. বি. উচ্চ উন্নত high, tall, উদাৰ মহৎ high. noble. **ওখ-মনা** বিণ. ডাঙৰ মনৰ high-minded.

**ওখল** বি. গাৰ বা কাপোৰৰ মলি dirt of the body or cloth.

**ওখোন** বি. শস্য গোটোৱা বা লুটিওৱা আগ বেঁকা বাঁহ a bamboo hook for gathering grains in straw. **ওখোনিয়া** সক. ধা. ওখোনেৰে চপা বা উজাবি দি to gather or turn up with the above instrument.

**ওখোবা-মোখোবা** বিণ. খলা-বমা দ-বাম, ওখ চাপৰ uneven.

**ওঙ্কাৰ** বি. ওঁ শব্দ।
**ওচ্-মোচ্** বি. উচিত-অনুচিত, ভাল বেয়া, হিত অহিত propriety of speech.
**ওচৰ** বিণ. নিকট, অদূৰ, চমু near, close to. বি. নিকটস্থ ঠাই, ওচৰৰ ঠাই vicinity. **ওচৰা-ওচৰি** পৰস্পৰ ওচৰ বা সমীপত থকা living in the vicinity. **ওচৰ-চুবুৰীয়া, ওচৰ-ঘৰীয়া** সমীপত বাস কৰি থকা living in the vicinity, neighbourers. **ওচৰ চাপ** কাষলৈ আহ approach. **ওচৰে, ওচৰেদি** কাষেদি সমীপেদি by the side of.
**ওচিনা** বি. পানী পোতা eaves-drop.
**ওজ** বি. তেজ শক্তি, উৎসাহ energy, power, enthusiasm. বিণ. **ওজস্বী**। স্ত্ৰী. **ওজস্বিনী**।
**ওজস্বিতা** তেজস্বিতা, বলশালিতা।
**ওজন** বি. গধুৰৰ জোখ, ভাৰৰ পৰিমাণ weight.
**ওজ বাজ** বি. বয়বস্তু আৱশ্যকীয় সামগ্ৰী necessary things.
**ওজৰ** বি. কোনো কথা, বা কাৰ্য্যৰ বিৰোধে কোৱা কথা আপত্তি objection.
**ওজা** বি.কোনো বিদ্যাত নিপুণ লোক, শিক্ষক one well-versed in any art, a teacher, নাম লগাই দিওঁতা জন the head of a band of singers, মন্ত্ৰেৰে জৰা বেজ sorcerer.
**ওজা-পালী** বি. বিয়াহ গোৱা মানুহৰ যোৰা, বিয়াহ গাওঁতে ওজাই পদ লগাই দিয়ে আৰু পালীয়ে তাল বজাই গায় a choir or party of Puranic verse singers.
**ওজালি** বি. মন্ত্ৰেৰে ৰোগ ব্যাধি জৰা বেজৰ ব্যৱসায় profession of an Oja or sorcerer, প্ৰাধান্য superiority.
**ওটা** বি. ঘৰৰ ভিতৰৰ পৰা বেৰৰ তলেদি চুৱা পানী আদি ওলাই যাব পৰাকৈ কৰি লোৱা বিন্ধা a drain for conducting water out of a house. **ওটা-বোকা** অতি হীন কাম কৰি প্ৰবৰ্ত্তা।
**ওঠৰ** বি. দহৰ অধিক আঠ eighteen.
**ওড়-ফুল** বি. ৰঙা জবা, a kind of flower.
**ওড়া** ( হি. ওড়া ) বি. বেত আদিৰে সজা বোজা নিব পৰা পাত্ৰ।
**ওণায়** ( পু. অ. ) শুনে listens.
**ওত্** বি. এলাহ. আলস্য laziness.
**ওতপ্ৰোত** পৰিব্যাপ্ত, এৰাব নোৱাৰা।
**ওথাৰ** বি. এবিধ ডাঙৰ জাল a kind of large drag-net.
**ওদন** বি. ভাত rice.
**ওদা** বিণ. সেমেকা, ভজাত বা তকোৱাত ভিতৰে কেঁচাই থকা

half roasted or dried. পাগত হুঠা not well tempered, কোনো বিদ্যা বা কামত ভালকৈ শিক্ষিত বা নিপুণ নোহোৱা imperfect, unskilled.

**ওলোল** বি. এবিধ বনৰীয়া গছ a kind of forest tree.

**ওলা** বি. এবাৰ খুৰলিত দিবলৈ জোৱা ধান বা চাউল as much grain as put into the mortal or fried at one time.

**ওলা-ওলে** ক্রি. বিণ. প্ৰচুৰ ৰূপে, সৰহকৈ plentifully.

**ওল্দোলা** অক. ধা. মেঘ ওলমি নামি আহি আন্ধাৰ কৰ, মেঘে ঢাকি ধৰ to darken, to be covered with clouds. সক. ধা. বেজাৰ বা অসন্তোষ, মুখ বিমৰ্ষ কৰ to make the face gloomy and downcast.

**ওপং** অক. ধা. পানী আদি তৰল বস্তুৰ ওপৰলৈ উঠ, বা তললৈ নোযোৱাকৈ থাক to float.

**ওপঙে** পানীৰ ওপৰত ভাহি থকা, floats.

**ওপচ** অক, ধা. পাত্ৰৰ মুখলৈকে ভৰিপৰ, পুৰ হ to be fell to the brim, সৰহ বা বেছি পৰিমাণে হ to overflow. বিণ. পৰিপূৰ্ণ, পুৰ, সক. ধা. **ওপচা** সম্পূৰ্ণৰূপে ভৰ বা পুৰ কৰ to fill to the brim,

**ওপজ** সক. ধা জনম ল to be born. মনত উপস্থিত হ to occur in the mind. সক. ধা. **ওপজা** জন্ম দে, উৎপন্ন কৰা to give birth. বি. **ওপজন**।

**ওপৰ** বি. ওখ height, আগৰ, ওপৰৰ the top. আকাশ the air. বিণ. উৰ্দ্ধ upper, পূৰ্ব্ব, আদি original, বেছি বা অতিৰিক্ত কথা। **ওপৰৱালা** বি. ওপৰ বা ওপৰঞ্চি কৰ্ম্মচাৰী a superior.

**ওপৰঞ্চি** বিণ. অতিৰিক্ত, উপৰীয়া extra, supplementary, নিৰূপিত বস্তুৰ বাহিৰে পোৱা more than what is due. বি. ওপৰৰ বিষয়া, দমন কৰোঁতা an official superior, ক্রি. বিণ. নিৰূপিত বস্তুৰ বাহিৰে besides.

**ওপৰণি** বি. ওপৰ বা বাহিৰত থকা অংশ the portion on the top or surface of anything, গেদেৰি scum. বিণ. ওপৰৰ, ওপৰত থকা belonging to the surface or top.

**ওপৰা-ওপৰি** বি. ইটোৰ ওপৰত সিটো উঠা অৱস্থা, হুৰাহুৰি, অৰিয়াঅৰি, গোলমাল the state of falling one upon another, confusion. ক্রি. বিণ. **ওপৰা-ওপৰিকৈ**।

**ওপৰে** ক্রি. বিণ. ওপৰত, ওপৰেদি, ওখহৈ over, above. **ওপৰে ওপৰে** ক্রি. বিণ. দকৈ নভবাকৈ superficially, ভৰ নিদিয়াকৈ touching just lightly.

**ওপৰ্চকুৱা** বি. এবিধ মাছ a kind of fish. বিণ. ওপৰলৈ চকু কৈঁৰা with the eyes naturally looking upward.

**ওপৰচৰীয়া** বিণ. নিৰূপিত বস্তুৰ বাজে পোৱা, ওপৰঞ্চি gained over and above the fixed amount.

**ওপৰ তলীয়া** বিণ. ওপৰা-উপৰি এটা ওপৰত আনটো তলত হৈ থকা lying one over the other.

**ওপৰ পুৰুষ** বি. পূৰ্ব্ব পুৰুষ an ancestor.

**ওপৰ সবাহ** বি. অপেশ্বৰী সবাহ, **ওপৰ হাত** বি. দাতা, দান কৰোঁতা a liberal person.

**ওফন্দ্** অক. ধা. বেদনা, বায়ু বা তাপৰ দ্বাৰা বহল হ, উখহ to expand, swell, গপ কৰ, অহঙ্কাৰ কৰ, অহঙ্কাৰী হ to be puffed with pride.

**ওফৰ্** অক. ধা. ঠেকা বা খুন্দ খাই আঁতৰত পৰ, ওপৰলৈ ছিটিকি পৰ to spring or bound off, to be flung off. সক. ধা. **ওফৰা** বেগেৰে থহাই দলিয়াই পেলা।

**ওফৰা-উফৰি** বি. পৰস্পৰ খুন্দা খাই ছিটিকি পৰা, এটাত্তে ঠেকা খাই আনটো ওফৰা কাৰ্য্য the act of flinging at one another.

**ওফাইভাং** বি. ভাংকোপ, গওপ boasting. অক. ধা. **ওফাইভাং মাৰ**—ভাংকোপ মাৰ, গওপ মাৰ to brag, to bluster.

**ওফন্দ্** বি. ঠেহ, sullenness. বিণ. **ওফোন্দা** উখহা puffed. **ওফোন্দা-গলা** বিণ. ওফন্দি বা ফুলি উঠা গালৰ fat cheeked.

**ওবা** ( পুঃ অঃ ) অব্য. সম্বোধন কৰা মাত, হেৰা।

**ওভত** অক. ধা. ওলট, ঘূৰি আহ to turn back. বিণ. **ওভত ভালৰ** বিপৰীত, অশ্লীল, নিলাজ indecent. বি. **ওভতনি** উজাই বোৱা সোঁত, উলটি বোৱা পানীৰ সোঁত a counter-current, উলটি অহা কাৰ্য্য the act of turning back. **ওভতা** সক. ধা. ওলটাই আন বা দে, ঘূৰাই আন বা দে to give or bring back. লুটিয়া turn upside down. **ওভতালি** বি. দুষ্টালি, বিপৰীত আচৰণ, অমান্য কৰা কাৰ্য্য waywardness. বিণ. আমঠ obstinate.

**ওভত-গোৰে** ক্রি. বিণ. আগেয়ে ভৰি বাজ কৰি, ভৰি ওপৰলৈ কৰি with the feet foremost, with the feet upward. **ওভত-**

**গোবেঞাচ্** অক. বা ভেওপাৰ বৰ হুষ্টালি কৰ to be very naughty. **ওভত-গোভত** ওলটাই দি আকৌ অনা কাৰ্য্য the act of returning a thing purchased and then taking it back again.

**ওভোতা** বিণ. ওলোটা, পাৰলৈ বা তললৈ মুখ কৰা upside down turned back, বিপৰীত contrary. অসঙ্গত, অমিল inconsistent.

**ওমৰখয়াম্** পাৰস্যৰ এজন চুফী কবি।

**ওমল** অক. ধা. খেমালি কৰ, ৰং কৰা to play as a child. **ওমলা** সক. ধা. লৰাৰ দৰে খেমালি কৰি to amuse as a child.

**ওমা-গোমা** বিণ. ভাৱৰ যুক্ত cloudy as sky.

**ওৰ্** বি. অন্ত, শেষ, সীমা end, termination, উহ, সম্ভেদ clue, information. অক. ধা. **ওৰপৰ** অন্ত হ, শেষ হ to terminate. **ওৰ্ ল** সক. ধা. খবৰ বাতৰি ল, বুজ ল to enquire into.

**ওৰ্** বি. গোৰালি বা কণী হবৰ কাৰণে চৰাই পোক আদি সামান্য জন্তুৰ মতা মাইকী যোৰ খোৱা অবস্থা copulation. অক. ধা. **ওৰ খা, ওৰ যা।**

**ওৰকে** বি. অন্য নাম, উপনাম, মতা নাম alias.

**ওৰণি** বি. মুখ ঢাকিবলৈ লোৱা কাপোৰ a veil. **ওৰণীয়া** বিণ.

**ওৰঘোৰ্** বিণ. অতিশয়, প্ৰবল deep, sound. ক্ৰি. বিণ. **ওৰাই-ঘোৰাই।** **ওৰ বাটে** ক্ৰি. বিণ. গোটেই বাটত, বাট শেষ নোহোৱালৈকে all the way.

**ওৰা** ( পু. অ.) অন্ত, সংখ্যাৰ পৰিমাণ limit, end, বৃত্তান্ত, আতিগুৰি account, particulars.

**ওৰা** বি. গাবলৈ বা নাচিবলৈ কৰা উপক্ৰম state or being ready to dance or sing. আড়ম্বৰ, আয়ম pomp. **ওৰাধৰ** অক. ধা. নাচিবলৈ বা গাবলৈ উপক্ৰম কৰ to be ready to dance or sing, সাজ পাৰ পিন্ধি বা আন কোনো আচৰণৰ দ্বাৰা ডাঙৰ মানুহ বুলি ফিতাহি কৰ to show pomp.

**ওৰে** ( পু. অ. ) [সং-অৰে] সম্বোধন-সূচক মাত।

**ওৰেও** ক্ৰি. বিণ, সদায়, সৰ্ব্বদা always.

**ওৰে দিন, ওৰে দিনটো** গোটেই দিনটো throughout the whole day. **ওৰে ৰাতি** throughout the whole night.

**ওল্** বি. এবিধ কচু an esculent root.

**ওলকবি** বি. এবিধ কবি।

**ওলগ** বি. মানী লোকক দেখুৱা সম্মান, মূৰ দোঁৱাই শলাগ প্ৰকাশ

কৰা obeisance, bow. **ওলগ ল** অক. ধা. সেৱা কৰ, মূৰ দোঁৱাই সন্মান কৰ to bow down, to pay respect. **ওলগনি** বি. মূৰ দোঁৱাই সন্মান কৰণ act of bowing down in respect, শলাগ লোৱা চিন স্বৰূপে দিয়া ধন money paid as a token of obeying orders expressing gratitude.

**ওলট** অক. ধা. ফিৰ, লুটি খা to return, to turn, বিপৰীত হ to be reversed. **ওলটা, ওলোটা** সক. ধা. ওভতা, ফিৰা, ঘূৰাই দে to return, turn back, লুটিয়া to turn upside down. **ওলটা-উলটি** বি. এবাৰ তল এবাৰ ওপৰ act of turning upside down, changing sides. **ওলট-পালট** বি. তল ওপৰ হোৱা বা কৰা কাৰ্য্য act of turning upside down, আনি ওলটাই দিয়া কাৰ্য্য act of taking and returning again.

**ওলন্দাজ** বি. এটা জাতি Hallandez.

**ওলম্** অক. ধা. কোনো এঠাইত ধৰি বা জৰীৰে বান্ধ খাই আলাগতে বৈ থাক to be hung or suspended. **ওলমা, ওলোমা** সক. ধা. আৰি ৰাখ, ওলমাই থ hang.

**ওলম্-জোলম্** বেছিকৈ ওলমা।

**ওলা** বি. বগা বা পৰিষ্কাৰ কৰা চেনিৰ লাডু lump sugar in balls. অক. ধা. বাহিৰ হ, প্ৰকাশ হ come out, come to light, যাবলৈ সাজু হ to be ready to go out. সম্পূৰ্ণৰূপে নিৰ্ম্মাণ বা প্ৰস্তুত হ to be finished completely.

**ওলোটা** বিণ. ওভোতা, বিপৰীত contrary, inverted.

**ওলোম** বি. কোনো বস্তু লম্বভাৱে থিয় হৈছে নে নাই তাক পৰীক্ষা কৰা যতন plumb-bob, ঘড়ীৰ ওলোম pendulum.

**ওলোম্ জোলোম্**. বিণ. ওলমি জোকাৰ খাই থকা dangling.

**ওৰল** অক. ধা. গেলি জহি যা much decomposed, ফাটিবলৈ আৰম্ভ কৰ।

**ওৰা** বি. ঢোৰা-কাউৰী the rook.

**ওৰাইভাং** বি. ওফাইভাং গণ্ডপ vain.

**ওৱাক্ফ্** ( ফা. ) বি. সম্পত্তি property.

**ওৱাকিপ্** ( আৰবী-ৱাকিফ্ ) বি. বুজ, জ্ঞান, খবৰ knowledge, information.

**ওৱাচিল** বিণ. সাধি লোৱা, আদায় হোৱা realised, paid up. **ওৱাচিল বাকী** আদায় হবলৈ বাকী থকা ধনৰ হিচাব।

**ওৱাজিপ, ওৱাজিব** [ আৰবী-ৱাজীব ] বিণ. ঠিক, যথাৰ্থ real.

**ওৰাদাৰি** বিণ. প্ৰচুৰ, যথেষ্ট abundant.

**ওৰাপেচ** বি. ঘূৰাই বা ফিৰাই দিয়া the act of returning.

**ওৰাৰ** বি. গিলিপ, ঢাকনী a cover.

**ওৰাৰি** ( পূ. অ. ) বি. হাউলি, ঘৰবাৰী family compound, an enclosed space.

**ওৰাৰিচ** বি. উত্তৰাধিকাৰী an heir.

**ওৰাৰেণ্ট** বি. ৰজাৰ হুকুমমতে কোনো লোকক ধৰি আনিবলৈ দিয়া পৰণা warrant.

**ওৰেলচ-এইচ্-জি** নোবেল প্ৰাইজ পোৱা এজন ঔপন্যাসিক।

**ওষধি, ওষধী** বি. এবাৰ ফল বা ফুল ধৰি মৰি যোৱা উদ্ভিদ an annual plant.

**ওষ্ঠ** বি. ওপৰ ওঁঠ the upper lip.

**ওসাৰ** ( পূ. অ. ) বি. ওহাৰ।

**ওস্তাদ** (আৰবী) বি. গান বাদ্য আদি শিকোৱা মানুহ, ওজা an instructor, পাৰ্গত well-up. বি. **ওস্তাদি** ওস্তাদৰ কাৰ্যা।

**ওহাৰ** বি. জন্তুৰ গাখীৰৰ বাহ the udder of animals. অক. ধা. ওহাৰলৈ গাখীৰ নমা to fill the udder with milk.

**ওহালি** বি. টোলোঠাৰ পৰা হাতেৰে চুকি পোৱা পৰিমাণৰ তাঁতত থকা কাপোৰ।

**ওহি** ( পূ. অ. ) বিণ. এই, এইটো this.

**ওহেলি** তাত শালত, গাড়ীত নেমেবোৱাকৈ, দহটনীত দুয়োহাতেৰে ধৰি যিমান খিনিলৈ বোৱ পাৰি সেই খিনিকে এক ওহেলি বোলে।

**ওহোঁ** অসম্মতি জনোৱা অব্যয় a negative particle.

—o—



**ঔ** স্বৰবৰ্ণৰ চতুৰ্দ্দশ আখৰ the fourteenth letter of the vowels. অব্য. আঁতৰত থকা সক বা সমনীয়া মানুহক মতা মাত a particle used in addressing a person of an equal or inferior rank.

**ঔ, ঔটেঙা** বি. এবিধ গছৰ গুটি a kind of acid fruit.

**ঔ-আই** অব্য. বিস্ময় বা দুখ বুজোৱা মাত an exclamation of surprise or sorrow.

**ঔচ্** অব্য. কুকুৰক মতা মাত a particle used in calling a dog.

**ঔচিত্য** বি. ন্যায্যতা, উপযুক্ততা fitness, propriety.

**ঔৎসুক্য** বি. আগ্ৰহ, উৎকণ্ঠা eagerness, anxiety.

**ঔদ্যোগিক** শিল্প সম্বন্ধীয়।

**ঔদার্য্য** বি. উদাৰতা, বিশালতা, বদান্যতা, সৰলতা sincerity, generosity.

**ঔদাসীন্য, ঔদাস্য** বি. উদাসীনতা, অনাসক্তি, বৈৰাগ্য stoicism, indifference.

**ঔদ্ধত্য** বি. উগ্রতা, অবিনয়, ধৃষ্টতা, দৰ্প wickedness, disobedience, pride.

**ঔপনিবেশিক** বিণ. উপনিবেশ সম্বন্ধীয় colonial.

**ঔপনিষদ** উপনিষৎ সম্বন্ধীয়।

**ঔপন্যাসিক** বিণ. উপন্যাস সম্বন্ধীয়। বি. উপন্যাস লেখক pertaining to fiction or novel, a novelist.

**ঔৰৎ** [ আৰবী, আউৰৎ, আওৰৎ ] বি. তিৰোতা, পত্নী wife.

**ঔৰস** বিণ. বীৰ্য্যজাত, নিজৰ পৰা নিজ ভাৰ্য্যাত জন্ম হোৱা born from lawfully married parents. বি. পুৰুষ বীৰ্য্য semen.

**ঔৰ্দ্ধদেহিক, ঔৰ্দ্ধদৈহিক** মৃত্যুৰ পাছত অনুষ্ঠিত, অন্ত্যেষ্টি funeral.

**ঔষধ, ঔষধি** বি. ৰোগ দূৰ কৰা গুটি, পাত, মূল আদি, সকলো প্ৰকাৰৰ দৰৱ medicine, প্ৰতিকাৰ remedy.

**ঔষধালয়** বি. ঔষধ পোৱা ঠাই, ডাক্তৰখানা dispensary.

—o—

# ক

**ক** ব্যঞ্জন বৰ্ণৰ প্ৰথম আখৰ the first letter of the consonants, বি. ব্ৰহ্মা। সক. ধা. কথা ক, মাত speak, utter.

**কইদ** ( আৰবী-কায়দা ) বি. যন্ত্ৰাদি ব্যৱহাৰৰ কৌশল বা নিয়ম, কায়দা the mode of using an instrument, সুচল, সুবিধা convenience.

**কইৰ্** বি. এবিধ চৰাই the partridge.

**কংগ্ৰেছ** বি. ভাৰতীয় ৰাজনৈতিক মহাসভা congress.

**কংস** বি. কৃষ্ণৰ মোমায়েক। **কংস-আফাল** বহুত ওপৰলৈ তুলি তাৰ পৰা মৰা আফাল।

**কঁইটা** বি. পিব নোৱাৰাকৈ ম'হ পোৱালীৰ মুখত বন্ধা শলা, a muzzle to prevent the calves of buffaloes from sucking.

**কঁকলিয়া** সক. ধা. চুৰিয়া বা মেখেলা আটি পিন্ধিবলৈ পেট খালকৈ দে draw in the stomach.

**কঁকলীয়া, কঁকলুৱা** বিণ. কঁকালৰ সমান দ বা ওখ coming up to the waist, waist-deep.

**কঁকাল** বি. কটি, গাৰ পেঁা মাজ ভাগ the loins, the waist. **কঁকাল**

পৰ ক্রি. বুঢ়া হ দুৰ্ব্বল হ to become lean and weak, to loose strength. বিণ. **কঁকাল পৰা**। **কঁকাল পাৰ** সক. ধা. বলৰ প্ৰধান কাৰণ নষ্ট কৰা। **কঁকাল বান্ধ** অক. ধা. কোনো কাম কৰিবলৈ সাজু হ to be prepared to do a thing.

**কঁকাল ভাঙ** ক্রি. বলৰ প্ৰধান কাৰণ নষ্ট কৰ, দুৰ্ব্বল কৰ destroy power, to weaken. **কঁকাল ভগা** বিণ. দুৰ্ব্বল, ক্ষমতাশূন্য।

**কঁকালাখি** বি. কঁকালৰ বিষ lumbago.

**কঁকালী** বি. কঁকালত বন্ধা জৰী, পেটি belt.

**কঁকালে-কঁকালে** ক্রি. বি. এটাৰ কঁকাল আন এটাৰ ককালেৰে লগ লগাই waist to waist.

**কঁকিলা** বি. এবিধ মাছ a kind of fish. **কঁকিলাদাৰ** কঁকিলা মাছৰ দাৰ বা ঠোঁট।

**কঁকিয়া** স. ধা. কাঁকৈৰে চুলিৰ জট ভঙা, কাঁকৈৰে মূৰ আঁচোৰ, to comb.

**কঁচ** সক. ধা. নিছিগাকৈ বেপি কাট, কাঁচ to chop without cutting into pieces.

**কঁটাল** সক. ধা. আখি বা কাঁইট গুচাই নিমজ কৰ to cut off the branches, মুখৰ ভিতৰত লাগি থকা খোৰা বস্তু জিবাৰে একলাই পৰিষ্কাৰ কৰা to cleanse the mouth with the tongue, জোকাৰি পৰিষ্কাৰ কৰ to remove the dirt.

**কঁটিয়া** সক. ধা. অতি সৰহকৈ খা, বলেৰে মুখত সুমাই দে to thrust into the mouth or throat, হাল বাওঁতে গৰু ম'হক জোঙা এছাৰিৰে খোচ drive with a goad.

**কঁটীয়া** বিণ. চুটি চাপৰ a dwarf.

**কঁটীয়া-কপৌ** বি. সাধাৰণ কপৌ চৰাই the common dove.

**কঁটীয়া বজৰু** বিণ. নিচেই নবঢ়া, চুটি চাপৰ, stunted, dwarf.

**কঁটীয়া লাগ** চুটি-চাপৰ হৈ থকা, to be stunted in growth.

**কঁঠলুৱা** বিণ. কঁঠাল কাঠৰ দৰে টান, আঠাযুক্ত hard, clayey. **কঁঠলুৱা চপা** এবিধ ফুল।

**কঁঠাল** বি. এবিধ গছ আৰু তাৰ গুটি the jack fruit and its tree.

**কঁঠাল-গুটীয়া** কঁঠাল গুটিৰ দৰে সৰু, small, little, এবিধ সৰু চৰাই a kind of tiny bird.

**কঁতৰা** বি. ঢেঁকীৰ ফিচাৰ ফালে দুগালে পুটি দিয়া এযোৰ খুটা, জৰী বাটি থাকোঁতে তাক মেৰাই থবলৈ কাণ কাটি লোৱা বাহৰ সঁজুলি, পহৰ শিঙৰ ফেৰেঙনি।

**কঁথা** বি. বহুত ফটা কাপোৰ লগ

লগাই সি লোৱা নিহালি a quilt made of rags.

**কঁপ** সক. ধা. অস্থিৰ হ, লৰচৰ কৰ to quiver, to tremble. বি. **কঁপ-জ্বৰ** বি. কঁপনি হোৱা জ্বৰ, কঁপণি ধৰি উঠা জ্বৰ, an ague. **কঁপনি, কঁপা** সক. ধা. কঁপনি ধৰা cause to shake or tremble.

**কঁবাল** স. ধা. সল্‌সলীয়া বা নিমজ কৰ to cut off branches.

**কঁৰিয়া, কঁড়িয়া** সক. ধা.·শৰ মাৰ, কাঁৰ মাৰ to shoot with an arrow.

**কঁড়িয়া-কঁড়ি** বি. কাঁড় মৰামৰি shooting arrows at one another.

**কঁৰীয়া** বি. তিৰোতাই কাণত পিন্ধা এবিধ অলঙ্কাৰ an ear-ring, গৰু ম'হৰ গাখীৰ খীৰোৱা চুঙা a bamboo receptacle used in milking.

**কঁহ** বি. কাঁহ, তাম, পিতল আদি ধাতুত টেঙা বা আন চোকা বস্তু লাগিলে উৎপন্ন হোৱা মল বা সেউজীয়া বং verdigris. অক. ধা. **কঁহউঠ**।

**কঁহাৰ** বি. কাঁহৰ কাম কৰোঁতা a bell-metal, worker. **কঁহুৱা** বিণ. কাঁহেৰে তৈয়াৰী made of bell-metal, কাঁহ মিহলি থকা alloyed with bell-metal.

**কঁহুৱা** বি. এবিধ দীঘল বন a kind of grass. **কঁহুৱানি** কঁহুৱা বনৰ হাবি।

**কঁহকঁহীয়া** বিণ. নতুন, জীয়া fresh, উঠি অহা, পুষ্ট growing, healthy.

**ককৰ্থনা** বি. কটু কথা, গালি, নিন্দা abuse, reproach.

**ককা** বি. এবিধ পকুৱা a kind of ant, বোপাই বা আইৰ বাপেক a grand father.

**ককাই** বি. নিজতকৈ ডাঙৰ, জ্যেষ্ঠ ভাই, দাদা an elder brother, নিজতকৈ বয়সীয়া মানুহক মতা মাত a word used in addressing an elderly man.

**কক্কক** বি. কুকুৰাৰ শব্দৰ নিচিনা শব্দ। **কক্ককি** বি. নিজৰ শক্তি থাকক বা নেথাকক তাক নেভাবি কাম কৰিবলৈ আগ বঢ়া thoughtless eagerness.

**ককোল** বি. এবিধ সুগন্ধি গুটি an aromatic berry.

**ককবকা** সক. ধা. পানীত পৰি বিবুদ্ধি হৈ ভালকৈ মাতিব বুলিব নোৱাৰি হাত মুৰ জোকাৰি উঠিবৰ চেষ্টা কৰা to struggle to get out of water, আপদত পৰি বিবুদ্ধি হয়। বি. **ককবকনি**।

**কখ্** বি. কৰঙন আৰু তলপেটৰ মাজৰ চুক the upper corner of the thigh.

**কণ্ডাল** বিণ. ভুখীয়া, খাবলৈ

নোপোৱা poor, destitute. বি. **কঙালী**।

**কঙালী-বিহু** বি. কাতি বিহু, the Kati Bihu.

**কঙ্ক** বি. বগলী চৰাই, এবিধ চৰাই, a bird of the heron family, অজ্ঞাতবাসৰ সময়ত যুধিষ্ঠিৰৰ ছদ্ম নাম।

**কঙ্কন** বি. হাতৰ বাউসীত পিন্ধা অলঙ্কাৰ, এবিধ খাৰু a bracelet.

**কঙ্কৰ** বি. শিল, ইটা বা টান মাটিৰ সৰু সৰু গুটি gravel.

**কঙ্কাল** বি. শৰীৰৰ তেজমঙহ আদি নোহোৱা হৈ থকা হাড় ছাল skeleton. (পূ. অ.) কঁকাল the waist.

**কচ্** বি. এবিধ মাছ a species of fish, বৃহস্পতিৰ পুতেক, শুক্ৰাচাৰ্য্যৰ শিষ্য, খোঁচা সঁজুলি, পঁচা।

**কচ্** অক. ধা. বান্ধোতে জৰী টান, আঁট to draw the string tight in binding.

**কচ্‌কচ্** (অনুকাৰ শব্দ) খজুৱাওতে বা কেঁচা বস্তু চোবাওঁতে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that of scratching or chewing any raw thing. বি. **কচকচনি** বিণ. **কচকচীয়া**।

**কচকা** বি. হাড়ৰ জোৰাত খোৱা পাক, মোচোকা a sprain. অক. ধা. **কচকা খা**।

**কচম্** (আৰবী—কসম্) বি. শপথ an oath.

**কচৰ্‌কচৰ্** বি. কোনো অস্ত্ৰেৰে নাইবা দাঁতেৰে বস্তু কুটোতে হোৱা শব্দৰ নিচিনা শব্দ an imitative sound like that of biting or cutting hard thing.

**কচৰৎ** (আৰবী—কসৰৎ) বি. অঙ্গ সঞ্চালন, কুস্তী, ব্যায়াম drill, physical exercise.

**কচা** কৃদ. বিণ. টানি বা আঁটি বন্ধা, টান tightly tied, hard.

**কচা** (পূ. অ.) সক. ধা. কোঁচাই আন, চপা to draw together.

**কচা, কছা** (পূ. অ.) সক. ধা. কাপোৰ পিন্ধা to cause to be dressed.

**কচাই** বি. পশু মাৰি তাৰ মঙহ বেচা লোক a butcher.

**কচাল** সক. ধা. ঘনে ঘনে লৰা, জোকাৰ to shake.

**কচু** বি. এবিধ সৰু উদ্ভিদ আৰু তাৰ মূল। বিণ. **কচুৱা** কচুৰ নিচিনা, কচুৰ গুণ বিশিষ্ট, like the arum, having the quality of the arum. **কচু কটাদি** এফালৰ পৰা কাটি যা, অধিক পৰিমাণে কাট to cut right down. **কচু-গুটি** কচুৰ টেপু, দুষ্ট লৰা, a tuber of the arum, a wicked or troublesome child. **কচু-হাঁহ** আমৰলীয়া

বৰণৰ এবিধ পানী হাঁহ, a variety of wild duck.

**কচুৰ** (আৰবী—কসুৰ) বি. অপৰাধ, দোষ, ত্ৰুটি offence, failure, deficiency.

**কচুৰি** বি. ভিতৰত ভজা বস্তু দি কৰা এবিধ পিঠা a kind of Indian cake.

**কচোৱান** বি. ঘোঁৰা শিকোৱা মানুহ, ঘোঁৰা গাৰী চলাওঁতা a trainer of a horse, a driver of a coach.

**কচ্ছপ** বি. কাছ a tortoise.

**কছাৰী** বি. আসামত বাস কৰা এজাতি মানুহ the Kacharis.

**কজলা** বি. অলপ বগা মিহলি নীল বৰণীয়া, মেঘ বৰণীয়া bluish white, ৰঙাৰে মিহলি কলা dark red, purple.

**কজুৱাই** বি. ঘৰে ঘৰে বস্তু বেচি ফুৰা বেপাৰী a hawker.

**কজ্জলী** বি. একেলগে মিহলোৱা ৰসগন্ধক (ৰস-পাৰদ) sulpher and mercury mixed together.

**কঞ্চুকী** বি. ৰজাৰ লগত সদায় থাকি নানা কামত পৰামৰ্শ দিয়া হিতৈষী বামুণ বিষয়া a courtier.

**কঞ্জ** বি. পদুম a lotus.

**কঞ্জৰ** বি. হাতী, সূৰ্য্য, ময়ূৰ elephant, the sun, peacock.

**কটং** (অনুকাৰ শব্দ) টান বস্তুত টান বস্তুৰে খুন্দা বা মাৰ মাৰিলে হোৱা শব্দ। ক্ৰি. বিণ. **কটংকৰে**।

**কটক** বি. সেনা, ফৌজ an army.

**কটপ্‌কটপ্‌** (অনুকাৰ শব্দ) টান মাটিৰ ওপৰত জোতা আদিৰে খোজ কঢ়াত হোৱা শব্দ।

**কট্‌কট্‌** (অনুকাৰ শব্দ) টান বস্তুত কামোৰ বা আঘাত কৰাৰ শব্দ। **কট্‌কট্‌কৰে** বৰ দুখ পোৱাকৈ কঠিনৰূপে। বি. **কট্‌কট্‌নি, কট্‌-কটীয়া** বিণ. টান, অস্থিৰ tight, restless.

**কটকিনা** বিণ. কৃপণ, চিকটা niggardly, miserly, দুৰ্লভ scarce, বি. **কটকিনালি**।

**কটকী** বি. ৰাজদূত a royal messenger.

**কটঙা** বিণ. নীৰস, কঙাল hard, poor.

**কটনা** বি. বেচিবৰ কাৰণে সূতা কটা বা কাপোৰ বোৱা কাৰ্য্য, সূতা কাটি বা কাপোৰ বৈ বেচা কাৰ্য্য the spinning or weaving for wages. **কটনা কাট** বেচ লৈ সূতা কাট বা কাপোৰ ব।

**কট্‌মট্‌কৈ** ক্ৰি. বিণ. দুখে কষ্টে with difficulty. **কটমটীয়া** বিণ. টান, কঠিন hard, difficult.

**কটৰ** বি. টান বস্তুত কামোৰ বা খুন্দা মাৰিলে হোৱা শব্দ। **কটৰীয়া** বিণ. ভালকৈ নিসিজা বা কোমল নোহোৱা, টান নীৰস।

**কটা** কৃদ. বিণ. কাটি পেলোৱা cut. বি. কটা বা ছেদন কৰা কাৰ্য্য act of cutting. **কটাকটি** বি. পৰস্পৰে ইটোৱে সিটোক কটা কাৰ্য্য cutting or stabbing each other. **কটাযোৱা** গালি পৰা মাত। **কটাৰ পো** গালি পৰা মাত।

**কটাৰ** ( পু, অ. ) সক. ধা. পীড়া কৰ to cause pain.

**কটাৰী** বি. এবিধ সৰু অস্ত্ৰ a knife.

**কটাল** বি. ( পু. অ. ) বি. পৰিমাণ measure.

**কটাহ** বি. কেৰাহী লোহোৰা a frying pan, কাছৰ চলং, বস্তুৰ টান বাকলি a hard shell or cover.

**কটাহি** বি. খঙেৰে চকু পকাই চোৱা angry look.

**কটাক্ষ** বি. চকু কেৰাহি কৰা দৃষ্টি, চকু পকাই কৰা দৃষ্টি a side long look, কাণ নকৰা indifference, কোপ দৃষ্টি angry look.

**কটি** বি. শৰীৰৰ মাজ ভাগ, কঁকাল the waist ( নামনি ), শৌচ দুৱাৰ the anus. **কটি সূত্ৰ** কঁকালত বন্ধা জৰী। **কাটিয়া ধাৰি** এবিধ ধাৰি।

**কটীয়া** বি. যি কাটে, কাটোঁতা one who cuts.

**কটু** বিণ. জলা pungent, সোৱাদ নোহোৱা not agreeable to the taste, কৰ্কশ harsh. বি. **কটুতা**, **কটুভাষী** বিণ. বেয়া কথা কোৱা, অপ্ৰিয়বাদী foul-mouthed. স্ত্ৰী. **কটুভাষিণী**।

**কটুৰ** বিণ. টান, নীৰস hard, dry and barren, নিৰ্দ্দয় hard-hearted.

**কটুক্তি** বি. কটুকথা, গালি rude word, reproach.

**কঠ** বি. মুঠা বা কুঁহিলা আদিৰে কৰা আসন a mat made of grass.

**কঠনা** বি. এবিধ বগা ফুলধৰা গছ, তাৰ ফুল a species of flower and its plant.

**কঠা** বি. আধসেৰ, সেই পৰিমাণৰ জোখা পাত্ৰ, কুৰি লোচা ( মাটি ) a measure of capacity equal to half a seer, twenty lochas ( of land ).

**কঠিন** বিণ. টান, কৃপণ, বুজিবলৈ টান hard, miserly, difficult to understand. বি. **কঠিনতা** কঠিন গুণ hardness.

**কঠীয়া** বিণ. একঠা ধৰা measuring one katha or half a seer. বি. গঁচ, বিধান, কৰৰ কাৰণে সিঁচি গজাই ৰখা ধানৰ পুলি seed kept sowing, rice plant grown for transplanting. **কঠীয়া পাৰ** পুলি গজাবলৈ শালি ধান সিঁচ to sow paddy grains for seedlings. **কঠীয়ামাৰ** নিৰ্ম্মূলকৰ, ধ্বংসকৰ to destroy or spoil totally. **কঠীয়াতলী** যি ঠাইত

কঠীয়া সিঁচে rice seedling bed. কঠীয়ালি কঠিয়া গজি থকা ঠাই place full of paddy-seedlings.

কঠুৱা বিণ. কাঠৰ নিচিনা টান আৰু নীৰস dry and hard like wood. নিৰ্দ্দয় heartless, কৰ্কশ, হটা harsh, rough, সোৱাদ নথকা tasteless. বি. কাঠৰ সৰু পাত্ৰ a small wooden vessel.

কঠোপনিষদ বি. এখন উপনিষদ—ইয়াত ঈশ্বৰ বিষয়ক তৰ্ক বিতৰ্ক আছে।

কঠোৰ বিণ. কৰ্কশ, টান harsh, rough, উগ্ৰ severe, নিৰ্দ্দয় heartless, কষ্টকৰ painful, বুজিবলৈ টান difficult to understand. বি. কঠোৰতা।

কড়া বি. এটা কড়িৰ সমান মূল্য the value of a Cowri shell.

কড়া ক্ৰান্তি বিণ. অৰ্থৰ পৰিমাণ বোধক ক্ষুদ্ৰতম সংখ্যা বা সঙ্কেৎ।

কড়ি বি. সাগৰত পোৱা এবিধ বগা সৰু শামুকৰ খোলা a cowri, বুকৰ মাজৰ হাড়ৰ তলৰ মূৰ, হিয়াৰ কড়ি the lower extremity of the sternum, নাৱৰ ঢিং the projecting end of a country-boat.

কড়াকড়ি বি. এজনে আনজনৰ পৰা কাঢ়ি বা বলেৰে আজুৰি নিব খোজা কাৰ্য্য, আঁজোৰা-আঁজুৰি an attempt to snatch away from one another, scrambling.

কঢ়িয়া অক. ধা. এঠাইৰ পৰা আন ঠাইলৈ বৈ নিয়া to carry, to convey.

কণ বি. নিচেই সৰু অংশ, অতি ক্ষুদ্ৰ ভাগ a small particle, গুটিৰ যি অংশৰ পৰা গাজ বা পুলি ওলায় the germ or the eye of a seed.

কণফিউচিয়াচ চীনদেশৰ এজন দাৰ্শনিক আৰু সমাজ সংস্কাৰক।

কণ্‌কণীয়া বিণ. চুকে কাণে ভৰা, পৰিপূৰ্ণ full, heavy.

কণ-জলকীয়া বি. এবিধ সৰু বনৰীয়া জলকীয়া, aspecies of wild chilli.

কণ জহা বি. এবিধ সৰু জহা ধান a kind of paddy.

কণমৰা উৎপন্ন শক্তি নষ্ট কৰা দৰব, সন্তান উৎপাদন কৰা শক্তি নাশ কৰা ঔষধ। কণমাৰ সমূলি নষ্ট কৰ।

কণা বি. নিচেই অলপমান, একণ a small particle.

কণা বি. দেখা শক্তি নথকা without the faculty of seeing. বি. চকু নথকা বা দেখা শক্তি নাইকিয়া মানুহ a blind man. স্ত্ৰী. কাণী।

কণাকণি বি. আনে শুনানাকৈ কাণে কাণে কথা কোৱা, গোপনে কথা-

ফুচফুচ কৰা act of whispering to one another.

**কণাদ** বি. বৈশেষিক দৰ্শন লিখা মুনিৰ নাম the name of the sage who established the Vaisesika school of philosophy.

**কণাপুণী** বি. এবিধ সৰু পুণী।

**কণাবিধাতা** বি. যাৰ দুখ লিখোঁতেওঁৰ নিমিত্তে বিধতা কণা, ব্ৰহ্মা, বিধাতা, (নিন্দাৰ্থে) god of fortune.

**কণা-বেহা** বি. কণাৰ দৰে বেপাৰ, অধিক মূল্যত কিনি কম দামত বেচা কাৰ্য্য, the act of working at a loss, লাভ নোহোৱা বেপাৰ, নিষ্ফল চেষ্টা।

**কণামোকৰি** বি. কাণৰ ভিতৰৰ মলি ear-wax.

**কণামুচৰি** বি. এবিধ মাছ খোৱা চৰাই, কাণ বগুলা a kind of bird.

**কণামুণা** বি. চকুৰে নেদেখা বা নমনা হোৱা অৱস্থা, কণাৰ নিচিনা বুজিব বা মনিব নোৱৰা হোৱা অৱস্থা state of being in blindness or ignorance. বিণ. এন্ধাৰ dark.

**কণামুখি** বি. কোনফালে যাওঁ, কোন ফালে নেযাওঁ ভাবি বিভত হোৱা অৱস্থা, বাট-কেঁৰা লগা state of being confused as to which way to proceed. **কণাবদলি** বি. অধিক কাৰ্য্য, কি ফল ধৰে তাৰ নিশ্চয় নোহোৱা চেষ্টা। **কণাৰ লাখুটি** নিৰাশ্ৰয় অৱস্থাৰ আশ্ৰয় বা সহায়।

**কণিকা** বি. একণ, সৰু অংশ a small drop of water.

**কণিয়া, কণিকিয়া** অক. ধা. সৰু সৰু টোপাৰে বৰষুণ পৰ to drizzle, তিয়াই ৰখা কঠীয়া ধানৰ গাজ ওলা to germinate.

**কণিবিহ** বি. এবিধ সামান্য বিহৰ গুটি, তাৰগছ croton seed and its plant.

**কণিয়নি** বি. বৰষুণৰ সৰু সৰু টোপা।

**কণী** বি. ডিমা, অণ্ড an egg, পুৰুষৰ অণ্ডৰ গুটি a testicle, তাঁতৰ কাঠিৰ মাজৰ জলঙা বা বাট, য আক তাঁতৰ কাঠিৰ মাজে সুমাই অনা তাঁতৰ দীঘল সূতা।

**কণী দি** অক. ধা. গেলা মাছ, মঙহ, ঘা আদিত পোক জগিবৰ কাৰণে মাখিয়ে কণী পাৰ to lay eggs on rotten meat etc. for producing worms.

**কণী-ধান** বি. এবিধ সৰু ধান a kind of paddy.

**কণী-পাৰ** অক. ধা. কণী বা ডিমা প্ৰসৱ কৰ lay eggs.

**কণী-পোক** বি. হাতৰ বা ভৰিৰ নখৰ চুকত হোৱা এবিধ ৰোগ, নখ চুকিয়া।

**কণী-লগা** বিণ. পেটত কণী থকা (মাছ) big with spawn as a fish.

**কণুৰা** বি. এবিধ মাছ খোৱা চৰাই a kind of bird.

**কণ্টক** বি. কাঁইট, হুল a thorn, মাছৰ হাড় fish-bone, শত্রু enemy.

**কণ্টকাৰী** বি. দবৰত লগা এবিধ সৰু গছ।

**কণ্টকিত** বিণ. কাঁইট থকা।

**কণ্ঠ** বি. ডিঙিৰ আগৰ ভাগ, টেঁটু the throat. **কণ্ঠ-নালী** গ্রাস-নলী বা শ্বাস নলী। **কণ্ঠ-শ্বাস** বি. মৃত্যুৰ পূর্ব্বে মুখেৰে লোৱা শ্বাস।

**কণ্ঠস্থ** বি. ডিঙিত থকা, মুখস্থ attached to the neck, got by heart.

**কণ্ঠাগত** বি. প্রাণবায়ু ডিঙিলৈ অহা, মৰিবলগা হোৱা come to the throat as breath at the time of death, about to die.

**কণ্ঠাল** (পু. অ.) বি. কঁঠাল।

**ক,ণ্ঠি, কণ্ঠী** বি. মুনিহে ডিঙিত পিন্ধা এধৰীয়া মণি, হাৰ a necklace worn by a man.

**কণ্ঠ্য** বি. কণ্ঠ সম্বন্ধীয়।

**কণ্ডিয়া** (পু. অ.) বি. গাখীৰ খীবোৱা বাঁহৰ চুঙা, কঁৰীয়া।

**কণ্ডু, কণ্ডু** (পু. অ.) বি. খজুৰতি itching, irritation.

**কণ্ডুয়নক.** ধা. খজুৱা, কোকা।

**কণ্‌ম্যৌ কম্মৌ** বি. এবিধ গছৰ গুটি a kind of fruit.

**কণ্ব** বি. এজন মুনিৰ নাম।

**ক'ত** সর্ব্ব. কোন ঠাইত where.

**কত** বিণ. কিমান, বহুত some, many. ক্রি. বিণ. কি পৰিমাণে কিমানকৈ how much, to what extent.

**কতক** বিণ. অনিশ্চিত বহু লোক বা বস্তু।

**কতপা** বি. দৃঢ়কৈ কোৱা কথা, আদেশ বা উপদেশ a command or advice.

**কতবা** বিণ. অনিশ্চিত বহু how many or how much.

**ক'ত্‌বা, ক'ত্‌বাত** ক্রি. বিণ. অনিশ্চিত কোনো ঠাইত, ক'ৰবাত at some unknown place.

**ক'তা** ক্রি. বিণ. কোন ঠাইত (প্রশ্ন সোধাত) here.

**কতিপয়** বিণ. অলপমান, কিছুমান some, few.

**কতিয়া-ক'তি** বিণ. এটাৰ ফালকৈ আনটো কাতি হোৱা বা হলা, চুকিয়াচুকি inclining towards one another, diagonal. ক্রি. বিণ. কতিয়াকতিকৈ।

**কতিহ** (পু. অ.) কেতিয়াবা sometimes, now and then.

**কতীয়া** বিণ. কাতি মাহত হোৱা born or produced in the month of kartika.

**কতীয়া** বিণ. কাতি হোৱা হলনীয়া inclining, slanting, বেঁকা oblique, এচুকৰ পৰা আন চুকলৈ যোৱা diagonal. ক্রি. বিণ. কতীয়াকৈ।

**কতেক** (পু. অ.) সর্ব্ব. কিছুমান, কতক some.

**কতো, কতোছো** (পু. অ.) বিণ. বিবিধ, হৰেক ৰকমৰ, কিছুমান many, some.

**কতোৱাল*** (আৰবী) বি. শান্তি-ৰক্ষাকাৰী, চিপাহী।

**কতোক্ষণে** (পু. অ.) ক্রি. বিণ. কিছু সময়লৈকে for sometime.

**কথ্** বি. খৈৰকাঠ সিজাই বাহিৰ কৰা আঠা catechu.

**কথক** বি. কথা কওঁতা, বক্তৃতা কৰোঁতা a speaker. **কথকি** বিণ. অধিক কথা কোৱা, বাকপটু talkative, eloquent in speaking. বি. ভালকৈ কথা কব পৰা মানুহ, বেছি কথা কোৱা মানুহ a fluent speaker, a talkative man. স্ত্রী. **কথকী, কথকিনী**।

**কথঞ্চিত** অব্য. কিঞ্চিত, অলপীয়া, limited, slight. ক্রি. বিণ. **কথঞ্চিতৰূপে**।

**কথন** বি. কথা কোৱা কার্য্য, কোনো কথা বর্ণাই কোৱা কার্য্য speaking, a speech. বিণ. **কথনীয়** কোৱাৰ যোগ্য fit to be spoken.

**কথন-প্রথন** বি. কথোপকথন, আলাপ, আলোচনা conversation discussion.

**কথ্‌বেল্** বি লতা বেল, এবিধ ফল a kind of fruit.

**কথমপি** ক্রি. বিণ. কোনো প্রকাৰে, কোনো উপায়েৰে some how, with difficulty, মুৰেমুৰে, কাণে কাণ মাৰি barely.

**কথা** বি. শব্দ, বাক্য, বিবৰণ a word, a sentence, a descriptive statement, আলাপ conversation, গল্প story, বচন saying, অভিপ্রায় intention, অঙ্গীকাৰ, বন্দবস্ত a promise, প্রসঙ্গ, বিষয়, গুণগান (ভগবানৰ)।

**কথা-কৱিতা** যি কবিতাসুলভ বর্ণনা গদ্যত লিখা হয়, poems in prose. **কথান্তৰ** বিবাদ, কথা কটাকটি। **কথা-কিম** নিজৰ পেটৰ কথা ভাঙি কোৱাৰ ছলেৰে আনৰ পেটৰ কথা উলিয়াই ল। **কথা চহকী** বেছিকৈ কথাকোৱা। **কথা-চোৱা** অনাৱশ্যক ভাবে বহুকথা কৈ থকা talk too much. **কথা দি** বুধি বা পৰামর্শ দে advise, অঙ্গীকাৰ কৰা promise. **কথা পাগুল** কথা চোৱা। **কথা ফুট** স্পষ্টকৈ মাত ফুট বা ওলা। **কথা বান্ধ** আৰি যাব। **কথা হ** আলাপ কৰ। **কথা বান্ধ** (পু. অ.) কথাৰ আকাৰে, গদ্যেৰে in the form of a spoken language. **কথা বতৰা** কথা

বার্ত্তা কথোপকথন conversation, আলোচনা discussion. কথায় কথায় প্রতি কথাতে, কথাইপতি at every word. কথা শুনা, আজ্ঞা শুনা, হুকুম জনাই দে। কথা সাহিত্য বি. গল্প, উপন্যাস ইত্যাদি, যত কোনো আখ্যান থাকে।

কথা সাহিত্যিক বি. যিয়ে গল্প উপন্যাস আদি লিখে।

কথিত বিণ. উক্ত, কোৱা said, mentioned.

ক'থি (পু. অ) ক্রি. বিণ. ক'ত, কোন ঠাইত where.

কথোপকথন বি. দুই বা অধিকজনে কোনো বিষয়ে কৰা আলাপ, আলোচনা dialogue, discussion.

কথ্য বিণ. কবৰ যোগ্য, বাচ্য, fit or proper, to be said or spoken. কোৱা ভাষাত চলিত colloquial.

কদন ( পু. অ. ) [ হি. কদন-বিনাশ ] বি. বধ বা বিনাশ কৰা কাৰ্য্য destruction.

কদম্ বি. ভৰি, ঘোঁৰাৰ এধুৰীয়া খোজ foot, trotting place of a horse.

কদম, কদম্ব বি. এবিধ গছ, বঘু গছ a kind of tree.

কদৰ ( আৰবী-কদৰ ) বি. আদৰ, সম্মান, খ্যাতি respect, regard.

কদৰ্থ বি. বেয়া বা ভুল অৰ্থ bad or wrong meaning. সক. ধা বেয়া কথা ক, গালি পাৰ, নিন্দা কৰ to reproach, to abuse. কদৰ্থনা বি. গালি, নিন্দা, মন্দবাক্য reproach, abuse. কদৰ্থিত বিণ. যাৰ অসঙ্গত অৰ্থ কৰা হৈছে, বিকলীকৃত, ঘৃণিত।

কদৰ্য্য বিণ. কুৎচিৎ, জঘন্য, অতি বেয়া ugly, dirty, নীচ mean, কৃপণ miserly. বি. কদৰ্য্যতা।

কদলী বি. কল banana.

কদা ক্রি. বিণ.কোন সময়ত, কেতিয়া when.

কদাকাৰ বিণ. অশুৱনি, আগচি ugly বি. বেয়াগঢ় ugly appearance.

কদাচ ( সং—কদাচন ) ক্রি. বিণ. কদাপি, কেতিয়াও ever, even at any time ( always followed by a negative particle. )

কদাচাৰ বি. কুনীতি, কুনিয়ম, বেয়া আচাৰ bad conduct, a vice. বিণ. কদাচাৰী।

কদাচিত ক্রি. বিণ. কেতিয়াবা, কোনো সময়ত sometimes, ever.

কদাপি ক্রি. বিণ. কদাচ, কেতিয়াও ever, at any time even.

কদুক্তি বি কদৰ্থনা, বেয়া কথা, গালি abusive language, reproach.

কদ্রু, কদ্রূ বি. দক্ষ প্রজাপতিৰ কন্যা, কশ্যপ মুনিৰ ভাৰ্য্যা।

**কথ্‌বা** বি. 'খাথাবি' চোৱা।
**কনক** বি. সোণ gold.
**কনকচম্পা** বি. চঁপা জাতিৰ এবিধ গছ আৰু তাৰ ফুল a kind of flower.
**কনকলতা** ১৯৪২ চনৰ গণ আন্দোলনত পুলিচৰ গুলিত মৃত্যু বৰণ কৰা অসমজীয়ৰী, গহপুৰ অঞ্চলত তেওঁৰ ঘৰ আছিল।
**কনসার্ট** বি. বিবিধ যন্ত্ৰৰ ঐক্যতান বাদ্য, concert.
**কনষ্টেবল** বি. পুলিচ, প্ৰহৰী।
**কনয়া** (পু অ.) বি কনক, সোণ gold.
**কনা** বি. 'কন্ধা' চোৱা।
**কনাই** বি. ডিমক গুটি. আবৈ চাউল আৰু দুবৰিৰ টোপোলা, তাক তোলনি বিয়াত সন্তান স্বৰূপে ছোৱালীৰ কোলাত দিয়া যায়, আৰু শান্তি বিয়াৰ অন্তত দৰা কন্যা দুইও দুইৰ কোলাত দিয়া দি কৰে।
**কনাই-মলধু** বি. এবিধ ভাল চাউল হোৱা ধান a kind of paddy.
**কনাবি** বি. এবিধ বনফুল a kind of flower, নগৰা a ring or loop of a rope.
**কনা-শিমলু** বি. এবিধ বন a kind of herb.
**কনিষ্টবল** (ইং constable) বি. পুলিচ বিভাগৰ একেবাৰে তলৰ থাপৰ কৰ্ম্মচাৰী।
**কনিষ্ঠ** বিণ. সকলোতকৈ সৰু, বয়সত সৰু, অনুজ youngest, younger. স্ত্ৰী, **কনিষ্ঠা**।
**কনিষ্ঠাঙ্গুলি** বি. কেঁয়া আঙুলি little finger,
**কনীয়া** (কন্যাশব্দৰ কোমল ৰূপ) বি. বিয়াৰ কন্যা bride.
**কনৌৰ** বি. কৰবীৰ জাতীয় ফুল আৰু তাৰ গছ a kind of flower and its tree.
**কন্‌কন্‌** ধাতুৰ পাত্ৰ বা শুকান আৰু টান কাঠ আদিত আঘাত কৰিলে হোৱা শব্দৰ নিচিনা শব্দ। **কন্‌কননি** কনকন শব্দ। **কন্‌কনা** কন্‌কন্‌ শব্দ কৰা। **কন্‌কনীয়া** টান আৰু শুকান।
**কন্ধা** বি. কথা।
**কন্দ** বি. গছৰ মূল the root of a tree, মূল আদি কাৰণ source, origin.
**কন্দনামুৰা** বিণ. কান্দো কান্দো যেন হোৱা, শোক বা বিষাদযুক্ত having a sad countenance. স্ত্ৰী. **কন্দনামুৰী**।
**কন্দৰ** বি. পৰ্ব্বতৰ গহ্বৰ a cave.
**কন্দৰ্প** বি. কামদেৱ, মদন cupid.
**কন্দল** বি. দ্বন্দ্ব, বিবোধ quarrel.
**কন্দা-কটা** বি. চিঞৰ বাখৰ, কান্দোন crying.
**কন্দুক** বি. খেমালি কৰা চোপ বা গোলবস্তু ball.
**কন্দুৰা** সক. ধা. বেজাৰ বা বিৰক্তি

লগাই কান্দিবলৈ দে cause to cry or weep.

কন্ধ বি. কাণ, বাহুৰ গুৰি ভাগ, পুথিৰ এভাগ the shoulder, a canto, এবিধ মূৰ নথকা ভূত (কবন্ধ)। কন্ধ-পৰা যাৰ ভঙা, নষ্ট পোৱা। কন্ধপাত বিনাশ, মৰি যোৱা।

কন্ধা বি. কনা, এবাৰত কান্ধত নিব পৰা মুঠা a big bundle.

কন্যা বি. কুমাৰী, ছোৱালী a girl, a virgin, স্ত্ৰী, দুহিতা a daughter, কন্যাৰাশি the sign virgo. কন্যা-কাল বি. ছোৱালীৰ যৌবন কালৰ আৰম্ভ, ছোৱালীৰ বিয়াৰ কাল the age of puberty. কন্যাখোজ বি. ধীৰ গতি, লাহে লাহে কঢ়া খোজ, বিয়াৰ কন্যাৰ নিচিনা খোজ slow walking like that of a bride. কন্যাগত বি. প্ৰেতপক্ষ, আহিন মাহৰ কৃষ্ণ পক্ষ।

কন্যাদান বি, ছোৱালী বিয়া দিয়া কাৰ্য্য। কন্যাদায় বি. সময়মতে কন্যা বিয়া দিব নোৱাৰাৰ হেতু হোৱা দায় the difficulty of giving a daughter in marriage in time.

কপট বি. ছল, যথাৰ্থ ভাবৰ গোপন, মুখত এক পেটত আন ভাব hypocrisy, dissimulation. মনত লুকাই ৰখা খং বা হিংসা ভাব grudge, concealed ill feeling. কপটাচাৰ বি. ভণ্ডামি, কপট ব্যৱহাৰ hypocrisy, বিণ. কপটাচাৰী, কপটী, কপটীয়া যাৰ মনত কপট ভাব থাকে hypocritical. কপট বেশ ছদ্মবেশ disguise.

কপৰা বি. কপাহৰ চুপহি, কপাহ ফুলৰ কলি an un-opened pod of cotton, চুক, ঠেকঠাই a corner, a nook.

কপৰ্দ্দক বি. কড়ি a cowri shell, কড়িৰ সমান মূল্যৰ ধন the value of a cowri.

কপলীয়া বিণ. কপালী, ভাগ্যবান lucky, fortunate.

কপছৰা বি. কপাহৰ ব্যৱসায় কৰোঁতা a dealer in cotton, কপাহৰ নিচিনা (soft) like cotton.

কপাট বি. দুৱাৰ a door.

কপাৰ নিকাচ বিখ্যাত জ্যোতিৰ্ব্বিদ।

কপাল বি. মূৰৰ সমুখৰ ফাল, চকু আৰু মূৰৰ চুলিৰ মাজ ভাগ the forehead, ভাগ্য, অদৃষ্ট fate, luck. কপাল খা নিজৰ সৌভাগ্য নষ্ট কৰ। কপালত জুই লাগ সৌভাগ্য নষ্ট হ। কপাল জেঠী বি. কপালী ভিৰোতাই কপাল আৰু মূৰত পিন্ধা এবিধ অলঙ্কাৰ, a kind of ornament worn on the forehead of woman.

কপাল ফুট ভাগ্য নষ্ট হ। কপাল ফুল সৌভাগ্য উপস্থিত হ। কপাল ফুটা বিণ. দুৰ্কপলীয়া, ভাগ্যহীন unfortunate. কপালৰ গাঁঠি বি. দুৰ্দ্দশা ill-luck. কপালহীন বিণ. ভাগ্যহীন unfortunate.

কপালি বি. তিৰোতাৰ কপালত পিন্ধা এবিধ অলঙ্কাৰ।

কপালী বিণ. ভাগ্যবান fortunate. বি. কপালত পিন্ধা অলঙ্কাৰ an ornament.

কপাহ বি. সেই নামেৰে এবিধ গছ। গুটিৰে সৈতে থকা তুলা, পৰিষ্কাৰ নকৰা তুলা cotton. কপাহনি কপাহৰ খেতি, কপাহ বোৱা ঠাই a cotton plantation. কপাহী বিণ. কপাহেৰে তৈয়াৰ কৰা made of cotton. কপাহগুটীয়া বি. এবিধ বন, তাৰ ফুল কপাহৰ নিচিনা বগা a kind of weed, ভবি জলুৱাত হোৱা এবিধ সৰু খহু। বিণ. কপাহ গুটিৰ নিচিনা like a cotton seed.

কপি বি. বান্দৰ monkey.

কপি (copy) নকল, প্ৰতিলিপি। কপিকল ঘুৰঘুৰী যন্ত্ৰ a lifting pulley.

কপিথ বি. ওটেঙা।

কপিলা বি. খুৰৰ আকৃতিৰ এবিধ দা large razor-shaped dao.

কপিধ্বজ বি. যাৰ ধ্বজত হনুমানৰ আকৃতি আছে, অৰ্জ্জুন।

কপিন বি. কপিং, সন্ন্যাসীৰ লেংটি a small piece of cloth worn over the privities.

কপিল বি. মুগা বৰণ brown colour, সাংখ্য-দৰ্শন লিখক মুনিৰ নাম।

কপিলা বি. হালধীয়া-মুগা বৰণ গৰু a yellowish-brown bullock. স্ত্ৰী. কপিলী।

কপীন্দ্ৰ বি. বান্দৰৰ ৰজা বালী।

কপোত বি. পাৰ চৰাই pigeon, কপৌ চৰাই a dove.

কপোল বি. গাল cheek.

কপৌ বি. পাৰ জাতিৰ এবিধ বনৰীয়া চৰাই dove.

কপৌফুল বি. দীঘলীয়া পাতেৰে এবিধ গছৰ গাত গজা বন আৰু তাৰ ফুল an orchid flower.

কপৌলতা বি. ঢেঁকিয়া পাতৰ নিচিনা সৰু সৰু পাতেৰে এবিধ লতা a kind of creeper.

কপ্‌কপনি বি. কপ্ কপ্ কৰা কাৰ্য্য, বকনি, টপ্‌টপনি babbling. ক্ৰি. কপ্‌কপা।

কপ্‌কপীয়া বিণ. টানকৈ লাগিথকা, টান, লৰচৰ কৰিব নোৱাৰা tight, firm.

কপ্‌জপ, কপজপনি বি. কৰুবকনি, পানীত পৰি উঠিবৰ কাৰণে হাত-ভৰি জোকাৰি কৰা চেষ্টা the struggles of a drowning man. ক্ৰি. কপ্‌জপা।

**কফ্** বি. শৰীৰৰ তিনি ধাতুৰ (বায়ু, পিত্ত, কফ্) ভিতৰত এটা ধাতু ই খেকাৰ সেঙুন ৰূপে ব্যক্ত হয় phlegm. বি. **কফাল, কফী** কফ-যুক্ত subject to cold.

**ক-ফলা** বি. 'ক'ৰ পৰা ক্ষ লৈকে এই কেইটা ব্যঞ্জন ধ্বনিক ক-ফলা বোলা হয়।

**কফী** খেতিত হোৱা এবিধ বিদেশী গছ, ইয়াৰ গুটি ভাজি গুড়ি কৰি চাহৰ দৰে খোৱা হয় 'coffee.

**কবচ** কাপোৰ আহোম সকলৰ ৰীতিমতে যুদ্ধলৈ যোৱাৰ আগতে পিন্ধা কাপোৰ।

**কবন্ধ** বি. মূৰ নথকা গাঁৰি a head-less trunk, এবিধ মূৰ নথকা ভূত a headless ghost.

**কবৰ** বি. মুচলমানৰ মৰিশালি a tomb.

**ক-বৰ্গ** ক, খ, গ, ঘ, ঙ এই পাঁচোটা কণ্ঠ্যবৰ্ণ।

**কব্জা** বি, দুৱাৰ খিৰিকি আদি খুৱাৰ মেলিৰ পৰাকৈ ধৰি ৰখা এবিধ লো বা পিতলৰ সঁজুলি hinges, মনিবন্ধ wrist.

**কবল** বি. গ্ৰাস, গৰাহ a mouthful, a swallow. **কবলিত** বিণ. গ্ৰস্ত, ভক্ষিত।

**কবহুঁ, কবহু** (পু. অ.) ক্ৰি. বিণ. কেতিয়াবা।

**কবাবচিনি** বি. এবিধ সৰু গছৰ আক জালুকৰ আকৃতিৰ জলাগুণ থকা গুটি piper cubeba.

**কবাৰি** বি. কেঁচা মাটিৰ মূৰ্ত্তি সাঁজোতে মিহি কৰিবলৈ ব্যৱহাৰ কৰা এচলা বাঁহ বা কাঠৰ চেপেটা মাৰি।

**কবি** বি. এবিধ শাক, ফুল কবি, বন্ধা কবি, ওল কবি।

**কবি** বি. কাব্য ৰচয়িতা a poet.

**কবিৰাজ** বি. আয়ুৰ্ব্বেদ মতে চিকিৎসা কৰা বৈদ্য। **কবিৰাজি** বি. কবি-ৰাজৰ ব্যৱসায় profession of a kaviraj.

**কবুল** (আৰবী) বি. অঙ্গীকাৰ promise, contract, স্বীকাৰ confession.

**কবুলতী** অঙ্গীকাৰ-পত্ৰ, মাটিৰ বন্দৱস্ত কৰা পত্ৰ a deed of acceptance of land settle-ment.

**কবুলা** স্বীকাৰ কৰা **কবুলা পট্টা** নভঙাকৈ হাবি মাটিতে দিয়া পট্টা।

**কম** বিণ. পৰিমাণ বা সংখ্যাত তাকৰ, ন্যূন less, fewer, অসম্পূৰ্ণ, হীন incomplete, inferior.

**কমণ্ডলু** বি. সন্ন্যাসীয়ে পানী আদি খাবলৈ ব্যৱহাৰ কৰা এবিধ হাত লগোৱা পাত্ৰ an water pot used by an ascetic.

**কমতাপুৰ** বি. কমতা ৰাজ্যৰ ৰাজ-ধানী। কামৰূপৰ এক অংশ, কোঁচ বিহাৰ, গোৱালপাৰা আৰু ভাটি

বংপুৰৰ সৈতে সংযুক্ত থকা পুৰণি দেশৰ নাম কমতা। কমতা ৰাজ্যক কমতামণ্ডল বুলিও কোৱা হৈছিল।

**কমলি** বি. কমোৱা কাৰ্য্য act of swimming on the surface of the water অক. ধা. **কমলিয়া** গা দেখা পোৱাকৈ পানীৰ ওপৰত সাঁতুৰি ফুৰ (মাছত খাটে), দুখত বা আপদত পৰি বিবুদ্ধি হৈ ফুৰ wandar about in distress. বিণ. **কমলীয়া** পানীত কমাই-ফুৰা।

**কমনীয়** বিণ্. বাঞ্ছনীয়, মনোহৰ, শুৱনি desirable, beautiful, lovely. বি. **কমনীয়তা** সৌন্দৰ্য্য।

**কমনে** ক্রি. বিণ. কেনেকৈ।

**কম্‌বেচ** বিণ. অলপ কম বা বেছি, প্ৰায় more or less.

**কমৰ** বি, কঁকাল the waist. **কমৰ-বন্ধা** কঁকালত আঁটি যোৱা টঙালি, পেটি girdle, waist-band.

**কমল** বি. পদুম ফুল a lotus. **কমল-লোচন** পদুমৰ দৰে শুৱনি চকু থকা লোক, বিষ্ণু lotus-eyed, Vishnu. **কমল-সম্ভৱ** পদুমৰ পৰা জন্ম যাৰ, ব্ৰহ্মা। **কমল-যোনি** ব্ৰহ্মা।

**কমলা** বি. লক্ষ্মী the goddess Laksmi, **কমলা-টেঙা** orange. **কমলাপতি** লক্ষ্মীৰ স্বামী, বিষ্ণু। **কমলাসন** ব্ৰহ্মা। **কমলাবাৰী** বি. অসমৰ প্ৰধান বিখ্যাত মহাপুৰুষীয়া সত্ৰ। আহোম ৰজা স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ নির্দেশ মতে, মাজুলীত এই সত্ৰখন স্থাপন কৰা হৈছিল কাৰণে, এই সত্ৰখনৰ নাম কমলাবাৰী সত্ৰ।

**কমলি** বি. 'কম্বল' চোৱা।

**কমলিনী** বি. পদুম, কমল a lotus. অতি শুৱনী আৰু সুলক্ষণা তিৰোতা a beautiful woman.

**কমা** সক. ধা. তাকৰ কৰ, টুটা to lessen, কৃদ. বিণ. **কমোৱা**।

**কমা** সক. ধা. সুন্দৰ কৰ, আঙুলিৰে তুলাৰ আঁহ মুকলি কৰ, বালি ধুই সোণ উলিয়া to clean and straighten the fibre with the finger, to wash for gold.

**কমা** (ইং comma) বি. এবিধ যতি চিন ( , )।

**কমাৰ** বি. লোৰ কাম কৰোঁতা a blacksmith. **কমাৰ-শাল, কমাৰশালি** বি. কমাৰে গঢ় গঢ়া ঠাই, কমাৰৰ সমুদায় সঁজুলি smithy.

**কমিচন** ( ইং commission ) বি. অইনৰ কোনো কাম কৰাই দিয়া বাবে পোৱা বেচ বা বানচ।

**কমিটি** ( ইং committee ) বি. সমিতি, সভা।

**কমে** ক্রি. বিণ. কম হলে for less than.

**কমোৱা** কৃদ. বি. আঙুলিৰে কপাহৰ আঁহ মুকলি কৰা, বালি ধুই সোণ বাহিৰ কৰা, পানী বা বতাহত

ওপঙি ফুৰা, ডাল-পাত বা জেকণি, আখি বা গাঁথি কটালি পৰিষ্কাৰ কৰা, cleaning, washing for gold.

**কমৃতি** বি. অল্পতা, কম হোৱা অৱস্থা deficiency.

**কম্পন** বি. কঁপনি shivering, অস্থিৰতা restlessness. **কম্পমান** বিণ. কঁপা, অস্থিৰ, shaking, trembling. **কম্পিত** কৃদ. বিণ. কঁপা, জোকাৰ খোৱা shaken, trembling, ভীত frightened.

**কম্পাচ** ( ইং compass ) বি. দিগদৰ্শন যন্ত্ৰ ইয়াৰ কাঁইটৰ এটা মূৰ সদায় উত্তৰ ফালে থাকে, বৃত্ত অঁকা বা মেপ আদি জোখা দুঠেঙীয়া যন্ত্ৰ a pair of compasses.

**কম্পাউণ্ডাৰ** ( ইং compounder ) বি. ডাক্তাৰখানাত যিজনে ঔষধ দিয়ে। মিহলি কৰোঁতা।

**কম্পোজ** ছাপাখানাৰ আখৰ সজোৱা কাম।

**কম্পোজিটৰ** ছাপাখানাৰ আখৰ সজোৱা কাম যোনে কৰে।

**কম্ফর্টাৰ** গলত বন্ধা কাপোৰ।

**কম্বল** বি. পাৰি বহা বা গাত লোৱা এবিধ নোমৰ চৰীয়া কাপোৰ a blanket.

**কম্বু** বি. শঙ্খ a conch। **কম্বুকণ্ঠ** বি. শঙ্খৰ পাকৰ দৰে ডিঙিত পধালি আঁচ থকা মানুহ। ই এটা সুপুৰুষৰ চিন। **কম্বোজ** দেশ বিশেষ, তিব্বত।

**কয়** কৰে, **কয়ল** কৰিলে ( পু. অ. )।

**কয়লা** বি. ভূই খৰিৰ পৰা এবিধ কলা শিল যেন টান মাটি coal.

**কয়েদ** ( আৰবী ) বি. বন্দী কৰি বা আটক কৰি ৰখা অৱস্থা imprisonment. **কয়েদী** বন্দী a prisoner.

**কৰ্** বি. হাত ভৰিৰ তলুৱাত কোনো টান বস্তুৰ ঘঁহনি খাই ফুলি উঠা টান চিন a corn, wart.

**কৰ্** সক. ধা. নিৰ্ম্মাণ কৰ্, সাজ make, create, প্ৰকাশ কৰ display, অৰ্জ্জন কৰ earn, সম্পন্ন কৰ, নিৰ্দ্ধাৰিত কৰ fix.

**কৰ** বি. কলি a bud, হাত hand, হাতীৰ শুঁৰ the trunk, ৰাজহ, খাজনা revenue tax, শুকুৰ কৰ। **কৰ-যোৰ** হাত যোৰ দুয়োখন হাত লগ লগাই কৰা প্ৰাৰ্থনা। ক্ৰি. বিণ. **কৰ-যোৰে**।

**ক'ৰ** সৰ্ব্ব. কোন ঠাই বা দেশৰ of what place.

**ক'ৰবাত** ক্ৰি. বিণ. কোনো ঠাইত।

**কৰ্কচ** বি. এবিধ ডুখৰীয়া লোণ a kind of salt.

**কৰকমল** বি. পদুমৰ নিচিনা কোমল হাত lotus like hand.

**কৰকোষ্ঠী** বি. মানুহৰ দশা বা ভাল বেয়া বুজোৱা হাতৰ তলুৱাৰ আঁকনি

**কৰঙল** বি. আঠুৰ ওপৰ ভাগ, উৰু a thigh. **কৰঙলীয়া** কৰঙলৰ

সমান দ বা ওখ coming up to the thigh.

**কৰঙা** বি. এবিধ পানীত হোৱা ঘাঁহ a kind of grass growing in marshes, সন্ন্যাসীৰ পানী খোৱা কোবোকা বা পাত্ৰ।

**কৰ্চ** বি. এবিধ গছ a kind of tree, হেতা ladle. সক.ধা. কৰকৰ শব্দ কৰি দাঁতেৰে বেপি বেপি কামোৰ বা কুট to gnaw, খণ্ডত দাত চোবা to graw. বি/কৰচনি।

**কৰচনি** বি. হেতা ladle.

**কৰজ** বি ধাৰ, ঋণ debt, loan.

**কৰণ** কৃদ. বি. কৰা, কাৰ্য্য সাধন doing, act, কৰণ কাৰক instrumental case.

**কৰণ, কৰণা** (পু. অ.) য'ত কৰ্ম্মফল ভুগিব লাগে, ঠাই।

**কৰণি** বি. কাঠ বা বাহৰ চাবিচুকীয়া আক ঠেং থকা খৰাহি বা আধাৰ a legged open basket of bamboo or wood.

**কৰণ্ডী** বি. এবিধ ফুল তোলা পাত্ৰ, কুকি basket for collecting flowers.

**কৰ্ণী** বি. ইটাত চুণ চুৰ্কী আদি লগোৱা ৰাজমিস্ত্ৰীৰ যতন a trowel.

**কৰত** বি. বেপি, কাঠ ফালিবলৈ দাৰ থকা অস্ত্ৰ a saw.

**কৰতলীয়া** বিণ. অইন কোনো ৰজাৰ অধীন লাইবা আন কোনো ৰজাক কৰ দিয়া tributary.

**কৰতহ** (পুঃ অঃ) কৰি।

**কৰতাল** বি. বামতাল, চাবি চটা বাহৰ এবিধ বাদ্য, হাতে পতি দুচটা লৈ তাক বজোৱা যায়। এটা কড়িৰে বজোৱা এচটা খাজকটা বাঁহ, বেপনি a kind of musical instrument.

**কৰতালি, কৰতালী** বি. হাত চাপৰি clapping.

**কৰতী** বি. এবিধ চেপেটা সক মাছ a kind of fish, কুমন্ত্ৰৰপৰা হোৱা ৰোগ গুচাবলৈ পানী জৰা মন্ত্ৰ an incantation to remove evil spells.

**কৰতীয়া, কৰতীয়াল** বি. কৰতেৰে কাঠ ফলা মানুহ বা যাৰ সেই ব্যৱসায় a sawyer.

**কৰতোয়া** বি. বঙ্গদেশৰ উত্তৰ-পূৰ্ব-ফালে থকা এখন নৈ, এই নৈ প্ৰাচীন কামৰূপৰ পশ্চিম সীমা আছিল a river in the North-East of Bengal and forming the western limit of ancient Kamrup.

**কৰতোহোঁ** (পু. অ.) সক. ধা, কৰা (২য় পুৰুষত)।

**কৰদ** বিণ. বি. কৰ দিয়ে, কৰপ্ৰদ (কৰদৰাজা)।

**কৰন্ত, কৰত** (পুঃ স্থঃ) সক. ধা.

কৰিছে, কৰে। কৰন্তা বি. কৰোঁতা। কৰন্তেহি কৰি।

কৰণ্ বি. জন্তুৰ শিঙত হোৱা আঙঠিৰ নিচিনা উঠঙা a ring or wrinkle on the horns of cattle.

ক'ৰপৰা কোন ফালৰ পৰা, কোন ঠাইৰ পৰা from what direction or place.

কৰপল্লৱ বি. গছৰ নতুন পাতৰ নিচিনা কোমল হাত a tender hand, হাতৰ আঙুলি finger.

কৰপা বি. টাটবি মৰা মলি, তৰপে তৰপে বন্ধ খোৱা মলি layers of dirt accumulated on the skin.

কৰপুট বি. কৰযোৰ act of extending both the hands. ক্রি. বিণ. কৰপুটে হাত যোৰ কৰি with joined hands, বিনীত ভাৱ দেখুৱাই।

ক'ৰবা সর্ব্ব. কোনো নজনা ঠাই some unknown place.

ক'ৰবাৰ-কোনোবা বি. অচিনাকি ঠাইৰ অচিনাকি মানুহ, সম্বন্ধ নথকা মানুহ unknown or unrelated person.

কৰবাল বি. তৰোৱাল a sword.

কৰভ বি. মণিবন্ধৰ পৰা হাতৰ কেঁৱা আঙুলিৰ মূললৈকে হাতৰ দাঁতিৰ গোটা ভাগ the part of the hand between the wrist and the root of the little finger, হাতীৰ শুঁৰ the trunk of an elephant, হাতী বা উট পোৱালী young elephant or camel. স্ত্রী. কৰভিনী।

কৰভাৰ বি. কৰ স্বৰূপে দিয়া ধন বা বস্তু।

কৰভোক্ত বি. হাতী পোৱালীৰ কৰভনৰ নিচিনা নিপোটল আৰু শুৱনি কৰভন থকা তিৰোতা।

কৰমর্দ্দন বি. হাতত ধৰি প্রীতি সম্ভাষণ জনোৱা।

কৰম্ বি. মৃতকৰ অর্থে কৰা বছৰেকীয়া শৰাধ বা সকাম an offering to the manes.

কৰমালা বি. জপমালা rosary.

কৰবীৰ বি. এবিধ ফুল আৰু তাৰ গছ the oleander.

কৰলীয়া বিণ. নীৰস আৰু লিকটা not very soft and juicy.

কৰৱত (পু. অ.) বি. কৰত।

কৰসি (পু. অ.) সক. ধা. কৰা।

কৰা সক. ধা. আনৰ হতুৱাই সম্পাদন কৰা to cause to be done. কৃদ. বিণ. যিটো কৰা হৈছে performed. বি. কার্য্যসাধন doing. কৰা-খোৱা বি. আনৰ হতুৱাই বনবাবী কৰাই লোৱা, আনৰ কাম বা শ্রমৰ পৰা ভোগ কৰা।

কৰাই বি. ভজা চাউল parched rice. কৰাই-গুৰি ভজা চাউলৰ গুৰি।

**কৰাইচ্** বিণ. অতি কৃপণ, কটকিনা very miserly, close-fisted.

**কৰাইমেৰীয়া** বিণ. পাক খৰ হোৱাৰ কাৰণে জৰী বৰকৈ মেৰ খাই লগা গাঁঠি a kink.

**কৰাওঁ, কৰাঞ** (পু. অ.) সক. ধা. কৰাওঁ, কৰে।

**কৰাপাট** বি. সত্ৰৰ বাটচৰা gateway shed before a sattra or religious establishment.

**কৰাৰ** বি. চুক্তি, কথা বন্ধা an agreement, a promise.

**কৰাল** বিণ বিকট, ভয়ানক, দেখিবলৈ ভয়লগা awful or terrible in form.

**কৰাল** বি. চূণ, চুৰ্কী আদি মিহলাই কৰা ইটা গাঁথা মছলা mortan, আঠা a cement. আঠাৰ নিচিনা লাগি থকা লিকতা শুকান বস্তু a dry coating. সক. ধা. কৰাল লগা বা সনা to cement. **কৰাল মাৰ** শুকাই আঠাৰ দৰে কামোৰ মাৰি ধৰ to stick or adhere.

**কৰাৱলোঁ** (পু. অ.) সক. ধা. কৰাম।

**কৰাৱলি** (পু. অ.) সক. ধা. কৰালে।

**কৰায়ত্ত** বিণ. হস্তগত।

**কৰি** বি. অপেক্ষা in comparison to.

**কৰিয়া** বিণ. আধা পোৰা, নীৰস হৈ টান মৰা half-burnt, dry. বি. নাওবন্ধা কনাবি a noose for fastening boat, বি. গাই দোৱা পাত্ৰ।

**কৰী** বি. হাতী an elephant. **কৰী কৰ** হাতীৰ শুৰ the trunk of an elephant. স্ত্ৰী. **কৰিণী**।

**কৰীন্দ্ৰ** বি. ইন্দ্ৰৰ ঐৰাৱত, গজেন্দ্ৰ Indra's elephant, a very big male elephant.

**কৰীয়া** বিণ. পৰিশ্ৰমী active.

**কৰু, কৰছু, কৰোহো** (পু. অ.) সক. ধা. কৰো, কৰা।

**কৰুণা** বি. দয়া, কৃপা, অনুকম্পা kindness, pity, এবিধ টেঙা a kind of sour fruit. বিণ. **কৰুণাময়** দয়াময়, কৃপালু merciful. স্ত্ৰী. **কৰুণাময়ী**, **কৰুণাসাগৰ** বৰ দয়ালু পুৰুষ।

**কৰুৱা** বি. ভালকৈ মুকলি নোহোৱা কপাহৰ ফুটা cotton not fully opened from the pod.

**কৰৈ** বি. এবিধ সুকাঠী গছ a timber tree.

**কৰোঁতা** বি. কৰ্তা, যি কৰে a doer. স্ত্ৰী. **কৰোঁতী**।

**কৰ্কট** বি. কেঁকোৰা the crab, কৰ্কটৰাশি।

**কৰ্কট-ক্ৰান্তি** বি. নিৰক্ষ ৰেখাৰ ২৩½ ডিগ্ৰী উত্তৰে থকা কল্পিত অক্ষ ৰেখা tropic of cancer.

**কৰ্কট-ক্ৰান্তি বৃত্ত** নিবক্ষৰেখাৰ ২৩°২৭´ অংশ উত্তৰস্থ সমান্তৰেখা, উত্তৰায়নান্ত বৃত্ত; Tropic of cancer.

**কৰ্কৰ** বি. দাঁতেৰে টান বস্তু চোবাওঁতে উঠা শব্দ। **কৰ্কৰণি** বি. কৰ্কৰ শব্দ কৰা কাৰ্য্য। অক. ধা. **কৰ্কৰা, কৰ্ কৰা।**

**কৰ্কৰা** বি. পানী নিদিয়াকৈ থোৱা চেঁচা ভাত cooked rich kept dry and cold.

**কৰ্কৰীয়া** বিণ. শুকাই নীৰস আৰু টান হোৱা hard and dry.

**কৰ্কশ** বিণ. টান, খহটা, নিৰ্দ্দয়, শুনিবলৈ বেয়া, শ্ৰুতিকটু hard, rough, unkind, harsh.

**কৰ্চ্চৰ** বি. এবিধ চৰাই (বক জাতিৰ) a kind of bird.

**কৰ্জা টেঙা** বি. এবিধ সৰু সৰু টেঙা আৰু তাৰ গছ a kind of sour fruit and its tree.

**কৰ্জ্জা** ( আৰবী ) বি. ঋণ, ধাৰ a loan, a debt. ন্নি. **কৰ্জ্জাখত** ধন ধাৰ কৰোঁতে লিখিদিয়া খত a debt bond.

**কৰ্ণ** বি. কাণ the ear, নাৱৰ গুৰি the stern of a boat, কৰ্ণধাৰ, দাতাকৰ্ণ, ( জ্যামিতিত ) সমকোণী ত্ৰিভুজৰ সমকোণৰ সমুখৰ ভুজ।

**কৰ্ণগোচৰ** বিণ. শুনা, জনোৱা heard, brought to notice.

**কৰ্ণধাৰ** বি. নাৱৰ গুৰিয়াল a steersman.

**কৰ্ণপথ** বি. কাণৰ বিন্ধা the ear-hole. কাণত শব্দ সোমোৱা বাট the auditory passage.

**কৰ্ণ-পাত** বি. কাণ-পতা. কাণ দিয়া listening.

**কৰ্ণ-ফুলা, কাণফুলা** ear ornament.

**কৰ্ণমূল** বি. কাণ মাদল eardrum.

**কৰ্ণ-ৰন্ধ্ৰ** বি. কাণৰ বিন্ধা the ear hole.

**কৰ্ণবেধ** বি. কাণ ফুটোৱা সংস্কাৰ the ear borning ceremony of a Hindu.

**কৰ্ণাকৰ্ণি** ক্ৰি. বিণ. কণাকণি, কোৱা কুই কৰা to pass from ear to ear, floating rumour.

**কৰ্ণাট** বি. ভাৰতৰ এখন দেশৰ নাম Carnatic.

**কৰ্ণিকা** বি. কাণৰ অলঙ্কাৰ an ear-ornament, পদুমৰ চকা বা বীজ-কোষ a pericarp of a lotus.

**কৰ্ণিকাৰ** বি. এবিধ ফুল a kind of flower.

**কৰ্ত্তন** বি. কটা অস্ত্ৰ, ধাৰ থকা বস্তু anything having sharp edge, কটাকাৰ্য্য act of cutting, বিয়োগ বা বাদ দিয়া কাৰ্য্য substraction.

**কৰ্ত্তব্য** বি. কৰিব লগীয়া কাম a

duty. বিণ. কৰিবলগীয়া fit or proper to be done.

**কৰ্ত্তা** বি. কৰোঁতা a doer, গৰাকী, প্ৰভু master, lord. (ব্যাকৰণত) ক্ৰিয়া কৰোঁতাক বুজোৱা কাৰক nominative case. স্ত্ৰী. কৰ্ত্ৰী।

**কৰ্ত্তৃত্ব** বি. প্ৰভুত্ব, প্ৰাধান্য authority, superiority, অধিকাৰ right, power. **কৰ্ত্তৃবাচ্য** বি. যি বাচ্যত কৰ্ত্তাৰ বচন আৰু পুৰুষ মতে ক্ৰিয়াৰ বচন আৰু পুৰুষ হয় the active voice. **কৰ্ত্তৃপক্ষ** বি. গৰাকীৰ বাৰ আছে যাৰ ওপৰত the authority.

**কৰ্দ্দম** বি. বোকা, পঙ্ক mud, এজন ঋষিৰ নাম। *

**কৰ্দ্দৈ** বি. পাঁচোটা শিৰ থকা এবিধ টেঙা ফল a kind of acid fruit and its tree. **কৰ্দ্দৈ-শিৰীয়া** গাত কৰ্দ্দৈৰ নিচিনা শিৰ থকা।

**কৰ্দ্দলি, কৰ্ধলি** বি. সোণৰ বা ৰূপৰ কঁকালী জৰী, সোণ বা ৰূপৰ কঁকালত পিন্ধা হাৰ a silver or gold chain used as a girdle or ornament.

**কৰ্পূৰ** বি. কাফুৰ, এবিধ সুগন্ধি বস্তু camphor.

**কৰ্ফাল** বি. ভাঙৰ আফাল, পিছলি আছাৰ খাই পৰা কাৰ্য্য a slip and fall.

**কৰ্ফুল** বি. এবিধ তামোলৰ লগত খোৱা সুগন্ধি তৰা জাতিৰ গছ a kind of fragrant plant.

**কৰ্ব্বুৰ** (সং) বি. ৰাক্ষস a titan.

**কৰ্ম্ম** বি. কাৰ্য্য, ব্যৱসায়, কাম, ব্যাকৰণত দ্বিতীয়া বিভক্তিৰ পদ action, profession work, objective case. **কৰ্ম্মকৰ্ত্তা** বি. প্ৰকৃত কাম কৰোঁতা, শৰাধাদি কৰোঁতা।

**কৰ্ম্মকাণ্ড** বি. বেদৰ যি অধ্যায়ত বেছিকৈ যাগযজ্ঞাদি কৰ্ম্মৰ কথা লিখা আছে that portion of the Vedas which mainly deals in ceremonies and rituals. বিণ **কৰ্ম্মকাণ্ডী**।

**কৰ্ম্মগত** বিণ. কৰ্ম্মৰ দ্বাৰাই পোৱা বা অৰ্জ্জা earned or attained by one's actions, **কৰ্ম্মচণ্ডাল** বি. শৰাধ আদি বেদৰ কৰ্ম্মবিলাক নকৰি চণ্ডাল যেন হোৱা অধৰ্ম্মী লোক।

**কৰ্ম্মচাৰী** বি. বেচ লৈ আনৰ কাম কৰি দিওঁতা, বিষয়া an officer, a servant.

**কৰ্ম্ম-জড়** বিণ. বিষয় বাসনাত আসক্ত থকা।

**কৰ্ম্মঠ** বিণ. কামত নিপুণ বা পাৰ্গত; কামত পটু skilful in work, সদায় কামত লাগি থকা active, diligent.

**কৰ্ম্মণ্য** বিণ. কামিলা, কামৰ যোগ্য,

কামত লাগি থকা useful, fit for work, engaged in work.

**কৰ্ম্মদোষ** বি. কুকৰ্ম্ম কৰাৰ অপৰাধ বা ফল evil consequences of bad acts, অদৃষ্টৰ দোষ effects of ill-luck.

**কৰ্ম্মধাৰয়** বি. এটা সমাসৰ নাম।

**কৰ্ম্মনাশা** বি. কাম নাশ কৰোঁতা, হানিকৰ injurious to work or progress, গুৱাহাটীৰ উমানন্দৰ ওচৰত ব্ৰহ্মপুত্ৰৰ মাজত থকা এটা পৰ্ব্বত। **কৰ্ম্মনাশীয়া** বিণ. যাৰ অযোগ্যতাৰ কাৰণে বা দুৰ্ভাগ্যৰ কাৰণে কাম নিষ্ফল হয়, দুৰ্কপলীয়া unlucky.

**কৰ্ম্মনিষ্ঠ** বিণ. একান্ত কৰ্ম্মী sincere in work.

**কৰ্ম্মন্যাস** বি. কৰ্ম্মৰ ফললৈ আশা এৰা renunciation for the results of religious acts.

**কৰ্ম্মপ্ৰাণ** বিণ. কৰ্ম্মই যাৰ প্ৰাণ স্বৰূপ devoted to work.

**কৰ্ম্মফল** বি. নিজৰ বিশেষকৈ পূৰ্ব্ব জন্মৰ কৰ্ম্মৰ অৰ্থাৎ পাপ-পুণ্যৰ পৰা হোৱা ভাল বা বেয়া ফল a consequence or fruit of one's own action as happiness or misery, especially that of acts done in a previous birth.

**কৰ্ম্মবন্ধ** বি. মানুহৰ এক জন্মৰ কৰ্ম্মৰ ফল আন জন্মত ভুগিবলৈ বাধ্য হোৱা অৱস্থা the liability to enjoy or suffer the consequences of one's own acts done in a previous birth.

**কৰ্ম্মবাসনা** বি. পূৰ্ব্ব জন্মৰ কৰ্ম্মৰ পৰা হোৱা বাসনা, দুৰ্কপাল, কৰ্ম্মফল the consequences of one's acts in a previous birth.

**কৰ্ম্মবিপাক** বি. বেয়া কৰ্ম্মৰ বিষম ফল the disastrous results of evil deeds.

**কৰ্ম্মবীৰ** বি. কামত সদায় জয় লাভ কৰোঁতা a hard and successful worker.

**কৰ্ম্মভোগ** বি. কৰ্ম্মফল, বিশেষকৈ পূৰ্ব্বজন্মৰ বেয়া কৰ্ম্মৰ ফল sufferings caused by evil acts.

**কৰ্ম্মময়** বিণ. নানা কাৰ্য্যত নিযুক্ত ( জীৱন ) full of activities.

**কৰ্ম্মমল** বি. বেয়া কাৰ্য্যৰ পৰা হোৱা চৰিত্ৰৰ কলঙ্ক stain left on character by evil deeds.

**কৰ্ম্মযুগ** বি. যি যুগত কৰ্ম্মৰ প্ৰাধান্য বেছি the age or practicle work.

**কৰ্ম্মযোগ** বি. নিষ্কাম কৰ্ম্ম কৰি তাৰ ফল স্বৰূপ জ্ঞান বা ঈশ্বৰক পোৱা attainment of knowledge or God through works.

**কৰ্ম্মযোগী** বি. ঈশ্বৰত কৰ্ম্মফল অৰ্পণ কৰি যোগীৰ দৰে একান্তমনে কৰ্ম্ম

কৰ্ম্ম লোক one giving himself up to selfless work.

কৰ্ম্মশালী বিণ. কৰ্ম্মদক্ষ devoted to work.

কৰ্ম্মসন্ন্যাস বি. কৰ্ম্ম ত্যাগ act of withdrawing from every kind of wordly acts, কৰ্ম্মৰ ফল ঈশ্বৰত অৰ্পি কাম কৰা one devoted to selfless work.

কৰ্ম্ম-সাধক বিণ. কাৰ্য্য সমাধা কৰা, সফল resulting in success.

কৰ্ম্ম-সাধন বি. accomplishment of an undertaking.

কৰ্ম্মসূত্ৰ বি. অদৃষ্ট, নিয়তি, কৰ্ম্মফল consequences of work, destiny.

কৰ্ম্মক্ষম বিণ. কামত পাৰ্গত skilful.

কৰ্ম্মক্ষেত্ৰ বি. কাম কৰা ঠাই field of work.

কৰ্ম্মাণিক বিণ. পূৰ্ব্ব জন্মৰ কৰ্ম্মফলৰ পৰা হোৱা।

কৰ্ম্মাধীন বিণ. কৰ্ম্ম ফলৰ অধীন subject to consequences of one's actions.

কৰ্ম্মী বি. প্ৰকৃত কাম কৰোঁতা a real worker. বিণ. কামিলা industrious,—সংসাৰৰ কৰ্ম্মত অনুৰক্ত attached to worldly affairs.

কৰ্ণাল বি. নাৱৰ বিন্ধাত ঠাহি মৰা কাঠ বা বাঁহৰ ঠিলা a plug driven in a hole of a boat.

কৰ্ষক বি. মাটি চহাওঁতা, হালোৱা, খেতিয়ক a cultivator, a tiller of the soil. কৰ্ষণ বি. মাটি চাহ কৰা কাৰ্য্য tilling the soil, কৰ্ষিত বিণ. চাহ কৰা cultivated, ভাল বা উন্নত কৰা (ভাষা) refined.

কৰ্হা সক. ধা. এবাৰ হাল বাই চাহ কৰা, এচাহ বা to plough once.

কল বি. এবিধ বোৰ্খাৰে গা ঢকা গছ, তাৰ ফল plantain.

কল্ বি. মাছৰ ফুল the gills of a fish.

কল্ বি. যন্ত্ৰ a machine. কৌশল, উপায় a contrivance.

কল-খোৱা ধাতু বি. কল খাই ডাঙৰ হোৱা জীৱ।

কল ডিল বি. কল গছৰ ফুলৰ কলি the spadix of a plantain tree. বিণ. কলডিলীয়া কল ডিলৰ আকৃতিৰ। কল-চোচনি বি. কলপটুৱাৰ থাঁহ, কলৰ শুকান পাত।

কল-কণ্ঠ বি. কুলি, মধুৰ মাত। বিণ. কলকণ্ঠী।

কলঙ্ক বি. চেকা, দাগ spot, stain. দুৰ্ণাম, অপবাদ infamy, disgrace. কৃদ. বিণ. কলঙ্কিত দুৰ্ণামযুক্ত, দূষিত disgraced, stained. বিণ. কলঙ্কী কলঙ্ক থকা stained. স্ত্ৰী. কলঙ্কিনী।

ক'ল'চী বি. ধুনীয়া সৰু কলহ, বিয়াৰ পানী তোলা ঘট a small water-jar; ঘৰ, দ'ল আদিৰ ওপৰত ভাল

দেখিবলৈ দিয়া কলহ বা কলডিলৰ আকৃতিৰে সজা বস্তু a water pot shaped pinnacle on the top of a temple etc.

**কলঙ্ক** বি. বিহ কাঁড়েৰে বধ কৰা জন্তু, ধঁপাত।

**কলনাদ** বি. কলধ্বনি।

**কলনি** বি. কলৰ বাৰী, বহুত কলগছ থকা ঠাই an orchard of plantain trees.

**কলপ** বি. গাৰ ছাল the skin, সাপৰ মোট the slough of a snake, আবৰণ, ঢাকনী a cover, চুলিত লগোৱা ৰং hair dye, তৰপ a coating.

**কলপ্ কাট্** অক. ধা. গাৰ ছাল কাট বা মোট সলা। **কলচপ্-কলচপ্**, **কলপ্ কলপ্** বৰ কষ্টত বা মৰিবৰ সময়ত উশাহ লবৰ নিমিত্তে মুখমেলা কাৰ্য্য এতেকে বৰদুখেৰে কাল নিওৱা কাৰ্য্য the act of gasping or living in great misery or want. ক্রি. বিণ. **কলপ জলপ** কৈ, **কলপ্ ধলপ্** কৈ অতি কষ্টেৰে।

**কলপটুৱা** বি. কল গছৰ বাকলি। **কলপতীয়া** বিণ. কল গছৰ পাতৰ বৰণৰ, সেউজীয়া green.

**কলৰ জপৰ** বি. দুৰ্গতি troubles.

**কলম** বি. কৰৰ কাৰণে কাটি অনা ডাল a branch of a tree cut for planting, কাপ, লেখনী a pen, গছৰ নতুন পোখা ওলাবলৈ বুঢ়া ডালবোৰ কাটি পেলোৱা কাৰ্য্য pruning.

**কলমটিয়া** অক. ধা. অলপ অলপকৈ টোপনিয়া, টোপনিৰ জালত চকু মুদি মূৰ দুপিয়া to doze.

**কলম কটাৰী** বি. আগ বেঁকা কটাৰী a pruning knife.

**কলমলা** অক. ধা. ভোক পিয়াহত অস্থিৰ হ, আহাৰ বা টোপনিৰ অভাবত দুৰ্ব্বল হ to be tired with hunger, thirst or sleeplessness. বি. **কলমলনি**।

**কলমা** বি. মুছলমান ধৰ্ম্মৰ ইষ্টমন্ত্ৰ।

**কলৰৱ** বি. কাকলী, কোলাহল।

**কলস, কলশ** বি. এবিধ পানীৰ পাত্ৰ, কলহ a water-jar.

**কলসী, কলশী** বি. কলহ water pot.

**কলহ** বি. পানীৰ পাত্ৰ water pot, pitcher, **কলহীয়া** বিণ. like a water pot.

**কলহ** বি. অমিল, দন্দ, বিবাদ a quarrel.

**কলহন** ৰাজতৰঙ্গিনীৰ কবি।

**কলহংস** বি. ৰাজহাঁহ a gander.

**কলা** বি. এডাৰ বৰণীয়া, কৃষ্ণ black. স্ত্রী. ক'লী।

**কলা** বিণ. কাণে নুশুনা deaf, বি. কাণে নুশুনা মানুহ a deaf man, স্ত্রী. কালৰী।

**কলা** বি. চন্দ্ৰৰ ষোল ভাগৰ এভাগ

one sixteenth part of the moon's disk. শিল্পবিদ্যা practical art, ৬৪ কলা বিদ্যা, ৫ সুকুমাৰ কলা—স্থাপত্য, ভাস্কৰ্য্য, চিত্ৰ, সঙ্গীত, আৰু কবিতা কাব্য।

**কলা অৱতাৰ** বি. ঈশ্বৰৰ অংশ অৱতাৰ a partial incarnation.

**কলা কৌশল** বি. বিবিধ বিদ্যা আৰু কৌশল।

**কলানিধি** বি. চন্দ্ৰ the moon.

**কলাবিদ্যা** কলাবিজ্ঞান technology. **কলাভৱন** শিল্পশালা।

**কলা-সৌষ্ঠৱ** বিণ. শিল্প সৃষ্টিৰ সৌন্দৰ্য্য।

**কলাই** বিণ. কান্দি ভাগৰ লগা বা দুৰ্ব্বল হোৱা faint or exhausted with crying.

**কলাই** বি. কলা মাহ, কলা মাহৰ নিচিনা গুটি a kind of pulse.

**কলাই-খাৰ** বি. হিলৈৰ খাৰ gunpowder.

**কলা-খাৰ, কলখাৰ** বি. কল গছ বা তাৰ মূৰা আদি পুৰি কৰা ছাই।

**কলা-গছীয়া** বিণ. কল গছৰ দৰে স্থূল, এবিধ ভৰি উখহা ৰোগ plump, elephantiasis.

**কলাঘুমটি** বি. অলপ টোপনি, চিল্মিলীয়া টোপনি doze. **কলাঘুমটীয়া** বিণ. অলপ টোপনি অহা half awake, half asleep.

**কলা-জ্বৰ** বি. কলা বেমাৰ kala-azar.

**কলাঠকৰা** বি. কলপাতৰ মাজৰ খাই ঠাৰি। **কলাভিল** কলগছৰ ফুলৰ ঔখাল।

**কলাধাতু** বি. অকণমান ধাতু, অলপমান জ্ঞান বা চৈতন্য slight consciousness.

**কলাপ** বি. সমূহ, বিলাক, যেনে—ক্ৰিয়াকলাপ a word placed after a noun as a sign of plural.

**কলাফুল** বি. আঁঠুৰ ভাগ the calf of the leg. **কলাফুলীয়া** বিণ. কলাফুলৰ সমান ওখ বা দ rising up to the calf of the leg.

**কলামলা** বিণ. অলপ শুগুনা আৰু নেদেখা হোৱা, অলপীয়া (টোপনিত থাটে) half asleep, dozing.

**ক'লাম'লা** বিণ. মলিন, ক'লা হোৱা soiled, dirty.

**কলা-মাৰলী** বি. কলা ঠকৰা the rib of a plantain leaf.

**কলামাহ** বি. খেচাৰী মাহ a kind of pulse.

**ক'লি** বি. নুফুলা ফুল, কুমলীয়া গুটি a flower bud, and immature fruit. **ক'লিপেলা, ক'লিধৰ** ক্ৰি. to bear fruit.

**কলি** বি. চতুৰ্থ যুগ, বৰ্ত্তমান যুগ, হিন্দু শাস্ত্ৰৰ মতে ইয়াৰ বছৰৰ সংখ্যা ৪৩২,০০০, The fourth age of the Hindus.

**কলিকাল** বি. কলিযুগ, অন্যায় অধৰ্ম্মৰ যুগ।

**কলিঙ্গ** বি. এখন দেশৰ নাম, উৰিষ্যা দেশৰ কটকৰ পৰা মাদ্ৰাজ দেশৰ ওচৰলৈকে জুৰি থকা দেশ, name of a country.

**কলিয়ে পা** ক্রি. বেয়া বুদ্ধিয়ে লগ ধৰ।

**কলিকা** বি. নুফুটা ফুল, ফুলৰ কলি flower-bud.

**কলিজা** বি. বুকৰ আমঠু, জন্তুৰ বুকত থকা কলাভিলৰ নিচিনা এডোখৰ মঙহ the heart, সাহস courage.

**কলিজা খোৱা** বি. দুখ লগা, মৰ্ম্মভেদ।

**কলিতা** বি. অসম দেশৰ এজাতি মানুহ an Assamese caste.

**কলিমা** ( আৰবী ) বি. ধৰ্ম্মৰ মন্ত্ৰ article of faith.

**কলিয়া** সক. ধা. গুটি বা ফুল ধৰা to blossom, to bear fruit.

**ক'লীকেঁটী** বি. ক'লা, বৰণীয়া ফেঁটী সাপ the black cobra.

**ক'লীয়া** বি. ক'লা ক'লা বৰণীয়া black, শ্ৰীকৃষ্ণৰ সৰু কালৰ এটা নাম।

**ক'লীয়াপানী** বি. গোটেই জীৱনৰ কাৰণে ফাটেকত পৰা মানুহক বন্দী কৰি থোৱা সাগৰৰ মাজত থকা আন্দামান মাজুলি বা দ্বীপ the Andaman islands containing the penal settlement of India.

**কলুষ** বি. পাপ, দুষ্কাৰ্য্য sin, vice. কৃদ. বিণ. **কলুষিত** দূষিত, কলঙ্কযুক্ত stained, polluted.

**কলেজ** ( ইং College ) বি. উচ্চ শিক্ষালয়।

**কলেক্টৰী** বিণ. মাটিবাৰী, খাজনা, কৰকাটল আদিৰ হিচাব ৰখা, ৰাজহ আদি সধা আৰু আদায় কৰা সম্পৰ্কীয় collectorate.

**কলেৰা** (ইং cholera) বি. মহামাৰি বেমাৰ।

**কলেৱৰ** বি. গা, শৰীৰ, দেহ the body.

**কলৈ** সৰ্ব্ব. কোন ঠাইলৈ to what place. **কলৈবা** কোনো এক অনিশ্চিত ঠাইলৈ to some place or other.

**কলৌ** বি. দ্দ্ব, খৰিয়াল, বিবাদ quarrel, বিপদ misfortune.

**কলৌ-জপৌ** স্থান-স্থিতি নথকা অৱস্থা, বিপদগ্ৰস্ত অৱস্থা trouble-some state.

**কলকল** অমু. শব্দ. ল'ৰাৰ মাতৰ নিচিনা নাইবা পানী পৰাৰ নিচিনা শব্দ the sound of a babe or murmuring of water. **কল-কলনি** ( কৃদ. বি. ) কল কল কৰা কাৰ্য্য। বিণ. **কলকলীয়া**, **কল-কলোৱা**।

**কল্‌কলা** অক. ধা. প্ৰথমতে কথা

**কৰ্টস** আৰম্ভ কৰ, মাত ফুটিবলৈ ধৰোতে অস্পষ্টৰূপে কথা ক।

**কল্কি, কল্কী** বি. বিষ্ণুৰ দশম অথচ শেষ অৱতাৰ the tenth and last incarnation of Vishnu.

**কল্কী** বি. ফুলৰ কলি বা কলডিলৰ আকৃতিৰ বস্তু।

**কল্প** বি. ব্ৰহ্মাৰ এদিন আক এৰাতি অৰ্থাৎ ৪৩২০,০০০,০০০ বছৰ a day and night of Brahma which amounts to 4320,000,000 years, দুটা সমান কাৰ্য্য বাৰ এটা কৰিলে আনটো এৰা পৰে an alternative, বাঞ্ছা wish, সঙ্কল্প, প্ৰতিজ্ঞা। বেদৰ অঙ্গ গ্ৰন্থ, ইয়াত বৈদিক ক্ৰিয়াৰ বিবৃতি আছে।

**কল্পতৰু** বি. এজোপা স্বৰ্গৰ গছ, যি যিয়ে যিহকে খোজে তাকে দিয়ে; এতেকে দানী মানুহ a fabulous tree in heaven which yields whatever is asked for, a very liberal person.

**কল্পদ্ৰুম** বি. কল্পতৰু।

**কল্পনা** বি. কৰিবৰ কাৰণে মনত ভৰা কথা, বাঞ্ছা, উদ্ভাবনী শক্তি a plan, a speculation.

**কল্পনাথ** বি. এবিধ দৰবৰ লগা তিতা গছ a bitter medicinal plant.

**কল্পলোক** বি. কল্পনাৰ ৰাজ্য, কল্পিত ৰাজ্য।

**কল্পান্ত** বি. এক কল্প কালৰ শেষ, বহুকাল the end of Kalpa, very long time.

**কল্পান্তৰ** বি. আন এটা কল্প another Kalpa, এটা কাৰ্য্যৰ নিচিনা আন এটা কাৰ্য্য alternative.

**কল্পিত** কৃদ. বিণ. মনেৰে সজা, মিছা, অমূলক, আৰোপিত, উদ্ভাবিত fabricated, invented, not real.

**কল্মষ** বি. পাপ sin. কুকৰ্ম্ম vice.

**কল্মা, কলিমা** বি. মুচলমান ধৰ্ম্মৰ মূল মন্ত্ৰ, 'লা ইলাহ্ ইল্লিল্লাহ্ মহম্মদ, ৰসু লিল্লাহ্।'

**কল্মৌ** বি. পানীৰ ওপৰত হোৱা এবিধ লতা, তাৰ কোমল আগৰ শাক খায় a kind of pot herb, এবিধ বৰ ওখ ডাঙৰ বনৰীয়া গছ a kind of tree.

**কল্যাণ** বি. কুশল, মঙ্গল, ভালে থকা অৱস্থা good luck, prosperity, freedom from evil.

**কল্যাণকৰ** বিণ. হিতজনক।

**কল্যাণময়** বিণ. মঙ্গলময়।

**কল্যাণী** বিণ. সুখত থকা, ভাগ্যৱতী prosperous free from misfortune. **কল্যাণীয়** বিণ. ভাগ্যৱন্ত, সুখী prosperous, free from bad luck, স্ত্ৰী. **কল্যাণীয়া**। সৰসৰ জনলৈ চিঠি লিখাৰ আৰম্ভণিতে—পুং, কল্যাণবৰেষু, কল্যাণীয়েষু, কল্যাণ ভাজনেষু, কল্যাণাস্পদেষু।

স্ত্রী,—ৱৰাসু,—স্পদাসু, কল্যাণীয়াসু ইত্যাদি।

**কল্লোল** বি. সাগৰৰ ডাঙৰ ঢৌ a billow, পানীৰ খলকনি বা তেনে-কুৱা আন শব্দ বা গিৰ্জ্জনি the loud noise produced by waves etc.

**কৱচ** বি. ৰণুৱাই গাত পিন্ধা লোৰ আৱৰণ armour ভূত, প্ৰেত বা কুমন্ত্ৰৰ পৰা গা ৰক্ষা কৰা মন্ত্ৰ বা ঔষধ, যাক বিৰিত ভৰাই গাত পিন্ধা হয় an amulet, a charm.

**কৱৰী** বি. মূৰৰ চুলি, কেশ hair. খোপা।

**কৱহু** ( পু. অ. ) ক্ৰি. বিণ. কেতিয়া when.

**কৱি** বি. কাব্য লিখক, পণ্ডিত a poet, a learned man. **কৱি-প্ৰসিদ্ধি** বহু প্ৰচলিত প্ৰাচীন কৱি কল্পনা।

**কৱিতা** বি. কৱিৰ ৰচনা, পদ্য poem, poetry.

**কৱিত্ব** বি. কৱিতা লিখাৰ শক্তি a poetic faculty.

**কশ্যপ** বি. এজন মুনিৰ নাম, ব্ৰহ্মাৰ মানস পুত্ৰ, the name of a rishi.

**কশা** বি. চাবুক a whip.

**কশ্চিৎ** ক্ৰি. বিণ. কেতিয়াবা, কদাচিৎ seldom, rarely.

**কষটি** বি. এবিধ সোণ পৰীক্ষা কৰা ক'লা শিল a stone for testing gold, a touch-stone.

**কষ্ট** বি. দুখ, ক্লেশ, যাতনা pain, distress, পৰিশ্ৰম, দুখ trouble, painful effort, অভাৱ want. **কষ্টকৰ** বিণ. দুঃখজনক, ক্লেশকৰ troublesome **কষ্ট-কল্পনা** অস্বাভাৱিক জটিল কল্পনা। **কষ্টসহিষ্ণু** বি. কষ্ট কল্পনা, সহ্য কৰিব পৰা। **কষ্টসাধ্য** কষ্টেৰে কৰিব পৰা, কৰিবলৈ টান difficult to accomplish, not easy.

**কষ্টা** বি. কঁকালত পিন্ধা সৰু কাপোৰ, কাছুটি a small waist cloth.

**কষ্টাৰ্জ্জিত** বহুত পৰিশ্ৰম কৰি উপাৰ্জ্জন কৰা।

**কষ্টি** বি. সোণ পৰীক্ষা কৰা পাথৰ।

**কষ্টে-মষ্টে** ক্ৰি. বিণ. অতি কষ্টেৰে with great pains.

**কসম্** ( আৰবী ) বি. শপথ, দিব্য।

**কসুৰ** বিণ. দোষ, ত্ৰুটি, ন্যূনতা।

**কস্তুৰী, কস্তূৰী** বি. গন্ধ কলাই, এবিধ পহুৰ নাভিত হোৱা সুগন্ধি বস্তু musk.

**কস্মিন** ক্ৰি. বিণ. কোনোকালে never.

**কহ** বি. কাপোৰ বা সূতাত ভালকৈ বোল ধৰিবৰ কাৰণে আগেয়ে দিয়া অলপ ৰঙচুয়া বং a mordant. সক. ধা. কহা।

**কঁহ** বি. কাঁহত টেঙা ধৰিলে উৎপন্ন হোৱা মল verdigris.

**কহ্‌কহীয়া** বিণ. শিলিখা আম্‌লখী আদি কেহা বস্তু খাই মুখ পৰিষ্কাৰ কৰা made tasteful by chewing myrobalan, etc.

**কহ্‌পাত** বি. কাপোৰ বা সূতাৰে শিলাই তাত কহ লগোৱা এবিধ গছৰ পাত the leaf of a kind of plant with which cloth is padded.

**কহ্‌, কহয়, কহতু, কহন্ত, কহে** (পু. অ.) ক্রি. কয়, উক্তি কৰে।

**কহন** বি. বৰ্ণনা, কোৱা কাৰ্য্য। **কহন-বহন** কথন-মথন, কোৱা-মেলা। **কহন্তা** কওঁতা। **কহি** কোন ঠাই, কোন লোক। **কহিতো** কতোঁ। **কহিব** ক'ব এবিধ গছ। **কহৰ** কম। **কহিব** কবি। **কহল, কহলি** কলে। **কহলু কহলুঁ** কলো। **কহসি** কৈছা। **কহহি** কৰলৈ (ব্ৰজবুলি)

**কহুৰা, কহুৰা** বিণ. কাহি থকা, কাহে ধৰা suffering from a cough.

**কহ্লাৰ** বি. বগা পদুম white lotus.

**কল্লোল** বি. পানীৰ খলকনি a billow.

**কক্ষ** বি. গাৰ কাষ বা দাঁতি, কাষলতি the side or the body, গ্ৰহ নক্ষত্ৰৰ পথ the orbit of a planet. **কক্ষপথ** নক্ষত্ৰৰ পথ, orbit.

**কক্ষ** বি. পেটত ৰখা খং বা হিংসা grudge.

**কক্ষা** বি. দৃঢ় প্ৰতিজ্ঞা, কথাৰ জিদ determination.

**কা** অনু. শব্দ. কাউৰীৰ মাতৰ নিচিনা শব্দ an imitative sound used to express that uttered by a crow. (সৰ্ব্বনাম কিম্ শব্দজ), যেনে কোনো মানুহ, কাৰো কথা নুশুনো, কাতো নকবা ইত্যাদি।

**কাই, কাইটি** বি. ককাই, ককাইটি elder brother.

**কাইলৈ** ক্রি. বিণ. কালিলৈ tomorrow.

**কাইকুতি** বি. ভাকুটকুটনি tickling sensation.

**কাইকোবাদ** পাৰস্যৰ এজন ৰজাৰ নাম।

**কাউচা** বি. প্ৰায় কাউৰীৰ গঢ়ৰ এবিধ নীলবৰণীয়া চৰাই the bluejay.

**কাউনীয়া** বিণ. একাওণ কড়ি মূল্যৰ of one kaon or one rupee value.

**কাউথেকেৰা** বি. কুঁজী থেকেৰা, তাৰ গছ a kind of acid fruit and its tree.

**কাউবাউ** বি. মিনতি, কাকুতি earnest suplications.

**কাউৰ** বি. (কথ্য ভাষা) কাউৰী crow.

**কাউৰী** বি. এবিধ ক'লা বৰণৰ চৰাই

a crow. (পু. অ.) কাউৰ। কাউৰী-ঠেঙীয়া কাউৰীৰ নিচিনা লেবেলা মঙহ নাইকিয়া ঠেং যাৰ, গঢ় নাইকিয়া। কাউৰীয়ে কা কৰা নিচেই পুৱাৰ সময় dawn.

কাউলা [আকুল শব্দজ] অক. ধা. মৰণ কালত বা টান নৰিয়াত কোনো বস্তু বা মানুহৰ কাৰণে বৰ ইচ্ছা কৰা to long for.

কাওণ [সং-কার্ষাপণ, প্রাকৃ-কাহাৱণ] বি. ষোল পোণ কড়ি, তাৰ মূল্য এটকা ৰূপৰ সমান। ষোল পোণ ফল।

কাওয়াজ যুদ্ধ কৌশল শিক্ষা।

কাওয়ালি সঙ্গীতৰ তাল বিশেষ।

কাং বি. ওপৰ আৰু তলপাৰি দাঁতৰ দুইমূৰৰ জোৰা দুটা the hinge of the upper and lower jaws. কাং ওলোৱা বিণ. খীণ lean.

কাংস বি, কাঁহৰ বাদ্য, বৰ কাঁহ a bell made of bell metal.

কাঁই বি. ছাল নথকা শুকান মৰা পাটৰ ঠাৰি a dry stalk of the jute plant devoid of its bark.

কাঁইট বি. কণ্টক, হুল anything that pricks, a thorn. কাঁইটনি কাঁইটীয়া হাবি থকা ঠাই a place abounding in thorns. কাঁইটীয়া বিণ. কাঁইট থকা, কাঁইট যুক্ত full of thorns.

কাঁইবাই বি. এবিধ ল'ৰাৰ খেল a kind of children's play.

কাঁউত বি. বাজ হাঁহৰ মাত, পেটৰ মাত gaggling, a sound of a swan, rumble in the bowels.

কাঁউত কৰে ক্রি. বিণ. কাঁউত শব্দ কৰি মাত দিয়া।

কাঁও কাঁও বি. নলাৰ পৰা পানী বা জুলীয়া বস্তু বেগে ওলোৱাত হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. কাঁও, কাঁও কৰে বেগেৰে বৈ in a rapid current.

কাঁক বি. সৰু খাং a small basket.

কাঁক বাঁহ বি. এবিধ পর্ব্বতত হোৱা ডাঙৰ বাঁহ a species of wild bamboo.

কাঁকাৰা বি. কেঁকোৰা crab.

কাঁকৈ বি. মূৰ আঁচোৰা বস্তু, ফণি a kind of comb.

কাঁকৈছিৰা বি. দীঘল ফাট, দীঘে-মেলা ফাট a long crack.

কাঁচ বি. চীন দেশৰ এবিধ উত্তম মাটি তাৰে পাত্র গঢ়া যায় a sort of clay from which china wares are made.

কাঁচ সক. ধা. মাছ বা মঙহ নিছিঙাকৈ ঘনাই আঁক দি কাট to put as meat or fish. কাঁচ-কলা

বি. কেঁচাতে বান্ধি লোৱা এবিধ কল, পুৰাকল আৰু তাৰ গছ a kind of plantain and its tree.

**কাঁচলি** বি. কাচিয়লি ৰ'দ পৰা ঠাই, ৰবকৈ ৰ'দ নপৰা ঠাই a place not fully exposed to sunshine.

**কাঁচি** বিণ. দৈ হব খোজা (গাখীৰ) পূৰঠ নোহোৱা, নতুন new, not mature, কাঁচি জোন।

**কাঁচিয়লি** বিণ. ৰাতিপুৱা ওলাই অহা নপকা, কাঁচিয়লি ৰ'দ not mature.

**কাঁচুলি** বি. তিৰোতাৰ চোলা বিশেষ a bodice worn by women.

**কাঁচমাটি** বি. চীন দেশৰ পাত্ৰ সজা বগামাটি।

**কাঁচ্চা** ওজন বিশেষ।

**কাঁজি** বি. চাউল বা আধা খুন্দা ধান পানীত সিজাই সেই পানীতে বহুদিন থৈ কৰা টেঙা পানী sour rice gruel.

**কাঁজিবিৰলী, কাঁজিবিড়লী** বি. এবিধ সৰু বিষহীন সাপ a kind of small harmless snake.

**কাঁটল** বি. তৰ্জুৰ কাঁইট, চৰাইৰ আল, এই আল চৰাই ডেকা হলে গজে the index of a pair of scales, a spur. **কাঁটলফুটা** বিণ. যৌবন অৱস্থা হোৱা full growth.

**কাঁটা** বি. কাঁইট থকা আহাৰ খোৱা অঙুলি a fork, কাঁটল index of a scale, ঘড়িৰ ঘণ্টা আৰু মিনিটৰ কাঁইট hands of a clock, জোং থকা যন্ত্ৰ divider.

**কাঁটা খুতৰা** বি. এবিধ কাঁইট থকা শাক।

**কাঁটি** বি. হালোৱা এছাবিৰ মূৰৰ জোং the point of an ox goad.

**কাঁড়, কাঁৰ** বি. ধনুৰে মৰা অস্ত্ৰ বিশেষ an arrow.

**কাঁড়ী** বি. কাঁড় মাৰোতা, কাঁড়েৰে যুদ্ধ কৰোঁতা an archer.

**কাঁতৰি** বি. কুহিয়াৰ শালৰ ভীমৰ গাত ঘূৰা মূৰত খাঁজ কটা কাঠ, পালী ভীম the minor roller of an Assamese sugar-mill.

**কাঁথি** বি. বেৰৰ বাহিৰে বঢ়োৱা চালৰ তলৰ ঠাই, আগচালি, আওলা, পিৰালি a verandain, the caves of a house.

**কাঁড়, কাঁৰ** সক. ধা. উৰাল বা ঢেঁকীত চাউল আদিৰ মলি গুচাই পৰিষ্কাৰ কৰ to clean on the mortar, to husk.

**কাঁবি** বি. মাছৰ দৰে পিঠি উলিয়াই পানীৰ তলেৰে কৰা গতি the movement on the surface of water.

**কাঁবী** বি. গোবৰৰ দ'ম dung hill

বিণ. উৰাল বা ঢেঁকীত পৰিষ্কাৰ কৰা cleaned.

**কাঁৰ্ফাই** বি. এচটা দীঘল কাঠত পথালিকৈ সুমোৱা ধনু a cross bow.

**কাঁৰ্শলা** বি. এবিধ সৰু দীঘল সাপ a kind of small long snake.

**কাঁহ** বি. টিন আৰু তাম মিহলাই কৰা এবিধ ধাতু bell metal, কাঁহৰ বাদ্য, বৰ কাঁহ a gong. **কাঁহপৰি** ভিন যা নিজম বা জনশূন্য হ।

**কাঁহিবন** বি. কঁহুৱা a kind of grass.

**কাঁহী** বি. কাঁহেৰে কৰা থাল বা ভাত খোৱা পাত্ৰ a plate made of bellmetal.

**কাক** বি. কাউৰী a crow. স্ত্ৰী. কাকী।

**কাকত** বি. তুলাপাত paper, চিঠি-পত্ৰ a letter, দলিল document.

**কাকতী** বি. লেখক, লেখাৰু a writer, a clerk.

**কাকতাফৰিং** বি. এবিধ ডাঙৰ ফৰিং a species of locust.

**কাকতীয়া** বিণ. লিখা অঙ্গীকাৰ বা চুক্তিৰে আবদ্ধ bound by a written contract.

**কাক ফাল** বি. নাঙলত বিন্ধা দি সুমাই লগোৱা এবিধ দীঘল ফাল a long plough-share.

**কাকতালীয়** বিণ. হঠাৎ ঘটা taking place accidentally.

**কাকবন্ধ্যা** বি. যি তিৰোতাৰ এবাৰ মাথোন প্ৰসৱ হয় a woman that bears only one child.

**কাক-বলি** বি. কাউৰীক দিয়া ভাত আঞ্জা আদি উপহাৰ, অন্ত্যেষ্টিক্ৰিয়াত এই বলি দিয়া হয়, rice and other things offered to crows during funeral ceremonies.

**কাকলি-লী** বি. মধুৰ অস্ফুট ধ্বনি a low and sweet tone.

**কা-কা** অনুক—কাউৰীৰ মাতৰ নিচিনা শব্দ, an imitative sound repeated and used to express the crowing of a crow. **কাকাৰাখোলা কৰা** অ. সা. নষ্ট কৰা, spoiled.

**কাকিনি** বিণ. বেছি বয়সীয়া, বৰ ওখ, লেঙা ( তামোল আদি গছত খাটে ) very old very high.

**কাকুবাদ** বি. মিনতি, কাউবাউ humble entreaties.

**কাকুৎস্থ** বি. ( ককুৎস্থ+ষ্ণ্য ) সূৰ্য্য-বংশীয় ৰজা শ্ৰীৰামচন্দ্ৰ আদি, an epithet of the solar kings.

**কাকুতি** বি. মিনতি, কাউবাউ humble supplication.

**কাকুতি-মিনতি** বি. কাবৌকোকালি, earnest supplication.

**কাকৈ** বি. কাকৈ a comb.

**কাকোন** বি. সোণাৰীৰ চেপেনা the pinchers used by goldsmith.

**কাকচৰিত্ৰ** বি. কাউৰীৰ মাতৰ দ্বাৰা মানুহৰ শুভাশুভ জানিব পৰা বিদ্যা, সেই বিদ্যা শিকোৱা পুথি divination by the cawing of a crow, a work treating on the subject.

**কাকুৰা** বি. কেঁকোৰাৰ ঠেঙৰ নিচিনা দহ বা বাৰটা আঁকোৰা ঠেং থকা লোবে কৰা নাও বন্ধা নঙৰ a boat anchor.

**কাখ, কাখৰ** ( পু. অ. ) [ কাষ আৰু কাষৰ শব্দত ]

**কাগজ** বি. তুলাপাত, কাকত paper.

**কাঙাৰু** অষ্ট্ৰেলিয়াৰ এবিধ তৃণভোজী জীব।

**কাচ** বি. এবিধ ফটফটীয়া আৰু ঠুনুকা বস্তু, আৰ্চী glass.

**কাচ্** সক. ধা. বান্ধ, কাপোৰ পিন্ধা to tie, to dress বি. সাজ dress.

**কাচন** বি. সাজপাৰ dress, ধুনীয়া well-dressed. **কাচপাৰ, কাছপাৰ** সক. ধা. ভালকৈ কাপোৰ কানি পিন্ধা। বি. সাজ dress.

**কাচনমতী** বি. সুন্দৰী তিৰোতা ( পৰিহাসত ) a beautiful woman (in jest). **কাচ্-মণি** বি. আইনাৰ মণি a glass bead. মূল্যহীন বস্তু a worthless thing.

**কাচৰ** বি. অসমৰ এবিধ ভালজাতৰ ম'হ a buffalo of the best breed.

**কাচল, কাছল** বি. পিন্ধা কাপোৰৰ ওলমি থকা ভাগ that part of a garment which remains loose and hanging, পোঞ্চ।

**কাচি** বি. মুখত দাঁত থকা কটাৰী a sickle.

**কাচিত** ক্রি. বিণ. কেতিয়াবা sometimes.

**কাচিদৰীয়া** বিণ. কাচিৰ দাঁতৰ নিচিনা like the edge of a sickle. **কাচি-হাড়** বি. গলৰ ওচৰৰ পৰা দুয়ো হাতত লাগি থকা বেঁকা হাড়, collar bone.

**কাছ** বি. এবিধ পানীত থকা জন্তু a tortoise.

**কাছ** বি. ( পু. অ. ) বি. ওচৰ proximity.

**কাছাৰি, কাছাৰী** বি. ৰাজহুৱা কাৰ্য্য কৰা ঠাই, বিচাৰৰ ঠাই a public office, a court house.

**কাছুটি** বি. সদায় পিন্ধা সৰু কাপোৰ a waist-cloth. **কাছুটি এৰ, কাছুটি হেৰুৱা** বিভত হ, তত হেৰুৱা to be at one's wit's end.

**কাজ** বি. কাম, বন, আদ্যশ্ৰাদ্ধ work, business, funeral ceremony, প্ৰয়োজন need. **কাজ-কাম** জীবিকা, চাকৰি, বিষয়-বেপাৰ।

**কাজ** বি. কাপোৰত বেজীৰে ফুল বচা কাম embroidery.

**কাজল** বি. অঞ্জন, চকুৰ পিৰিকতিত ঘঁহা এবিধ বং a collysium for the eye, lamp black.

**কাজলী** বি. কাজল বৰণৰ।

**কাজি** বি. মুচলমানৰ আইন মতে বিচাৰ কৰোতা, মুচলমান বিচাৰক a mohammedan judge.

**কাজিয়া** বি. দন্দ, বিবাদ dispute, quarrel.

**কাজিহাউচ** বি. গৰু ম'হ আদি জন্তু ফাটক দিয়া ঘৰ a cattle pound.

**কাজী** বি. শিপিনী, তাঁত বোৱাত পাৰ্গত তিৰোতা a woman skilled in weaving and spinning, উপযুক্ত, নিপুণ fit, skilled.

**কাজুৱা** বিণ. কামত পাৰ্গত skilful. স্ত্ৰী. কাজী।

**কাজেই** ক্ৰি. বিণ. গতিকে, কাৰ্য্যবশতঃ necessarily.

**কাজে কাজে** এতেকে, এই কাৰণে।

**কাজভাগী** বিণ. কামত নিপুণ skilful.

**কাঞ্চন** বি. সোণ, এবিধ ফুল gold, a kind of flower.

**কাঞ্চন-জঙ্ঘা** বি. হিমালয়ৰ অতি ওখ শৃঙ্গ।

**কাঞ্চলি** বি. তিৰোতাই বুকুতপিন্ধা কাপোৰ a small cloth used to cover the breast of a woman.

**কাঞ্চি** বি. ককালত পিন্ধা হাৰ a chain worn on the waist as an ornament.

**কাঞ্চুলি** বি. চেলেং, একাঁচলীয়া কাপোৰ a thin sheet of cloth worn on the body.

**কাঞ্জি** ( পু. অ. ) বি. কাঁজি।

**কাট** সক. ধা. ছেদন কৰ, খণ্ড কৰ to cut, ওপৰত আঁচ মাৰি লোপ কৰ to strike off, বাদ দে to deduct, সূতা তৈয়াৰ কৰ to spin.

**কাটন** বি. কটা বা ছেদন কৰা কাৰ্য্য the act of cutting, চোক, ধাৰ sharpness, edge. বিণ. চোকা sharp.

**কাটনি** বি. অসমদেশৰ পাটপলু পোহা আৰু পাট সূতা কটা এজাতি মানুহ a class of men in Assam who rear the pat silk worm.

**কাটল্, কটল্** বি. অলপ দিনৰ নিমিত্তে লগোৱা বাজহ, মাটিত বাজে আন বস্তুত লগোৱা বাজকৰ a tax or cess.

**কাটলেট** ভজাবস্তু বা মাংসৰ খণ্ড।

**কাট্‌কুট্** বি. অশুদ্ধ কথা কাটি শুদ্ধ কৰি দিয়া corrections.

**কাটা** ( সং-কটাহ ) বি. মাটি বা পিতলৰ এবিধ ভাত বন্ধা হাড়ী বা পাত্ৰ a vessel for cooking.

**কাটাকাটি** পৰস্পৰ অস্ত্ৰ প্ৰহাৰ,

পৰস্পৰৰ ভিতৰত বাক্যৰ বিনিময়।

**কাটিহা** বি. নিন্দা, তিৰস্কাৰ reproach, ridicule.

**কাঠ** বি. কটা গছ, কাষ্ঠ timber, wood.

**কাঠ কঠুৰা** বিণ. কাঠৰ নিচিনা কঠোৰ বা কাঠতকৈও টান, very cruel, hard hearted.

**কাঠ-খৰি** যি কাঠ খৰি হিচাবে ব্যৱহাৰ কৰা যায়।

**কাঠ-চিত্তীয়া** বিণ. মৰম নোহোৱা, দয়া-মমতাহীন hard hearted.

**কাঠ-কলিতা** কায়স্থ, **কাঠ-পতান** বি. যি ধানত সম্পূৰ্ণ চাউল নেথাকে, মাত্ৰ অলপ থাকে, blighted rice.

**কাঠ-বৰুৱা** বি. উপাধি বিশেষ।

**কাঠ বান্ধ, কাঠ মাৰ** (অক. ধা.) কাঠৰ দৰে টান হ to be hardened.

**কাঠনি** বি. ডাঙৰ গছৰ হাবি, গছনি forest.

**কাঠ পিপৰা** পিপৰা বিশেষ।

**কাঠ শালিকা** এবিধ শালিকা।

**কাঠৰ পুতুলা** আনৰ কথা মতে চলা লোক বা আনৰ অধীনত থৰ পৰা লোক, খেমালি কৰা পুতলা, a tool at the hands of other, a wooden doll or image.

**কাঠৰা** বি. কাঠৰ কোঁঠ বা গড় a wooden cage, বিচাৰকৰ আগত পদকীয়া থিয় হৈ থকা কাঠৰ বেৰ a dock.

**কাঠবীয়া** বি. কাঠ কাটোঁতা a wood cutter.

**কাঠাম** বি. কাঠ নাইবা বাঁহেৰে কৰা আধাৰ।

**কাঠিন্য** কঠিনতা, দৃঢ়তা, নিৰ্দ্দয়তা, কৰ্কশতা।

**কাঠিয়ক** বিণ. কৰ্ম্ম নিপুণ লোক, very skilful.

**কাঠী** বি. কাঠ বা বাঁহৰ পাতল চেপেটা শলা a thin piece of bamboo or wood. দুহাত জোখৰ এডাল মাৰি a measuring rod of two cubits long.

**কাঠীজাল** বি. এবিধ মাছমৰা জাল a kind of fishing net.

**কাঠ আচিনাই, কাঠ আজিনাই** বি. গাত হোৱা এবিধ টান সক ফোহা, সি নপকে মুফুটেও a wart.

**কাঠ আলু** বি. এবিধ টান আলু a kind of hard yam.

**কাঠকটীয়া** বি. হাবিৰ পৰা কাঠ কাটি আনি বেচা মানুহ a wood cutter.

**কাঠ-কলি** বি. নিচেই কুমলীয়া গুটি a hard unripe fruit.

**কাঠ-খুলা** বি. বাঢ়ৈ টোকা চৰাই the woodpecker.

**কাঠ-চলি** বি. চাঁচ আদিৰে কটা সৰু পাতল কাঠ a chip of wood.

**কাঠচিত্ত** বি. কঠিন মন a hard

heart. কাঠচিতীয়া বিণ. কঠিন মনা, নিৰ্মমিয়াল hard-hearted.

কাঠফুলা বি. পঁচা কাঠ বা জাবৰত আপুনি গজা এবিধ ফুলৰ আকৃতিৰ উদ্ভিদ fungus.

কাঠবাঁজী বিণ. মুঠেই সন্তান নোহোৱা তিৰোতা a barren woman.

কাঠবিৰলা বি. কাষলতিত হোৱা এবিধ টান ফোহা a boil on the arm pit.

কাঠবুকু বি. কঠিন অন্তৰ, কাঠ চিত hard heart.

কাঠমাছ বি. টান মঙহ থকা মাছ (গৰৈ, মাগুৰ, শাল, শ'ল, কাৱৈ আদি) a fish with hard flesh.

কাঠশৰ বি. ডাঙৰ হাবিত থকা এবিধ শৰ পছু।

কাঠ-সংস্কাৰ বি. কাঠৰ দ্বাৰা সংস্কাৰ বা শুচি কৰা কাৰ্য্য, মৰাক খৰি দিয়া কাৰ্য্য cremation.

কাঠহাঁহি বি. মনত বং নথকাত বা খঙেৰে অলপকৈ হঁহাৰ দৰে দাঁত উলিওৱা কাৰ্য্য a sardonic smile.

কাঠে কাঠে পৰ অ. ধা. জোৰে জোৰে মিলা সমান শক্তি সম্পন্ন লোকৰ ভিতৰত সংযোগ হোৱা, to be matched for. "A Greek meeting a Greek." "A Tartar meeting a Tartar."

কাঢ় সক. ধা. বলেৰে আনৰ পৰা লৈ বা ল to take by force, আজুৰি বা চেপি বাহিৰ কৰ to snatch, extract, ৰন্ধা পাত্ৰৰ পৰা উলিয়াই ল take out from the cooking pot. উশাহকাঢ় উশাহ ল। খোজকাঢ় লৰচৰ কৰ।

কাঢ়নী বি. সিজোৱা ধান থালিৰ পৰা নমোৱা হেঁতা a ladle, তাত বাটি কৰোতে সূতা টানি দিয়া শঁজুলি a weaver's instrument for extending the warp-threads.

কাঢ়লী বি. চেঁউৰী গৰু a heifer.

কাণ বি. শুনা ইন্দ্ৰিয়, কৰ্ণ the ear, পাত্ৰৰ মুখৰ দাঁতি the rim of a vessel, কাষ দাঁতি edge, proximity. কাণ কৰ, কাণ খোৱা বি. শ্ৰীধৰ কন্দলিৰ দ্বাৰা ৰচিত এখন সৰু কাব্য, এবিধ ভূতৰ নাম, a kind of ghost. কাণ দি ইচ্ছা কৰি শুন to listen, to pay attention to. কাণ কুৰিকা বি. এবিধ চৰাই, a species of bird. কাণ ছোৱা কাণত পেলোৱা, শুনিবলৈ দিয়া cause to be heard. কাণ জাগ বি. কাণ সাৰে থকা, কাণ সজাগ কৰি শোৱা, sleeping with the ear awake. কাণ-টাহ-মাৰ অ. ধা. কাণত লোগা মাৰি ধৰ, to be so chocked in the ear awake. কাণ-

পচা কাণত পিন্ধা এবিধ অলঙ্কাৰ। **কাণ্** ধৰ অ. ধা. লাজ দে, to insult. **কাণ-বালা** বি. এবিধ কাণৰ অলঙ্কাৰ, a kind ofe ar-ring .**কাণ-মুৰ-থিয়** বিণ. সজাগ হৈ থকা watchful, awake. **কাণ-মুৰ-জোকাৰ** অ. ধা. কোনো কাম কৰিবলৈ সাজু হোৱা, to be ready to work. **কাণ মুৰীয়া** বিণ. কাণ বা মুৰৰ সমান হৈ ভৰা (পাচি আদিত খাটে) full to the brim. **কাণ বেৰী** বি. কাণত পিন্ধা এবিধ ঘুৰণীয়া অলঙ্কাৰ, a round gold ornament. **কাণ সঁতা** বি. গালৰ পাচৰ আক কুমৰ তলৰ ঠাই। **কাণ মুৰ থিয়** সজাগ attentive. **কাণ সঁহাৰি** কাণ পাতি গম লোৱা কাৰ্য্য।

**কাণি** বিণ. সৰু, কনিষ্ঠ।

**কাণি ছুৰবী, কাণি ছুৰবীয়া** অলপকৈ মেলা standing ajar. ক্রি. বিণ. **কাণি ছুৰবীয়াকৈ।** **কাণিমুণি** বি. বৰ এন্ধাৰ, একো নেদেখা dark, obscure. **কাণি সতা** কিন্‌কিনিয়াকৈ বহু দিন ধৰি বৰষুণ দিয়া।

**কাণে** ক্রি. বিণ. কাণৰ বাটে by the ear.

**কাণে কাণে** ক্রি. বিণ. নিয়মিত সময়ৰ মূৰতে, কথমপি, টানিমানি, মূৰে মূৰে just in time, barely

**কাণে কাণ মাৰি** ক্রি. বিণ. কথমপি, কোনো প্রকাৰে narrowly.

**কাণকটা** বিণ. নিলাজ, মান অপমান-লৈ ভয় নকৰা shameless. স্ত্রী. **কাণকাটী।**

**কাণ খৰিকা** বি. কাণ খজুৱা খৰিকা ear-prick.

**কাণগাঁড়, কাণগাঁৰ** বি. কাণৰ বিন্ধাৰ ভিতৰত হোৱা খহু a boil in the ear.

**কাণতাল** ডাঙৰ শব্দৰ দ্বাৰা কাণত লগা সোপা the state of being stunned. ক্রি. **কাণতাল মাৰ।**

**কাণ থিয় কৰ** অক. ধা. কোনো শব্দ শুনিবৰ কাৰণে মনোযোগ দে।

**কাণফুল** বি. এবিধ কাণৰ অলঙ্কাৰ a kind of ear ornament.

**কাণবাগৰা** বিণ. একজনৰ কাণৰ পৰা আন একজনৰ কাণলৈ যোৱা hearsay.

**কাণবিন্ধনি** বি. কর্ণবেধ, কাণ ফুটোৱা কাৰ্য্য the ceremony of boring the ears.

**কাণমাদল** বি. কর্ণমূল the ear drum. **কাণমুৰাজি** বি. কাণগাঁৰ।

**কাণমুৰীয়া** বিণ. একে যোৰৰ সমান ওখ ডাঙৰ of equal height.

**কাণলতি, কাণৰ লতি** বি. কাণৰ ওলমি থকা তলৰ ভাগ the lobe of the ear.

**কাণ সমনীয়া** বিণ. সমান ওখ of equal height.

**কাণসবাদি** বি. আওকাণ কবাব দৰে মনে মনে থাকি কাণ পাতি শুনা কাৰ্য্য listening in silence while pretending not to hear.

**কাণসাৰ** বি. কথাত মনোযোগ দিয়া বা কাণপতা কাৰ্য্য the act of listening or paying attention to what is stated. **কাণ-সাৰ এৰ** অ. ধা. তত্ত্বাবধান কৰিবলৈ এৰি দিয়া to neglect to take care of, not to pay heed to. **কাণ-সাৰ কৰ** অ. ধা. কোনো কথালৈ মনোযোগ দিয়া, কাণ পাত to pay attention to, to listen.

**কাণিভাগ** বি. ক্ষুদ্ৰভাগ, অলপমান a small part or share. **কাণীপুঠী** বি. এবিধ সৰু পুঠী মাছ, a kind of small fish.

**কাণে নাকে খা** স. ধা. তাৰা-তাবিকৈ খোৱা, বেগতে খোৱা, to take food hastily or promptly.

**কাণে নাকে গিল** তাৰাতাবিকৈ খোৱা।

**কাণে-নাকে মাত** অ. ধা. অতি দুৰ্ব্বল হোৱা, মাত মাতিবলৈ শক্তিৰ অভাব হোৱা, to be very weak.

**কাণে-মুৰে খা** অ. ধা. জুমুৰি দি ধৰা, শীমা নোহোৱাকৈ জাপি দিয়া harass greatly.

**কাণ্ড** বি. পুথিৰ ভাগ, অসাধাৰণ কাৰ্য্য বা ঘটনা, কাঁড় a division of a book, an unusual occurrence, an arrow. **কাণ্ডজ্ঞান** হিতাহিতবোধ, বিবেচনা।

**কাণ্ডাৰী** নাওঁৰ গুৰি বঠা। **কাণ্ডাৰী** বি. নাৱৰীয়া।

**কাতৰ** বিণ. পীড়িত, দুঃখিত, ব্যাকুল distressed, perplexed. বি. অতি দুঃখেৰে কৰা প্ৰাৰ্থনা earnest entreaty. **কাতৰোক্তি** বি. ব্যাকুল হৈ কোৱা কথা earnest supplication.

**কাতি** বি. সপ্তম মাহ the seventh month, মাহ সৰিয়হ আদি মাৰি পেলাই দিয়া জাবৰ। **কাতি-শঁতা** বি. কাতি মাহত হোৱা নেৰানেপেৰা বৰষুণ continual rain for several days in the month of kartik.

**কাতি** বিণ. এচলীয়া a slant, গাৰ দাঁতি side of the body. ক্রি. বিণ. কাতিকৈ। **কাতি হ** সক. ধা. দীঘল হৈ অলপ বিশ্ৰাম কৰ। **কাতি কৰ** সক. ধা. একাষৰীয়া কৰ move aside, অমান্য কৰ neglect. **কাতি বিহু** বি. কাঙালী-বিহু, আহিন মাহৰ শেষ দিন।

**কাতিকুতা** বি. হকাতি-সিকাতি,

লবচৰ the act of turning from one side to another.

**কাতীয়া** বি. কাতি মাহত জন্মা মানুহৰ নাম, the name of a man born in Kartik.

**কাতে** বি. দাম বা মুল্যৰ বাবে for an account of.

**কাত্যায়ণ** বি. এজন মুনিৰ নাম, মহর্ষি গোভিলৰ পুত্র, ববৰুচি, এজন বৈয়াকৰণিক।

**কাত্যায়নী** বি. দুর্গাৰ এটা নাম a name of Durga. **কাত্যায়নী ব্রত** বি. কাত্যায়নী দেৱীৰ উদ্দেশে কৰা ব্রত, গোপী সকলে কৃষ্ণক স্বামী-ৰূপে পাবলৈ কৰা এটা ব্রতৰ নাম।

**কাথ** কায়স্থ জাতীয় লোক, a kayastha.

**কাদম্বৰী** বি. ফুলৰ মৌৰ পৰা হোৱা, এবিধ মদ a kind of intoxicating drink made from honey. বাণভট্টই লিখা এখন কাব্য।

**কাদম্বিনী** বি. ক'লা মেঘৰ শ্রেণী বা ডাঙৰ বখলা a mass of black clouds.

**কান** বি. বাহুমূল, কান্ধ, খুটাৰ মূৰৰ খোপ বা খাজ the shoulder, a notch at the top of a post. **কানমাৰ** অক. ধা, কান সলা, একানৰ পৰা আন কানলৈ নে to shift from one shoulder to another. **কানড়** নীল পদ্ম।

**কানমাৰি** বি. কানত ভাৰ নিয়া কাঠ বা বাহৰ ডাং।

**কানন** বি. হাবি, অৰণ্য, উপবন jungle, grove.

**কানন্‌গো** বি. মাটি আৰু বাজহৰ হিচাব ৰখা বিষয়া, মণ্ডল বিলাকৰ কাম চোৱা বিষয়া an officer of revenue department, a Kanungo.

**কানাই** বি. কৃষ্ণৰ এটা নাম a name of Krishna.

**কানাকানি** কানে কানে কথা কোৱা, গোপনে আলোচনা কৰা, বা বটনা বটা।

**কানাড়া** ৰাগিণী বিশেষ।

**কানি** বি. ফটা কাপোৰ a piece of rag, আফিং opium. **কানি-কাপোৰ** কাপোৰ কানি।

**কানীয়া** বিণ. কানি খোৱা opium eater.

**কানু** বি. কানাই, কৃষ্ণৰ এটা নাম a name of Krishna.

**কানুন** বি. আইন, বিধি ব্যৱস্থা law.

**কান্ত** বি. স্বামী, পতি a husband. বিণ. সুন্দৰ, মনোৰম beautiful. স্ত্রী. **কান্তা** ভাৰ্য্যা a wife, জ্যোতিষৰ মতে এটা শুভযোগ।

**কান্তাৰ** বি. গভীৰ অৰণ্য, গহন বন a large or dreary forest, দুৰ্গম বা কণ্টকৰ বাট a bad road.

**কান্তি** বি. শোভা, জেউতি, দীপ্তি

beauty, splendour, light. বিণ. **কান্তিমন্ত, কান্তিময়** শোভা বা দীপ্তিযুক্ত shining, beautiful.

**কান্তি বিদ্যা** সৌন্দৰ্য্য বিদ্যা, aesthetics.

**কান্থি** ( পু. অ. ) বি. কামি।

**কান্দ্‌** অক. ধা, শোক বা দুখত চকুৰ পানী উলিয়াই দুখ কৰ to cry, to lament. বি. **কান্দন, কান্দনি** শোকত বা দুখত চকুৰ লো উলিওৱা কাৰ্য্য, বিলাপ the act of crying.

**কান্দি-কাতি** অস. ক্রি. বৰকৈ কান্দি, ইনাই বিনাই weeping and crying excessively.

**কান্দন্তা** (পু. অ.) বিণ. কান্দোঁতা।

**কান্দুৰা** বিণ. কান্দি থকা incessantly crying. স্ত্রী **কান্দুৰী**।

**কান্ধ** বি. কান, বাহুৰ মূল the shoulder. **কান্ধ ছিগ্‌** অ. ধা. কান্ধৰ ছাল চিঙা। **কান্ধ পাত** অ. ধা. কান পাত, দায়িত্ব বহন কৰা to be ready, to be prepared. **কান্ধ-সলা** অ. ধা. ইকান্ধৰ পৰা সিকান্ধলৈ নিয়া, to change the shoulder.

**কান্ধুলি** বি. এবিধ সৰু চেপেটা মাছ a species of flat fish.

**কান্যকুব্জ** বি. এখন দেশৰ নাম name of a country.

**কাপ** বি. লেখনী, কলম a pen, বেঁতৰ আটি a bundle of split cane. **কাপ খা, কাপ্‌ খাই থৰ** অক. ধা. টানকৈ লাগি থৰ to adhere firmly.

**কাপ্‌** বি. কোনো এক বৰণৰ বহল আঁচ a stripe, দাগ, ৰং mark, colour.

**কাপ** ( পু. অ. ) বি. কপট, ছদ্মবেশ।

**কাপট্য** বি. কপটতা, কুটিল ভাব insincerity, fraud.

**কাপালিক** নৰকঙ্কাল ধাৰী তান্ত্রিক সাধক বিশেষ।

**কাপুৰুষ** বি. অধম মানুহ, ভয়াতুৰ মানুহ a mean man, a coward.

**কাপে খায় সাপে খায়** সাপৰ নিচিনাকৈ নিজৰ লিখা কথাই নিজক অনিষ্ট কৰে।

**কাপোৰ** বি. বস্ত্র, গাত লোৱা আবৰণ a cloth, a garment. **কাপোৰ-কানি** পিন্ধা বা ব্যৱহাৰ কৰা কাপোৰ cloths.

**কাপ্‌কাপ্‌** বিণ. কেৰা ৰঙৰ আঁচ থকা variegated.

**কাপঘৰা** বি. কাপ থোৱা চুঙা a case for pens.

**কাপ্তেন** জাহাজৰ অধ্যক্ষ,সেনাধ্যক্ষ, captain.

**কাফিং** বি. কাপোৰত নলগোৰাকৈ ৰখা আফুৰ আঠা opium.

**কাফুৰ** বি. গছৰ ৰসৰ পৰা কৰা এবিধ বগা সুগন্ধি বস্তু camphor.

**কাফেৰ** বি. বিধৰ্ম্মী, অমুছলমান non islam.

**কাফ্রি, কাফ্রিৰ** বি. আফ্রিকাৰ লোক a negro, নীহ জাত আৰু ধৰ্ম্মৰ মানুহ, মুচলমান সকলৰ মতে মুচলমান ধৰ্ম্মৰ বাহিৰে অইন ধৰ্ম্মৰ মানুহ।

**কাবাব** ( আৰবী ) বি. জুইৰ তাপত সিজোৱা বস্তু a roast. **কাবাব চেনি** বি. বিদেশী জালুকৰ নিচিনা এবিধ গুটি।

**কাবাৰ** ( আৰবী ) বি. অন্ত, সংখ্যাৰ পূৰণ, শেষ end, finish.

**কাবু** ( তুৰ্কী—কাবু আক্রমণ ) বি. ক্ষমতাৰ অধীনত অনা, কাৰ্য্য কৰিবৰ সুযোগ the act of bringing under control, opportunity.

**কাবুৰ** বি. উপযুক্ত নিয়ম বা বিধি formality.

**কাবুল** বি. আফ্‌গানিস্থানৰ ৰাজধানী।

**কাবুলি** বি. কাবুল দেশৰ মানুহ a man of Kabul. বিণ. কাবুল দেশত হোৱা।

**কাবেৰী** বি. দাক্ষিণাত্যৰ নদী বিশেষ।

**কাবৌ** বি. কাকুতি, অতিশয় নম্র হৈ কৰা বিনয় humble supplication. **কাবৌ-কোকালি** কাকুতি মিনতি earnest entreaty.

**কাব্য** বি. কবিয়ে লিখা ৰসপূৰ্ণ কথা kávya, কবিয়ে লিখা পদ্যগ্রন্থ a poetical work. **কাব্য প্রকাশ** বি. মম্মট ভট্ট ৰচিত বিখ্যাত অলঙ্কাৰ গ্রন্থ। **কাব্য-মীমাংসা** বি. ৰাজশেখৰৰ দ্বাৰা ৰচিত এখন অলঙ্কাৰ শাস্ত্র।

**কাম** বি. কাৰ্য্য, বন work, business, প্রয়োজন, সকাম necessity, need, শৰাধ, শ্রাদ্ধ death ceremony, সোণ-ৰূপ আদি খটোৱা কাৰ্য্য decoration.

**কাম্** বি. কামভাব, তিৰী-পুৰুষৰ পৰস্পৰ সম্ভোগৰ ইচ্ছা carnal desire, কামদেৱ Indian cupid, কামনা, বাঞ্ছা desire, desired object.

**কামচৰাই** বি. নীল বৰণীয়া এবিধ সুন্দৰ চৰাই a bird of a light blue colour.

**কাম কলা** বি. শৃঙ্গাৰ বিদ্যা, ৰতি-শাস্ত্র sexual science.

**কাম কেলি, কাম ক্রীড়া** বি. শৃঙ্গাৰ, মতা তিৰোতাই পৰস্পৰ কৰা চুম্বন, আলিঙ্গন আদি sexual intercourse.

**কামজ** সম্ভোগ ইচ্ছাত জন্ম হোৱা।

**কামজাবি** বিণ. কামৰ দিহা দিয়া giving details of work.

**কামদ** বি. বাঞ্ছা পূৰণ কৰোঁতা one who fulfils the desire. স্ত্রী. কামদা।

**কামদেৱ** বি. পুৰুষ তিৰোতাৰ প্রেমৰ অধিকাৰী দেৱতা, কন্দৰ্প

the god of love, Indian Cupid.

**কামধেনু** বি. সুৰভী, যিহকে খোজা যায় তাকে দিয়া এজনী গাই a fabulous cow which is said to give anything asked for, পোৰাণী নোহোৰাকৈ গাখীৰ দিয়া বশিষ্ঠৰ এজনী গাই, কামদেৱৰ ফুলৰ ধনু the bow of Kamadeva.

**কামনা** বি. ইচ্ছা, বাঞ্ছা desire, wish.

**কাম-পত্নী** বি. কামদেৱৰ পত্নী বা ঘৈণীয়েক, ৰতি the wife of Indian Cupid, বিধিমতে বিয়া নোহোৱা তিৰোতা a concubine.

**কাম-পীঠ** বি. জীয়া ভৰলী আৰু মানাহ নৈৰ মাজৰ স্থল ভাগক কাম পীঠ বোলা হৈছিল।

**কাম-পীড়া** বি. স্ত্ৰী-পুৰুষৰ পৰস্পৰ সহবাসৰ ইচ্ছা বা প্ৰেমৰ পৰা হোৱা পীড়া the pangs of lust.

**কামবাণ** বি. কামদেৱৰ বাণ বা কাঁড় the arrows of Cupid.

**কামভাৱ** বি. মতা-তিৰোতাৰ পৰস্পৰৰ লৈতে বাস বা সম্ভোগ কৰিবৰ ইচ্ছা desire for sexual intercourse, lust ক্রি. বিণ. **কামভাৱে**।

**কামলি** বি. কম্বল, এবিধ লোমৰ কাপোৰ a blanket.

**কামশৰ** বি. কামবাণ।

**কাম শক্তি** বি. মতাৰ তিৰোতাৰ লৈতে, তিৰোতাৰ মতাৰে লৈতে সহবাস কৰিব পৰা শক্তি, the power or strength that excites carnal desire, lust.

**কাম-সূত্ৰ** বি. ঋষি বাৎসায়নে লিখা এখন কাম শাস্ত্ৰ।

**কামাই** ( ফা. কমী ) বি. উপাৰ্জ্জন, ৰোজগাৰ।

**কামাখ্যা** বি. কামৰূপৰ নীলাচল পৰ্ব্বতত থকা গোসানী the goddess Kamakhya.

**কামাতুৰ, কামাৰ্ত্ত** বি. কামৰ দ্বাৰা পীড়িত very passionate, lastful. স্ত্ৰী. **কামাতুৰা**।

**কামান** বি. বন্দুক, হিলৈ a gun.

**কামান্ধ** বিণ. কাম মুগ্ধ blinded by lust.

**কামানল, কামাগ্নি** বি. কামভাৱৰ পৰা হোৱা পীড়া passion, lust.

**কামাবশায়িতা—সায়িতা** বি. ইন্দ্ৰিয় দমন শক্তি।

**কামিজ** বি. এবিধ চোলা shirt.

**কামিনী** বি. ৰূপৱতী তিৰোতা a beautiful woman.

**কামিলা** বিণ. কামৰ উপযুক্ত,কৰ্ম্মদক্ষ useful for any work.

**কামী** বি. সৰু সৰুকৈ ফালি লোৱা দীঘল বাঁহৰ চিৰা a long narrow piece of split bamboo.

**কামীহাড়** বি. বাজহাড়ৰ পৰা বুকুৰ

বুকালে বেৰি থকা কামীৰ নীচিনা চেপেটা হাড় a rib.

**কামুক** বিণ. কামাতুৰ lustful. স্ত্রী. **কামুকী**।

**কামেশ্বৰ** বি. কামৰ দেৱতা god of aphrodisiac.

**কামোদ** বি. সঙ্গীতৰ ৰাগ বা ৰাগিণী বিশেষ।

**কামোৰ** বি. দংশন, দাঁতেৰে কৰা আঘাত bite, হিংসা বা অনিষ্ট malicious act. বেদনা a sharp pain. **কামোৰ খাই ধৰ** আট খা, টান হৈ লাগি ধৰ adhere tightly. **কামোৰমাৰ** দংশন কৰ, ভীষণ অনিষ্ট কৰ।

**কামোৰণি** বি. পেটৰ বা মূৰৰ বেদনা an ache, a griping pain. **কামোৰাকামুৰি** ইটোৱে সিটোক কামোৰা কাৰ্য্য act of biting each other.

**কাম্য** বিণ. কোনো ফল পাবৰ আশাৰে কৰা performed with the desire of some advantage, সুন্দৰ beautiful. **কাম্য-ফল** কাম্য কাৰ্য্যৰ ফল, ইচ্ছানুৰূপ ফল।

**কামৰূপ** বি. অসম দেশৰ নামনি ভাগ, বৰ্ত্তমান কামৰূপ জিলা, প্ৰাচীন কামৰূপ ৰাজ্য modern Kamrup, ancient Kamrupa Rajya. (১) কামদেৱে ইয়াতে পুনৰ ৰূপ পাইছিল। সেই কাৰণে ইয়াৰ নাম কামৰূপ হ'ল। (২) কামৰূ নামৰ এজন অসুৰে ইয়াত ৰাজত্ব কৰিছিল কাৰণে ইয়াৰ নাম কামৰূপ হল।

**কামৰূপী** বি. কামৰূপত থকা বা হোৱা living or produced in Kamrup, কামৰূপী মানুহৰ ভাষা the Kamrupi dialect.

**কাম্‌ৰি কাঢ়** অক. ধা. মৰিবৰ সময়ত দাঁত সৰাহি দি উশাহ টান to bite the teeth and breathe hard at the time of death.

**কামসেন্দুৰ** বি. এবিধ বস্তু, তাৰে ফোঁট ললে যিহকে লাগে তাকে পোৱা যায় বুলি মানুহে ভাবে a fabulous substance which when put on one's forehead is said to give anything desired.

**কম্বোজ** তিব্বতীয় ঘোড়া।

**কায** বি. কাম, বন, আন্ত শ্ৰাদ্ধ work, business, death ceremony.

**কায়** বি. দেহ, শৰীৰ, গা body.

**কায়কাষ্ঠা** বি. আন্তৰিক শ্ৰদ্ধা, আস্থা sincere regard.

**কায়কৃত** বিণ. আপুনি কৰা, নিজ শৰীৰেৰে কৰা done by one's own self.

**কায়ক্লেশ, কায়কষ্ট** বি. শৰীৰৰ কষ্ট।

**কায়থেলি** বি. প্ৰাচীন অসমীয়া ভাষা লিখা এবিধ লিপি a kind of old Assamese type.

**কায়দা** বি. নিয়ম rule, কৌশল skill.

**কায়মনোবাক্যে** ক্ৰি. বিণ. শৰীৰ, মন বা কথাৰে, কোনো প্ৰকাৰে with body, mind and speech, by all means.

**কায়স্থ** বিণ. গাত থকা existing in the body. বি. জীবাত্মা soul, মসীজীবী ক্ষত্ৰিয়, হিন্দুৰ উচ্চতৰ জাতি বিশেষ—যি জাতিয়ে শাসন সংক্ৰান্ত বিষয় আৰু লেখনীৰ কাৰ্য্য চলাইছিল, কাইথ one of the highest classes of the Hindus belonging to the Kshatriya stock, whose original profession was penmenship and administration of state affairs.

**কায়া** বি. কায়, দেহ body. বিণ. কায়িক শাৰীৰিক, দৈহিক bodily. physical.

**কায়েমা** বিণ. কাম ৰৰণীয়া, নীল ৰৰণৰ having a light blue colour.

**কাৰ** বিণ. কোন লোকৰ whose.

**কাৰক** বি. কৰোঁতা doer, ব্যাকৰণত ক্ৰিয়া নিমিত্ত a case (in grammar ). স্ত্ৰী. কাৰিকা।

**কাৰখানা** বি. কাৰিকৰে কাম কৰা ঠাই, কাৰুকাৰ্য্য কৰা ঠাই a factory, a workshop.

**কাৰচাজি** বি. কোনো কাৰ্য্য চলোৱাৰ উপায় বা বুদ্ধি skilful management, চলনা, প্ৰতাৰণা, গুপ্ত অভিসন্ধি deceit, intrigue.

**কাৰচুৰি** কৌশল, চালাকি।

**কাৰবাইড** চুণ আঙাৰ ঘটিত পদাৰ্থ বিশেষ। ( কেলচিয়াম কাৰবাইডৰ সংক্ষেপ। পানী দিলে আসেটিলীন গেছ উৎপন্ন হয়। )

**কাৰণ** বি. যাৰ পৰা কাৰ্য্য বা বস্তু হয়, মূল origin, case, উদ্দেশ্য, হেতু, purpose. reason, ( তন্ত্ৰ শাস্ত্ৰত ) ফটিকা liquor, ( দৰ্শনত ) যাৰ যোগে কাৰ্য্য সম্পন্ন হয় ( উপাদান, নিমিত্ত আৰু সাধাৰণ কাৰণ )—কাৰণ শৰীৰ, বেদান্তোক্ত সূক্ষ্ম শৰীৰ। ক্ৰি. বিণ. কাৰণ, কাৰণে গতিকে, নিমিত্তে, হেতু by reason of, because. **কাৰণ বাৰি** শাস্ত্ৰোক্ত আদিম বাৰি (পানী) যাৰ পৰা জীৱৰ উৎপত্তি হৈছে। **কাৰণ মালা** একশ্ৰেণীৰ কাব্যালঙ্কাৰৰ নাম। **কাৰণ শৰীৰ** বেদোক্ত সূক্ষ্মদেহ বিশেষ।

**কাৰণি** বি. ৰোগ হোৱাৰ কাৰণ an exciting cause of a disease or malady.

**কাৰা** বি. কাপোৰৰ আঁচুঠি the border of a cloth.

**কাৰাগাৰ** বি. ফাটক, বন্দীশাল a jail, prison.

**কাৰি** মাংসাদিৰ আঞ্জা বিশেষ।

**কাৰিকৰ** বি. শিল্পকৰ an artist. **কাৰিকৰি** শিল্প কাৰ্য্যত নিপুণতা, শিল্প কৌশল proficiency of an artist, workmanship. বিণ. **কাৰিকৰী** কাৰিকৰ সম্পৰ্কীয় pertaining to artist.

**কাৰিকা** বি. সংক্ষেপে কথা বা শ্লোক আদি বুজাবৰ কাৰণে বাহুল্য কৰি লিখা কথা a paraphrase, অভিনয় কৰা তিৰোতা an actress, কোনো কাম কৰা তিৰোতা a woman-doer.

**কাৰণী** বি. কাৰিকা, কোনো কাম কৰা তিৰোতা a woman-doer.

**কাৰু** বি. শিল্পকৰ, কাৰিকৰ an artist.

**কাৰুকাৰ্য্য** বি. কাৰিকৰ বা শিল্পকৰৰ কাম artistic work.

**কাৰুণাৰু** (পু. অ.) কাতৰ প্ৰাৰ্থনা।

**কাৰুণি** (পু. অ.) বি. নিমিত্ত, কাৰণ।

**কাৰুণিক** বিণ. দয়ালু, কৃপাৱন্ত kind, compassionate.

**কাৰুণ্য** বি. কৰুণা বা কৃপা পাবলৈ কৰা কাকুতি humble prayer or entreaty.

**কাৰেং** বি. ৰজাৰ ঘৰ a palace.

**কাৰ্ত্তবীৰ্য্য** বি. পৰশুৰামে বধ কৰা এজন তাহুৰ ক্ষত্ৰিয় ৰজা, তেওঁৰ এহেজাৰ হাত আছিল বুলি কথিত আছে the name of a king, killed by Parasuram.

**কাৰ্ত্তিক** বি. কাতি মাহ the month of Kartika, পাৰ্ব্বতীৰ পুতেক, দেৱতা সকলৰ সেনাপতি the son of Parvati and the general of Indra's army. **কাৰ্ত্তিকেয়** কাৰ্ত্তিক।

**কাৰ্তুজ** [ ফৰাচী cartouche ] বি বন্দুকৰ টোটা।

**কাৰ্ড** ডাঠ কাগজৰ টুকুৰা। **পোষ্ট কাৰ্ড** চিঠি লিখা কাৰ্ড।

**কাৰ্ণিচ** ( ইং cornice) বি. ছাল, দেৱাল আদিৰ বাহিৰ ওলাই থকা অংশ।

**কাৰ্পণ্য** বি. কৃপণৰ স্বভাৱ, কটুকিনালি niggardliness.

**কাৰ্মুক** ধনু।

**কাৰ্‌বা, কাৰোবা** সৰ্ব্ব. কোনো অনিশ্চিত অন্য লোক some other.

**কাৰবাৰ, কাৰ্ব্বাৰ** বি. উদ্যোগ, চেষ্টা, যত্ন exertion, endeavour, ব্যবসায় profession. **কাৰবাৰী** যত্ন কৰোতা worker; ব্যৱসায়ী one engaged in business.

**কাৰ্য্য** বি. কৰ্ম্ম কৰিব লগা বন, কাম work, business, duty. **কাৰ্য্য-কলাপ** কাৰ্য্যসমূহ। **কাৰ্য্যকাৰক** কাম কৰোঁতা, কৰ্ম্মচাৰী worker, officer. বিণ. **কাৰ্য্যনিৰ্ব্বাহক** কৰ্ম্ম সম্পন্ন কৰা working, executive. **কাৰ্য্যপন্থা** কামৰ পদ্ধতি। **কাৰ্য্য-**

ক্ৰমণিকা কামৰ তালিকা। ক্ৰি. বিণ. **কাৰ্য্যবশতঃ** কাৰ্য্যৰ গতিকে, কাজেই necessarily. **কাৰ্য্যোদ্ধাৰ, কাৰ্য্যসিদ্ধি** বি. অভিলষিত কাৰ্য্যৰ সম্পন্নতা, কামৰ ভাল ফল success, successfulness. **কাৰ্য্যপ্ৰণালী** কামৰ ৰীতি।

**কাৰ্ষাপণ** বি. ষোলপোণ বা ২০ অঁৰা কড়ি বা তাৰ মূল্য এটকা ৰূপ, একাওণ the value of one rupee.

**কাৰ্ল মাৰ্ক্স** জাৰ্ম্মান অৰ্থনীতিবিদ্।

**কাৰ্লাইল** এজন বিখ্যাত ইংৰাজ লিখক।

**কাল** বি. সময়, ঋতু, যম, মৃত্যু, time, season, death, উপযুক্ত সময় auspicious time, আয়ুস, জীৱন life-time, মৰমৰ মানুহ মৰিলে তাক কাল বোলে a beloved person who is dead, শত্ৰু an enemy, দুৰন্ত, ভীষণ inauspicious, fearful.

**কালকূট** বি. বৰ বিহ, যাক খোৱা মাত্ৰেই প্ৰাণ যায় any deadly poison, শাস্ত্ৰ মতে সাগৰ মথোঁতে উৎপন্ন হোৱা বিহ, সদাশিৱে এই বিহ পি খাইছিল।

**কালকেয়** বি. এটা দৈত্যৰ নাম।

**কালক্ৰমে** ক্ৰি. বিণ. সময়ৰ গতিত, লাহে লাহে, ক্ৰমশঃ in course of time.

**কালগ্ৰস্ত** বিণ. কালে গোৰা, মৰাৰ মুখত পৰা in the grip of death, ruined.

**কাল ঘুমটি** চিৰনিদ্ৰা।

**কাল ধৰ্ম্ম** কালৰ ধৰ্ম্ম। কালৰ সোঁতত যি পৰিৱৰ্ত্তন স্বভাৱতে হয় (যেনে—ঋতুভেদ, জন্মজৰা, মৃত্যু)—যুগধৰ্ম্ম, মৃত্যু।

**কালচক্ৰ** বি. সময় ৰূপ ৰথৰ ঘিলা অৰ্থাৎ সময়ৰ পাক, কালৰ পৰিৱৰ্ত্তন changes or rotation of time.

**কালনজীয়া** বিণ. নিয়মমিয়াল।

**কাল নাগ** কাল সৰ্প, ক'লা-সাপ, যি সাপ মৃত্যুৰ কাৰণ।

**কালনেমি** বি. এটা ৰাক্ষসৰ নাম।

**কাল প্ৰাপ্তি** মৃত্যু। **কালবেলা** অশুভ সময়।

**কাল যৱন** বি. এজন যৱন ৰজাৰ নাম।

**কালযাপন** জীৱনৰ গতিত আগ-বাঢ়ি যোৱা।

**কালবশ্য** বিণ. কালৰ বা মৰণৰ অধীন।

**কালমূৰ্ত্তি** বি. যমৰ নিচিনা আকৃতি, ভয়ঙ্কৰ আকাৰ an awful appearance.

**কাল'ৰী** বি. কাণে নুশুনা তিৰোতা a deaf woman.

**কাললৈ** ক্ৰি. বিণ. ভবিষ্যতলৈ পাছলৈ, সময়ত for future, afterwards, in time.

**কালশুদ্ধি** বি. অশুভ কাল, অশুভ সময়, যি সময়ত শুভকৰ্ম্ম কৰা অবিধেয় unpropitiousness of time for ceremonies.

**কালক্ষণ** বি. অশুভ সময় an inauspicious portion of the day.

**কালাগ্নি, কালানল** প্ৰলয় অগ্নি।

**কালাপানি** দ্বীপান্তৰ দণ্ড।

**কালাপাহাড়** হিন্দুৰ দেৱ মূৰ্ত্তি ধ্বংস কৰোতা এজন মুছলমান সেনাপতি।

**কালাশৌচ** পিতৃ-মাতৃৰ বিয়োগৰ বাবে একবৰ্ষব্যাপী হোৱা অশৌচ।

**কালান্তক** বিণ. যি জীৱন অন্ত কৰে, মহা ভয়ঙ্কৰ, ভীষণ death, dreadful.

**কালি** বি. দীঘলক পুতেলৰে পূৰণ কৰিলে হোৱা ফল the area. মুখেৰে ফুঁকি বজোৱা এবিধ যন্ত্ৰ, পেপা a fife, মহী, চিঁয়াহি, কলা ৰং ink, black dye, আজিৰ আগৰ বা হৈ যোৱা দিন yesterday, আজিৰ পাছৰ বা অহা দিন tomorrow.

**কালিকা** বি. কালী, শিৱৰ ভাৰ্য্যা, দুৰ্গাৰ এক কলা the goddess Kali, এজাতি অপদেৱতা a kind of evil spirit. **কালিকালাগ** অকঃ ধা. ভূতে পা।

**কালিদাস** বি. ভাৰতবৰ্ষৰ এজন বিখ্যাত কবিৰ নাম, এওঁ বিক্ৰমাদিত্য ৰজাৰ এজন প্ৰধান সভাপণ্ডিত আছিল a famous Indian poet who flourished during the time of king Bikramaditya.

**কালিন্দী** বি. শোকযুক্ত, অতি এন্ধাৰ sorrowful, very dark, কলিন্দ পৰ্ব্বতৰ পৰা ওলোৱা যমুনা নৈ the river Jamuna. **কালিন্দী ভোমোৰা** বি. এজাতি নীল বৰণীয়া ভোমোৰা a species of beautiful blue insect of the beetle class.

**কালিমা** বি. মলিনতা, কলঙ্ক।

**কালিয়-দমন** বি. শঙ্কৰদেৱে লিখা এখন নাটৰ নাম।

**কালিয়া** বিণ. কালীয়া চোৱা।

**কালিয়ন** বি. পাছলৈ দাম দিব বুলি বস্তু কিনা কাৰ্য্য, উঠনা খোৱা কাৰ্য্য the act of buying on credit, ক্ৰি. বিণ. **কালিয়নে**।

**কালী** বি. শিৱৰ ভাৰ্য্যা, কালিকা the goddess Kali.

**কালীন** ক্ৰি. বিণ. কালত, সময়ত at that time, বেলি, বাৰ once. (এককালীন)।

**কালীয়া** বি. কালি বজাওঁতা a player on the fife.

**কালেক্টৰী** (ইং collectorate) বিণ. মাটি খাৰী, খাজনা কৰ আদিৰ সম্পৰ্কীয় relating to land revenue, taxes etc.

**কালজীৰা** বি. দবৰত দিয়া জীৰাৰ

নিচিনা এবিধ কলা গুটি black cumin.

**কাল্পনিক** বিণ. মনেৰে সজা, মিছা invented, fictitious, false.

**কালপুৰুষ** বি. নক্ষত্ৰপুঞ্জ বিশেষ orion.

**কালৰাত্ৰি** বি. যি ৰাতিত মৃত্যু নাইবা মহা বিপদৰ সম্ভাবনা, ৰাতিৰ অশুভ সময়।

**কালশত্ৰু** বি. মহাশত্ৰু deadly enemy, মৃত হোৱা চেনেহৰ লোক a beloved person who is dead.

**কালসৰ্প** বি. বৰ বিষাল সাপ a very poisonous snake.

**কালহীৰা** বি. এবিধ হীৰা, ইয়াক চেলেকিলে মানুহ মৰে বুলি কয়।

**কাৱাজ** বি. সৈন্যৰ শিক্ষা military manoeuvre.

**কাবিল নামা** বি. মুচলমানৰ বিয়াৰ সময়ত দৰা-কন্যাৰ মাজত কৰা চুক্তি-পত্ৰ।

**কাব্য** বি. কবিয়ে লিখা ৰসযুক্ত কথা poetical work. পদ্যেৰে বৰ্ণনা কৰা ৰসাল উপন্যাস।

**কাব্য-ৰস** বি. কাব্য বা কবিতাৰ সুখ লগা ভাব poetical sentiment, taste for poetry. কাব্যৰস ৯ টা —আদি, বীৰ, ভয়ানক, কৰুণ, বীভৎস, হাস্য, শান্ত, অদ্ভুত, ৰৌদ্ৰ।

**কাৰৈ** বি. এবিধ কাঠ মাছ a kind of fish. **কাৰৈতিলা** কাৰৈ মাছৰ পোৱালী।

**কাশি, কাশী** বি. সদাশিৱৰ তীৰ্থ স্থান, বাৰাণসী, বাণাৰস Benares.

**কাশিনাথ** বি. সদাশিৱ Siva.

**কাশ্মীৰী** বিণ. কাশ্মীৰত উৎপন্ন বা ওপজা produced or born in Kashmir.

**কাশ্যপ** বি. কাশ্যপৰ পুত্ৰ, এজন ঋষিৰ নাম the name of a sage.

**কাষ** বি. দাঁতি, পাৰ্শ্ব the side, border ওচৰ, সমীপ proximity. **কাষৰ** কোনো বস্তুৰ দাঁতি, ওচৰ side, border, vicinity.

**কাষ'ৰি** বি. পথাৰৰ আলিৰ দাঁতি the side of a ridge or embankment across a rice-field, দাঁতি side. **কাষ'ৰীয়া** বিণ. দাঁতিৰ, দাঁতিত থকা situated on the edge or border, একলীয়া বা আঁতৰ হোৱা aside, বেলেগ হোৱা separated, এৰি থোৱা excommunicated. **কাষৰে-পাঁজৰে, কাষে-পাঁজৰে** ক্ৰি. বিণ. দাঁতিয়ে way side, by the side of. **কাষে** ক্ৰি. বিণ. দাঁতিয়ে, কাষৰে by the side of, by.

**কাষ্ঠ** বি. কাঠ, কটা-গছ wood, timber.

**কায্‌বিবলা, কায্‌বিবলী** বি. কাষ-লতিৰ তলত হোৱা খহ a painful tumour in the armpit.

**কাষলতি** বি. বা-বিচনিৰ তলৰ খাল the armpit.

**কাসিং-কাটান** মিৰি সকলৰ বিশ্বাসত স্থান পোৱা এজন দেৱতা।

**কাহ্** বি. কফে ভিজি সুৰ-সুৰোৱাত ভিতিৰ পৰা ওলোৱা ডাঙৰ শব্দ a cough. অক. ধা. **কাহ, কাহমাৰ**।

**কাহাক** ( পু. অ. ) কাক।

**কাহানি** ক্রি. বিণ. কোনদিনা, কেতিয়া when, on what day or time, **কাহানিকৈ** ক্রি. বিণ. ইয়াৰ পাছত কেতিয়া, কেতিয়ালৈ on what day after this. **কাহানিবাই** ক্রি. বিণ. ইয়াৰ বহুত দিনৰ আগেয়ে long before this.

**কাহান্তে** (পু. অ.) ক'ৰপৰা whence.

**কাহিনী** বি. কথা, গল্প, বিবৰণ a story, a description.

**কাহিল** বিণ. দুৰ্ব্বল weak, lean.

**কাহু** ( পু. অ. ) কোনো কোনোৱে some.

**কাহুন্দী** বি. চকলিওৱা শুকান আমৰ লগত বটা সৰিয়হ লোণ আদি মচলা দি কৰা এবিধ চাটনি a chutney made of sliced mango and mustard.

**কাহুৰী-আই** বি. কাহিৰ অধিষ্ঠাত্রী দেৱী, যি দেৱীক পূজা কৰিলে লৰা ছোৱালীৰ কাহ ভাল হয়।

**কাহুলা** বি. কাহুৰা, সদায় কাহি থকা suffering from cough.

**কাহে** ( পু. অ. ) ক্রি. বিণ. কি কাৰণে why, কেনেকৈ how, in what manner.

**কাহে, কাহেন্তু** কলৈ where.

**কাহেৰি** কিটো, কাক।

**কি** সৰ্ব্ব. প্রশ্ন সোধা শব্দ, কোন what. অব্য. ( অনিশ্চিত অৰ্থৰ ) বা, নাইবা or.

**কিউ** শাৰীপতা।

**কিউপিড** সৌন্দৰ্য্যদেৱী ভেনাচৰ পুত্র।

**কিংকৰ্ত্তব্যবিমূঢ়** বিণ. কি কৰিব লাগে সেই বিষয়ে নজনা, বিবুদ্ধি at a loss to understand what to do, perplexed.

**কিংখাপ** বি. সোণ বা ৰূপৰ গুণাৰ বন কৰা ৰেশমী বা পাট কাপোৰ silk cloth embroidered with golden or silver threads.

**কিংবদন্তী** বি. জনশ্রুতি tradition. গুজব, মানুহৰ মুখে শুনা কথা rumour.

**কিংশুক** বি. পলাশ a tree bearing beautiful red blossoms.

**কিক** ( পু. অ. ) কি কাৰণে why.

**কি কি** অব্য. কেই বিধৰ, কিমান প্রকাৰৰ of what sorts.

**কিঙ্কৰ** বি. চাকৰ, অনুচৰ, বন্দী a slave, a servant.

**কিঙ্কিণী** বি. ঘুগুৰা a small bell, ঘাগৰ, ঘুগুৰাৰ মালা a string of bells.

**কিচ্‌কিচা** অক. ধা. ঘামত ধুলি আদি পৰাত অসুখ বোধ কৰ, চিট্‌চিটা to feel an itching sensation from heat and dust. বেয়া কথা শুনিলে বা মনত ধৰিলে অসুখ বোধ কৰ to feel uneasy at something disagreeable. বি. কিচ্‌কিচনি। ক্রি. বিণ. কিচ্‌-কিচ্‌ কৰে অতিশয় ৰূপে, কেট কেট কৰে excessively ( black ) কিচ্‌কিচীয়া অতিশয় ক'লা।

**কিচ্‌মিচ্‌** বি. শুকান পকা আঙুৰ raisin.

**কিচ্‌মত** ( আৰবী ) বি. দশা fate.

**কিছু, কিছুমান** বিণ. অলপ, কিঞ্চিৎ some, a little. ক্রি. বিণ. অলপ পৰিমাণে some what.

**কিজানি, কিজানিবা** অব্য. হব পাৰে, জানোচা, জানোবা perhaps, may be.

**কিঞ্চিত, কিঞ্চিতমান** বিণ. সর্ব্ব. কিছু, অলপ, অলপমান a little. ক্রি. বিণ. অলপ পৰিমাণে, অলপকৈ slightly.

**কিঞ্জলক** ( পু. অ. ) ফুলৰ কেশৰ।

**কিটা** অক. ধা. শত্রুৰ পৰা ভয় পাই আত্মৰক্ষাৰ নিমিত্তে সক্ষম হ বা অস্ত্র ল to take arms for defence against an enemy, খং কৰ, খং উঠ।

**কিটিপ্‌** বি. যন্ত্র আদি ব্যৱহাৰ কৰাৰ কৌশল, কাইদা the secret of using any machine or implement, কু-কৌশল secret design.

**কিটিৰ** বি. সক বস্তুৰে বিন্ধা বা সক অস্ত্রৰে দাঁতেৰে কামোৰা শব্দ an imitative sound used to express that of a gentle stroke. ক্রি. বিণ. কিটিৰ কৰে, কিটিৰাই।

**কিট্‌কিট্‌ কৰে** ক্রি. বিণ. কেট কেট কৰে, কিচ্‌কিচ্‌ কৰে very dirtily.

**কিটিৰা** বিণ. চুটি চাপৰ আৰু বাঢ়িব নোৱাৰা stunted.

**কিটকিটীয়া** বিণ. অলপতে, খং উঠা স্বভাৱ যুক্ত, খিঙ্‌খিঙীয়া peevish.

**কিতাপ** ( আৰবী—কেতাব ) বি. পুথি, গ্রন্থ a book.

**কিন্‌** সক. ধা. বেচ দি বস্তু ল, খৰিদ কৰ to buy.

**কিন্‌কিন্‌** অনু. শব্দ. অলপ অলপকৈ বৰষুণ পৰিলে বা বাদ্যৰ গুণাত আঘাত কৰিলে উঠা শব্দ an imitative word used to express the sound produced by drizzling rain or of a stringed musical instrument. অক. ধা. কিন্‌কিনা। বিণ. কিন্‌কিনীয়া। বি. কিন্‌কিননি।

**কিন্তু** অব্য. তেনে হয় তথাপি আগৰ বাক্যৰ অর্থ সঙ্কোচিত কৰা শব্দ but, nevertheless.

**কিন্নৰ** বি. কুবেৰৰ পাৰিষদ atten-

dants of Kubera, দেৱলোকৰ গায়ন। স্ত্রী. কিন্নৰী।

**কিবা** বিণ. সৰ্ব্ব. নজনা, নিশ্চয় নোহোৱা some, uncertain. অব্য. কিজানি perhaps, ভাল নলগা feeling uneasy. **কিবা-কিবি** নজনা, অনিশ্চিত some or other.

**কি বুলি** ক্রি. বিণ. কি কাৰণে what for.

**কিমতে** ক্রি. বিণ. কি ভাৱে, কি প্রকাৰে how, in what manner.

**কিমান** বিণ. কি সংখ্যাৰ, কি পৰিমাণৰ how much, how many.

**কিম্বা** অব্য. বা, নতুবা, নাইবা or, otherwise.

**কিম্ভূত কিমাকাৰ** বিণ. আপচু, অদ্ভুত আৰু কুচ্ছিত আকৃতিৰ queer, odd.

**কিম্মত** বি. মূল্য, মোকৰ্দ্দমাৰ বেচ value of a suit.

**কিয়** ক্রি. বিণ. কি বাবে, কি কাৰণে why.

**কিয়ৎ** বিণ. কিছু, অলপ some. ক্রি. বিণ. কিয়ৎপৰিমাণে।

**কিয়নো** অব্য. কাৰণ, যি হেতুকে because.

**কিৰণ** বি. দীপ্তি, পোহৰ, ৰশ্মি a ray of light.

**কিৰা** বি. শপত an oath.

**কিৰাত** বি. পৰ্ব্বত বা হাবিত বাস কৰা জাতিৰ মানুহ, ব্যাধ inhabitants of mountains, a hunter, অৰ্জ্জুনৰ লগত যুঁজ কৰোঁতে কিৰাত বা ব্যাধৰূপী মহাদেৱ।

**কিৰাত পৰ্ব্ব** মহাভাৰতৰ এটা পৰ্ব্বৰ নাম।

**কিৰা-ধাৰী** বিণ. ব্রতচাৰী।

**কিৰিং** বিণ. ওখ টিং থকা (পৰ্ব্বত) high peaked.

**কিৰিচ** বি. এবিধ ঠেক দীঘল তৰোৱাল a Malay dagger.

**কিৰিষি** (পু. অ.) বি. কৃষি।

**কিৰীটি** বি. ৰজা বা দেৱতাৰ মূৰত পিন্ধা ভূষণ বা মূৰৰ আৱৰণ, মুকুট a crest, crown.

**কিৰীলি** বি. ৰব ডাঙৰ বা উচ্চ হাঁহি, ৰবকৈ হাঁহি কৰা ধেমালি a loud laughter, mirth. অক. ধা. **কিৰীলি মাৰ, কিৰীলিয়া।**

**কিৰ্‌কিৰীয়া** বিণ. ক্ষীণ, লাহি thin, slender, সাৰ নোহোৱা not fertile.

**কিৰ্ত্তিম্** বিণ. আচল নোহোৱা, মিছা, নকলী fictitious, not genuine. বি. **কিৰ্ত্তিমালি।**

**কিৰ্পিণ** বিণ. কটকিনা, চিকটা miserly. বি. **কিৰ্পিণালী** কৃপণৰ স্বভাৱ, কটকিনালি niggardliness. **কিৰ্ম্মীৰ** বকাসুৰৰ ভায়েক।

**কিল্** বি. কিলাকুটিৰে কৰা আঘাত a blow given with the elbow, প্রহাৰ, মাৰ blow, beating. সক. ধা. **কিলা।**

**কিলাকনি** বি. কিলাকুটি।

**কিলাকিলি** বি. পৰস্পৰে কিলোৱা বা মৰামৰি কৰা কাৰ্য্য mutual beating or striking.

**কিলাকুটি** বি. হাতৰ ঠাৰি আৰু বাউসিৰ মাজত থকা গাঠি the elbow. বিণ. **কিলাকুটীয়া**।

**কিল্‌কিল্‌** অনু. শব্দ. অলপীয়া পানী অসমান ঠাইত বেগাই বৈ যাওঁতে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that of a small stream flowing rapidly over an uneven surface. বি. **কিলকিলনি**। অক. ধা. **কিল্‌কিলা**।

**কিল্লা** বি. কোঁঠ, দুৰ্গ a fort.

**কিশলয়, কিসলয়** বি. গছৰ কুঁহিপাত new tender leaf of a tree.

**কিশোৰ** বি. কোমল বয়সৰ লৰা boy of tender age.

**কিষ্কিন্ধ্যা** বি. বান্দৰৰ ৰজা বালী আৰু সুগ্ৰীৱে বাস কৰা পৰ্ব্বতৰ নাম।

**কিসক** (পু. অ.) ক্ৰি. বিণ. কি কাৰণে।

**কিসে** সৰ্ব্ব. কিহে, কিহবাই।

**কিস্তি** বি. শিলৰ দৰব পিহা পাত্ৰ a stone vessel for pounding medicine, দিব লগা ধন একেবাৰতে নিদি কেইবা ভাগত দিবৰ স্থিৰ কৰা একোটা ভাগ an instalment. **কিস্তিবন্দী** অনেক বাৰত ধন দি ধাৰ মাৰিবলৈ কৰা নিয়ম an agreement to repay a debt by instalments. **কিস্তি-খিলাপ** কিস্তিমতে দিব নোৱাৰা।

**কিহবা** অব্য. কোনো জন্তু বা বস্তু some animal or thing. **কিহবাই পা** ভূত-পিশাচে পোৱা।

**কীঁ কিঁ** অনু. শব্দ. চৰাই পোৱালীৰ নিচিনা মাত an imitative sound used to express the chirping of young birds. বি. **কীঁ কিঁয়নি**।

**কীচক** বি. বতাহতে শব্দ হোৱা এবিধ বাহ, নল-খাগৰি bamboo rattling or whistling in the wind, বিৰাট ৰজাৰ সেনাপতি আৰু খুলশালিয়েক।

**কীট্** বি. কৃমি. পোক a worm, an insect. **কীটাণু** বি. চকুৰে মনিব নোৱাৰা অতি ক্ষুদ্ৰ কীট।

**কীট্‌ছ** এজন প্ৰসিদ্ধ ইংৰাজ ৰোমান্তিক কবি।

**কীদৃশ** বিণ. কেনে, কি প্ৰকাৰ what like. স্ত্ৰী. **কীদৃশী**।

**কীৰ্ণ** বিণ. বিক্ষিপ্ত, সিঁচৰতি হৈ থকা scattered, strewn.

**কীৰ্ত্তন** বি. গুণ বৰ্ণনা narrating, praising, কৃষ্ণলীলা আদি বৰ্ণনা কৰি শঙ্কৰদেৱে লিখা এখন পুথিৰ নাম। ক্ৰি. **কীৰ্ত্তন কৰ** নাম গা,

গুণ বৰ্ণনা কৰ। **কীৰ্ত্তন ঘৰ** বি. নাম ঘৰ a place of worship of the Baishnavas of Assam. **কীৰ্ত্তন-ঘোষা** শঙ্কৰদেৱে ৰচনা কৰা এখন পুথিৰ নাম।

**কীৰ্ত্তি** বি. যশস্যা, সুখ্যাতি fame, renown, নাম অলাই ৰখা কাৰ্য্য বা বস্তু any act or thing that preserves the memory of some one. **কীৰ্ত্তিমন্ত, কীৰ্ত্তিমান** বিণ. খ্যাতিমন্ত, যশস্যামন্ত, নাম-অলা॰ famous. **কীৰ্ত্তিস্তম্ভ** কোনো লোকৰ নাম বা কোনো কাৰ্য্যৰ কথা চিৰকাললৈ অলাই ৰাখিবলৈ ইটাৰে বা শিলেৰে নিৰ্ম্মাণ কৰা পকা খুটা a monument, কোনো লোকৰ নাম চিৰকাললৈ অলাই ৰাখিবলৈ কৰা বস্তু।

**কীল** (সং) বি. জুইৰ আগ a flame.

**কীলাল** (সং) বি. পানী water.

**কু** বিণ. বেয়া, অধম, নীচ bad, vile, low, অশুভ, অহিতকৰ inauspicious, injurious.

**কু-উ** অনু. শব্দ. কুলিৰ মাতৰ নিচিনা শব্দ the cooing of a cuckoo or a sound like that.

**কুইনাইন** বি. চিনকোনা নামেৰে এবিধ লক গছৰ পৰা কৰা ঔষধ quinine.

**কুঁ** আলা কুমলীয়া শব্দৰ অপভ্ৰংশ।

**কুঁকি** বি. পৰ্ব্বতীয়া মানুহৰ হোৰা, ফুল তুলি থোৱা মুখ-বহল, তলৰ ফালে ঠেক এবিধ পাত্ৰ a basket used by the hill tribes for carrying burdens on the back, a small conical flower basket.

**কুঁচিমুচি** ক্রি. বিণ. কোঁচ খাই, কেকোৰা বা কুঁজা হৈ by contracting or shrinking.

**কুঁচিয়া** বি. সাপৰ নিচিনা ৰঙচীয়া মুগা বৰণৰ বোকাত থকা এবিধ মাছ a kind of fish.

**কুঁজ** বি. পিঠিয়ে ভাঁজ লৈ হোৱা উঠঙা a hump on the back. **কুঁজা** বিণ. কুঁজ থকা, বেঁকা hump-backed. বি. পিঠিত কুঁজ থকা মানুহ a man with a hump. স্ত্রী.

**কুঁজী থেকেৰা** বি. কাউ থেকেৰা a kind of acid fruit.

**কুঁড়** বি. ডুবি, নৈৰ বা বিলৰ দ ঠাই the deepest part of a river or lake.

**কুঁৱৰী** বি. ৰজাৰ ভাৰ্য্যা বা মাদৈ, ৰাণী queen.

**কুঁৱলী** (সং-কুহেলিকা) বি. মাটি বা পানীৰ পৰা ধোঁৱাৰ আকাৰ ধৰি উঠা পানী mist, fog.

**কুঁৱা** বি. পাটনাদ well.

**কুঁৱাকুঁই** বিণ কুঁৱলীৰ পৰা হোৱা

এন্ধাৰ haziness, darkness caused by fog.

**কুঁৱৈলতা** বি. এবিধ লতা a kind of creeper.

**কুঁহি** বি. গজালি, অঙ্কুৰ a shoot, a sprout, কলি, কোঁহ a young leaf, তামোলৰ কেঁঁউ। **কুঁহিপাত** নকৈ ওলোৱা পাত।

**কুঁহিয়াৰ** বি. চেপি ৰস উলিয়াই গুড় কৰা এবিধ গছ, ইক্ষু sugarcane.

**কুঁহিয়াৰ-শাল** বি. কুঁহিয়াৰ পেৰা যতন a sugar-mill.

**কুঁহিলা** বি. পানীৰে তল যোৱা ঠাইত হোৱা এবিধ গছ, তাৰ গা কোমল আৰু সোপোকা, তাৰ দ্বাৰা কঠ, বটলৰ ঠিলা আদি কৰা যায় a kind of plant growing on marshy land of which mats and corks are made.

**কুঁহকুঁহীয়া** বিণ. অলপ অলপ তপত, অলপ গা তপত হোৱা slightly warm ( said of fever ).

**কু-কৰ্ম্ম** বি. বেয়া কাম, পাপ an evil deed.

**কুকি** বি. অসমৰ এজাতি পৰ্ব্বতীয়া মানুহ a hill tribe of Assam.

**কুকুৰ** বি. সেই নামেৰে এবিধ পোহনীয়া জন্তু dog, ঘৰৰ বেৰ ম্যাটিত নলগাকৈ বাখিবৰ কাৰণে পুতি দিয়া বাঁহৰ খুটি, নীচ মানুহক গালি পাৰা শব্দ a form of abuse. স্ত্ৰী. কুকুৰনী। **কুকুৰ-ভেকীয়া** খিংখিঙীয়া peevish.

**কুকুৰ পিঠা** বি. নগাবিলাকে খোৱা এবিধ আহাৰ, a roasted dog stuffed with rice.

**কুকুৰ মাখি** বি. কুকুৰৰ গাত হোৱা এবিধ মাখি, a dog fly.

**কুকুৰা** বি. এবিধ চৰাই a cock or hen. **কুকুৰা-ডাক** ৰাতি পুৱাবৰ সময়ত কুকুৰাই মতা-মাত cock-crow.

**কুকুৰা-চোৰা** বি. আহোম ৰজাৰ দিনৰ এটা কাঁড়ী খেলৰ নাম।

**কুকুৰি-কণা** বি. গধূলি নেদেখা মানুহ a night-blind man.

**কুকুৰ-খুলি** বি. অতি নীচ মানুহ a low contemptible fellow.

**কুকুৰ-নেচীয়া** বি. কুকুৰৰ নিচিনা এজাতি সৰু নাহৰ ফুটুকী বাঘ the leopard cat.

**কুকুৰ-সুতা** বি. এবিধ বনৰীয়া গছ a kind of plant.

**কুকুহা** বি. এবিধ চৰাই species of bird. খেৰ বন আদি পাতল বস্তুত লাগি আকাশলৈ উৰি যোৱা জুই, a small mass of burning grass or other light substance carried up by wind.

**কুখিধৰ** (পু. অ.) বি. মহা ভাগ্যৱতী most fortunate.

**কুখ্যাত** বিণ. বেয়া খ্যাতি যুক্ত।

**কুখ্যাতি** বি. দুৰ্যশ, দুৰ্নাম bad reputation.

**কুগ্ৰহ** বি. অশুভগ্ৰহ, অমঙ্গল evil star, misfortune.

**কুঙ্কুম** বি. কাশ্মীৰ দেশত হোৱা এবিধ সুগন্ধি গভীৰ হালধীয়া ফুলৰ শুকান কেশৰ বা গুৰি saffron.

**কুচ** বি. স্তন, তিৰোতাৰ পিয়াহ woman's breast.

**কুচ্** (পু. অ.) বিণ. সৰু, ক্ষুদ্ৰ small, little.

**কুচ্** বি. ৰণযাত্ৰা, দলবদ্ধ হৈ গমন।

**কুচ্কাৱাজ** বি. সৈন্যৰ আখৰা military manoeuvre.

**কুচ্কুচ্** বি. অলপ অলপকৈ আচোঁ-ৰোতে হোৱা শব্দ sound of slight scratching. ক্ৰি. বিণ. **কুচ্কুচ্কৈ, কুচ্কুচ্ কৰে।**

**কুচক্ৰ** বি. চক্ৰান্ত, কুমন্ত্ৰণা evil design. বিণ. **কুচক্ৰী** চক্ৰান্তকাৰী conspiring.

**কুচিলা** বি. এবিধ দৰবত দিয়া বিহ-গুটি nux vomica.

**কুচুৰ্ কুচুৰ্** ( অনুকাৰ শব্দ ) অলপ অলপকৈ দাঁতেৰে কুটিলে হোৱা শব্দৰ নিচিনা শব্দ। ক্ৰি. বিণ. **কুচুৰ কুচুৰকৈ, কুচুৰ্ কুচুৰ্ কৰে।**

**কুচ্ছা** ( সং-কুৎসা ) বি. নিন্দা, দুৰ্নাম defamation, scandal.

**কুচ্ছিত** ( সং-কুৎসিত ) বিণ. কুৰূপ বেয়া ugly, vile, নিন্দিত contemptible.

**কুৱাটি** ( পু. অ. ) বি. কুঁৱলী fog.

**কুঞ্জা** বি. সোঁত বন্ধ হোৱাত দুৰ্গন্ধ হোৱা putrid in water.

**কুঞ্চ** ( পু. অ. ) কোঁচা, কোঁচাই ধৰ।

**কুঞ্চি** বি. মুঠি bundle.

**কুঞ্চিলা** ক্ৰি. কোঁচালে contracted. কৃদ. বিণ. **কুঞ্চিত।**

**কুঞ্জ** বি. ফুলনিত লতাৰে আবৃত কৰি ঘৰৰ নিচিনা কৰা ঠাই a bower, an arbour. **কুঞ্জকুটীৰ** বি. লতাৰে আবৃত ক্ষুদ্ৰ স্থান a bower.

**কুঞ্জৰ** বি. হাতী an elephant.

**কুঞ্জলতা** বি. এবিধ লতা a creeper.

**কুট** সক. ধা. সৰুকৈ কাট cut into small pieces, দাঁতেৰে অলপ অলপকৈ কাট to gnaw. বি. বাক্যৰ মাজত বা শেষত ৰৰৰ কাৰণে দিয়া চিন mark of punctuation. কুটিলতা, কপটীয়া মানুহ এবিধ পোক crookedness, crooked man, a kind of insect,.

**কুটজ** বি. এবিধ দৰবৰ গছ, দুদ-খড়ি a medicinal plant.

**কুটনা** বি. ভাং কুটা মাৰি।

**কুটন্ন** বি. টুটকীয়া, লগনীয়া back-biting.

**কুটা** ( সক. ধা. ) কাচি আদিৰ মুখত দাব বা দাঁত কটা।

**কুটা** বি. ছিগা খেৰ বন আদি a bit of grass. সক. ধা. কাচি আদিৰ মুখত দাব বা দাঁত কটা। **কুটা কঢ়িয়া** বাহ সাজিবলৈ খেৰ বন গোটা collect materials to build a nest. **কুটা ছিণ্ডি এৰ** একেবাৰেই সম্পৰ্ক গুচা, সমুলি বন্ধুতা পৰিত্যাগ কৰ to sever connection with.

**কুটি** বি. হাঁহি তোলা কথা বা কাৰ্য্য, হাঁহি তুলিবৰ নিমিত্তে বিদ্ৰূপ কৰি প্ৰকাশ কৰা কথা বা বস্তু drollery, a caricature.

**কুটিৰ, কুটীৰ** বি. পঁজা, অতি সৰু ঘৰ a cottage.

**কুটিল** বিণ. বেঁকা, কপটীয়া, দুষ্ট crooked, insincere, ভাঁজ লগা curled. স্ত্ৰী. **কুটিলা**। **কুটিলতা, কুটিলামি** গুণ. বি. কুটিলৰ স্বভাব বা গুণ, দুষ্টালি dishonesty, wickedness.

**কুটীৰ** সৰু ঘৰ।

**কুটীৰ-শিল্প** যি শিল্প যন্ত্ৰৰ দ্বাৰা তৈয়াৰ নকৰি কাৰিকৰ সকলৰ হাতেৰে কৰা হয়।

**কুটুম, কুটুম্ব** বি. নিজ বংশৰ বা পৰিয়ালৰ মানুহ a kinsman, চেনেহৰ মাত term of affection, বন্ধু a friend, বিয়াৰ সম্বন্ধেৰে হোৱা মিতিৰ a relation by marriage. **কুটুম্বিতা** বি. বন্ধুতা, মিত্ৰতা relationship.

**কুটুলা** বিণ. চুটি-চাপৰ short.

**কুটুহ্** অনু. শব্দ. অসন্মতি বা খং কুজোৱা শব্দ an imitative sound to express unwillingness or displeasure. ক্ৰি. বিণ. **কুটুহাই**।

**কুট্‌কুট** বি. টান বস্তু অলপ অলপকৈ কামুৰিলে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that of gnawing. **কুট্‌কুটনি,** টান বস্তু কামোৰাৰ শব্দ, গাৰ জোৰাত হোৱা কামোৰণি বা বেদনা the sound of gnawing, a painful biting sensation in the joints. অক. ধা. **কুট্‌কুটা**।

**কুট্‌কুটীয়া** বিণ. দন্দুৰা, খং তোলোৱা কথাকৈ দন্দৰ ছল বিচৰা quarrelsome.

**কুট্‌কুৰা** বিণ. চুটি, বাঢ়িব নোৱাৰা ( চুলি বা ঘৰ ছোৱা খেৰত খাটে ) short, stunted in growth ( said of hair or grass

**কুষ্ঠ** বি. গাৰ ছাল বগা পৰা ৰোগ, পখৰা ৰোগ leprosy.

**কুঠৰী** বি. চাৰিওকালে বেৰ দিয়া ঘৰৰ এক কোঁঠালী a room, an apartment.

**কুঠাৰ** বি. এবিধ অস্ত্ৰ an axe, সঁচাব কাঠৰ মুখৰ তললৈ ওলমা ভাগ projecting part of a key.

**কুঠী** বি. বেহাবেপাৰৰ ঘৰ, শিল্পকৰ্ম্ম কৰা ঘৰ a factory.

**কুঠীয়া** বিণ. কুঠ বোগে ধৰা leprous. বি. কুঠৰোগে ধৰা মানুহ, দুষ্ট মানুহ a leper, a wicked man. স্ত্ৰী. **কুঠুনি**।

**কুড়** বি. এবিধ ঔষধৰ গছ, medicinal plant.

**কুঁড়ি** (পু. অ.) বি. কলি, কুঁহি the bud of a flower.

**কুড়ি** বি. এবিধ মাছ a kind of fish.

**কুণ্ঠ** (পু. অ.) বি. কুণ্ঠিত, দুৰ্ব্বল। **কুণ্ঠৰিয়া** (পু. অ.) বিণ. যুজোঁ যুজোঁ কৈ বা মাৰোঁ মাৰোঁ কৈ ফুৰা।

**কুণ্ঠা** বি. সঙ্কোচ, লাজ, ভয়।

**কুণ্ঠিত** কৃদ. বিণ. আশঙ্কাযুক্ত, ভীত hesitating, fearful, লজ্জিত ashamed.

**কুণ্ড** বি. হোমৰ জুইৰ গাঁত, নাদ, গাত a pit for sacrificial fire, well, tank.

**কুণ্ডল** বি. কাণত পিন্ধা এবিধ অলঙ্কাৰ, কঁৰিয়া an ear-ornament, an ear-ring.

**কুণ্ডলিত** আবৰ্ত্তিত।

**কুণ্ডলিনী** বি. কুণ্ডল পিন্ধা তিৰোতা, দুৰ্গাৰ এটা আকৃতি a woman wearing ear-rings, a form of Durga.

**কুণ্ডলী** বি. কুণ্ডল পিন্ধা মানুহ a man wearing ear-rings, সাপ a serpent.

**কুণ্ডিন** বি. বিদৰ্ভ ৰজাৰ নগৰ the city of Vidarbha.

**কুণ্ডিল** বি. ভীষ্মক ৰজাৰ ৰাজধানী the capital city of Bhismaka.

**কুতৰ্ক** বি. অৰ্থহীন তৰ্ক বা প্ৰতিবাদ, fallacious argument.

**কুতৰ্কী** বিণ. অন্যায়ৰূপে তৰ্ক কৰা reasoning improperly.

**কুতুবন** এজন চুফী কবি।

**কুতুৰ** অ. ধা. কোনো বস্তুৰ কাৰণে ঘনাই খাট বা খোজ।

**কুতুহল** বি. নেদেখা বস্তু বা নুশুনা কথা শুনিবৰ ইচ্ছা curiosity, আনন্দ, কৌতুক joy, pleasure. বিণ. **কুতুহলী**। ক্ৰি.বিণ. **কুতুহলে**।

**কুৎসা** বি. কুচ্ছা।

**কুৎসিত** 'কুচ্ছিত' চোৱা।

**কুত্তা** বি. কুকুৰ a dog.

**কুত্ৰ** ক্ৰি. বিণ. ক'ত, কোন ঠাইত where.

**কুনকী** বি. বনৰীয়া হাতী ধৰা মাখুন্দী হাতী a female decoy elephant.

**কুনকুন** অনু. শব্দ. মহ আদিয়ে কৰাৰ নিচিনা সৰু শব্দ a buzzing sound. বি. **কুনকুননি**। অক. ধা. **কুনকুনা**।

**কুনখৰা** বি. এবিধ শণ জাতিৰ গছ a plant.

**কুনি** ( কথ্যভাষা ) কোন।

**কুন্তল** বি. মুৰৰ চুলি, কেশ hair.

**কুন্তী** বি. পাণ্ডু ৰজাৰ কুঁৱৰী, যুধিষ্ঠিৰ আদিৰ মাক। **কুন্তী-ভোজ** বি. কুন্তীৰ তোলনীয়া বাপেক the adoptive father of Kunti.

**কুন্দ্** সক. ধা. কুন্দ-যন্ত্ৰেৰে কাটি গঢ় লগা বা সমান কৰ to turn on a lathe, কাঠ, ধাতু আদিৰ বস্তু ঘুৰাই ঘুৰাই কাটি গঢ় লগোৱা যন্ত্ৰ a turner's lathe. **কুন্দত কটা** বৰ ধুনীয়া।

**কুন্দ** বি. এবিধ বগা-বৰণীয়া ফুল, খৰিকা জাঁই a kind of jasmine. **কুন্দকড়ি, কুন্দকুঁড়ি** বি. কুন্দ ফুলৰ কলি bud of kunda flower.

**কুন্দা** বি. মানুহৰ হাত ভৰি সুমাই বন্দী কৰি ৰাখিবৰ কাৰণে খাঁজ কটা বা বিন্ধা থকা কাঠ বা বাঁহৰ যতন stocks for confining criminals. সক. ধা. মুৰ সমান কৰি কাট to round off the end.

**কুন্দ্ৰাক্ষ, কুন্দৰুথ** বি. বতাহ আৰু পোহৰ সোমাবলৈ বেৰত কৰা সৰু বিন্ধা, সৰু গবাক্ষ a small round window.

**কুন্দোৱা** কৃদ. বিণ. মুৰ সমান বা ঘুৰণীয়াকৈ কটা rounded and smoothed.

**কুৎসিত** বিণ. আগঢ়ী, কুশ্ৰী, বেয়া ugly, bad, vile.

**কুঞ্চি** বি. নাৱৰ খোঁটালী a room in a boat.

**কুপ্‌তী** বি. কপৌ a dove.

**কুপথ** বি. বেয়া পথ, অসৎ মাৰ্গ evil path. **কুপথগামী** যি কুপথেৰে গমন কৰে, কদাচাৰী।

**কুপথ্য** বি. অহিতকৰ পথ্য।

**কুপন** বি. মনি-অৰ্ডাৰ কাগজৰ যি অংশ টকা গ্ৰহীতাই পায় coupon.

**কুপাত্ৰ** বি. অযোগ্য লোক, অনুপযুক্ত দৰা unfit person.

**কুপিত** বিণ. খঙাল angered.

**কুপী** [ সং কুপী, হি. কুপ্পী ] বি. তেল ভৰোৱা চুঙা oil-can.

**কুপুত্ৰ** বি. অসচ্চৰিত্ৰ, গুণহীন বা অবাধ্য পুত্ৰ wicked or disobedient son.

**কুপেতী** বি. (ক. ভা.) কপৌ চৰাই, a dove.

**কুফল** বি. বেয়া ফল, কু-পৰিণাম।

**কুবলয়** বি. নীলপদুম blue lotus.

**কুবলয়-পীড়** বি. কৃষ্ণই বধকৰা কংসৰ হাতী।

**কুবাসনা** বি. বেয়া অভিলাষ, বেয়া অভিপ্ৰায়।

**কুবিয়া** সক. ধা. ধাৰ থকা অস্ত্ৰেৰে আঘাত কৰ, দৈয়া to strike with a cutting instrument.

**কুবুদ্ধি** বি. বেয়া বুদ্ধি। বিণ. মন্দমতি।

**কুবেৰ** বি. যক্ষ বিলাকৰ ৰজা, ধনৰ অধিপতি দেৱতা, মহাদেৱৰ ধনৰ ভঁৰালী the god of wealth.

**কুবেশ** বি. বেয়া সাজ, মন্দ বেশ ugly dress or form.

**কুব্জ** বি. কুঁজা, বেঁকা hump-backed. স্ত্ৰী. **কুব্জী**।

**কুম** বি. কপালৰ দুই দাঁতিৰ কাণ-লতাৰ ওপৰৰ ভাগ the temple, ঘৰৰ মাজ-পাচ।

**কুমটি** বি. গালেৰে মাটি খনা এবিধ পোক the mole-cricket. **কুমটীয়া** বি. হাতৰ তলুৱাৰ ছাল ছিগা এবিধ ৰোগ।

**কুমন্ত্ৰ** বি. লোকৰ হানি কৰা মন্ত্ৰ an injurious incantation.

**কুমৰ্ধনি** বি. ধেমালিৰ গুমগুমনি শব্দ a merrymaking, mirth.

**কুমৰ হৰণ** বি. অসমৰ বৈষ্ণৱ কবি অনন্ত কন্দলীয়ে লিখা এখন কাব্যৰ নাম, the name of a kavya written by Ananta Kandali.

**কুমলীয়া** বিণ. আপঁইতা, কম বয়সীয়া immature, কোমল, নৰম tender. soft.

**কুমাৰ** বি. কম বয়সীয়া ল'ৰা, a boy of tender age, ৰজাৰ ল'ৰা a prince, পুত্ৰ son. স্ত্ৰী. **কুমাৰী**। **কুমাৰ সম্ভৱ** বি. কালিদাসৰ এখন শ্ৰেষ্ঠ কাব্য the name of a Kavya written by Kalidasa, the great poet.

**কুমাৰ্** বি. মাটিৰ পাত্ৰ গঢ়োঁতা a potter. স্ত্ৰী. **কুমাৰণী**।

**কুমাৰণী** বি. ঘৰৰ বেৰত মাটিৰ বাহ সাজি থকা পাখি লগা পকৰা an insect.

**কুমাৰিকা** বি. ভাৰতৰ দক্ষিণ প্ৰান্তস্থিত ঠাইৰ নাম Cape Comorin.

**কুমাৰিল ভট্ট** এজন পণ্ডিত।

**কুমাৰী** বি. ৰজাৰ জী a princess, ঋতুমতী নোহোৱা ছোৱালী a virgin, দুৰ্গাৰ নাম।

**কুমুদ্** বি. ভেঁটফুল the water-lily. **কুমুদ-বান্ধৱ** বি. চন্দ্ৰ, জোন, the moon.

**কুমুদিনী** বি. ভেঁটফুল, বহুত ভেঁটফুল থকা ঠাই water-lily, a place full of water-lilies.

**কুমেন্ডী** বি. এক প্ৰকাৰ পোক।

**কুমেৰু** বি. পৃথিবীৰ দক্ষিণ ফালৰ মূৰ the south pole. **কুমেৰু বৃত্ত** দক্ষিণ মেৰুৰ ২৩° অক্ষাংশ উত্তৰত থকা কাল্পনিক বৃত্ত the antarctic circle.

**কুম্‌জেলুকা, কুম্‌জেলেকুৰা** বি. গাত বীজল থকা এবিধ বগা বা মুগা বৰণীয়া পোক a slug.

**কুম্ভ** বি. কলহ water-jar, একাদশ ৰাশি, হাতীৰ মূৰৰ টেমুনা the eleventh sign of the Zodiac, one of the two prominences

on the forehead of an elephant.

**কুম্ভক** বি. যোগৰ এটা ক্রিয়া (নিশ্বাস-ৰোধ)।

**কুম্ভকর্ণ** বি. ৰাৱণৰ দ্বিতীয় ভ্রাতা (নিদ্রাপ্রিয়)।

**কুম্ভকাৰ** বি. মাটিৰ পাত্র কৰোঁতা a potter.

**কুম্ভজন্মা** বিণ. কুম্ভজ, কুম্ভ সম্ভৱ, কুম্ভযোনী, সূর্য্য আৰু বৰুণ দেৱতাৰ দৃষ্টি স্বৰ্গৰ বেশ্যা উর্ব্বশীৰ ওপৰত পৰাৰ লগে লগে তেওঁলোকৰ বীর্য্য স্খলন হয় আৰু সেই বীর্য্য কলহত ভৰাই থোৱা হয় আৰু তাৰ পৰা বশিষ্ঠ আৰু অগস্ত্য মুনিৰ জন্ম হয়, তদ্রূপ ভৰদ্বাজ মুনিৰ বীর্য্যৰ পৰা দ্রোণাচার্য্যৰ জন্ম হয়।

**কুম্ভমেলা** বি. হৰিদ্বাৰ আৰু প্রয়াগত হোৱা সন্ন্যাসীৰ মেলা।

**কুম্ভস্থল** হাতীৰ মূৰৰ টেমুনা দুটা।

**কুম্ভীপাক** বি. নৰকৰ নাম name of a hell.

**কুম্ভীৰ** বি. এজাতি ঘঁৰিয়াল an alligator.

**কুযশ** বি. দুর্ণাম infamy.

**কুযাত্রা** বি. অশুভ যাত্রা।

**কু-যোগ** বি. বেয়া সময়, an inauspicious time.

**কুৰঙ্গ** বি. হৰিণা পহু a deer.

**কুৰঙ্গনয়না, কুৰঙ্গনয়নী** বি. হৰিণাৰ দৰে ধুনীয়া চকু থকা তিৰোতা, সুন্দৰী a gazelle-eyed woman, a beautiful woman.

**কুৰল** বি. পাছি, খৰাহি, আদিৰ মুখ বন্ধা কামী, বাঁহ a piece of split bamboo bound on the edge of a basket etc.

**কুৰা** বি. একে ঠাইতে জলা জুই fire lighted on one place, এবাৰ জুইত দিবৰ জোখাৰে খৰিৰ মুঠি a bundle of fire-wood which may be put into the fire at once, যাঠী আদিৰ নাল handle of a spear.

**কুৰাল্** বি. এবিধ বগা ফুল ধৰা গছ a kind of tree with white flower.

**কুৰি** বি. দুই দহ, বিংশতি twenty বিণ. **কুৰীয়া** কুৰি টকা মূল্যৰ of the value of twenty rupees.

**কুৰীয়া** বিণ. সঘনে নৰিয়া পৰি থকা, চিৰৰুগীয়া sickly.

**কুৰীতি** বি. বেয়া নিয়ম, বেয়া ব্যৱহাৰ।

**কুৰু** বি. পাণ্ডু আৰু ধৃতৰাষ্ট্রৰ পূর্ব্ব পুৰুষ চন্দ্রবংশীয় এজন ৰজাৰ নাম the name of a prince of the lunar race. **কুৰুকি কুৰুকি** ক্রি. বিণ. ককি-ককি by repeated push and pressure.

**কুৰুক্ষেত্র** কুৰু-পাণ্ডৱৰ যুদ্ধক্ষেত্র।

**কুৰুবৃদ্ধ** ভীষ্ম।

**কুৰং** বি. দুই পর্ব্বতৰ মাজৰ ঠেক

আক ঠাই a mountain pass, a gorge.

**কুকং কাবাং** বি. লবচব কৰা, কেৰমেৰ কৰা slight movements.

**কুকলি** বি. এবিধ বাদ্য a musical instrument, উকলি দিয়াৰ দৰে কেঁচাই মতা মাত a peculiar cry uttered by the owl. **কুকলি পিট** ঢোলৰ কুকলি বজোৱাৰ দৰে ঘনাই পিট বা ৰৰকৈ মৰিয়া beat severely, ৰৰকৈ হাই উকমি কৰি দন্দ কৰ quarrel noisily. অক. ধা. **কুকলিয়া** কুবলি দে।

**কুকুৰক** বি. এবিধ ফুলৰ গছ crimson amaranth.

**কুকুৰা** বি. উকহ জাতিৰ মাছ খোৱা চৰাই the fishing eagle.

**কুকুৰা বাহী** বি. অসমৰ চাবি সত্ৰৰ এখন সত্ৰ।

**কুকুৰা মাৰি** বি, জালত ব্যৱহাৰ কৰা দীঘল বাঁহ ডাল, মৰা মানুহ থৰি দিওতে চিতা লগা চাবি বা আঠ ডাল খুটি।

**কুকুৰা বাৰি** বি. কুকৰা মাৰি চোৱা।

**কুকাচ** অক. ধা. কাঁচি হ, গোট মাৰ to curdle slightly as milk বিণ. **কুকাচীয়া**।

**কুৰূপ** বিণ. আগচী, অশুৱনি ugly. বি. কদাকাৰ ugly form. স্ত্রী. **কুৰূপা, কুৰূপিনী**।

**কুৰ্বা** বি. পূব দিশৰ পৰা বলা বতাহ, ইয়াৰ বিপৰীত বতাহক পছোৱা বতাহ বোলা হয় wind blowing from the east, easterly wind.

**কুৰ্‌কুৰ্‌** অব্য. কুকুৰ গোৱালীক মতা মাত a word used in calling a dog. অক. ধা. **কুৰ্‌কুৰা**। বি. **কুৰকুৰণি, কুৰ্‌কুৰ্‌**।

**কুৰ্নিস্‌** (ফা.) বি. অভিবাদন, চালাম salute.

**কুৰ্ত্তা** বি. এবিধ মুখেদি সুমাই পিন্ধা চোলা a shirt, হাত থকা ককাললৈকে পৰা চোলা jacket, a short coat.

**কুৰ্ব্বানী** বি. মুচলমান ধৰ্ম্ম শাস্ত্ৰমতে জন্তু বধ কৰা কাৰ্য্য killing an animal according to Moslem rites.

**কুৰ্ব্বুধি** বি বেয়া পৰামৰ্শ bad advice. বিণ. **কুৰ্ব্বুধীয়া**।

**কুৰ্ম্মা** বি. মিতিৰ marriage connection. স্ত্রী. **কুৰ্ম্মানী**।

**কুশ্বৰা** বি. তাঁত বাটি কৰোঁতে ব্যৱহাৰ কৰা মূৰ জোঙা খুঁটি a weaver's peg or stake.

**কুল** বি. জাতি, বংশ a caste, a race, family. বিণ. **কুলীয়া** কুলৰ সম্পৰ্কীয়, জাতিৰ belonging to a caste. **কুল-কণ্টক** বি. বংশৰ অপযশ বা অন্যায়কাৰক। **কুলকমল** জাতিৰ পদুম ফুল,

বংশৰ গৌৰৱ। **কুলকৰ্ম্ম** নিজ কুল বা জাতিৰ নিয়ম মতে কৰিব লগা কাম। **কুলগুৰু** কোনো বংশৰ গুৰু বা পুৰোহিত। **কুলটা** বি. বেশ্যা, অসতী তিৰোতা a whore, prostitute. **কুলতিলক** বংশৰ শ্ৰেষ্ঠ পুৰুষ, যাৰ দ্বাৰা বংশৰ মান বাঢ়ে। **কুলদেৱতা** বি. কোনো এক বংশৰ পূৰ্ব্বৰ পৰা আৰাধনা কৰা দেৱতা the tutelary god of a family. **কুলধৰ্ম্ম** কোনো জাতিৰ শাস্ত্ৰৰ নিয়ম মতে কৰিব লগা কাম। **কুলপতি** বি. আশ্ৰমৰ প্ৰধান ঋষি। **কুলৱতী** সৎকুলৰ তিৰোতা, সতী a high caste woman. **কুলশীল** জাতি আৰু স্বভাৱ। **কুলস্ত্ৰী** সতী তিৰোতা। **কুলসংহাৰিণী** কুল-নাশিনী।

**কুলক্ষণ** বি. অমঙ্গলৰ চিন a bad omen, গাত থকা অমঙ্গলীয়া চিন, বেয়াগুণ bad conduct. বিণ. **কুলক্ষণীয়া, কুলক্ষণী** বি, বেয়া লক্ষণ বা প্ৰকৃতি থকা তিৰোতা a woman having bad conduct or unlucky marks on the body, অমঙ্গলীয়া inauspicious.

**কুলা** অক. ধা. যথেষ্ট হ to suffice.

**কুলা** বি. ধান চাউল আদি জৰা বাঁহৰ যতন, সাপৰ ফেট a winnowing fan, the hood of a snake.

**কুলাঙ্গাৰ** বি. বংশৰ কলঙ্ক one who brings disgrace to one's family.

**কুলাচল** বি. এটা অসুৰৰ নাম the name of a demon.

**কুলাচাৰ** বি. জাতিধৰ্ম্ম, কুলধৰ্ম্ম।

**কুলাধম** বি. কুকৰ্ম্ম কৰি বংশৰ দুৰ্নাম অনাওঁতা a wicked man bringing diagrace to his family by vicious deeds.

**কুলি** বি. বসন্ত কালত ওলোৱা এবিধ কলা ধুনীয়া চৰাই the Indian cuckoo.

**কুলী** বি. হজুৰা সামান্য বন কৰা মানুহ, বনুৱা, মজদুৰ a hired labourer. **কুলীমালী** কোনো সামান্য কাম কৰা মানুহ any sort of labourer.

**কুলীন** বিণ. উত্তম কুলত জন্মা well-born, উত্তম কুলৰ লোক a man of high descent.

**কুলীশ** বি. ইন্দ্ৰৰ বজ্ৰ Indra's thunder bolt.

**কুলুকুলু** বি. পানীৰ সোঁতৰ শব্দ an imitative word used to express the sound of a small stream of water.

**কুলোদ্ভৱ** বিণ. কোনো এক বংশত জাত born in the family of.

**কুলকুল** বি. পানীৰ সোঁতৰ শব্দ an imitative word used to express the sound of a

small stream of water. অক. ধা. **কুলকুলা**। বি. **কুলকুলনি**।

**কুলকুলিয়া** অক. ধা. মুখত পানী লৈ সঞ্চালন কৰি মুখ পৰিষ্কাৰ কৰা to gargle.

**কুৱাং** বি. বাংকুকুৰ a wolf, (নামনি অসম) কৃপণ মানুহ a miser.

**কুশ** বি. এবিধ পবিত্ৰ বন a kind of sacred grass, ৰামচন্দ্ৰৰ এজনা পুতেক the name of a son of Rama. **কুশদ্বীপ** পৃথিবীৰ সাত দ্বীপৰ এটা দ্বীপ one of the seven divisions of the world. **কুশছিঙ** সম্বন্ধ ছেদ কৰ, একেবাৰে এৰি দে to sever connection altogether. **কুশধ্বজ** বি. জনক ৰজাৰ ভায়েক, a brother of Janaka. **কুশ-নাভ** বি. বিশ্বামিত্ৰৰ পিতামহ, the grand-father of Viswamitra. **কুশব্ৰাহ্মণ** বি. সাতডাল কুশ মেৰাই লোৱা কুশৰ গাঁঠি, ইয়াক শ্ৰাদ্ধত লাগে।

**কুশণ্ডিকা** বি. বিয়া আদিৰ সময়ত কৰা হোম।

**কুশল** বি. কল্যাণ, নিৰাপদ, মঙ্গল welfare, well-being. happiness. বিণ. নিপুণ, পাৰগ expert, skilful. বিণ. **কুশলী**। ক্ৰি. বিণ. **কুশলে** আপদত নপৰাকৈ, সঙ্কট নোহোৱাকৈ safely. **কুশল** **কোঁৱৰ** বি. বিয়াল্লিছৰ গণ-আন্দোলনৰ এজন অসমীয়া শহীদ।

**কুশাসন** বি. পূজা আদি কৰোঁতে বহা কুশৰ আসন বা কঠ a mat made of *kusa* grass. **কুশাগ্ৰ** কুশৰ আগৰ নিচিনা তীক্ষ্ণ আৰু সূক্ষ্ম। **কুশাগ্ৰবুদ্ধি** তীক্ষ্ণবুদ্ধি।

**কুশ্ৰী** বিণ. কুচ্ছিত, অশুৱনি ugly.

**কুশীলব** বি. গায়ক, নট, অভিনেতা singer, actor.

**কুষাৰি** বি. পেটত ৰখা খং বা অসন্তোষ cherished ill will. বি. অসন্তুষ্ট, ক্ৰোধযুক্ত displeased, piqued.

**কুষ্ঠ** বি. কুঠ, বৰ-ৰোগ leprosy. **কুষ্ঠী** বিণ. কুঠীয়া, কুঠ ৰোগে ধৰা leprous. বি. কুঠীয়া মানুহ a leper.

**কুষ্মাণ্ড** বি. কোমোৰা the white pumpkin.

**কুসংস্কাৰ** বি. নেজানি-নুবুজি কৰা সিদ্ধান্ত prejudice, যুক্তি নথকা ধৰ্ম্মবিশ্বাস বা নীতি superstition.

**কুসীদ** বি. সুদ interest.

**কুসুম** বি. ফুল, পুষ্প flower. **কুসুমিত** বিণ. পুষ্পিত।

**কুসুম-মালা** বি. ফুলৰ মালা a garland of flowers, অসমীয়া ভাষাৰ এবিধ ছন্দৰ নাম a kind of Assamese metre.

**কুসুমায়ুধ** বি. কামদেৱ the Indian

Cupid. **কুসুমাকৰ** বি. বসন্তকাল, উদ্যান।

**কুস্তা** বি. ব্যায়াম physical exercise.

**কুহক** বি. ভেলেকী বা ইন্দ্ৰজাল বিদ্যা, বাজী jugglery, ছল, প্ৰবঞ্চনা fraud, deception. বিণ. **কুহকী** ইন্দ্ৰজাল মাৰি মোহকৰা গুণ থকা having the power or quality of captivating by means of magic or incantation. স্ত্ৰী. **কুহকিনী**।

**কুহৰ** অক. ধা. কুহু কুহু শব্দ কৰা। বি. গাঁত, কাণৰ গহ্বৰ a cavity, the ear. বি. **কুহৰণ**।

**কুহু, কুহূ** বি. কুলিৰ মাত crying of a cuckoo.

**কুহুলিয়া** সক. ধা. ধীৰে ধীৰে ক (ব্যঙ্গাৰ্থত) to speak slowly.

**কুহুম** বি. এবিধ সৰু গছ আৰু তাৰ হালধীয়া ফুল the safflower, কণীৰ ভিতৰৰ হালধীয়া ভাগ the yolk of an egg, **কুহুমবুলীয়া** কুহুম ফুলেৰে বোলোৱা, হালধীয়া। **কুহুমসাৰ** পাণ্ডুৰোগ jaundice.

**কুহুমীয়া** বিণ. অলপ অলপ তপত tepid.

**কুহুৰ্-কুহুৰ্ কৰে** ক্ৰি. বিণ. অলপ অলপকৈ ডিঙিৰ পৰা শব্দ কৰি making a low repeated noise from the throat as in coughing slightly.

**কুহেলিকা** বি. কুঁৱলী fog.

**কুক্ষি** বি. পেটৰ ভিতৰ, গৰ্ভ the womb, কাষত, ওচৰত near.

**কূ** অনু. শব্দ. কপৌ বা কুলি চৰাইৰ মাতৰ নিচিনা শব্দ imitative sound used to express the cooing of a dove or the Indian cuckoo. অক. ধা. **কুকুৱা**।

**কুঁচি** বি. তাঁতত তাহোন দিবলৈ গছৰ ঠৰঙা আঁহ মাজনী a brush.

**কূঁৱা** (সং কূপক) বি. পাটনাদ a well.

**কূকূভা** বি. এবিধ ল'ৰাৰ ধেমালি a kind of children's play.

**কূজন** বি. চৰাইৰ মাত cooing of a bird.

**কূট** বি. মিছা, মায়া, ভণ্ডামি fraud illusion, deception, জটিল দুৰ্ব্বোধ্য intriguing, পৰ্ব্বতৰ টি a mountain peak, নাঙলৰ গ ডোখৰ the body of a plough.

**কূটনীয়া** বিণ. টুটকীয়া, লগনীয়া poisoning one's mind agains another, back-biting, crooc-ked.

**কূটাৰ্থ** বি. গুপ্ত অৰ্থ hidden meaning. বিণ. **কূটাৰ্থক**।

**কূটি** বি. নাঙলৰ মুৰৰ হাতেৰে ধৰ ভাগ the part of a plough which the ploughman holds by the hand.

**কূট্‌লাট্** বি. লগনীয়া কথা back

biting. চক্ৰান্ত, কুমন্ত্ৰণা trick, design.

**কূট-পাশ** বি. ছলনা, শঠতা, আওপকীয়া বুদ্ধি fraudulent displaying.

**কূট-প্ৰশ্ন** বি. সহজে উত্তৰ দিব নোৱাৰা প্ৰশ্ন a queer question.

**কূট্‌শাল** বি. টুটকীয়া মানুহ a backbiter.

**কূপ** বি. নাদ a well. **কূপমণ্ডুক** বি. নাদত থকা ভেকোলা a frog, নাদৰ ভেকোলাৰ দৰে সদাই ঘৰত থকা আৰু বিদেশ নেদেখা লোক, সংকীৰ্ণ মনৰ মানুহ (নিন্দাত খাটে) a man of narrow ideas

**কূপা** বি. তেলৰ টাবি, তেলৰ সৰু পাত্ৰ a small oil vessel.

**কূৰ্চ্চিকা** বি. কাঁচি গাখীৰ slightly curdled milk.

**কূৰ্চ্চুট** বি. কপট, গোপনে ৰখা হিংসা বা অন্যায় কৰিবৰ ইচ্ছা hidden ill-will, grudge. বিণ. **কূৰ্চ্চুটীয়া**।

**কূৰ্ম্ম** বি. কাছ, কচ্ছপ a tortoise, শৰীৰৰ এবিধ বায়ু।

**কূল** বি. নৈ বা সাগৰৰ পাৰ, নৈৰ দাঁতি বা কাণ a shore, a bank.

**কৃকৰ** বি. ভোক লগোৱা বায়ু a particular wind.

**কৃচ্ছ্ৰ** বি. কষ্ট, দুখ pain, trouble. বিণ. কষ্টকৰ painful. **কৃচ্ছ্ৰসাধ্য** বিণ. দুখেৰে সিদ্ধি কৰিব পৰা, দুঃসাধ্য requiring great pain or labour.

**কৃৎ** বি. ধাতুৰ পাছত যোগ হোৱা প্ৰত্যয় verb-affixes, কৰোঁতা, বিশেষ্য শব্দৰ পাছত থাকে, যেনে 'কৰ্ম্মকৃৎ' a doer.

**কৃত** কৃদ. বিণ. যাক কৰা হৈছে, কৰা done.

**কৃতকৰ্ম্মা** বিণ. কাম জনা, কাৰ্য্যদক্ষ skilful, clever. **কৃতকাম** পূৰ্ণমনোৰথ।

**কৃতকাৰ্য্য** বিণ. কৃতাৰ্থ, যাৰ কাৰ্য্য সিদ্ধি হৈছে successful. বি. **কৃতকাৰ্য্যতা**।

**কৃতকৃত্য** বিণ. কৃতকাৰ্য্য successful, কৃতাৰ্থ blessed. বি. **কৃতকৃত্যতা**।

**কৃতঘ্ন** বিণ. অকৃতজ্ঞ। বি. উপকাৰীৰ অপকাৰ কৰে বা উপকাৰ স্বীকাৰ নকৰে ungrateful, returning injury for benefits received. বি. **কৃতঘ্নতা**।

**কৃতজ্ঞ** বিণ. শলাগ লোৱা, উপকাৰ স্বীকাৰ কৰা grateful. বি. **কৃতজ্ঞতা**।

**কৃতদাৰ** বিণ. বিবাহিত married.

**কৃতধী** বিণ. স্থিৰ বুদ্ধি, সংযতমনা।

**কৃতনিশ্চয়** বিণ. ঠিক, নিশ্চিত, দৃঢ়সঙ্কল্প, সিদ্ধিলাভ সম্বন্ধে সংশয়শূন্য certain, confident, determined.

**কৃতবিদ্য** বিণ. শিক্ষিত, শিকিবুজি জানী হোৱা learned, cultured. **কৃতসংকল্প** বিণ. কোনো কাৰ্য্য কৰিবলৈ স্থিৰ কৰা resolved, determined.

**কৃতাঞ্জলি** বিণ. হাতযোৰ কৰা, কৰযোৰ কৰা supplicating with joined hands.

**কৃতান্ত** বি. জীৱন শেষ কৰোঁতা, যম Yama, the god of death.

**কৃতাৰ্থ** বিণ. যাৰ বাঞ্ছা সিদ্ধি হৈছে, ধন্য successful, blessed. বি. **কৃতাৰ্থতা**।

**কৃতি** বি. স্ত্ৰী. কৰণ, অনুষ্ঠান, চেষ্টা।

**কৃতিত্ব** বি. কাৰ্য্যদক্ষতা ability, উপযুক্ততা।

**কৃতী** বিণ. পাৰগ, সামৰ্থ্য থকা competent, capable, সদ্‌গুণ থকা having good qualities, জ্ঞানী, পণ্ডিত, পুণ্যবান wise, pious.

**কৃত্তিকা** বি. তৃতীয় নক্ষত্ৰ the third lunar mansion.

**কৃত্তিবাস** বি. মহাদেৱ name of Shiva, বঙ্গদেশৰ ৰামায়ণ লিখক প্ৰাচীন কবি।

**কৃত্য** বি. কৰিবলগা কাম, কৰ্ত্তব্য duty, work.

**কৃত্রিম** বিণ. মানুহে কৰা বা সজা artificial, আচল নোহোৱা, নকলী not genuine, আন্তৰিক নোহোৱা insincere, কাল্পনিক, মিছা false, fictitious.

**কৃদন্ত** বি. কৃৎপ্ৰত্যয় যুক্ত হৈ-সিদ্ধ হোৱা।

**কৃপণ** বি. কৰাইচ মানুহ, কটকিনা মানুহ a miser. (পু. অ.) সৰু মনৰ, নীচ low-minded. বিণ. কটকিনা miserly.

**কৃপা** বি. দয়া, অনুগ্ৰহ kindness. **কৃপাচাৰ্য্য** বি. এজন বীৰৰ নাম। বিণ. **কৃপালু, কৃপাময়** কৰুণাময়, দয়াময় kind. **কৃপাৰস** বি. কৃপাৰ ৰস, ঐশ্বৰিক প্ৰেমৰ অনুভূতি আৰু উপভোগ। **কৃপাৱন্ত, কৃপাবান** বিণ. দয়ালু kind. **কৃপাহীন** দয়াহীন unkind.

**কৃমি** বি. পোক, কীট, পেলু a worm, an insect. **কৃমিঘ্ন, কৃমিনাশক** পোক মৰা, কৃমিনাশ কৰা worm-destroying.

**কৃশ** বিণ. ক্ষীণ, দুৰ্ব্বল weak, slender. বি. **কৃশতা**। **কৃশাঙ্গী** বি. শাহী গা থকা slender-bodied, সুন্দৰী (তিৰোতা) beautiful.

**কৃশানু** বি. জুই fire.

**কৃষক, কৃষাণ** বি. খেতিয়ক a husbandman.

**কৃষি** বি. খেতি husbandry. **কৃষি-ঋণ** কৃষিৰ সাহায্যৰ কাৰণে দিয়া চৰকাৰী ঋণ। **কৃষিকৰ, কৃষিজীৱী** বি. খেতিয়ক, কৃষি

কৰি খোৱা মানুহ cultivator. **কৃষিবল** খেতিয়ক।

**কৃষ্ট** বিণ. কৰিত, আকৃষ্ট cultivated, attached.

**কৃষ্টি** বি. কৃষিকৰ্ম্ম cultivation, শিক্ষা বা চৰ্চ্চাৰে লাভ কৰা উৎকৰ্ষ, সংস্কৃতি culture.

**কৃষ্ণ** বিণ. ক'লা black, dark. বি. ক'লা বৰণ black colour, মথুৰাত বসুদেৱৰ পৰা দৈৱকীৰ গৰ্ভত জাত হোৱা বিষ্ণুৰ এক অৱতাৰ, বৈষ্ণৱ সকলৰ ইষ্ট দেৱতা the son of Vasudeva and Devaki. স্ত্ৰী. **কৃষ্ণা** দ্ৰৌপদী।

**কৃষ্ণ দ্বৈপায়ন** বি. ব্যাসমুনি name of Vyasa. **কৃষ্ণপক্ষ** প্ৰতিপদৰ পৰা আঁউসীলৈ ১৫ দিন the dark-half of the month. **কৃষ্ণলীলা** কৃষ্ণৰ কৰ্ম্ম বিলাক deeds of Krishna. **কৃষ্ণসাৰ** এবিধ হৰিণ antelope. **কৃষ্ণচূড়া** এবিধ ফুলৰ গছ। **কৃষ্ণসৰ্প** কেঁটী সাপ cobra. **কৃষ্ণা** দ্ৰৌপদী name of Draupadi. **কৃষ্ণাষ্টমী** কৃষ্ণৰ জন্ম তিথি, জন্মাষ্টমী, কৃষ্ণপক্ষৰ অষ্টমী।

**কেই, কেইটা** বি. সৰ্ব্ব. কিমান সংখ্যাৰ how many.

**কেইবা** বিণ. সৰ্ব্ব. কিমান নিশ্চয় নথকা কিন্তু এটাতকৈ বেছি several. **কেইবাটা** বি. সৰ্ব্ব. অনেক, বহুত several, many.

**কেইও, কেয়ো, কেইওটা, কেয়োটা** বিণ. সৰ্ব্ব. যিমান আছিল সিমান, সেই সকলো all of them.

**কেউটীয়া ঢোঁৰা** বি. ঢোঁৰা সাপৰ নিচিনা বিষ নাইকিয়া এবিধ সাপ a kind of snake.

**কেও, কেউ** সৰ্ব্ব. কোনো, কোনো এটাও one even.

**কেওট** বি. অসমৰ এজাতি হিন্দু-মানুহ a caste of Assamese Hindus.

**কেওমেওকৰা** ক্ৰি. ববকৈ কাকুতি মিনতি কৰা to request earnestly.

**কেং, কেং কেং** অনু. শব্দ. টাঙোন খোৱা কুকুৰৰ নিচিনা মাত an imitative sound used to express the cry uttered by a dog when beaten. বি. কেংকেঙনি।

**কেংকে** (কথা ভাষা) কেনেকৈ how.

**কেঁও** বি. থোৰৰ ভিতৰত থকা কোমল পাত, পোনেই ওলোৱা গজালি, তামোলৰ বেটুৰ ভিতৰৰ কোমল ভাগ leaf in the bud, a young and tender shoot, the tender part of a betel nut about the stem or head.

**কেঁকনি** বি. গেঁথনি, নৰিয়া মানুহে কষ্টেৰে উশাহ লওঁতে হোৱা শব্দ, দুখৰ শব্দ a groan. অক. ধা. কেঁকা।

**কেঁকুৰি** বি. ভাঁজ bent, আকুৰ কুলৰ

কলি flower bud of the poppy.

**কেঁকো গেঁখো** বি. অনিচ্ছা বা অমান্তি প্ৰকাশ act of expressing un-willingness.

**কেঁকো-জেঁকোকৈ** ক্ৰি. বিণ. গধুৰ বস্তুৰ ভৰ সহিব নোৱাৰি কুঁজা হৈ being bent with weight.

**কেঁকোৰা** বিণ. বেঁকা, ভাঁজ লগা crooked, bent. সক. ধা. বেঁকা কৰা to bend. বি. পানীত থকা এবিধ সৰু জন্তু a crab. স্ত্ৰী. কেঁকুৰী।

**কেঁকোৰা-কেঁকুৰি** বিণ. বহুত ভাঁজ থকা having many bends. বেঁকা বেঁকি zigzag.

**কেঁককেঁকনি** বি. ৰাজহাঁহৰ মাত cackle of a goose. অক. ধা. কেঁককেঁকা।

**কেঁচ** বি. কাপোৰৰ আঁচলত কতীয়াকৈ দিয়া ফুল an oblique stripe in the border of a cloth. অক. ধা. পকা গুচি কেঁচা হ, ভাল গুচি বেয়া হ to become worse.

**কেঁচা** বিণ. নপকা unripe, green, নিসিজা, নোপোৰা not cooked, unburnt, বুদ্ধি পুৰঠ নোহোৱা unwise, অসঙ্গত injudicious, অস্থায়ী not lasting. **কেঁচাই** ক্ৰি. বিণ. নপকাকৈ, কেঁচা অৱস্থাতে in a raw or unripe state. **কেঁচাই-খোৱা** বিণ. নিসিজা বা নপকা অৱস্থাতে খাব পৰা eatable in a raw or unripe state, উগ্ৰস্বভাৱী furious. **কেঁচা-গোন্ধ** উগ্ৰ গোন্ধ। **কেঁচা-ঘাম** মৃত্যুৰ সময়ত যি ঘাম ওলায়। **কেঁচা-ঘুমতি** ভালকৈ টোপনি নোহোৱা। **কেঁচা-চুলি** ক'লা চুলি। **কেঁচা-তেজ** তিকৃতিকীয়া ৰঙা তেজ। **কেঁচা-ভোগ** চাউল, গাখীৰ আদিৰে, নিসিজোৱাকৈ যি ভোগ কৰা হয়। **কেঁচা-মাল** যি বস্তুৰ পৰা শিল্প দ্ৰব্য নিৰ্ম্মিত হোৱা নাই, raw materials. **কেঁচা-ৰচিদ** সাময়িক ভাবে প্ৰাপ্তি স্বীকাৰ। **কেঁচা লিখনি** অপৰিণত বয়সৰ ৰচনা। **কেঁচা-সোণ** নিভাজ সোন।

**কেঁচাশাল** বিণ. বুজনি নোলোৱা, আমঠ, আপোনাৰ কথাৰ বাজে লোকৰ কথা নুশুনা self willed, not amenable to reason.

**কেঁচী** বি. কাপোৰ কটা অস্ত্ৰ scissors.

**কেঁচীয়া** বিণ. কতীয়া, এচুকৰ পৰা আন চুকলৈ যোৱা oblique, diagonal. ক্ৰি. বিণ. কেঁচীয়াকৈ, কেঁচীয়াকেঁচী বিণ. এচুকৰ পৰা আন চুকলৈ কটা crossing or cutting each other diagonally.

**কেঁচু** বি. এবিধ গাঁতত থকা সৰ্পাকৃতি পোক an earth-worm. **কেঁচুমটী** বি. কেঁচুৱে তোলা মাটি।

ringworm. বি. খৰে খোৱা মানুহ a man suffering from ringworm, খৰি বেচা মানুহ a seller of fire wood.

খকৰা বিণ. ওপৰ ওঁঠৰ মাজ কটা, ওপৰ ওঁঠ ছিগি দাঁত ওলোৱা having the upper lip cut into two, খাৰ মিহলি, খাৰযুক্ত containing alkali or salt. বি. বংশৰ কোনো খাপ, পুৰুষ a generation.

খকৰা-কুহিয়াৰ বি. এবাৰ কুহিয়াৰ কটাৰ পিছত পুনৰ গজালি ওলাই হোৱা কুহিয়াৰ।

খকৰা-বেঙেনা বি. এবিধ খাৰ মহীয়া সক বেঙেনা a kind of egg fruit.

খৰেইপৰা একপ্ৰকাৰৰ ৰোগ, যখনে পেচাব হয় আৰু পেচাব কৰোতে পোৰে।

খৰেখোৱা বিণ. খৰ ৰোগে খোৱা suffering from ringworm.

খৰে ধৰা পেটত তাপ আৰু অজীৰ্ণ হৈ ঘনাই শৌচ কৰা ৰোগ diarrhoea.

খৰোষ্ঠী বি. ভাষা আৰু লিপি বিশেষ।

খৰকালি বি. জাৰকালি, বাৰিষাত বাজে আন সময় the dry season.

খৰ্চ্চনা বি. ঘৰৰ খুটা আদি সলাবৰ সময়ত চাল দাঙি ধৰি থাকিবলৈ দিয়া জাং বা ঢোকা a prop.

খৰ্পৰ বি. মৰা মানুহৰ মূৰৰ খোলা a skull.

খৰ্ব্ব বি. এহেজাৰ কোটি সংখ্যা one thousand crores. বিণ. সৰু, ক্ষুদ্ৰ, চুটি চাপৰ small, short, অহংকাৰী, গৰ্ব্বী, অপমানজনক haughty. বি. ধ্বংস বা দমন কৰা কাৰ্য্য act of destroying or subduing.

খৰ্মুজা বি. এবিধ লতাৰ ফল a kind of melon.

খল বি. লগনীয়া বা টুটকীয়া মানুহ, হিংসুক, দুৰ্জ্জন a back-biter, an envious man, a crooked man, wicked person.

খল বি. পুলি কৰলৈ বা গুটি পচাবলৈ খনা সৰু লোৰ a drill used in sowing seeds, দৰৱ মৰা শিলৰ পাত্ৰ, কিস্তি a stone used for mixing medicines in, জন্তু বা মানুহ সদাই গোট খোৱা ঠাই, খলি a place where animals or persons usually assemble.

খলক্ বি. পানীৰ আফালনীত হোৱা শব্দ, কোৰ্হাল, হাই-উৰ্ম্মি to be agitated or suddenly move to and fro with a loud noise, as water. খলক লাগ কোৰ্হাল কৰ। বি. খলকনি।

খলখল্ বি. পানীৰ খল্খলনি বা ডাঙৰ হাঁহিৰ পৰা হোৱাৰ নিচিনা শব্দ an imitative word used to express the sound made

by an agitated water or loud laughter. বি. খলখলনি, খলখলি।

**খলন্তি-খোৱা** বিণ. অতি দৰিদ্ৰ extremely poor.

**খলপ, খলপা** বি. তৰপ, বখলা, থাক a stratum, a layer, a shelf, মহলা, এটা ঘৰৰ ওপৰত সজা আন এটা ঘৰ a storey or flat of a house, ঢাকনি a cover. **খলপা-খলপ** কেবা থাক থকা, কেবা তৰপীয়া having many shelves, storeys, or layers. **খলপা-খলপী** খলপীয়া, কেবা খলপ থকা।

**খলম** বি. কাপোৰ আদি নিমজ কৰিবলৈ দিয়া মাড় starch applied to cloth.

**খল্‌খল্‌** বি. খলখল, বেগেৰে জোকাৰ খোৱা পানীৰ শব্দ the sound of agitated water. বি. খল-মলনি।

**খলমা** বি. খমলা, গোটমাৰি বা শুকাই টান হোৱা জুলীয়া বস্তু congealed fluid. অক. ধা. **খলমা বান্ধ, খলমা মাৰ**।

**খলা** বি. কোনো কাৰ্য্যত ব্যৱহাৰ কৰিবলৈ চুকৰি চিকনোৱা ঠাই, খোলা a place cleared for any purpose.

**খলাবমা** বি. ওখ-চাপৰ, অসমান. দ-বাম uneven, undulating.

**খলি** বি. গুটি পচোৱা বা পুলি খোৱা লোৰ a drill for sowing seeds **খলি ল, খলি পাত** সদায় অহা-যোৱা কৰ (বেয়া ভাৱত) to frequent.

**খলিত** বি. নিষ্ফল, ফল নধৰা fruitless, false.

**খ'লিফা** বি. তুৰস্কৰ চুলতান আৰু ধৰ্ম্মগুৰু a title used by Mussolmans.

**খলিহনা, খলিহা** বি. এবিধ সৰু মাছ a kind of small fish.

**খলিহৈ** বি. তেল পেৰা সৰিয়হৰ শুকান পিটা oilcake.

**খলুৱা** বি. টুটকীয়া, টেঙৰ, ধূৰ্ত্ত cunning.

**খহ্‌** অক. ধা. এৰাই পৰ to fall off.

**খহটা** বিণ. খুদ খহৰে আবৃত হোৱাৰ নিচিনা, নিমজ নোহোৱা, কৰ্কশ not smooth. rough to the touch. **খহটা-ডিমৰু** সৰু গছ আৰু গুটিৰে এবিধ ডিমৰু a kind of fig.

**খহনীয়া** বি. খহি পৰা বা তললৈ এৰাই পৰা কাৰ্য্য the act of falling off, এবিধ গৰু মহৰ মঙহ খহি যোৱা ৰোগ a disease of the cattle in which the flesh sloughs off. বিণ. খহনীয়া।

**খহমহ** (অনু. শব্দ) খহটা বস্তু

মোহাৰিলে বা মচিলে হোৱা শব্দ an imitative word used to express the sound produced by rubbing a rough thing. বি. **খহমহনি**। ক্রি. **খহমহা**। বিণ. **খহমহীয়া**।

**খহা** সক. ধা. একেবাৰে তললৈ পেলা to cause to fall off, গৰ্ভ নষ্ট কৰা to miscarry.

**খহু** বি. গাত হোৱা বিষযুক্ত আৰু পকি পুঁজ ওলোৱা এবিধ টোপোৰা, ফোহোৰা, ফোঁহা a boil, pustule, the itch. **খহুৱা** বিণ. খহু থকা, খহুৰে খোৱা affected with boils or itches, **খহুলা** খহুলগা, খহটা coarse, rough. **খহুলা-খহুলি** ওখোৱা মোখোৱা uneven.

**খা** সক. ধা. ভোজন কৰ, গিল, ভোগ কৰ, অধীন হ বা পা, কামোৰ, দংশন কৰ, ধ্বংস বা নষ্ট কৰ, গ্ৰহণ কৰ to eat, to swallow, to possess, to enjoy, to suffer, to be subjected, to bite, to sting, to ruin, to take as a bribe. অক. ধা. মিল, লাগি ধৰ, জীবিকা উলিয়া to suit, to subsist. **খাইধৰ** ঢিলা নোহোৱাকৈ লাগ to fit, suit well, **খাইতেল** মিঠাতেল mustard oil. **খাই পাত ফাল** অশলাগী বা উপকাৰ নমনা হ to be ungrateful, **খাই পাত ফলা** বিণ. অশলাগী।

**খাইমুৰা** যাক বাপেক আৰু আন বন্ধু বান্ধৱৰ মূৰ খোৱা wretched, friendless.

**খাউখেৰেং** বি. এবিধ কুঁচি সজা বন a kind of grass.

**খাওঁখাওঁ** বিণ. খকুৱা greedy, খঙাল angry.

**খাওঁতা** বি. যাক খুৱাব বা পুহিব লাগে, যি পুৰুষে খায় a man who eats. স্ত্রী. খাঁতী। **খাওন** বি. খোৱা কাৰ্য্য, ভোজন act of eating, **খাওনি** খোৱা বস্তু, সমল, বাটত খাবলৈ গোটোৱা সামগ্ৰী food, provisions collected for use on a journey, ভোগ দখল কৰা occupied.

**খাওন্দ** বি. আহোম ৰজাৰ দিনৰ এজন বিষয়াৰ নাম, তেওঁ বিদেশৰ পৰা বস্তু অনানিয়া কৰিছিল, অইন দেশৰ আচাৰ ব্যৱহাৰ চাই ফুৰিছিল আৰু মৃত ৰজাৰ অস্থি গঙ্গাত পেলাইছিল।

**খাঁং** বি. বাঁহ নবন্ধা সৰু পাচি, সৰু তোম a kind of small basket.

**খাঁকৰ** বি. নাকৰ শুকান সেঙুন, ঘাৰ মুখত লাগি থকা শুকান পুঁজ, ঘাৰ চোকোৱা mucus dried in the nostril, the scab of a sore.

**খাঁকি** বি. গছৰ যি ঠাইৰ পৰা দুটা ডাল বেলেগ হয়, দুটা ডালৰ জোৰা, তাৰ নিচিনা আন বস্তু the joint

of forking branches, anything like the same.

**খাঁজ** বি. এটা বস্তুক আন এটাবে জোবাবলৈ দিয়া খোলনি, পথালি খোলনি a notch, a mortise for joining two pieces of timber. **খাঁজকটা** খোপকটা notched অক. ধা. **খাঁজ খা, খাঁজ ল, খাঁজ খাইধৰ** খোপত সোমাই আঁট খাই ধৰ to fit tightly, **খাঁজ এৰ** টান গুচি ঢিলা হ to become loose.

**খাঁজ** সক. ধা. হিলৈত খাৰ গুলি ঠাহি ভৰা to load as a gun, গছৰ শাৰীত থকা ভদা ঠাইত নকৈ ৰো to plant at vacant places, হেচি সুমা push in tightly.

**খাঁজি-খোৱা** বি. বজা কোনো ঠাইলৈ যাওঁতে বাটত জিৰাবৰ বা থাকিবৰ নিমিত্তে সজা ঘৰ, এতেকে বাটকৰা মানুহ ৰবৰ নিমিত্তে সাজি থোৱা ঘৰ a rest house.

**খাঁজখোপ** বি. য'ত যেতিয়া যেনে হব লাগে তেনে হোৱা অবস্থা, ঠিকঠাক exactly fit or proper state. ক্রি. বিণ. **খাঁজে খোপে**।

**খাঁটি, খাঁটী** বিণ. বিশুদ্ধ, আচল pure.

**খাঁবী** বিণ. 'খঁৰা' চোৱা।

**খাকৰ** বি. খোঁকা উৰি, গাতৰ মাটি উলিয়াবৰ কাৰণে মুৰ ফলা বাঁহ bamboo instrument for raising earth from a hole.

**খাকাৰ** বি. অপযশ, কলঙ্ক blame, spot.

**খাকাৰ-খোৱা** বিণ. কলঙ্কযুক্ত লোক, নিলাজ।

**খাকী** বিণ. মটীয়া, কপিলা tawny, dark brown, সেই বৰণৰ কাপোৰ a light dark cloth.

**খা-খবৰ** বি. খবৰ বাতৰি, বা-বাতৰি news.

**খাখৰু** বি. খেকাৰ খোৱা, নীচ মানুহ mean or contemptible, ruined.

**খাখাৰ, খাখৰি** 'খেকাৰ' চোৱা।

**খাগৰি** বি. হাবিত আপুনি হোৱা কুঁহিয়াৰ জাতিৰ এবিধ তৃণ reed. **খাগৰি কুঁহিয়াৰ** এবিধ টান সক কুঁহিয়াৰ a kind of sugar cane.

**খাচ** বি. পৰৰ পৰা অধিকাৰ কৰি নিজৰ স্বত্বত ৰখা, চৰকাৰৰ পৰা বন্দবস্ত কৰি লোৱা held direct from the government.

**খাচ** বিণ. আচল, বিশুদ্ধ pure, real, হাতত থকা tangible.

**খাচা** বি. পৰ্ব্বতীয়া মানুহৰ কুঁকি বা হোৱা a long basket used by hill people to carry things on their back.

**খাচীয়া** বি. খাচীয়া পাহাৰৰ আদিম

নবাসী a hill tribe inhabiting the Khasi Hills.

**খাজ** বিণ. হিন্দুৰে খাব পোৱা, অনিষিদ্ধ ( মাছত খাটে ) not forbidden as a food for Hindus.

**খাজনা** বি. ৰাজহ, ৰাজকৰ, মাটি খোৱা মানুহে মাটিৰ গৰাকীক দিয়া ধন revenue, rent.

**খাজা** বি. অংশ, টুকুৰা piece, a part.

**খাজাঞ্চী** বি. ৰাজহৰা বা ৰজাৰ ধন ৰখীয়া a treasurer.

**খাজুৰ** বি. মিঠা ৰস ওলোৱা এবিধ গছ আৰু তাৰ গুটি the date sugar palm and its tree.

**খাঞ্জি** (পু. অ. ) খাজি, ভৰপূৰ কৰি।

**খাট** বি. পালেঙ, কাঠৰ খুৰা লগোৱা শয্যাৰ আধাৰ, তক্তাপোচ a bedstead.

**খাট্‌** সক, ধা. উপকাৰৰ আশাৰে কাৰো ওচৰলৈ গৈ ভাবনা কৰ, নিয়ম অনুসাৰে পালন কৰ to seek favour, to observe as a rule, শাস্তি স্বৰূপ ভোগ কৰ to undergo a penalty, খপ, বাস কৰ sojourn. অক. ধা. আনৰ বাবে পৰিশ্ৰম কৰ serve. প্ৰাৰ্থনা কৰ, উপাসনা কৰ to solicit, to pray, কোনো বিষয়ত বলবন্ত বা উপযুক্ত হ to apply.

**খাটখৰি** (পু. অ. ) বি. খটখটী step.

**খাটনি** বি. উপকাৰৰ আশাৰে কৰা উপাসনা, লোকৰ নিমিত্তে কৰা পৰিশ্ৰম soliciting favour, entreaty, service to others. খাটনি ধৰ কোনো কাৰ্য্য কৰিবলৈ আনক উপাসনা কৰ to solicit favour.

**খাটনিয়াৰ** বি. বিশ্বাসৰ মানুহ a favourite, গোঁসাই সকলৰ প্ৰধান পৰিচাৰক the principal attendant on a Gossain. **খাটনি-লোটনি** বি. বহুদিন বা অধিককৈ কৰা খাটনি earnest entreaty.

**খাটলা** বি. গোঁসাই সকলৰ উঠি ফুৰা চাৰিচুকীয়া দোলা a four cornered vehicle carried on men's shoulders and used by the Gossains of Assam.

**খাটাং** বি. শেষ নিষ্পত্তি কৰা, সম্পূৰ্ণৰূপে নিশ্চিত, পাচত লৰচৰ হবৰ সম্ভাৱনা নথকা conclusive, finally determined. **খাটাংকৈ** ক্ৰি. বিণ. নিশ্চয়ৰূপে conclusively.

**খাটিয়া** বি. বাঁহৰ কামীৰে তৈয়াৰ কৰা এক প্ৰকাৰ খাট।

**খাটুৰা** বিণ. বৰ ওখ আৰু বৰ চাপৰ নোহোৱা ( মানুহত খাটে ) not too low or not too high.

**খাড়া** বিণ. পোনে পোনে ওপৰলৈ উঠা. থিয় perpendicular, upright.

**খাণ্ডৱ** বি. ইন্দ্ৰপ্ৰস্থৰ ওচৰত থকা

এখন অৰণ্য a forest near ancient Delhi.

খাণ্ডা বি. দা, ডাঙৰ কটা অস্ত্র sword, a large cutting instrument.

খাত্ বি. থকা ঠাইৰ পৰা আঁতৰত থকা মাটি বাৰী an estate or farm situated at a distance from the residence of a proprietor.

খাতক্ বি. ধ্ৰুৱ খোৱা, ধৰুৱা a debtor.

খাতা বি. হিচাব ৰখা বহি, জমা-খৰচ বা উৎপন্ন ভগনৰ টোকা ৰখা বহি an account book.

খাত্তি বি. বাহৰ সৰু কাঠি a thin rod or slip of bamboo, পিটি পাতল কৰা ধাতু, সৰুকৈ কটা ৰূপ বা সোণৰ পতা a small piece of silver or gold leaf.

খাতিৰ বি. বিশ্বাস confidence, সম্মান, সমাদৰ respect, regard, অনুৰোধ request, কাৰণ ground. ক্ৰি. বিশ খাতিৰে নিমিত্তে, বাবে for the sake of.

খাতোৱাল বি. বহতীয়া, খাতত কাম কৰা মানুহ a tenant, a serf.

খাদ বি. সঙ্গীতৰ এটা গহীন বা গলগলীয়া সুৰ a bass tune in music.

খাদক বি. খাওঁতা eater.

খাদি বি. হাতে কটা সূতাৰ কাপোৰ।

খাদ্য বিণ. খাবৰ যোগ্য eatable, বি. আহাৰ, খোৱা বস্তু food.
খাদ্যাখাদ্য আহাৰৰ যোগ্য আৰু অযোগ্য বস্তু proper and improper food.

খান্ সক. ধা. কোৰ আদিৰে মাটি কোৰ্ বা চাহ কৰ্, মাটিত গাঁত কৰ to dig.

খান (উপশব্দ) চেপেটা বা বহল বস্তু বুজাবৰ নিমিত্তে সংজ্ঞা শব্দৰ পাছত ব্যৱহৃত শব্দ an affix used to denote anything flat or spread, ভাল সৰু সৰু তেনে বস্তু বুজাবলৈ 'খানি' ব্যৱহাৰ হয়।

খান্খান্ বিণ. অ'ত এখন ত'ত এখন scattered about.

খানচামা বি. বন্ধাবঢ়া বা খানা তৈয়াৰ কৰা চাকৰ a butler.

খানদান বি. সম্ভ্রান্ত, উচ্চবংশ
খানদানী বিণ. উচ্চবংশীয়।

খানা বি. চৰু আদি গঢ়োঁতে মাটি কটা বা ভাগ কৰা কুমাৰৰ সঁজুলি a potter's tool.

খানা বি. আহাৰ, ভোজন meal, feast.

খানা বি. ঠাই, আন শব্দৰ পাছত যোগহৈ তাৰ অৰ্থ বুজায়, যেনে ছাপাখানা, মালখানা a place.

খানা চুমাৰী বি. কোনো গাওঁ বা-নগৰৰ মানুহৰ সংখ্যা লিখা কাকত,

মানুহ গণনা a written statement of the number of houses in a village or town, a census of the population.

**খানা তালাচ** বি. চোৰ আৰু চোৰে নিয়া বস্তু আদি উলিয়াবলৈ ঘৰ আদি অনুসন্ধান কৰা কাৰ্য্য a house-search.

**খানি** বিণ. কোনো এক পৰিমাণৰ।

**খানিক খানিকমান** বি. অলপ সময়, খন্তেক a moment, a very short time, অলপ পৰিমাণ a small quantity or amount.

**খান্দ** ( পু. অ. ) সক. ধা. খান to dig.

**খান্দি, খান্দৰি** গুণঠি সুমাবৰ নিমিত্তে মোকোটাই বা মেৰাই বন্ধা জৰীৰ মেৰ a loop.

**খান্দি** বি. সূতাৰ নেছা a skein of thread, তাঁত দি পিটি কৰা ডোখৰ বা খণ্ড।

**খাপ্** বি. লুকাই বাট চাই থকা কাৰ্য্য, কাৰো অনিষ্ট কৰিবৰ নিমিত্তে চল চাই বৈ থকা কাৰ্য্য act of lying in wait. ক্রি. 'খাপ দে, খাপ ল to lie in ambush.

**খাপ্** বি. জখলা বা খটখটীত ভৰি দিয়া ঠাই a step, তৰপ, থাক shelf, stratum, শ্রেণী a grade.

**খাপৰ** বি. এবিধ গধুৰ আৰু ডাঙৰ যাঠি a large and heavy spear.

**খাপৰি** বি. ঘৰ ছাবৰ নিমিত্তে কৰা চেপেটা পোৰা মাটি a tile, বুকুৰ বাওঁকালে থকা আৰু জ্বৰ হলে বঢ়া এচটা মঙহ, **জ্বৰ-খাপৰি** the spleen.

**খাব্** বি. চাব্, নাঙলৰ আগত উঠা মাটি, শিঙেৰে খোচ মৰা কাৰ্য্য the act of striking or catching anything. সক. ধা. **খাবয়া**।

**খামচিয়া** বি. খামুচি লগ পোৱা, which can be grasped in by the hand.

**খাৰুভা** বিণ. অলপ চাপৰ dwarfish.

**খাৰনি** বি. 'জবকা' চোৱা।

**খাম্** বি. আবৰণ, ঢাকনী ( চিঠিৰ ), লেফাফা envelope.

**খাম্** বি জুলীয়া বস্তুৰ গোট মৰা অবস্থা coagulation. ক্রি. **খাম বান্ধ, খামমাৰ** জুলীয়া বস্তু গোট মাৰ to coagulate as milk.

**খাম্‌খেয়াল** বিণ. অস্থিৰ চিত্ত uncertain mind. বি. **খাম্‌খেয়ালি**।

**খামতি** বি. আসামৰ উত্তৰ পূবে থকা পৰ্ব্বতীয়া জাতি a hill tribe of the north eastern frontier of Assam. **খামতি দা** এবিধ দীঘল, আগে গুৰিয়ে সমান বহল দা। **খাম্‌তি সোনা** কাবলতিৰ তলত ওলোমাই লোৱা কাপোৰৰ সোনা।

**খাৰাখা** ক্রি. বিণ. হঠাৎ, অকাৰণত suddenly.

**খাৰি** বি. কলিজা, পিত, বুকু heart, courage, mind, **খাৰি-ডাঠ** বিণ. বুকু ডাঠ, সাহিয়াল bold, courageous.

**খামোচ, খামোচ্চুমাৰ, খামোচ মাৰিধৰ** ক্রি. হাতৰ মুঠিৰ ভিতৰত ধৰ to grasp by the hand. **খামোচ** বি. হাতৰ মুঠিত ধৰিব পৰা বস্তু grasp.

**খামোচা** বি. খামোচ বা মুঠি মাৰি ধৰিব পৰা ঠেক বা আঙঠি a handle, lift, মুঠি মাৰি ৰখা কাঠ বা ধাতুৰ সঁজুলি a clamp, clasp, হাতৰ মুঠিত যিমান ধৰে সিমান বস্তু as much of anything as can be grasped in the hand. **খামোচা-খামোচে, খামোচে খামোচে** ক্রি. বিণ. মুঠিয়ে মুঠিয়ে handful by handful. **খামোচীয়া** বিণ, খামোচি পোৱা।

**খাৰ** বি. লোণৰ গুণ থকা ছাই, খাৰ দি ৰন্ধা আঞ্জা alkali potash, a dish seasoned with alkali, হিলৈৰ খাৰ gunpowder. **খাৰ-উঠ** খাৰৰ নিচিনা হোৱা, সমূলি নষ্ট হোৱা। **খাৰ-ঘৰ** বি. ৰণৰ সঁজুলি বিশেষকৈ হিলৈৰ খাৰ ৰখা ঘৰ a magazine, **খাৰ-ঘৰীয়া** আসাম ৰজাৰ খাৰ-ঘৰৰ অধিকাৰ থকা লোক। **খাৰ-মাটি** এবিধ খাৰৰ গুণ থকা কাপোৰ ধোৱা মাটি ( সাজিমাটি ) fuller's earth.

**খাৰচা** বি. অলপ খাৰৰ সোৱাদ থকা having an alkali taste.

**খাৰণী** বি. খাৰ সৰাই উলিওৱা পানী, খাৰৰ পানী a solution of potash or alkali. **খাৰণী সঁতা** খাৰণী ছেকা বা সৰোৱা সঁজুলি, খৰাহী বা কোনো পাত্ৰৰ তলিত অনেক বিন্ধা দি তাত ছাই ভৰাই তাৰ ওপৰত লাহে লাহে পানী দি থাকিলে তলত খাৰণী সৰি পৰে এই পাত্ৰৰ নাম খাৰণী সঁতা a basket or vessel in which ashes are leached.

**খাৰধি** বি. খাৰৰ আঞ্জা ৰান্ধিবৰ নিমিত্তে যতনোৱা শাক আদি, পাচলি vegetables for cooking.

**খাৰলি** বি. বটা সৰিয়হত লোণ আৰু খাৰণী মিহলাই কৰা এবিধ ভাতৰ লগত খোৱা চাটনি a kind of powdered mustard mixed with salt and solution of potash.

**খাৰলি-পাত** বি. আগ কটা কলাপাত a plantain leaf with the top end cut off.

**খাৰ-হাঁহ** বি. এবিধ বনৰীয়া পাতি হাঁহ a kind of wild duck.

**খাবাব** বিণ. বেয়া, অনুচিত bad, improper.

**খাৰি, খাড়ী** ( পূ. অ. ) কৰ a corn, আঘাতৰ চিন a scar.

**খাৰিজ** বিণ. সলনি কৰা, এটা কাটি বা গুচাই আন এটা লিখা mutated, changed, কাটি পেলোৱা struck off.

**খাৰি বান্ধ, খাৰি বন্ধ** যা নেপাহৰাকৈ মন লাগ to be impressed on the mind so as not to be forgotten.

**খাৰী** বি. বিজুলি lightning.

**খাৰু** বি. হাতৰ ঠাৰিত পিন্ধা এবিধ অলঙ্কাৰ, কঙ্কণ a bracelet.

**খাৰুৱা** বি. খাৰে ধৰা। বি. খাৰে ধৰা পানীত কমাই ফুৰা মাছ।

**খাৰুৱা** বি. কোনো বস্তুত লগাবলৈ দুই মূৰ মোকোটাই খাৰুৰ নিচিনা ঘূৰণীয়া কৰা গোটা লো, লোৰ নগৰা a large iron ring, an iron hoop, an iron staple.

**খাৰুৱা** বি. এবিধ ৰঙা কপাঁহী চৰীয়া কাপোৰ a kind of coarse red cotton cloth.

**খাৰে ধৰ** মাটিত বেছি খাৰৰ গুণ থকা কাৰণে মৰি যা to be diseased owing to much potash in the soil.

**খাল্** বি. বহল গাঁত, খাবৈ, লোৰ, দ ঠাই a pit, ditch, a hollow place.

**খালৰ ৰখিণী** বি.-ভুতুনী, লেতেৰা তিৰোতা, a slut, unclean or dirty woman.

**খালাচ্** বি. দায় বা শাস্তিৰ পৰা মুক্তি release, acquittal. বিণ. স্বাভাবিক সুস্থ বা মুক্ত অৱস্থা পোৱা free from burden, relieved.

**খালাচী** বি. ৰেল জাহাজ আদিত কাম কৰা বনুৱা a menial employed in steamer, railways etc.

**খালি** বি. শৰাধত চাউল দিবলৈ কৰা কলপটুৱাৰ পাত্ৰ a shallow dish made of the sheath of the plantain tree used for offering rice at a shraddha.

**খালী** বি. শূন্য, উদং empty, vacant, শুদা, কেৱল only.

**খালে-ডোঙে** বিণ. ওখই-চাপৰে, any where.

**খালে-বামে** ক্রি. বিণ. ওখই চাপৰে, দ'য়ে বামে, য'তে ত'তে any where, some where.

**খালৈ** বি. টেকেলিৰ আকৃতিৰ বাঁহৰ কাঠিৰে সজা মাছ থোৱা পাত্ৰ, কুক a small basket for keeping fish in. **খালৈপেটা** বিণ. খালৈৰ দৰে মাজ ডাঙৰ, বৰ পেটা pot bellied. স্ত্রী. **খালৈ-পেটি**।

**খালৈ ভাঙি** বি. এবিধ মাছ a kind of fish.

**খালোপ** বি. পগাই গোটা কৰা খাৰ

inspissated solution of potash.

**খাৰণ** বি. খোৱা কাৰ্য্য, খাদ্য act or mode of eating, food.

**খাৰলা** বি. দ ঠাই a hollow, বখলা portion bitten off. বিণ. **খাৰলা-খাবলি** ওখ চাপৰ, অসমান undulating.

**খাবৈ** বি. দ আৰু বহল লোৰ, দীঘলীয়া খাল a ditch, a trench.

**খাৱেচ্‌** বিণ. সৰহকৈ খাব পৰা capable of eating much. **খাবৈয়া** বি. খাওঁতা one who eats or is to be supported.

**খাস্তাং** বিণ. উবাৰ, একেবাৰে নষ্ট, উচ্ছন্ন laid waste, devastated.

**খাহ** বি. নৈৰ পৰা আঁতৰ অথচ নৈৰ ধল আহিলে তল যোৱা ঠাই, যেনে নৈত পানী শুকালেও খাহত বাঢ়ে a place liable to inundation. নগৰৰ পৰা দূৰত থকা গাওঁ a rural-place. **খাহ ব'লীয়া** বিণ. গাৱঁলীয়া চহা rustic. **খাহ-বাজ** নগৰৰ পৰা আঁতৰ ঠাই a rural place.

**খাহী** বিণ. কণী কঢ়া ছাগ a castrated goat. কণী কাঢ়ি নপুংসক কৰা castrated.

**খিক্‌খিক্‌** (অনু. শব্দ) মুখ চেপি ধৰি বাঁধিব খোজা হাঁহিৰ নিচিনা শব্দ an imitative sound used to indicate a restrained laugh. বি. খিক্‌খিকনি। অক. ধা. খিকখিকা।

**খিকিন্দালি** বি. বঢ়িয়াল কথাকৈ হাঁহি মাতি কৰা ধেমালি mirth, merriment.

**খিকিৰ্‌-কিচীয়া** বি. কিৰ্কিৰীয়া, গা সৰু thin, slender.

**খিংখিঙনি** বি. কুকুৰৰ দৰে গোঙৰি দি বা খং কৰি কোৱা কথা surly or angry speech. **খিংখিঙা** অক. ধা. কুকুৰৰ দৰে গোঙৰি দি বা খং কৰি কথা ক। **খিংখিঙীয়া** বিণ. অলপতে খং কৰা স্বভাবযুক্ত, সদায় খং কৰি বা গালি পাৰি থকা snappish, peevish.

**খিচ্‌** বি. জন্তুৰ মূত আৰু গোবৰ মিহলি হৈ হোৱা বোকা dirt, mud or filth from urine and dung of animals.

**খিচ্‌-মিচ্‌** বি. পাহকৰা অঞ্চলত হোৱা এবিধ সুমিষ্ট ফল।

**খিচলি** বি. খিচ থকা, পেৰেকণি dirty or filthy place.

**খিচা গীত** বি. বোৱা নাম satirical marriage songs.

**খিচিৰা** বিণ. ক্ষীণ, কিৰ্কিৰীয়া, চেৰেলা lean, not plump, thin.

**খিচিৰী** বি. চাউল, মাহ, পাচলি, ঘিউ, মচলা আদি একেলগে সিজোৱা খাদ্য food prepared by

cooking together rice, pulse, spice, ghee etc.

**খিচ্‌খিচীয়া** বি. নিচেই সরু বা শাহি অথচ টান very small or slender but hard to the touch.

**খিট্‌খিটীয়া** বিণ. খিংখিঙীয়া peevish.

**খিড়িকী** বি. বতাহ বা পোহৰ সোমাবৰ নিমিত্তে কৰা সৰু দুৱাৰ a window.

**খিত্ত'পীয়া** বিণ. খিতাপ পোৱা, যশস্যাশালী, খ্যাতিমন্ত famous, renowned.

**খিতাপ** বি. উপাধি a distinctive appellation, খ্যাতি, যশস্যা, সমাৰোহ renown, fame, ostentation.

**খিতিংখাতাং** ( অনু. শব্দ. ) বি. দুটা সৰু টান বস্তুৰ খুন্দা খোৱাৰ পৰা হোৱা শব্দ, সামান্য দন্দ, কাজিয়া a slight dispute or quarrel.

**খিনি** বিণ. পৰিমাণৰ amounting to. বি. কোনো এক নিৰ্দ্দিষ্ট ঠাই a particular place, কোনো এক নিৰ্দ্দিষ্ট পৰিমাণ certain amount.

**খিয়লাখিয়লি** বি. ইটোৱে সিটোৰ প্ৰতি খিয়াল কৰা কাৰ্য্য the act of envying one another, mutual hatred. **খিয়লীয়া** বিণ. লোকৰ ভাল দেখিলে বেজাৰ পোৱা, হিংসাযুক্ত envious. **খিয়াল** বি. ঈৰ্ষা, লোকৰ ভাল দেখিলে হোৱা অসন্তোষ envy.

**খিৰিসা** ( পু. অ. ) বি. পগাই ঘন কৰা গাখীৰ boiled milk.

**খিৰিং, খিৰিক** ( অনুকাৰ শব্দ ) দুটা বস্তুৰ এটা আনটোত অলপকৈ লাগিলে হোৱা ক্ষুদ্ৰ শব্দ an imitative sound used to express that produced by two small bodies clashing against one another. ক্ৰি. বিণ. খিৰিং কৰে, খিৰিক কৰে।

**খিল্‌খিল্** ( অনুকাৰ শব্দ ) অলপকৈ হাঁহাৰ নিচিনা শব্দ an imitative sound to express that of a gentle laugh. বি. **খিলখিলনি**। অক. ধা. খিলখিলা। বিণ. **খিলখিলীয়া**। ক্ৰি. বিণ. **খিলখিল** কৰে। **খিলঞ্জি, খিলঞ্জীয়া** বিণ. চিৰদিনীয়া, বহুকাল একে ঠাইতে থকা living at a place permanently. প্ৰাচীন ancient. বহু পুৰুষে ভোগ কৰা possessed for many generations.

**খিলা** বি. এপাত পাণ, বিৰা, গছৰ এটা পাত a whole betel leaf. a leaf of a tree.

**খিলাত** ( আৰবী) বি. ৰজাই কোনো উপাধি দিওঁতে তাৰ লগত দিয়া সাজ-পাৰ।

**খিলি, খিলা** বি. দুচটা পাট একেলগ

কৰাত ব্যৱহৃত এবিধ লোৰ চেপেটা গজাল a flat nail used in joining two pieces of wood together.

খিলিকি বি. হিলৈ বা কাঁড়'াই খেলুৰ লগলগী a trigger.

খিলিকাৰ বি. দুৰ্ণাম, দুৰ্যশ disgrace যাৰ পৰা দুৰ্ণাম হয় সেই লোক one who brings disgrace on some body.

খীখিয়া অক. ধা. খিক্‌খিকা, মুখ চেপি হাঁহ to titter.

খীণ বিণ. কৃশ, চেবেলা lean, emaciated. অক. ধা. খীণা খীণ হ, চেবেলা হ to be emaciated.

খীণ কটীয়া বিণ. ক্ষীণ আৰু চুটি চাপৰ lean and stunted in growth.

খীৰঁতী বিণ. গাখীৰ দিয়া, খীৰোৱা, দুৰনী milch. বিণ. খীৰণ গাই খীৰোৱা কাৰ্য্য act of milking. খীৰা সক. ধা. জন্তুৰ ওহাৰ চুঁচি গাখীৰ উলিয়া to milk.

খুঁইয়া বি. মাহ সৰিয়হ আদিৰ পেলাই দিয়া শুকান ঠাৰি the dry refuse stalks of pulses.

খুঁচুৰীয়া বিণ. নিচেই সৰু, কম পৰিমাণৰ in small pieces or quantities, very small, নিচেই সৰু বা মিহি হোৱাৰ কাৰণে কৰিবলৈ টান, যেনে—কোত মণি গঁথা খুঁচুৰীয়া কাম difficult to perform owing to fineness of the work. ক্ৰি. বিণ. খুঁচুৰিয়াকৈ অলপকৈ in retail.

খুঁট্‌খুঁটীয়া বিণ. ঘনে ঘনে দন্দ কৰি থকা, দন্দুৰা quarrelsome.

খুঁটা বি. ঘৰ আদি ধৰি ৰাখিবৰ কাৰণে বা আন কামৰ নিমিত্তে থিয়কৈ পোতা কাঠ, বাঁহ, লো বা ইটাৰ দণ্ড বা স্তম্ভ a post, a pillar. অক. ধা. খুঁটামাৰ খুঁটা পুতি মাটিৰ সীমাত চিন দে to erect boundary marks on land.

খুঁটি বি. সৰু খুঁটা, গোঁজ, ৰাতি মহৰ জাক ৰখা ঠাই a pig, a short stake, a place where buffaloes are herded together at night. খুঁটি খা নিজ ঠোঁট বা হাতেৰে ধৰি আহাৰ কৰ, নিজে উপাৰ্জ্জন কৰিব পৰা বা ভাত মোকোলাব পৰা হ to be able to earn one's livelihood. খুঁটী পোত থাকিবলৈ ঠাই ল to take up residence.

খুঁটিতাল বি. এবিধ ডাঠ ক্ষুদ্ৰ তাল a kind of cymbal. খুঁটিতলীয়া বিণ. খুঁটি তাল বজাই গীত গোৱা।

খুঁটিয়া সক. ধা. খোট, চৰাইৰ দৰে ঠোঁটেৰে আঘাত কৰ, জোকা to peck at, to provoke, to pick a quarrel with. অক. ধা.

পঢ়োঁতে মাজে মাজে ৰ বা থমকা মাৰ to pause in reading.
**খুঁটিয়া খুঁটি** জোকা-জোকি, চুপতা চুপতি, এটাই আনটোক ঠোঁটেৰে আঘাত কৰা কাৰ্য্য।

**খুঁত** বি. ঘুণ, কোনো অঙ্গৰ বিকলতা বা দোষ a defect, a flaw.

**খুকুৰা** বিণ. ভাগি ডোখৰ ডোখৰ হোৱা (ধাতুৰ পাত্ৰত খাটে) broken to pieces (said of a metallic vessel.)

**খুকুৰি** বি. নেপালী দা kukri, সৰু খৰা বা খাং a small basket, মনৰ সামান্য আশঙ্কা, অলপ সন্দেহ slight doubt.

**খুখুন্দা** (পু. অ.) জীৰ্ণ, নিকৃষ্ট worn out, useless.

**খুচ্** বি. ৰং, ধেমালি, স্ফূৰ্ত্তি mirth, joy. **খুচ্নাম** বি. সুখ্যাতি fame.

**খুচ্খুচীয়া** বিণ. কচ্কচীয়া restless, teasing.

**খুচ্তীয়া** বিণ. ৰংলগোৱা, ৰস থকা funny, pleasing.

**খুচ্মুচ্** (অনুকাৰ শব্দ) অলপকৈ গা বা হাত ভৰি লৰালে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that produced in slightly moving the limbs. বি. **খুচ্মুচনি**। অক. ধা. **খুচ্মুচা**।

**খুচি** বি. ইচ্ছা will, desire. বিণ. সন্তুষ্ট, আনন্দ পোৱা, ইচ্ছুক satisfied, willing.

**খুচুৰ্খুচুৰ** (অনুকাৰ শব্দ) অলপ অলপকৈ মাটি খনাৰ নিচিনা শব্দ an imitative sound used to express that produced in digging earth slowly and cautiously.

**খুচুৰা** বি. অলপ পৰিমাণৰ, অলপীয়া small quantities. ক্ৰি. বিণ. **খুচুৰাকৈ**।

**খুজীয়া** বি. খোজ বা ভৰিৰ তলুৱাৰ নিচিনা resembling a foot-print, ভৰিৰ গতিৰ নিচিনা resembling a step or pace.

**খুঞ্জুৰী** বি. একপ্ৰকাৰ বাদ্যযন্ত্ৰ।

**খুঞ্জুৰী নাম** খঞ্জুৰী বজাই ধৰা নাম।

**খুটীয়া** আহাৰ প্ৰস্তুত কৰিবৰ কাৰণে বাঁহ বা কাঠেৰে তিনিটা খুটা মাটিত পুতি লোৱা হয়, ইয়াক খুটীয়া বোলে।

**খুটীয়মাৰা** খুটীয়াত টৌ বহুৱাই ভাত ৰন্ধা কাৰ্য্য।

**খুত** বি. ৰাজকৰ, মাটিত বাজে আন বস্তুৰ ওপৰত লগোৱা ৰাজহ a tax or cess.

**খুতখুতীয়া** বিণ. নিচেই সৰু সৰু কৰি কুটা cut into very small pieces.

**খুতুৰা** বি. এবিধ বনৰীয়া শাক a pot herb.

**খুতুৰা** বি. সৰু ডোখৰৰ, সৰু টুকুৰা

a small piece (said of fish or flesh) **খুতুৰা-খুতুৰ** ডোখৰ ডোখৰ টুকুৰা-টুকুৰ cut or torn into many pieces. ক্রি. **খুতুৰিয়া।** ক্রি. বিণ. **খুতুৰাখুতুৰকৈ।**

**খুতুৰীয়া** বিণ. অলপ মুখ ভগা (চোকা অস্ত্রত খাটে) nicked or notched as the edge of a sharp instrument. বি. দা-কটাৰী আদিৰ মুখত থকা মুৰ্ৰ্ৰীয়া an indentation on the edge of a cutting instrument.

**খুদ** বি. ভগা চাউল, চাউলৰ ভগা অংশ broken rice, কণ, ক্ষুদ্র অংশ small portion. বিণ. সৰু, খণ্ড খণ্ড হোৱা small, broken into pieces. **খুদীয়া** বিণ. খুদৰ নিচিনা খুদৰ সমান, অতি সৰু very small, minute. **খুদ-কণ** বি. খুদ বা সৰু হৈ ভগা চাউল broken rice, **খুদ-অগণীয়া** বিণ. অতি দুখীয়া a very poor man. **খুদ-খহু** বি. খজুলা, সৰু খহু itches.

**খমুধি** বি. হেঁপাহ, খাবৰ ইচ্ছা longing, desire to eat.

**খুন্** বি. মানুহ মাৰাৰ অপৰাধ, হত্যা a murder. **খুনী** বি. খুন কৰা মানুহ, হত্যাকাৰী a murderer. বিণ. খুনৰ অপৰাধী guilty of murder.

**খুনবাও** বি. নগাৰ প্রধান লোক বা গাম a Naga Chief.

**খুন্তি** বি. বাঙ্গোতে ভজা বস্তু লৰোৱা আগ চেপেটা লোৰ পাগ-মাৰি a paddle-shaped implement for stirring dry things when cooking or frying.

**খুন্দ্** সক. ধা. আঘাত কৰি গুড়ি কৰ, গধুৰ টাঙোন আদিৰ মুৰেৰে আঘাত কৰ to pound, to thump, নপুংসক কৰিবৰ কাৰণে গৰুৰ কণী খুন্দি বা চেপি ভাঙ to crush the testicles to destroy the power of generation. **খুন্দন** কৃদ. বি. গধুৰ বস্তুৰ মুৰেৰে আঘাত কৰা কাৰ্য্য the act of pounding. **খুন্দনা** বি. বুঢ়া মানুহে খাবৰ কাৰণে তামোল গুড়িকৰা উৰালৰ নিচিনা এবিধ যতন a small mortar. **খুন্দ্ খা** পৰিপূৰ্ণ হৈ ভৰোৱা হ, ঠাহ খা to be closely packed.

**খুন্দা** সক. ধা. আনৰ দ্বাৰা আঘাত কৰা, আনৰ দ্বাৰা গুড়ি কৰা to cause to be pounded. বি. দুটা বস্তুৰ ৰবকৈ লগা আঘাত sharp collision between two hard things. **খুন্দাখা** গৈ থাকোতে কোনো বস্তুত বেগেৰে লাগ to strike against something while moving. **খুন্দা মাৰ** ভোতা বস্তুৰ মুৰেৰে আঘাত কৰ to strike with a blunt thing. **খুন্দিয়া** সক. ধা. খুন্দামাৰ to thump.

**খুন্দিয়াখুন্দি** পৰস্পৰ বা এজনে আনজনক খুন্দামৰা কাৰ্য্য mutual thumping or striking.

**খুপ'ৰি** বি. সৰু যোগ খোটালী a small dark room.

**খুপি** ( পূ. অ. ) সৰু খোটালী।

**খুপিখুপি** ক্রি. বিণ. খোপনি পিটি stepping firmly.

**খুপীয়া** বি. ভৰি দিবলৈ খোপ থকা, খোপ কটা having a notch or step to place the foot on.

**খুব্** বিণ. অধিক, প্রচুৰ, উত্তম good, excellent, much. ক্রি. বিণ. খুবকৈ, খুবমতে।

**খুব'লি** বি. গাঁৰি শলি, ঢেকিৰে ধান বনা, শস্য খুন্দা শিল বা কাঠৰ খোৰোং বা খোলনি, পথলি a block of wood or stone with hole on one side for pounding or cleaning rice.

**খুবসুৰত** সুশ্রী, ধুনীয়া।

**খুব্** বি. কোনো কাৰ্য্য কৰিবলৈ থকা ক্ষমতা, পাৰ্গতালি ability.

**খুম** বি. কাপোৰ আদিৰ দুই মুৰ মোকোটাই বান্ধি কৰা টোপোলা a bundle made with a cloth, the two ends of it being fastened together.

**খুম** বি. জন্তুৰ কপালৰ ওখ ঠাই the prominent part of the forehead of an animal. সক. ধা. খুম মাৰ মূৰেৰে খুন্দামাৰ to butt.

**খুমুতা** বি. চিকোট মাৰি অনা বস্তুৰ পৰিমাণ a pinch, চিকোট pinch, সক. ধা. খুমতিয়া।

**খুম্পা** ( পূ. অ. ) ক্রি. খাপ দে to lie in wait, উচটাই দে to incite.

**খুৰ্** বি. ডাড়ি, চুলি আদি চাঁচি পেলোৱা লোৰ অস্ত্র a razor. সক. ধা. খুৰা খুৰেৰে চাঁচি পৰিষ্কাৰ কৰ to shave.

**খুৰ্খুৰীয়া** বিণ. অতি তাপ পাই বা মামৰে খোৱাৰ গতিকে মুৰমুৰীয়া হোৱা, বহু পুৰণি হৈ টান শুচি অলপতে ভগা হোৱা liable to crumble at the touch, owing to being too much heated, rusted or worn out.

**খুৰ্মা** একপ্রকাৰ মিঠাই।

**খুৰা** বি. পিতাৰ সৰু ভাই, দদাই father's younger brother. স্ত্রী. খুৰী।

**খুৰা** বি. গৰু, ম'হ আদি জন্তুৰ ঠেঙৰ তলুৱাত থকা নখৰ নিচিনা টান আৰু চেপেটা ভাগ the hoof of an animal, চকী, মেজ, খাট, পীৰা আদিৰ ঠেং the leg of a chair, table, bed-stead etc.

**খুৰী বাটি** বি. বৰ বাটিতকৈ সৰু মজলীয়া আকাৰৰ খুৰা নাইকিয়া বাটি a bowl, a cup.

**খুপী** বি. কাঠ বা বাঁহৰ নাল লগা এবিধ লোৰ মাটি খনা বা খোঁচৰা

সঁজুলি, চিপৰাং খন্তি an iron instrument for digging.

**খুলীয়া** বি. খোল বজাওঁত, খোল বজোৱা মানুহ one playing on a khol. স্ত্রী. **খুলীয়ানী**। **খুলীয়া ভাউৰীয়া** খোল বজাই বজাই উঠা ভাৱৰীয়া।

**খুলশালি** বি. ঘৈণীৰ সৰু ভায়েক a younger brother of one's wife. **খুল্শালী** ঘৈণীৰ সৰু ভনীয়েক a younger sister of one's wife.

**খুৱা** সক. ধা. পিয়া বা ভোজন কৰা to cause to drink or eat, to feed, লগোৱা, ভোগ কৰা to cause to fit or enjoy or suffer.

**খুৱাল-ধুৱাল** বি. খুউৱা-ধুউৱা entertainment,

**খুহটীয়া** বি. ধেমেলীয়া কথাকৈ বা কাৰ্য্য কৰি হাঁহি তোলা witty, amusing.

**খু-হুৰনি** বি. উগুল-থুগুল, চিন্তা-ভাবনা anxiety. অক. ধা. **খু-হুৰা** অস্থিৰ হ, চিন্তিত হ to feel anxiety.

**খৃষ্টাব্দ** বি. খৃষ্টৰ জন্ম দিনৰ পৰা চলা বছৰ বা গণনা কৰা চন the christian era.

**খ্রীষ্ট, খৃষ্ট** বি. যিশুখৃষ্ট Christ. **খ্রীষ্টান** বিণ. খ্রীষ্টধৰ্ম্মাবলম্বী christian.

**খেও** বি. পানীত মাছ ধৰিবলৈ জাল মাৰি বা পেলাই আকৌ তুলি অনা কাৰ্য্য the act of casting and drawing a fishnet, মাকোৰে তাঁতত এমোৰ সূতা সুমোৱা কাৰ্য্য the act of throwing a shuttle, নাৱেৰে নৈ পাৰ হোৱা কাৰ্য্য the act of crossing a river in a boat.

**খেং, খেংখেঙনি, খেংখেঙা** 'কেং' শব্দ চোৱা।

**খেঁকাৰ** বি. ডিঙিৰ পৰা বাজ কৰা কফ spittle.

**খেঁকেৰু** বি. গছৰ ওপৰত পাতি সৰু চৰাই ধৰা এবিধ ফান্দ a kind of springe or snare to catch small birds.

**খেক্, খেক্খেক্** বি. শিয়াল, বান্দৰ আদিৰ নিচিনা মাত, অলপকৈ কাহি ডিঙি পৰিষ্কাৰ কৰাৰ শব্দ an imitative sound used to express the chatter of a monkey, jackal or hawking of the throat, অক. ধা. **খেক্খেকা**। বি. **খেক্খেকনি**।

**খেচ্** বিণ. অধম, নীচ, low, vile, mean. বি. অধম বা নীচ মানুহ a vile or mean person.

**খেচ্** ( অনু. শব্দ. ) দা আদি চোকা অস্ত্রেৰে কোব মৰাৰ নিচিনা শব্দ, চোকা কৰ্কশ মাত an imitative sound used to express that

produced in striking with a sword.

**খেচ্খেচনি** বি. খেচ্ খেচ্ কৰা কাৰ্য্য, ধাৰ সাধি বা বস্তু খুজি কৰা আমনি the annoyance caused by dunning, importunity, অক. ধা. **খেচ্খেচা**। বিণ. **খেচ্খেচায়া**।

**খেচ'ৰ** বি. চৰাই, পখী a bird, ভূত-প্ৰেত, দেৱতা a spirit.

**খেচা-খোৱা** বিণ. বেয়া বা টান মাতখোৱা, গালি খোৱা, অপমান পোৱা taunted, reproached.

**খেচাৰী** 'কলামাহ' চোৱা।

**খেচাল** সক. ধা. ঘনে ঘনে ধাৰ সাধি বা বস্তু খুজি আমনি কৰ, ঘনে ঘনে বিৰক্তি লগা কথা ক to vex by harsh words or by importunity. বি. **খেচালত, খেচালনি**।

**খেচেৰা** বি. বিজাতৰীয়া, বেয়া স্বভাৱৰ of bad conduct, unmannerly.

**খেজাল, খেজেলিয়া** সক. ধা. প্ৰশংসা কৰা কথাৰে নিন্দা কৰ, ভাল কথা কৰৰ ছলেৰে তিৰস্কাৰ কৰ to joke sarcastically, to rebuke by way of praising. বি. **খেজালনি**।

**খেজুৰ** বি. খৰ্জ্জুৰ dates.

**খেটেংমেটেং** বি. অলপীয়া দন্দ, বাচ্যা বাচ্যি a slight quarrel, an altercation.

**খেটমেট** বি. খেটেংমেটেং, বস্তুৰ দাম দৰ লৈ হোৱা বিবাদ altercation, haggling ক্রি. **খেট্মেটা**।

**খেণ** বি. মুহূৰ্ত্ত, ক্ষন্তেক a short time, শুভক্ষণ an auspicious moment.

**খেত** বি. খেতি cultivation.

**খেতৰ** বি. সৰু ল'ৰাক ধৰা এবিধ ভূত an evil spirit supposed to destroy little children. স্ত্ৰী. **খেতৰী**।

**খেতৰসাইজ** বি. ইন্দ্ৰজাল বিদ্যা, ভেলেকী বাজী, এটা বস্তুক আন এটাৰ আকৃতি কৰি দেখুৱা বিদ্যা magic, jugglery.

**খেতি** বি. কৃষি, শস্য আৰ্জ্জন agriculture, cultivation, পথাৰত থকা খেতিৰ শস্য standing crop. **খেতি খোলা** বি. খেতি বাতি cultivation and the like.

**খেতি বাতি** বি. ৰোৱা তোলা, খেতি খোলা cultivation.

**খেতিয়ক** বি. খেতি কৰোঁতা, কৃষক an agriculturist, a cultivator. খেতিত নিপুণ skilled in agriculture.

**খেতো** সৰ্ব্ব. কোনো, কোনো কোনো some.

**খেদ** বি. বেজাৰ, শোক, অনুশোচ sorrow, grief, repentance.

**খেদ্** সক. ধা. বলেৰে বা ভয় দেখুৱাই দূৰ কৰ turn out, expel, আগ কাললৈ চলা বা যাবলৈ দে urge on, to drive. পাছে পাছে লৰি যা to pursue, approach. খেদি যা অনিষ্ট কৰিবৰ মনেৰে বেগাই ওচৰলৈ যা to rush towards a person to do some injury to him.

**খেদ্** সক. ধা. কোনো এবিধ খেল কৰ to play with, **খেদখেদীয়া** বিণ. মলযুক্ত, মলি থকা muddy, turbid.

**খেদা** সক. ধা. বলেৰে বা ভয় দেখুৱাই দূৰ কৰা to drive off, আগফাললৈ গতি কৰা to urge forward, প্ৰেৰণ কৰ to send.

**খেদা** বি. আটক কৰিবলৈ বা লগ ধৰিবলৈ পাছে পাছে বেগাই যোৱা কাৰ্য্য the act of pursuing for seizing or overtaking one, লগ ধৰিবলৈ পাছত বেগাই যোৱা লোক a messenger.

**খেদা-কোবা** বি. লৰালৰি, ভাৰাভাৰি haste.

**খেদা, খেদা-চিকাৰ** বি. হাবিত বনৰীয়া হাতী খেদি নি গড়ত সুমাই ধৰা কাৰ্য্য act of catching wild elephants by driving them into a stockade.

**খেদা-খেদি** বি. এটাই আনটোৰ ওচৰলৈ খেদি যোৱা কাৰ্য্য।

**খেদিত** কৃদ. বিণ. দুঃখিত, শোকান্বিত afflicted, sorrowful.

**খেদেলা** বিণ. লেতেৰা, খেহেটা dirty, filthy. স্ত্ৰী. **খেদেলী**।

**খেলি** বি. ইতিকিং, পৰিহাস, বিদ্ৰূপ joke, jest, taunt.

**খেপ** বি. কপট, অন্তৰত থকা খং secret ill-will. **খেপাখেপি** পৰস্পৰে মনত খং কৰা কাৰ্য্য mutual ill-will.

**খেপ** বি. বাণিজ্য বা লাভৰ নিমিত্তে কৰা যাত্ৰা a trading expedition or voyage.

**খেপে খেপে** ক্ৰি. বিণ. প্ৰতি খেপত, খেপে প্ৰতি on each trading journey.

**খেয়াল** বি. বিবেচনা, ভৱা কাৰ্য্য thinking, এক শ্ৰেণীৰ ভাৰতীয় সঙ্গীত a school of Indian music.

**খেয়ালি** কল্পনা প্ৰৱণ whimsical.

**খেৰ** বি. ধান বন আদিৰ গুটি নথকা শুকান গছ আৰু পাত dry grass or straw, উলূ বন, ঘৰ ছোৱা বন thatching grass. **খেৰণি** অধিককৈ খেৰ থকা ঠাই land covered with thatching grass.

**খেৰশণী** বি. গুটি নথকা এডাল ধান-খেৰ paddy-straw. **খেৰী** খৰ

খেবেবে ছোবা ঘৰ a thatched house.

**খেবাজ, খেবাজী** বিণ. খাজনা লগোৱা land assessed with revenue,

**খেবী** ( পু. অ. ) বি. খেলা play.

**খেবেচ** বিণ. অধম, নীহ low, contemptible, মলিযুক্ত filthy.

**খেবেপা** বিণ. খিচনিৰ পৰা ওলোৱাৰ নিচিনা বেয়া গন্ধযুক্ত bad or offensive smelling. ক্রি. বিণ. **খেবেপা-খেবেপ** ।

**খেল** বি. খেমালিৰ উপায়, খেমালিৰ ক্রীড়া a game, a playful exercise.

**খেল** বি. একেলগে খোৱা, থকা আৰু একে ধৰ্ম্ম প্ৰবৰ্ত্তা মানুহৰ সমাজ, ৰজাই বেলেগ বেলেগ কামৰ নিমিত্তে কৰা মানুহৰ শ্ৰেণী a fraternity, a division of people made by the Raja for a specific work.

**খেলনাও** বি. খেমালি কৰা নাও a pleasure boat.

**খেলমাটি** বি. নানা ৰকমৰ খেলা কৰিবৰ কাৰণে যুগুত কৰা ঠাই a play-ground.

**খেলমেল** বিণ. লেটিপেটি, বিশৃঙ্খল, গানমিহলি confused, disordered. বি. **খেলিমেলি** ।

**খেল, খেলা** বি. খেমালি, ক্ৰীড়া play, pastime.

**খেলা** অক. ধা. মনত উদয় হ, মনত পৰ to strike the mind.

**খেলা খেল** সক. ধা. কোনো বস্তু পৰিচালন কৰি বা চলাচল কৰি বং খেমালি কৰ to play or amuse.

**খেলিমেলি** বি. বিশৃঙ্খলা, হুলস্থূল disorder, tumult.

**খেলুৱা** বি. কোনো এক শ্ৰেণীৰ বা খেলৰ ভিতৰৰ মানুহ a person belonging to a certain class.

**খেলুৱাই, খেলুৱৈ, খেলুৱাৰী** বি. খেলত নিপুণ লোক, আৰিবাজি খেলোঁতা a person skilful in games of play, a gambler.

**খেৱ** বি. পানীত জাল পেলাই আকৌ তুলি অনা act of casting and drawing a fish net, **খেৱা, খেৱাদি** নৈ পাৰ হোৱা কাৰ্য্য the act of crossing a river by boat.

**খেৱনি মাৰ** অক. ধা. কাপোৰত ফুল বাচোঁতে গুণা বা আচুৰ মাজে মাজে গা সূতা এমোৰ মাৰ ।

**খেৱালি** বি. পানীত হাতেৰে দলি মাৰি পেলাই মাছধৰা এবিধ জাল a kind of fishing net, a cast net.

**খেহ, খেহদেশ** বি. চীন দেশ China.

**খেহেটা** বিণ. মলি থকা, লেতেৰা dirty, filthy.

**খেহ-ক্ষীয়া** বিণ. খেহ ৰোগে ধৰা consumptive.

**খেহ-ৰোগ** বি. যক্ষা, ক্ষয় ৰোগ pulmonary consumption.

**খৈয়া** বি. ভাত কাপোৰ দি অলপ দিনৰ কাৰণে ইতৰ কাম কৰিবলৈ ৰখা চাকৰ a temporary menial servant, আনৰ প্ৰতিনিধি ৰূপে ইতৰ কাম কৰিবলৈ নিযুক্ত হোৱা মানুহ a substitute for a menial servant.

**খৈৰ** বি. এবিধ সুকাঠি গছ a timber tree.

**খোঁক** বি. সৰু খোটালী, চাৰিওফালে বেৰ থকা ঠেক ঠাই a small room or enclosure, ঘৰৰ চুক corner of a house.

**খোঁকা** বি. বাঁহেৰে সজা মুখৰ ফাললৈ ক্ৰমে বহল এবিধ মাছ ধৰা যতন, চহৰা a kind of fish-trap. **খোঁকা উৰি** বি. চৰু আদি তুলি লবৰ কাৰণে ওপৰলৈ মুখকৈ মাটিত পুতি থোৱা বাঁহৰ যতন।

**খোঁচ** সক. ধা. শিং বা জোঙা বস্তুৰে বিন্ধ বা আঘাত কৰ to prick, গোঁজ, ঠেলি সুমা to thrust. **খোঁচ মাৰ** জোঙা বস্তুৰে বা শিঙেৰে আঘাত কৰ। **খোঁচ মাৰি ধৰ** কোনো জোঙা বস্তুৰ আগেৰে হেঁচামাৰি ধৰ to press with a pointed instrument.

**খোঁচনি-বিন্ধনি** বি. গাৰ ভিতৰত জোঙা অস্ত্ৰেৰে কৰা আঘাতৰ নিচিনা বেদনা।

**খোঁচনি মাৰি** চিতাত মৰাশ লৰাই দিয়া বাঁহ বা খৰি long bamboo pole used in turning a dead body in burning.

**খোঁচৰ** বিণ, কৰিবলৈ বা বুজিবলৈ টান difficult to do or to understand.

**খোঁচৰ, খোঁচাৰ** সক. ধা. জোঙা বস্তুৰ আগেৰে খুচি উভাৰ to loosen and turn up, as earth etc. with some thing pointed, লুকাই ৰাখিব খোজা কথা বাহিৰ কৰিবলৈ চেষ্টা কৰ to question closely.

**খোঁচা** বি. ঘৰৰ চালৰ বিন্ধাত সুমাই দিয়া খেৰ, লেখাৰ মাজত পাছে সুমাই দিয়া কথা thatch inserted in a hole in the roof of a house, an interlineation or interpolation. **খোঁচা-খুঁচি** পৰস্পৰে পৰস্পৰক জোঙা অস্ত্ৰেৰে খুঁচি কৰা যুদ্ধ, হিংসাহিংসি।

**খোঁচা মাৰ, খোঁচা দি** বিন্ধাত খেৰ সুমাই চাল বাত to patch up a roof, লেখা কথাৰ কাষতে পাছে আন ন কথা সুমাই দে to interlineate, interpolate.

**খোঁচোনা** বি. চুৰিয়া বা মেখেলা পিন্ধোতে ককালত খুঁচি সুমোৱা ভাগ that part of a waist

cloth, which is tucked up about the hips to fasten it.

**খোঁট** বি. ঠোটেৰে কৰা আঘাত বা প্ৰহাৰ a stroke with the bill, সাপৰ কামোৰ the bite of a snake, সিয়নিত বেজীৰে এবাৰ সুমোৱা সূতা a stich. সক. ধা. ঠোটেৰে আঘাত কৰ, সাপৰ দৰে দংশন কৰ to peck, to bite.

**খোঁটালী** 'কোঠালী' চোৱা।

**খোকৰ** অক. ধা. বৰকৈ ভাগ cracked. বিণ. **খোকৰা** বৰকৈ ভগা broken badly.

**খোকজা** 'খকজা' চোৱা।

**খোকৰা-দোদৰা** বি. ভগা-ফুটা, ভগা-ছিগা cracked and dinted.

**খো-খোৱা** অক. ধা. খোনাৰ নিচিনা কৈ কথা ক to stammer.

**খোচা** বি. নাবৰ বিন্ধা বা ফুটা a hole or opening in the side of a boat.

**খোচামতি** বি. বৰকৈ কৰা অনুৰোধ earnest supplication.

**খোজ** সক. ধা. মাগ, ভিক্ষা কৰ to beg, to ask for, ইচ্ছা কৰ to desire. বি. **খোজন** খোজা কাৰ্য্য act of begging, **খোজনীয়া** খুজি বা এনেই পোৱা obtained by begging, খুজি মাগি খোৱা মানুহ beggar.

**খোজ** বি. ভৰিৰ তলুৱাৰ সাঁচ a footprint, ভৰি চলোৱা কাৰ্য্য act of pacing. ভৰিৰ চালনা a pace, a step. **খোজকাঢ়** বাট বুলা walk.

**খোজ্ বাঢ়্** বিয়া কৰিবলৈ ছোৱালী খোজ to ask for a girl in marriage. বি. **খোজাবঢ়া**।

**খোজ্ ল** যাবলৈ আৰম্ভ কৰ start.

**খোজ্-ধৰ্** খোজে খোজে বা পাছে পাছে যা to track. **খোজেপতি** ক্ৰি. বিণ. প্ৰত্যেক খোজতে, পদে পদে at every step.

**খোদ্** বিণ. স্বয়ং, নিজে one's self.

**খোদা** বি. ঈশ্বৰ God.

**খোদাতাল্লা** বি. ভগবান, হৰি Almighty God.

**খোদাবন্দ্** বি. প্ৰভু, স্বামী, গৰাকী lord, master.

**খোনা** বিণ. সহজে মাত নোলোৱা stammering, খোকোজা লগাই কথা কোৱা মানুহ a stammerer. স্ত্ৰী খুনী।

**খোপ্** বি. ভৰি দিবৰ চেলু, ভৰি দিলে নিপিছলা দ ঠাই foothold. অক. ধা. চেলু চাই ভৰি দি, সাৱধান হৈ খোজ দি to walk cautiously, to press the toes to avoid slipping.

**খোপ-কটা** বিণ. খাপ খাপকৈ খোপ লগাই কটা notched.

**খোপনি** বি. পিছল ঠাইত খোজ কাঢ়োতে ভৰিৰ আঙুলিৰে দিয়া হেঁচা the act of pressing with

the toes to avoid slipping.

**খোপা** বি. চুলি গোটাই মূৰৰ মাজত বা গলধনত দিয়া গাঁঠি a knot of hair tied on the top of or behind the head.

**খোবা-খুবী** বি. এহাল ভূত-ভূতুনী, 'খোবা' মতা 'খুবী' মাইকী। সিহঁতে সদাশিৱৰ বৰত নকৈ বিয়া হোৱা দৰা কন্যাৰ গাঁত প্ৰবেশ কৰে বুলি বিশ্বাস আছে, এতেকে বিয়াৰ তিনি দিনৰ দিনা গধুলি সিহঁতৰ নামে নৈবেদ্য আগ বঢ়াই সবাহ কৰা যায় a couple of demons.

**খোৰ** বি. সৰু গাঁত a cavity or small hole, লুকাই থকা ঠাই retreat. **খোৰওলা** উৰাদিহ ওলা, **খোৰ লা** অণুসন্ধান কৰ।

**খোৰ** বিণ. যি খায়, আসক্ত, প্ৰিয় (নিন্দাৰ্থত) one who eats, addicted to.

**খোৰা** বিণ. পেঙৰা, লেঙেৰা a lame man. স্ত্ৰী. **খুৰী**। অক. ধা. **খোৰা** পেঙৰিয়াই যা to walk lame.

**খোৰাক, খোৰাকী** বি. খোৰা বস্তু বা তাক কিনিবলৈ দিয়া মগদ ধন food or money paid to purchase it.

**খোবোং** বি. খোন্দ, খুলুং (নামনি) a hollow in a tree.

**খোবোচা** বি. চৌচনি গাঁঠি, টান মাৰিলে আট খাই থকা গাঁঠি a noose, a slip knot.

**খোল** সক. ধা. কাঠ বা বাঁহত ফুটা বা বিন্ধা কৰ to make a hole in, to hollow out. বি. দ ঠাই a cavity, ডোং, দনা (নামনি) a deep plate made from the sheath of a plantain tree, ভিতৰ ফোপোলা, দুই মূৰ চালেৰে ছোৱা এবিধ বাদ্য a kind of drum.

**খোলনি** বি. কাঠ-বাঁহ আদিত দিয়া বিন্ধা a hollow made in timber, bamboo etc.

**খোলা** বি. কোনো কোমল বস্তু বেৰি থকা টান আবৰণ বা ঢাকনী a skull, a shell. খোৰা বস্তু ভজা মাটি আদিৰ পাত্ৰ বা তাৰ ভগা একখণ্ড an earthen frying or roasting pan or a broken part of it. ওনা, এবাৰতে ভাজিব বা পগাব পৰা খোৰা বস্তু as much as can be fried or boiled at a time on a pan. **খোলা উলিয়া** আচল বা সাৰ বস্তু খাই নাইকিয়া কৰ, নাশ কৰ to ruin, to destroy.

**খোলাকটি** বি. ভগা মাটিৰ পাত্ৰৰ সৰু খণ্ড small pieces of broken earthen pot. **খোলাকটিৰ তাল** নিষ্ফল প্ৰাৰ্থনা বা চেষ্টা "গালোঁ বালোঁ খোলা

কটিব তাল" fruitless solicitation or effort.

**খোলা-খুলি** বিণ. স্পষ্ট, ভালকৈ প্ৰকাশ কৰা fully divulged, clearly expressed.

**খোলা চপৰীয়া, খোলাচপৰীয়া-পিঠা** বি. গুড়েৰে মিহলি তিলৰটা মাজত সুমাই দি ভজা এবিধ চেপেটা পিঠা a kind of Assamese cake.

**খোলা-মুগা** ভিতৰত পখিলা বা লেটা নথকা মুগাৰ খোলা the covering of the chrysalis of the muga silk-worm left by the insect on reaching the winged state.

**খোলোচা** বি. পৰিষ্কাৰ, বুজিব পৰা, সঁচা clear, true.

**খোৱা** বি. ভুৰাৰ বা বেৰৰ তলৰ বা ওপৰৰ ভাগত বা এধাঁতিত খুৰাই দিয়া খোলা বাঁহ।

**খোৱা** বি. খাওঁতা, উপভোগ বা দখল কৰোঁতা an enjoyer, a possessor. বিণ. যাক ভোজন বা ভোগ কৰা হৈছে eaten, enjoyed. **খোৱা-কামোৰা** দন্দ খৰিয়াল, হিংসাহিংসি a quarrel. **খোৱা-খুই** এজনে আনজনৰ লগত ভোজন কৰা কাৰ্য্য act of taking meals at one another's company.

**খোৱা-বোৱা** বি. ভাত পানী আদি খোৱা কাৰ্য্য act of eating and drinking.

**খোৱা-লোৱা** বি. এজনে আন জনৰ লগত কৰা আহাৰাদিৰ ব্যৱহাৰ, সংসৰ্গ act of taking food from each other's hand or joining at meals, social intercourse, মতা তিৰোতাৰ সংসৰ্গ sexual intercourse.

**খোহা** বি. খোঁচা, চালৰ উকথনি মৰিবলৈ সুমাই দিয়া খেৰ thatching grass inserted in the roof of a house to stop leakage, কোনো বস্তু দীঘল কৰিবলৈ জোৰা লগোৱা খণ্ড।

**খৌ** বি. এবিধ সৰু পাচি a kind of small basket.

**খৌ খৌ** বি. চৌ চৌ নলা বা চুঙাৰ পৰা পানী পৰাৰ নিচিনা শব্দ an imitative sound used to express that produced by water flowing from a tube. ক্ৰি. বিণ. **খৌ খৌ** কৰে। বি. **খৌ খৌৰনি**। অক. ধা. **খৌ-খৌৱা**।

**খ্যাত** বি. জনাজাত, প্ৰসিদ্ধ, known, reputed.

**খ্যাতাপন্ন** বিণ. প্ৰখ্যাত, দেশবিদেশে জনা celebrated.

**খ্যাতি** বি. সুনাম, যশ fame, renown. বি. **খ্যাতিমন্ত** খ্যাতাপন্ন, যশস্বী celebrated.

**খ্যাত্তি** ( পু. অ. ) বি. বিবৰণ, বৃত্তান্ত description.

—o—

# গ

**গ** ব্যঞ্জন বর্ণৰ তৃতীয় আখৰ the third letter of the consonants.

**গইনা** বি. বক্ষাৰ ঠাই, আশ্ৰয়, সহায় refuse, support.

**গউৱা** ( পু. অ. ) [ হি. গউৱা ] বি. গৰু a cow.

**গঁঠিয়া** সক. ধা. বান্ধ দি, গাঁঠি দি to fasten, to tie.

**গঁঠীয়া** বিণ. বহুত গাঁঠি যুক্ত, হাত ভৰিৰ গাঁঠি বা জোৰাত উৎপন্ন হোৱা knotty, stout but stunted in growth, relating to the joints of the limbs. **গঁঠীয়া** বাত বি. শৰীৰৰ গাঁঠি বিলাকত বিষ হোৱা বেমাৰ rheumatism. **গঁঠীয়া জুমুৰি** বি. জুই দি মৰা এবিধ অসমীয়া চুটি হিলৈ a kind of Assamese matchlock.

**গঁড়, গঁৰ** বি. শুঁৰ নথকা হাতীৰ নিচিনা এবিধ জন্তু a rhinoceros.

**গঁতা** বি. গলধনত ধৰি হাতেৰে মৰা ঠেলা a push by the hand applied to the back of the neck.

**গঁতিয়া** সক. ধা. গলধনত ধৰি ঠেলা মাৰ to push with the hand applied to the back of the neck.

**গঁবল** বি. ডিঙি উখহা ৰোগ, মাদলীয়া, গলগণ্ড, ঘেগ goitre. বিণ. **গঁবলীয়া** গঁবল ৰোগ থকা having a goitre.

**গঁবাল** বি. জন্তু থবলৈ বেৰা ঠাই an enclosure for animals.

**গঁবিলা** বি. বেৰৰ খবুৰাৰ তলৰ গোটা কাঠ বা বাঁহ a piece of bamboo placed under a reed wall to prevent it from rotting, আশ্ৰয় refuge.

**গগন-ণ** বি. আকাশ the sky. **গগনচুম্বী** আকাশ স্পৰ্শী, আকাশ চুই থকা। **গগন তল** আকাশ পৃষ্ঠ, আকাশৰ গা, **গগনমণ্ডল** চকুৰে দেখিবলৈ পোৱা সমুদায় আকাশ বা শূন্য the circle of the heavens.

**গগনা** বি. মুখেৰে বজোৱা বাঁহৰ বাদ্য বিশেষ a small wind instrument made of bamboo.

**গগলা** বি. হাতৰ আঙুলিত হোৱা এবিধ ৰোগ, পৰা swelling of the finger, whitlow.

**গগৈ** বি. বজা, বুঢ়া গোহাঁই, বৰ গোহাঁই, বৰ পাত্ৰ গোহাঁইৰ বংশত বাজে আন ভদ্ৰশ্ৰেণীৰ আহোমৰ উপাধি an Ahom title.

**গঙ্গা** বি. গঙ্গানৈ the River Ganges, গঙ্গাদেৱী the goddess Ganga.

**গঙ্গা-চিলনী** বি. পানীৰ ওপৰত উৰি

মাছ আদি ধৰি খোৱা এবিধ বগা, মূৰ কলা আৰু ঠোঁট হালধীয়া চৰাই a fish hawk, a tern.

**গঙ্গা-জলীয়া** বিণ. গঙ্গা জলৰ দৰে নিৰ্ম্মল ফটফটীয়া clear, white.

**গঙ্গাটোপ** বি. বায়ু সুমাই পেট ওফন্দাব পৰা এবিধ মাছ a globe fish. মিছা গপত ওফন্দি ফুৰা মানুহ a man swollen with false pride.

**গঙ্গাধৰ** বি. শিৱ, মহাদেৱ a name of Shiva, শ্ৰীশঙ্কৰদেৱৰ এটা নাম।

**গঙ্গাপুত্ৰ** বি. ভীষ্ম।

**গঙ্গাপ্ৰাপ্তি, লাভ** গঙ্গা নদীত বা গঙ্গাৰ পাৰত মৃত্যু।

**গঙ্গোত্ৰী** বি. গঙ্গানদীয়ে অৱতৰণ কৰা স্থান, হিমালয় পৰ্ব্বতত থকা হিন্দুৰ তীৰ্থ বিশেষ।

**গঙ্গোদক** বি. গঙ্গা নদীৰ পানী।

**গঙ্গোপাধ্যায়** বিণ. বঙালী ব্ৰাহ্মণ উপাধি বিশেষ।

**গচক** সক. ধা. খচক, গৰক trample, tread.

**গচকা** খচকা, গৰকা। সক. ধা. আনৰ হতুৱাই গৰকা to cause to be trampled.

**গচ্ছিত** কৃদ. বিণ. লোকৰ হাতত গোটাই থোৱা, পাছে ওলোটাই দিব বুলি কাৰো হাতত থোৱা deposited in trust.

**গছ** বি. মাটিত গজা আৰু ডালপাত থকা এবিধ উদ্ভিদ, বৃক্ষ, তৰু a tree. উপশৰ্, দীঘল আৰু লাহী বস্তু বুজাবলৈ সংজ্ঞা শব্দৰ পাছত ব্যৱহৃত শব্দ যেনে—সলিতা গছ, সক আৰু মৰমৰ বস্তু বুজাবলৈ গছি যেনে—জৰী গছি a particle used after a noun to denote a long and slender thing.

**গছনি** বি. বহুত গছ থকা ঠাই, জাবনি a forest.

**গছলীয়া** বি. পাছে ওলোটাই দিবৰ নিয়মেৰে লোকৰ বস্তু ৰখা মানুহ one who receives something from another in trust. বিণ. বিশ্বাস কৰি লোকৰ হাতত থোৱা deposited.

**গছা** বি. দীপাধাৰ, চাকি থবৰ যতন a stand or support for a native lamp.

**গছা** সক. ধা. বিশ্বাস কৰি অৰ্পণ কৰ, পাছে ওলোটাই নিম বুলি কাৰো হাতত থ to deposit with another, trust, গছাই থোৱা বস্তু হেৰালে বা নষ্ট হলে তাৰ বাবে দিব লগীয়া মূল্য স্থিৰ কৰ to fix the value of a thing deposited with another in case of loss or damage. বিণ. **গছাওতা** আনৰ হাতত বস্তু গছাই ৰখা মানুহ।

**গছী** বিণ. গছযুক্ত, গছেৰে সৈতে থোৱা, যেনে গছী ধান with straw.

**গছোৱাৰাই** বিণ. গছত উঠাত পাৰ্গত skilled in climbing trees, বি. গছত উঠিব জনা মানুহ a man skilled in climbing trees.

**গজ** বি হাতী an elephant.

**গজকচ্ছপ** বি. ( পুৰাণত হাতী আৰু কাছৰূপী দুজন শাপ ভ্ৰষ্ট ভায়েকৰ বহুদিন ধৰি হোৱা যুদ্ধৰ কথা পোৱা যায় তাৰ পৰা লোৱা হৈছে ) পৈতৃক সম্পত্তিৰ কাৰণে দীৰ্ঘকালব্যাপি ভায়েকইতৰ মাজত হোৱা কাজিয়া-পেচাল, যাই মৰ্কদমাক গজকচ্ছপৰ যুদ্ধবোলা হয়।

**গজ** বি. দুহাত দীঘল এডাল মাৰি the yard measurement of length.

**গজ** অক. ধা. পুলি হ, অঙ্কুৰিত হ to sprout, to germinate. **গজন** গজা কাৰ্য্য the act of germinating, মাটিৰ পৰা গজি ওলোৱা উদ্ভিদ বিলাক vegetable in general.

**গজগজ** বি. শাল মাৰি ধৰিলে বা খুঁচিলে যেনে দুখ বোধ হয় তাক বুজোৱা শব্দ।

**গজগজনি** বি. গজগজ কৰা কাৰ্য্য। ক্রি. **গজগজা**।

**গজগজীয়া** বিণ. টানহৈ লাগি ধৰা, লৰচৰ নোহোৱা, স্পষ্ট firm, decided, real.

**গজগতি** বি. হাতীৰ নিচিনা গহীন আৰু ধীৰ গতি, গজেন্দ্ৰ গমন slow and measured gait.

**গজভুক্ত-কপিত্থবৎ** অন্তঃসাৰ শূন্য।

**গজব** ( আৰবী ) বি. খং, অসন্তোষ জুলুম wrath, displeasure.

**গজমতি, গজমুকুতা** বি. এবিধ ডাঙৰ মুকুতা মণি ( সি হাতীৰ দাঁতৰ পৰা উৎপন্ন হয় বুলি বিশ্বাস) a kind of pearl supposed to be found in the tusk of an elephant.

**গজমুৰা, গজমুৰীয়া** বি. ঘৰৰ সকলো মানুহ মৰাৰ পাছত জীয়াই থকা, দুৰ্ভগীয়া destitute, unfortunate. স্ত্রী. **গজমুৰী**।

**গজমুৰ্খ** বি. হাতীৰ নিচিনা মুৰ্খ বা অজ্ঞানী dull like an elephant.

**গজৰাজ, গজপতি** বি. শ্ৰেষ্ঠ হাতী, ঐৰাৱত, হাতীৰ ৰজা the king of elephant, a noble elephant.

**গজল** বি. হিন্দুস্থানী বা ফাৰ্চী ভাষাত গোৱা এবিধ গীত, ভাৰতীয় সঙ্গীতৰ এটা শ্ৰেণী a school of Indian music.

**গজলা** বি. আৰি মাছৰ পোৱালি a young Ari-fish. বিণ. লহ্‌পহ্‌কৈ বাঢ়ি অহা গছ।

**গজলীয়া** বিণ. প্ৰথম যৌবন অৱস্থা পোৱা, উঠি অহা youthful.

**গজা** সক. ধা. গাজ বা অঙ্কুৰ মেলা

to cause to germinate. বিণ. গজি ওলোৱা germinated.

**গজা** বি. এবিধ মিঠাই।

**গজাকোঁহ** বি. হাতী খোঁচা লোৰ আঁকোৰা মাৰি a kind of elephant goad.

**গজানন** বি. গণেশ a name of Ganesh.

**গজাল** বি. কাঠ বাঁহ আদিত মৰা, কাঠ বা লোৰ জোঙা শাল বা কাঁইট a nail.

**গজাল** বি. অঙ্কুৰ, পোখা a shoot, sprout.

**গজেন্দ্ৰ** বি. হাতীৰ ভিতৰত প্ৰধান মতা হাতী, ডাঙৰ দতাঁল হাতী a large male elephant, ঐৰাৱত Indra's elephant **গজেন্দ্ৰ পুৰুষ** বৰ বলী আৰু ডাঙৰ মানুহ a tall, strong and stout man.

**গঞা, গয়াঁ** বি. একে গাওঁত থকা আৰু একেলগে খোৱা-লোৱা কৰা মানুহ a man of the same society, গাৱঁত থকা living in a village.

**গঞ্জ** সক. ধা. লাজত পেলা, চেৰ পেলা excel.

**গঞ্জ** বিণ. ঠাহ খোৱা, ঘন dense, packed up. **গঞ্জখা, গঞ্জখাৰ** অক. ধা. ঠাহ খা।

**গঞ্জন** (পু. অ.) বি. দমন কৰোঁতা that which destroys or suppresses. **গঞ্জক** চেৰ পেলোৱা excelling.

**গঞ্জনা** (পু অ.) কলঙ্ক, নিন্দা, তিৰস্কাৰ censure, rebuke. **গঞ্জনী** বিণ. অভিমানী, অহঙ্কাৰী boastful.

**গঠন** বি. নিৰ্ম্মাণ, আকৃতি, ৰূপ, গঢ় form, shape. বিণ. **গঠিত** নিৰ্ম্মিত, সজা formed, made.

**গড়** বি. কিল্লা, দুৰ্গ, ইটা মাটি বা কাঠৰ শকত আৰু ওখ বেষ্টন a fort, a stockade, a fortification, কোনো বস্তুৰ তলত পাৰি দিয়া গোটা কাঠ বা বাঁহ a piece of timber or bamboo laid under something.

**গড়** অক. ধা. বাগৰি যা, বৈ যা, নিগৰ to roll, to glide, **গড়-আবাদ** খেতি নকৰা বা পতিত মাটি uncultivated land. বিণ. **গড়-আবাদি** uncultivated, waste.

**গড় কাপ্তানি** বি. যুদ্ধ কাৰ্য্যৰ সম্পৰ্ক নথকা, আন আন সাধাৰণ ঘাট, বাট, ঘৰ আদি নিৰ্ম্মাণ কৰা কাম বিলাকৰ ভাৰ থকা বিভাগ public works department.

**গড়-খা** থিৰ হৈ থাক to stand or rest, still মান্তি হ to agree to **গড়খুৱা** মান্তি কৰা, থিৰ কৈ ৰাখ।

**গড়-খাৰৈ** বি. গড়ৰ চাৰিওফালে খানি দিয়া দীঘল বহল খাল a moat, a trench.

**গড়গঞা** বিণ. গড়গাওঁত থকা বা হোৱা, গড়গাওঁ সম্পৰ্কীয় belonging or relating to Gargaon, নামত ডাঙৰ কিন্তু কামত সৰু showy, deceptive.

**গড়গাওঁ** বি. আহোম ৰজাৰ ৰাজধানী an ancient capital of Assam.

**গড়-প্ৰাকাৰ** (পু. অ.) বি. দুৰ্গ, প্ৰাচীৰ fortification.

**গড়মিল** বি. অমিল a discrepancy, disagreement.

**গড়মুৰসত্ৰ** বি. অসমৰ প্ৰধান চাৰিখন সত্ৰৰ ভিতৰত এখন, শিৱসাগৰ জিলাৰ মাজুলীত অৱস্থিত।

**গড়-লায়ক** বিণ. অনুপযুক্ত unfit.

**গড়-হাজিৰা** বি. কামত অনুপস্থিত থকা কাৰ্য্য absence from work.

**গড়-হিচাব** বি. সমানে লেখা, সমানে জোখা proportionateness.

**গড়া** (পু. অ.) সক. ধা. বাগৰা, লুটিয়াই পেলা to cause to roll, to turn over, কাল কটা to pass.

**গড়াগড়ি** (পু. অ.) বাগৰা-বাগৰি act of rolling.

**গড়ে** ক্ৰি. বিণ. সৰ্ব্ব মুঠ ধৰি সমান ভাগ কৰিলে প্ৰতি ভাগত যিমান কৈ পৰে on an average.

**গড়ৈ** বি. এবিধ কাঠ মাছ a kind of fish, **গড়ৈচিবিকা** বি. গড়ৈ মাছৰ পোৱালি।

**গঢ়** বি. আকৃতি, ৰূপ form, shape. সক. ধা. ধাতু বা মাটিৰে নিৰ্ম্মাণ কৰ, সাজ to forge, to make, **গঢ়গতি** বি. গতিমতি, চলন-ফুৰণ, আচৰণ disposition, behaviour, **গঢ়শাল** কঁহাৰৰ লাগতিয়াল অস্ত্ৰ the implements of a bell-metal worker. **গঢ়-শালি** কঁহাৰৰ সাজ বা বস্তু গঢ়া ঠাই the workshop.

**গঢ়নি** বি. বস্তু গঢ়াৰ বানচ বা বেচ wages paid for making a metallic ware.

**গঢ়া** সক. ধা. ধাতু বা মাটিৰে আনৰ হতুৱাই নিৰ্ম্মাণ কৰা বা সজা to be made or forged.

**গঢ়িত** বিণ. শুৱনি, দেখিবলৈ ভাল beautiful.

**গঢ়ে-পিঠে** ক্ৰি. বিণ. আকাৰে প্ৰকাৰে in nature and form.

**গণ** বি. সমূহ অৰ্থত বহুবচন বুজাবলৈ এটা শব্দৰ পাছত লগ লাগে a multitude. ক্ৰি. সংখ্যা কৰা, গণনা কৰা to count, শুভাশুভ গণনা কৰা to divine, গণ্য কৰ, মান কৰ to regard, to mind.

**গণক** বি. দৈৱগণনা কৰা মানুহ, জ্যোতিষ শাস্ত্ৰ জনা লোক an astrologer, a fortuneteller, জ্যোতিষ শাস্ত্ৰ আলোচনা কৰি

জীৱিকা নির্ব্বাহ কৰা এক জাতি the astrologer's caste. গণতি বি. নেওতা a multiplication table.

গণদেৱতা বি. সঙ্ঘভূতদেৱতা, যেনে ১২ আদিত্য, ১০ বিশ্ব, ৮ বসু, ১১ ৰুদ্র ইত্যাদি, জনসাধাৰণকো সূচিত কৰে। গণন, গণনা গণা কাৰ্য্য, গ্ৰহ অনুসৰি দৈৱৰ ভাল বেয়া নিৰ্ণয় কৰা কাৰ্য্য, মান, সম্মান calculation, computation, respect. গণনাথ বি. গনেশ, গণপতি name of Ganesh. গণনায়ক গনেশ a name of Ganesh, দেশৰ লোকৰ নেতা a leader of people. গণনি বি. দহজনক মাতি নকৈ ওপজা সন্তানৰ অদৃষ্ট গণনা বা কোষ্ঠি কৰা কাৰ্য্য the ceremony of formally calculating and recording the fortunes of a newborn child.

গণনীয় বিণ. মানিবৰ যোগ্য, মাননীয় respectable, উল্লেখযোগ্য countable.

গণপতি বি. গনেশ, শিব a name of Ganesh.

গণতন্ত্র বি. জনসাধাৰণৰ দ্বাৰা ৰাজ্য পৰিচালন, প্ৰজাতন্ত্র democracy.

গণমুখ্য বি. নেতা, অনেক লোকক চলাওঁতা a leader.

গণশক্তি বি. জনসাধাৰণৰ সম্মিলিত শক্তি।

গণাগণ বি. মান-সংকাৰ, সম্মান regard, esteem..

গণিকা বি. বেশ্যা, নটিনী a harlot, a prostitute.

গণিত বি. যি শাস্ত্ৰেৰে গণনা কৰা হয়, অঙ্ক-শাস্ত্র mathematics.

গণিতা বি. অদৃষ্ট গণা কাৰ্য্য, সম্মান কৰা কাৰ্য্য।

গণিয়াৰী বি. এবিধ গছ a kind of tree.

গনেশ বি. গণপতি, শিবৰ পুতেক son of Shiva.

গণ্ড বি. কপোল, গাল, ফোঁহা, গঁড় cheek, boil, rhinoceros.

গণ্ডকী, গণ্ডুকী বি. এখন নৈ, ইয়াত শালগ্ৰাম শিল পোৱা যায় the name of a river.

গণ্ডগোল বি. বহুত লোকৰ হাই, গোলমাল noise, confusion.

গণ্ডপ বি. অহঙ্কাৰ কৰি কোৱা কথা, ভাংকোপ a boast, brag. গণ্ডপী বিণ. বৰ কথীয়া, অহঙ্কাৰী boastful. ক্ৰি. গণ্ডপমাৰ, গণ্ডমূৰ্খ বি. অতিশয় মূৰ্খ মানুহ a very foolish man.

গণ্ডযোগ বি. যি পঞ্জিকা সিদ্ধ যোগত জন্ম হলে সন্তানৰ মাক বা বাপেকৰ মৃত্যু হয়।

গণ্ডলিকা বি. অহঙ্কাৰ, ভাংকোপ boasting.

গণ্ডস্থল বি. গাল the cheek,

হাতীৰ কাণ-সতাৰ ওচৰৰ ঠাই, কুম্ভ the temple of an elephant.

গণ্ডা বি. এক অঁৰা, চাৰি গোট four, চাৰি কৰা four karas.

গণ্ডি, গণ্ডী বি. প্ৰভাৱ, ক্ষমতা, সীমা, বেষ্টন ৰেখা influence, boundary.

গণ্ডূষ বি. চলু, হাতৰ তলুৱাৰ খোলাত যিমান পানী ধৰে as much water as can be taken in the cavity of the palm of the hand.

গণ্য বিণ. ডাঙৰ বা শ্ৰেষ্ঠ বুলি মানিবৰ যোগ্য deserving respect, লেখত লবলগীয়া fit to be considered. গণ্যমান্য সম্ভ্ৰান্ত respectful.

গত্ বি. বাদ্যৰ কোনো নিৰ্দ্দিষ্ট সুৰ a musical tune.

গত্ বি. অৱস্থা. স্বভাৱ, প্ৰকাৰ, ধৰণ disposition, character, manner, mode of doing anything.

গত কৃদ. বিণ. যোৱা, অতীত, ভূত past, gone.

গতচেতন বি. চেতনাহীন senseless

গতজীৱ, গতজীৱন, গতপ্ৰাণ বিণ. মৃত, গতায়ু dead.

গতনিদ্ৰ বিণ. যাৰ টোপনি নহয়।

গত যৌৱন বিণ. যাৰ যৌৱন অতীত হৈ গৈছে, স্ত্ৰী-গত যৌৱনা।

গত লগা সক. ধা. নিয়ম লগা, ভালকৈ বাখ, যেনে হব লাগে তেনে কৰা to put in proper order, deal with properly.

গতা সক. ধা. আনৰ হাতত দে, শোধাই দে to make over, to deliver. বি. গতাওঁতা যি সমৰ্পণ কৰে one who makes over or delivers something.

গতাগত বি. অহাযোৱা, হলিগলি intercourse, intimacy.

গতানুগতিক বিণ. পূৰ্ব্ব দৃষ্টান্তৰ বা প্ৰচলিত প্ৰথাৰ অনুবৰ্ত্তী, লোকৰ নিয়ম বা কাৰ্য্যমতে চলা doing as the others do, imitating

গতাৰ্ত্তবা বিণ. যি তিৰোতাৰ আৰ্ত্তৱ অৰ্থাৎ ঋতু বন্ধ হৈছে।

গতায়াত বি. অহাযোৱা, চলাচল coming and going, intercourse.

গতায়ুস্ ( গতায়ু ) বিণ. মৃত, মৰা dead.

গতি বি. গমন, যোৱা কাৰ্য্য act of going, motion. খোজ কঢ়াৰ ধৰণ gait, দশা, অৱস্থা state, condition, আশ্ৰয়, সহায় refuge, স্বভাৱ, আচৰণ conduct, মুক্তি salvation. সংকাৰ, অন্ত্যেষ্টি ক্ৰিয়া funeral rites. অক. ধা. গতি-হ মুক্তি পা, মৃত্যু হ to die. সক. ধা. গতি লাগ ভাল কৈ ৰাখ।

গতিকে ক্ৰি. বিণ. কোনো বিশেষ কাৰণে for some reason or

other, এই কাৰণে therefore.

**গতিক্রিয়া** দীৰ্ঘসূত্ৰতা।

**গতিমতি, গতিগোত্র** বি. স্বভাৱ, চলন-ফুৰণ conduct, character.

**গতিবিধি** বি. নিয়ম-প্রণালী, চাল-চলন, কাৰ্য্য-কলাপ mode of doing, movement.

**গতিভ্রষ্ট** বিণ. লৰিব চৰিব নোৱাৰা unable to move, মুক্তি নষ্ট হোৱা deprived of deliverance.

**গতিৰোধ** বি. অগ্রসৰ হোৱাত বাধা obstruction.

**গতিশক্তি** বিণ. চলন শক্তি dynamic power.

**গতিহীন** বিণ. লৰচৰ কৰিব নোৱাৰা unable to move, উপায়হীন helpless, পৰকালত মুক্তিৰ আশা নথকা without hope of salvation.

**গতেগতে** ক্রি. বিণ. গত লগাই, যেনেকৈ ৰাখিব লাগে তেনেকৈ in proper order.

**গত্যন্তৰ** বি. অন্য উপায় other means.

**গথিত** কৃদ. বিণ. নিৰ্ম্মিত, সজা built.

**গদলা** বি. ঘোঁৰা বা হাতীৰ গাদীৰ তলত পাৰি দিয়া তুলি, তলচা a quilted cloth spread under a saddle or elephant's pad.

**গদহা** বিণ. বৰ ডাঠ আৰু গধুৰ thick and heavy. শকত আৰু মঙহাল not elegant and light.

**গদ্‌গদ্** বিণ. আনন্দ বা শোকৰ দ্বাৰা ডিঙি নিৰোধ হোৱাত স্পষ্ট নোহোৱা, বিহ্বল inarticulate or indistinct through choking of the throat.

**গদা** বি. মুগৰতকৈ ডাঙৰ আৰু দীঘল এবিধ লোৰ টাঙোন an iron mace, a club.

**গদা** বি. ডাঙৰ মাছৰ পিঠিৰ ভাগ the back of a large fish.

**গদাধৰ** বি. বিষ্ণু a name of Vishnu.

**গদা পৰ্ব্ব** বি. মহাভাৰতৰ এটা অধ্যায়ৰ নাম, a chapter of the Mahabharata.

**গদাপাণি** বি. কৃষ্ণ, যাৰ হাতত গদা থাকে।

**গদিয়া** সক. ধা. দাৰ বা কটাৰীৰ ওপৰৰ দাঁতিৰে মাৰ, হাতৰ তলুৱাৰ তলৰ ফালৰ দাঁতিৰে আঘাত কৰ to strike with the back of cutting instrument or the lower part of the hand.

**গদি** বি. কোমল আসন cushion, সিংহাসন royal seat, ব্যৱসায়ীৰ কৰ্ম্মস্থান place for work of business.

**গদ্য** বি. ছন্দেৰে নিলিখা ভাষা prose.

**গধুৰ** বিণ. অলঘু, গম্ভীৰ, গহীন heavy, momentous, grave, important, বি. **গধুৰতা, গধুৰালি** গহীন ভাব বা স্বভাব graveness, seriousness.

**গধুলি, গধুলা** বি. গৰু ঘৰলৈ অহা সময়, বেলি মাৰ যোৱা সময়, সন্ধ্যা সময় evening, sunset. **গধুলি-গোপাল** এবিধ গধূলি ফুলা ফুল a kind of flower. **গধুলি-বেলা, গধুলি-বেলিকা** বি. সন্ধ্যা সময় the evening.

**গধুলিকা** ( পু. অ. ) গধূলি।

**গন** বি. আৰ্চিত উঠা প্ৰতিবিম্ব the image reflected in a mirror.

**গন্তব্য** বিণ. যাব পৰা বা যাব লগীয়া accessible. **গন্তব্যপথ** কোনো ঠাইলৈ যাবৰ কাৰণে যি পথেৰে যাবলগীয়া হয়।

**গন্তি** বি. লেখ কৰা কাৰ্য্য act of counting, মান, গণ্য regard, respect.

**গন্ধ** বি. ঘ্ৰাণ, নাকৰ দ্বাৰা হোৱা বোধ smell, scent, odour.

**গন্ধ** বি. অধিবাস, কোনো উৎসৱৰ আৰম্ভণ the beginning of a festival. **গন্ধ কলাই** কস্তুৰী, গন্ধ পহুৰ নাইত হোৱা এবিধ সুগন্ধ বস্তু musk. **গন্ধচন্দন** বি. পিঁহি উলিওৱা চন্দন sandal paste. **গন্ধতেল** সুগন্ধি তেল sweet-scented oil. **গন্ধপহু** গন্ধকলাই উৎপন্ন হোৱা এজাতি পহু musk deer. **গন্ধ পাত** তেজপাত। **গন্ধ পুষ্প** চন্দন মিহলি কৰা ফুল flower mixed with chandan. **গন্ধবহ** বায়ু wind, **গন্ধ-বিৰিণা** এবিধ ভাল গন্ধোৱা বন the lemon-grass. **গন্ধ-মালতী** বি. নাৰ্জী ফুল। **গন্ধ-মৃগ** কস্তুৰীমৃগ। **গন্ধ-সৰৈ** ওখ ডাঙৰ সুকাঠি গছ a timber tree.

**গন্ধক** বি. আঁকৰত হোৱা, বৰকৈ গোন্ধোৱা আৰু জুইলগা এবিধ বস্তু sulphur.

**গন্ধৰ্ব্ব** বি. স্বৰ্গৰ গায়ন a demi-god, a singer of heaven. স্ত্ৰী. **গন্ধৰ্ব্বী**। **গন্ধৰ্ব্ববিদ্যা** সঙ্গীতবিদ্যা **গন্ধৰ্ব্ববেদ** সঙ্গীত শাস্ত্ৰ।

**গন্ধ মাদন** বি. এখন পৰ্ব্বতৰ নাম, লক্ষ্মণৰ প্ৰাণ ৰক্ষাৰ্থে হনুমন্তই এই পৰ্ব্বত খন দাঙি নিছিল। এই পৰ্ব্বতত বিশল্যকৰণী নামৰ ঔষধৰ গছ আছিল, the name of a mountain said to have been full of medicinal herbs.

**গন্ধাধিবাস** বিয়া, পূজা আদিত নানা গন্ধদ্ৰব্যৰ দ্বাৰা আনুষ্ঠানিক সংস্কাৰ।

**গপ্** বি. অহঙ্কাৰ, আপুনি আপোনাক কৰা ডাঙৰ বোধ, অধিক কথা নোকোৱা স্বভাৱ pride, reserve in speech. **গপ্মাৰ** ক্ৰি. ধা, অহঙ্কাৰ কৰ, বৰ কথা ক to boast.

to brag. গপমাৰি থাক মনে মনে থাক, কথা নকৈ থাক to remain silent.

গপ্ অক. ধা. মনে মনে ভাবি চা, চিন্তা কৰ to think, to ponder.

গপচ্ বিণ. উত্তম বিধৰ, গহীন of good quality, grave.

গপ্গপ্ বি. গাঁত বা কোনো ঢাকনিৰ ভিতৰত জুই জ্বলালে হোৱা শব্দ an imitative word used to express the sound and heat originating from a covered burning fire. গপ্-গপনি ভিতৰৰ পোৰণি বা তাপ internal heat. ক্রি. গপগপা। ক্রি বিণ. গপ্গপ্-কৰে। বিণ. গপগপীয়া।

গপা সক. ধা. প্রকাশ নকৰি লুকাই ৰাখ to keep secret. গাপ দে, গজিবলৈ পুতি থ, পকিবলৈ ঢাকি থ to bury to germinate, to cover to ripe.

গপাগপি বি. এটাই আনটোৰ ওপৰত অহঙ্কাৰ কৰি লগ এৰাএৰি কৰা কার্য্য mutual estrangement.

গপাল বি. অহঙ্কাৰী, মনে মনে থকা proud, reserved.

গবজ বি. অন্তৰত ৰখা কার্য্য a secret ill-will.

গবা বি. দুই বাহু মেলি যিমান আঁকোৱালি ধৰিব পাৰি সিমান বস্তু as much as can be clasped between the two arms. গবা মাৰি ধৰ সক. ধা. দুই বাহুৰে আঁকোৱালি বা মেৰাই ধৰ to clasp with both arms. গবাগবে ক্রি. বিণ. অধিক পৰিমাণে in large quantity.

গব্য বিণ. গাখীৰৰ পৰা উৎপন্ন produced from cow's milk, গৰুৰ পৰা ওলোৱা বস্তু যেনে পঞ্চ গব্য (এৰা গাখীৰ, দৈ গাখীৰ, ঘিউ, গোবৰ আৰু মূত) things obtained from cow.

গবর্ণমেণ্ট বি. ৰাজ্য শাসন ব্যৱস্থা, চৰকাৰ government.

গবর্ণৰ বি. ৰাজ্যৰ শাসনকর্ত্তা, ৰাজ্য-পাল governor.

গভাইত বি. চোৰৰ গুপ্ত সহায়, অপৰাধীক মনে মনে সহায় কৰোঁতা a confederate, an abettor.

গভিয়া বি. ঘৰ জোঁৱাই, চপনীয়া a man living in the family into which he marries.

গভীৰ বিণ. দ deep, নিবিড়, গহন dense, প্রগাঢ়। বি. গভীৰতা, গাম্ভীর্য্য।

গভুৰা বি. মতা ল'ৰা a male child.

গম সক. ধা. মনে মনে ভাবি চা, গুণ, চিন্ত to think, to reflect.

গম্ বি. উমান, আঁটকাল, সঁহাৰি a

slight notice, conjecture formed from sound.

**গম** বি. এবিধ গছৰ এঠা gum.

**গম্** অক. ধা. নষ্ট হ, হানি হ to be lost. **গমা** সক. ধা. নষ্ট কৰা, হানি কৰা to cause to be lost. **গম্‌ধৰ** আটকাল পা to have an idea of.

**গমগতি** বি. আটকাল, উমান a conjecture formed from sounds of the approach of some one.

**গম্‌গম্** বি. শৰীৰত লাহে লাহে বেছি বিষ বা তাপ উঠাৰ বোধ প্ৰকাশ কৰা শব্দ an imitative word used to express the sensation felt from rising pain or heat in the body. ক্ৰি. বিণ. **গম্ গম্ কৰে**। বি. **গমগমনি**।

**গম্‌গমীয়া** বিণ. গহীন, গম্ভীৰ very still, grave.

**গম্‌ধৰ** গম বা আটকাললোৱা to have an inkling or a slight.

**গমন** বি. যোৱা কাৰ্য্য, গতি act of going, motion, সহবাস cohabitation.

**গমনাগমন** বি. যাতায়াত, অহা-যোৱা the act of going and coming.

**গম্‌লা** বিণ. মেঘযুক্ত, ভাৰবীয়া cloudy, obscure.

**গমহ** অনুকা. ডাঙৰ বস্তু মাটিত পেলাই দিওতে হোৱা শব্দ।

**গমা-গৰু** বি. আওগৰু, গোমূৰ্খ a foolish or useless fellow.

**গমাৰী** বি. এবিধ সুকাঠী গছ a kind of timber tree.

**গমিৰি** বি. এবিধ ধান a kind of paddy.

**গম্বুজ** বি. মন্দিৰ, মছজিদ, প্ৰাসাদাদিৰ গোলাকাৰ চাল dome.

**গম্ভীৰ** বিণ. গহীন স্বভাৱৰ, স্থিৰ grave, অগাধ, গভীৰ, দ deep.

**গম্য** বিণ. গন্তব্য, যাবলগীয়া accessible.

**গয়ৰহ** বি. আদি, প্ৰভৃতি and others.

**গয়া** বি. এটা অসুৰ, ইয়াক বিষ্ণুৱে বধ কৰে the name of a demon, বিহাৰ দেশত এটা হিন্দুৰ তীৰ্থ স্থান a sacred shrine in Bihar.

**গয়াল** বিণ. অহঙ্কাৰী proud.

**গৰক** সক. ধা. খচক, গচক to trample, to tread. বিণ. **গৰকা** খচকা trampled.

**গৰং** বি. পানী খোৱা বাঁহৰ দীঘল চুঙা a piece of bamboo of several joints for carrying water.

**গৰকা** বি. চেঙামাছ a kind of fish.

**গৰকা** বি. তাঁত শালৰ তলত এমুৰ মাটিত লগাই ইমুৰ ভৰীৰে ব তুৰাটিৰ লগত জুটি দিয়া দুডাল মাৰি the treadles of a loom, চৰাই জন্তু আদি ধৰা ফান্দ a trap for catching birds or beasts.

**গৰখীয়া** বি. গৰু ৰাখোঁতা, গৰু চৰাওঁতা a cowherd. স্ত্ৰী. **গৰখী-য়ানী**।

**গৰজ** বি. অতি আৱশ্যক necessity, অভাৱ want.

**গৰব** বি. গৰ্ব্ব শব্দৰ কোমল ৰূপ।

**গৰম্** বিণ. তপত, উম hot, warm. বি. গ্ৰীষ্ম, জহ heat, warmth.

**গৰম পানী** বি. তপত পানী hot water, গোলাঘাট মহকুমাত থকা এটা স্বাভাৱিক উঁহৰ নাম।

**গৰল** বি. সাপৰ বিষ, বিহ poison.

**গৰা** বি. নৈৰ ওখ পাৰ a river bank, precipice.

**গৰা** সক. ধা. সাৰি নি দমা, বগৰাই নি গোটা to gather together by sweeping. বি. **গৰা-কাণ** গৰাৰ কাণ বা দাঁতি edge of a bank.

**গৰাকী** বি. অধিকাৰী, প্ৰভু master, owner, কোনো এজন মানুহ a certain person.

**গৰাকিনী** বি. অধিকাৰিণী a female owner.

**গৰাকিয়নী** বি. গৰাকীৰ ঘৈণী the wife of a master or owner.

**গৰাহ** বি. এবাৰমুখত ধৰা বা ভৰোৱা খাদ্যৰ পৰিমাণ a mouthful. ক্ৰি. **গৰাহমাৰ** এগৰাহ মুখত দে বা সুমুৱা to take a mouthful. ক্ৰি. বিণ. **গৰাহে গৰাহে** প্ৰতি গৰাহত at every mouthful. **গৰাহে পতি** প্ৰতি গৰাহে।

**গঁৰিক** বি. ঢেঁকীৰ চাব a stroke or throw of a Dhenki or mortar.

**গৰিব** বি. দৰিদ্ৰ বা দুখীয়া মানুহ, সহায়হীন মানুহ a poor man. বিণ. দুখীয়া, সহায়হীন poor.

**গৰিমা** বি. অহঙ্কাৰ pride, vanity, গৌৰব, মাহাত্ম্য fame, distinction.

**গৰিলা** বি. আফ্ৰিকা মহাদেশৰ এবিধ বান্দৰ, স্থলত যুদ্ধ কৰা সৈন্য।

**গৰিলা-যুদ্ধ** বি. স্থলত হোৱা যুদ্ধ

**গৰিষ্ঠ** বিণ. গুৰুতম, বৃহত্তম, বৰ মান্য, অতি শ্ৰেষ্ঠ greatest, most respectable, excellent. বি. **গৰিষ্ঠতা**।

**গঁৰিহণা, গঁৰিহা** বি. নিন্দা। দোষাৰোপ censure, শাও curse. ক্ৰি. **গঁৰিহা কৰ** দোষ দে, নিন্দা কৰ। **গঁৰিহা খা** শাও

পা to be cursed. **গ'ৰিহিত** নিন্দিত, নিন্দাৰ যোগ্য bad, censured.

**গৰীয়স্, গৰীয়সী** বিণ. শ্ৰেষ্ঠ, অতি মাননীয় excellent, respectable.

**গ'ৰীয়া** বি. মুছলমান a musalman. স্ত্ৰী. গৰীয়ানী।

**গ'ৰীয়া** বিণ. ভালকৈ নুফুটা, বাদ পৰা, অকৃতকাৰ্য্য হোৱা not properly dried, unsuccessful.

**গৰীয়া** বিণ. ডুবাৰ মুখত পোতাকাঠ, ঘৰৰ বেৰ দিওতে যি খাৰা দিয়া হয়, তাৰ তলত দিয়া বাহ।

**গৰীয়া আলু** বি. বগা আলু white potato.

**গ'ৰু** বি. এবিধ সকলোৰে চিনা বৰ লাগতিয়াল পোহনীয়া জন্তু, মূৰ্খ মানুহ (নিন্দাত) an animal of the bovine genus, a stupid person.

**গৰু খুন্দা** স. ধা. গৰুখাহি কৰা to castrate.

**গৰু-চোৰ** বি. অসৎ চৰিত্ৰৰ লোক, জঘন্য কাম কৰিব পৰা লোক a notorious thief, a great knave.

**গৰুড়** বি. বিষ্ণুৰ বাহন; তাৰ আকৃতি মানুহ আৰু চৰাইৰ নিচিনা অৰ্থাৎ মানুহৰ দৰে হাতভৰি, চৰাইৰ দৰে ঠোঁট আৰু ডেউকা a gigantic mythical bird on which Bishnu used to ride.

**গৰুড়-ধ্বজ** বি. কৃষ্ণ, বিষ্ণু a name of Bishnu, গৰুড় মূৰ্ত্তি থকা নিচান flag bearing the image of the mythical Garuda.

**গৰুড়াসন** বি. গৰুড়ত উঠি ফুৰা বিষ্ণু বা কৃষ্ণ।

**গৰুণ-পখী, গৰুণ্ড,** বি. গৰুড়ৰ অসমীয়া নাম popular Assamese name of Garuda.

**গৰু-বাট** বি. গৰু অহা-যোৱা কৰা বাট a cow path.

**গ'ৰু বিহু** বি. চ'ত মাহৰ সংক্ৰান্তি বা শেষ দিন the last day of the month of Chaitra.

**গৰুৱা, গৰুৱা মাছ** বি. এবিধ বাকলি নথকা ডাঙৰ মাছ a kind of big fish.

**গৰুৱাগলা** বিণ. গৰুৱা মাছৰ নিচিনা ওফন্দা গলা, মন খুলি কথা নোকোৱা having a clumsy face, reserved.

**গৰৈ, গৰৈচিৰিকা** বি. গড়ৈ, 'গড়ৈচিৰিকা চোৰা'।

**গৰ্‌গৰ্** বি. উচ্চ শব্দ a loud sound.

**গৰ্গ** বি. এজন মুনিৰ নাম name of a sage.

**গৰ্গৰণি, গৰ্‌গৰণি** বি. উচ্চ শব্দ, গৰ্জ্জন a roaring noise. অক. ধা. গৰ্‌গৰা।

**গৰ্জ্জ** অক. ধা. উচ্চ শব্দ কৰ, চিঞৰ, গোজৰ to make a loud

sound, roar, ডাঙৰ মাতেৰে ডাবি দে to scold to. বি. গৰ্জ্জনি।

**গৰ্জ্জন** বি. উচ্চ শব্দ, মেঘৰ শব্দ, গৰ্গৰণি, ডাবি roaring, thunder, scolding. **গৰ্জ্জন-তেল** বি. এবিধ কাঠৰ পৰা উলিওৱা তেল।

**গৰ্ত্ত** বি. গাঁত, দ খাল a pit, a cave.

**গৰ্দ্দভ** বি. গাধ, মূৰ্খ মানুহ an ass, a stupid man. স্ত্ৰী. **গৰ্দ্দভী**।

**গৰ্ব্ব** বি. অহঙ্কাৰ, গপ pride, arrogance. **গৰ্ব্বী** বিণ. অহঙ্কাৰী, গপাল proud, boastful. স্ত্ৰী. **গৰ্ব্বিনী**।

**গৰ্ভ, গৰ্ব্ভ** বি. পেটত থকা সন্তান a child in the womb, foetus, পেটৰ যি ভাগত সন্তান থাকে the womb, কোনো বস্তুৰ ভিতৰখন the inner part of anything, পেট the belly.

**গৰ্ভ-কোষ** বি. পেটত সন্তান থকা স্থান, জৰায়ু, ফুলৰ বীজকোষ the womb, the uterus.

**গৰ্ভকেশৰ** বি. ফুলৰ ভিতৰত থকা কেশৰ, ইয়াৰ তলত বীজকোষ থাকে pistil, **গৰ্ভচ্যুত** বিণ. গৰ্ভৰ পৰা চ্যুত বা খহি পৰ, সময় নৌ হওঁতেই ওপজা miscarried. **গৰ্ভজ** বিণ. গৰ্ভত উৎপন্ন হোৱা produced from the womb. **গৰ্ভত্ৰাস** বি. অন্তৰ ভেদী ভয়, অতিপাত ভয় thrilling terror, excessive fear. **গৰ্ভধাৰণ** পেটৰ লৰাক ধাৰণ কৰা কাৰ্য্য, অন্তঃসত্ত্বা হোৱা impregnation. **গৰ্ভ-ধাৰিণী** মাতৃ, জননী a mother. **গৰ্ভ-নাবেঙা** বি. আগ মঙহত হোৱা গাঁৰৰ পৰা উৎপন্ন অৰ, কাহ আক গাৰ বিষ Pneumonia **গৰ্ভপাত, গৰ্ভস্ৰাৱ** বি. গৰ্ভনষ্ট, অকালত গৰ্ভৰ সন্তান মৰি ওলোৱা miscarriage. **গৰ্ভৱতী** বিণ. গৰ্ভ হোৱা, সগৰ্ভা pregnant. **গৰ্ভশূল** বি. পেটৰ ভিতৰত বিষোৱা ব্যাধি। **গৰ্ভাগ্নি** বি. গৰ্ভৰ অগ্নি, ভোক appetite. **গৰ্ভাঙ্ক** বি. নাটকৰ এটা অঙ্কৰ ভিতৰত থকা সৰু এটা অঙ্ক বা দৃশ্য a scene in a play. **গৰ্ভাণ্ডজ** বিণ. গৰ্ভৰ ভিতৰতে কণী ফুটি পোৱালি জগি ওলোৱা oviparous. **গৰ্ভাধান** বি. প্ৰথম গৰ্ভ হোৱাৰ আগেয়ে কৰা এটা ক্ৰিয়া a ceremony performed prior to the first conception. **গৰ্ভাশয়** বি. অভিপ্ৰায়, আন্তৰিক ইচ্ছা the secrets of one's mind, intention. **গৰ্ভিণী** বিণ. গৰ্ভৱতী, গাভিনী pregnant.

**গৰ্ম্মী, গৰ্ম্মী** বি. উপদংশ syphilis.

**গৰ্হনীয়** বিণ. নিন্দনীয়, নিন্দাৰ যোগ্য censurable, contemptible.

**গৰ্হিত** কৃদ. বিণ. লোকে নিন্দা কৰা,

নিন্দিত censured. vile. গৰ্হ সক. ধা. দোষ দে, নিন্দা কৰ to censure, to despise.

**গল** বিণ. যোৱা, গত, অতীত gone, past.

**গল্** অক. ধা. গলি যা, দ্ৰৱ হ to melt.

**গল্** বি. কণ্ঠ, ডিঙি, টেঁটু the throat.

**গলগণ্ড** বি. গৰল, ডিঙিৰ আগফাল ডাঙৰ হোৱা ৰোগ goitre.

**গলগলীয়া** বি. মুকলি বা সোপা নথকা open and clear. বিণ. ডিঙিৰ পৰা স্পষ্টকৈ ওলোৱা, গহীন low and grave, গুলগুলীয়া, বৰকৈ পকা overripe.

**গলগ্ৰহ** বি. কলগ্ৰহ, হাড়মাল, কষ্টদায়ক অথচ এৰিব নোৱাৰা encumbrance, burdensome.

**গল্‌চাপৰি, গল্‌চাপলি** বি. গল্‌বিচনী dew-lap of cattle.

**গলতি** বি. গঁতা।

**গলদ** বি. গলগ্ৰহ, বিপদ encumbrance, trouble, misfortune.

**গল্‌ধন** বি. ডিঙিৰ পাছৰ ফাল, ঘাৰ the back of the neck. বিণ. গল্‌ধন ধৰা ডিঙিৰ পাছ ফালে বেহিকৈ মঙহ ধৰা, ডেকা হৈ চিকণ আৰু পুষ্ট হোৱা fat and robust.

**গল্‌ধা** বি. কুহিয়াৰ-শালৰ ভীম আৰু কাঁতৰিৰ ডিঙিত খুৰাই ভুইকো একে লগে ৰখা পথালি কাঠ।

**গল্‌ধুৰি** বি. কণ্ঠ the throat.

**গল্‌পতা** বি. তিৰোতাই ডিঙিত পিন্ধা এবিধ অলঙ্কাৰ a kind of necklace.

**গল-বন্ধা** বি. ডিঙিত মেৰাই লোৱা এবিধ কাপোৰ a comforter.

**গল্‌ বস্ত্ৰ** বি. গলত কাপোৰ লোৱা।

**গলবস্ত্ৰহৈ** গলত কাপোৰ লৈ সেৱা কৰা, বিপদত সহায় বিচৰা।

**গল্‌বিচনী** বি. গৰুৰ ডিঙিৰ তলত ওলমি থকা ছাল the dewlap of cattle.

**গল-বেৰা** বি. এবিধ ডিঙিত হোৱা ৰোগ a disease affecting the throat, diphtheria.

**গলমণি** গলত পিন্ধা এবিধ মণি।

**গলৰমণি** বি. বৰ মৰমৰ বস্তু, আদৰৰ মানুহ, beloved person or thing, a darling.

**গলয়া** বি. নাৱৰ আগটিং বা মূৰৰ ওচৰত ব'ঠা ধৰা মানুহ rower at the prow of a boat.

**গল-হেঁকাৰি, গল-খেকাৰি** বি. ডিঙিৰ পৰা শব্দ কৰি খেকাৰ উলিয়াওতে হোৱা শব্দ the sound of cleaning the throat.

**গল-হেঁঙেৰা** বি. এবিধ ডিঙিত হোৱা ৰোগ a disease of the throat.

**গলা** সক. ধা. দ্ৰৱ কৰা cause to be melted.

**গলাগলি** বি. এজনে আন জনৰ

কানত ধৰাধৰি কৰা কাৰ্য্য the act of embracing on another.

গলাগোপা বি. সক সকৈ কথাকৈ কৰা আলোচনা, গোপনে কৰা আলোচনা secret consultation, secret conversation.

গলিত বিণ. গেলা, ভালকৈ পকি বা সমুদায় ভাগ সমানে কোমল হোৱা rotten, thoroughly ripened or boiled.

গলিয়া সক. ধা. গাল মাৰ, মুঠিয়ে মুঠিয়ে মুখত ভৰা to put into the mouth by handful.

গলিয়া-গলি বি. এজনে আনজনক গালি পৰা কাৰ্য্য act of abusing one another.

গলিয়া বি. নাৱৰ আগটিঙৰ গলধন বা ডিঙি the prow of a boat.

গল্প বি. উপকথা, মনে সজা কাহিনী a tale, a fable.

গল্লা বি: মুখেদি ওলোৱা থু, বিজল আদি saliva running from the mouth.

গৱয় বি. গো-জাতীয় বন্য-পশু an animal of the ox kind.

গৱঁাৰি ক্রি. কৈছ, নাম দিছ to give a name to.

গৱাক্ষ বি. পোহৰ আৰু বতাহ সোমাবৰ কাৰণে বেৰত কাটি দিয়া খিৰ্কা, ঘূৰণীয়া খিৰিকী a round hole in a wall, a round window.

গৱেষণা বি. কোনো বিষয়ে খবচি মাৰি অধ্যয়ন কৰা, সবিশেষ অনুসন্ধান research.

গহ্‌ বি. অহঙ্কাৰ, নিজক ডাঙৰ আনক তুচ্ছ যেন দেখা ভাব pride, সাহ boldness. বিণ. গহীয়া।

গহন বি. দুৰ্গম হাবি বা ঠাই a thick forest, বিণ. দুৰ্গম inaccessible, দ, গধুৰ, গম্ভীৰ, ডাঠ profound, deep, grave, thick, ৰহস্যজনক mysterious.

গহনা বি. অলঙ্কাৰ ornament, গহনা-পাতি, গহনা-গাঠুৰি অলঙ্কাৰ আৰু সাজপাৰৰ বস্তু ornaments and clothes.

গহৰা বিণ. গুটি নপচোৱাকৈ আপুনি গজা ; self-growing, growing spontaneously.

গহবি বি. বিলম্ব, পলম delay.

গহীন বি. গম্ভীৰ, ধীৰ, গধুৰ, স্থিৰ grave, steady. বি. গহীনালি।

গহ্বৰ বি. গুহা, পৰ্ব্বতৰ খোপা a mountain cave, ডাঙৰ আৰু দ গাঁত a cavern in the earth.

গা সক. ধা. গান কৰ, জাত লগাই পুথি পঢ় বা নাম ল to sing, to chant.

গা বি. শৰীৰ, দেহ, ডিঙিৰ তলৰ ভাগ the body or trunk excluding the head or limbs.

গা আছে বাজনাৰ ছেৱে ছেৱে মিলাই গাৰ অঙ্গি-ভঙ্গি কৰ to move the body in harmony with the music, উৎসাহ পা to be encouraged, গা উঠ কোনো কাৰ্য্যলৈ উদ্যোগী বা বৰ ইচ্ছুক হ to be eager to do something. বিণ. গা উঠা অহঙ্কাৰী proud, মন বঢ়া over-bearing, rash, গ এৰা প্ৰসৱ হ, গা খালাচ হ to be delivered of a child. গা এৰা দি সম্পৰ্ক এৰ বা একো সম্পৰ্ক নথকা বুলি প্ৰকাশ কৰ to sever connection. গা কৰ পুষ্ট বা বলৱন্ত হ to become plump or stout, হীন অৱস্থাৰ পৰা চহকী বা ভাল অৱস্থালৈ আহ to flourish, to prosper. গা খৰা সঘনে প্ৰস্ৰাৱ হ to urinate frequently, to pass water often. গা-ঘেলা কাম-বন নকৰি ঘূৰি মাৰি ফুৰ, গা নচুৱাই ফুৰ to saunter or loiter about. গা চাই ফুৰ বিপদৰ পৰা ৰক্ষা পাবলৈ সাৱধানে চল to remain vigilant or careful. গা জুৰা সুখ বা সন্তোষ ল, গা শাঁত কৰ to please, to cool. গা জোকাৰি ফুৰ, গা ঘেলাই ফুৰ। গা-জোৰা অটা, যথেষ্ট sufficient, enough. গা-টঙা গা কৰ, পুষ্ট হ to regain health and strength. গা টেঙা বেজাৰ পা, মনত দুখ পা to be pained in mind. গা থ থাউনি পা to be within one's own depth, গা দাং পৰলোকলৈ যা, মৰ to die, নৰিয়াৰ পৰা চহকী হ to prosper, গা দাঙি ক ডাঠি ক, সাহ্ কৰি ক, নিশ্চয়কৈ ক to assert positively. গা দে ডাঙৰ দীঘলহৈ আৰ্জ্জিব পৰা হ to grow up and be able to earn, চহকী হ to prosper, গা দুখা গা টেঙা। গা ধৰ পুষ্ট হ to become fat. গা পাতি ল গাত ল, দায়িত্ব ল to take responsibility. গা ব জহনি ৰোগত পৰ, পেট চল to be attacked with cholera, to have purging. গা বন্ধ হ গৰ্ভৱতী হ to be pregnant. গা মাৰি যা গা কোঁচাই কাৰো গাত নলগালৈ গতি কৰ to contract or move the body in passing so as not to come in contact with anyone.

গা মুৰ ধো ঋতু স্নান কৰ, চুৰ নোৱাৰা হোৱাৰ পাছত গা ধুই শুচি হ to perform ablutions after menses. গা ৰ হানি বা কষ্টৰ পৰা ৰক্ষা পা, শান্তি বা সুখ লাভ কৰ to be satisfied, to be saved from loss or injury, গাৰ নোম ভাল ভাল হ অকস্মাৎ ভয় খাই গাৰ নোম থিয় হ, জিকাৰ

খা to stand erect as hair on the body. গা বাখ হানি বা কষ্টৰ পৰা আপোনাক ৰক্ষা কৰ to save one's self from loss or injury. গা লগা মন লগা, মনোযোগ কৰ to act attentively. গা লৰ প্ৰসৱ হ to be delivered of a child. গা সাৰ কষ্ট বা বিপদৰ পৰা ৰক্ষা পা to be saved from distress or misfortune. গা স্তুৰ, গা স্তুৰি যা তিৰোতাৰ ঋতু কালত বা আন সময়ত অধিক পৰিমাণে ৰক্তস্ৰাৱ হ suffer from menorrhagia, গা হ, গাত ল আন এজনে কোনো কাম নকৰিলে বা বেয়াকৈ কৰিলে তাৰ জগৰ নিজ গাত সৰলৈ অঙ্গীকাৰ কৰ to stand security for.

গাই বি. মাইকী গৰু a cow. ক্ৰি. বিণ. আপুনি, নিজে in person. গাই গাই, গাইপতি প্ৰত্যেকে। গাই-গোটা অকল শৰীৰা alone, স্বাৰ্থপৰ selfish. গাই বাই চা ক্ৰি. কান্দি কাটি চা, সকলো প্ৰকাৰে চেষ্টা কৰি দেখ to try by all means. গাই-মুৰা তিৰোতাৰ নিচিনা মুখ যুক্ত beardless.

গাওনি বি. গীত বা নাম গোৱাৰ বেচ wages for singing.

গাওঁতা বি. গীত গোৱা মানুহ a singer.

গাওঁ, গাৱঁ বি. গ্ৰাম, নগৰত বাজে মানুহৰ আৰ বসতি a village. বিণ. গাৱঁলীয়া।

গাওঁ-পৰীয়া বিণ. গাঁৱত থকা living in a village. গাওঁবুঢ়া প্ৰধান বা বৰ মুৰীয়া মানুহ a village elder.

গাঁজ সক. ধা. ঠাহ খুৱা, হেঁচি সুমা to thrust. বিণ. ঠাহ খোৱা crowded, ক্ৰি. বিণ. গাঁজি গাঁজি, ঠাহি ঠাহি।

গাঁজা বি. ভাং gunja. বিণ. গাঁজক ভঙুৱা।

গাঁঠৰি বি. কাপোৰৰ টোপোলা a bundle of clothes.

গাঁঠলু বি. গাঁঠিৰ দৰে টান, চুটি আৰু শকত মানুহ short, thick-set and stout.

গাঁঠি বি. জৰীৰে দিয়া বান্ধ a tie, a knot. কাপোৰৰ আগত বন্ধা বস্তুৰ টোপোলা a bundle tied in a cloth, বেগতে নিষ্পত্তি কৰিব নোৱাৰা বিষয় a knotty problem. শৰীৰৰ অঙ্গৰ জোৰা a joint in the limb of a body, বাঁহ আদিৰ পাবৰ জোৰা a joint in the stem of a plant.

গাঁঠি-কটা বি. গাৰ কাপোৰৰ গাঁঠি মেলি বস্তু চুৰ কৰা মানুহ, চোলাৰ মোনাৰ পৰা ধন চুৰি কৰা মানুহ a pick-pocket.

গাঁঠি-খোৰা বি. চৰচৰণি খোৱা sudden interruption in brea-

thing caused by food or drink getting into the wind-pipe in swallowing.

**গাঁঠিয়ন্** বি.. বহুত গাঁঠিযুক্ত এবিধ সুগন্ধি শিপা a fragrant root. গাঁঠিয়ন-খুন্দা বিয়াৰ আগদিনা ৰাতি দৰা কন্যাৰ আগত গাঁঠিয়ন কাৰ্য্য, সেইদিনা কিছুমান মাইকীয়ে গাঁঠিয়ন খুন্দে আৰু তাৰে দৰা-কন্যা আৰু মাইকী সকলোৰে লয়।

**গাঁড়, গাঁৰ** বি. ডাঙৰ খহু, ফোঁহোৰা boil, a tumour.

**গাঁড়ু, গাঁৰু** বি. শোওতে মূৰ থোৱা তুলা আদিৰে কৰা বস্তু a pillow, a bolster.

**গাঁত** বি. দ খাল, মাটি গুচাই দ কৰা ঠাই a hole in the earth, a pit.

**গাঁতি-শলা** বি. গাঁতিৰ পৰিবৰ্ত্তে পিন্ধা কাপোৰত মৰা এবিধ সোণ, পিতল আদি ধাতুৰ শলা a safety-pin.

**গাঁথ** সক. ধা. মণি, ফুল বা সেই নিচিনা বস্তু শাৰী পাতি জৰীৰে একে লগে বান্ধ বা সি to arrange and string or sew together as flowers etc. কঁৰাল লগাই ইটা, শিল আদি জোৰা দে to cement together as bricks. কৃদ. বিণ. গঁথিত বি. গাঁথন, গাঁথনি। গাঁৰ 'গাঁড়' চোৱা।

**গাঁৰি** বি. মূৰ নথকা গা, মূৰ নাইকিয়া দেহ a headless trunk.

**গাঁৰি** বি. কাপোৰৰ মাজত বা মূৰত ডাঙৰ বা চৰীয়া সূতাৰে তোলা ৰেখ thick stripes of coarser threads woven in a cloth at intervals.

**গাঁৰিশলি** বি. খুৰলি a clock of stone or timber with a hole in the centre used for cleaning grain with a footpestle or dhenki

**গাৱঁলীয়া** বিণ. গাৱঁত থকা a villager, গাৱঁৰ মানুহৰ নিচিনা rural, rustic.

**গাইৰা** বিণ. এলেহুৱা lazy.

**গাউৰি** বি. জেউৰ whim of a child.

**গাখীৰ** বি. দুগ্ধ milk. বিণ. গাখীৰতী খীৰতী, যাইকে অধিক গাখীৰ দিয়া milch, giving plenty of milk. গাখীৰতে ম'হৰ খুটি সুখৰ উপৰি সুখ overflowing happiness.

**গা-গছ** বি. গছৰ ডাল পাত নথকা অংশ the trunk of the tree.

**গা-গধুৰ** বিণ. গধুৰ গা যুক্ত, এলেহুৱা heavy body, lazy.

**গাগৰি** বি. আশ্ৰয়, সহায় refuge, protector, বৰ কথা boasting. গাগৰি দে, গাগৰি আৰ সহায় বা আশ্ৰয় পাই সাহ দেখা বা ডাবি দে to show courage having a

place of security or a protector.

**গাগৰী** বি. এবিধ ডাঙৰ পানীৰ কলহ a kind of water jar.

**গাগল** বি. আৰি মাছৰ নিচিনা, তাতকৈ সৰু এবিধ মাছ a kind of fish.

**গাগিনী** বি. মূৰৰ ফাললৈ চিঞা, গা ডাঙৰ আৰু দীঘল পেট আৰু ঠেঙেৰে এবিধ পতঙ্গ the mantis. **গাগিনী পেটা** গাগিনী ফৰিঙৰদৰে ডাঙৰ দীঘলীয়া পেট থকা long bellied.

**গা-গুটিয়া** বিণ. অকল শৰীয়া, কাৰো লগ নোলোৱা alone, solitary.

**গাগঠি** বি. গাৰ কোনো ঠাইত ব্যাধি বা বিষ হলে, তাৰ লগে লগে তাৰ ওচৰৰ জোৰা বা গাঁঠিত হোৱা টেমুনা a sympathetic glandular swelling.

**গাঙ্গেয়** বি. গঙ্গাৰ পুতেক, ভীষ্ম Bhisma.

**গা-চোৰা** বি. গা আৰু সাজপাৰ পিন্ধাত আল পৈচান ধৰা a personal attendant specially in matters of dress and toilet.

**গাছ** বি. 'গছ' tree.

**গাজ্** বি. নৰৈ ওলাবলৈ বা গজিবলৈ ধৰা গছ বা পোখা a shoot, a sprout, মনৰ ভাব, গোপনে ৰাখিবৰ ইচ্ছা কৰা কথা an unexpressed thought, what one wishes to keep secret.

**গাজ্** বি. এবিধ বিলাতী পাটৰ পাতল কাপোৰ gauze, a kind of fine silk.

**গাজ্** বি. সোণাৰীৰ সোণ, ৰূপ আদি কটা অস্ত্ৰ বিশেষ an instrument used by a goldsmith for cutting gold, silver etc.

**গাজ্** অক. ধা. ডাঙৰ শব্দ কৰ to make a loud noise, to thunder. **গাজনি** মেঘৰ শব্দ, উচ্চ শব্দ thunder, **গাজনি-গোমৰণি** ঘনে ঘনে হোৱা ডাঙৰ শব্দ।

**গাজৰ** বি. এবিধ মূলা, ৰঙা মূলা a carrot.

**গাজি গুজা** বি. মানুহৰ অব্যক্ত শব্দ low and indistinct muttering.

**গাজী** বিণ. গাজ ওলোৱা having a sprout. বি. গাজ ওলোৱা মাহ sprouted pulse.

**গা-ডাঙৰ** গা শকত, ডাঙৰ গা থকা fat, stout.

**গাড়ী** বি. সকলো ৰকমৰ চকৰি লগোৱা বাহন a wheeled carriage of any kind. **গাঁড়ীৱালা** বিণ. গাড়োৱান।

**গাড়োৱান** বি. গাড়ী চলোৱা মানুহ a cartman.

**গাঢ়** বিণ. ডাঠ thick.

**গাণনিক** বি. হিচাব ৰাখোতা, accountant.

**গাণিতিক** বি. গণিত সম্বন্ধীয়, গণিতজ্ঞ, mathematician.

**গাণপত্য** বিণ. গণেশৰ উপাসক a votary of Ganesh.

**গাণ্ড** (পু অ.) গাঁথি, মূৰ নথকা গা a headless trunk.

**গাণ্ডিৱ, গাণ্ডীৱ** বি. বৰুণ দেৱতাৰ পৰা পোৱা অৰ্জ্জুনৰ ধেনু the bow of Arjuna.

**গাণ্ডীৱ-ধৰা** বি. গাণ্ডীৱ যিয়ে ধাৰণ কৰে অৰ্থাৎ অৰ্জ্জুন।

**গাত কাপোৰ ল,** গাত কাপোৰ দিয়া পাট গাভৰু হোৱা, যৌৱনত উপনীতা হোৱাৰ লক্ষণে শৰীৰত দেখা দিয়াৰ সময় go approach puberty.

**গাত গোসাঁই নাই** বিভত, বিচেষ্টা to be at a loss.

**গাত দি** বদনাম কৰ to accuse. **গাত লেঠা** সগৰ্ভা অৱস্থা pregnancy. **গাত ল** সৈ ল, স্বীকাৰ কৰ to admit, to confess, কোনো কাম কৰিবলৈ অঙ্গীকাৰ কৰ to promise to do a thing.

**গাতৰ এন্দুৰ** একো নজনা লোক।

**গাতি** বি. দাঁতি, ফাল।

**গাথা** বি. কবিতা, গীত verse, poetry.

**গাদি** বি. দা বা কটাৰীৰ পিঠি বা ধাৰৰ বিপৰীত ফাল the back of a knife, হাতৰ তলুৱাৰ বা আন চেপেটা বস্তুৰ দাঁতি the lower edge of the palm of the hand or the edge of any flat thing. গাদিৰে কৰা আঘাত a blow with the hand.

**গাদি গুদা** বি. কাটি-ছিঙি পেলোৱা কাঠ, বাঁহৰ সৰু সৰু খণ্ড fragments of wood, bamboo etc.

**গাদী** বি. মান্য মানুহৰ আসন, হাতীৰ পিঠিত পৰা আসন a seat of honour, a dais, a wadded pad placed on the back of an elephant.

**গাধ** বি. ঘোঁৰাৰ নিচিনা এবিধ জন্তু, গৰ্দ্দভ an ass. স্ত্রী. গাধী।

**গাধি** বি. এজন চন্দ্রবংশীয় ৰজা, বিশ্বামিত্র মুণিৰ বাপেক, a king of Kanyakubja, father of Viswamitra.

**গা ধন** বি. মানুহৰ গা মুৰি লগোৱা বাজহ, ছোৱালীৰ নিমিত্তে তেওঁৰ বাপেক মাক বা গৰাকীক দিয়া ধন a poll tax, money paid to the guardian of a girl sought in a marriage.

**গা ধুৰ লাগ** ফৰা হ, শৌচ কৰিব লাগ to feel a call of nature. **গাধুৱা** হাগনি diarrhoea.

**গাথৈ** বি. থেঁতেলাই বহল কৰা বাঁহ, নল আদি, ইয়াৰে চাং বেৰ

আদি কৰা হয় bamboo or reed crushed and widened.

**গান** বি. গীত, নাম a song. বিণ. **গাজুৰা** গায়ক। **গা নবিয়া** বিণ. গৰ্ভবতী pregnant.

**গান্দিনী** বি. অক্ৰূৰৰ মাক, কাশী-ৰজাৰ জীয়েক।

**গান্ধ্ কচু** বি. এবিধ সুগন্ধি কচু a kind of arum.

**গান্ধ্ বিৰিণা** বি. এবিধ সুগন্ধি ঘাঁহ।

**গান্ধৰ্ব্ব** বিণ. গন্ধৰ্ব্বৰ নিচিনা relating to the Gandharbas. **গান্ধৰ্ব্ব-বিবাহ** মতা তিৰোতাৰ ভিতৰত প্ৰীতি হোৱাত পৰস্পৰে ভাৰ্য্যা স্বামী বুলি বৰণ কৰা বিয়া। **গান্ধৰ্ব্ব বিদ্যা** গান কৰা বিদ্যা the science of music.

**গান্ধাৰ** বি. ছয় ৰাগৰ এক ৰাগ one of the six primary modes of music.

**গান্ধাৰী** বি. ধৃতৰাষ্ট্ৰৰ পত্নী, দুৰ্য্যোধনাদি এশ ভ্ৰাতৃৰ মাতৃ, তেওঁ গান্ধাৰ দেশৰ ৰজাৰ কন্যা আছিল, wife of Dhritarastra, mother of Duryodhana and his hundred brothers, princess of Gandhara.

**গান্ধী** বি. এবিধ দুৰ্গন্ধি উৰি ফুৰা পোক the flying bug.

**গান্ধী** বি. মহাত্মা গান্ধীক বুজাবৰ কাৰণে গান্ধী শব্দটো ব্যৱহাৰ কৰা হয়, উপাধি বিশেষ।

**গান্ধী-টুপী** বি. খদ্দৰ কাপোৰৰ দ্বাৰা তৈয়াৰী বগা টুপী, কংগ্ৰেছী মানুহে ব্যৱহাৰ কৰা টুপী।

**গাপ** বি. জেকা বস্তুৰ গাৰ পৰা ওলোৱা অলপীয়া তাপ heat emitted from damp substances, তিতা বস্তু বতাহ নোপোৱাকৈ হেঁচা খাই থকাত উঠা তাপ heat generated from the fermentation of damp substance. **গাপ উঠ** গাপ উৎপন্ন হ। **গাপ-দে** গাপ উঠিবৰ কাৰণে চলি থকা বতাহ নলগাকৈ ঢাকি থ। **গাপ-লাগ** তিতা বস্তু বতাহ নোপোৱাকৈ হেঁচা খাই থকাত তাপ উৎপন্ন হ।

**গা-পাতল** বিণ. গা লঘু lean, চিন্তা বা ৰোগহীন relieved of anxiety or disease.

**গাফিলী** বি. আওহেলা, অমনোযোগ carelessness, neglect of duty.

**গাফিলি** আওহেলা কৰা কাৰ্য্য বা গুণ।

**গাব** বি. কাপোৰ বা জালত লগোৱা কোনো কোনো বস্তু সিজাই কৰা ৰসৰ ৰোল a dye, দাগ, চিন mark, stain.

**গা বন্ধী, গা বন্ধ** বিণ. গৰ্ভবতী pregnant.

**গাভৰু** বিণ. পূৰ্ণ বা যুবা অৱস্থা পোৱা, যুৱতী grown up, a grown up girl.

**গাভৰুণ, গাভিণী** বিণ. গৰ্ভৱতী, সগৰ্ভা pregnant.

**গাভাৰ** বি. পিঠাৰ ভিতৰত দিয়া তিল, গুৰ আদি বস্তু relishing things put inside a cake.

**গা-ভাৰী** বিণ. গৰ্ভৱতী pregnant.

**গাভী** বিণ. চহকী, ভৰপূৰ well-to-do, rich, গহীন grave.

**গাম্** বি. কোনো কোনো পৰ্ব্বতীয়া জাতিৰ গাওঁবূঢ়া বা গাৱঁৰ প্ৰধান লোকৰ উপাধি title applied to a headman among certain hill-tribe.

**গাম** বি. ঘোঁৰাৰ দুখুজীয়া খোজ, কদম the trotting pace of a horse.

**গাম্** বি. গাৰ চালৰ ওপৰত দমলা দি উঠা এবিধ ৰোগ a kind of skin disease, eczema.

**গাম্ খাৰু** বি. মতা মানুহে পিন্ধা খাৰু a kind of bracelet, worn by men.

**গামলা** বি. ডাঙৰ বাটিৰ নিচিনা পাত্ৰ a pig pot.

**গা-মাটি** বি. আহোম ৰজাৰ দিনত পাইক বিলাকৰ খাটনিৰ বেচ ৰূপে দিয়া ৰোৱতী মাটি, পাইকে তাক বেচাকিনা কৰিব নোৱাৰিছিল land allotted to serfs by Ahom Kings in return for service.

**গামাৰি** বি. এবিধ ভাল কাঠৰ গছ a kind of tree.

**গামী** বিণ. যি গমন কৰে, গমনশীল (অইন শব্দৰ লগত ব্যৱহাৰ হয় যেনে—দ্ৰুতগামী, অগ্ৰগামী) one who is going, gone.

**গা-মুৰ ধোৱা** ক্ৰি. ঋতু স্নান কৰা, ঋতু হোৱাৰ পিছত স্নান কৰা।

**গা-মুৰি** বি. এঙামুৰি act of stretching the limbs, গা-মুৰি ক্ৰি. বিণ. গাইগতি, প্ৰতিজনক।

**গামোচা** বি. গাৰ পানী মোচা সৰু কাপোৰ a towel, a napkin, সৰু পিন্ধা কাপোৰ a small waist cloth.

**গাম্ভীৰ্য্য** বি. ধৈৰ্য্য, গম্ভীৰ স্বভাৱ graveness of character.

**গায়ক, গায়ন** বি. গান বাজনা কৰা মানুহ a singer.

**গায়ত্ৰী** বি. ঋক্ বেদৰ ত্ৰিপাদ মন্ত্ৰ 'তৎ সবিতুৰ্বৰেণ্যং ভৰ্গো দেৱস্য ধীমহি। ধিয়ো যো নঃ প্ৰচোদয়াৎ' a sacred verse from The Rig Veda "Let us meditate on the excellent glory of the Divine vivifier; may he illumine our understanding"

**গায়ত্ৰী ছন্দ** বেদৰ এটা ছন্দৰ নাম a vedic metre.

**গায়ে গায়ে** ক্রি. বিণ. গাইপতি each one.

**গায়েৰ** ( আ. গায়িৰ ) বিণ. গুপ্ত, অদৃশ্য secret, kept hidden.

**গাৰ উমান** বি. নিজৰ অনুমান।

**গাৰমোম মেদেখা পৰ** বি. গাঁজৰ বেলিয়া dark.

**গাৰা** বি. দ গাঁত a deep hole in the earth.

**গাৰি** (পু. অ.) বি. গালি a rebuke, **গাৰি গাড়ি** বি. 'টোলোঠা' চোৱা। **গাৰি-শুৱাৰ** বি. পেট-পেলাই শুই থকা মানুহ, এলেহুৱা মানুহ an inactive man.

**গাৰো** বি. আসামৰ এজাতি পৰ্ব্বতীয়া মানুহ a hill tribe of Assam. **গাৰো খোৰা** বি. গাৰো জাতিৰ এবিধ কাঁহৰ পাত্র।

**গাৰ্গী** বি. প্রাচীন ভাৰতৰ এজনী প্রথিত যশা বিদুষী, গৰ্গমুনিৰ কন্যা।

**গাৰ্জেন** বি. নাবালকৰ অভিভাৱক।

**গাৰ্ড** বি. ৰেল গাড়ী চলোৱাত নিৰ্দেশ দিয়া বিষয়া a guard, পালী-পহৰী a watch man.

**গাৰ্হ-পত্য** বি. আগৰ কালত ব্রাহ্মণৰ নিত্য হোম আদি কৰিবলৈ সদায় জলাই ৰখা জুই perpetual household fire preserved in ancient times for sacrificial purposes.

**গাৰ্হস্থ্য** বি. গৃহস্থৰ ধৰ্ম্ম বা আশ্রম। বিণ. গৃহস্থ সম্বন্ধীয়।

**গাল** বি. চকুৰ-তলৰ পৰা থুঁতোৰাৰ দাঁতিলৈকে সকলো ভাগ the cheek, এবাৰ মুখত ভৰোৱা বস্তুৰ জোখ a mouthful, সমূহ বুজাবলৈ বিশেষ্য শব্দৰ পাছত ব্যৱহাৰ কৰা শব্দ a word used after a noun to denote a quantity. সক. ধা. গাল মাৰ।

**গালৱ** বি. ঋষি বিশেষ।

**গা-লৰা** কোনো কাম কৰিবলৈ যো-জা কৰা, প্রসৱৰ সময় উপস্থিত হোৱা।

**গালি** বি. বেয়া কথা, দুৰ্ব্বাক্য abusive speech. **গালি শপনি** গালি বা নিন্দা আৰু শাও abusing and cursing. **গালা-গালি** বি. কটুবাক্য প্রয়োগ, অশ্লীল কথা।

**গালিচা** বি. 'দলিচা' চোৱা।

**গাল্পিক** গল্প সম্বন্ধীয়।

**গাৱ** বি. গা, শৰীৰ the body.

**গাৱত** ( পু. অ.) সক. ধা. কীৰ্ত্তন কৰ

**গাৱতৰি** সক. ধা. গীত গায় to sing.

**গাৱাল** বিণ. গা ডাঙৰ, মোটা fat stout.

**গাৱে গাৱে** ( পু. অ. ) ক্রি. বিণ. প্রতি জনে each one.

**গা-সৰু** বিণ. খীন, লাহী slender-bodied, thin.

**গাহৰি** বি. শূকৰ, বৰা a boar or sow.

**গাহৰি-পাট** বি. কুঁহিয়াৰ শালৰ এক অঙ্গ a part of a wooden sugar-cane mill.

**গাহিলা** বিণ. মানুহ আৰু সম্পত্তিৰে ধনী rich with men and property, ভালকৈ লগা (জুই) burning well.

**গাহিলা কৰ** গলম কৰ, আওহেলা কৰ to be delatory, to be neglectful.

**গিজ্‌গিজ্‌** বিণ. ঠাহ খোৱা crowded. বি. **গিঁজগিজনি** অজীৰ্ণ বা অধিক আহাৰৰ পৰা হোৱা পেটৰ খোচনি, ঠিহ-ঠিহনি a pain in the stomach due to indigestion or over-eating. অক. ধা. **গিজগিজা**।

**গিজ গিজাই উঠ** অনেকে একেলগে খং বা অসন্তোষ প্ৰকাশ কৰ to express anger in a body.

**গিজিৰা** বিণ. কিটিবা, বাঢ়িব নোৱাৰা (গছৰ পুলি) stunted in growth.

**গিড়্‌** (পূ. অ.) বি. খোজ কাঢ়োঁতে মাটিত কৰা আঘাত stamp of the feet.

**গিদ, গিদা** বি. গুহ্যদ্বাৰ, বহিৰ্দ্বাৰ the anus, গাৰ তল বা শেষ ভাগ the end of the body, তিৰোতাৰ বাহ্য গুপ্ত অঙ্গ the female generative organ.

**গিয়াতি** বি. জাতি kinsman.

**গিয়ান** বি. (জ্ঞান শব্দৰ কোমল ৰূপ) knowledge.

**গিৰা** বি. এগজৰ ষোল ভাগৰ এভাগ $\frac{1}{16}$th of one yard.

**গিৰি** বি. পৰ্ব্বত a mountain.

**গিৰি কণ্ডৰ** বি. পৰ্ব্বতৰ গুহা।

**গিৰিজায়া** বি. হিমালয়ৰ পত্নী, মেনকা।

**গিৰি-বজ্ৰ** বি. জৰাসন্ধৰ ৰাজধানী।

**গিৰি মল্লিকা** বি. এবিধ ফুল।

**গিৰিকৰ্ণিকা** বি. এবিধ বগা ফুল a kind of white flower.

**গিৰিং** বি. কোনো বস্তু পৰিলে হোৱা উচ্চ শব্দ an imitative word used to express a sharp sound, হিলৈৰ শব্দ the loud report of a canon.

**গিৰিজা** বি. পাৰ্ব্বতী, দুৰ্গা a name of Durga.

**গিৰিপ্‌** বি. অনেক মানুহে একেলগে ভৰি পেলোৱাৰ শব্দ an imitative word used to express the sound produced by the stamping of the feet of many persons. ক্ৰি. বিণ. **গিৰিপ্‌ কৰে**।

**গিৰিশ** বি. শিব a name of Shiva.

**গিৰিশৃঙ্গ** বি. পৰ্ব্বতৰ টিং a mountain peak.

**গিৰিসঙ্কট** বি. পৰ্ব্বত মধ্যস্থ সংকীৰ্ণ পথ a pass.

**গিৰিস্‌** বি. কোনো বস্তু পৰিলে

হোৱা শব্দ an imitative sound used to express that of something falling. গিৰিসাই, গিৰিস কৰে তৎক্ষণাৎ, বেগাই quickly, suddenly.

গিৰিহঁত বি. অধিকাৰী, গৰাকী a master, an owner, স্বামী husband. স্ত্রী. গিৰিহঁতনী।

গিৰী বি. গিৰিহঁত, গৰাকী a house holder, লোক, ব্যক্তি a person, অধিকাৰ owner, গৃহস্থালি a household.

গিৰীন্দ্র বি. পর্ব্বতশ্রেষ্ঠ, হিমালয়।

গিৰীশ বি. পর্ব্বতৰ ভিতৰত শ্রেষ্ঠ, হিমালয় পর্ব্বত the highest mountain, Himalayas, শিব।

গিৰ্গিৰ (অনু. শব্দ.) মেঘৰ গাজনিৰ নিচিনা উচ্চ শব্দ, an imitative sonnd used to express that of thunder. গিৰ্গিৰণি মেঘৰ গাজনিৰ নিচিনা শব্দ, গাজনি, পেটৰ শব্দ। অক. ধা. গিৰ্গিৰা। ক্রি. বিণ. গিৰ গিৰ কৰে।

গিৰগিৰীয়া বিণ. গোটাগোট, এটা এটা হৈ থকা not adhering to each other.

গিৰ্জনি বি. বহুত মানুহে একেলগে ডাঙৰকৈ হঁহা বা হাউ কৰাৰ শব্দ the sound of loud laughing or noise made by many people. ক্রি. গিৰ্জনি মাৰ।

গিৰ্জা বি. খ্রীষ্টিয়ান লোকৰ নাম-ঘৰ বা ঈশ্বৰ আৰাধনা কৰা ঘৰ, a christian church.

গিৰ্মিট বি. পাক ভোঁহৰ a gimlet.

গিৰ্মিট বি. সম্মতি, কোনো কাম কৰিবলৈ কৰা প্রতিজ্ঞা an agreement. বিণ. গিৰ্মিটীয়া।

গিল্ সক. ধা. ভক্ষণ কৰ, মুখেদি পেটলৈ নে to swallow. কৃদ. বিণ. গিলিত ভক্ষিত। গিলিধৰ একেবাৰে ঢাকি ধৰ to cover up.

গিল্ট বি. সোণ বা ৰূপৰ পাতল লেপ gilt.

গিলাচ বি. পানীখোৱা পাত্র a glass.

গিলিপ বি. আচ্ছাদন, ঢাকনী a case or cover of cloth or skin. গিলিপ মাৰ অক. ধা. তেনেই ঢাকি ধৰ to cover up entirely.

গীত বি. গান, সুৰ লগাই গোৱা নাম বা পদ্য a song, a hymn.

গীত-গোবিন্দ বি. জয়দেৱ কবিয়ে সুললিত পদ্যত ৰচনা কৰা কৃষ্ণলীলা মূলক সংস্কৃত কাব্য এ poem composed by Joydeva.

গীতা বি. ভগবদ্গীতা the Gita.

গীতাঞ্জলি ৰবিঠাকুৰৰ এখন কবিতা পুথি, এই পুথিখনৰ বাবে তেওঁ নোবেল প্রাইজ পাইছিল।

গীতাল গীত আৰু তাল গীত গাওঁতা, a singer.

**গীতায়ন** বি. গীত সাধনা অর্থাৎ যাৰ দ্বাৰা গীতৰ বিস্তাৰ হয়।
**গীতি, গীতিকা** বি. সঙ্গীত song.
**গীতিকাব্য** বি. যি কাব্যৰ কবিতা-বোৰ গানৰ নিচিনা বা গানৰ নিচিনাকৈ যি কবিতা গাব পাৰি।
**গীতিকৱিতা** বি. যি কবিতাত গাতৰ বৈশিষ্ট্য বৰ্ত্তমান lyric.
**গীতি-নাট্য** বি. গানেৰে ৰচিত নাটক।
**গীর্ণ** বিণ. ভক্ষিত, বৰ্ণিত eaten, narrated.
**গুঁই** বি. জেঠী জাতিৰ এবিধ জন্তু an
**গুঁকলি** বি. ঘোঁৰাৰ গলধনৰ নোম a horse's mane.
**গুঁফীয়া** বিণ. গোঁফ থকা, গোঁফাল mustachioed, moustached.
**গুগ্গুল** বি. এবিধ সুগন্ধি এঠা a kind of fragrant gum.
**গুচ্** অক. ধা. আঁতৰ হ, দূৰ হ to be off. নাইকিয়া হ to disappear, নষ্ট হ to be spoiled, মৃত্যু হ to die. কৃদ. বি. **গুচন**।
**গুচনীয়া** বি. গোচৰ কৰা, বিচাৰৰ প্ৰাৰ্থনা কৰা bringing a claim or charge before a court. বি. গোচৰ কৰা মানুহ a complainant. স্ত্ৰী. **গুচনিয়ানী**।
**গুচা** সক. ধা. আঁতৰ কৰ, নাইকিয়া কৰ to remove, to cause to disappear, নষ্ট কৰ, বেয়া কৰ to spoil, to kill. কৃদ. বি. **গুচাওঁতা**। স্ত্ৰী. **গুচাঁতী**।
**গুছি** বি. কুৰি খিলা পানৰ আটি a bundle of twenty betel leaves. সক. ধা. **গুছিয়া**।
**গুজ্গুজীয়া** বিণ. অনেক abundant.
**গুজব** বি. জনৰৱ rumour.
**গুজবৎ** বি. মাৰফৎ, যাৰ পৰা পোৱা হয় বা যাক দিয়া হয় per, through.
**গুজৰাট** বি. গুর্জ্জৰ ৰাষ্ট্ৰ, পশ্চিম ভাৰতৰ সমুদ্ৰতীৰস্থ দেশ।
**গুজৰাটী** গুজৰাট সম্বন্ধীয়, তাৰ ভাষা বা অধিবাসী।
**গুজ্ৰাণ্** বি. জীৱিকা, ভাত কাপোৰ livelihood.
**গুজুৰ্** (অনু. শব্দ.) লকৈ বা মুখৰ ভিতৰতে কোৱা কথাৰ নিচিনা শব্দ muttering noise. ক্ৰি. বিণ. **গুজুৰ্ কৰে, গুজুৰকৈ**। **গুজুৰীয়া** বিণ. লকৈ মুখৰ ভিতৰতে কোৱা spoken in a low tone of voice.
**গুঞ্জৰ** সক. ধা. গুণ গুণ শব্দ কৰ to buz, to hum. কৃদ. বি. **গুঞ্জৰণ**। কৃদ. বিণ. **গুঞ্জৰিত**।
**গুঞ্জা** বি. লাতুৰ মণি, কাঁচমণি a kind of creeper and its berry.
**গুটি** বি. লক ঘূৰণীয়া বস্তু a small ball, বীজ, ফল a seed or fruit,

কোনো কামৰ ফল the fruit of one's labour, অণ্ডকোষ testicle, বৰ আই, বসন্ত ৰোগ the small-pox, সৰু বা মৰমলগা বস্তু বুজাবলৈ বিশেষ্য শব্দৰ পাছত গোট শব্দৰ সলনি ব্যৱহাৰ কৰা শব্দ a particle used to denote a lovely small thing.

**গুটি-ধান** বি. খেৰ-গুচোৱা ধান thrashed paddy. **গুটি-ভঁৰাল** গুটি ধানৰ ভঁৰাল a granary. **গুটি-মালী** এবিধ বগা সুগন্ধি ফুল a kind of flower, **গুটি-শস্য** খেতিৰ পৰা উৎপন্ন সৰু সৰু গুটি grain. **গুটি-সাঁচ** বৰ আই বা বসন্তৰ দাগ চিন a small pox mark.

**গুটিয়া** সক. ধা. বাটলু গুটিৰে আঘাত কৰ, মুঠি মুঠি বা গোট গোট কৰি বান্ধ to shoot with a pellet and bow, to tie into bundles

**গুটিয়া** বিণ. ভিতৰত বহুত গুটি থকা full of stones, গুটিৰ নিচিনা like a seed, অকলশৰীয়া, একীয়া single, solitary. ক্রি. বিণ. **গুটিয়াকৈ।**

**গুড়** বি. পগাই ঘন কৰা কুহিয়াৰৰ ৰস raw and unrefined sugar.

**গুড়গুড়ী** বি. দীঘল নলা লগোৱা এবিধ ধোঁৱা খোৱা a kind of hooka.

**গুড়গুড়ীয়া** বি. বাপেক মৰাৰ পাছত মাকে আন পতি বৰণ কৰি লগত লৈ যোৱা সন্তান a fatherless child brought up in the house of its mother's subsequent husband.

**গুড়া, গুড়ি** বি. চূর্ণ, খুন্দি মিহি কৰা বস্তু powder, minute particle of any substance.

**গুড়াকেশ** বি. যি নিদ্রাক জয় কৰিছে, অর্জ্জুন।

**গুড়ি কৰাই** বি. ভজা চাউল খুন্দি কৰা মিহি গুড়ি a kind of flour of parched rice.

**গুড়ি চালনী** বি. চূর্ণ কৰা বস্তুৰ মিহি ভাগৰ পৰা মোটা ভাগ পৃথক্ কৰা সঁজুলি a fine sieve.

**গুড়ি পৰুৱা** বি. এবিধ গুড়িৰ নিচিনা সৰু পিপৰা a kind of very small ant.

**গুড়ূচী** বি. গুলঞ্চ-লতা, শগুণী লতা, আমৈ লতা a kind of creeper.

**গুণ** বি. স্বভাব বা ধৰ্ম্ম quality, property, যশস্যা fame, উপকাৰ benefit conferred, বিদ্যা, জ্ঞান accomplishment, সত্ত্ব, ৰজ, তম এই তিনি গুণৰ এটা one of the three properties of matter, লোকৰ ভাল বা বেয়া কৰা মন্ত্র any charm or incantation, জৰী rope, অংশ, ভাগ part, মনৰ বিশেষ শক্তি mental power, কাৰণ reason, ধেনুৰ জোৰ a bow-

string, পূৰণ multiplication. সক. ধা. বিবেচনা কৰ, চিন্তা কৰ ponder, to think.

**গুণক** বি. যি অঙ্কেৰে আন এটা অঙ্কক পূৰণ কৰা হয় a multiplier.

**গুণকৰ** বিণ. উপকাৰ কৰা, শুভফল দিয়া beneficial, efficacious.

**গুণকাৰক, গুণকাৰী** বিণ. গুণকৰ। স্ত্ৰী. **গুণকাৰিণী**।

**গুণকীৰ্ত্তন** বি. গুণগান, গুণৰ প্ৰশংসা praise of qualities.

**গুণ্ গুণ্** (অনু. শব্দ.) ভোমোৰাৰ মাতৰ নিচিনা শব্দ an imitative word used to express a sound like that of humming of a humble bee. বি. **গুণগুণনি**। অক. ধা. **গুণগুণা** ভোমোৰাৰ দৰে শব্দ কৰা to hum, মুখৰ ভিতৰতে সক সক কৈ কথা ক বা সক সুৰেৰে গীত গা to talk or to sing in a low voice.

**গুণগ্ৰহণ** বি. গুণী মানুহৰ গুণ স্বীকাৰ কৰা আৰু তাৰ কাৰণে তেওঁক মান্য কৰা কাৰ্য্য appreciation of one's merit.

**গুণগ্ৰাম** বি. গুণবিলাক variety of good qualities.

**গুণগ্ৰাহক, গুণগ্ৰাহী** বিণ. কাৰো সদ্‌গুণ স্বীকাৰ আৰু আদৰ কৰা লোক one who appreciates and honours the good qualities of others. বি. **গুণগ্ৰাহিতা** সদ্‌গুণ স্বীকাৰ কৰা স্বভাৱ, গুণমুগ্ধতা।

**গুণজ্ঞ** বিণ. সদ্‌গুণ বা জ্ঞান বিদ্যাৰ যোগ্যতা জনা appreciating knowledge, virtue or good qualities in another, বি. **গুণজ্ঞতা**।

**গুণদায়ক** বিণ. গুণ বা শুভফল দিয়া efficacious.

**গুণধৰ** বিণ. গুণশালী (ব্যঙ্গ অৰ্থত) গুণহীন, বেয়া কামত বত।

**গুণনিধি** বি. বহু গুণৰ আধাৰ।

**গুণন** বি. চিন্তন, চিন্তা কৰণ the act of thinking or reflecting. **গুণনি** বি. চিন্তা, ভাবনা anxiety, solicitude.

**গুণনীয়** বিণ. যাক পূৰণ কৰিব লাগে to be multiplied, multiplicant. **গুণনীয়ক** বি. যি ৰাশিয়ে আন এটা ৰাশিক বাকী নথকাকৈ ভাগ কৰে, যি ৰাশিয়ে আন এটা ৰাশিক পূৰণ কৰি গুণফল উৎপন্ন কৰে a factor.

**গুণৱতীৰাধা** বি. গুণৱতী ৰমণী an accomplished woman.

**গুণবাচক** বি. গুণ প্ৰকাশ কৰা signifying a quality.

**গুণমণি** বি. পৰম গুণৱন্ত পুৰুষ a man of many excellent virtues. বিণ. **গুণময়** বহুত সদ্‌গুণ থকা, সৰ্ব্ব গুণযুক্ত possessed of

excellent qualities. স্ত্রী. গুণময়ী।

**গুণমালা** বি. কৃষ্ণৰ সমস্ত লীলা সংক্ষেপে বৰ্ণনা কৰি শঙ্কৰদেৱে লিখা এখন পুথিৰ নাম।

**গুণমুগ্ধ** বিণ. নিজৰ গুণ গুনি মুগ্ধ হোৱা charmed with one's own virtues.

**গুণৱন্ত, গুণৱান** বি. ভাল গুণ থকা পুৰুষ a man of merits, বিণ. ভাল গুণ থকা possessing merits. স্ত্রী. **গুণৱতী** গুণশালিনী।

**গুণশালী** বিণ. গুণযুক্ত. **গুণী** a man of merit. স্ত্রী. **গুণশালিনী**।

**গুণশূন্য** বিণ. গুণহীন, নিৰ্গুণ having no merit.

**গুণসিন্ধু, গুণসাগৰ** বি. অপাৰ জ্ঞান-বিদ্যাযুক্ত লোক a highly virtuous and accomplished person.

**গুণহীন** বিণ. ভাল গুণ নথকা, জ্ঞান বিদ্যা নথকা devoid of merit or good qualities.

**গুণা** বি. ধাতুৰ জৰী a wire, সোণ, ৰূপ আদি ধাতুৰ সূতা a gold or silver thread, বাদ্য যন্ত্ৰৰ জৰী বা তাঁৰ a string of a musical instrument.

**গুণা কটা, গুণাপৰা** বিণ. আঁচলত গুণাৰ ফুল থকা gold or silver bordered.

**গুণাকটীয়া** বি. সোণৰ বা ৰূপৰ গুণা কৰোঁতা a maker of gold or silver thread.

**গুণাকৰ** বি. গুণৰ আধাৰ, গুণবান লোক a possessor of good virtues and qualities.

**গুণা-গঁথা** বি. চিন্তা কৰা কাৰ্য্য act of arranging the thoughts.

**গুণাগুণ** বি. ভাল গুণ আৰু বেয়া গুণ, ভাল বেয়া merit and demerit.

**গুণাঢ্য** বিণ. বহু গুণশালী a man of many virtues.

**গুণাতীত** বি. উদাসীন, নিৰ্লিপ্ত, নিৰ্গুণ devoid of any virtue (good or bad).

**গুণানুকৰণ** বি. সদৃশ গুণলাভৰ প্ৰয়াস attempt of having same qualities.

**গুণানুবাদ গুণানুকীৰ্ত্তন** বি. গুণকীৰ্ত্তন praise of one's good qualities.

**গুণান্বিত** বিণ. গুণযুক্ত virtuous.

**গুণিত** কৃদ. বিণ. অন্য ৰাশিৰে পূৰণ কৰা multiplied

**গুণিতক** বি. যি ৰাশিক অন্য নিৰ্দ্দিষ্ট ৰাশিৰে ভাগ কৰিলে ভাগশেষ নাথাকে multiple.

**গুণিন্** বি. গায়নৰ দল a party of singers.

**গুণিয়া** সক. ধা. গুণ পকা বা বাট to make strands for rope.

**গুণী** বি. বিদ্যা বুদ্ধি থকা মানুহ, গুণৱন্ত লোক a man of merits.

**গুণীয়া** বি. হেল মতে মেপ তৈয়াৰ কৰোঁতে শিকলিৰ বেখাৰ পৰা লম্বৰ জোখ লোৱা এচটা কাঠ বা হাতী দাঁতৰ শঁজুলি an off-set slip.

**গুণে** ক্রি. বিণ. কাৰণে owing to.

**গুণোৎকর্ষ** বি. গুণাধিক্য।

**গুণ্ঠন** বি. আবৰণ, বেষ্টন, ওৰণি covering.

**গুণ্ঠিত** বিণ. বেষ্টিত covered.

**গুণ্ডা** বি. দুৰন্ত স্বভাৱৰ সাহসী মানুহ a ruffian, উগ্র স্বভাৱৰ বনৰীয়া হাতী a rouge elephant. **গুণ্ডামী** দুষ্ট মানুহৰ কার্য্য doings of a ruffian.

**গুণ্য** বিণ. গুণনীয় that which is multiplied, বিশিষ্ট গুণশালী having good qualities.

**গুণ্য** বিণ. গুণনীয় that which is multiplied. বিশিষ্ট গুণশালী having good qualities.

**গুদ্‌গুদা** অক. ধা. মনত উদয় হ, মনত খুন্দিয়া to strike or to be conceived in the mind.

**গুদা** বিণ. খণ্ড খণ্ড হোৱা broken to pieces, reduced to powder, কাঠৰ চলি বা ক্ষুদ্র ক্ষুদ্র টুকুৰা, কুটা fragments of wood etc. অক. ধা., **গুদা** উঠ ভাগি ডোখৰ ডোখৰ হ, গুড়ি হ। **গুদাগুদ** খণ্ড খণ্ড হোৱা।

**গুদাম** বি. বস্তু গোটাই ৰখা ঘৰ, বস্তু থোৱা ভঁৰাল godown, a storehouse.

**গুদাম** বি. চোলা আদিত মৰা বুটাম button.

**গুধীয়া** বিণ. গোধা, ভৰিত গোধ থকা affected with elephantiasis, গুপ্ত পাপ বা দোষ থকা stained with a secret vice or sin.

**গুনঠি** বি. খান্দিত সুমোৱা জৰীৰ বা লেজুৰ মুৰৰ গোটা গাঁঠি a round knot at the end of a rope for passing it through a loop, চোলা আদিৰ খান্দিত সুমোৱাবলৈ কৰা কাপোৰৰ গুটিৰ নিচিনা বস্তু a round button attached to a native tunic for fastening it.

**গুল্‌দান্‌** ফুলদানি।

**গুপ্‌গুপ্‌** ( অনু. শব্দ. ) বি. গুম্‌ গুম্‌, দুপ্‌দুপ্‌, কোনো বস্তু ওপৰৰ পৰা পৰোঁতে হোৱাৰ নিচিনা শব্দ, বৰকৈ জ্বলা জুইৰ পৰা উঠা শব্দ, লৰি যোৱা মানুহৰ ভৰিৰ শব্দৰ নিচিনা শব্দ an imitative sound used to express that of something falling in quick succession, of a blazing fire or of someone running

quickly. বি. গুপগুপনি। অক. ধা. গুপগুপা।

**গুপগুপীয়া** বিণ. গুপ গুপ শব্দ কৰা, ঘনে ঘনে পৰাৰ শব্দ কৰা, প্ৰবল pattering, very heavy.

**গুপ্ত** বিণ. লুকোৱা, ঢাকি থোৱা, লোকে নেদেখা বা নজনাকৈ ৰখা private, concealed.

**গুপ্ত কথা** বিণ. গোপণীয় কথা, যি প্ৰকাশ্যে কব নোৱাৰি that cannot be expressed openly.

**গুপ্তচৰ** বি. চোৰাংচোৱা a spy.

**গুপ্তবেশ** বিণ. নিজৰ বেশ এৰি নকৈ লোৱা আন আকৃতি বা বেশ disguise. বিণ. গুপ্তবেশী। ক্ৰি. বিণ. গুপ্তবেশে।

**গুপ্ত যুগ** বি. প্ৰাচীন ভাৰতৰ গুপ্ত-বংশীয় ৰজা সকলৰ শাসনকাল।

**গুপ্ত সাম্ৰাজ্য** গুপ্তবংশীয় ৰজা সমুদ্ৰ গুপ্ত আৰু দ্বিতীয় চন্দ্ৰগুপ্তৰ সাম্ৰাজ্য।

**গুবৰুৱা** বিণ. গোবৰত উৎপন্ন produced in cowdung. বি. গোবৰ আৰু বিষ্ঠাত মাটি তোলা এবিধ পোক a kind of beetle found in dung and human ordure.

**গুম্‌গুম্, গুম্‌গুমনি, গুম্‌গুমা** 'গুপ্ গুপ্' চোৱা।

**গুমটী** বি. প্ৰহৰী থকা ঘৰ।

**গুমৰ** বি. অন্তৰৰ ভাব, ৰহস্য internal sentiment, secret thought, গোপন secrecy.

**গুমৰ্ষ** অক. ধা. ভাবি দে, ভয় দেখুৱা to threatening. বি. গুমৰ্ষনি ভয় দেখুৱা কাৰ্য্য a threatening.

**গুমাই** ক্ৰি. বিণ. ইফাল সিফাললৈ নোচোৱাকৈ বেগাই in a quick pace.

**গুমি** বি. গোপনে কৰা হত্যা secret murder.

**গুমুনী** বি. গোম সাপৰ মাইকী, সাপৰ বিষ গুচোৱা এবিধ লতা a female gom snake, a creeper said to be a specific for snake bite.

**গুম্বজ** বি. মন্দিৰ আদিৰ ওপৰৰ কলচীৰ নিচিনা অংশ dome.

**গুৰ্‌ভুঁই** বি. মলদ্বাৰৰ অলপ ভিতৰলৈ থকা বিন্ধা the organ of anus.

**গুৰ্‌গুৰীয়া** বিণ. ফুৰফুৰীয়া, মুখৰ ভিতৰতে মনে মনে কথা কোৱা whispering.

**গুৰা** বি. নাৰৰ পীৰি।

**গুৰা** বি. জাল বা বৰশী পানীত বুৰ যাবলৈ বান্ধি দিয়া সীহ আদি গধুৰ বস্তুৰ গুটি a sinker attached to a fishing line or net.

**গুৰি** বি. গোৰ kick.

**গুৰি** বি. গছৰ শিপাৰ ওপৰ আৰু মাটিৰ ওচৰৰ ভাগ the trunk of a tree immediately above the ground. কথা বা ঘটনাৰ আদি, আৰম্ভ the beginning.

origin, ওচৰ, নিকট vicinity, নাৱৰ পাছফাল the stern of a boat. পশ্চিমদিশ west (গুৰিত থাকিলে বৰষুণ হয়)।

**গুৰিকথা** কোনো কথা বা বিষয়ৰ আৰম্ভ বা মূল the root or origin of anything. **গুৰি** গছ গছৰ গুৰি ভাগ, মূল। **গুৰি ধৰ** নাৱৰ গুৰি পোনা to stern a boat. **গুৰি বঠা** নাৱৰ গুৰি পোনোৱা ডাঙৰ বঠা an oar used as a rudder.

**গুৰিয়া** সক. ধা. ভৰিৰে গোৰ মাৰ বা আঘাত কৰ to kick, অকস্মাৎ ভৰি লগা to touch something with the foot without knowing.

**গুৰিয়াল** বি. নাৱৰ গুৰি পোনাওঁতা a steersman, কামত দিহা পৰামৰ্শ দিওঁতা a guide.

**গুৰু** বি. শিক্ষক, শিকাওঁতা, ধৰ্ম্ম-শিক্ষক, ধৰ্ম্মোপদেশক an instructor, a religious preceptor, পূজ্যলোক, শ্ৰেষ্ঠ লোক a venerable person, দেৱগুৰু বৃহস্পতি। বিণ. গধুৰ heavy, মান্য, পূজ্য respectable. (পু. অ.) গম্ভীৰ, গহীন grave, deep, ডাঙৰ serious, শ্ৰেষ্ঠ, আৱশ্যকীয় important, **গুৰুঋণ** গুৰুৰ পৰা পোৱা শিক্ষাৰ কাৰণে তেওঁৰ ওচৰত সদায় কৃতজ্ঞ বা বাধ্য থকা অৱস্থা।

**গুৰুকুল** বি. গুৰুৰ গৃহ বা আশ্ৰম, গুৰুৰ বংশ।

**গুৰুগিৰি** বিণ. শিষ্যক মন্ত্ৰদান ব্যৱসায়, অধ্যাপনা।

**গুৰুঘাত** গান বাদ্যৰ আৰম্ভতে গুৰুৰ সন্মানৰ নিমিত্তে মৰা ঘেঁতা a musical prelude.

**গুৰুজন** বি. পূজণীয় ব্যক্তি, respected person.

**গুৰুতৰ** অধিক গুৰু বা গধুৰ more heavy, অতি আৱশ্যকীয় very important. **গুৰুতম** অতি গধুৰ বা আৱশ্যক most important. **গুৰুত্ব** বি. গধুৰতা, শ্ৰেষ্ঠতা heaviness, importance.

**গুৰুদশা** পিতৃ বা মাতৃ বিয়োগৰ অৱস্থা, বৃহস্পতিৰ দশা।

**গুৰুদক্ষিণা** শিক্ষা বা দীক্ষাৰ শেষত গুৰুক দিয়াধন, গুৰুৰ পৰা বিদায় লোৱা।

**গুৰুবল** গুৰুৰ কৃপাবল।

**গুৰুমুখী** শিখবিলাকৰ মাজত প্ৰচলিত বৰ্ণলিপি বিশেষ।

**গুৰুমুখী বিদ্যা** যি বিদ্যা কেৱল গুৰুৰ মুখৰ পৰা শুনি মনত ৰাখিব লগীয়া হয়।

**গুৰুস্থানীয়** গুৰু তুল্য।

**গুৰুপাকী** শীঘ্ৰে জীৰ্ণ নোহোৱা not easily digested. **গুৰুবাক্য**

গুৰুৰ আদেশ বা উপদেশ order or advice of a Guru. **গুৰুমন্ত্ৰ** the form of prayer taught by a Guru.

**গুৰুবাৰ** বি. বৃহস্পতিবাৰ Thursday.

**গুৰুভটিয়া** বি. শঙ্কৰ দেৱৰ গুণ বৰ্ণাই লিখা এখন পুথিৰ নাম।

**গুৰুভাৰ** বি. ধৰ্ম্মগুৰু হোৱা দায়িত্ব, ডাঙৰ কামৰ দায়িত্ব grave responsibility.

**গুৰুম্** অনুকা. বন্দুকৰ শব্দ বিশেষ।

**গুৰু-মগুলি** বি. গুৰু ঘেঁতা a musical prelude, আৰম্ভ, সূত্ৰপাত the beginning.

**গুৰুলা গুৰুল** বিণ. ভাগি ছিগি খণ্ড খণ্ড বা গুড়ি হোৱা broken to pieces, পকি গুলগুলীয়া হোৱা soft due to over-riping.

**গুৰুলা গুৰুলি** ভালকৈ সিজি বা পকি কোমল হোৱা বস্তুৰ মাজত অলপ টান হৈ নিমিলি থকা ভাগ hard and stiff parts in a boiled or ripe thing.

**গুৰুসমুখীয়া** বিণ. গুৰুত শৰণ লোৱা initiated.

**গুৰু-সেৱা** বি. গুৰুমন্ত্ৰ জপ কৰা কাৰ্য্য।

**গুৰ্খা** বি. নেপাল দেশৰ এটা পৰ্ব্বতীয়া জাতিৰ নাম a hill tribe of Nepal.

**গুৰ্জ্জৰ** গুজৰাট আৰু ইয়াৰ অধিবাসী, স্ত্ৰী. **গুৰ্জ্জৰী** ৰাগিণী বিশেষ।

**গুৰ্ব্বী** গুৰুপত্নী, গৰ্ভৱতী।

**গুৰ্ব্বিণী** বি. গুৰুৰ ভাৰ্য্যা, মাতৃৱতী তিৰোতা wife of a religious preceptor, a venerable lady. বিণ. গৰ্ভৱতী, সগৰ্ভা pregnant.

**গুলগুলনি** বি. উকমুকনি, গপগপনি a burning or suffocating sensation, অন্তৰৰ দুখ mental agony.

**গুল্গুলীয়া** বিণ. পকি বা সিজি ভিতৰে বৰ কোমল হোৱা very soft, over ripe.

**গুল্জাৰ** বিণ. সুশোভন, শোভাময় full of beauties.

**গুলঞ্চ** বি. এবিধ ফুল, তাৰ গছ a kind of flower and its tree.

**গুলঞ্চ লতা** বি. শগুনী লতা, আমৈ লতা।

**গুল্দস্তা** ফুলদানি।

**গুলপীয়া** বিণ. গোলাপ ফুলৰ বৰণীয়া rose-coloured.

**গুল্‌বদন** গোলাপ ফুলৰ নিচিনা কোমল সুকুমাৰ অঙ্গ যাৰ।

**গুল্বাহাৰ** ফুল কটা।

**গুলিয়া** বি. খৰীয়া মণি a kind of necklace.

**গুলী** বি. হিলৈত ভৰাই মৰা সীহৰ বা লোৰ গুটি a bullet. অক. ধা. **গুলীয়াৰ** হিলৈৰে গুলী চলা। সক. ধা. **গুলীয়া** গুলীৰে আঘাত কৰ

to shoot. **গুলী-সূতা** বি. গুলীৰ আকৃতি কৰি মেৰাই থোৱা সূতা a ball of thread.

**গুলুম্** বি. বিশুদ্ধ বতাহৰ অভাৱত হোৱা তাপ বোধ বা গপ্‌গপনি a burning sensation caused by want of fresh air. অক. ধা. **গুলুম মাৰ, গুলুম বাজ।**

**গুলে** বি. পচা বস্তু থকা জেকা মাটিৰ পৰা ওলোৱা আৰু আন্ধাৰত জিলিকা এবিধ বাষ্প, কিছুমান মানুহে বিশ্বাস কৰে যে পুতি থোৱা ধন-সোণৰ ই এটা কালিকা আৰু বাতি বাহিৰলৈ চৰিবলৈ ওলায়, সেইবাবে ইয়াক 'ধন-গুলৈ'ও বোলে Jack o' lantern.

**গুল্ম** বি. সৰু সৰু গছৰ জোপা a bush, a thicket, এবিধ পেটৰ ৰোগ।

**গুৱা** বি. তামোল গছৰ ফল, a betel-nut, খাবৰ নিমিত্তে পাণ চূণ আদিৰে যুক্ত কৰা তামোল betel-nut prepared for use. **গুৱাকটা** সত্ৰৰ মহন্তৰ নিমিত্তে তামোল যুগুত কৰোঁতা। **গুৱামৰি** এবিধ সুগন্ধি আৰু সোৱাদ মচলাৰ গুটি আৰু তাৰ গছ।

**গুৱাল** বি. গাখীৰৰ ব্যৱসায় কৰোতা a milkman, ম'হৰখীয়া buffalo-keeper. স্ত্ৰী. **গুৱালনী, গুৱালিনী, গুৱালী।**

**গুৱাল-গালি** বি. কাৰো নাম নধৰাকৈ অপকাৰীক পৰা গালি abusive language indirectly used against a man without mentioning his name.

**গুৱালনী, গুৱালেণ্ডী** বি. জিয়াঁ। the dragon fly.

**গুৱালা-সাপ** বি. এবিধ সাপ, ই গৰুৰ ওহাৰৰ পৰা গাখীৰ পি খায় বুলি কয় a kind of snake.

**গুৱাহাটী** বি. অসমৰ অন্যতম প্ৰধান এখন ঠাইৰ নাম Gauhati.

**গুহ** বি. কাৰ্ত্তিক a name of Kartika.

**গুহ, গুহৰাজ** বি. চণ্ডাল বিলাকৰ ৰজা, আগৰ জনমত ব্ৰাহ্মণ আছিল, কিন্তু গঙ্গাৰ শাপত চণ্ডাল হয়, এওঁ ৰামচন্দ্ৰৰ অতি মিত্ৰ আছিল।

**গুহা** বি. পৰ্ব্বতৰ খোপা, গহ্বৰ a cave, cavern.

**গুহাচৰ** গুহাত যি বিচৰণ কৰে।

**গুহাশয়** গুহাত যি শয়ন বা বাস কৰে।

**গুহিন** বি. ডাঠ আৰু গহীন হাবি deep and thick forest.

**গুহ্য** বিণ. গোপনীয়, লুকাই থোৱা concealed. private. **গুহ্যক** যক্ষ, কুবেৰৰ অনুচৰ। **গুহ্যদ্বাৰ** শৰীৰৰ মলৰ বাট the anus. **গুহ্যতৰ, গুহ্যতম** অতি গোপনীয় secrets.

**গূ** বি. বিষ্ঠা, বহিৰ্বেদি শৰীৰৰ পৰা

বুলি স্বীকাৰ কৰা জামিন স্বৰূপে দুই পক্ষৰ লোকে চালিচৰ হাতত ৰখা টকা (যি পক্ষৰ অনুকূলে ৰায় হয়, সেই পক্ষই এই টকা ফিৰত পায়) money deposited as a security to abide by the decision of a chalis.

**চাব্** বি. এবিধ ৰঙা কাপোৰ a kind of red twilled cloth. **চাব্** প্ৰচলিত, বজাৰত চল্তি হোৱা।

**চাবুকীয়া** বিণ. লৰিচৰি ফুৰিব পৰা, অলপ অলপ কৈ খোজ কাঢ়ি বা আঁঠু কাঢ়ি ফুৰিব পৰা child just able to walk a little or go on all fours.

**চালেবালে কোবোৱা** ক্রি. বিক্ষিপ্ত ভাবে কাৰ্য্যকৰা, অশৃঙ্খলভাবে কাম কৰা to beat about the bush.

**চাৱল** বিণ. এচলীয়া, আওগৰীয়া sloping.

**চাহ** বি. এবিধ গছ আৰু পাত the tea plant, its manufactured leaf. **চাহ-মাৰ** চাহ পাত ছিঙি আনি মাৰি আৰু শুকাই তাক খোৱাৰ উপযুক্ত কৰা to manufacture tea.

**চাহ** বিণ. হাল কোৰ বাই খেতিলৈ যুগুত কৰা, চহোৱা tilled, broken up as land. বি. চহোৱা মাটি, চহোৱা কাৰ্য্য। **চাহনি** চাহ থকা ঠাই, হাল কোৰ বাই যুগুত কৰা মাটি।

**চাহাব** বি. মান্য লোক a gentle man, ইউৰোপৰ মানুহ an Euro pean.

**চাহিদা** বি. প্ৰয়োজন, সাধাৰণে যি পৰিমাণে কোনো বস্তু কিনিব খোজে demand.

**চাহী** বি. মানুহৰ বা আন জন্তুৰ ছালত সোমাই তেজখোৱা এবিধ অতি সৰু পোক a kind of very small mite. অতি ক্ষুদ্ৰ অংশ a very small portion.

**চাহীনী** বি. লোকৰ বস্তুৰ পৰা মনে মনে লোৱা ভাগ a small portion pilfered.

**চাক্ষুষ** বিণ. চকুৰে দেখা visible, seen with the eyes.

**চিংফৌ** বি. পৰ্ব্বতীয়া জাতি এটাৰ নাম, a hilly tribe of eastern Assam.

**চিঁউ চিঁউ, চিঁ চিঁ** (অনুকাৰ শব্দ) কোনো কোনো চৰাইৰ নিচিনা শব্দ an imitative word used to express the sharp shrill of birds. অক. ধা. **চীঁচীঁয়া**। বি. **চীঁচীঁয়নি**।

**চিঁহিঁহিঁ** (অনুকাৰ শব্দ) ঘোঁড়াৰ নিচিনা মাত।

**চিক্** (অনু. শব্দ.) চিকাৰ নিচিনা মাতা। ক্রি. **চিক্‌চিকা**।

**চিক** বি. কৰঙণৰ যোৱাৰ চুক the groin. জৰীৰে গঁথা বাঁহৰ কাঠিৰ

পৰ্দ্দা a screen made by stringing together bamboo strips.

**চিকচিকীয়া** বিণ. বৰকৈ ঘঁহা-মজাৰ কাৰণে জিলিকা, জিলিকি থকা glossy, glittering.

**চিকটা** বিণ. বেগাই নিছিগা, লিকটা tough, tenacious, কৃপণ niggardly. বি. অতি অলপ অংশ a small portion.

**চিকণ** বিণ. মিহি আৰু সুন্দৰ, উত্তম fine, smooth and excellent, পুষ্ট plump. ক্রি. বিণ. **চিকণকৈ** ভালকৈ, সুন্দৰৰূপে nicely. সক. ধা. চিকণা নিকা কৰ, পৰিষ্কাৰ কৰ, to clean, to clear. কৃদ. বিণ. চিকণোৱা।

**চিক্মিকা** অক. ধা. জিলিক, তিৰ-বিৰা to glitter, sparkle. বি. **চিকমিকনি**। বিণ. **চিকমিকীয়া** উজ্জ্বল glittering.

**চিকৰা** বি. জন্তুৰ গাত কামুৰি থাকি তেজ খোৱা এবিধ সৰু পোক a tick.

**চিকা** বি. এন্দুৰ জাতিৰ এবিধ দুৰ্গন্ধ জন্তু a musk rat.

**চিকাচন্দা** বি. ঘিণ, শুচি-অশুচিৰ বিচাৰ, একাচ বিকাচ dislike of unclean things, hate.

**চিকাচুলি** বি. গলধণৰ, চুটি চুটি লোমবোৰ, the hair on the back of the neck.

**চিকাচুৱা** বিণ. চিকা ওপৰত উঠাৰ কাৰণে দুৰ্গন্ধ হোৱা rendered stinking by the touch of musk-rat, দুৰ্নাম পোৱা having a spot on the character.

**চিকাৰ** বি. মৃগয়া, খেদি জন্তু মৰা বা ধৰা কাৰ্য্য hunting. বিণ. **চিকাৰী** চিকাৰ কৰা, চিকাৰত পাৰ্গত hunting, skilled in hunting. বি. চিকাৰ কৰা মানুহ a hunter.

**চিকাৰূপ** বি. নিভাজ ৰূপৰ মোহৰ genuine rupee.

**চিকিচিকি** ক্রি. বিণ একণ-একণকৈ pinch by pinch.

**চিকিৎসক** বি. বৈদ্য, বেজ a physician.

**চিকিৎসা** বি. ৰোগৰ প্ৰতিকাৰ, ঔষধাদিৰ ব্যৱস্থা medical treatment. **চিকিৎসনীয়, চিকিৎস্য** বিণ. চিকিৎসাৰ যোগ্য। **চিকিৎসাধীন** যি ৰোগ নাইবা ৰোগীৰ চিকিৎসা চলি আছে।

**চিকিমিকি** বি. বিজুলী lightning.

**চিকীৰ্ষা** বি. কৰিবৰ ইচ্ছা desire of doing. বিণ. **চিকীৰ্ষু**।

**চিকুৰ** বি. কুন্তল, চুলি hair hanging on the forehead.

**চিকেহি** বি. জিকাৰ, ভয়ত গা কঁপি উঠা a start.

**চিকোট** সক. ধা. দুই নখেৰে চেপি দুখ দে to pinch. বি. দুই নখৰ চেপা pinch.

**চিকোণ** 'চিকণ' চোৱা।

**চিচা** বি. বটল, সৰু ডিঙিৰ কাচৰ পাত্ৰ a bottle, **চিচী** সৰু চিচা a phial.

**চিজ্** জিনিচ, বস্তু।

**চিজিল** বি. পৰিপাটিকৈ কৰা কাৰ্য্য, শৃঙ্খলতা proper arrangement or order.

**চিঞৰ, চিয়ৰ** বি. আটাহ, দুখ বা ভয় পাই কৰা উচ্চ শব্দ a scream. অক. ধা, আটাহ পাৰ, দুখ বা ভয় পাই উচ্চ শব্দ কৰ to scream. বি. **চিঞৰণি, চিয়ৰণি**।

**চিঞা, চিয়া** বিণ. আন ভাগতকৈ লাহী বা ক্ষীণ thinner than other parts. **চিয়াপৰ** আন ভাগতকৈ সৰু বা লাহী হ।

**চিট্** বি. কোব, প্ৰহাৰ a stroke with a lash.

**চিট্চিটনি,চিটচিটা** বি. গাত তাপ লাগি হোৱা খজুৰতিৰ নিচিনা অসুখ বোধ an itching sensation caused by heat.

**চিটা, চিঠা** বি, মাটিৰ কালি আৰু গৰাকীৰ নাম লিখা কাকত a book used in land surveying.

**চিঠি** বি. পত্ৰ, লিপি, লোকলৈ বাতৰি দিবৰ কাৰণে লিখা কাকত a letter.

**চিঠি খেল, চিঠি খেলা** বি. লাভৰ নিমিত্তে কৰা একপ্ৰকাৰ খেমালি lottery.

**চিত্ত** বি. মন, বুদ্ধি, হৃদয় mind, intellect, heart, চৈতন্য consciousness.

**চিত** বিণ. ওপৰলৈ মুখ কৰি পৰি থকা lying with the face upwards. ক্ৰি. **চিত হ, চিত খা**।

**চিত্** সক. ধা. ৰবণ লগা to paint.

**চিত্কাৰ** বি. চিঞৰ a scream.

**চিন্তনী** বি. চিন্তা, ভাবনা।

**চিতবা** বিণ. পখৰা variegated. স্ত্ৰী. **চিতৰী**।

**চিতল** বি. এবিধ চেপেটা ডাঙৰ মাছ a kind of flat fish.

**চিত্ পতং খা, চিত্ পতং হ** চিত হৈ পৰ to lie prostrate.

**চিত্ভোলোঙাখা, চিত্ভোলোঙা** দি চিত হৈ বা লুটি খাই পৰ, নৰিয়া পৰ।

**চিতা** বি. মৰা শ থৰি দিবলৈ যুগুত কৰা কাঠ, বাঁহৰ মেজি a funeral pile. **চিতা-ভস্ম** বি. চিতাৰ ছাই। **চিতাৰোহণ** চিতাত আত্মাহুতি।

**চিত্ত** 'চিত' চোৱা।

**চিত্তগ্ৰাহী** মৰ্ম্মস্পৰ্শী, **চিত্তচাঞ্চল্য** বি. মনৰ অস্থিৰতা a perturbed state of mind. **চিত্ত-দাহ** মনৰ জ্বালা, **চিত্ত নিৰোধ** বিষয় বাসনাৰ পৰা মনক নিবৃত্ত কৰা। **চিত্তপ্ৰসাদ** মনৰ সন্তোষ, প্ৰসন্নতা, satisfaction of mind.

**চিত্ত-বিনোদন** মনোৰঞ্জন।

**চিত্ত-বিক্ষেপ** নানা বিষয়ৰ আকৰ্ষণৰ বাবে মনৰ চঞ্চলতা।

**চিত্ত বিভ্ৰম-বৈকল্য** বি. মনৰ ভ্ৰম, বলিয়ালি, উন্মত্ততা derangement of mind, madness.

**চিত্তবৃত্তি** বি. মনৰ ভাৱ, মনৰ অৱস্থা the various sentiments of mind, মানসিক বৃত্তি mental faculty.

**চত্তৰঞ্জিনীবৃত্তি** বি. যি বৃত্তিৰ কাৰণে মানুহে সৌন্দৰ্য্য কলা ইত্যাদি উপভোগ কৰে, 'কান্তবৃত্তি' aesthetic faculty.

**চিত্তশুদ্ধি** বি. মনৰ পবিত্ৰতা purity of mind.

**চিত্তসংযম** মনৰ বৃত্তিসমূহক দমন কৰা।

**চিত্তহাৰী চিত্তাকৰ্ষক** মনোহাৰী, মনোৰঞ্জক interesting.

**চিত্ৰ** বি. লিখনীৰে অঁকা বা লেখা মূৰ্ত্তি, পট a picture. বিণ. নানা বৰণীয়া variegated. **চিত্ৰকৰ, চিত্ৰকাৰ** পট আঁকোতা, খনিকৰ a painter. **চিত্ৰকৰ্ম্ম** পট অঁকা কাম, ভোজবাজি a painting. **চিত্ৰকলা** চিত্ৰবিদ্যা।

**চিত্ৰকাব্য** বি. যি কাব্যৰ পদসমূহ চিত্ৰৰ নিচিনাকৈ বিন্যস্ত হয়।

**চিত্ৰকূট** বি. বুন্দেল খণ্ডত থকা এটা পৰ্ব্বতৰ নাম, শ্ৰীৰামচন্দ্ৰ বনলৈ গৈ প্ৰথমতে তাতে আছিল the name of a mountain.

**চিত্ৰগুপ্ত** বি. যম ৰজাৰ কাকতীৰ নাম the Registrar of Jama.

**চিত্ৰতাৰকা** বি. চিনেমাৰ অভিনেতা, অভিনেত্ৰী।

**চিত্ৰপট** বি. কাপোৰ বা কাকত আদিৰ ওপৰত অঁকা চিত্ৰ a drawing. **চিত্ৰফলক** বি. চিত্ৰ, ছবি painting, picture, চিত্ৰ অঁকা ফলি বা কাপোৰ a canvas or tablet for painting. **চিত্ৰ-বিচিত্ৰ** বিবিধ ধৰণৰ নক্সাযুক্ত, নানা বৰণীয়া variegated. **চিত্ৰভানু** বি. অগ্নি, সূৰ্য্য। **চিত্ৰ-মৃগ** বি. নানা বৰণ থকা পখৰা পহু। **চিত্ৰৰথ** বি. সূৰ্য্য the sun, ইন্দ্ৰৰ সভাৰ এজন গন্ধৰ্ব্ব।

**চিত্ৰলিপি** চিত্ৰৰ দ্বাৰা ভাৱ প্ৰকাশ।

**চিত্ৰলেখা, চিত্ৰলেখা** বি. বাণ ৰজাৰ কন্যা উষাৰ সখীয়েক, এওঁ চিত্ৰবিদ্যাত বৰ পাৰ্গত আছিল the female friend of Usha.

**চিত্ৰশালা** বি. চিত্ৰ প্ৰদৰ্শন গৃহ art gallery, museum. **চিত্ৰশিল্পী** বি. আৰ্টিষ্ট Artist. **চিত্ৰসেন** বি. স্বৰ্গত অৰ্জ্জুনক গান্ধৰ্ব্ব বিদ্যা শিকাওঁতা, এজন গন্ধৰ্ব্বৰ নাম name of a Gandharva. **চিত্ৰাঙ্কন-গৃহ** studio.

**চিত্ৰা** বি. চতুৰ্দ্দশ নক্ষত্ৰ the fourteenth lunar mansion.

**চিত্ৰাঙ্গদ** বি. শান্তনু ৰজাৰ পুত্ৰ son of king Santanu. **চিত্ৰাঙ্গদা**

বি. অৰ্জ্জুনৰ ভাৰ্য্যা, বভ্ৰুবাহনৰ মাতৃ, a wife of Arjuna and the mother of Babrubahan.

চিত্ৰিণী বি. সুলক্ষণী ধুনীয়া তিৰোতা a beautiful woman with auspicious signs.

চিত্ৰিত বিণ. অঙ্কিত painted, drawn, নানা বং লগোৱা many-coloured.

চিত্‌লেডীয়া বিণ. তলিখন কাঁহীৰ দৰে সমতল আক বহল having a flat bottom.

চিদ্বিলাস (পু. অ.) বি. মনৰ সৈতে পোৱা আনন্দ, চিদানন্দ অবস্থা a joyous state of mind.

চিদাংশ (পু. অ.) বি. জ্ঞানৰ ভাগ, চৈতন্য।

চিদাকাশ বি. নিৰ্লিপ্ত চৈতন্য, চিদ্ৰূপ পৰব্ৰহ্ম।

চিদাজ বি. মনৰ ভাগ, মনৰূপ প্ৰবৃত্তি, জ্ঞানবৃত্তি the mental faculty.

চিদাত্মা বি. চৈতন্য স্বৰূপ আত্মা, জ্ঞানময় আত্মা।

চিদানন্দ বি. সদায় আনন্দযুক্ত আক আনন্দস্বৰূপ ever joyful, পৰমেশ্বৰ God.

চিদাভাস বি. চৈতন্যৰ বিকাশ, জ্ঞানস্বৰূপ, জীবাত্মা।

চিদ্ৰূপ চৈতন্য স্বৰূপ।

চিধা বিণ. পোন straight, শান্ত peaceful.

চিন বি. লক্ষণ, চিহ্ন, দাগ a mark, sign, a token, প্ৰমাণ proof, কূট a mark of punctuation. অক. ধা. সেইটোৱেই এইটো বুলি জান বা বুজ to recognise. চিনন কৃদ. বি. চিনি পোৱা কাৰ্য্য।

চিনা সক. ধা. এইটোৱেই সেইটো বুলি জনা, পৰিচয় কৰাই দে to cause to be recognised, to introduce. বি. চিনাওঁতা। স্ত্ৰী. চিনাওঁতী।

চিনাকি, চিনাজনা বি. পৰিচয় acquaintance. বিণ. পৰিচিত known already.

চিনাক্ত বিণ. কোনো বস্তুত আগেয়ে জনা চিন দেখি তাক অমুক বুলি নিৰ্ণয় কৰা identified, recognised.

চিনাচিনি বি. এজনে আন জনক চিনা অবস্থা mutual acquaintance.

চিনা-জোক বি. বনত থকা সক জোক।

চিনাল বি. বাঙী, চিবাল।

চিনে-ছাপে ক্ৰি. বিণ. সম্পূৰ্ণ প্ৰমাণেৰে, সকলো চিনেৰে মিল হৈ exactly alike.

চিনোতা বি. চিনি পাওঁতা a man who recognises another. স্ত্ৰী. চিনোতী।

চিন্ত্ অক. ধা. ভাবনা কৰ, মনত গুণ to think, to ponder. সক. ধা.

ধ্যান কৰ to meditate, বাঞ্ছা কৰ to wish. বি. চিন্তন ভবা কাৰ্য্য।

**চিন্তনি** চিন্তা, ভাবনা anxiety from fear or misfortune. চিন্তনীয়, চিন্ত্য বিণ. চিন্তাৰ যোগ্য।

**চিন্তহ** ( পু. অ.) সক. ধা. চিন্তা কৰ।

**চিন্তা** বি. ভাবনা, মনেৰে কৰা আলোচনা, বিবেচনা, কল্পনা ইত্যাদি মানসিক ব্যাপাৰ thought, act of thinking, আগন্তুক বিপদৰ পৰা-হোৱা মনৰ উদ্বেগ anxiety, বাঞ্ছা wish. বিণ. চিন্তাকুল—কুলিত চিন্তাৰে দুঃখিত disturbed with anxiety or thoughts. চিন্তাজনক উদ্বেগ-জনক causing anxiety. চিন্তা-নায়ক বি. নতুন নতুন চিন্তা বা ভাবৰ প্ৰবৰ্ত্তক। চিন্তান্বিত, চিন্তাযুক্ত উদ্বিগ্ন anxious. চিন্তামগ্ন গভীৰ চিন্তাত নিমগ্ন। চিন্তামণি অভিষ্টদায়ক মণি, স্পৰ্শমণি a fabulous gem, philosopher's stone, ব্ৰহ্মা a name of Brahma. বিণ. বহুমূলীয়া very valuable. চিন্তাশীল, চিন্তাপৰায়ণ চিন্তা কৰি বিচাৰ কৰিবলৈ সমৰ্থ thoughtful, কোনো কথা দকৈ ভাবি চোৱা অভ্যাসযুক্ত। চিন্তাক্লিষ্ট চিন্তাকুল। চিন্তিত কৃদ. বিণ. চিন্তাকৰ্ষী, ভাবনাযুক্ত perplexed in mind. চিন্তোতা বি. চিন্তা কৰোঁতা one who thinks, ইচ্ছা কৰোঁতা wisher.

**চিন্নি** বি. ঈশ্বৰ, পীৰ বা মহন্তৰ উদ্দেশ্যে চেনি, কল, ময়দাৰে মুচলমানে কৰা নৈবেদ্য বিশেষ।

**চিন্ময়** চৈতন্য স্বৰূপ, জ্ঞানময়। স্ত্ৰী. চিন্ময়ী।

**চিপ্** বি. এবাৰ, এবল, ওপৰলৈ দাঙিবলৈ মৰা টান বা আঁজোৰ a sudden pull or jerk upwards, খোৰোচা, চোচনি গাঁঠি a slipknot, বৰশীৰ ডাঁৰি a fishing rod. চিপ কাঢ়, চিপ ল মৰিবৰ সময়ত আঁজুৰি উশাহ ল to labour for breath as at the time of death. চিপ খা কষ্টেৰে উশাহ লওঁতে উঠা নমা কৰ to heave up and down. চিপ্‌জৰী খোৰোচা লগোৱা জৰী a slip knot. চিপ মাৰ ওপৰলৈ টান মাৰ to pull upwards.

**চিপত্‌চিপে** ক্ৰি. বিণ. চিপেপতি at every pull.

**চিপ্‌পাত** কোনো বস্তু ধৰিবলৈ চিপ্‌জৰী পাত।

**চিপ্‌মাৰ** ওপৰলৈ আঁজোৰ বা টান মাৰ।

**চিপ্‌বাং** বি. এবিধ মাটি খনা লোৰ অস্ত্ৰ an iron instrument for digging.

**চিপা** সক. ধা. কষ্টেৰে গিল to swallow with difficulty.

**চিপা, চিপিৰা** বিণ. কৃপণ miserly.

**চিপাদাৰ** বি. চুবাদাৰ শব্দৰ অপভ্ৰংশ।

**চিপাহী** বি. সেনা, বৰুৱা, পদাতি a soldier, a sepoy.

**চিপি** বি. তেলৰ সৰু পাত্ৰ বা চিচি an oil vessel or phial.

**চিপিয়া** বি. গাৰী দাঙি ৰখা চেপেনা বাহ।

**চিমটা** বি. সৰু আকৃতিৰ চেপেনা a pair of small pincers.

**চিমনি** বি. ধোঁৱা ওলাই যাবলৈ কৰা চুঙা chimney.

**চিমিট** সক. ধা. চিকোট to pinch.

**চিয়া** বি. মুচলমান জাতিৰ এটা সম্প্ৰদায় a sect of Musalman, পো-নাতিৰ দিনলৈকে থকা যশস্যা, কীৰ্ত্তি renown descended to posterity. সক. ধা. সঁচা কৰলৈ ঈশ্বৰ বা ধৰ্ম্মৰ নাম স্মৰণ বা উচ্চাৰণ কৰা to cause a man to swear in the name of God.

**চিয়া** ( পু. অ. ) সক. ধা. চিয়ৰি মাত to call aloud.

**চিয়া-চৰিত** বি. মূল চৰিত্ৰ, যি চৰিত পূৰ্ব্ব কালৰ পৰা চলি আহিছে authentic biography.

**চিয়াৰ** বি. সঙ্কেত, ইঙ্গিত, ঠাৰ a hint, a distant allusion. সোণাৰি কমাৰৰ সঁৰাহৰ দৰে চেপি ধৰা সৰু চুলি a goldsmith or blacksmith's tongs.

**চিয়াহী** বি. মহী ink.

**চিৰ** (পু. অ.) বি. খণ্ড, ফাল a torn piece, গছৰ ছাল the bark of a tree, বস্ত্ৰ cloth.

**চিৰ** বিণ. নিত্য, অনন্ত। **চিৰ অভ্যস্ত** বহুকালৰ আগৰ পৰা অভ্যস্ত, habituated. **চিৰকাল, চিৰদিন** বহুকাল, দীৰ্ঘকাল a long period. **চিৰকলীয়া, চিৰদিনীয়া** বিণ. lasting for a long time. **চিৰকালীন** চিৰকাল ব্যাপী। **চিৰকালে** ক্ৰি. বিণ. সদায় always. **চিৰকুমাৰ** আজীৱন অবিবাহিত unmarried for the whole life. **চিৰজীৱন** সমস্ত জীৱনকাল। **চিৰজীৱী, চিৰঞ্জীৱী** অমৰ, দীৰ্ঘজীৱী ever living, দীৰ্ঘায়ু long-lived. **চিৰতুষাৰৰেখা** উচ্চ পৰ্ব্বতৰ ওপৰত যি ঠাইত সদায় বৰফ জমি থাকে snow-line. **চিৰদুখী** আজীৱন দুখী unhappy. **চিৰনতুন** নতুন হৈ থকা, ever new. **চিৰনিদ্ৰা** মৃত্যু death. **চিৰন্তন** চিৰকালীন, অতি প্ৰাচীন, সদায় থকা of long standing, old, permanent. **চিৰ প্ৰচলিত** যি চিৰকাল প্ৰচলন হৈ আহিছে। **চিৰপ্ৰবাহিণী** যাৰ প্ৰবাহ কোনো দিনে বন্ধ নহয়। **চিৰ-বসন্ত** গোটেই বছৰ বসন্ত ঋতুৰ বিদ্য-

মানত্তা ever spring. চিৰ বিচ্ছেদ জীৱনৰ কাৰণে যি বিচ্ছেদ life long separation. চিৰ-বিদায় চিৰ কালৰ কাৰণে বিদায়, death. চিৰ-বিৰোধ নিত্য বৈৰিতা, অহি-নকুল সম্বন্ধ। চিৰ বৈৰী আজন্ম শত্ৰু। চিৰ শ্যামল যাৰ বং সকলো ঋতুতে সেউজীয়া হৈ থাকে, ever green.

চিৰায়ু অমৰ, দীৰ্ঘজীৱী living long. চিৰস্থায়ী যি চিৰকাল থাকে, অবিনশ্বৰ everlasting.

চিৰস্থায়ী বন্দোবস্ত গভৰ্ণমেণ্টৰ সৈতে বঙ্গদেশৰ জমিদাৰ সকলৰ বন্দোবস্ত (খ্ৰীঃ ১৭৯৩ চনত) permanent settlement.

চিৰাচৰিত চিৰকাল মানি অহা। চিৰস্মৰণীয় সদায় মনত ৰাখিবৰ যোগ্য, কেতিয়াও নেপাহৰা।

চিৰৰোগী, চিৰৰুগীয়া,চিৰৰুগ্ন বিণ সদায় নৰিয়াত পৰি থকা, ৰুগীয়া of sickly constitution. চিৰসুন্দৰ বি. পৰমেশ্বৰ।

চিৰ্‌চিৰ্‌ (অনু. শব্দ.) অলপীয়া পানী লাহে লাহে বৈ যাওঁতে হোৱাৰ বিচিৰা শব্দ an imitative sound used to express that of water flowing gently. ক্ৰি. বিণ. চিৰ্‌চিৰ্‌ কৰে, চিৰ্‌চিৰ টৈক। বি. চিৰ্‌ চিৰণি। অক. ধা. চিৰ চিৰা।

চিৰ্‌চিৰীয়া বিণ. অগভীৰ আক লাহে লাহে বৈ থকা shallow and gently flowing.

চিৰতা বি. এবিধ তিতা গছ the chirata.

চিৰলী বি. চেলা-গাঁথি, পিছফালে ওলমাই বখা চুলি।

চিৰস্তাদাৰ বি. কোনো অফিচৰ এক বিভাগৰ ওপৰৰি আমোলা the head of a ministerial establishment.

চিৰা বি. ধান ভাজি চেপেটাকৈ উলিওৱা চাউল flat rice made out of parched half-boiled paddy.

চিৰা বি. ছেঁই, গুটিৰ দীঘলীয়া ভঁৰাল a long pod.

চিৰাগ বি. চাকি, প্ৰদীপ, lamp.

চিৰিং (অনু. শব্দ) বি. জোঙা কাঁইট বা বেজীৰে গাত হঠাৎ খোঁচ মাৰিলে হোৱা বোধ কৰা শব্দ an imitative word used to express the painful sensation produced when a thorn or a needle is suddenly thrust into the body. অক. ধা. চিৰিং কৰ।

চিৰিক্‌ চিৰিক্‌ কৰে, চিৰিক্‌ চিৰিক্‌ কৈ ক্ৰি. বিণ. অলপ অলপকৈ বেগেৰে ওলাই পৰ discharging little by little.

চিলনী বি. মাইকী চিলা, শেন জাতিৰ এবিধ চৰাই a kite.

**চিলনী জীয়েক** আদৰী ছোৱালী, আলসুৱা ছোৱালী, a beloved simple girl.

**চিলনী-সাঁতোৰ** ওপৰলৈ মুখ কৰি দিয়া সাঁতোৰ swimming with the face upward.

**চিল্মিলা** অক. ধা. অলপ অলপকৈ চকু জাঁপ খুৱা to be drowsy. বিণ. **চিলমিলীয়া** কলাঘুমুটীয়া dozy. ক্রি. বিণ. **চিল্মিল্ কৰে।**

**চিলা** বি. শেন জাতিৰ এবিধ চৰাইৰ মতা a male kite, বতাহত উৰাই খেমালি কৰিবৰ কাৰণে কাগজেৰে সজা বস্তু a paper kite.

**চিলাই** বি. সিয়নি। সক. ধা. চিলাই কৰ।

**চিলিঙা** বি. জুই শালৰ ওপৰত পতা চাং।

**চিলিঙি** বি. বাঁহৰ পাতল কামীৰে বোৱা ওখ জেওৰা a high fence of thin split bamboo.

**চিলিম** বি. ধঁপাত আৰু তাৰ ওপৰত আঙঠা ভৰাই ধোঁৱা খোৱাৰ মুৰত দি ধোঁৱা খোৱা পাত্র the bowl of a hooka.

**চিলিম চিগ** সকলো উপায় নষ্ট হ, সমুলি আশা দূৰ হ to lose all means, to lose all hopes of.

**চিল্‌চিলীয়া** বিণ. নিমজ আৰু পিছল smooth and slippery.

**চিবুক** বি. থোঁতোৰা the chin.

**চিহ্না** বি. কোনো কথাৰ সংক্ষেপ আৰু সাৰমর্ম an abstract.

**চিহ্ন** বি. চিন a mark, চেকা a spot.

**চিহ্ন-যাত্রা** বি. শঙ্কৰদেৱে প্রথমে কৰা ভাওনা, সপ্ত বৈকুণ্ঠৰ পট দেখুৱাই এই ভাওনা কৰিছিল। ই আঙ্গিক অভিনয় আছিল।

**চিহ্নিত** বিণ. চিন লগোৱা marked.

**চীঁচিয়নি** বি. কোনো কোনো সৰু চৰাই বা পোকৰ চীঁচি শব্দ। অক. ধা. **চীঁচিয়া।**

**চীন** বি. এখন দেশৰ নাম, খেহ দেশ China. **চীনা আলু** এবিধ খোৱা আলু।

**চীনা-বাদাম** এবিধ বাদাম the ground-nut. **চীনা বাচন** চীনা মাটিৰ বাচন।

**চীনা মাটি** বগা মাটি বিশেষ, china clay.

**চীবৰ** বি. সন্ন্যাসীয়ে পিন্ধা বস্ত্রখণ্ড, কৌপীন।

**চীৰ** বি. ফটা কাপোৰ an old torn cloth, গছৰ ছাল bark of a tree. **চীর্ণ** খণ্ডিত, বিদীর্ণ।

**চুঁট** বি. ষাঁড় বা বলদ গৰুৰ গলধনৰ উঠঙা the hump of the bullock. **চুঁটখৰ** গৰুৰ চুঁটৰ ছালৰ ওপৰত হোৱা ঘা hump-sore.

**চুঁৰৰী পছ** বি. চৰৰী পহ, ভোট

তিব্বত আদি পৰ্ব্বতীয়া দেশৰ এবিধ পছ the yak.

**চুক্** বি. কোণ, দুটা বস্তু বা ৰেখা কতীয়া ভাবে দুফালৰ পৰা আহি মিলা ঠাই, তলপেট আৰু কৰঙণৰ মাজৰ ঠাই a corner, an angle, কোনো গাওঁৰ এক খণ্ড।

**চুক চুকা** সক. ধা. মিঠা কথাৰে মন ভুলা to persuade by sweet words, to coax. কৃদ. বিণ. **চুক্-চুকাওঁতা**। স্ত্ৰী. **চুকচুকাঁওতী**।

**চুক্, চুকীয়া** বিণ. অলপ টেঙা বা লোণৰ সোৱাদ থকা অলপ চোকা saltish, slightly acid.

**চুকনীয়া** বিণ. খাজনা দিবৰ নিয়ম কৰি কিছু দিনৰ কাৰণে লোৱা holding a lease for a term. বি. **চুকনিয়াৰ** চুকনীয়া মাটি খোৱা মানুহ an undertenant renting land for a short-time.

**চুক-ভেকোলা** বি. প্ৰায়ে ঘৰৰ চুকত থকা এজাতি ভেকুলি a toad. স্ত্ৰী. **চুক ভেকুলী** বহিৰ্জ্জগতৰ কোনো জ্ঞান নথকা মানুহ not worldly wise.

**চুক্‌লি** বি. কাৰো বিপক্ষে তেওঁৰ অসাক্ষাতত নিন্দা লগনীয়া কথা a back biting.

**চুকাশাক, চুকা-পালং** বি. এবিধ টেঙা শাক the sour spinach.

**চুকিয়া** (পু. অ.) অক. ধা. পৰাস্ত হৈ।

**চুকিয়াচুকি** বিণ. এচুকৰ পৰা তাৰ বিপৰীত চুকলৈ diagonal, কেবাটাও চুক থকা having many corners. ক্রি. বিণ. **চুকিয়া-চুকিকৈ** এচুকৰ পৰা আন এচুকলৈ diagonally.

**চুকীয়া** বিণ. চুক থকা having angles or corners, কেইওফাল সমান নোহোৱা angular.

**চুকেচুকে** ক্রি. বিণ. বেলেগ বেলেগ চুকত in many different corners, এক চুকৰ পৰা আন চুকলৈ diagonally.

**চুক্তি** বি. সৰ্ত্ত, নিৰ্দ্ধাৰিত বন্দবস্ত an agreement, a contract. **চুক্তি-নামা** কোনো বন্দবস্তৰ কাৰণে লিখা কাকত a deed contract.

**চুঙা** বি. ফোপোলা দীঘল বস্তু a tube. **চুঙা-পিঠা** বাহৰ চুঙাত গুৰি ভৰাই কৰা এবিধ পিঠা। **চুঙা-বাদুলি** এবিধ সৰু বাদুলি a bat, সংসাৰ বিষয় একো নজনা লোক one ignorant of worldly affairs.

**চুঙি** বি. জাহাজ আদিত লগোৱা দীঘল নলা বা চুঙা a chimney.

**চুঙী** বি. চিকাৰ কৰিবৰ নিমিত্তে ৰখা চোঙৰ ৰখীয়া বা সাৱধান লোৱা মানুহ a man in charge of a game preserve.

**চুচীয়া-সাও** বি. এবিধ সৰু সাও,

চেলেঙী বা ভালোৰা নাও a small boat.

**চুচুক-চাম্মাক** বি. কোনো ঠাইলৈ বা লোকৰ আগলৈ যাবলৈ ভয় বা লাজ কৰি আগ পাছ হোৱা, কোনো কাম কৰিবলৈ নাইবা কথা কবলৈ আশঙ্কা কৰা কাৰ্য্য hesitation about appearing before a certain person or going to a certain place, or in doing or speaking. ক্রি. বিণ. **চুচুক-চাম্মাককৈ**।

**চুজি** বি. যেঁহু ধানৰ চাউলৰ খৰচীয়া গুৰি the coarsest flour of wheat. (চাউলবোৰ পিহোঁতে নিচেই ওপৰৰ ভাগৰ পৰা যি খৰচীয়া পিঠা গুৰি ওলায় তাকে চুজি বোলে, চাউলৰ মাজৰ ভাগৰ যি গুৰি ওলায় তাক আটা আৰু নিচেই মাজৰ পৰা যি অতি মিহি গুৰি ওলায় তাক ময়দা বোলে)। **চুজি-মাটি** বি. সাজিমাটি, খাৰ-মাটি।

**চুটা** বি. কম, নাটনি deficiency.

**চুটি** বিণ. চাপৰ, দীঘল নোহোৱা not high, short.

**চুটি** বি. ঘোঁৰাৰ লৰ the running of a horse. **চুটিমেল** ঘোঁৰাত উঠি লৰি যা to ride rapidly.

**চুটি-চাপৰ** বিণ. কটীয়া of small stature.

**চুটি-মুটি** বি. গঁটিয়া, চাপৰ short, dwarfed.

**চুটিয়া** বি. আসাম দেশৰ আদিম বাসী এজাতি মানুহ an aboriginal race of Assam. **চুটিয়া-শালিকা** বি. এবিধ হাবিত থকা শালিকা a kind of small bird.

**চুননি** বি. নিশ্বাস লোৱা যন্ত্র the lungs.

**চুনী** বি. এবিধ বহুমূলীয়া ৰঙা বাখৰ a precious stone of red colour.

**চুন্নত** (আৰবী) বি. পুৰুষাঙ্গৰ মূৰৰ চাল কাটি পেলোৱা কাৰ্য্য circumcision.

**চুন্নী** বি. মুচলমানৰ এটা সম্প্রদায়।

**চুপ** বি. নিঃশব্দ, মাত নমতা silent. **চুপচাপ** নিমাত, নিঃশব্দ অবস্থা silence.

**চুপ্** ক্রি. ওঁঠ চেপি ধৰি জুলীয়া বা আন কোমল বস্তু পি বা শোহা মাৰি খা to drink or suck with the lips almost closed.

**চুপতা-চুপতি** বি. এজনে আন জনক ইতিকিং কৰা, পৰস্পৰে উপহাস কৰা কাৰ্য্য mutual exchange of jokes or provoking words.

**চুপতি** বি. ইতিকিং কৰা, খং তোলা কথাৰ আলাপ, উপহাস।

চুপজা-পাত খাবলৈ আশা কৰি বৈ থাক।

চুপহি বি. ফুলৰ মুফুলা কলি an unopened flower bud, কুঁহি পাতৰ মুকলি নোহোৱা অঙ্কুৰ an unopened leaf-bud, ফুলৰ তলত আক ঠাবিৰ মুৰত থকা সৰু পাতৰ নিচিনা ঢাকনী, ফুলৰ আসন the calyx of a flower, চিচাৰ মুখৰ মাজখোল ঢাকনী a capsule of a bottle, পৰভীজালৰ টনিভালৰ গুৰি সুমাই· ৰখা, মাজত গাঁঠি থকা ফোঁপোলা বাঁহৰ চুঙা, কোনো বস্তুৰ মুৰত লগোৱা বেঁটু বা সৰু কলচী, গুকান ভোলৰ ভিতৰত থকা লোপোকা শাহ, ওঁঠ চেপিধৰি জুলীয়া বস্তু পি খাওঁতে বা চুমা খাওঁতে হোৱাৰ নিচিনা শব্দ।

চুপা বি. জোপা a cluster.

চুপাৰি বি. গুকাই খোৱা তামোল dry betel-nut.

চুপাৰিচ বি. অনুৰোধ request.

চুপি বি. সৰু তেলৰ পাত্ৰ a small oil vessel.

চুব নোৱাৰা হ বজবলা হ to be menstruous.

চুবা বি. গাঁৱৰ বা নগৰৰ কোনো এভাগত বাস কৰা মানুহ বিলাকৰ ঘৰ সমূহ a division of a town or village, গোবৰৰ বা বিষ্ঠাৰ-দদা a lump of night soil or dung.

চুবাদাৰ বি. কোনো প্ৰদেশৰ শাসন-কৰ্ত্তা governor, দেশী সৈন্য বা ফৌজৰ একন ওপৰ শ্ৰেণীৰ বিষয়া subadar, an Indian officer of an Indian army.

চুবুৰি বি. নগৰ বা গাঁৱৰ মানুহৰ বসতি থকা একখণ্ড a part of a village or city. বিণ. চুবুৰীয়া ওচৰ ঘৰীয়া neighbour.

চুম্ সক. ধা. চুমা খা, ওঁঠেৰে স্পৰ্শ কৰ to kiss.

চুমা বি. আনৰ কোনো অঙ্গত মুখ দি কৰা আদৰ বা চেনেহ a kiss. সক. ধা. চুমা খা, চুমা দে।

চুম্প্ (পু. অ.) অক. ধা. খাপ দে চোপা দে to lie in wait.

চুম্ব্ (পু. অ.) সক. ধা. ওঁঠেৰে চোহ। কৃদ. বি. চুম্বন।

চুম্বক বি. চুম্বক শিল, লো আকৰ্ষণ কৰা এবিধ শিল the load-stone.

চুম্বক কৈ ক্ৰি. বিণ. সংক্ষেপে in short. চুম্বক বিণ. চমু, সংক্ষেপ short, brief.

চুম্বন বি. চুমা খোৱা কাৰ্য্য, চুমা the act of kissing. চুম্বিত কৃদ. বিণ. চুমা খোৱা kissed.

চুম্বী স্পৰ্শ কৰি থকা touching.

চুৰ্ কৰ্ ক্ৰি. গৰাকীয়ে নজনাকৈ বস্তু নে to steel.

চুৰমাৰ বিণ. ভাঙিছিঙি নষ্ট কৰ broken to pieces, ruined.

চুৰট বি. ধোঁৱা খাবৰ নিমিত্তে

শুকান ধপাতেৰে সজা সুৰা a cigar.

চুৰ্-তাৰি, চুৰ্-চাৰি চুৰ আৰু সেই নিচিনা অন্যায় কাম theft and similar unlawful act.

চুৰি বি. চুৰ কৰা কাৰ্য্য theft.

চুৰিয়া বি. পুৰুষৰ কঁকালত পিন্ধা কাপোৰ the waist cloth of a man.

চুৰী বি. তিৰোতাৰ হাতত পিন্ধা খাৰুৰ নিচিনা অলঙ্কাৰ a kind of ornament.

চুৰু বি. আৰম্ভ beginning. ক্রি. চুৰু কৰ।

চুৰুণী বি. চোৰৰ স্ত্ৰৈণীয়েক the wife of a thief. চুৰ কৰা তিৰোতা a female thief, অপবাদ লগা তিৰোতা।

চুৰ্কী বি. ইটাৰ গুৰি powdered brick.

চুৰ্ত্তি বি. নিজক নাপহৰা অৱস্থা, ধৈৰ্য্য self-control, patience.

চুলি বি. মানুহৰ নাইবা ঘোঁৰা আদি জন্তুৰ মূৰৰ দীঘল নোম the hair on the head of a man or an animal.

চুলিয়াচুলি বি. এটাই আনটোৰ চুলিত ধৰি টনা কাৰ্য্য the act of pulling one another by the hair. চুলিয়ে খাতু বা বৰকৈ ভয় পাই জীৱ ওলাই যোৱা যেন লাগ।

চুহুং বিণ্. ফেলেপু, মন পাতল, নিলাজ, গঁচাখিয়া ভালবেয়া নিবিচাৰি মুখত যি আহে তাকে কোৱা lightminded, shameless, speaking regardless of truth or propriety. বি. চুহুঙালি।

চুৱা বি. এবিধ সুগন্ধি দ্ৰব্য, পুষ্পসাৰ a fragrant substance, essence.

চুৱা বি. উচ্ছিষ্ট, খাই এৰা বস্তু the remains of food eaten, অশৌচৰ সময় a period of ceremonial impurity. ক্রি. চুৱা হ অপবিত্ৰ হ, বিধুতি হ to be menstruous. চুৱাচক বি. কোনো কাৰণত অশুচি হোৱা ভাত বন্ধা পাত্ৰ defiled cooking place.

চুৱানি বি. ভাত খোৱা পাত আৰু আন অশুচি বস্তু পেলোৱা ঠাই a place where leavings and unclean things are thrown. চুৱাপাত উচ্ছিষ্ট থকা পাত্ৰ বা পাত an unclean leaf for plate after eating. চুৱা পাতনি আহাৰ কৰা পাত আদি পেলোৱা নাইবা বাচন বৰ্ত্তন ধোৱা ঠাই a place where leaf etc. are thrown after food or utensils are washed.

চুহ, চুঃ অব্যয়, জন্তু আদি খেদাওঁতে ব্যৱহাৰ কৰা মাত begone (applied to animals.)

**চূড়া, চূড়** বি. ম'ৰা আদি চৰাইৰ মূৰৰ জঁ a crest, মূৰ head, কোনো বস্তুৰ ওপৰৰ ভাগৰ টিং the top, peak. গোটেই মূৰটো খুৰাই মাজ মূৰত ৰখা টিকনি a lock of hair left on the crown of the head, মূৰৰ আভৰণ head dress. **চূড়াকৰণ** বি. ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য জাতিৰ ল'ৰাৰ এটি সংস্কাৰ কাৰ্য্য the ceremony of tonsure observed by the first three classes of the Hindus.

**চূড়ান্ত** বিণ. একেবাৰে শেষ বা নিষ্পত্তি হোৱা, বাকী নথকা final, অতিৰিক্ত পৰিমাণ excess.

**চূড়ামণি** বি. শিৰোমণি, মূৰত বা কিৰীটিত পিন্ধা মণি a jewel worn on the head. সকলোতকৈ শ্ৰেষ্ঠ লোক a superior personage, মুকুট a coronet.

**চূণ** বি. পোৰা শিল বা শামুকৰ গুৰি lime.

**চূণখাৰ** বিণ. চূণ আৰু খাৰৰ নিচিনা চোকা, বৰ চোকা having a cutting or piercing taste like lime or alkali **চূণখাৰ** কৰ চোকা বাক্যৰ দ্বাৰা মনত দুখ দে to wound the feelings by cutting words. **চূণ-চাত** বিণ. ভাগি ছিগি গুৰি হোৱা broken to pieces, উচ্ছন্ন totally destroyed. **চূণবীয়া** বিণ. লজ্জিত, অপমান পোৱা ashamed, insulted.

**চূ্যত** বি. আম গছ a mango tree. **চূত-মঞ্জৰী** বি. আম গছৰ মুকুল।

**চূৰ্** বিণ. চূৰ্ণ, নষ্ট destroyed, smashed. বি. বিষ বা খহু বাঢ়িব নোৱাৰা কৰা মন্ত্ৰ an incantation used to stop the progress of any pain or tumor. **চূৰমাৰ** বিণ. ধ্বংস কৰা destroyed.

**চূৰ্ চৈ** বিণ. ভাগি-ছিঙি গুৰি কৰা, ভাঙি গুৰিৰ দৰে কৰা broken to pieces, smashed.

**চূৰ্ বীয়া** বিণ. ক্ষুদ্ৰ, অমূল্যনীয়া, সামান্য little, inferior in degree or quantity. ক্ৰি. বিণ. **চূৰ্ বীয়াকৈ** মিহিকৈ গুৰি কৰা reduced to fine powder. বি. এবিধ পোকে গাঁতৰ পৰা ওপৰলৈ তোলা মাটিৰ মিহি গুৰি, সেই পোক fine dust of earth thrown up by a species of insect from the hole in which it lives, the insect itself.

**চূৰ্ণ** বি. গুড়ি, খুন্দি মিহিকৈ ভঙা বস্তু powder lime. বিণ. গুড়ি কৰা, খুন্দি ভঙা reduced to powder.

**চূৰ্ণক** বি. পুথিৰ তাঁতিত বা তলত লিখা কোনো বাক্য বা শব্দৰ সংক্ষেপ অৰ্থ a short explanatory

note written on the margin or at the foot of a book.

চূৰ্ণকাৰ বি. চূণ পোৰা বা বেচা মানুহ a dealer in lime.

চূৰ্ণ কুন্তল বি. অলকা, কুঞ্চিত কেশ।

চূৰ্ণতা বি. গুড়ি হোৱা অৱস্থা the state of powder.

চূৰ্ণীকৃত বি. ভাঙি ডোখৰ ডোখৰ কৰা broken to pieces.

চূৰ্ণিকা বি. 'চূৰ্ণক' চোৱা।

চূৰ্ণিত বিণ. চূৰ্ণ কৰা, ভঙা grounded, smashed.

চূৰ্ণকৃত কৃদ. বিণ. গুৰি কৰা reduced to powder.

চূলা বি. জাপিৰ টুপৰ ওপৰত লগোৱা ধাতুৰ চুপহি the metallic knob fixed at the top of a Japi, খৰমৰ খুটি the knob of a wooden sandal.

চুষনীয়, চুষ্য বি. চুহি খোৱাৰ যোগ্য।

চেইন শিকলি।

চেউনী বি. বাহৰ a camp.

চেউলী বি. এবিধ বিদেশী পাট-কাপোৰ a kind of silk.

চেংচেং (অনু. শব্দ) গাত জুয়ে পোৰা বেদনা প্ৰকাশ কৰা শব্দ an imitative word used to express the smarting pain of burn. ক্রি. বিণ. চেংচেং কৰে। বি. চেংচেঙনি। ক্রি. চেঙচেঙা। বিণ. চেঙচেঙীয়া খৰ তপত, পুৰিব পৰা তপত very hot, burning.

চেংলেটিয়া বি. সৰু চেঙেলী মাছ।

চেঁউৰী বি. পোৱালি হবৰ বয়স নোপোৱা মাইকী জন্তু a young female animal.

চেঁওবা বি. পুৰণি ফটা কাপোৰৰ খণ্ড a portion of an old cloth.

চেঁকুৰ বি. জন্তুৰ লৰ, চাপলি the running of an animal. অক. ধা. চাপলি মেল to race.

চেঁচনি বি শীতলতা, জুৰ অৱস্থা coolness, দুখ বা পীড়াৰ উপশান্তি relief from pain or distress.

চেঁচা বিণ. তাপ নথকা, জুৰ cool, শীতল cold, শান্ত tranquil, ধং, নথকা free from passion. বি. তাপ নথকা অৱস্থা coldness, শান্তি tranquility.

চেঁচা (পু. অ.) বি. চিঞৰ to scream.

চেঁচু বি. পাতলকৈ একৰা আক দুই দাঁতিত ধাৰ থকা বাঁহৰ দীঘল চলা a thin strip of bamboo having sharp edges. বিণ. চেঁচুৰা।

চেঁচুক বি. ব'দ নপৰাৰ কাৰণে চেঁচা আক জেকা ঠাই a damp and shady place. বিণ. চেঁচুকীয়া সূৰ্য্যৰ তাপ নপৰা, চেঁচুকত থকা।

চেঁচে (অনু. শব্দ) চৰাই, চৰাই পোৱালি নাইবা কোনো কোনো

পোকৰ নিচিনা শব্দ। ক্রি. চেঁচেয়া।

**চেঁচৈৰা** বি. কোমল চটৰ ওপৰে অতি বেগে যোৱা তৰাং পানী rapid shallow water running over an even bottom with a loud noise.

**চেঁচৈৰা কোৱা** অক. ধা. অৱহেলা কৰ, আওকাণ কৰ to disregard, to be indifferent.

**চেঁচোৰ** বি. এবিধ বন, ইয়াৰ শিপাৰ মূৰত আলু ধৰে।

**চেক্‌চেকনি** বি. নতুন ঘাত টেঙা, লোণ আদি চোকা বস্তু পৰিলে হোৱাৰ নিচিনা বেদনা the sharp pain caused in a wound when coming in contact with acid or salt, এবিধ চৰাইৰ মাত the cry of certain birds. অক. ধা. চেক্‌চেকা।

**চেক্‌চেকী** বি. চেক চেক শব্দ কৰা এবিধ চৰাই a kind of bird. বিণ. সদায় হাই উকমি কৰি থকা habitually noisy.

**চেক** বি. টকা দিবলৈ বেঙ্কলৈ দিয়া আজ্ঞাপত্র cheque.

**চেকনী** বি. ল'ৰাক বা গৰু আদিক কোবাবৰ কাৰণে এছাৰি বা বাঁহৰ লেকেচি a switch used for whipping.

**চেক্‌নি-খুন্দা** বি. মিৰি আলু।

**চেকা** বি. নির্ম্মল বস্তুৰ কোনো এঠাইত লগা মলি a stain, a blot, কলঙ্ক, দুর্ণাম infamy.

**চেকুৰা** বি. ছেঁই, গুটিৰ দীঘলীয়া ভঁড়াল a pod, দীঘলীয়া খণ্ড (সোণৰ চেকুৰা) a long narrow piece (said of gold), গোট মৰা তেজৰ খণ্ড a clot of blood. **চেকুৰা বান্ধ, চেকুৰা মাৰ** গোট মাৰ to clot as blood. **চেকুৰা চেকুৰ** গোট মাৰি ডোখৰ ডোখৰ হোৱা coagulated into many clots, দীঘল দীঘলকৈ খণ্ড খণ্ড কৰা formed into several long pieces. বিণ. চেকুৰীয়া।

**চেকেৰা** বি. এবিধ টেঙা a kind of acid fruit.

**চেখ, ছেখ** বি. মুচলমানৰ ভিতৰত এটা প্রধান ফৈদ a class of Mussalman.

**চেখৰা** বি. ডেকেকৰা ওকণী। বিণ. ডেকেৰী full-grown.

**চেগুণ** বি. এবিধ ডাঙৰ সুকাঠি গছ the teak tree.

**চেঙা** বিণ. বৰ তপত very hot, অস্থিৰ, ভজৰজীয়া restless, ওচৰ চাপিব নিদিয়া not quiet. বি. বেদনা pang.

**চেঙা, চেঙামাছ** বি. এবিধ মাছ, ই প্রায় গাঁতত থাকে আৰু মুখত ডাঢ়ি আৰু গাত বগা চকৰ আছে a kind of fish. **চেঙা-জুৰি-পাৰ** চেঙা মাছৰ দৰে ধৰকৰা। **চেঙা-**

মুৰীয়া বি. অৰ্শ ৰোগ the piles.

চেঙা, চেঙেলী বিণ. বেগাই বৰকৈ বাঢ়ি অহা (পানী) rising rapidly, said of flood.

চেঙেৰা বিণ. ডেকা স্বভাৱৰ, চঞ্চল youthful, restless. বি. বিয়া নকৰোৱা ডেকা মানুহ an unmarried youth.

চেঙেলী বি. চেঙা মাছৰ আকৃতিৰ এবিধ সৰু মাছ a kind of little fish.

চেঙেলীয়া বিণ. চেঙা বা তজবজীয়া কিন্তু কম বয়সীয়া testless, active, brisk.

চেচু বি. কুমলীয়া আমৰ এঠা।

চেটিয়া বি. এক শ্ৰেণীচ মুৰা আৰু বিষয়া খেলৰ আহোম a clan of higher class Ahom.

চেড়ী বি. দাসী maid servant.

চেতন, চেতনা বি. চৈতন্য, বোধ, অজ্ঞান, sense, consciousness, সাৰ পোৱা অৱস্থা recovery from sleep or senselessness, জীৱন life. অক. ধা. চেতন পা সাৰ পা to wake, জ্ঞান পা, ভত পা to come to one's self.

চেতা সক. ধা. সন্ত্ৰ, পিশাচে পা to be possessed with a spirit, সজীৱ কৰা, জগোৱা to cause to come to consciousness.

চেতাৰ বি. এবিধ গুণ লগাই বজোৱা বাদ্য যন্ত্ৰ a kind of stringed musical instrument.

চেতিয়া (পু. অ.) অক. ধা. চেতন লৈ, জ্ঞান পাই।

চেদি বি. প্ৰাচীন ৰাজ্য বিশেষ।

চেদিৰাজ বি. শিশুপাল।

চেন্ বি. হাতালি, সৰু সৰু খোলা কটি হাতৰ তলুৱাৰে ওপৰলৈ মাৰি হাতৰ পিঠিৰে ধৰা এবিধ ল'ৰাৰ খেল a kind of children's game.

চেমাৰ বি. এবিধ মাচ a kind of fish. চেমাৰী অবিশ্বাসী।

চেনি বি. পগাই পৰিষ্কাৰ কৰা গুৰ sugar.

চেনি-চম্পা বি. সোৱাদ আৰু ভাল গোন্ধৰ এবিধ কল a kind of sweet smelling plantain.

চেনি-পুঠী এবিধ মাছ a kind of fish. চেনি মাছ পুঠী মাছৰ নিচিনা কিন্তু তাতকৈ বহুত ডাঙৰ এবিধ বগা বৌ জাতিৰ মাছ a kind of fish.

চেন্থু বি. মানুহৰ গালৰ ছাল ক'লা কৰা এবিধ ৰোগ a kind of disease which discolours the face.

চেনেহ বি. মৰম, প্ৰেম, ভালপোৱা affection, love. চেনেহা-চেনেহি পৰস্পৰ ভাল পোৱা mutual affection.

চেনেহী বি. বৰ চেনেহৰ মানুহ a

beloved person, চেনেহ বা মৰ-মৰ মানুহক মতা মাত a term of endearment. বিণ. বৰ মৰমৰ beloved.

**চেনেহুৱা** বি. বেচ মনে মৰম কৰি দিয়া বা কৰা done or given out of good will without taking anything in return. বিণ. চেনেহ থকা, মৰমিয়াল affectionate.

**চেপ্** সক. ধা. টান বস্তুৰ মাজত সুমাই টেপা বা হেঁচা মাৰ to squeeze or press, টেপা মাৰি পানী বা ৰস উলিয়া to wring out, ঠেক কৰ to make narrow. বিণ. ঠেক narrow.

**চেপা** বি. টান বস্তুৰ মাজত সুমাই মৰা টেপা, এবিধ মাছ ধৰা যতন squeezing, a kind of fish-trap. চেপা খা কোচ খা। চেপা মৰা বৰকৈ ঠেক কৰা বা হোৱা compressed. চেপামাৰ টেপা মাৰ press between hard things. চেপি আন ক্ৰমে এফালে চেপি বা gradually to compress one to end, বি. চেপেঁাতা। স্ত্ৰী. চেপঁতী।

**চেপেটা** বিণ. ওপৰৰ ভাগ সমান আৰু বহল flat. অক. ধা. চেপেটা খা, চেপেটা মাৰ to be flat.

**চেপেঁৱা** বি. চেপি চুখ দিয়া যতন, সাঁড়াহ a squeezing instrument, pincers.

**চেকেৰা** বি. ভালৰ পৰা বেয়া হোৱা বিজাতবীয়া degenerated.

**চেবা** সক. ধা. ভয়ত গা চমকি উঠ to start suddenly.

**চেমনীয়া** বিণ. অলপ বয়সীয়া, বৰ ওখ ডাঙৰ নোহোৱা young and not full-grown.

**চেয়াৰ** ( ইং ) বি. চকী chair.

**চেৰ্** বিণ. আনতকৈ নীহ, নিকৃষ্ট inferior. চেৰ্পৰ্ অক. ধা. আনতকৈ নিকৃষ্ট বা কম হ, পাছ পৰ to be surpassed. চেৰপেটী বেং এবিধ দীঘলীয়া, মুখ সৰু বেং। সক. ধা. চেৰ পেলা পাছ পেলা to excel.

**চেৰ্চেৰ্** (অনু. শব্দ.) তপত তেলত পানী পৰিলে বা তপত পাত্ৰত পানী বা চেঁচা বস্তু পৰিলে হোৱাৰ নিচিনা শব্দ। বি. চেৰচেৰণি। ক্ৰি. চেৰ-চেৰা। বিণ. চেৰচেৰীয়া।

**চেৰণি** বি. পেট বোৱা disorder of bowels.

**চেৰা** অক. ধা. পানীৰ নিচিনা শৌচ কৰা to have loose bowels.

**চেৰা** সক. ধা. ওপৰে দি পাৰ হৈ যা, পাছ পেলাই এৰি যা to pass over, to cross.

**চেৰাকণি** বি. নিচেই পাছত পৰা কণি an egg laid last of all.

**চেৰাচুলি** বি. সন্তান ওপজি

আহোঁতে গজি অহা চুলি the hair on the head of a new born infant. চেৰাবলীয়া অলপ বলীয়া half-witted. চেৰা বিহু বিহুৰ শেষৰ কেইদিন। চেৰাশলীয়া অশৌচীয়া confined. চেৰাশালি প্ৰসৱ কৰা ঘৰ lying in chamber.

চেৰাগ ( আৰবী ) বি. চাকি, বন্তি candle.

চেৰাপ ( আৰবী—চাৰাব ) বি. মদ wine. বিণ. চেৰাপী মদাহী।

চেৰী, চেড়ী বি. দাসী, বেটী a maidservant.

চেকৰা বি. জন্তুৰ ঠেংৰ বহল আৰু মঙহাল ভাগ the thigh of an animal.

চেকেং কৰে ক্ৰি. বিণ. অকস্মাৎ, হঠাৎ suddenly.

চেকেক ( অনু. শব্দ. ) ঠেক চুঙাৰ মুখেদি বলেৰে বেগাই পানী মাৰি পঠাওঁতে হোৱাৰ নিচিনা শব্দ, বেগ মাৰি কাটোঁতে বা বলেৰে কাপোৰ আদি ফালোঁতে হোৱাৰ নিচিনা শব্দ। ক্ৰি. বিণ. চেকেক কৰে।

চেকেক বি. চাৰিটামান, কিছুমান a few.

চেকেকা বি. এবিধ চৰাই a kind of bird, পিচকাৰী syringe. চেকেকা-পানী পিচকাৰীৰে মাৰি পঠিওৱা পানী।

চেকেকা বি. উঁৱাতকৈ ডাঙৰ এবিধ সূতা মেৰোৱা যতন a contrivance for winding thread.

চেকেঙা বি. কিছু সময়ৰ কাৰণে ওলোৱা ৰ'দ, তাপ বা মনৰ ভাব temporary sunshine, heat or feeling.

চেকেঠ বিণ. মলিন, লেতেৰা dirty, কৰিৰ নজনাৰ কাৰণে বেয়া হোৱা spoiled.

চেকেপা বি. মানুহ আৰু জন্তুক কামোৰা এবিধ সৰু পোক a species of flea. বিণ. বৰ টেঙা, অতিশয় সোৱাদ very acid or sweet.

চেকেমা বিণ. ক্ষীণ lean.

চেকেলা বিণ. ক্ষীণ lean.

চেকেলিং। অক. ধা. বেচিকৈ পাতল শৌচ কৰ make too much purging.

চেলচেলা, চেলবেলা অক. ধা. অসাৰ বা মিছামিছি কথা অধিক কৈ ক, ভাল বেয়া নিবিচাৰি মুখত যি আহে তাকে ক to babble. বিণ. চেলচেলীয়া, চেলবেলীয়া।

চেলা বি. এবিধ বহু ঠেঙীয়া চেপেটা বিষাল কীট a centipede. সাধু-সন্ন্যাসীসকলৰ শিষ্য।

চেলাউৰি বি. ভ্ৰূৰ, চকুৰ ওপৰৰ ধেনুভিৰীয়া নোম the eye-brow.

চেলা পটী বি. এবিধ পানী জোক a kind of water-leech.

**চেলাম** বি. ওলগ, কপালত হাত দি কৰা সম্মান a salutation.

**চেলামী** বিণ. একাললৈ ক্ৰমে চাপৰ sloping. বি. সম্মান দেখুৱাবলৈ দিয়া দান।

**চেলি** ( পূ. অ. ) বি. কাপোৰ cloth.

**চেলু** বি. ধৰিবৰ ঠেক a catch, কাৰ্য্য কৰাৰ উপায় means of doing a thing, সুবিধা, ছল a pretext, good chance.

**চেলুৱাই** ক্রি. ( চহা ) 'চুৰট' চোঁৱা।

**চেলেং** বি. গাত লোৱা পাতল কাপোৰ a thin cloth wrapped round the body.

**চেলেংপেকেং** বি. অনিচ্ছাৰে অলপকৈ ভোজন কৰা কাৰ্য্য। বিণ. মন নিদিয়া, অনিচ্ছাৰে কৰা reluctant, indifferent.

**চেলেক** সক. ধা. জিভাৰে সোৱাদ ল, জিভাত লগাই ভক্ষণ কৰ to lick.

**চেলেকনা** বি. এবিধ সৰু মাছ a kind of small fish.

**চেলেকা** বি. জিভাৰে চেলেকি খোৱা কাৰ্য্য the act of licking, অলপমান বস্তু a little. কৃদ. বিণ. চেলেকি খোৱা licked. সক. ধা. আনক চেলেকিবলৈ দে to cause one to lick. কৃদ. বি. চেলেকোঁতা। স্ত্রী. চেলেকঁতী।

**চেলেকা-চুবুৰা** বিণ. এঠাইত লগা আন ঠাইত নলগা laid as paint or plaster here and there, and not uniformly.

**চেলেঙী নাও** বি. অসমীয়া সৰু জালোৱা নাও a small fishing dugout.

**চেলেপু** বি. চঞ্চল, গহীন নোহোৱা, নিলাজ, সঁচা-মিছা, ভাল-বেয়া নিবিচাৰি মুখত যি আহে তাকে কোৱা not grave, light-minded, speaking without regard of truth or propriety.

**চেৰাই** অব্যয়, বাহিৰে ব্যতীত except.

**চেৰণ্ডিয়া** ( পূ. অ. ) বিণ. দৰিদ্ৰ, নিৰাশ্ৰয়।

**চেৰা দিয়া** ক্রি. পানীৰ ভাগত সিজোৱা।

**চেষ্টা** বি. যত্ন, উদ্যোগ, কাৰ্য্য attempt, exertion, action, ভত, জ্ঞান sense, relief. বিণ. **চেষ্টান্বিত** যত্নশীল, চেষ্টা যুক্ত exerting, striving. কৃদ. বিণ. **চেষ্টিত** যি বিষয়ত চেষ্টা কৰা যায় attempted, tried.

**চেহেৰা** বি. মূৰ্ত্তি, আকৃতি, ৰূপ, গঢ় appearance.

**চৈ** বি. পাণৰ নিচিনা এবিধ লতা a kind of creeper.

**চৈ** বিণ. অভ্যস্ত কোনো কামত নিযুক্ত থকা practised, engaged.

**চৈতন্য** বি. চেতনা, জ্ঞান, অনুভূতি,

জীৱনৰ লক্ষণ sense, consciousness, জাগৰণ, সাৰ পোৱা অৱস্থা, জীৱন, প্ৰাণ awakening, life, পৰমাত্মা, a supreme spirit. বিণ. **চৈতন্যময়** জ্ঞানময়, সদায় জাগ্ৰত।

**চৈতন্য** বি. বঙ্গদেশৰ সুবিখ্যাত বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰক, তেওঁৰ আন নাম নিমাই, গৌৰাঙ্গ a name of a famous Bengali reformer.

**চৈত্ৰালী** বি. চ'ত মাহ সম্বন্ধীয়।

**চৈত্ত, চৈত্তিক** চিত্ত সম্বন্ধীয়।

**চৈত্য** বি. বৌদ্ধমঠ, যি মন্দিৰত চিতাভস্ম, অস্থি ইত্যাদি ৰক্ষিত হয় Baudha temple.

**চৈত্ৰ** বি. বছৰৰ শেষ মাহ, চ'ত মাহ March-April. **চৈত্ৰৰথ** বি. যক্ষপুৰীৰ প্ৰমোদ উদ্যান।

**চৈধ্য** বি. চাৰি আৰু দহ fourteen.

**চৈধ্য ইন্দ্ৰিয়** বি. চকু, নাক, জিভা, কাণ, ছাল, মুখ, হাত, ভৰি, গুহ্য, লিঙ্গ, চিত্ত, অহঙ্কাৰ, মন, বুদ্ধি। **চৈধ্যভুবন** সাত পাতাল আৰু সাত স্বৰ্গ। **চৈধ্যভুবন দেখ** অক. ধা, নানা দুৰ্গতিত পৰ to be extremely distressed. **চৈধ্য-শাস্ত্ৰ** বি. চাৰিবেদ, শিক্ষা, কল্প, জ্যোতিষ, মীমাংসা, ভাগৱত, ব্যাকৰণ, পুৰাণ, নিৰুক্ত, ছন্দ, স্মৃতি।

**চৈন, চৈনিক** চীনদেশ সম্বন্ধীয়, চীনদেশবাসী।

**চৈয়দ** বি. মুচলমানৰ এটা সম্প্ৰদায়।

**চোং** বি. মুগা পোহা ঠাই, বনৰীয়া হিংসুক জন্তুৰ বাহি থকা ঠাই a place where Muga Silk worms are fed or reared, a retreat of wild animal, a den.

**চোঁচ** বি. গছ, গুটি বা মূলৰ ওপৰৰ পাতল আঁহীয়া ছাল, চোকা অস্ত্ৰেৰে কোনো বস্তু ঘঁহি নিমজ কৰোঁতে তাৰ পৰা এৰোৱা পাতল ভাগ the thin, fibrous outer covering of plants, scrapings. সক. ধা. কোনো বস্তুৰে ঘঁহি ওপৰৰ পাতল ভাগ গুচা, ঘঁহি পৰিষ্কাৰ কৰ, হাতেৰে বা আঙুলিৰে চেপি ধৰি চোঁচা মাৰ to scrape, to rub, to press or squeeze with the hand or fingers gradually towards the end, নীৰস কৰ, এৰো নাইকিয়া কৰ to impoverish, to drain.

**চোঁচ্ পৰ্** শুকাই সমান হ যেনে নৈখন চোঁচ পৰিছে, ঘা ভোখৰ চোঁচ পৰিল to dry up as water, to heal as a wound.

**চোঁচনি** বি. চোঁচা কাৰ্য্য, ঘঁহি পৰিষ্কাৰ কৰা কাৰ্য্য the act of scraping or rubbing. **চোঁচনি** খা খোৰোচা লাগ to be tightened, as a noose.

**চোঁচনী** বি. টান মাৰিলে চাপ খোৱা গাঁঠি, কোনো বস্তু চুঁচি পৰিষ্কাৰ কৰ

পাতল বাঁহ বা ধাতু a noose, a scraper.

**চৌচৰ** অক. ধা. কোনো বস্তুৰ ওপৰত বঁহুৰি খাই যা, পিছলি যা, গাৰ কোনো এভাগ মাটিত ঘঁহাই বাট বুল to crawl, to slip along to move along by dragging a part of the body behind. বি. **চৌচৰোতা**। সক. ধা. **চৌচৰা, চোঁচোৰা** মাটিত বা আন কোনো বস্তুৰ ওপৰত পেলাই ঘঁহাই টানি নে। বি. **চৌচৰাওঁতা**। স্ত্রী. **চৌচৰাতী**।

**চৌচা** বি. ঘঁহা কার্য্য act of scraping or rubbing. **চৌচামাৰ** ঘঁহা মাৰি পৰিষ্কাৰ কৰ, ঘঁহি ওপৰৰ পাতল ভাগ গুচা to rub off, to scrape off. **চৌচা ল** সোনকালে ঘূৰি আহিবৰ ইচ্ছা কৰি কোনো ঠাইলৈ বেগাই যা বা খেদা মাৰ to start with the desire of returning soon, মাৰিবলৈ বা আক্রমণ কৰিবলৈ চৌচা ল বা খেদা মাৰ to start to attack.

**চৌত** (অনু. শব্দ) কোনো বস্তু বেগাই টান মৰাত হোৱা শব্দ an imitative word used to express that of quickly pulling anything. ক্রি. বিণ. **চৌতকৰে, চৌতকৈ** অতিশীঘ্র, বৰ বেগাই very quickly.

**চৌৰ** বি. চুঁৰবী গৰুৰ নেজৰ নোম গোটাই কৰা মুঠা a whisk made of the tail of the yak.

**চো** সক. ধা. স্পর্শ কৰ to touch.

**চোক্** বি. কটা অস্ত্রৰ ধাৰ sharpness of the edge of a cutting weapon, চোকা আস্বাদ, চোকা গুণ sharp taste. চাৰি পোন, চাৰি বাটৰ মিলনস্থান।

**চোকা** বিণ. চোক থকা, ধাৰ থকা sharp, জিভাত ধৰা having a sharp taste. খৰতীয়া, বৰ পার্গত expert, prompt, উগ্র, খঙাল fierce.

**চোকা-টেকেলা** বিণ. নেৰা-নেপেৰাকৈ ধৰা টান মুখীয়া মানুহ।

**চোকোটা** বি. বেয়া কামৰ পৰা হোৱা দুর্গতি, প্রতিফল retaliation, evil consequence of a bad deed.

**চোকোৰা** বি. গুটি আদিৰ শুকান পাতল ঢাকনী বা ছাল the dry thin covering of a fruit. ঘাৰ ওপৰৰ শুকান ছাল a scab, কণিৰ বাহিৰৰ টান ঢাকনী the shell of an egg.

**চোখৰ** বি. টোন, কাঁড়ৰ বাহ a quiver.

**চোখা** বিণ. তীক্ষ্ণ ধাৰ থকা।

**চোগা** বি. সমুখৰ ফালে খোলা দীঘল চোলা a kind of gown.

**চোঙা** অক. ধা. চিন দে, আকৃতি মাত্র কৰ to make a mere

outline, মাটিলৈ বেঁকা কৰ to bend towards the ground, as the knee.

**চোক** ( পু. অ. ) বি. সাপৰ ছাল।

**চোকা** ( পু. অ. ) বি. ডকাইত।

**চোট্** বি. আঘাত, খুন্দা, ঠেলা a blow,

**চোটচোকা** বি. পোটক, চোকোটা, সেকা retaliation.

**চোণ্ডা** ( পু. অ. ) বি. চোঁৱৰ।

**চোতাল** বি. ঘৰৰ মুখৰ আগৰ বহল সমান ঠাই a courtyard.

**চোন** অব্যয় ক্রিয়াৰ নিশ্চয়তা বা সম্পূর্ণতা বোধক অব্যয় ( ই সদায় এটা.. ক্রিয়াৰ পাছত থাকে ) a suffix expressing, emphasis certainty of an act.

**চোপ্** অক. ধা. খাপ দে, ধৰিবৰ কাৰণে লুকাই বৈ থাক to lie in wait. কৃদ. বি. **চোপনি** চোঁপোতা। স্ত্রী. **চোঁপতি**। **চোপা** দি, **চোপা** পাত, **চোপা** ল ধৰিবৰ নিমিত্তে লুকাই থাক to lie in wait.

**চোপ্** সক. ধা. ওঁঠেৰে চেপি ধৰি ৰস টানি খা, চোক to suck. বি. **চোপনি**।

**চোপা ল, চোপা দি, চোপা পাত** খাপ ল, খাপ দে to lie in wait.

**চোবা** সক. ধা. দাঁতেৰে কামুৰি ভাঙ, দাঁতেৰে পিহি গুৰি কৰ to chew. বি. দাঁতেৰে কামুৰি কৰি খাই পেলোৱা সিতা anything chewed and ejected from the mouth.

**চোভা** বি. কোনো অপৰাধ কৰাৰ আশঙ্কা suspicion. সক. ধা. **চোভা কৰ, চোভা মাৰ,** কোনো দোষ কৰাৰ সন্দেহ কৰ to suspect.

**চোম** বি. এবিধ সকলোৰে জনা ওখ ডাঙৰ গছ a kind of tree, এবিধ ছালৰ ৰোগ freckles on the skin. **চোমনি** বি. এবিধ চোম-গছ থকা ঠাই।

**চোৰ** বি. যি চুৰ কৰে, তস্কৰ thief, গোপনে আনৰ তিৰোতাৰ লগত সহবাস কৰা মানুহ a man having a secret intercourse with a woman. স্ত্রী. **চুৰুণী**। ক্রি. **চুৰ কৰ**।

**চোৰ-চৰিয়া** বি. গুপ্তচৰ, চোৰাং-চোৰা a spy.

**চোৰ.চাং** বি. চোৰ সোমাব নোৱৰা কৰিবৰ কাৰণে ডাঠ বেৰেৰে আবৃত কৰা চাং।

**চোৰ্‌-চোৰ্‌** ( অনু. শব্দ. ) কোনো বস্তু চোঁচৰাই নিওঁতে হোৱা শব্দ। **চোৰক মোৰে পা** চুৰ কৰা বস্তুকে আকৌ আন এক চোৰে লৈ যা to be deprived of things possessed illegally. **চোৰৰ শপথ** মিছা শপথ false oath. **চোৰ**

পখা গৰুৰে মুখ পোলোকা দিব নোৱৰা ভিত্তিৰ ওচৰত খান্দৰি থকা পথা। চোবা বিণ. চুৰ কৰা বা চুৰি হোৱা 'চোবামাল' stolen.

**চোবাত** বি. এবিধ সৰু বনৰীয়া গছ, তাৰ পাতত সৰু সৰু শুং থাকে the fever and devil nettle.

**চোবানি** বি. চাবি, তলাৰ কাঠী the key of a lock.

**চোবাং** বিণ. লোকে নেদেখা, গুপ্ত secret, concealed. ক্রি. বিণ. চোবাং কৈ।

**চোবাংচোৰা** বি. গুপ্তচৰ, লুকাই শত্রু বা বিপক্ষৰ ফালৰ গতিবিধি চোৱা দূত a spy, a scout.

**চোবোক** সক. ধা. কোৰেৰে চাঁচ, কোৰেৰে চাঁচি পৰিষ্কাৰ কৰ to clear or scrape with a hoe. বি. চোবোকানি কোৰেৰে চাঁচি চুকৰি পৰিষ্কাৰ কৰা ঠাই a place cleared with a hoe.

**চোবোতা** বি. চুপাৰি কটা কটাৰী a kind of scissors for cutting dried betel nut.

**চোবোহা** বি. এবাৰ ওঁঠেৰে চেপি ধৰি হোঁপা মৰাত যিমান মুখলৈ যায়, সিমান ৰস, পনীয়া বস্তু হুঁপি মুখলৈ নিয়া কার্য্য the act of drawing liquid into the mouth, a draught of liquid.

**চোল** সামান্য, অকণমান যেনে এক চোল পানী a bittle.

**চোল** বি. দাক্ষিণাত্যৰ এখন প্রাচীন দেশৰ নাম।

**চোলা** বি. গাৰ জোখেৰে কাটি বেজীৰে সি কৰা গাত পিন্ধা পোছাক a jacket, a tunic, a coat.

**চোলেনামা** বি. মিটামিটিৰ সম্মতি লিখা পত্র a deed of compromise.

**চোলোং** বি. কাছৰ পিঠিৰ দাঁতিত থকা কোমল অংশ।

**চোৱা** ( পাচ. ক্রি. ) আনৰ দ্বুৰাই চাৱন বা দেখন কার্য্য কৰা to make one see, পণ্ডিত আদিৰ ওচৰত দিন বাৰ মঙ্গলামঙ্গলৰ বুজ ল। চোৱা চিতা কৰ to consult an astrologer for misfortune.

**চোৱা** বি. চেৱা গছ, তাল জাতিৰ এবিধ বৰ ওখ গছ the wild sago plam.

**চোৱা-চিতা** মঙ্গলাতিৰ ওচৰত তাল বেয়া আদিৰ কথা সোধা consult a sooth sayer.

**চোৱা চুই** বি. পৰস্পৰে পৰস্পৰক দৃষ্টি কৰা কার্য্য the act of looking at one another.

**চোৱাৰী, চোৱাৰ** বি. ঘোঁৰাত উঠা কার্য্য riding. ঘোঁৰাত উঠা লোক a rider.

**চোহ** সক. ধা. ওঁঠেৰে চেপি ৰস খা to suck. বি. ওঁঠেৰে চেপি এবাৰত মুখলৈ নিয়া ৰস the quantity

sucked in at a time. কৃদ. বি. চোহোঁতা। স্ত্রী. চোহঁতী।

**চোহোঙা** বি. চুহি বস খোৱা পিতা, অকামিলা বস্তু anything the juice of which has been sucked out, an useless thing. বিণ. অকামিলা useless.

**চৌ** বিণ. চাৰি four.

**চৌকস্‌** বিণ. নিপুণ, পাৰ্গত, ভালদৰে কাম কৰিব পৰা skilful, able.

**চৌকা** বি. আখা, মাটি আদিৰ দ্বাৰা উধান বান্ধি কৰা ভাত ৰন্ধা চৰুৰ আধাৰ supports for cooking pot, made of earth or metal.

**চৌকাঠ** বি. দুৱাৰ বা খিড়িকীৰ চাৰি ফালে লগোৱা কাঠ a wodden frame of a door or a window.

**চৌকিদাৰ** বি. প্ৰহৰী chaukidar.

**চৌখা** বি. চচমা a pair of spectacles.

**চৌখাম** বি. আনৰ দ্বাৰা পঠোৱা মৌখিক বাতৰি a verbal message sent by another, নগাৰ ৰজাই পঠিওৱা কটকী বা দূত a messenger by a Naga chief.

**চৌগড়** বি. চাৰিওফালে থকা গড়।

**চৌচল্লিশ, চৌচল্লিছ** বি. চাৰি অধিক চুকুৰি fortyfour.

**চৌচলীয়া** বি. চাৰিখন চাল থকা, দুই মূৰে চুপ লগোৱা having four roofs.

**চৌচাকল** বি. চাৰিওফালে ঘূৰণীয়া circular.

**চৌচাল** ব. পাশচিৰে চাৰিজন মানুহে খেলা a game of dice by four men.

**চৌ চৌ** ( অনু. শব্দ. ) ওখ ঠাইৰ পৰা নলাৰ মুখেদি পানী পৰাৰ নিচিনা শব্দ। ক্ৰি. বিণ. চৌচৌ কৰে। বি. চৌচৌৱনি।

**চৌচৌৱা** চৌ চৌ শব্দ কৰি পৰ to flow rapidly as water from tube. বিণ. পনীয়া, বৰ জুলীয়া excessively watery.

**চৌ-ছাল** বি. চাৰিখন ছাল থকা ঘৰ a house having four roofs.

**চৌ ঠেঙীয়া** বি. পশুতুল্য কৰা, অপমানিত হোৱা befooled, put to shame, নিৰাশ কৰা disappointed.

**চৌতুলি** বি. ঘূৰণীয়া সজাৰ নিচিনা চৰাই ধৰা এবিধ ফান্দ a kind of bird trap.

**চৌতাং** বি. নগা ৰজাৰ দূত, চৌখাম messenger of a Naga chief.

**চৌতাং মাৰ** চাৰিওফালে মিছাতে ফুৰি ফুৰ to wander aimlessly, বৰ কথা ক to talk big.

**চৌতাল** বি. সঙ্গীতৰ এবিধ তাল।

**চৌত্ৰিশ** ( ত্ৰিছ ) বি. চাৰি অধিক ডেৰকুৰি thirty four.

**চৌথ** বি. প্ৰকাৰ উপাৰ্জ্জনৰ. চাৰি ভাগৰ এভাগ one fourth of the earning.

**চৌদান্ত** (পু. অ.) [ হি. চৌদন্ত—শকত ] বিণ. মহাবলবান very strong.

**চৌদিশ** বি. পূব, পশ্চিম, উত্তৰ, দক্ষিণ এই চাৰিফাল the four cardinal points. ক্ৰি. বিণ. **চৌদিশে** চাৰিওফালে on four sides, all round.

**চৌদোল, চোদোলা** (পু. অ.) বি. চতুৰ্দ্দোল।

**চৌধয়** বি. চৈধ্য।

**চৌধাৰী** বি. কামৰূপৰ ভদ্ৰলোকৰ এটা উপাধি a title of honour in Kamrup.

**চৌপইয়া** বি. যি ছন্দত ৮ মাত্ৰাৰ তিনিটা পৰ্ব্ব আৰু ৩ নাইবা ৪ মাত্ৰাৰ শেষ পৰ্ব্ব থাকে।

**চৌপট** বি. পাশটিৰে খেলা এবিধ খেল a game played with dice.

**চৌপট** বিণ. পূৰ্ণ বয়স হোৱা (গৰু ম'হত খাটে) full grown.

**চৌপদী** বি. চাৰি চৰণ যুক্ত পদ্য, চাৰি পৰ্ব্বৰ ছন্দ বিশেষ।

**চৌপন্থা** বি. চাৰি আলি a junction of four roads.

**চৌপৰ** বিণ. চাৰি পৰ থকা, চাৰি পৰীয়া consisting of four praharas or watches.

**চৌপাশ** বি. চাৰিওফাল four sides. ক্ৰি. বিণ. **চৌপাশে** চাৰিওফালে in all sides.

**চৌফলীয়া** বিণ. চাৰিওফালে জুৰি পৰা, চাৰি ফাল আৰু চুক থকা four-sided.

**চৌবিশ, চৌবিছ** বি. চাৰি অধিক কুৰি twenty four.

**চৌবিশ্ তত্ত্ব** (তত্ত্ব সূক্ষ্ম পদাৰ্থ) বি. ৰূপ, ৰস, স্পৰ্শ, শব্দ, গন্ধ, চকু, জিভা, ছাল, কাণ, নাক, মুখ, হাত, ভৰি, গুহ্য, লিঙ্গ, পৃথিৱী, পানী, তেজ, আকাশ, বায়ু, অহঙ্কাৰ, মহত্ত্ব, মূল প্ৰকৃতি, মন—এই চৌবিশটা বস্তু।

**চৌভিতি** বি. চৌদিশ, চাৰিওফাল।

**চৌৰ** বি. চোৰ, অপহৰণ কৰোঁতা a thief.

**চৌৰাঙ্গ, চৌৰাঙ্গী** বিণ. নৰিয়া বা পৰিশ্ৰমৰ কাৰণে হাত ভৰি চলাব নোৱৰা হৈ থকা unable to move about, হাতভৰি কটা having the limbs cut off.

**চৌৰান্নৈৰ, চৌৰানৈৰ** বি. চাৰি কুৰি চৈধ্য ninety four.

**চৌৰাশী** বি. চাৰি অধিক চাৰি কুৰি eighty four.

**চৌৰ্য্য** বি. চুৰ কৰা কাৰ্য্য the act of stealing.

**চৌৱন** বি. দুকুৰি চৈধ্য fifty four.

**চৌষষ্ঠি** বি. চাৰি অধিক তিন কুৰি

sixty four. **চৌষষ্ঠি কলা** চৌষষ্ঠি প্ৰকাৰৰ কলাবিদ্যা।

**চৌসত্তৰ** বি. তিন কুৰি চৈধ্য seventy four.

**চৌহদ** বি. চাৰি সীমা four boundaries.

**চৌহান** বি. ৰাজপুত জাতিৰ এটা শাখা a section of the Rajputs.

**চ্যৱন** বি. এজন ঋষিৰ নাম।

**চ্যৱন-প্ৰাশ** বি. কবিৰাজী ঔষধ বিশেষ। কথিত আছে যে ঋষি চ্যৱনে এই ঔষধ সেৱন কৰি নৱ-যৌৱন লাভ কৰিছিল।

**চ্যুত** কৃদ. বিণ. পতিত fallen, নষ্ট destroyed. **চ্যুতি** বি. পতন fallen state.

—০—

# ছ

**ছ** ব্যঞ্জন বৰ্ণৰ সপ্তম আখৰ the seventh letter of the consonants.

**ছঁয়া ময়া** বিণ. দেখ নেদেখ, নিচেই অলপ সময় দেখা দিয়েই নেদেখা হোৱা rapidly appearing and disappearing, appearing only for an instant. ক্ৰি. বিণ. **ছঁয়া ময়া** কৈ। ক্ৰি. **ছঁয়া ময়া দেখ**।

**ছটাক** বি. ছট-পোহৰ, ওলায়েই যাব যোৱা পোহৰ, চমক a flash of light.

**ছট্-পোহৰ** বি. চমক a flash of light, দোকমোকালি the twilight of early dawn.

**ছটফট** বি. ছাটি-ফুটি, ধৰফৰ, গাৰ বা মনৰ দুখত হাত ভৰি এছৰা writhing in agony of body or mind. কৃদ. বি. **ছটফটনি**। অক. ধা. **ছটফটা**। বিণ. **ছটফটীয়া** স্থিৰ হৈ নথকা restless, unsteady.

**ছটবটনি** বি. একে ঠাইত থিৰ হৈ নথকা অৱস্থা unsteadiness. অক. ধা. **ছটবটা**। বিণ. **ছটবটীয়া** অস্থিৰ, চঞ্চল গতিৰ restless.

**ছটৰ্-বটৰ্** বিণ. চঞ্চল, লৰক্-ফৰক্ unreliable in speech or conduct.

**ছটা** বি. দীপ্তি, শোভা lustre, splendour, ছিটিকনি splash.

**ছটাক** বি. পাঁচ টকাৰ জোখ five rupee's weight.

**ছটিয়া** সক. ধা. জুলীয়া বা গুটি গুটি বস্তু দূৰলৈ পেলা, সিঁচ to scatter or sprinkle, as water or seeds. কৃদ. বি. **ছটিয়াওঁতা**। স্ত্ৰী. **ছটিয়াওঁতী**।

**ছড়াই** সক. ধা. অতিক্ৰম কৰি passing over.

**ছতীয়া** বি. আহোম ৰজাৰ দিনৰ এটা

কাঁৰী খেলৰ নায়, কাঠিৰ বিচনী সজা মানুহ।

**ছত্ৰ** বি. বাঁহ ৰবৰুণৰ পৰা গা ঢকা বস্তু বিশেষ, জাপি, ৰজাৰ ছাতি an umbrella, a royal umbrella. পদ্যৰ ফাকি verse.

**ছত্ৰদণ্ড** বি. ৰাজছত্ৰ, ৰাজদণ্ড, ছাতিৰ মাৰি।

**ছত্ৰধৰ, ছত্ৰধাৰ, ছত্ৰধাৰী** বিণ. ছত্ৰধাৰক, যি ৰাজছত্ৰ বহন কৰে।

**ছত্ৰপতি** ৰজা, সম্ৰাট।

**ছত্ৰভঙ্গ** বি. ৰজাৰ ৰাজ্য নাশ, ৰাজ-ভগন the loss of a kingdom, the deposition of a king.

**ছদকা** বি. গালি, শাও, গৰিহণা curse, censure. **ছদকা খোৱা** বিণ. শাও পোৱা, নেওচা খোৱা দুষ্ট cursed, wicked.

**ছদতীয়া** বিণ. চটা পিয়াহ খোৱা দাঁত সৰি নকৈ দাঁত গজা, হাল বোৱা বয়সৰ (গৰুত খাটে) full grown, of mature age.

**ছদ্ম** বি. নিজক লুকাবলৈ লোৱা আন আকৃতি, অন্য বেশ a disguise, কপট ভাব hypocrisy. বিণ **ছদ্মবেশী**। ক্ৰি. বিণ. **ছদ্মবেশে**।

**ছন** বি. লোকৰ সমাগম নথকা মুকলি ঠাই, খেতি নকৰা মাটি an unfrequented open place, lying fallow. **ছন্‌পৰ্‌** খেতি নকৰাকৈ পৰি থাক to lie fallow or waste. **ছনে বনে** ক্ৰি. বিণ. য'তে ত'তে হাবিয়ে বননিয়ে everywhere.

**ছন্দ** বি. পদ্য; আখৰ সংখ্যা আৰু উচ্চাৰণ দীঘল চুটিৰ পৰিমাণ ঠিক কৰি কৰা নানা বিধৰ পদ্য ৰচনা metre, poetical measure. **ছন্দানুগমন,-নুসৰণ** ইচ্ছানুসৰি গমন কৰা।

**ছন্দোদোষ** ছন্দ ৰচনাত দোষ বা ক্ৰটী।

**ছন্দপাত, পতন** পদ্যৰ যাত্ৰাৰ দোষ।

**ছন্দোমাধুৰ্য্য** ছন্দৰ ঝঙ্কাৰৰ বাবে ৰচনাৰ মধুৰতা।

**ছন্দোৱদ্ধ** ছন্দত লিখা।

**ছন্দোবন্ধ** ছন্দৰ পৰিপাটী।

**ছন্দিয়া** সক. ধা. ঠগা, ফাকি দে to deceive.

**ছন্ন** বিণ. ঢকা, আচ্ছন্ন, আবৃত covered, নষ্ট destroyed, অমান্য violated.

**ছন্নমতি** যাৰ বুদ্ধি লোপ পাইছে, মোহগ্ৰস্ত, দুৰ্বুদ্ধি।

**ছবি** বি. চিত্ৰ, প্ৰতিমূৰ্ত্তি a picture.

**ছবি** বি. প্ৰত্যেক চৰণত আঠোটা শব্দ থকা অসমীয়া ত্ৰিপদী ছন্দ বিশেষ a kind of Assamese metre.

**ছমহীয়া** বিণ. ছমাহ বয়সৰ, ছমাহ থকা, six months old, lasting for six months.

**ছয়** বি. দুই আৰু চাৰি, তিনিৰ দুগুণ six.

**ছয়চল্লিশ, ছয়চল্লিছ** বি. দুকুবি আৰু ছয় forty six.

**ছয়ছক্র** বি. দেহৰ ভিতৰত থকা পদুম ফুলৰ দৰে ছটা চক্র।

**ছয়ত্রিশ, ছয়ত্রিছ** বি. ছয় অধিক ডেৰ কুৰি thirty six.

**ছয় মাহিলি** বিণ. ছমহীয়া half-yearly.

**ছয় বিপু** বি. কাম, ক্রোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য।

**ছয়-শত্রু** বি. নাক, মুখ, মন, চকু, ছাল, কাণ এই ছটা ইন্দ্রিয়ক ছয় শত্রু বোলা হয়।

**ছয়ষষ্ঠি** বি. ছয় অধিক তিনিকুৰি sixty six.

**ছয়সত্তৰ** বি. তিনিকুৰি যোল seventy six.

**ছয়ান্নবৈ, ছিয়ান্নবৈ** বি. চাৰি কুৰি যোল ninety six.

**ছয়াশী, ছিয়াশী** বি. ছয় অধিক চাৰি কুৰি eighty six.

**ছৰতীয়া** বিণ. ছয় ৰতি জোখৰ, ছয় ৰতিৰ সমান গধুৰ weighing six ratis, পুৰণি এক অনা মূল্যৰ ৰূপৰ মোহৰ an old silver coin of one anna value.

**ছল** বি. ঠগ, ফাকি, প্রবঞ্চনা, প্রতাৰণা এটা কথাক অন্য এটা বুলি দেখুৱা কাৰ্য্য direct, fraud, a pretext, সক. ধা. ছল কৰা, ফাকি দে, মিছাভ সঁচা বোধ জন্মা to deceive, to cheat. কৃদ. বি. **ছলোঁতা**। স্ত্রী. **ছলঁতী**। **ছলন** বি. প্রতাৰণা কৰা কাৰ্য্য the act of cheating.

**ছলনা** বি. প্রতাৰণা, ফাকি, বঞ্চনা deception, cheating.

**ছলগ্রাহ** বি. কোনো বস্তু অকস্মাৎ গ্রহণ কৰিবলৈ কৰা কৌশল deceitful means.

**ছল-ছন্দ** বি. ছলনা আৰু প্রতাৰণা, বুদ্ধি-সন্ধি।

**ছলচ্ছল** বি. তৰলৰ শব্দ, উচ্ছলিত।

**ছলহা** বি. অনৰ্থক বা মিছামিছি কথা কৈ ফুৰা indulgence in idle talk. অক. ধা. **ছলহামাৰ**।

**ছলাহ** বি. ছলনা, প্রতাৰণা, ফাকি deception, cheating.

**ছলাহী** বিণ. বঞ্চক, ধূৰ্ত্ত roguish, deceitful.

**ছলি** বি. শিশু, ল'ৰা-ছোৱালী a child. বিণ. **ছলীয়া** ল'ৰা মতীয়া child-like.

**ছৰাল** বি. ল'ৰা শিশু a male child. স্ত্রী. **ছৰালী**।

**ছলেবলে** ক্রি. বিণ. যেনে তেনে, যি কোনো উপায়েৰে by any means, by hook or by crook.

**ছহিদ** বি. যুদ্ধত মৰা মানুহ one dying in a battle.

**ছাঁ** বি. ৰ'দ বা পোহৰ নপৰাকৈ ৰখা আঁৰ বা ঢাকনী a shade, a screen, ৰক্ষাৰ স্থান protection, আৰ্চী আদিত ওলোৱা প্রতিমূৰ্ত্তি a

**জাঙিয়া** বি. কঁকালৰ পৰা আঠুলৈকে ওলমি থকা চুটি চেঙা short breeches reaching half way down the things.

**জাণ্ডী** বি. বটিয়াৰে কৰা এবিধ ফাঁদ a kind of snare for birds.

**জাণ্ডুৰ** বি. খং, ক্ৰ'ক anger.—অক. ধা. **জাণ্ডুৰ খা** খং কৰ to be angry, উজাৰ খা to disperse suddenly.

**জাণ্ডুল** বি. একে ঠাইতে গোট খোৱা মানুহ, বস্তু বা জন্তু a crowd. —অক. ধা. অনেকে এক ঠাইতে গোট খা to assemble in a large body.

**জাণ্ডুল খাই ধৰ** অনেকে বেঢ়ি ধৰ to surround in a body, **জাণ্ডুল খাই উঠ** বহুতে একে লগে খং কৰ to be angry in a body.

**জাজ** ( পু. অ. ) বি. জাং, শৰীৰৰ অঙ্গ the limb of the body.

**জাঙ্গুলী** বি. মনসাদেৱীৰ এটা নাম, a name of the goddess Manasa.

**জাজনা** বি. কোনো ক্ৰটিৰ কথা সোঁৱৰাই দিয়া a taunting remark.

**জাজৰণি** বি. উচ্চ শব্দেৰে আৰু খঙেৰে কোৱা কথা, গোজৰণি angry and loud threatening, blustering.

**জাজৰা** বি. জলা কটা হেতা বা কাঢ়নী a perforated ladle.

**জাজ্বল্যমান** বি. অতি উজ্জ্বল, অতি স্পষ্ট, বৰকৈ জিলিকি থকা shining, blazing, very conspicuous.

**জাড্য** বি. মূৰ্খতা foolishness, ঠৰ হৈ থকা গুণ frigidness.

**জাণ্টে, ঝাণ্টে** ক্ৰি. বিণ. অতি শীঘ্ৰে, তৎক্ষণাৎ, বেগতে quickly, instantly.

**জাত** বিণ. জন্মা, উৎপন্ন, হোৱা born, produced.

**জাত** বি. বিধ, প্ৰকাৰ kind, short, কুল, জাতি caste, আচৰণ, গতি behaviour, 'শেনৰ এক জাত' সমূহ an assemblage, যি গীত পদ যেনেকৈ গাব লাগে, সেই স্বৰ a tune,—বিণ. খাই বিধৰ, যথাৰ্থ প্ৰকাৰৰ of the real kind, genuine.

**জাত এৰ** নিজৰ কুল বা ধৰ্ম্ম পৰিত্যাগ কৰ to give up one's caste or religion. বিজতুৱা হ ( শস্য আৰু জন্তুত খাটে ) to degenerate. **জাত মাৰ** জাতি নষ্ট কৰ।

**জাতক** বি. যি জন্মে, জন্মকোষ্ঠী one who is born, horoscope, ( পু. অ. ) জন্ম দিওঁতা 'জগজন জাতক'। বুদ্ধদেৱৰ পূৰ্ব্বজন্ম বৃত্তান্ত থকা গ্ৰন্থ।

**জাতকৰ্ম্ম** বি. সন্তান উপজিলে কৰিব লগীয়া কৰ্ম্ম the first ceremony after child birth.

**জাত চাই কঠিয়া** বি. বাপেক মাক চাই লৰা like father like son. 'মাক ভালে জীয়েক জাতী'।

**জাতি** বি. বিধ, প্ৰকাৰ শ্ৰেণী sort, kind. কুল, বংশ caste, race, এক ৰাষ্ট্ৰ এক দেশ বা এক ধৰ্ম্মৰ অন্তৰ্গত মানৱ সমষ্টি nation, জন্ম, উৎপত্তি origin, এবিধ ফুল a kind of flower.—বিণ. ধ্ৰুব, ধীৰ, শান্ত steady, mild, পোহনীয়া হোৱা domesticated, যথাৰ্থ প্ৰকাৰৰ, আচল বিধৰ genuine, **জাতিকল** এবিধ, সৰু কল, **জাতি কাঠ** চন্দন কাঠ, **জাতিকুল** বংশ, **জাতিচন্দন** বগা চন্দন কাঠ, **জাতিচ্যুত** স্বজাতিৰ পৰা বহিষ্কৃত, **জাতি ধৰ্ম্ম** নিজকুল অনুসাৰে কৰ্ত্তব্য কৰ্ম্ম particular duty of each caste, **জাতিপাপ** মানুহে সদায় ব্যৱহাৰ কৰা পাপ, **জাতি বাঁহ** এবিধ বাঁহ, **জাতি বিদ্বেষ, জাতি বিৰোধ** বি. জাত ক্ৰোধ, এক জাতিৰ আন জাতিৰ প্ৰতি হোৱা হিংসা racial antagonism, communal jealousy. **জাতি ভ্ৰষ্ট** বিণ. জাতি যোৱা outcasted. **জাতি লাউ** এবিধ লাউ, পানী লাউ, **জাতিস্কাৰ** সুন্দৰ, উত্তমৰূপে সজোৱা, জাকজমক splendid, showy, well-decorated. **জাতিস্মৰ** বিণ. যাৰ পূৰ্ব্বজন্মৰ কথা মনত আছে remembering the events of a previous life. **জাতি হীন** জাতি নথকা degraded in caste.

**জাতীয়** বিণ. কোনো এক বিধৰ belonging to a particular variety. কোনো এক জাতিৰ, জাতি সম্বন্ধীয় national, **জাতীয় প্ৰেম** নিজ জাতি বা দেশৰ মানুহৰ প্ৰতি স্নেহ patriotism.

**জাতে, জাতেই** ক্ৰি. বিণ.সম্পূৰ্ণৰূপে, সমূলি altogether, totally.

**জাত্যন্তৰ** বিণ. নিজ জাত এৰি আন এক জাত লোৱা gone to another caste.

**জান** সক. ধা. বুজ পা, ভু পা, বুজ to know, to understand.—বি. জাননী, জনোৱা কাৰ্য্য notice, information.—ক্ৰি. **জান দি** to inform.

**জান** বি. জীৱন life, জুৰি, পানী বৈ যোৱা স্বাভাবিক খাৱৈ a ravine, a stream.

**জানকী** বি. জনক ৰজাৰ কন্যা, সীতা a name of Sita.

**জানন** বি. জনা কাৰ্য্য act of knowing.

**জাননী** বি. লোকলৈ জনাবলৈ মুখেৰে দিয়া বাতৰি বা লিখা কাকত a

written or verbal information.

**জান নেজান** বিণ. অতি সূক্ষ্ম, অতি অলপ very small minute.

**জানন্ত মোমা** বি. নিজক জনা বুলি মিছাকৈয়ে কোৱা লোক।

**জানন্তা** বিণ. জনা, ভু-পোৱা knowing, জ্ঞানী মানুহ a wise man, জানাজানি অনেক লোকৰ অবগতি।

**জানানা** বি. অন্তঃপুৰ a seraglio, তিৰোতা মানুহ a woman.

**জানপদী** এজনী দেৱকন্যা।

**জানিবা** ক্রি. বিণ. অনুমান কৰি লোৱা, মনত ভৱা taking anything for granted, প্ৰায়, যেন almost, as, like. জানিবা শান্তি হে পোৱা হ'ল।

**জানিশুনি** ক্রি. বিণ. জ্ঞান পূর্ব্বক, knowingly.

**জানু** বি. আঁঠু knee. **জানুশিৰে** ক্রি. বিণ. আঁঠু পাৰি আৰু মূৰ দোঁৱাই।

**জানুৱাৰী** বি. ইংৰাজী বছৰৰ প্ৰথম মাহ January.

**জানো** ক্রি. বিণ. বুজ নাপাওঁ যেনে— ৰাম আছিলনে? জানো, কব নোৱাৰোঁ। প্ৰশ্ন সোধাত ব্যৱহৃত অব্যয়, তোমাৰ পিতাৰা জানো আছিল? অর্থাৎ তোমাৰ পিতাৰা আছিল নে?

**জানোচা, জানোৱা** ক্রি. বিণ. কিজানি হব পাৰে perhaps.

**জানোঁতা** বি. জনা পুৰুষ a man who knows. স্ত্ৰী. **জানতী**।

**জানোৱাৰ** বি. জন্তু animal.

**জান্ত** (পু. অ.) ক্রি. হেঁচ, মোহাৰ বি. জাঁত, ঘানী, তেল পেৰা যতন a grinding mill, an oil mill.

**জান্তি জান্তি** ক্রি. বিণ. বেগাই, খৰকৈ quickly.

**জান্তিপ** বি. চক্রেটিছৰ পত্নী।

**জাপ** বি. ওলমাই বা আৰি সজা চাং a suspended platform of bamboo.

**জাপ** অক. ধা, কাপোৰ ভুলাপাত আদিৰ নিচিনা পাতল বস্তু মোকোটাই সামৰ, তৰপ তৰপ কৰি মোকোটা to fold, এতৰপৰ ওপৰত আন তৰপ থ to pile, to heap, গাত লোৱা কেৰা তৰপীয়া কাপোৰ। **জাপ দুৱাৰ, জাপ** বি. ওলমাই বা আৰি লগোৱা দুৱাৰ a sliding door.

**জাপি** বি. বাঁহৰ কাঠীৰে সাজি টকৌ পাতেৰে ছোৱা এবিধ ছত্ৰ a wicker hat serving as an umbrella.

**জাপেদলে, জাপেমুলে** ক্রি. বিণ. যিহকে পাই তিহকে, বাচ-বিচাৰ নকৰাকৈ, একেলগ কৰি।

**জাবৰ** বি. সাৰি পেলোৱা খেৰ কুটা আদি, অকামিলা খেৰ কুটা বা সেই

নিচিনা বস্তু rubbish, sweepings.

**জাবৰ জোঁথৰ** জাবৰ আৰু সেই নিচিনা অকামিলা বস্তু sweepings and waste things. **জাবৰণি** বি. খেৰ কুটা আদিৰে ভৰি থকা ঠাই, জাবৰ পেলোৱা ঠাই a place full of rubbish. **জাবালি** বি. এজন ঋষিৰ নাম, the name of a sage. **জাবৰুৱা** বিণ. জাবৰেৰে ভৰা full of or containing rubbish.

**জাব্ৰাং** বি. এবিধ সুগন্ধি জলা গুটি a kind of fragrant seed.

**জামছেদ** বি. পাৰস্যৰ এজন ৰজা।

**জামদগ্ন্য** বি. জমদগ্নিৰ পুত্ৰ. পৰশুৰাম, son of the sage Jamadagni, Parasurama.

**জামৰ** অক. ধা. উখহা গুচ বা কম হ, শুকাই যা, নিস্তেজ হ to shrink, to fade—বি. **জামৰণি**।

**জামবিণ** বি. কলিকটৰ এজন ৰজাৰ নাম।

**জামৰুল** বি. আমোল-টেঙা।

**জাম্‌লে** বি. আমৰলি পোক।

**জামাতা, জামাতৃ** বি. জীৰ স্বামী, জোঁৱাই son-in-law.

**জামালুদ্দিন কমী** বি. পাৰস্যৰ চুফি-কবি।

**জামিন** বি. এজনে কোনো কাৰ্য্য নকৰিলে তাৰ নিমিত্তে দায়ী হবলৈ গাত লোৱা মানুহ a surety, bail.

**জামিনদাৰ** বিণ. যি অইনৰ হৈ জামিন হয়।

**জামীৰ** বি. এবিধ টেঙা, ফল a kind of acid fruit.

**জামু** বি. এবিধ ফল a kind of fruit and its tree. **জামুকলীয়া** পকা ক'লা জামু ফলৰ বৰণীয়া purple.

**জামুকী** বি. বৰ হিলৈত জুই লগোৱা আৰিয়া a portfire or match for firing guns.

**জামু দাঁত, জামিদাঁত** বি. গুৰি দাঁত a molar tooth.

**জাম্বৱতি** বি. জাম্বুবন্তৰ কন্যা, সত্যভামা, কৃষ্ণৰ এজনা ভাৰ্য্যা a wife of Krishna.

**জাম্বৱন্ত** বি. ৰামৰ সেনাৰ ফালে থকা এজন ভালুক বীৰ a chief in the army of Ram said to be a bear.

**জায়া** বি. ভাৰ্য্যা, ঘৈণী wife.

**জাৰ** বি. উপপতি, গোপনে লোৱা পৈ a paramour.

**জাৰ, ঝাৰ** সক. ধা. কুলাৰে জোকাৰি পৰিষ্কাৰ কৰ to winnow, কোনো ৰোগ গুচাবলৈ মন্ত্ৰ মাতি অলপ অলপকৈ কোবা বা মোহাৰ to repeat incantation over, গালি শপনি পাৰ to abuse severely.

**জাৰ, ঝাৰ** বি. কেবাটা চাকি থকা প্ৰদীপ a chandelier, বনকৈ গজি

থকা গছ, বাঁহ সমূহ a thicket, জোপা।

**জাৰ** বি. চোক, তীক্ষ্ণতা sharp taste, sharpness.

**জাৰ, জাড়,** বি. চেঁচা, তাপৰ অভাব cold. **ভাতজাৰ** জাৰ কালি ভাত খোৱাৰ পাছত লগা জাৰ। **ভূতজাৰ** ভয়ৰ পৰা কঁপনি উঠি হোৱা জাৰ। **উৎপত্তিজাৰ** ওপজাৰ পাছত হোৱা জাৰ। **প্ৰলয় জাৰ** মৰাৰ আগত গা চেঁচা পৰি লগা জাৰ, বিণ. জাৰ গুচাবলৈ ব্যৱহাৰ কৰা 'জাৰ কাপোৰ' **জাৰ গেনেৰা** জাৰত কোঁচ খাই থকা too sensitive to cold. **জাৰ-কাল, জাৰ কালি** বি. জাৰৰ দিন, শীত ঋতু cold season.

**জাৰক** বিণ, হজমী, যিহে পৰিপাক কৰায় that which helps in digestion.

**জাৰজ** বিণ. জহৰা, বিয়া নকৰা স্বামীৰ পৰা হোৱা ল'ৰা, illegitimate, জহৰা সন্তান a bastard.

**জাৰণ** বি. ধাতু পুৰি কৰা ভস্ম a metallic calx, এবিধ কটাৰী আদি অস্ত্ৰ ধৰোৱা টান শিল a kind of hard stone used for sharpening knives etc.

**জাৰণ, ঝাৰণ** বি. কোনো বস্তু কোবাই বা মোহাৰি পৰিষ্কাৰ কৰা সৰু কাপোৰ duster, jharan.

**জাৰণি, ঝাৰণি** বি. ডাঠ হাবি, কাঠনি a forest, a thick tree, jungle.—বিণ. **জাৰণীয়া** হাবিৰ পৰা অনা collected from the forest.

**জাৰ্‌বানাহ** বি. এজনৰ ওপৰত পৰা বহুত কামৰ বোজা heavy pressure of work.

**জাৰবুদ্ধি** ( পু. অ. ) বি. কাকো উপ-পতি বুলি ভবা কাৰ্য্য the act of regarding one as a paramour.

**জাৰ-শোগোৱা** বিণ. জাৰ-গেনেৰা afraid of cold.

**জাৰি** বিণ. প্ৰচাৰ হোৱা, জাহিৰ promulgated, made public. —ক্ৰি. জাৰি কৰ to publish, জিভাত হোৱা মলি a dirty coating on the tongue.

**জাৰি-জোকাৰি** ক্ৰি. বিণ. চালি জাৰি ভালকৈ অনুসন্ধান কৰি searching or examining minutely.

**জাৰিলে** বি. বেমাৰী মানুহৰ জিভাত হোৱা মলি a dirty coating formed on the tongue of an ill person.

**জাৰী** বি. এক প্ৰকাৰৰ গীত।

**জাৰী, ঝাৰী** বি. পেটত নলী লগোৱা লোটা a water pot with a spout.

**জাৰুৱা** বিণ. জাৰত বা জাৰকালি ব্যৱহাৰ কৰা used in winter.

জাৰকালি উৎপন্ন হোৱা produced in winter.

**জাবোঁতা, ঝাবোঁতা** বিণ. জৰা কাৰ্য্য কৰা মানুহ a man who winnows, exorcizes or dusts. স্ত্রী. জাবঁতী।

**জাল** বি. জলা, ফুটা, বিন্ধা hole.

**জাল** সক. ধা. জুই ধৰ, জুই লগা to kindle, পাত্ৰৰ জলা মাৰ to solder বি. জালোঁতা।

**জাল** বি. মাছ, চৰাই বা পহু ধৰিবৰ নিমিত্তে জৰীৰে গুঁঠি কৰা এবিধ যতন, ফাকি, প্ৰবঞ্চনা a net, illusion, deception, জালৰ নিচিনা আন বস্তু anything like a net. চকুৰ মণিত পৰা পাতল মল a kind of thin membrane on the eye that obstructs the sight,—বিণ. মিছা, ফাকি দিবলৈ কৰা 'জাল খত' fraudulent, counterfeited. জালমোনা জালৰ দৰে গুঁঠি কৰা এবিধ মোনা।

**জাল** বি. প্ৰসবৰ তিনি দিনৰ দিনা পোৱাতী তিৰোতাক খুওৱা কচু আদিৰ জলা আঞ্জা a kind of pungent curry given to a woman after child birth

**জাল দে** পোৱাতীক জলা আঞ্জা দে

**জাল খা** গাৰ বিষ মৰিবলৈ জলা বস্তু বা আঞ্জা খা।

**জাল্** বি. খাওঁতে বা গাৰ ছালত লাগিলে পোৰণি উঠা গুণ, পোৰণি pungency, burning sensation, বস্তু সিজাবলৈ দিয়া জুইৰ তাপ heat of fire applied in cooking, ৰাগী intoxication, কিৰণ, তাপ ray of light, heat —ক্রি. জাল দে তপত কৰ, সিজা to heat, to cook.

**জালৰ, ঝালৰ** বি. চন্দ্ৰতাপ আদিৰ দাঁতিত ওলমি থকা জলমলীয়া জলম frill.

**জালা** (পু. অ.) বি. জলা, ফুটা hole, পোৰণি pungency.

**জালি** বি. গঢ, গঠন appearance.

**জালি** বি. ৰাতিৰ শেষত পোহৰ হবলৈ ধৰোঁতে চৰায়ে মতামাত 'কৈঁহ জালি' screaming of birds at the approach of dawn.

**জালিম** বিণ. মতলীয়া যেন হৈ থকা (খঙত বা ৰাগীৰ গুণত) over-excited.

**জালিৰ মুৰা খা** ৰ'দ জুই আদিৰ তাপত বা বেছি পৰিশ্ৰমৰ কাৰণে বৰ দুখ পা।

**জালী** বিণ. কোমল, পুৰঠ নোহোৱা tender, not mature, বি. কোমোৱা আদিৰ পুৰঠ নোহোৱা ফল the tender fruit of certain plants.

**জালী-কাট** ফুটা কাটি কাটি জালৰ নিচিনা কৰ make holes to resemble a net-work, বিণ.

**জালীকটা** জালৰ দৰে ফুটা থকা having holes like a net-work.

**জালীগাঁত** বি. কোনো বস্তুৰ তলত জাল দিবলৈ এটা বা কেইবাটা গাঁত মাটিৰ তলেদি সংযোগ কৰি খানি, এটাইকেওটা গাঁতলৈ জুইৰ তাপ যাব পৰাকৈ তাৰ ওচৰতে খানি লোৱা গাঁত। 'গুৰ পগাবলৈ কৰা জালী গাঁত'।

**জালীয়া** বি. জালী গাঁত।

**জালুক** বি. এবিধ সৰু জলা গুটি তাক আঞ্জা আৰু দৰৱত দিয়া যায়— black pepper, বিণ. জালুকীয়া জালুক দি ৰন্ধা।

**জালোঁতা** বি. যি মানুহে জালে বা জুই লগায় one who solders or kindles. স্ত্ৰী. জালঁতী।

**জালোৱা, জালোৱাই** বিণ. জালেৰে মাছ ধৰা, জাল বোৱা fishing with nets, বি. জাল বোৱা মানুহ, জালেৰে মাছ ধৰা মানুহ a man fishing with nets. স্ত্ৰী. জালোৱানী।

**জায়সী** বি. এজন মুছলমান পণ্ডিত।

**জায়েদা** বি. হজৰত ইমাম হাচানৰ স্ত্ৰী।

**জাস্তি** বিণ. অধিক, বেছি more.

**জাহ, জাস্** বি. জুই পানী আদিত জাপ দি মৰা, আত্মহত্যা suicide.

**জাহ** বি. জুই পানী আদিত জাপ দি মৰা, আত্মহত্যা suicide, গোটখাই থকা তকাম বা পঁচা জেও, জাবৰ a mass of rubbish, গোট খাই থকা গছ, লতা আদি জোপোহা হাবি a thicket.

**জাহ** বিণ. জীণ যোৱা, জহি যোৱা, গেলি পমি যোৱা, গেলি পচি ক্ষয় পোৱা digested, decomposed, rotten.

**জাহ দি** খাৰত পানী দি সৰা to leach, অপবাদ দি to accuse of, আত্মহত্যা কৰি।

**জাহ নিয়া** জীণ নিয়া, ক্ষয় কৰ to digest, decompose.

**জাহাজ** বি. যন্ত্ৰেৰে চলোৱা বৰ নাৱ a ship, a big vessel. [illegible] জাহাজ সম্বন্ধীয়, যি বস্তু জাহাজেৰে আহে।

**জাহাজী কল** বি. এবিধ সোৱাদ কল a kind of plantain.

**জাহানাৰা** বি. ছাহজাহানৰ কন্যা।

**জাহাপনা** বি. বাদচাহক সন্মান কৰি মতা মাত।

**জাহান্নম** বি. মুচলমান শাস্ত্ৰমতে নৰক। জাহান্নমে যা নৰকলৈ যা, কুপথে গৈ নষ্ট হোৱা।

**জাহিঙা** বি. এবিধ লাহী ধান a kind of paddy.

**জাহিৰ** বিণ. ব্যক্ত, প্ৰকাশিত revealed, made known.

**জাহিল** বিণ. মূৰ্খ আৰু অধাচাৰী illiterate and savage.

**জাহ্নবী** বি. গঙ্গা নৈ the river. Ganges.

**জিংজিঙা** সক. ধা. খিঙ্খিঙা, খং কৰি কথা ক বা গালি পাৰ to scold—কৃদ. বি. **জিংজিঙনি**—বিণ. **জিংজিঙীয়া** খিংখিঙীয়া peevish, snarling.

**জিঁজিৰি** বি. শিকলি, লো বা আন ধাতুৰ লোৰা a chain, a fetter.

**জিক্** অক. ধা. জয় কৰ, পৰাস্ত কৰ to conquer, to defeat অক. ধা. জয় লাভ কৰ, জয়ী হ to be victorious, তিতা, ভিজা to be wet. (পু. অ.) চিকমিক কৰা।

**জিকজিকা** অক. ধা. খং কৰি উঠ, কোনো কথা শুনি বা কোনোক দেখি খং কৰ to be angry at the hearing or sight of anything.

**জিক্মিকা, জিক্মিকীয়া** 'চিক্মিকা' 'চিক্মিকীয়া' চোৱা।

**জিকৰ** বি. এবিধ পিটনিত থকা চৰাই a kind of water-bird.

**জিকা, ঝিকা** বি. বাৰিষা হোৱা আঞ্জা খোৱা এবিধ লতাৰ ফল আৰু তাৰ গছ a kind of creeper and its fruit.

**জিকাজৰী** বিণ. বৰ কটকিনা very miserly.

**জিকা-বুৰা** কানি কাপোৰ তিয়াই আৰু গা-পা ধুই শুদ্ধ হোৱা কাৰ্য্য।

**জিকাবুৰাই** ক্রি. বিণ. তিতা গা আৰু তিতা কাপোৰেৰে with wet body and garment.

**জিকাৰ** বি. ভয়, জাৰ অকস্মাৎ দুখৰ পৰা হোৱা গাৰ কঁপনিৰ জোকাৰ a a sudden start of the body caused by fear, cold etc. অক. ধা. জিকাৰ, জিকাৰখা, জিকাৰ মাৰ।

**জিকাৰু** বি. লোকক পৰাস্ত কৰা মতা বা তিৰোতা, জয়ী লোক a conqueror, a victor বিণ. জিকা, জয়ী হোৱা victorious.

**জিকিৰ** বি. মুছলমান সম্প্রদায়ে গোৱা একপ্রকাৰ গীত।

**জিকেৰি** বি. মূত্র ত্যাগ কৰোঁতে পোৱা বা কষ্ট পোৱা এবিধ ৰোগ a kind of urinary disease.

**জিগীষা** বি. জয়ৰ ইচ্ছা, **জিগীষু** বিণ. জয়াভিলাষী।

**জিঘাংসা** বি. বধ কৰিবৰ ইচ্ছা intention to kill.

**জিঙ্ক্** বি. এবিধ আকৰত পোৱা টিনৰ নিচিনা ধাতু zinc.

**জিজি** বি. মাছ ( ভালকৈ মাত নুফুটা ল'ৰা-ছোৱালীয়ে কোৱা মাত ) a fish.

**জিজিয়া** বি. মুচলমান ৰাজত্বত অমুচলমান প্রজাৰ পৰা লোৱা কৰ faith-tax.

**জিজ্ঞাস** সক. ধা. শোধ, প্রশ্নকৰ to ask, কৃদ. বি. **জিজ্ঞাসক** সোধোঁতা one who asks.

**জিজ্ঞাসা** বি. অনুসন্ধান enquiry, প্ৰশ্ন, জানিবৰ ইচ্ছা question. **জিজ্ঞাসা কৰ** কৃদ্ বিণ. **জিজ্ঞাসিত** যি কথা সোধা যায়—বিণ. **জিজ্ঞাসু** জানিবলৈ ইচ্ছা থকা, জানিব খোজা inquisitive. **জিজ্ঞাস্য** বিণ. সুধিব লগীয়া, প্ৰশ্নৰ যোগ্য fit to be asked, **জিজ্ঞাসক** যি জিজ্ঞাসা কৰে।

**জিঞ্জিৰি** বি. 'জিজিৰি' চোৱা।

**জিঞা, জিয়াঁ, ঝিঞা, ঝিয়াঁ** বি. এবিধ উৰিফুৰা পোক a dragon fly.

**জিত** অক. ধা. জিক্ to triumph বি. জয় triumph বশীভূত, শান্ত controlled, calm.

**জিতেন্দ্ৰিয়** বিণ. কাম, ক্ৰোধ, লোভ, মোহ আদি ইন্দ্ৰিয়ৰ বশ নোহোৱা, যি ইন্দ্ৰিয়ক জয় কৰিছে capable of subduing influences of the passions.

**জিদ** বি. অৰিয়া-অৰি, প্ৰতিদ্বন্দ্বিতা prestige, rivalry.

**জিন** সক. ধা. জিক, দমন কৰ, পৰাস্ত কৰ to surpass বি. জিন সকলৰ দেৱতা। **জিনোঁতা** জয় কৰোঁতা স্ত্ৰী. **জিনোঁতী**।

**জিন্‌কা** বি. প্ৰবল জোকাৰৰ পৰা হোৱা শব্দ।

**জিন্‌জিন্** (অনু. শব্দ) বহুত বেলি হাত ভৰি একেঠৰে থকাৰ কাৰণে তেজ চলিব নোৱৰা হলে, নাইবা মূৰত আঘাত লাগিলে যেনে বোধ হয় তেনে বোধ বুজোৱা শব্দ, কৃদ. বি. **জিনজিননি** অক. ধা. **জিনজিনা**।

**জিনাৰ** বি. জহামাল।

**জিনিচ** বি. বস্তু বাহানি article.

**জিন্তী, ঝিন্টী** বি. এবিধ হালধীয়া ফুল আৰু তাৰ গছ a kind of shrub.

**জিন্দেগী** জীৱন।

**জিবা, জিভা** বি. জিহ্বা, ৰসনা, বস্তুৰ সোৱাদ লোৱা আৰু কথা কোৱাত ব্যৱহাৰ কৰা মুখৰ ভিতৰত লৰচৰ কৰি থকা এডোখৰ মঙহ a tongue. **জিবা-কটা** লুভীয়া greedy.

**জিম** বি. টেঙা জাতিৰ ফলৰ ভিতৰৰ ৰস থকা ক্ষুদ্ৰ জোলোঙা the pulp of an orange etc. কাপোৰৰ গাত ওলমি থকা জিমৰ নিচিনা আঁহ বা লোম the nap or pile of cloth. এফালে গোটেইগাতে দহিৰ নিচিনা লোম লগাই মিৰি সকলে বোৱা কপাহী দলিচা a napped cotton rug usually made by the Miris of Assam.

**জিম্** বিণ. নিমাত silent অক. ধা. **জিমপৰ** নিটাল মাৰ, নিমাত হ to be silent.

**জিম খৰিচা** 'খৰিচা' চোৱা।

**জিম্মা** (আ. জিম্মা) বি. আয়ত্ত, অধিকাৰ, সংৰক্ষণ।

**জিন্না** বি. সন্দেহ, দ্বিধা doubt, suspicion.

**জিয়াদা** বিণ. অধিক, অতিৰিক্ত excessive, much.

**জিৰত** বি. কাৰো মাটিৰ ওপৰত থকা শস্য আদি trees and crops growing on one's land.

**জিৰণি** বি. কামৰ পৰা অৱসৰ বিশ্ৰাম cessation from work, rest. বি. **জিৰণীয়া** জিৰণি লোৱা, জিৰোৱা resting. **জিৰণীয়া মৌ** বি. অস্থায়ীভাৱে থকা মানুহ। **জিৰা** অক. ধা. বিশ্ৰাম কৰ, কাম নকৰি থকা to take rest, to repose, কৃদ. বিণ. **জিৰাওঁতা**, স্ত্ৰী. **জিৰাঁতী**।

**জিৰাফ্‌** বি. আফ্ৰিকা মহাদেশৰ এবিধ বন্য জন্তু।

**জিল** বি. কিতাপ আদিৰ ঢাকনী a cover.

**জিল্‌মিল্‌, ঝিল্‌মিল্‌** বি. এবিধ শাক, ভতুৰা শাক a kind of herb, **জিলমিল কৰে** বিণ. উজ্জ্বল bright.

**জিল্‌মিলা, ঝিল্‌মিলা** অক. ধা. 'জলমলা' চোৱা।

**জিলমিলীয়া, ঝিলমিলীয়া** বিণ. 'জলমলীয়া' চোৱা।

**জিলা** বি. এজন ডেপুটি কমিচনাৰৰ অধীনত থকা কোনো দেশৰ এক অংশ a district board, **জিলাগণ** জিলাবোৰ্ড district board; **জিলা নিধি** জিলাৰ ধনৰ ভঁৰাল district fund. **জিলা-ন্যায়ালয়** জিলা আদালত district court, **জিলা পৰিষদ** জিলাসভা district council.

**জিলিক, ঝিলিক** অক. ধা. চক্‌মকা, উজ্জ্বল হ to glitter, to shine, কৃদ. বি. **জিলিকনি** চকমকনি তিৰবিৰণি a sparkle. **জিলিকা** সক. ধা. পোহৰ কৰ, উজ্জ্বল কৰ to cause to glitter or shine.

**জিলিঙনি** বি. জলঙা অৰ্থাৎ বেৰাৰ বিন্ধাই দি ভিতৰলৈ সোমোৱা পোহৰ light coming through a wall.

জিলাপী, জিলাপি, জিলেপি বি. এবিধ মিঠাই a kind of sweets.

জিলি, ঝিলি বি. এবিধ ঝি ঝি শব্দ কৰা পাখি থকা পোক a kind of insect, the cicada.

জিষ্ণু বি. বিজয়ী, বিষ্ণু, কৃষ্ণ, অৰ্জ্জুন, ইন্দ্ৰ, সূৰ্য্য।

জিহাদ বিধৰ্ম্মীসকলৰ বিৰুদ্ধে মুছলমানৰ ধৰ্ম্মযুদ্ধ।

জিহ্বা বি. জিভা the tongue.

**জী** অক. ধা. জীৱ ধাৰণ কৰি থাক, নমৰি থাক to live, to survive.

**জী** বি. কন্যা a daughter, সন্মান সূচক উপাধি 'স্বামীজী'। **জী মৰা জোৱাই** বি. মৰম বঞ্চিত লোক।

**জীউ** বি. জীৱ, আত্মা, প্ৰাণ the life, the soul, ৰব প্ৰিয় মানুহক

মৰা মাত। জীউজাউ বি. দেহলাউ, বৰ মৰমৰ মানুহ darling, a very beloved person.

জীণ বি. ত্ৰব হৈ শৰীৰত লয় পোৱা (আহাৰ) digested, জীণ যা জাহ যা, ত্ৰব হৈ শৰীৰত মিলি থাক to be digested, to live in harmony.

জীন বি. ঘোঁৰাৰ পিঠিত পৰা ছালৰ গাদী saddle.

জীন বি. এবিধ ছুমোৰীয়াকৈ বোৱা ডাঠ কপাহী কাপোৰ a twilled cotton cloth, jean.

জীপ্ বি. মাটিত থকা ৰস moisture of land. বিণ. জীপজীপীয়া জীপ থকা, ৰস থকা damp, moist, অক. ধা. জীপ ধৰ, জীপ লা ৰস ধৰ to revive to freshness.

জীপনী বি. ভগা বস্তু জোৰা লগাবলৈ বান্ধি দিয়া কাঠি a splint.

জীপাল বিণ. ৰসযুক্ত fresh, healthy.

জীমূত বি. মেঘ cloud. জীমূতবাহন ইন্দ্ৰ।

জীয়ন বি. নকৈ ৰোৱা নীৰস বা জঁই পৰা পুলিত দিয়া পানী water applied to a withered or new plant, জীয়াই থাকিবৰ উপায় means of living.

জীয়ন্তে মৰা বিণ. জীয়াই থাকোতেই মৰাৰ নিচিনা হোৱা death like.

জীয়ন্তা বিণ. জীয়াই থকা, প্ৰাণ থকা living, alive, জীয়াই থকা মানুহ।

জীয়ৰী বি. বিয়া নিদিয়া ছোৱালী an unmarried girl.

জীয়া, জীয় (পু. অ.) বি. জী, ছোৱালী daughter.

জীয়া বিণ. নমৰা, জীয়াই থকা living, নেগেলা fresh (said of fish) সক. ধা. নমৰাকৈ ৰাখ to keep in a living state, জীৱ দে to restore to life. কৃদ. বি. জীয়াওঁতা, জীয়ঁতী। ক্ৰি. বিণ. জীয়াই জীয়াই, জীয়াই জীয়া অৱস্থাত, নমৰি in the living state, বধ নকৰাকৈ without killing.

জীয়াখোৰা বিণ. উগ্ৰ স্বভাৱৰ fierce.

জীয়াছলি বি. কম বয়সৰ ছোৱালী a young girl.

জীয়াজুই বি. সদাই সন্তাপ লগোৱা আগত থকা মানুহ one who is a constant source of grief.

জীয়াতু বি. মৃত্যুৰ নিচিনা দুখ, অতি কষ্ট excessive pain, great distress.

জীয়াৰাঁৰী বি. যি তিৰোতাৰ স্বামী মৰা নাই, কিন্তু নিৰুদ্দেশ বা প্ৰায় আঁতৰত থকা কাৰণে তেওঁ স্বামীৰ সঙ্গৰ সুখৰ পৰা বঞ্চিত।

জীয়াৰৰ বি. সাক্ষাৎ যমৰ নিচিনা শত্ৰু a deadly enemy.

**জীয়াৰী** বি. কন্যা a daughter, ছোৱালি a girl.

**জীয়াকৰীয়া** বিণ. সদায় গাত ৰোগ থকা, ক্ষীণ sickly.

**জীৰা** বি. আঞ্জাত দিয়া এবিধ সৰু সুগন্ধি গুটি the cumin seed.

**জীৰিজি** বি. পুৰণি হৈ ফাটি ছিৰাছিৰ হোৱা ( কাপোৰ ) tattered.

**জীৰ্ণ** বিণ. জাহ যোৱা, জীণ যোৱা digested, বুঢ়া হৈ ক্ষীণ আৰু দুৰ্ব্বল হোৱা decrepit, worn out, পুৰণি হৈ ভাগি ছিগি যোৱা tattered.

**জীৰ্ণকৰ, জীৰ্ণকাৰক, জীৰ্ণকাৰী** আহাৰ জীণ নিওৱা digestive.

**জীৰ্ণতা** বি. জীৰ্ণ হোৱা অৱস্থা state of being worn out, জীৰ্ণ যোৱা অৱস্থা digestion.

**জীলু** বি. নিচেই কেচুৱা অৱস্থাত থকা কেচু a worm in its very young state.

**জীৱ** বি. প্ৰাণ, জীয়াই থকা শক্তি life, জীৱ থকা জন্তু, প্ৰাণী a living being. **জীৱকোষ** যিবিলাক অতি সৰু সৰু অংশ লগ লাগি প্ৰাণী বিলাকৰ শৰীৰ গঠিত হয়, দেহৰ অতি সূক্ষ্ম সূক্ষ্ম ভাগ cell ( in living matter ). **জীৱজন্তু** প্ৰাণীসমূহ living beings. **জীৱতত্ত্ব** বি. প্ৰাণী বিজ্ঞান zoology, **জীৱতত্ত্বজ্ঞ** প্ৰাণী-বিজ্ঞান জনা মানুহ a zoologist. **জীৱদশা** জীৱন কাল, জীৱিতাৱস্থা। **জীৱলোক** মৰ্ত্ত্য লোক living world. **জীৱশূন্য** বিণ. প্ৰাণহীন, মৃত। **জীৱহত্যা** প্ৰাণী-হত্যা a killing of animals. **জীৱহিংসা** কোনো প্ৰাণীৰ প্ৰতি কৰা অপকাৰ injury done to animals.

**জীৱতু, জয়তু** অক. ধা. জীয়াই থাকোক।

**জীৱন** বি. জীয়াই বা নমৰি থকা অৱস্থা the living state, প্ৰাণ, ধাতু life, vitality, পানী water, বায়ু।

**জীৱনচেষ্টা** বি. জীয়াই থাকিবলৈ কৰা যত্ন struggle for existence.

**জীৱনচৰিত** কোনো লোকৰ জীৱনৰ ঘটনাৱলী আৰু চৰিত্ৰৰ বিৱৰণ।

**জীৱন সঙ্গিনী** বি. সহধৰ্ম্মিনী জীৱনৰ সুখ-দুখ ভাগিনী ॥

**জীৱনী** বিণ. যাৰ দ্বাৰা আয়ুবৃদ্ধি হয়, জীৱনবৃত্তান্ত। **জীৱনীশক্তি** জীৱন-ধাৰণৰ শক্তি।

**জীৱনবীমা** বি. নিৰ্দ্দিষ্ট বয়স হোৱাত বা মৃত্যুৰ পাছত কোনো নিৰ্দ্দিষ্ট পৰিমাণেৰে টকা দিব লাগিব এই চৰ্ত্তে নিৰ্দ্দিষ্ট পৰিমাণে আৰু নিৰ্দ্দিষ্ট কালৰ নিমিত্তে কোনো কোম্পানীত টকা জমা ৰখা কাৰ্য্য life insurance.

**জীৱনান্ত** বি. প্ৰাণ অন্ত হোৱা, মৰণ death.

**জীৱনোপায়** বি. যাৰ দ্বাৰা জীয়াই থকা যায়, জীৱিকা. বৃত্তি liveli-hood.

**জীৱন্ত** বিণ. জীয়াই থকা, জীয়া, প্ৰাণ থকা অৱস্থা state of being alive, life.

**জীৱন্মুক্ত** বিণ. জীয়াই থাকোতেই পুণ্যৰ বলত সকলো পাপ খণ্ডাই কৰ্ম্ম বন্ধৰ হাত সৰা, অতিশয় পুণ্যাত্মা attaining deliverance from sins while living.—বি. জীৱন্মুক্তি।

**জীৱন্মৃত** বিণ. জীয়াই থাকোতেই মৰা যেন dead though living. স্ত্ৰী. জীৱন্মৃতা।

**জীৱাণু** বি. নিচেই সৰু আকৃতিৰ জীৱ animalcule.

**জীৱাতুৰ** বি. জীৱ বা প্ৰাণৰ নিমিত্তে আতুৰ afraid of losing one's life.

**জীৱাত্মা** বি. প্ৰাণ, জীৱন, দেহধাৰী আত্মা soul, the vital soul of a living being.

**জীৱাশ্ম** বি. শিলীভূত উদ্ভিদ বা প্ৰাণী fossil.

**জীৱিকা** বি. জীয়াই থকাৰ উপায়, ব্যৱসায়, বৃত্তি means of liveli-hood, profession.

**জীৱিত** বিণ. জীয়া, প্ৰাণ থকা living, alive.

**জুই** বি. অগ্নি fire.—ক্ৰি. **জুই ধৰ** জ্বলা to kindle fire. **জুই আগুনি** বি. জোনাকী পৰুৱা, জুই ফিৰিঙতি the firefly, a spark of fire. **জুইছাই** জুই আৰু ভস্ম বা তেনেকুৱা আন বস্তু, fire, lamp.—বিণ. বৰ বেছি 'জুইছাই টেঙা' 'জুইছাই দাম' very much. **জুই-জাল** দন্দ খৰিয়াল বা হাই উকমি কৰি থাক to brawl.

**জুইত জাঁপ দে** ক্ৰি. সমুখত ডাঙৰ বিপদ দেখিও কোনো কাৰ্য্য কৰ। **জুইকুৰা** জুইৰ ওচৰত বহি জুইৰ তাপ ল। **জুই বাহ** দিয়াচলাই match box. **জুই লগা** বিণ. দুৰ্ভগীয়া unlucky, একো পাবলৈ নাই poor, ( said of a place ). **জুই-শলা** বি. দীপকাঠি a match. **জুই-শাল** সদায় জুই ধৰা ঠাই, জুহাল a fireplace.

**জুগুপ্সা** বি. ঘৃণা।

**জুটি** বি. খোজ কাঢ়োতে ভৰিত লগা খুন্দা a mis-step, এবিধ চৰাই ধৰা ফান্দ a snare for small birds. **জুটি খা**—খোজ কাঢ়োতে ভৰিত খুন্দা খা to make a false step.

**জুটিয়াৰ** বি. কোনো কাৰ্য্য বা ব্যৱসায় কৰিবলৈ লগলগা মানুহ বিলাকৰ এজন a member of a company or corporation.

**জুটীয়া** বিণ. আন এজন বা কোনো জনৰ লগত যোগ হৈ কাম কৰা joint.

**জুটুলা** বি. চুটি আৰু কেঁকোৰা-কেঁকুৰি (চুলি) short and curly, as hair, চুটি চাপৰ, বাঢ়িব নোৱৰা (গছ) stunted in growth.

**জুঠা, ঝুঠা** বিণ. মিছা, অসত্য false, fruitless, মিছা কথা untruth, হীন বা অশুচি বস্তু an impure thing.

**জুতি** বি. সুবিধা, সুচল convenience, কোনো কাৰ্য্য কৰোতে পোৱা সুখ, সোৱাদ the pleasure derived from doing something, taste—ক্রি. জুতি চা, জুতি ল সোৱাদ ল, ভাল বেয়াৰ প্ৰমাণ বুজ to try the taste of, to taste the quality of, জুতি লাগ ভাল লাগ, কোনো কাম কৰাত বা খোৱাত সুবিধা বা সুখ জন্মা to feel satisfied.

**জুথৰি** বি. এৰি বা মুগাৰ জেঁথা, সূতা coarse Eri or Muga silk.

**জুদা** পৃথক, ভেদ জ্ঞান।

**জুন** বি. ইংৰাজী বছৰৰ ৬ষ্ঠ মাহ the month of June.

**জুনজুন** ( অনু. শব্দ ) বি. সৰু জুনুকা নাইবা কোনো টান বস্তু জোকাবিলে হোৱাৰ নিচিনা শব্দ a tinkling or rattling sound.—কৃদ. বি. জুন-জুননি। বিণ. জুনজুনীয়া জুন-জুন-শব্দ কৰা, নীৰস, শুকান exhausted, dry.

**জুনা** বি. হুচৰি গোৱাত নাচনিয়াৰে নচাৰ আগতে আৰু এজনে গাই দিয়া চুটি পদ a short verse sung as a prelude each time the dancer dances in a Bihu festival.

**জুনীয়া** বিণ. সোৱাদ বিচৰা, বেয়া বস্তু খাব নোৱৰা dainty, squeamish.

**জুনুক, জুনুক-জুনুক** (অনু. শব্দ) জুন জুন শব্দ, জুনুকাৰ বা নেপুৰৰ নিচিনা শব্দ a tinkling sound, **জুনুকা** বি. ভিতৰত সৰু সৰু টান গুটি ভৰোৱা ধাতুৰ বা কাঠৰ এবিধ বাদ্য, তাক জোকাবিলে জুন জুন শব্দ উঠে a rattle.

**জুপি** 'জোপা' চোৱা।

**জুপুকা** বি. মনে মনে মূৰ চপৰাই বহি থকা sitting still with the head bent down.—অক. ধা. জুপুকা মাৰ, জুপুকা লাগ তললৈ মূৰকৈ মনে মনে বহি থাক।

**জুপুৰা, জুপুৰীয়া** বিণ. জোপাৰ নিচিনা, চাপৰ আৰু ডাল পাতেৰে ভৰি থকা low and bushy, (shrubs).

**জুপুৰি** বি. পঁজা, সৰু আৰু সামান্য গছ a cottage, shanty.

**জুবিলি** প্ৰধানকৈ ৫০ বছৰ হলে কোনো ব্যক্তি বা প্ৰতিষ্ঠানৰ স্মৰণোৎসৱ বা জন্মোৎসৱ। ২৫

বছৰত ৰূপালী জুবিলি, ৫০ বছৰত সোণালী আৰু ৬০ বছৰত হীৰক জুবিলি।

**জুবুৰিয়া** সক. ধা. পানী আদি জুলীয়া বস্তুৰ তললৈ সুমা, বুৰা to dip in a liquid. বি. **জুবুৰিয়াওঁতা**।

**জুম** বি. সমূহ জাক, একে ঠাইতে গোট খাই থকা বহুত লোক বা জন্তু a multitude, a block or herd. **জুমবান্ধ** একে ঠাইতে গোট খা to throng, to be united. **জুম খা, জুম পাত**।

**জুম খেতি, ঝুমখেতি** বি. পৰ্ব্বতৰ কাঠনি মাটি জুৰি কৰা বাম খেতি।

**জুম্‌** অক. ধা. কোনো বিন্ধাই দি আঁৰৰ পৰা লুকাই চা, জোপ to peep. **জুমাজুম** বি. অনেক জাক several crowds. **জুমাজুমে** জাকে জাকে, **জুমাজুমি** বি. ঘনে ঘনে জুমি চোৱা কাৰ্য্য, ভুমুকা ভুমুকি act of peeping repeatedly. **জুমাজুমি, জুমাজুমে** ক্রি. বিণ. জুম পাতি পাতি in several groups. **জুমিজামি** ক্রি. বিণ. জুপি জুপি looking at minutely.

**জুম্মা মছ্‌জিদ** বি. যি মছ্‌জিদত সৰ্ব্বসাধাৰণে নামাজ কৰে।

**জুমুঠি, জুমুথি** বি. জুই লগাবৰ নিমিত্তে, মাটিৰ মূৰ্ত্তিৰ ভিতৰত দিবৰ নিমিত্তে নাইবা আন কোনো কাৰণে পকাই বন্ধা খান খেৰৰ আঁটি a braided wisp of straw.

**জুমুথি পোৰ** মৃতকৰ শ দাহ কৰিবলৈ নোপোৱা হেতুকে খেৰৰ আটি এটা সেই শ স্বৰূপে দগ্ধ কৰে to burn an effigy of a deceased person whose body cannot be obtained.

**জুমুৰি** বি. ভিৰ, আধিক্য, হেঁচা pressure, আতিশয্য excessive state of degree.

**জুমুৰী** বি. প্ৰত্যেক ফাকিত আঠোটা আখৰ থকা এবিধ ছন্দ a kind of verse.

**জুমুৰী** ( পু. অ. ) বিণ. তললৈ মূৰকৈ চাই যোৱা looking downward.

**জুমুতা** বি. যি মানুহে জুমি চায় one who peeps.

**জুম্মা** বি. শুক্ৰবাৰ, মুচলমানৰ উপাসনা কৰা দিন Friday.

**জুৰ্‌** বিণ. চেঁচা, শীতল cool, শান্ত mild, লেহেম slow. বি. শীতলতা coolness. অক. ধা. **জুৰ লৰ্‌** ছাঁত বা চেঁচা ঠাইত থাকি জিৰণি ল to take rest in a cool place.

**জুৰ্‌** বি. সিজাবৰ নিমিত্তে বন্ধা মৰা শাকৰ আগ, জুৰি the leaves of the jute plant tied together for cooking.

**জুৰ্‌জুৰ্‌** (অনু. শব্দ) তৰকাৰ ভৰি বস্তু লাহে লাহে পৰাৰ নিচিনা শব্দ।—

ক্রি. বিণ. **জুৰজুৰ কৰে** বিণ. **জুৰ-জুৰীয়া।**

**জুৰণি** বি. গা জুৰ কৰা ঔষধ, গাৰ তাপ শীতল কৰা দৰব a cooling draught.

**জুৰা ঝুৰা** সক. ধা. চেঁচা কৰ, তাপ কৰা to cool. তৃপ্তিকৰ, শান্ত কৰ to derive pleasure or peace.

**জুৰি, ঝুৰি** বি. পৰ্ব্বতৰ পৰা বৈ অহা সৰু জান a small hill stream.

**জুৰি** বি. কোনো চিনৰাখিবৰ কাৰণে ওখ বন আদিৰ আগ মেৰাই দিয়া গাঁঠি, মুগা পলু নামি অহা নিবাৰণ কৰিবলৈ মুগা মেলা গছত খেৰ মেৰাই দিয়া বান্ধ, সিজাবৰ নিমিত্তে মোটোকাই বন্ধা কচু মৰাশাক আদি শাক, জুৰ।

**জুৰা** বি. বিচাৰ কাৰ্য্যত জজক সহায় কৰিবলৈ আদালতে নিৰ্ব্বাচিত কৰি দিয়া কেইজনমান লোকৰ মেল jury.

**জুৰুলা** বিণ. দুৰ্ব্বল, ক্ষীণ, দৰিদ্ৰ weak, enfeebled, impoverished. অক. ধা. **জুৰুলা পৰ** বৰ দুৰ্ব্বল হ to be very weak, দুখীয়া to become poor.

**জুৰুলি** বিণ. তিতি পানী বৈ থকা, বৰকৈ তিতা drenched. বি. গাৰ পৰা জৰি ওলোৱা বা বৈ পৰা ঘাম, তেজ আদিৰ ধাৰা a flow of water, sweat, blood etc. from the body.

**জুৰুলি-জুপুৰি** বিণ. বৰকৈ তিতা exceedingly wet.

**জুৰে** ক্রি. বিণ. ধীৰে, লাহে লাহে slowly, calmly. **জুৰে-শাঁতে** ক্রি. বিণ. লাহে ধীৰে slowly and calmly.

**জুল** বি. লোৰ অস্ত্ৰেৰে দকৈ অঁকা ঘূৰণীয়া আঁক বা গুণা a deep circular line.

**জুল** অক. ধা. ওলমি থাক to be suspended. **জুলন যাত্ৰা, ঝুলন-যাত্ৰা** বি. শাওণ মাহৰ শুক্লা একাদশীৰ পৰা পূৰ্ণিমা লৈকে শ্ৰীকৃষ্ণৰ এটা উৎসৱ।

**জুলাই** বি. ইংৰাজী বছৰৰ ৭ম মাহ, the month of July.

**জুলাপ** বি. ভেদ হোৱা দৰব a purgative.

**জুলি. ঝুলি** ( হি. ঝোলী ) বিণ. সৰু জোলোঙা a bag.

**জুলি** বি. অণ্ডকোষ the scrotum.

**জুলীয়া** বিণ. জোল বা পানীৰ নিচিনা দ্ৰৱ liquid.

**জুলুকা** বিণ. বিমৰ্ষ, বেজাৰত তল-মুৰকৈ থকা cheerless, dejected, downcast.—অক. ধা. **জুলুকা লাগ** মন মাৰি থাক, বিমৰ্ষ হ to be dejected.

**জুলুকি** বি. কম পানীত সৰু মাছ ধৰা বাঁহৰ কাঠিৰে সজা এবিধ যতন a kind of fishing basket.

**জুলুকি-জুলুকি** কৈ ক্রি. বিণ. ঘনে ঘনে অনেক বাৰ দুখ দি।

**জুলুম** বি. অত্যাচাৰ oppression, tyranny. **জুলুমবাজ** বিণ. বৰকৈ আমনি কৰা too much annoying.—ক্রি. **জুলুম কৰ**।

**জুলেথি** বি. তাঁতৰ গবকা আৰু বৰ মাজত থকা দাংডুডালৰ এডাল।

**জুলৈ, জলে** বি. বুঢ়া আঙুলি আৰু তৰ্জ্জনী আঙুলি বহলাই মেলি লোৱা জোখ, বেগেত।

**জুৱা** বি. ধনৰ বাজী ৰাখি কৰা তাচ আদিৰ খেল gambling.—বি. **জুৱা চোৰ** মহা ঠগ বা প্ৰবঞ্চক a great cheat. **জুৱাৰী** জুৱা খেলা কৰোঁতা a gambler.

**জুহাল** বি. জুইশাল a fire-place.

**জেউতি** বি. পোহৰৰ দীপ্তি, কান্তি light, splendour.

**জ্‌ম্ভন** হাঁমি।

**জেউৰ** বি. খোজা বস্তু নোপোৱাত ল'ৰা-ছোৱালীৰ কান্দন বা খোহ, আওখটি whims of children.—অক. ধা. **জেউৰ ধৰ** বোহগাত to be whimsical as a child.

**জেউৰা** বি. গৰ্ভৱতী তিৰোতাক খুৱাবলৈ আত্মীয়-কুটুমে কৰা জলপানৰ সম্ভাৰ, পঞ্চামৃত a customary repast with which a pregnant woman is entertained by her relatives.

**জেওৰা** বি. খেতিৰ চাৰিওকালে পাতলকৈ গোঁজ পুতি দিয়া চাপৰ বেৰা a bamboo railing, a thin low fence.

**জেং, জেঙ্** বি. পাত নথকা ঠাল ঠেঙুলি leafless small branches and twigs of trees.

**জেং কচু** বি. এবিধ দীঘলীয়া টেপু কচু a variety of arum.

**জেংজেঙীয়া** বিণ. জেঙৰ নিচিনা, কাঁইটীয়া, নীৰস আৰু মঙহ নথকা resembling dry twigs, এডাল এডাল হৈ থকা distinct and separate.

**জেক** অক, ধা. অলপকৈ তিতা সেমেকা to be damp or moist. —বি. জীপ moisture.—বি. **জেকনি** জেকা বা অলপকৈ তিতা অৱস্থা dampness.

**জেকা** সক. ধা. অলপকৈ তিয়া, সেমেকা to cause to be damp. —বিণ. অলপ তিতা, সেমেকা damp, moist.

**জেকেট মেকেট** বিণ. হাতত লাগি ধৰা, অলপকৈ ঘামেৰে তিতা gummy, moist with perspiration.

**জেগেলা** বি. গেলা পচা বস্তুৰে পূৰ, মলিন dirty, filthy.

**জেঙলি** বি. জেংথকা ঠাই, এবিধ ধান।

**জেঙা** সক. ধা. জেঙেৰে বন্ধ কৰ to place thorny branches in.—

বি. আপোৰাহ, লেঠা, জগৰ hindrance, obstruction, offence.

**জেঙ** বি. এবিধ কাঁইটীয়া ওখবন a prickly shrub.

**জেঙেৰা** বি. কেটেৰা, অসন্তোষ প্ৰকাশ কৰি টান কথা কোৱা sharp and angry.

**জেঙেৰীয়া** বিণ. জগৰীয়া, দোষ কৰা guilty, offensive.

**জেটুকা** বি. পাত বাটি দি হাতৰ তলুৱা আৰু নখ ৰঙা কৰা এবিধ গছ the Indian henna.

**জেটুলিপকা** বি. এবিধ সৰু কাঁইটীয়া গছত হোৱা ফল a kind of gooseberry.

**জেঠ** বি. বছৰৰ দ্বিতীয় মাহ the month of Jaith.

**জেঠ্পা** বি. পিতা বা আইৰ বায়েকৰ স্বামী, জেঠাইৰ গিৰিয়েক the husband of father's or mother's elder sister.

**জেঠৰ বাবে** খৰ জেঠ মাহত বৰ খৰাং আৰু চোকা ৰ'দ হোৱা বাৰ দিন।

**জেঠা** বি. পিতাৰ ককায়েক father's elder brother. স্ত্ৰী. জেঠী।

**জেঠাই** বি. আই বা বোপাইৰ বায়েক the elder sister of father or mother.

**জেঠাল, জেঠৌত** বি, বৰ-জনা, স্বামীৰ ককায়েক husband's elder brother.

**জেঠাৱৈ** বি. স্বামীৰ বায়েক elder sister of husband.

**জেঠি** বি. শুঁই জাতিৰ এবিধ ঘৰৰ চালত থকা সৰু জন্তু the house lizard. চালৰ শীতলী (পতলী) কামী ধৰি ৰখা সৰু গোটা কামী, বেৰ গুঠোতে ব্যৱহাৰ কৰা সৰু গোটা কামী। **জেঠী লেণ্ডৰীয়া** জেঠীৰ নেগুৰৰ দৰে ক্ৰমে একাললৈ সৰু হৈ যোৱা।

**জেঠুৱা** বিণ. জেঠ মাহত ওপজা বা উৎপন্ন হোৱা born or produced in the month of Jeth.

**জেঠেৰি** বি. নিজৰ ভাৰ্য্যাৰ ককায়েক wife's elder brother.

**জেতা** বি. জয় কৰোঁতা a victor.

**জেনেৰু** বি. পকিলে মিঠা হোৱা এবিধ টেঙা ফল a kind of fruit.

**জেন্দাবেস্তা** পাৰ্চীসকলৰ ধৰ্ম্মগ্ৰন্থ।

**জেপ জেপীয়া** বিণ. তিতি বা সেমেকি লেপা হোৱা, লেপ লেপীয়া stichy.

**জেপেটি** ধৰ আঠাৰ দৰে লাগি ধৰ কামোৰ খাই ধৰ to stick or adhere as gum.—বিণ. জেপেটীয়া।

**জেপ, জেব** চোলা বা চেঙা আদিত লগাই দিয়া মোনা a pocket. জেপঘৰী বি. জেপত লৈ ফুৰা সৰু ঘৰী a watch.

**জেৰা** বি. বুঢ়া আঙুলি, তৰ্জ্জনী আৰু মাজৰ আঙুলিৰে ধৰি তুলিব পৰা সমান গুড়ি বস্তু (চেনি, লোণ ইত্যাদি) as much of powder specially suger, salt etc. as can be held between the thumb and the next two fingers.

**জেব্ৰা** বি. আফ্ৰিকা মহাদেশৰ বন্য জন্তু।

**জেৰ্** বি. ফৰ্দ্দৰ তলত লিখা মুঠ হিচাপ, ইয়াকে ফৰ্দ্দৰ ওপৰত লিখিলে ইজা বোলে the total at the foot of an account sheet পৰিণাম, পাছত হোৱা ফল the after-effect, কম small.

**জেৰ্বাৰ** বিণ. হাইৰাণ, হাৰাশাস্তি harassed, exhausted.

**জেৰা** বি. বিচাৰকৰ আগত বাদী প্ৰতিবাদী আৰু সাক্ষী বিলাকক নানা প্ৰশ্ন কৰি সত্যাসত্য নিৰ্ণয় কৰা কাৰ্য্য cross examination.

**জেৰাকচিচ** বি. পাৰস্যৰ এজন ৰজা।

**জেৰীয়া** বিণ. সূতাৰ দৰে মেৰখাই ধৰা, পাক লগা, একবাৰ নোৰৰা, বেঁকা ভাবৰ entangled, complicated difficult to separate not straightforward, আঁহ থকা fibrous as flesh, সূতাত সূতা মেৰ খাই লগা পাক, ঠেং, খোহ offence taken.

**জেৰেঙা** বি. বাঁহৰ কাঠি, জেং যা গছৰ ডালি গুচিয়াই বান্ধি লোৱা দীঘল পোটা a broom, a besom.

**জেৰেঙালৈ দিয়া** ক্ৰি. প্ৰাণ হত্যাৰ দণ্ড দিয়া।

**জেৰেপা** বিণ. ফালিবলৈ টান, ৰবকৈ আঁহ থকা cross-grained and difficult to split.

**জেল** কাৰাগাৰ, ফাটেক বা ফাটক।

**জেল্‌জেলীয়া** বিণ. জালৰ নিচিনা পাতল, সেৰেঙা (কাপোৰ) flimsy and thin like a net.

**জেলাইলাই** বিণ. জালৰদৰে নিচেই পাতল very thin.

**জেলি** চেনিৰ দ্বাৰা প্ৰস্তুত কৰা ফলৰ ৰস।

**জেলুক** বি. এবিধ কুমজেলুকাৰ নিচিনা কিন্তু এটা বাহ থকা শামুক জাতিৰ পোক a snail.

**জেলুকীয়া** বিণ. জেকনি লাগি জেলুকৰ গাৰ দৰে পিছল হোৱা, জেকা আৰু পিছল damp and slippery.—অক. ধা. **জেলুকীয়া লাগ**।

**জেলেং** বি. পানীত মাছ ধৰা এবিধ বান, চাবীৰ তলত দিয়া কাঠিৰে কৰা তালিচা a contrivance for catching fish, the lining of a mat.

**জেলেপ** বি. বিচনীৰ চাৰিওফালে লগোৱা কোঁচ দিয়া কাপোৰ a narrow braid attached to the edge of a fan, কাপোৰৰ

দাঁত লগাই দিয়া খুনীয়া কাপোৰ, শুণা সূতা আদিৰ ঠেক জাল বা জলম্ a narrow braid attached to the edge of a garment.

**জেলেপি** বি. এবিধ মেৰ খুৰাই কৰা পিঠা a kind of sweet meat.

**জেশাহু** বি. ভাৰ্য্যাৰ বায়েক wife's elder sister.

**জেষ্ঠা** বি. এটা নক্ষত্ৰ one of the lunar mansions.

**জেহাদ** বি. মুচলমান ধৰ্ম্মৰ বিৰোধী মানুহৰ সৈতে মুচলমানৰ যুদ্ধ a moslem holy war.

**জৈবিক** জীৱ সম্বন্ধীয়, biological.

**জৈন** বিণ. জিন নামেৰে এজন ধৰ্ম্ম গুৰুৰ মতত চলা following the doctrines of the Jaina sect. সেই মতত প্ৰবৰ্ত্তা মানুহ the follower of the Jain religion.

**জৈমিনি** বি. পূৰ্ব্ব মীমাংসা নামক দৰ্শন শাস্ত্ৰৰ লিখক the founder of the purba-mimansa philosophy.

**জোঁং** বি. জোঙা আগ, আগ জোঙলা মাৰি a pointed end, a pointed stick.

**জোঁট্‌, জঁট্‌** সক. ধা. লগ লগাই বান্ধ to tie together, to yoke. —বি. অনেক বস্তু একেলগে গোটাই দিয়া বান্ধ tying together, আউল derangement.—কৃদ. বি. **জোঁটোতা**, স্ত্ৰী. **জোঁটতী**।

**জোঁট-খা, জোঁট-বান্ধ, জোঁট-লাগ** আউল লাগ, পাক খা, মেৰাই ধৰ to be entangled or entwined অক. ধা. **জোঁট-ভাগ** আউল ভাগ to be disentangled. কৃদ. বি. **জোঁটনি** জোঁটা বা সাঙোৰা কাৰ্য্য the act of joining together.

**জোঁটনী** বি. দুটা বস্তু গোটাই বন্ধা জৰী a string with which two things are tied together.

**জোঁট-পোট** বি. বিশৃঙ্খল হৈ লগা পাক, জঞ্জাল a tangle, trouble.

**জোঁটা** সক. ধা. ছাপিবৰ কাৰণে আখৰ লগলগা, এটা আখৰ আন এটাৰে লগ লগাই মাত to put together for reading.

**জোঁটা** বি. থোকা, একেডাল জৰীৰে বন্ধা বা গোঁটা বস্তুবোৰ things tied or sewed together, a bunch.—জোটাবান্ধ।

**জোঁটাপুটি, জোঁটা-পোটা** বি. দৰবাদৰবি a conflict, a struggle.—ক্ৰি. বিণ. **জোঁটা-পোটাকৈ**।

**জোঁটাশলীয়া** বিণ. কোনো কাৰ্য্য বা ব্যৱসায় কৰিবলৈ লগ বন্ধা forming a partnership.—ক্ৰি. বিণ. **জোঁটা শলীয়াকৈ**।

**জোঁটাশালী** বি. কোনো কাৰ্য্য বা ব্যৱসায় কৰিবলৈ বহুত লোকে বন্ধা লগ partnership.

**জোঁৰ** বি. জুই লগাই নিয়া দীঘল খৰিৰ মুঠি a torch.—সক. ধা. **জোঁৰ বা** জোঁৰ লৈ পানীত মাছ ধৰ।

**জোঁৰ** বি. ধেনুৰ গুণ বা জৰী a bow string, তুলা ধুনা ধেনু a bow used in scutching cotton.

**জোঁৱাই** বি. জীৰ গিৰিয়েক, কন্যাৰ পতি a son-in-law.

**জোঁৱাহি** বি. বহুমূলীয়া অলঙ্কাৰ jewellery.

**জোক** বি. এবিধ তেজ পিয়া পোক a leech.

**জোকৰ মুখত চুণ দে** চোকা কথা বা মাতেৰে উত্তৰ দি তিৰস্কাৰ কৰ বা মাতিব নোৱৰা কৰ to rebuff by a cutting retort, to snub.

**জোকা** সক. ধা. আমনি কৰি খং তোল to vex, to excite to anger. কৃদ. বি, **জোকাওঁতা**। স্ত্রী. **জোকাঁওতী**। **জোকাজুকি** বি. এজনে আন জনৰ খং তোলা কাৰ্য্য act provoking each other.

**জোকাৰ** বি. উৰুলি, জয়ধ্বনি sound or shout expressing joy or emotion. লৰোৱা কাৰ্য্য a shake. অক. ধা. বৰকৈ লৰা to shake violently. **জোকাৰ খা** বৰকৈ লৰ, **জোকাৰ মাৰ** জোকাৰ। **জোকাৰনি** বি. জোকৰা কাৰ্য্য, লৰোৱা কাৰ্য্য act of shaking. **জোকাৰোঁতা,** স্ত্রী. **জোকাৰঁতী**।

**জোকাষ্ঠী** বি. অড়িপাছৰ মাতৃ।

**জোকোৰা** বি. গেজেৰা, ভেকাহি one or two harsh words uttered in order to reprove.

**জোখ** সক. ধা. দীঘল, পুতল বা গধুৰৰ পৰিমাণ কৰ to measure, to weigh. বি. দীঘল, পুতল বা গধুৰৰ পৰিমাণ, কোনো বস্তু জোখা মাৰি measure, weight, measure, weight, measuring rod. **জোখ-পোত, জোখ মাখ** ঘৰ আদি সাজিবলৈ কৰা জোখ বা মাপ, পৰিমাণ, ওজন।

**জোখা** বি. ভাগ, গুণ, পৰিমাণ part, proportion. সক. ধা. আনৰ হতুৱাই জোখ কৰা to cause to be measured. বিণ. যাক জোখা হৈছে measured.

**জোখাই, জোখাৰে** ক্রি. বিণ. পৰিমাণেৰে, জোখ অনুসাৰে, উপযুক্ত মতে according to, in proportion.

**জো-গৃহ, জৌগৃহ** (পু. অ.) বি. 'জতুগৃহ' চোৱা।

**জোঙা** বিণ. জোঙৰ নিচিনা চোকা আগ থকা having a pointed end.

**জোঙাল** সক. ধা. জোঙা কৰ, কাটি বা খঁহি আগ চোকা কৰ to cut to a point, to give a point to.

**জোঙাল বলহ** বি. বজা আবিমন্তৰ পুত্ৰ।

**জোছাব** বি. ইজিপ্তৰ এজন বজা।

**জোটন শুদ্ধি** বি. জোৰা অহা, দৰা আৰু কন্যাৰ ৰাশিৰ মিল the agreement between the stars of a man and woman intended to be married.

**জোটৰ-পোটৰ** 'জোটা পোটা' চোৱা।

**জোড়্** 'জোৰ্' চোৱা।

**জোড়ন** 'জোৰণ' চোৱা।

**জোড়া** 'জোৰা' চোৱা।

**জোত** বি. মাটি বাবীৰ সম্পত্তি, স্থাবৰ সম্পত্তি landed property. **জোতদাৰ** বাজহ দি চৰ্কাৰী মাটি ভোগ কৰা ৰায়ত a ryot holding land from the government.

**জোতা** বি. জন্তুৰ ছালেৰে তৈয়াৰ কৰা পাদুকা a shoe.

**জোন** বি. চন্দ্ৰ the moon. **জোনবিৰি** বি. অৰ্দ্ধ চন্দ্ৰৰ আকৃতিৰ এবিধ মাদুলী a crescent shaped ornament worn on the neck. **জোন মৰ, জোন মাৰ** যা অমাবস্যা হ।

**জোনাই, জোনবাই** বি. জোন the moon.

**জোনাক** বি. জোনৰ পোহৰ moon shine. বিণ. জোনৰ পোহৰৰ দ্বাৰা প্ৰকাশিত moonlit.

**জোনাকী, জোনাকী পকৰা** বি. বাত্তি জ্বলা এবিধ পোক firefly, a glow worm.

**জোনালী** বিণ. চন্দ্ৰৰ কান্তিৰে প্ৰকাশিত, আন কোনো দীপ্তিৰে প্ৰকাশিত, জোনাক illuminated by the moon or other light.

**জোপ্** অক. ধা. জোপা আদিৰ আঁৰ লৈ খাপ ল to lie in wait, মুৰ দোঁৱাই ভাল কৈ চা to look closely.

**জোপা** বি. ডাল পাতেৰে জোপোহা চাপৰ গছ বা তৃণ a bush, a shrub, গছ বুজোৱা শব্দ a word used to denote a tree or trees. **জোপা মাৰ** অক. ধা. তললৈ মুখকৈ মনে মনে বহি থাক to sit still with the face, downwards. **জোপা ল** জুপি থাক, খাপ ল to lie in wait. **জোপাজোপে** ক্ৰি. বিণ. বহু ঠাইত আৰু সৰহীয়াকৈ lying in ambush by groups. কৃদ. বি. **জোপোঁতা**। স্ত্ৰী. **জোপঁতী**।

**জোপোহা** বিণ. ডালপাতেৰে ভৰি থকা, সৰহ ডাল থকা full of leaves and branches, bushy.

**জোবোবা** বি. পানীত বুৰকা বা বুৰমৰা কাৰ্য্য, ধুৰ dipping, im-

mersion in water. অক. ধা. জোবোৱা যাব।

জোৰ্ সক. ধা. আঁট, যথেষ্ট হ, যাক যিমান লাগে সিমান হ to suffice for, ব্যাপ্, ভৰি পৰ to extend over, to cover.

জোৰ্, জোড় সক. ধা. ধেনুত কাঁড স্থাপিত কৰ, কোনো কাম আৰম্ভ কৰ to fix to the bow, as an arrow, to commence. বি. জোৰা আৰম্ভণ commence-ment.

জোৰ্, ঝোৰ্ সক. ধা. হাবি কাটি পৰিষ্কাৰ কৰ to clear (as jungle).

জোৰ্ বি. বল, শক্তি force, strenth, দুই বা অধিকৰ ভিতৰত সকলো বিষয়ত সমতা, মিল equality in every respect between two or more persons or things.

জোৰণ বি. বিযাৰ আগেয়ে দৰাৰ ঘৰৰ পৰা ছোৱালালৈ পঠোৱা অলঙ্কাৰ, কাপোৰ, তেল, সেন্দুৰ, আদি ornaments, clothing etc sent from the house of a bridegroom to the bride at the commencement of a marriage. সক. ধা. জোৰণ পিন্ধা ছোৱালীক অলঙ্কাৰ আদি পিন্ধাই বিয়াৰ ঠিক বন্দবস্ত কৰ। জোৰণ পিন্ধাই অনা বিয়া নকৰাকৈ জোৰণ পিন্ধাইয়ে ছোৱালী অনা কাৰ্য্য, এনেকৈ আনি পিছত হোম আদি কৰি বিয়া কৰোৱা নিয়ম।

জোৰন্তা (পুঃ অঃ) বি. জোৰ, প্ৰতিদ্বন্দ্বী, সমান গুণ থকা লোক a match, a rival.

জোৰৱান বিণ. বলৱান strong, vigorous.

জোৰা বি. বহুত মানুহ, গান-বাজনা, গায়ন-বায়ন আদিৰ দল a party.

জোৰা (পু. অ.) দুই চৰণ থকা শ্লোক বা পদ।

জোৰা সক. ধা. দুটা বস্তুৰ মূৰ মিলাই একেটা কৰ, জোৰা লগা to join বি. দুটা বস্তুৰ মূৰ লগ লগা ঠাই, সন্ধি a joint, বিয়া দিব খোজা ল'ৰা আৰু ছোৱালীৰ ৰাশিৰ মিল agreement between the nativities of a man and woman intended to be married. জোৰা এৰ জোৰা পৃথক হ to be disjointed. জোৰা একৰা জোৰা গুচা to disjoin. জোৰা কৰ আয়োজন কৰ to prepare. জোৰা খা জোৰা লাগ, মিল হ to agree, to conform to জোৰা খুৰা জোৰা লগা to join. জোৰা দে সংলগ্ন কৰি মিল কৰ to join. আচলতকৈ বেছিকৈ ক to exaggerate. জোৰামৰ মিল হ, সন্মত হ to

agree, আঁট, যথেষ্ট হ to be enough. **জোবামাৰ** জোবামিলা, মিল কৰ, যিমান লাগে সিমান। **জোবা লগা** জোবা খুৰা to join. **জোবা লৰ** জোবা ঢিলা কৰ to dislocate. **জোবা লাগ** মিল হ। **জোবা সোলকা** জোবা ছিগ to be disjoined. **জোবা সোলকা** জোবা এৰুৱা to disjoin.

**জোবা-জোখা** বিণ. খাঁজে-খাপে খোৱা, যেনে হব লাগে তেনে, উপযুক্ত fitting, adequate, deserving.

**জোবাই জোখাই** ক্রি. বিণ. যেনে হব লাগে তেনেকৈ, উচিত বা উপযুক্ত মতে fittingly, adequately, যিমান লাগে সেই পৰিমাণে sufficiently.

**জোবে জোবে** ক্রি. বিণ. সমানে সমানে, নিজৰ সমান লোকে সৈতে fittingly, equally.

**জোল, জোল্** বি. পানীৰ নিচিনা বস্তু, আঞ্জাৰ ৰস a liquid, broth soup সক. ধা. **জোলা কৰ** জুলীয়া বা পানীৰ নিচিনা কৰ।

**জোল্ওলা** বহু কষ্ট পা to be put to distress.

**জোলা** বি. তাঁতী a weaver, কপাহৰ ফুটা a section of a cotton pod.

**জোলোকা** বি. ভেদ হোৱাত একেবাৰতে বাহিৰ হোৱা পনীয়া মল a motion of the bowels. বহুতে একে লগে দিয়া উকলি, আশীৰ্ব্বাদ আদি a loud exclamation of blessings etc. attended by many simultaneously, একে শোহাতে খোৱা পানী draught. ক্রি. বিণ. **জোলোকা-জোলোকে** এজোলোকাৰ পাছত এজোলোকা, বহুত জোলোকা quantity after quantity.

**জোলোকা জোলোকে খা** কেৱা জোলোকাও খা, বহু কষ্ট পা be greatly distressed.

**জোলোঙা** বি. মোনা a bag.

**জোৱা** সক. ধা. পুলি হলে তুলি নি আন ঠাইত ৰুবৰ নিমিত্তে গুটি পচা to sow in a nursery. কৃদ. বি. **জোৱাওঁতা**। স্ত্রী. **জোৱঁতী**।

**জোৱান** বিণ. ডেকা, যৌবন বয়স পোৱা young.

**জোৱান ভার্ক** বি. ফৰাচী দেশৰ এজনী বিৰঙ্গনা।

**জোৱাৰ** বি. চন্দ্ৰ আৰু সূৰ্য্যৰ আকৰ্ষণত ওফন্দি বা উজাই অহা সাগৰ বা তাৰ ওচৰৰ নৈৰ বাঢনী পানী a tide, কামৰ ভিৰ বা হেঁচা pressure of work. **জোৱাৰ উঠ** চন্দ্ৰ সূৰ্য্যৰ আকৰ্ষণত নৈ বা সাগৰৰ পানী ওফন্দি বাঢ় to flow in, as a tide, অনেক কামৰ হেঁচা পৰ। **জোৱাৰ-ভাটা** চন্দ্ৰ সূৰ্য্যৰ আকৰ্ষণত সাগৰ বা নৈৰ বঢ়া পানী

**ভটীয়াই** বা শুকাই যোৱা কার্য্য ebb and tide.

**জৌ জৌ** ( অনু. শব্দ ) সক সক গুটি বা গুৰি বস্তু একেবাৰে পৰোতে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **জৌ জৌ কৰে।** বিণ. **জৌ জৌৱা** শুকাই গোট গোট হোৱা।

**জ্ঞাত** কৃদ. বিণ. জনা known. বিণ. **জ্ঞাতব্য, জ্ঞেয়** জানিব লগীয়া fit to be known. **জ্ঞাতা** যি জানে, অভিজ্ঞ। **জ্ঞাতি** বি. সগোত্র, কুটুম্ব, পুৰুষানুক্রমে এক বংশীয় kinsman, একেলগে খোৱা লোৱা কৰা মানুহ, a distant kinsman.

**জ্ঞান** বি. সংজ্ঞা, চেতনা consciousness, বোধ, অনুভূতি perception বিবেচনা, অবগতি knowledge, বুদ্ধি, অভিজ্ঞতা experience, বুজিবৰ ক্ষমতা discrimination, উপদেশ, ভালকথা wisdom, instruction. **জ্ঞানকাণ্ড** বেদৰ তত্ত্বজ্ঞান সম্বন্ধীয় অংশ, উপনিষদাদি। **জ্ঞানকৃত** সজ্ঞানে কৰা। **জ্ঞানগম্য** বোধগম্য, যাক জানিব পাৰি বা বুজিব পাৰি। **জ্ঞানচক্ষু** জ্ঞানৰূপ চকু, অন্তর্দৃষ্টি internal vision, **জ্ঞানতঃ** জানি বুজি। **জ্ঞানতত্ত্ব** বি. পৰমার্থ বিষয়ক প্রকৃত জ্ঞান true knowledge. **জ্ঞাননিষ্ঠ** তত্ত্ব কথা জানিবলৈ অনুৰাগ থকা devoted to attainment of spiritual knowledge. **জ্ঞান-বৃক্ষ** আদম মানবে ভক্ষণ কৰা ফলৰ গছ, the tree of knowledge. **জ্ঞানময়** বিণ. জ্ঞানেৰে পূর্ণ full of wisdom, জ্ঞানস্বৰূপ, ব্রহ্ম, যি কেৱল জ্ঞানৰ বিষয়। **জ্ঞানমার্গ** বি. নিবৃত্তিমার্গ, মুক্তিৰ পথ। **জ্ঞান যজ্ঞ** বি. তত্ত্বজ্ঞান পাই সকলো কর্ম্মকে নিষ্ফল দেখে। **জ্ঞান যোগ** বি. কর্ম্ম আদি কৰিবলৈ এৰি চিন্তা ধ্যান আদিৰে ঈশ্বৰক পোৱা উপায় বিশেষ, ইয়াৰ ফল স্বৰূপে মানুহে চাৰিওফালে ব্রহ্মময় দেখে contemplative devotion. **জ্ঞানযোগী** জ্ঞান যোগেৰে ঈশ্বৰক পাবলৈ চেষ্টা কৰা মানুহ।

**জ্ঞানবান, জ্ঞানবন্ত** বিণ. জনা বুজা জ্ঞানী wise. স্ত্রী. **জ্ঞানবতী।**

**জ্ঞানাঞ্জন** বি. তত্ত্বজ্ঞান স্বৰূপ অঞ্জন, যাৰ দ্বাৰা সত্যৰ প্রকাশ হয়। **জ্ঞানহীন** বিণ. অচেতন insensible, অজ্ঞানী, মূর্খ foolish, ignorant.

**জ্ঞানাঙ্কুৰ** বি. প্রথম জ্ঞান, সামান্য জ্ঞান।

**জ্ঞানাঙ্কুশ** জ্ঞানৰূপ অঙ্কুশ।

**জ্ঞানী** বিণ. বিজ্ঞ, অভিজ্ঞ, তত্ত্বজ্ঞ, wise. **জ্ঞানে গৰকা** বিণ. বহুজ্ঞান পোৱা experienced.

**জ্ঞানেন্দ্রিয়** বি. যি ইন্দ্রিয়ৰ দ্বাৰা বাহ্য বিষয়ৰ বোধ হয় sense, (চকু, কাণ, নাক, জিভা, ছাল)।

**জ্ঞানোদ্দীপ** বি. জ্ঞানপ্রদীপ, জ্ঞানৰ

পোহৰ light of knowledge. বিণ. জ্ঞানোদ্দীপ্ত।

**জ্ঞাপক** বিণ. যি জনায়, বোধক, সূচক, প্ৰকাশক indicative.

**জ্ঞাপন** বি. অবগত বা জনোৱা কাৰ্য্য the act of informing. **জ্ঞাপনীয়** জনাবৰ যোগ্য। **জ্ঞাপয়িতা** যি জনায়। **জ্ঞাপিত** যাক বা যিহক জনোৱা হৈছে। **জ্ঞেয়** যাক জনা যায়, জ্ঞাতব্য।

**জ্যা** বি. ধনুৰ গুণ bow string. ( জ্যামিতিত ) যি ৰেখাই বৃত্তাংশৰ দুই মূৰ সংযোগ কৰে chord.

**জ্যামিতি** বি. ৰেখা, ক্ষেত্ৰ ইত্যাদি সম্বন্ধীয় কিতাপ, ক্ষেত্ৰ-তত্ত্ব Geometry.

**জ্যেষ্ঠ** বিণ. বয়সত ডাঙৰ elder born.—বি. ককাই elder-brother. স্ত্ৰী জ্যেষ্ঠা।

**জ্যেষ্ঠা** বি. আঠৰ সংখ্যাৰ নক্ষত্ৰ।

**জ্যেষ্ঠানুক্ৰম** বি. প্ৰথম পুত্ৰ উত্তৰাধিকাৰী হোৱাৰ নিয়ম primogeniture.—ক্ৰি. বিণ. **জ্যেষ্ঠানুক্ৰমে** ডাঙৰৰ পৰা ক্ৰমে সকলো।

**জৈষ্ঠ** বি. জেঠ মাহ the month of Jeth ( May-June ).

**জ্যোতি** বি. দীপ্তি, প্ৰকাশ, পোহৰ light, splendour.

**জ্যোতিৰ্ব্বিদ্যা** বি. গ্ৰহ নক্ষত্ৰৰ গতি আৰু প্ৰকৃতিৰ জ্ঞান, গ্ৰহ নক্ষত্ৰৰ গতি গণনাকৰি শুভাশুভ বুজা বিদ্যা the science of astronomy or astrology. **জ্যোতিৰ্ব্বিদ**, **জ্যোতিৰ্ব্বেত্তা** বি. জ্যোতিষী, যি জ্যোতিষ শাস্ত্ৰ জানে an astronomer, an astrologer.

**জ্যোতিৰ্ম্ময়** বিণ. দীপ্তিমান, দীপ্তিযুক্ত luminous, brilliant.

**জ্যোতিষ** বি. জ্যোতিৰ্ব্বিদ্যা, গ্ৰহ-নক্ষত্ৰাদি বিষয়ক জ্ঞান astronomy. ফলিত জ্যোতিষ astrology. **জ্যোতিষিক** বিণ. জ্যোতিষ সম্বন্ধীয়। **জ্যোতিষী** বি. জ্যোতিষ-শাস্ত্ৰজ্ঞ। **জ্যোতিষীয়া** বি. জ্যোতিষশাস্ত্ৰ জানোঁতা।

**জ্যোতিষ্ক** বি. সূৰ্য্য, চন্দ্ৰ, গ্ৰহ, তাৰকা, ধূমকেতু ইত্যাদি luminary.

**জ্যোতিষ্কাৰ** বি. 'জ্যোতিষ্কাৰ' চোৰা।

**জ্যোতিষ্মান** বিণ. জ্যোতিৰ্ম্ময়, দীপ্তিশীলা। স্ত্ৰী. **জ্যোতিষ্মতী**।

**জ্যোৎস্না** বি. জোনাক, চন্দ্ৰালোক moonlight.

**জ্বৰ** বি. শৰীৰ তপত হোৱা ৰোগ fever.

**জ্বৰাতিসাৰ** বি. জ্বৰৰ লগতে পেটৰ অসুখ diarrhoea, typhoid.

**জ্বৰান্তক** বি. জ্বৰ গুচোৱা, জ্বৰ নাশক, জ্বৰ উপশম কৰা ante-febrile.

**জ্বলন** ক্ৰদ. বি. পোৰণি burning. জুই fire.

**জলন্ত** বিণ. জুই জলি লাগি থকা burning.—কৃদ. বিণ. **জলিত** প্রদীপ্ত, অগ্নিময়।

**জ্বাল** বি. জ্বাল, পোৰণি burning sensation.

**জ্বালা** বি. পোৰণি, দাহ heat, sensation of burning.

**জ্বালামুখ** বি, জ্বালামুখী পৰ্ব্বতৰ জুই ওলোৱা বিন্ধা বা মুখ a crater. বি. **জ্বালামুখী** বি. জুই, তপত শিল ধাতু আদি উগৰা পৰ্ব্বত, পোৱা পৰ্ব্বত a volcano, পঞ্জাবত থকা এখন তীৰ্থ-স্থান, তাত এটা গহ্বৰৰ পৰা জুই ওলায়, পুৰাণত লিখা আছে যে, সদাশিবৰ ভাৰ্য্যা সতীৰ জিভা তাত পৰিছিল a famous place of pilgrimage in the Punjab.—বিণ. জুই উগৰা emitting fire.

—০—

# ঝ

**ঝ** ব্যঞ্জন বৰ্ণমালাৰ নৱম আখৰ।

**ঝংকাৰ, ঝঙ্কাৰ** বি. ঝনৎকাৰ, বীণা আদিৰ শব্দ, গুঞ্জন a low murmuring sound as the buzzing of bees.

**ঝকৰাভাত** বি. কৰ্কৰাভাত।

**ঝকমক** জকমক চোৱা।

**ঝকি উঠা** জকি উঠা।

**ঝগড়া** বি. কাজিয়া পেচাল quarrel.

**ঝাঝৰ** ( পু. অ. ) বি. এবিধ কাঁহৰ বাদ্য।

**ঝট্‌পটি** চৰাইৰ পাখীৰ শব্দ।

**ঝনকঝনক** নূপুৰৰ শব্দ।

**ঝৰণা** নিজৰা।

**ঝৰ্‌ঝৰ্‌** হাবিৰ মাজেৰে গৰু বা মহ দৌৰ মাৰিলে যি শব্দ হয়।

**ঝল্‌মল্‌** তিৰবিৰণি।

**জল্লৰী** বি. বাদ্যযন্ত্ৰ বিশেষ।

**ঝৰিল** ( পু. অ. ) ওলাই আহিল come out.—ক্রি. **ঝৰা**।

**ঝলক** বি. অগ্নিশিখা, বেছি পোহৰ a flame.

**ঝা** বি. মৈথেলী ব্ৰাহ্মণৰ উপাধি।

**ঝাওগছ** বি. জাওগছ।

**ঝাড়ু** ( হি. ) বি. ঠাই পৰিষ্কাৰ কৰা যতন a broom.

**ঝাণ্ডা** ( হি. ) বি. পতাকাদণ্ড, নিছান a flagstaff.

**ঝাঁপতাল** বি. সঙ্গীতৰ তাল বিশেষ।

**ঝামৰ, ঝামৰু** বিণ. মলিন dirty.

**ঝাড়ুনি** বি. জাৰনি।

**ঝাড়া-ফুকা** ভূত, বিষ ইত্যাদি নিবাৰণ কৰিবলৈ মন্ত্ৰ পাঠ কৰি ফুকদিয়া।

**ঝাণ্ডে** ক্রি. বি. সোণকাল, তৎক্ষণাৎ at once.

**ঝাপ** জাপ, jump.

**ঝাপি** বি. জাপী।

**ঝাবা-চালা** চালি-জাৰি।

**ঝাৰা ফুৰা** শৌচ কৰা ।
**ঝালজেই** বি. এবিধ ডাঙৰ পিপৰা ।
**ঝালাই কৰা** পাইনৰ দ্বাৰা চিত্ৰযুক্ত বাচন ভাল কৰা ।
**ঝিক্‌মিক** চিক্‌মিক্ ।
**ঝিকা** বি. জিকা এবিধ তৰকাৰী ।
**ঝিনকিন** দেহৰ কোনো অঙ্গত কঁপনি অনুভৱ ।
**ঝিন-ঝিনিয়াইছে** দেহৰ কোনো অঙ্গত কপনি উঠিছে ।
**ঝিনিঝিনি** নূপুৰৰ শব্দ ।
**ঝিৰ্‌ঝিৰ** মৃদু প্ৰবাহৰ ভাৱ ।
**ঝিয়া, ঝিয়ৰী** বি. জীয়ৰী, **daughter.**
**ঝুন্‌ঝুন** অনুকাশ গুটি কিছুমান একে লগে জোকাৰিলে যি শব্দ হয় ।
**ঝুনঝুনীয়া পোকা** বি. কাঠ খোৱা এবিধ সৰু পোকা ।
**ঝুনঝুনীয়া কৰা** বল নোহোৱা কৰা, তেজমাংস নোহোৱা কৰা ।
**ঝুনা** এক প্ৰকাৰৰ ছন্দ, দুই চৰণযুক্ত আৰু প্ৰতি চৰণত এঘাৰটাকৈ আখৰ থাকে ।
**ঝুনা** ( পু. অ. ) বি. শুকান নাৰিকল **dry cocoanut.**
**ঝুমাঝুমি** ঝুমাঝুমি ।
**ঝুমুৰা** বি. নৃত্য-গীত-বহুল এবিধ নাট ।
**ঝুমুৰি** বি. চাৰি চৰণ যুক্ত আৰু প্ৰত্যেক চৰণতে আঠোটাকৈ আখৰ থকা এবিধ ছন্দ ।
**ঝুলন** দোলন ।
**ঝুলি** বি. ঝুলি, মোনা ।
**ঝোল** বি. জোল **curry.**
**ঝুৰ** ( পু. অ. ) অক. ধা. ওলমি থকা, বৈ পৰ, মনত বিষাদ লাগ **to be suspended, to drop down, to be aggrieved.**

---

# ট

**ট** ব্যঞ্জনবৰ্ণৰ একাদশ আখৰ **the eleventh letter of consonants.**
**টং** ( অনু. শব্দ ) দুটা টান বস্তুৰ পৰস্পৰে আঘাত লাগি হোৱা শব্দ **an imitative word used to express the sound produced on two hard things striking each other.**—ক্ৰি. বিণ. **টং টং** কৰে। অক. ধা, **টংটঙা** ।
**টঁক** অক. ধা. প্ৰায় ভৰ যা, ওপচি-পৰ **to be nearly overflowed, to be filled to the brim.**
**টঁক্** বি. অবাক, তথা লাগি চাই থকা **gazing in silent amazement.**—অক. ধা. **টঁক লাগ** ।
**টক** বি. টেঙাৰ আঞ্জা ।
**টকচা** সক. ধা. আজি দিম কালিলৈ দিম বুলি ভাব **to put off with mere promises.**
**টকচালি** বি. ধুন. মাৰি গা জোকাৰি

ফুৰা কাৰ্য্য strutting about. gaily. অক. ধা. **টকচালি কৰ, টকচালি পাৰ, টকচালি মাৰ** কামবন নকৰি গা জোকাৰি ফুৰ।

**টকৃটক্** ( অনু. শব্দ ) কোনো টান বস্তুত ঘনে ঘনে আঘাত কৰিলে বা বেগাই খোজ কাঢ়োঁতে হোৱাৰ নিচিনা শব্দ। বি. **টকটকনি,**— অক. ধা. **টকটকা**।

**টকটকীয়া** বিণ. চটুফটীয়া, লৰি চাপৰি ফুৰা, খৰতকীয়া brisk, smart, speedy, বল শক্তি পাই লৰি চৰি ফুৰিব পৰা able to move about.

**টকন্থৰি** বিণ. টকলা, হাবি-বন আদি নথকা bare.

**টকয়া** বি. ৰণত পিন্ধা কাণ ঢকা টুপী a helmet.

**টকৰ্** ( অনু. শব্দ ) কোনো এটা টান বস্তু আন এটা টান বস্তুত পৰিলে হোৱাৰ নিচিনা শব্দ।

**টকৰাই** ক্রি. বিণ. টকৰ শব্দ কৰি, শীঘ্রে, making a small sharp sound, quickly.

**টকলা** বিণ. চাল ওলোৱা, নোম, চুলি, বন, গছ বা পাত নথকা, উদং destitute of hair, bald, denuded of foliage, without crop or trees. স্ত্রী. **টাকলী, টকলা বাৰী** তামোল পাণ গছ গছনি নথকা বাৰী। **টকলামুৰা** মূৰত চুলি নথকা তপা।—সক. ধা. **টকলিয়া**।

**টকলিয়া** অক. ধা. টকালি মাৰ, তালুত জিভাৰে শব্দ কৰ, খোৱা বস্তুৰ সোৱাদ পাই ওঁঠেৰে বা জিভাৰে শব্দ কৰ to smack the mouth after tasting anything.

**টকা** বি. ঠেক, যিমানলৈ চাকিব লাগে সিমানলৈ নঢকা narrow, as a waist cloth.

**টকা** বি. চাৰি মহা, সেই পৰিমাণৰ ৰূপৰ মোহৰ, ধন the weight of one rupee, cash.

**টকা** বি. এডোখৰ গোটা বাঁহৰ এমূৰ ফালি ইমূৰ নফলাকৈ ৰাখি দুই ফালেৰে পৰস্পৰ কোবাই শব্দ কৰা যতন a bamboo clapper. **টকা-কোবা, টকা কোৱাই ফুৰ** অক. ধা. কামকাজ আৰু খাবলৈ নোহোৱাৰ কাৰণে ঘূৰি ফুৰ to move about helplessly.

**টকালি** বি. টকলিয়ালে হোৱা শব্দ। অক. ধা. **টকালি মাৰ, টকালি পাৰ** টকলিয়া।

**টকীয়া** বিণ. টকা মূল্যৰ of one rupee value, এটকা বা চাৰিমহা জোখৰ of rupee weight.

**টকুলা** বি. এবিধ বনৰীয়া আওকাঠি গছ a kind of forest tree.

**টকৌ** বি. তাল জাতিৰ এবিধ উদ্ভিদ, তাৰ পাতেৰে জাপি ছোৱা যায় a kind of palm, এবিধ মকৰা

জাতিৰ পোক a kind of spider.

**টগবগনি** বি. কঁপনি, থৰক বৰক কৰা কাৰ্য্য the act of trembling or staggering,—অক. ধা. **টগ্‌বগা**।

**টগৰ্‌বগৰ্‌** বিণ. লৰক ফৰক, অনিশ্চিত, লৰচৰ কৰা shifting from one statement to another, সত্য কথা লুকাবৰ ইচ্ছাৰে এবাৰ এক প্ৰকাৰে কৈ পাছত আন প্ৰকাৰে কোৱা prevarication.

**টঙলা** বি. কাঠৰ দীঘলীয়া খণ্ড a log of wood.—বিণ. টাঙনৰ দৰে টান আৰু শকত hard like a piece of wood. **টঙলা-টঙলি** পৰস্পৰে টাঙনেৰে কৰা মৰামৰি।—সক. ধা. **টঙনিয়া** টাঙন মাৰ মৰিয়া।

**টঙা** সক. ধা. বিস্তৃত কৰ, মেল to spread, to extend.

**টঙালি** বি. কঁকালত বন্ধা এবিধ-ঠেক, দীঘল কাপোৰ a cloth girdle.

**টঙি** বি. বৰ ওখ খুটা বা গছৰ ডালত সজা খেতি ৰখিবলৈ কৰা সৰু চাংঘৰ বা জুপুৰি a high covered platform used for watching crops. **টঙিয়াল** টঙিত থাকি খেতি আদি ৰখা মানুহ।

**টঙ্ক** (পুঁ. অ.) সক. ধা. ডাঙৰ মাতেৰে খং কৰ, ভাবি দে to chide with anger.

**টঙ্কাৰ** বি. ধেনুৰ জোৰ টানি এৰি দিলে হোৱা শব্দ the twang of a bow-string.

**টটঙা** বিণ. পানী শুকাই তলি ওলোৱা having very little water. dried up. অক. ধা. **টটঙালাগ, টটঙা পৰ**।

**টটবীয়া** বি. ৰস বা জোল নথকা dry.

**টটাটিঙা** বিণ. দন্দুৰা, দুষ্ট quarrelsome, wicked, টেঙৰ cunning.

**টটাৰি** বিণ. কটকিনা, কৃপণ miserly, বস্তু পাবলৈ নোহোৱা (ঠাই বুজায়) marked by scarcity as a place.

**টটি** বি. বিৰোধ, অমিল contention, hostility.

**টনকিয়াল** বিণ. দুখ সহিব পৰা, মন ডাঠ painstaking, hardworking, strong-minded. অৱস্থা-পন্ন well-to do.

**টনটননি** বি. শৰীৰৰ কোনো অংশত অতিৰিক্ত তেজ পুঁজ গোট খালে বা আঁটি বান্ধ দিলে হোৱা বেদনা the pain caused by a suppurated boil or by a bandage fastened very tight on any part of the body.—অক. ধা. **টনটনা**।

**টনটনীয়া** বিণ. ৰৰকৈ টনাৰ কাৰণে টান হোৱা drawn tight, দুখ সহিব পৰা, টান able to bear pain, hardy.

**টনক্ টনহ্** অক. ধা. হাড়ৰ জোৰা লৰ, জোৰাত দুখ পা to be sprained as a joint.

**টনা** সক. ধা, আনৰ হতুৱাই বল. দি ফিন্দাবলৈ দে to cause to be pulled tight.

**টনা** বি, দুইমুৰ মোনাৰ দৰে সিয়া এৰীয়া গামোচা, কঁকালত পিন্ধা ঠেক কাপোৰ।

**টনাটনি** বি. এটাই আনটোক টনা বা আঁজোৰা কাৰ্য্য act of pulling one another.

**টনি** বি. জালত লগোৱা বাঁহ, যাৰ দ্বাৰা জাল মেলিব আৰু চপাব পাৰি the bamboo or one of the bamboos, attached to a fish net. **টনি জৰী** তাঁত ববলৈ আৰম্ভ কৰোঁতে আৰু অন্ত হবৰ সময়ত টোলোঠাত তাঁতৰ মূৰ টানি বান্ধি থথা তিনি ডাল জৰী।

**টনি জাল** বি. এবিধ মাছ ধৰা চাৰি চুকীয়া জাল framed net.

**টপৰ্, টপ্‌টপ্** (অনু. শব্দ) পানী আদিৰ ভাঙৰ টোপা ওপৰৰ পৰা বেগেৰে আন বস্তুৰ ওপৰত পৰিলে হোৱাৰ নিচিনা শব্দ।—ক্রি. বিণ. **টপৰাই,** টপৰ টপৰ কৰে ততালিকে suddenly, টপৰ শব্দ কৰি।

**টপটপনি** বি. টপটপ কথা কাৰ্য্য।—অক. ধা. **টপটপা, টপ্‌টপ্ কৰ** সৰহকৈ ঘনাই কথা ক, বলক to prattle, to babble.—বিণ. **টপটপীয়া** অকামিলা কথা কোৱা, সম্পৰ্ক নথকা বিষয়ত মাতি উঠা prattling.

**টপ্‌টলো** বিণ. কথা কবলৈ লাজ বা হেলা নকৰা brisk, smart.

**টপতৈয়াৰ** বিণ. সম্পূৰ্ণৰূপে সাজু, প্ৰস্তুত ready.

**টভুং** (অনু. শব্দ.) কোনো গোটা বস্তু পানীত পৰিলে হোৱাৰ নিচিনা শব্দ।

**টমক** বি. (বি. টমকী) এবিধ বাদ্য বিশেষ musical instrument.

**টমাছ আল্‌ভা এডিচন** বি. আমেৰিকাৰ বিখ্যাত বৈজ্ঞানিক, গ্ৰামোফন আৰু বোলছবিৰ আৱিষ্কাৰক।

**টল, টলক** সক. ধা. ভাবি চা, দকৈ গমি চা to reflect, to apprehend.

**টল্** অক. ধা. লৰচৰ কৰ, মন মেল to move, to set the mind upon.

**টলক** বি. ছেগ, মুহূৰ্ত্ত, নিমিষ opportunity, a moment, twinkling of an eye. ক্রি. বিণ. **টলকতে** থন্তেকত in a moment.

**টল্‌টল্‌ কৰে** ক্রি. বিণ. বৰকৈ মেলখাই, স্পষ্ট হৈ prominently, clearly, টলটল শব্দ কৰি। বি. **টলটলনি**।

**টলকা** বিং. নিটোল, নিজম হোৱা কাৰ্য্য the act of remaining silent. অক. ধা. **টলকা মাৰ**।

**টলং-ভটং**, **টলংভলং** বি. অস্থিৰ গুণ বা অৱস্থা, ইকাতি-সিকাতি বা থৰকবৰকৈ কৰা কাৰ্য্য reeling, rocking.

**টল্‌বল্‌** বি. কঁপনি, লৰচৰ unsteadiness, trembling, জলমল, তিৰবিৰ glitter. বি. **টলবলনি** অস্থিৰতা, চিকমিকনি। অক. ধা. **টলবলা** জোকাৰ খা, জলমলা বিণ. **টলবলীয়া** জিলিকা, জলমলীয়া glittering.

**টল্‌মল্‌** বিণ. অস্থিৰ, কম্পিত agitated, shaken.

**টলষ্টয়** বি. খ্রীঃ উনবিংশ শতিকাৰ এজন বিখ্যাত ৰুচ লিখক। তেওঁৰ দুখন বিখ্যাত গ্রন্থ হৈছে "War and Peace" আৰু "Anna Karenina."

**টলা** সক. ধা. লৰা, জোকাৰ to move, to shake. কৃদ. বি. **টলাওঁতা**। স্ত্রী. **টলাঁতী**।

**টলেমি** বি. এজন গ্রীক জ্যোতিষী।

**টলো-টলো** ক্রি. বিণ. অস্থিৰ হৈ ঘূৰি ফুৰি moving from place to place.

**টহ্‌টহা** অক. ধা. ভিতৰত হুল সোমাই থকাৰ নিচিনা বেদনা পা, টন্‌টনা to feel a bursting pain in the body.—বি. **টহ্‌টহনি**।

**টহল** অক. ধা. অহা-যোৱা কৰি থাক, কোনো কাম-কাজ নকৰাকৈ ঘূৰি ফুৰ walk about without any work.

**টা** কোনো গোটা বস্তু বুজোৱা শব্দৰ পাছত ব্যৱহাৰ হোৱা শব্দ, কুৰি গুচি পাণ।

**টাই** বি. আপোনাক ডাঙৰ কৰি কোৱা কথা, বৰ কথা a brag, a boast, আহোম জাতিৰ আদিম নাম।

**টাইট** টানকৈ, tight.

**টাইটকৈ** (কথ্য ভাষা) ভালকৈ।

**টাইপ** বি. ছপা আখৰ।

**টাইপ-মেচিন** বি. ছপা কৰা যন্ত্র।

**টাইপ-চৰিত্র** যি চৰিত্রৰ দ্বন্দ্ব জটিল নহয়, নাট্য-কাহিনীৰ ওপৰত যাৰ অনিবাৰ্য্য প্রভাৱো সকলো ক্ষেত্রতে দেখা নেযায় আৰু মানৱ জীৱনৰ এটি বিশিষ্ট নাইবা বিকৃত দিশ যাৰ সংযোগত প্রস্ফুটিত হয় তাকে টাইপ চৰিত্র বোলে। type-character.

**টাংগুটি** বি. এডাল মাৰিৰে এটা কাঠৰ গুটি কোবাই কৰা খেলা an outdoor game.

**টাং টিং** ( অনু. শব্দ. ) হাতুৰীৰে ধাতু কোবাওতে হোৱাৰ নিচিনা শব্দ।

**টাংটিঙালি** বি. প্ৰতিজ্ঞা নৰখা স্বভাৱ deceitfulness.

**টাংবাং** বি. মিছাকৈ কোনো কাম কৰাত বা বস্তু দিয়াত পলম কৰা কাৰ্য্য act of putting off by means of false pretences. অক. ধা. **টাংবাং কৰ**।

**টাঁইটুই** বি. ভয় দেখাই অস্ত্ৰ জোকৰা কাৰ্য্য, কোনো কাম কৰোঁ নকৰোঁকৈ থকা act of branding a weapon in a threatening manner.

**টাঁৰ** বি. মাটি জোখা ১২ ফুট দীঘলৰ ডাঁৰ a bamboo pole for measuring land, ৰ'দত কাপোৰ মেলা ডাঁৰ।

**টাঁৰী** বি. টাঁৰেৰে মাটি জোখোঁতা।

**টাক** সক. ধা. পানীত ডুবা to overflow, বিপদত ডুবা বা পেলা 'প্ৰাণ টাকি পৰিশ্ৰম কৰ' to endanger.

**টাক লগা** সক. ধা. আটক লাগ, ৰৰকৈ দুৰ্লভ হ to be very rare, as a thing.

**টাকলি** বি. নাৱৰ ছৈ বন্ধা বান্ধ, সেই বান্ধ দিয়া জৰী, এবিধ গুণাৰ কাম।

**টাকশাল** বি. সোণ ৰূপৰ মুদ্ৰা তৈয়াৰ কৰা ঘৰ a mint.

**টাকুৰী** বি. সূতা আদি পকাবলৈ এডাল মাৰিৰ মূৰত এচলা ঘূৰণীয়া কাঠ বা লীহ লগাই কৰা যতন a kind of reel. **টাকুৰা সূতা** টাকুৰীত মেৰাই থোৱা বটীয়া cord, string. **টাকুৰা ঘুৰা দি ঘূৰ** অক. ধা. কামত বৰ বাস্ত হৈ ঘূৰি ফুৰ।

**টাঙন, টাঙোন** বি. টোকোন, ডাঙৰ মাৰি, দাং এ thick stock, a cudgel.—ক্রি. **টাঙন-জোকাৰ** ভয় দেখা threaten.

**টাঙনা** বি. তেজী মতা ঘোঁৰা a smart horse. স্ত্ৰী. **টাঙনী**।

**টাঙনি** বি. কুঁহিয়াৰৰ এক খণ্ড; মানুহ মাটিৰ লেখ-বুজৰ সুবিধাৰ কাৰণে ৰজাই কৰা দেশৰ এক ভাগ।

**টাঙনি জাল** বি. এবিধ মাছ ধৰা জাল a kind of fishing net.

**টাঙী** বি. এবিধ সৰু শিলকটা বটালি a stone-cutter's chisel. **টাঙী দিয়া** ছুৰী, নৰুণী আদি যন্ত্ৰেৰে গাৰ তেজ উলিওৱা কাৰ্য্য act of letting out blood by operation.

**টাটক** বি. ভেলেকী বিদ্যা jugglery. লগনীয়া কথা back-biting.

**টাটকা** নতুন, নিভাজ।

**টাটকীয়া** বিণ. ভেলেকী বিদ্যা জনা versed in jugglery, প্ৰতাৰণা কৰা decietful —বি. বাজীকৰ a juggler. টুটকীয়া লোক a back-bitter.

**টাটক-নাটক** বি. ভেলেকী বিদ্যা jugglery, লগনীয়া কথা back-

bitting, ফাঁকিফুকা deceitful act.

**টাটবি** বি. গাত ভাঠ হৈ বন্ধ যোৱা মলি dirt accumulated on the skin.

**টাটী** বি. বাৰী বা খেতিৰ চাৰিও-ফালে দিয়া বাঁহৰ বা খাগৰিৰ ভাঠ বেৰা a thick fence of reads or split bamboo.

**টান** সক. ধা. বল দি দীঘল বা বহল কৰ to pull, আকৰ্ষণ কৰ to attract, আঁজুৰি আন to drag towards, চিন কৰ draw line, ভিতৰলৈ সুমুৱা, সোহ to absorb, to inhale, সহ্য কৰ to bear.—বি. টানোঁতা। স্ত্ৰী. টানতী।

**টান** অক. ধা. টিক to last, বহু দিনলৈ থাক to continue.

**টান** বিণ. কঠিন hard, সহজে কৰিব বা বুজিব নোৱৰা difficult, প্ৰবল strong, violent, সাংঘাতিক severe, ঢিলা নোহোৱা tight, পৰিশ্ৰমী hardy, নিমৰমিয়াল cruel, কৃপণ miserly.

**টান** বি. অভাৱ, কষ্ট, বিপদ want, trouble, distress, আকৰ্ষণ, মৰম attraction, affection, **টান ধৰ** আট খাই লাগ to stick tightly.

**টান পা** কষ্ট পা to suffer. **টান মাৰ** গেট বান্ধ to harden, টানি আন to pull.

**টানিটুনি, টানিমানি** ক্ৰি. বিণ. আঁজুৰি পিঁজুৰি dragging with difficulty.

**টানে** ক্ৰি বিণ. টান অৱস্থাত in a hard state.

**টাপলি** বি. কাপোৰৰ ফাট বন্ধ কৰা টুকুৰা কাপোৰ, কোনো বস্তু ঢাকি-বলৈ লগাই দিয়া সৰু খণ্ড a patch.—ক্ৰি. **টাপলি মাৰ** to patch.

**টাপিটুপা, টাপটিপ** বি. অলপ ব্যয় কৰি নাম মাত্ৰ কৰা কাম doing a thing on a small scale, পেট খুলি বা ভালকৈ প্ৰকাশ নকৰি কোৱা কথা words not fully expressed.

**টাব** বি. নফটা খুৰা an undivided hoof, ঘোঁৰাৰ খুৰাৰ সাঁচ the footprint of a horse.

**টাব** বি. মাটিৰ সীমাৰ চিন ৰাখিবৰ নিমিত্তে ৰজাৰ আজ্ঞাৰে পোতা খুটা a post of piller erected as a boundary mark, by orders of government.

**টাবুৰি ভাবুৰি** বি. ছলনা, প্ৰতাৰণা deceit, falsehood.

**টামনি-টুমনি** বিণ. বৰ ডাঙৰ-দীঘল নোহোৱা অথচ সমজোখৰ small and well proportioned.

**টামটিঙালী** বিণ. চতুৰ, বুধিয়ক smart, intelligent. **টায়া** বিণ. বৰকথীয়া boastful.

**টাব্‌** বি. বলয়া, হাতত পিন্ধা গোটা খাৰু a kind of bracelet.

**টাৰ** বি. আলকাটৰা, কয়লা বা কাঠপোৰা ধোঁৱাৰ পৰা তৈয়াৰ কৰা এবিধ কলা ডাঠ তেল coal-tar.

**টাৰি** বি. মাটিৰে সজা গোটা দীঘলীয়া সৰু তেলৰ পাত্ৰ, কুপা a small cylindrical earthen oil pot, ঘঁৰিয়ালৰ ঘঁট the prominence on the snout of a crocodile.

**টাৰু** বি. পাগ মাৰি a stick used in stirring anything while cooking.

**টালি-টোপোলা** বি. বস্তু বেহানি, টোপোলা-টাপলি bag and baggage.

**টালিবাজি** বি. প্ৰতাৰণা, ফাকি deceit, fraud, মিছাকৈ আজি দিম কালি দিম বুলি পলম কৰা কাৰ্য্য delaying by means of false excuses.

**টালি-ভুলি, টালুকি-ভালুকি** বি. সৰু ল'ৰাৰ ধেমালি childish frolic.

**টাহ** সক. ধা. হেঁচি বা খুন্দি ভৰ, ঠাহ to ram or press down, আটি দি টান কৰ to tighten as a screw.—বি. গাৰ ভিতৰত শাল বা খোচ মাৰি ধৰা বেদনা a pain like that produced by a peg driven into the body.—ক্ৰি. টাহ মাৰি ধৰ।

**টি** 'টো' চোৱা।

**টিং** বি. পৰ্ব্বতৰ আগ বা ওখ ভাগ a mountain peak, নাবৰ মূৰ one of the ends of a boat, ওখ বস্তুৰ নিচেই ওপৰৰ ভাগ the top of a high thing.

**টিংটিং** (অনু. শব্দ) ধাতু বা টান বস্তুত সৰু মাৰিৰে কোবালে হোৱাৰ নিচিনা শব্দ an imitative word used to express the tinkling of metals.—বি. **টিংটিঙনি** টিংটিং কৰা কাৰ্য্য, মূৰৰ বিষত চোকা বেদনা বোধ—অক. ধা. **টিংটিঙা**। বিণ. **টিংটিঙীয়া** টিংটিং শব্দ কৰা, অলপতে খং উঠা।

**টিঁয়া** বি. এবিধ সৰু জাতৰ ভাটৌ the common parrot, বিণ. টিঁয়া ভাটোৰ মাতৰ নিচিনা চোকা (মাত) shrill or sharp.

**টিক** সক. ধা. মনত ভাবি বা গমি চা to consider, to reflect, পৰিমাণ নিৰ্ণয় কৰ to estimate.—অক. ধা. নষ্ট নোহোৱাকৈ থাক to last.

**টিক** বিণ. টিকাত ছুলে লৰ মৰা, চোকা (বলদ গৰু) টিক বলধা ওলাই মাটি, যাক ভালে জীয়েক জাতি sharp, brisk.

**টিকধৰ** দৰা কন্যাৰ চুলি লগলগাই ভাত শিল এটা, তিল আদি বস্তু বাধি মন্ত্ৰ পঢ়ি দুয়োকে লগ লগা।

**টিক্‌চালি** বি. ছুষ্টালি wickedness.

**টিকচি উঠ, টিক্‌চি বিক্‌চি উঠ** খং কৰি উঠ to become enraged.

**টিক্‌ টিক্‌** ( অনু. শব্দ ) জেঠীৰ মাত, ঘৰীৰ কাটাই ঘনে ঘনে আঘাত কৰাৰ নিচিনা শব্দ। অক. ধা. **টিক্‌টিকা**। বি. **টিক্‌টিকনি**।

**টিকট, টিকেট** বি. যি কাগজ খণ্ড লগত থাকিলে কৰবালৈ যাবলৈ বা প্ৰবেশ কৰিবলৈ অধিকাৰ পোৱা যায়, নাইবা অন্য কোনো বিষয়ৰ অধিকাৰী হয় ( ৰেলৰ টিকেট, থিয়েটাৰৰ টিকেট, ডাক টিকেট ইত্যাদি ) ticket.

**টিকটিকী** বি. বেতেৰে কোবাবলৈ দোষীক বন্ধা যতন a wooden frame to which criminals are tied to be flogged.

**টিকটিকীয়া** বি. খঙাল, অলপতে খং উঠা easily excitable, উজ্জ্বল ( ৰঙাৰ বিশেষণ ) deep crimson.

**টিকনি** বি. মাজ মূৰত ৰখা দীঘল চুলি a tuft of hair on the crown of the head.

**টিকনিৰ আগত খং উঠা** ক্রি. ৰৰকৈ খং উঠা, very angry.

**টিকা** বি. মনেৰে কৰা নিৰ্ণয় a conjecture about the value, quantity, measure etc. of a thing.—ক্রি. **টিকা কৰ** আন্দাজ কৰ।

**টিকা** বি. অলপ ওখ মাটি a slightly elevated land, পিঠিৰ তল আৰু দুই তাপনাৰ মাজৰ ওখ ভাগ buttock. **টিকা কোৱা, টিকা চপৰিয়া** অতি আনন্দ প্ৰকাশ কৰ to be transported with joy. —বিণ. **টিকা কটা** বৰ তপত বা চোকা very hot.

**টিকা সঁকা** বি. নিশ্চয় কৰা জোখ, মূল্য আদি estimate of value, quantity etc.

**টিকিবা** বি. চিলিমত জুই লগাবলৈ এঙাৰ গুৰি কৰি কৰা সক সক চাকলি a small charcoal cake for burning the tobacco in the chilim. কানি পাণৰ সক সক বৰি a pill of opium and rag or betel leaf made for smoking.

**টিঘিলঘিলা** অক. ধা. 'টিলঘিলা' চোৱা।

**টিঙত কোবোৱা** বিণ. দুঃসাহসী, বিপদলৈ ভয় নকৰা rash, precipitate.

**টিঙনা** বি. টিকা, ওখ মাটি an elevated piece of land.

**টিঙালি** বিণ. বৰ ওখ very high.

**টিঙিৰি** বি. জুই তোলা তীখা আৰু শিলৰ সঁজুলি, বেঁতৰ শিকিয়া flint and steel used for lightening fire, a cane bag used for carrying burdens.

**টিঙিৰি তুলা** বি. টিঙিৰিৰ ফিকিৰি

উলিয়াই জুই লগাবৰ নিমিত্তে যুগুত কৰা তুলা বা তেনে আন কোনো বস্তু tinder. ৰৰ খঙাল মানুহ a hot tempered or easily provoked person.

টিঙিৰি-পাথৰ বি. তিখাৰে আঘাত কৰিলে জুইৰ ফিৰিঙটি ওলোৱা এবিধ শিল flint.

টিঞা 'টিয়া' চোৱা।

টিন্ টিন্ বি. 'টিং টিং' চোৱা।

টিন্ ( ইং tin ) বি বাঙৰ ৰং দিয়া লোহাৰ পাত।

টিপ্ সক. ধা. আঙুলিৰে হেঁচ বা চেপ to press with the fingers or toes, অলপ কথাৰে মনৰ ভাব বুজ to sound the mind of — বি. কথা বুজাবলৈ চকুৰ পতাৰে কৰা ইঙ্গিত a hint by the eye, a wink.—ক্রি. টিপ্খা হেঁচা পাই টান হ to settle.

টিপ চহী বি. দস্তখত স্বৰূপে বুঢ়া আঙুলিৰ পেটেৰে কাকতত দিয়া আঙুলি-কতপা thumb-impression.

টিপ্চি বি. এবিধ সৰু চৰাই, a kind of small bird.

টিপ্চিয়ে গৰুড়ৰ উৰাও মাৰিৰ খোজা ক্রি. অসম্ভৱ কার্য্য কৰিবলৈ চেষ্টা কৰা to attempt an impossible feat.

টিপটাপ কথা অলপ কৈ অলপ লুকোৱা কার্য্য speaking out and concealing a part of any subject.

টিপটিপলী বি. টিপচী, এবিধ সৰু চৰাই a kind of small bird.

টিপমাৰ চকুৰ পতাৰে ইঙ্গিত কৰ to hint by winking the eye. খন্তেকমান চকু মুদি টোপনি যা to have a short nap. সক. ধা.

টিপিয়া। বি. টিপিয়া টিপি চকু টিপিয়াই পৰস্পৰে মনৰ ভাব বুজোৱা কার্য্য।

টিপচী বি. এবিধ নিচেই সৰু মুগা বৰণীয়া চৰাই a kind of very small bird.

টিপনি বি. ভৰি বা হাতৰ আঙুলিৰে অলপকৈ মৰা হেঁচা. টিপা pressing with the fingers or toes. ভৰিৰ আঙুলি হেঁচি লোৱা খোপনি act of pressing the toes down to prevent slipping.

টিপনী বি. টীকা, কোনো পুথিৰ অর্থ বুজোৱা সংক্ষেপ ব্যাখ্যা a commentary,

টিপা বি. আঙুলি বা হাতেৰে মৰা চপা a squeeze, এবিধ নিচেই সৰু মাটিৰ টেকেলি a small earthen jar, আনৰ হতুৱাই আঙুলি বা হাতেৰে পিটিকা to cause to be rubbed or shampooed. টিপা টিপি পৰস্পৰে টিপা কার্য্য—বি. টিপোঁতা। স্ত্রী. টিপঁতী।

টিপি-টাপি ক্রি. বিণ. ভাজ্যক

পৰীক্ষা বা বিবেচনা কৰি considering the pros and cons.

**টিকাই** বি. জুই ধৰিবৰ নিমিত্তে মাটি বা লো আদিৰে সাজি লোৱা জুহাল a portable fire place.

**টিফিন** বি. আবেলিৰ জলপান tiffin.

**টিমক** বিণ. চতুৰ, টেঙৰ sharp, intelligent.

**টিৰিক** অক. ধা. অলপ পৰিমাণে পাতলীয়া শৌচ কৰ to void a very small quantity of loose stool.—**টিৰিকা**।

**টিলঘিলা** অক. ধা. শাসন নথকাৰ বাবে মুকলি মূৰে ধেমালি কৰি ফুৰ to play or strut about without restraint বি. **টিলঘিলাওঁতা**। স্ত্ৰী. **টিলঘিলাতী**।

**টিলা** বি. সৰু চাপৰ পৰ্ব্বত a hillock.

**টিলিং** ( অনু শব্দ ) টিলিঙা বা ঘণ্টাৰ শব্দৰ নিচিনা মাত an imitative word to express the ringing sound of small bell.

**টিলিকা** বি. চুটি চাপৰ, বাঢ়িব নোৱৰা, সৰু stunded, dwarf, small. স্ত্ৰী. **টিলিকী**।

**টিলিকি** বি. বুঢ়া আৰু মাজৰ আঙুলি ঘঁহাই বা খুঁজাই কৰা শব্দ the snapping of the fingers.—ক্ৰি. **টিলিকিমাৰ, টিলিকিয়া**।

**টিলিঙা** বি. ঘণ্টা a bell.

**টিলো-টিপো** বিণ. সৰু সৰু, আমাভিমা small, little ( said of several children. )

**টীকা** বি. টিপনী, অৰ্থৰ সংক্ষেপ ব্যাখ্যা note or commentary. **টীকাকাৰ** টীকা লিখোঁতা a commentator.

**টুঁটলি** বি. চৰাইৰ টোটোলা, মানুহৰ থোতোৰাৰ তলত ওলমি থকা ছাল a fleshy protuberance under the chin.

**টুক** অক. ধা. কুট, একণ একণকৈ দাঁতেৰে ছিঙ to bite bit by bit.

**টুকুটাককৈ** ক্ৰি. বিণ. নিচেই কম খৰচতে very thriftily.

**টুকৰিয়া** সক. ধা. আঙুলিৰে আঘাত কৰ, অলপকৈ কোনো কথা উল্লেখ কৰি মন বুজ to tap with the finger, to sound the mind of

**টুকৰীয়া** বি. টোকাৰী বজোৱা মানুহ a player on a tokari.

**টুকা** বিণ কৃপণ miserly.

**টুকিটাকি** ক্ৰি বিণ একণিকে নাইকিয়া কৰি without leaving anything.

**টুকুৰ টুকুৰ কৰে** ক্ৰি. বিণ. লাহে লাহে slowly, gently.

**টুকুৰা** বি. সৰু খণ্ড, খুতুৰা a small

piece.—বিণ. টুকুৰা টুকুৰ। ক্রি. বিণ. টুকুৰা-টুকুৰকৈ।

টুং সক. ধা. গছৰ পৰা ছিং to pluck.

টুট অক. ধা. কম হ, কম পৰ, ক্ষয় হ to be less, to decrease.

টুটকীয়া বি. লগনীয়া, আগত নথকা লোকৰ বেয়া কথা কোৱা back-biting, লগনীয়া back-biter. স্ত্রী. টুটকিনী, টুটকী। টুটকীয়ালি টুটকীয়াৰ স্বভাব।

টুটকীয়া নাৰদ বি. লগনীয়া মানুহ, a slenderer, a backbiter.

টুটন বি. কমি যোৱা কার্য্য decrease, টুটনি বি. কমি যোৱা অংশ defficiency.—বিণ. কম কৰা lessening.

টুটৰি লাগ শুকাই খীণাই যা to turn pale and thin.

টুটা সক. ধা. কমা, তাকৰ কৰ, হ্রাস কৰ to lessen, to decrease.—বিণ. কম হোৱা decreased.

টুনটুনীয়া বিণ. টনটনীয়া হৈ উখহি বা ওফন্দি উঠা, ভিতৰে পূৰ হৈ ওখ হৈ উঠা swollen out, distended.

টুনী বি. এবিধ সৰু চৰাই a kind of small bird.

টুপ বি. ঘৰৰ হলনীয়া মূৰ a gabled roof, জাপিৰ মাজৰ খোল বা ওখহৈ থকা অংশ the prominent part of a japi—সক. ধা. টুপা। বিণ. টুপাল।

টুপটুপীয়া বিণ. চিকণ, পুষ্ট, তেজাল having blood, not dry and emaciated.

টুপলি বি. সৰু টোপোলা a small bundle. টুপাই বুৰ মাৰ ঠাইতে লুটি খা অর্থাৎ সমূলি মিছা মাত to deny wholesale.

টুপিয়া অক. ধা. এটোপা এটোপাকৈ পৰ ( বৰষুণ ) to drip.

টুপী বি. মূৰৰ আবৰণ a hat, a cap.

টুপুৰ কৰে ক্রি. বিণ. লঘু বস্তু পৰাৰ দৰে শব্দ কৰি, লাহেকৈ with slight noise.

টুপুৰা বি. ঘূৰণীয়া round, circular. স্ত্রী. টুপুৰী।

টুবুকা বিণ. সৰু আৰু ঘূৰণীয়া small and round. স্ত্রী. টুবুকী। টুবুকা-টুবুক সৰু সৰু আৰু ঘূৰণীয়া।

টুমনি বি. নৈৰ ওখ বালি বা চাপৰি a high-sand-bank.

টুল বি. বহা আসন stool.

টুলুঙা বিণ অস্থিৰ, পাতল unsteady fickle.

টেঁই-টুকি ক্রি. বিণ. টুকি টাকি, অলপো নথকাকৈ without leaving a jot.

টেংটেঙীয়া বিণ. টান আৰু কর্কশ ( মাত ) harsh.

টেঁটজি বি. মʼহৰ মাত, সেই নিচিনা

নাকেদি ওলোৱা মাত the bellowing of a buffalo or a similar sound.—অক ধা. টৌঁটা ম'হৰ দৰে মাত। ঘেঁহোৱা মাতেৰে অসম্মতি প্ৰকাশ কৰ, অনিচ্ছা বা আপত্তি প্ৰকাশ কৰ to whine.

**টেঁটু** বি. কণ্ঠ, নেলু, ডিঙি the fore-part of the neck.

**টেঁ টুটেঁটঁ**। অক. ধা. মাইকী পাতি হাঁহৰ দৰে শব্দ কৰ to quack as a duck. বি. টেঁ টুটেঁ টনি।

**টেঁটুৰা** বিণ. ডিঙিত বৰকৈ আটি ধৰা stiffily tight about the neck, গৰু আদি জন্তুৰ ডিঙি উখহা বোগ anthrax.

**টেঁৱা** বি. পোনেই ওপজা লৰাই কন্দাৰ নিচিনা শব্দ the cry of a newly born child.

**টেক্** বি. নৈৰ মোচৰৰ মাজৰ সংকীৰ্ণ ওখ মাটি the middle of a bund of a river. অন্তৰীপ a cape.

**টেক্‌টেক্** বি. মাইকী পাতি হাঁহৰ ঘন ঘনকৈ মতা মাত an imitative word, used to express the sharp quacking of a duck, খৰকৈ আক ডাঙৰ ডাঙৰকৈ কোৱা কথা sharp, quick and noisy speech. বি. টেকটেকনি। অক. ধা. টেকটেকা।

**টেকটেকীয়া** বিণ. বোকা পানীৰে গেলগেলীয়া, বোকা পানীযুক্ত full of mud, wet and muddy.

**টেক্‌টেকী বাই** বি. প্ৰগলভা ভিৰোতা, a noisy woman.

**টেকেলা** বি. পিয়ন এৰা দমৰা a newly weaned male calf.

**টেকেলা** বি. ৰাজকীয় কাৰ্য্য কৰা সামান্য শ্ৰেণীৰ বিষয়া, দূত a peon, a messenger.

**টেকেলি** বি. ঘট, কলহতকৈ সৰু ডিঙি থকা মাটিৰ পাত্ৰ a small earthen jar with a neck. **টেকেলি দিয়া** বি. জোৰণ পিন্ধাৰৰ সময়ত দৰা ঘৰৰ পৰা কন্যা ঘৰলৈ নিয়া কলহ।

**টেকেলিয়া-লেং** বি. সৰু ল'ৰা-ছোৱালীৰ পেট উখহি হোৱা হাগনি a kind of infantile diarrhoea.

**টেক্সী** বি. ভাড়াতিয়া সৰু মটৰ গাড়ী, taxi.

**টেঙৰ** বিণ. চোকা বুধিৰ চতুৰ, বুধিয়ক sharp, intelligent, ধূৰ্ত্ত cunning. বি. বুধিয়ক, বৰ ধূৰ্ত্ত মানুহ an intelligent or cunning man. স্ত্ৰী. টেঙৰী। টেঙৰালি ধূৰ্ত্তালি।

**টেঙা** বিণ. অম্ল, মুখত চোকা লগা acid, sour, মনত দুখ দিয়া unpleasant—বি. টেঙা ফল acid fruit.—সক. ধা. মনত দুখ দে to cause displeasure. দাঁতত শিৰ-শিৰা to set the teeth on edge. অক. ধা. টেঙা দে, টেঙা লগা। **টেঙা পানী** বি. পিত্তৰ

দোষত পেটত হোৱা টেঙা পানী বা বস acidity of the stomach.

**টেঙা মৰা** এবিধ টেঙা শাক। **টেঙা মুৰি** লঘোনৰ পৰা কথাবাৰ্ত্তা কৰ নোৱৰা অৱস্থা fainting caused by fasting,—বিণ. **টেঙামুৰীয়া**।

**টেঙুচিয়া** অক. ধা. খোৰা, পেঙুৰিয়া to limp, to walk lamely,—ক্রি. বিণ. **টেঙুচ্ টেঙুচকৈ** খোৰাই, লেকেচিয়াই, জপিয়াই খোজ কাঢ়ি।

**টেঙেচি, টেঙেচীয়া** বিণ. অলপ অলপ টেঙা slightly acid, **টেঙেচি টেঙা, টেঙেচি শাক** চাঙেৰি, অলপ টেঙা বন শাক।

**টেট্‌কুটি** বি. হাঁহি তোলা কথা, drollery.—বিণ. **টেট্‌কুটীয়া** ধেমেলীয়া কথা কওঁতা মানুহ a witty man.

**টেটন, টেটোন** বি. বঞ্চক, প্ৰতাৰক a knave, a villain.

**টেটেৰা** বিণ. খীণোৱা, চেৰেলা lean, emaciated. অক. ধা. **টেটেৰা পৰ, টেটেৰা লাগ**।

**টেন্ টেন্** বি. মাটিৰ ফটা পাত্ৰত আঘাত কৰিলে হোৱাৰ নিচিনা শব্দ —কৃদ. বি. **টেনটেননি**। অক. ধা. **টেনটেনা**। বিণ. **টেনটেনীয়া** মাটিৰ ভগা পাত্ৰৰ দৰে শব্দ কৰা, ভাল বা সফল হবৰ আশা নাইকিয়া হোৱা hopeless.

**টেনিচন** (এলফ্ৰেদ) বি. শ্ৰী উনবিংশ শতিকাৰ ইংলণ্ডৰ এজন ৰোমান্টিক কবি।

**টেণ্টন** বিণ. টেঙৰ cunning.

**টেপৰ** বি. এবিধ হাবিত হোৱা গছ আৰু তাৰ ফল a kind of tree and its fruit.

**টেপটেপীয়া** বিণ. ৰবকৈ তিতি কোমল হোৱা soft or sticky owing to being saturated, অনৰ্থক বেছিকৈ কথা কোৱা to speak much.—অক. ধা. **টেপটেপা**।

**টেপল** বিণ. আঙুলিৰে টিপিলে খাল হোৱা বা পোটোকা পৰা yielding to pressure owing to softness.

**টেপা** বি. টিপা, হাত বা আঙুলিৰে মৰা চেপা a squeeze, গৰাহ a mouthful. **টেপা কৰ** আঙুলিৰে চেপি ধৰি খাবলৈ লদা কৰ, **টেপা খা** ভয়ত কোঁচ খা, **টেপা হ** খুন্দা বা হেচা খাই চেপেটা হ, **টেপা মাৰ** হাতেৰে চেপ।

**টেক্স** বি. ৰাজহ, খাজনা, কৰ tax.

**টেপা** বিণ. ৰবকৈ তিতি কোমল হোৱা" saturated. **টেপাটেপ** বিণ. ৰবকৈ তিতা, জোল-বোৱা। ক্রি. বিণ. **টেপাটেপে** গৰাহে, গৰাহে, লদালদে, সোপাসোপে mouthful by mouthful.

**টেপাই চেলাই** বি. মিছাকৈয়ে ৰব

কথকী দেখুৱা কাৰ্য্য speaking nonsense.

**টেপাইমাৰ** বেয়া কাম কৰি আভুৱা ভাঁৰ to deceive by doing a thing improperly.

**টেপু** বি. কচু বা আলুৰ সক মূল, কঁঠালৰ মুচি a tuber, a small jack fruit.

**টেবিল** বি. মেজ table.

**টেমা** বি. সাঁফৰ থকা কাঠ বা ধাতুৰ পাত্ৰ a small pot with a cover, সাঁফৰ দিয়া তামোলৰ পাত্ৰ a betelnut-box.

**টেমি, টেমী** বি. চুণ ৰখা সৰু টেমা a lime pot.

**টেমুনা, টেমেকা**, বি. মেকণ, গাই গাৰ পৰা ওলোৱা উঠঙা a small protuberance.

**টেৰ** বিণ. বেঁকা। **টেৰাটেৰি, টেৰা-বেঁকা** বিণ. বেঁকা-বেঁকি, বহুত ভাঁজ থকা having many curves, zigzag.

**টেৰিমেৰি** বিণ. অকোৱা পকোৱা পাক চক্ৰ লগোৱা prevaricating.

**টেকৰা** বিণ. কেঁৰা ( চকু ) squint-eyed.—ক্ৰি. বিণ. **টেকৰাকৈ**।

**টেবেচীয়া** বিণ অলপ ভাঁজ লগা slightly curved.

**টেলাই** বি. কোনো কথালৈ কাণ কৰা কাৰ্য্য the act of paying heed to a thing, ভাঙৰ আক উঠঙা ( চকু )।

**টেলিগ্ৰাফ** বি. বিজুলিৰ সংকেতেৰে সংবাদ প্ৰেৰণ, তাৰ telegraph.

**টেলিগ্ৰাম** বি. তড়িত সংবাদ telegram.

**টেলিফোন** বি. বিজুলিৰ সহায়েৰে কথা কোৱা কাৰ্য্য telephone.

**টেলিস্কোপ** বি. দূৰবীক্ষণ যন্ত্ৰ।

**টেলেকা** বিণ. ৰবকৈ মেল খাই থকা large and prominent. স্ত্ৰী. **টেলেকী**।

**টেলেগু** বি. দক্ষিণ ভাৰতৰ এজাতি মানুহ আৰু তেওঁলোকৰ ভাষা a south Indian tribe and their language.

**টেলেঙনি** বি. আছাৰ বা পিছল খাই বাগৰি পৰা কাৰ্য্য, কোনো বস্তুৰ আঘাত লাগি উফৰি পৰা কাৰ্য্য the act of falling down violently. ক্ৰি. **টেলেঙনি খা**।

**টেলেৰা, টেলটেলীয়া** বিণ. কোনো বস্তু খাই পেট পূৰ হৈ উঠা, ওফন্দি ডাঙৰ হোৱা distended or bulged with food eaten.

**টো** গোটা বা নভঙা নিছিঙা বস্তু বুজাবলৈ বিশেষ্য বা বিশেষণ শব্দৰ পাছত থকা শব্দ a particle placed after a noun or adjective to denote a whole thing, সংখ্যা শব্দৰ পাছত 'টা'

আৰু সৰু বা সুন্দৰ বস্তু বুজাবলৈ 'টি' ব্যৱহাৰ কৰা হয়।

**টেঁটোলা, টেঁটালি** বি. জন্তু বা চৰাইয়ে আহাৰ ভৰাই থোৱা ডিঙিৰ তলৰ জোলোঙা the crop or first stomach of birds and animals.

**টেঁৱা** সক. ধা. মাৰিবলৈ দাং বা পোনা, লক্ষ্য কৰ to aim.

**টোৱাটুঁই** বি. এজনে আনজনলৈ অস্ত্ৰ পোনোৱা কাৰ্য্য act of aiming weapons at each other, অনেকবাৰ অস্ত্ৰ দঙা কাৰ্য্য act of repeatedly taking aim.

**টোক** সক. ধা. মছি শুকা, পানী সোহা বস্তুৰে নীৰস কৰ, এটা এটাকৈ সমুদায় ছিং to wipe off dry, to cause to dry with some absorbent substance, to pluck off all one by one.

**টোক** সক. ধা. মনত ৰাখিবলৈ চমুকৈ লিখি ৰাখ to note down.

**টোক্ টোক্** ( অনুকাৰ শব্দ ) অলপ অলপকৈ আঘাত কৰাত হোৱাৰ দৰে শব্দ। অক. ধা. **টোটোকা**। বি. **টোকটোকনি**।

**টোকনী-কাকত** বি. লেখা আখৰৰ মহী টোকা বা শুকোৱা তুলা পাত blotting paper.

**টোকনী-পুখুৰী** বি. অলপ পানী থকা সৰু পুখুৰী a small pond.

**টোকৰ** বি. আঙুলিৰ মূৰেৰে কৰা আঘাত a tap with the finger, আঙুলিৰে টুকৰিয়াই তেজ কটা অস্ত্ৰ blood letting instrument. ক্ৰি. **টুকৰিয়া**।

**টোকা** বি. কোনো কথাৰ সংক্ষেপ বিৱৰণ, সংক্ষেপ কাকত a note, a memorandum.

**টোকাৰী** বি. এবিধ আঙুলিৰে টুকুৰিয়াই বজোৱা এডলীয়া গুণা লগোৱা বাদ্য যন্ত্ৰ a single stringed musical instrument played with the fingers, a kind of guiter.

**টোকোন, টোকন** বি. টাঙন, আঘাত কৰা মাৰি a club, a heavy stick.

**টোকোনা** বিণ. অতি দৰিদ্ৰ মানুহ, অতি নিৰাশ্ৰয় লোক a very poor man, one who lives by drudgery. স্ত্ৰী. **টোকনী**।

**টোকোৰা** বি. এবিধ সৰু চৰাই a variety of sparrow, এবিধ বনৰীয়া আঙকাঠী গছ a kind of tree.

**টোকোৰাপঁজা** বি. নিচেই সৰু আৰু সামান্য ঘৰ a small hut.

**টৌটক** বি. আগত নথকা লোকৰ অহিতে কোৱা কথা, লগনীয়া কথা back biting, **টৌটক-মাটক**

ফাকি ফুকা, লগনীয়া বা মিছা কথা কোৱা গুণ, টৌটকালি 'নাবদালি' চোৱা।

**টৌটা** বি. হিলৈত ভৰাবৰ কাৰণে তুলাপাতেৰে মেৰাই বন্ধা কলাই খাৰ আৰু গুলী a cartridge.

**টৌটৌৱা** বিণ. শুকাই কোঁচ খোৱা শুকাই সৰু হোৱা, সোপোৰা shrivelled up,. contracted. ক্রি. টৌটৌৱাপৰ।

**টৌডৰমল** বি. বজা আকবৰৰ ৰাজ-সভাৰ অৰ্থসচিব।

**টাৰ** বি. কাঁৰৰ চুঙা, কাঁৰৰ মোনা a quiver.

**টৌনা** বি. মাছ খোৱা কাঠৰ পাত্র বিশেষ a long wicker receptacle for fish.

**টোপ** বি. মাছ খুটিবলৈ বৰশীত লগাই দিয়া আহাৰ bait for fish, চৰাই আদিৰ পোৱালিৰ আহাৰ food given to young one's of birds, টোপল আহাৰ ল, আশা পালি থাক to take food, as a bird, to wait in hopes.

**টোপনি** বি. নিদ্রা, ঘুমটি sleep, বৰশী বোৱা কাৰ্য্য, মাছৰ কাৰণে বৰশী পেলোৱা কাৰ্য্য angling, act of letting down a baited hook, টোপনি পাৰ, টোপনি বা আশা পালি বৈ থাক to wait in hope, টোপনি বঞ্চ টোপনিৰ পৰা বঞ্চিত হ, উজাগৰে থাক to remain awake.—বিণ. টোপনি বঞ্চা।

**টোপনি গদুৱা, টোপনি গধুৱা টোপনি বহীয়া** বি. সদায় টোপনিয়াই থকা, বৰকৈ শোৱা sleepy, drowsy.

**টোপনিয়া** অক. ধা. কলমটিয়া টোপনিৰে আক্রান্ত হ to be sleepy, to be drowsy.

**টোপা** বি. অলপীয়া, জুলীয়া বস্তু a small quantity of liquid, a drop অতি কম বা ভাল বস্তু বুজাবলৈ 'টুপি' হয়। সক. ধা. বৰশীত টোপ লগাই পানীত পেলা to let down into water as baited hook,—অক. ধা. আশা দি কাল নিয়া take time by holding out hope. টোপা-খহু বি. গোটা ঘূৰণীয়া খহু a boil.

**টোপা-টোপে,** ক্রি. বিণ. এটোপা এটোপাকৈ in continuous drops.

**টোপাল** বি. গছৰ পাতৰ পৰা এটোপা এটোপাকৈ সৰি পৰা নিয়ৰ বা বৰষুণৰ পানী rain or dew drops fallen from the leaves of a tree.

**টোপাল** অক. ধা. আশা পালি থাক to wait in hopes. টোপালি পাৰ আশা কৰি কাল নিয়া to wait in expectation.

**টোপোৰা, টোবোৰা** বি. খহৰ দৰে

হোৱা উঠঙা, যেনে a small protuberance, a tumer. সূতাত লগা গাঁঠি a knot in a thread.

**টোপোলা** বি. কাপোৰ বা পাতত সামৰি বন্ধা বস্তু a bundle, a packet. পুৰস্কাৰ, ভেঁটি a present. ক্রি. বিণ. **টোপোলা-টোপোলে, টোপোলা-টাপলি** 'টালি-টোপোলা' চোৱা।

**টোৰ্‌টোৰ্** (অনুকাৰ শব্দ) বেং বা খোঁৱা খোৱাৰ নিচিনা শব্দ an imitative word used to express the sound of the croaking of a frog or the gargling of a huka.—অক.ধা. **টোৰটোৰা**—বি. **টোৰটোৰণি**।

**টোল** বি. ঘৰ-বাৰী, ঘৰৰ চাৰিওফালৰ মাটি আৰু ঘৰ a compound, premises. সংস্কৃত পঢ়াশালি Sanskrit teaching school.

**টোল** বিণ. পোন, সমান straight, even, level.

**টোলোঠা** বি. তাঁতৰ দীঘল সূতা বা কাপোৰ মেৰোৱা গোটা কাঠ one of the beams of a native loom.

**টোলোঠা-পকা** বি. এবিধ বনৰীয়া গছৰ অলপ দীঘলীয়া গুটি a kind of wild berry.

**টোহ্‌টোহ্** (অনু. শব্দ.) খঙেৰে মুখৰ ভিতৰতে কোৱা কথাৰ নিচিনা শব্দ, মুখৰ ভিতৰতে কোৱা কথা an imitative word used to express the sound of mutterings. অক. ধা. **টোহ্-টোহা**—বি. **টোহ্‌টোহনি**।

**টৌ** বি. এবিধ পিতলৰ পাক কৰা পাত্র a brass cooking vessel.

**টৌ-টৌৱা** বিণ. অতি তপত very warm, very sunny.—ক্রি. বিণ. **টৌ-টৌ কৰে** বৰ তপত বা গৰম ভাবে very warmly, in a very hot manner.

**ট্রট্স্কি** বি. ৰাচিয়াৰ এজন ৰাজনীতিজ্ঞ।

**ট্রাম** বি. চহৰৰ অন্তর্ভাগত বা ওচৰত সাধাৰণ ৰাস্তাত 'লাইন'ৰ ওপৰত যি গাড়ী চলে।

**ট্রেইন** বি. ৰেলগাড়ী, train.

---



**ঠ** বি. ব্যঞ্জন বর্ণৰ দ্বাদশ আখৰ the twelfth letter of the consonants.

**ঠক্ ঠক্** (অনু. শব্দ) কোনো টান বস্তুত আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ an imitative sound used to express the sound produced on striking a hard body. **ঠক্ ঠক্ কৰে** ক্রি. বিণ. গোটেইটো গা লৰাই, দাঁতে দাঁতে

লাগি শব্দ উঠি যেনে—ভাবত বা ভয়ত ঠক্‌ঠক্‌ কৰি কঁপিছে।

**ঠগ** বি. গঢ়, আকৃতি, সাদৃশ্য shape, form, semblance.

**ঠগ** বি. বঞ্চক, প্ৰতাৰক, মিছলীয়া মানুহ a cheat, a liar.—সক. ধা. বঞ্চনা কৰ to cheat.—সক. ধা. **ঠগ কৰ, ঠগা** ফাঁকি দে, ছল কৰ to cheat, to deceive.—বি. **ঠগামি** বঞ্চকৰ গুণ cheating. **ঠগোঁতা** বিণ. ঠগ কৰোঁতা a deceiver.

**ঠগ ধৰ, ঠগ দে** সক. ধা. নিজৰ স্বাভাবিক গঢ় এৰি আন গঢ় ধৰ, ভেম ধৰ to assume a particular form, to show pomp.

**ঠগা** বি. পুথি থোৱা এঠেঙীয়া কাঠৰ আধাৰ a wooden stand with one leg for keeping books.

**ঠগাবাটি** বি. বানবাটি a cup with a foot.

**ঠগি** বি. কাঠৰ কৰাই round wooden tray.

**ঠগিত** বিণ. ভাল ঠগ থকা, শুৱনি handsome, well shaped.

**ঠগুৱা** বি. শুৱনি handsome.

**ঠঙনা** বি. আঘাত, কোব, প্ৰহাৰ stroke, blow. **ঠঙনা খা** ক্রি. মাৰ খা, গোৰ খা to be beaten, to be kicked. বিণ. **ঠঙনা খোৱা**।

**ঠটা** বিণ. উদং আৰু টান hard and bare.

**ঠঠ্‌মঠ্‌** বিণ, বিস্মিত হৈ, নিৰুত্তৰ, বিমোৰ dumb struck, dumbfounded,—ক্রি. **ঠঠ্‌মঠ্‌ খা**।

**ঠঠা** বি. মাছৰ মূৰৰ হাডযুক্ত তল ভাগ।

**ঠন** বি. জীপ পোৱা বা ৰস ধৰা অৱস্থা the state of being revived or regaining freshness.—ক্রি. **ঠনধৰ** জীপ পা to be revived like a plant.

**ঠনঠন্‌ ঠনৰ্‌ ঠনৰ্‌** (অনুকাৰ শব্দ) বি. কোনো চনকা বস্তু ভাঙিলে হোৱাৰ নিচিনা শব্দ—অক. ধা. **ঠনঠনা**—বি. **ঠনঠননি**—বিণ. **ঠনঠনীয়া** চনকা, চঞ্চলীয়া। বেগতে ভগা brittle.—ক্রি. বিণ. **ঠনঠন কৰে**।

**ঠন্‌ঠন্‌** বিণ. অকামিলা, **ঠন্‌ঠন্‌ মদন গোপাল** অকামিলা মানুহ।

**ঠনবাই, ঠনৰ কৰে, ঠনাত কৈ** ক্রি. বিণ. ঠনৰ-শব্দ কৰি।

**ঠমক** বি. বৈ বৈ বা লাহে লাহে খোজ কাঢ়ি যোৱা, গম্ভীৰ গমন slow and steady motion, walk with measured steps. অক. ধা. **ঠমক ধৰ**।

**ঠৰ** বিণ. লৰাব চৰাব নোৱৰা হোৱা, ঠৰঙা rendered stiff by want of motion, as a limb, মন বা শৰীৰৰ পীড়া বা বিকাৰৰ গতিকে

নিমাত বা লৰচৰ কৰিব নোৱৰা হোৱা, পোন আৰু ঠৰঙা straight and stiff.—ঠৰলাগ—বিণ. ঠৰঙা ভিৰ নোলোৱা, দো নোখোৱা stiff, not pliable.

**ঠৰমৰ** বিণ. ঠৰঙা হৈ মৰা প্ৰায় হোৱা, মূৰ্চ্ছিত stunned, fainted, —ক্ৰি. ঠৰমৰ খা।

**ঠৰীয়া** বিণ. ঠাৰি লগা, ঠাৰি থকা having a stem.

**ঠৰুৱা** বি. কলাপাত বা তামোল আদিৰ পাতৰ মাজৰ ঠাৰি the middle rib of a plaintain leaf or other similar leaf.

**ঠল্ঠল্** বি. ঠলৰ ঠলৰ, সৰু গোটা বস্তু ওপৰৰ পৰা গছৰ পাতত বা মাটি আদিত ঘনে ঘনে পৰোতে হোৱাৰ নিচিনা শব্দ—ক্ৰি. বিণ **ঠল ঠল কৰে,**—অক. ধা. **ঠল ঠলা**—বি. **ঠলঠলনি**। বিণ. **ঠলঠলীয়া** পৰিলে ঠল ঠল শব্দ কৰা গোট গোট distinct.

**ঠলৰ** ( অনুকাৰ শব্দ ) এটা গুটি বা তাৰ নিচিনা এটা পৰোতে হোৱাৰ নিচিনা শব্দ a thud. ক্ৰি. বিণ. **ঠলৰাই, ঠলৰ কৰে**।

**ঠলামুৰি** বি. হাতেৰে মূৰত কৰা আঘাত a blow on the head with the hand.—সক. ধা. **ঠলামুৰিয়া** ঠলামুৰি মাৰ।

**ঠহ** বি. পঁচাত যাবলৈ অসম্মতি, বিন্ধাত সৰকোতে টান ধৰ reluctance to go when ordered, sticking to an aperture in passing through it.—অক. ধা. **ঠহ্ ধৰ**।

**ঠহ্ ঠহ্ কৰে** ক্ৰি. বিণ. খোঁচা বা বিন্ধাৰ দৰে বেদনা দি (ফুটাত খাটে) giving a sharp pricking pain. খকুৱাৰ দৰে greedily.—অক. ধা. **ঠহ্ঠহা**। বিণ. **ঠহঠহীয়া** টান, চোকা, কষ্ট দিয়া।

**ঠহৰ** বি. হাঁচি মাৰোঁতে হোৱাৰ নিচিনা শব্দ।—ক্ৰি. বিণ. **ঠহৰাই, ঠহৰ কৰে**।

**ঠহা** বি. এবাৰত ঠোটেৰে নি গিলি খোৱা খাদ্য a mouthful held in a bird's bill.

**ঠাই** বি. থান, স্থান, মাটি a place, পদ, বিষয় a situation.—বিণ. **ঠাইঠাই** বেলেগ বেলেগ, থান থান scattered, dispersed.—ক্ৰি. বিণ. **ঠাইতে** ওচৰতে, থিতাতে, তেতিয়াই on the spot, near at hand, ততালিকে immediately.

**ঠাঁচকৰে** ক্ৰি. বিণ. বৰ বলেৰে, বৰ কোবেৰে, ঠাঁচ শব্দ কৰি violently, with great force, with a bursting noise.

**ঠাকুৰ** বি. বামুণ পূজনীয় লোক, ৰান্ধনি বামুণ a Brahmin, a respectable man, a cook. স্ত্ৰী. **ঠাকুৰাণী**।

**ঠাকুৰাণী** বি. গোসাঁনী দেৱী a goddess.

**ঠাকুৰীয়া** বি. শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ মতত প্ৰবৰ্ত্তা কিছুমান সত্ৰ আৰু সেইবিলাকৰ মহাপুৰুষীয়া শিষ্য।

**ঠাকুৰীয়া** বি. চৌধাৰীৰ তলৰ দেৱালয়ৰ ধন তোলা বিষয়া fiscal officer subordinate to the chaudhuri and whose duty is to collect the dues of a temple.

**ঠাচ্** বি. আকৃতি, গঢ়, ৰূপ a form, a shape.

**ঠাচা** বি. ঢালি কোনো বস্তু কৰিবৰ নিমিত্তে যুগুত কৰা সেই বস্তুৰ আকৃতি a mould.

**ঠাট** বি. ঐশ্বৰ্য্য, প্ৰভাব, জাকজমক pomp, dignity, splendour, মানুহৰ জুম a crowd, সৈন্য army. **ঠাট্-কটক** বি. সেনা আৰু সেনাৰ লগত যোৱা মানুহৰ দল an army with the followers, ডাঙৰ লোকৰ লগত যোৱা মানুহৰ জুম a crowd of people following a great man.

**ঠাট্টা** বি. বিদ্ৰূপ, মস্কৰা taunt, joke.

**ঠাঠ** বি. জাক, সমূহ crowd.

**ঠাঠুবি** বি. বেয়াকৈ কাম কৰি ভাওনা কৰা কাৰ্য্য the act of deceiving by doing a work badly.

**ঠান** বি. গঢ়, সাদৃশ্য, প্ৰকাৰ shape, form, sort.

**ঠান-ভান** বি. অঙ্গি-ভঙ্গি gesture of the limbs.

**ঠান্থৰা** বি. শুৱনি, গঢ়িত well-formed, beautiful.

**ঠাপুৰা গোঁহাই** বি. কুকুৰে খোৱা গোঁহাইৰ অন্য এটি নাম।

**ঠানে** ক্ৰি. বিণ. দৰে, প্ৰকাৰে in the manner, in the way.

**ঠাম** বি. ঠাই, ধাম place.

**ঠাৰ** বি. ইঙ্গিত, চিয়াৰ, পোনকৈ নকৈ প্ৰকাৰান্তৰে বুজোৱা কথা a hint a significant motion of a limb.

**ঠাৰি** বি. কোনো বস্তুৰ পাত, গুটি বা ফুল আদি যি অংশ যাই গছ বা গাত লাগি থাকে a stem, হাতৰ ঠাৰি the fore-arm.

**ঠাৰেঠাৰে** ক্ৰি. বিণ. ইঙ্গিতেৰে by hints.

**ঠাৰেঠোৰে** ক্ৰি. বিণ. গুপ্ত অৱস্থাত in suppressed or unexplained condition.

**ঠাল** বি. গছৰ ডাল, শাখা a branch.

**ঠালি, ঠালী, ঠানী** বি. গছৰ সৰু ডাল a small branch or twig.

**ঠাৱ** বি. ঠাই place.—ক্ৰি. বিণ. ঠাৱতে থিতাতে।

**ঠাৱৰ** বিণ. নিশ্চয়, ঠিক, স্থিৰ certain, settled, fixed.—বি. নিশ্চয়তা, স্থিৰতা certainty.—অক. ধা. স্থিৰ হৈ থাক, পৰাস্ত নোহোৱাকৈ থাক to remain fixed in a position, to maintain one's ground in a position, to maintain one's ground in a battle. কৃদ. বি. **ঠাৱৰোঁতা**—স্ত্রী. **ঠাৱৰঁতী** ক্রি. বিণ. **ঠাৱৰকৈ, ঠাৱেঠিকে** নিশ্চয়কৈ, স্থিৰৰূপে with certainty,—সক. ধা. **ঠাৱৰা** নিশ্চয় কৰ to ascertain.

**ঠাহ** সক. ধা. হেঁচি সুমা, খুন্দি ভৰা to stuff, to ram down.—বি. পাল মাৰি ধৰা বেদনা, গজগজনি a pinching pain. সক সককৈ কুট, কঁচ to chip, to mince,—বি. **ঠাহোঁতা**। স্ত্রী. **ঠাহঁতী**—ক্রি. **ঠাহ খা, ঠাহমাৰ** অলপ ঠাইতে অধিক মানুহ বা বস্তু গোট খা to be overcrowded.

**ঠাহাবঠুহুৰ** বি. কৰো নকৰো বা যাম নেযাম কৰা অৱস্থা hesitation, অনিচ্ছা reluctance.

**ঠিক** বিণ. নিশ্চয় certain, হুবহু স্বৰূপ, সত্য exact, true, উপযুক্ত proper.—বি. নিশ্চয়তা, ঠিকনা, উচিত সময় বা ঠাই certainty proper time or place.—ক্রি. বিণ. **ঠিককৈ**—বিণ. **ঠিকঠাক**। ক্রি. বিণ. **ঠিকেঠাকে** ঠিক সময় মতে punctually,

**ঠিকা** বি. নিৰূপিত বেচৰ নিমিত্তে নিৰূপিত সময়ৰ ভিতৰত কৰি দিবলৈ লোৱা কাম work undertaken for a definite remuneration. contract. **ঠিকাদাৰ** ঠিকা কাম কৰাই দিওঁতা a contractor. **ঠিকাদাৰি** ঠিকাদাৰৰ কাম work of a contractor.

**ঠিলা** বি. টান বস্তুৰে কৰা সোপা, ঠিপা a stopper. **ঠিলামেলা** বি. চি চা আদিৰ ঠিলা উলিওৱা যন্তৰ a corkscrew.

**ঠিহ্‌ঠিহা** অক. ধা. অতিৰিক্ত ভোজন নাইবা শৌচ বন্ধ হোৱাৰ কাৰণে পেটত বেদনা কৰ to feel pain in the stomach from excessive eating or constipation. বি. **ঠিহ্‌ঠিহনি**।

**ঠিহনি** বি. নিসন্ধি কৰি ভৰা অৱস্থা, অলপ ঠাইত অধিক বস্তু জাপি থোৱা অৱস্থা the state of many things being pressed into a small space.

**ঠিহা** সক. ধা. অলপ ঠাইত অধিক বস্তু হেঁচি সুমা, to stuff, পেটে নধৰাকৈ খা to eat to excess.—বি. **ঠিলা** a stopper.

**ঠিহিৰা** বিণ. কঁটীয়া, বাঢ়িব নোৱৰা dwarfed. স্ত্রী **ঠিহিৰী**।

**ঠুঁটি** বি. নিচেই গুৰি বা শেষ ভাগ the root or shooting part of anything.—অক. ধা. **ঠুঁটিয়া** অলপ আগ ওলা, গজালি ওলা, পোখা মেল to shoot, to sprout.

**ঠুক্** সক. ধা. দূৰৰ পৰা এটা বস্তু দলিয়াই আন এটা বস্তুত লগা, আঘাত কৰ to hit a thing from a distance, to strike.

**ঠুক্‌ঠুক্ কৰে** ক্রি. বিণ. ঠক্ ঠক্ কৰে, চোৱা।

**ঠুকি, ঠুকি ঠুকি** ক্রি. বিণ. নিচেই সৰু কৈ,সৰু সৰু খণ্ড কৰি cutting into small pieces.

**ঠুগুৰি** বি. এবিধ সৰু নেপালী দা a kind of Nepalese knife.

**ঠুন** বি. সৰু কোমল ঠাৰি a tender and small stem.—বিণ. **ঠুন-ঠুনীয়া**।

**ঠুনুকা** বিণ. চনকা, চঞ্চনীয়া, সহজে ভগা brittle.

**ঠুম্** বি. জন্তুৰ মূৰৰ খুন্দা, খুম striking with the head or butting by an animal.—ক্রি. **ঠুমমাৰ**।

**ঠুমঠাম্** বিণ. অতিপাত, অতিশয় excessive.

**ঠুহা** বি. বাঁহৰ কাঠীৰে কৰা মাছ ধৰা এবিধ ঠেক আৰু দীঘল গঁজুলি a kind of fish trap.

**ঠেও** বি. হেও ধৰি মতা মাত a drawl.

**ঠেং** বি. আঠু আৰু ভৰিৰ মাজৰ, ভাগ, আঠুৰ নাম ভাগ the leg. **ঠেংদাঙি থাক** যাওঁ যাওঁ কৈ ইচ্ছুক বা প্ৰস্তুত হৈ থাক to be ready to go or start. **ঠেং নচুৱা, ঠেং জোকাৰ** কোনো কাম নকৰি বহি সময় কটোৱা to spend time idly. **ঠেং নামনি, ঠেংপচা** বি. ভৰি পথান, ভৰি পচা the foot of a bed.

**ঠেঁটু** বি ভৰি বা হাতৰ গাঁঠি বা জোৰা the joint of the hand or foot.

**ঠেঁটুৰা** বি. জাৰত হাত, ভৰি অৱশ বা ঠেৰেঙা হোৱা অৱস্থা numbness of hand or foot from cold —অক. ধা. **ঠেঁটুৰা লাগ, ঠেঁটুৰা ধৰ**।

**ঠেক** বিণ. সঙ্কীৰ্ণ, চেপ narrow, contracted.—বি. কষ্ট, অভাৱ, অনাটন distress, strait —অক. ধা. উপস্থিত হ, খুন্দা খা to occur, to encounter obstruction.—অক. ধা. **ঠেকত পৰ** টানত বা সঙ্কটত পৰ.—সক. ধা. **ঠেকত পেলা** বিপদত পেলা।

**ঠেকা** বি. কোনো বস্তু বাগৰি নপৰিবলৈ হেলনীয়া কৈ লগোৱা খুঁটা, ঢোকা a prop. ক্রি. **ঠেকা দে**'

**ঠেকা** বি. দুটা বস্তুৰে পৰস্পৰক কৰা আঘাত the mutual striking of two things.—সক. ধা. ওচৰ চপা to bring near.—অক. ধা. **ঠেকা খা** খুন্দা খা to clash. **ঠেকাঠেকি** বিণ. লগালগি, হেঁচা-হেঁচি, ক্রি. বিণ. **ঠেকাঠেকিকৈ**।

**ঠেকাৰ** বি. কষ্ট, যাতনা suffering. **ঠেকাৰ নেকাৰ** নানা কষ্ট বা যাতনা ।

**ঠেঙা** বি. দীঘল পেণ্ট, পতলুন trousers, pantaloons.

**ঠেঙাল** বিণ. ঠেং থকা having legs.

**ঠেঙুলি** বি. মূলৰ পৰা ওলোৱা ফেনা, গছৰ সৰু ডাল a small tuber shooting out from the main root, a small twig.

**ঠেন-মেঠেন** বি. অনিচ্ছা ভাব, কৰোঁ নকৰোঁ কৰা indecision.

**ঠেক** বি. ধৰিবৰ চল, কোনো বস্তু ধৰিবৰ কাৰণে তাৰ লগাই দিয়া খুটি a steam or a handle by which a thing may be held. আশ্রয়, অৱলম্বন refuge, support.

**ঠেকছিগা** বিণ. আশ্রয়হীন, উপায়হীন helpless, destitute of support.

**ঠেৰেঙা** বিণ. জীৱ নথকা বা চেঁচা হোৱা গতিকে টান আৰু ঠৰঙা হোৱা, জাৰত অৱশ হোৱা rendered stiff or torpid by death or cold. ক্রি. **ঠেৰেঙা দে**, **ঠেৰেঙা লাগ**।

**ঠেৰেহ** অক. ধা. নপকি বা নিসিজি টান বা গেঁঠেলা মাৰ to remain unripe or uncooked. বিণ. **ঠেৰেহা** নপকি বা নিসিজি টান হৈ থকা। অক. ধা. **ঠেৰেহামাৰ**।

**ঠেলা** সক. ধা. হেঁচা, হেঁচি দূৰকৰ to push. **ঠেলা** বি. হেঁচা a push. সক. ধা. **ঠেলামাৰ** বিণ. **ঠেলাঠেলি** এটাই আনটোক ঠেলা মৰা কাৰ্য্য act of pushing each other. বি. **ঠেলোঁতা**। স্ত্রী. **ঠেলঁতী**।

**ঠেলঠেলীয়া** বিণ. ডাঙৰ আৰু বহুত large and numerous.

**ঠেৱা** বি. কোৱা বা লিখা কথাৰ ভাগ, ছেদ a para.

**ঠেহ** বি. খোহ, বেজাৰ পাই মনে মনে কৰা খং sullenness, অক. ধা. **ঠেহপাত**, **ঠেহধৰ** খং কৰি মনে মনে একো কাম কাষ নকৰাকৈ থাক। **ঠেহলাগ** খোহ লাগ।

**ঠেহাঠেহি** বিণ. হেঁচাহেঁচি crowded.

**ঠেহাল** বিণ. অলপ কথাতে ঠেহ ধৰা sullen.

**ঠেহেৰ** বি. কোনো বস্তু কিছু কম জোৰেৰে ফুটোতে হোৱাৰ দৰে শব্দ। অসন্তোষ প্রকাশ কৰি হঠাৎ

মতা যাত। ক্রি. বিণ. **ঠেহেৰাই ঠেহেৰ** কৰে। **ঠেহেৰামাৰ** গেজেৰামাৰ, কটু কথা ক।

**ঠেহোব-নেহোব কৰা** ক্রি. পানী লাগি জলাকলা হলে যি অবস্থা প্ৰকাশ কৰে, অসূয়া অপ্ৰীতি কৰা, দুখ-কষ্ট কৰা।

**ঠোঁট** বি. চৰাইৰ মুখ, চঞ্চু the beak or bill of a bird. **ঠোঁট মুখ চেলেক** অপ্ৰস্তুত হ, লাজত পৰি মাতিব নোৱৰা হ to be struck dumb being put to shame.

**ঠোঁট কটা কাউৰী** বি. অনাবশ্যক ভাবে কথাকৈ ফুৰা লোক, লাজ-পোৱা ব্যক্তি a shameless person with on unrestrain-ed tongue.

**ঠোঁটা** বি. চৰাইৰ ঠোঁটৰ মাজত যিমান বস্তু ধৰে সিমান বস্তু as much as can be held in the beack of a bird, নৈৰ কিলা-কুটীয়া গৰা a projecting por-tion in the bank of a river.

**ঠোটা-মোজা** বি উখনা-উখনি, মৌখিক বিবাদ slight oral dis-put, an altercation.

**ঠোক** অক. ধা. ওচৰ চাপ, সোমাবলৈ আগবাঢ় to approach.

**ঠোকমাৰ, ঠোকামাৰ** অলপকৈ দেখা দি গুচি যা to pay a short visit and go away.

**ঠোকোনা** বি. হাতেৰে লাহেকৈ মৰা ঠেলা বা আঘাত a gentle push or stroke with the hand.

**ঠোঙোনা** বি. মুকুটি a blow struck on the cheek with the fist.

**ঠোঠৰী-শাক** বি. 'মৰলীয়া শাক' চোৱা।

**ঠোলা** বি. গছৰ পাত বা হাত কোচাই মাজৰ ভাগ খালি কৰি কৰা পাত্ৰ a leaf or hand con-tracted into a hollow, গছৰ পাত, তুলাপাত আদি যেৰ খুৰাই মুখলৈ বহল তললৈ জোঙাকৈ সজা দীঘলীয়া পাত্ৰ। নাললগোৱা কোৰোকা a ladle. অক. ধা. **ঠোলা পৰ**।

**ঠোহ-ঠোহনি** 'টোহ-টোহনি' চোৱা।

**ঠৌ-ঠোৱা** বিণ. গোট গোট, কাবো গাত কেও নলগা, ভৰ্জ্জৰীয়া, dis-tinct, separate, not sticky.

**ঠৌৰা** বি. 'ঠকৰা' চোৱা।

—০—



ভ ব্যঞ্জনবর্ণৰ ত্ৰয়োদশ আখৰ the thirteenth letter of the consonants.

ভংভঙীয়া বি. ডাঙৰ দীঘল আৰু শকত (মানুহ) tall and strong.

ভঁৰ বি. অৰ্থদণ্ড, জৰীমানা a fine, দণ্ড, শাস্তি punishment.—সক. ধা. দণ্ড কৰ to punish.

ভঁৰকাল বিণ. পোন, পোন আৰু ঠৰঙা straight.

ভঁৰিক বি. এবিধ বনৰীয়া চৰাই a kind of pheasant. স্ত্ৰী. ভ ৰিকী

ভঁৰিকনা বি. এবিধ সৰু মাছ a kind of small fish.

ভ ৰিকা-উৰহী এবিধ দীঘলীয়া উৰহী। ভঁৰিকা লাউ এবিধ দীঘলীয়া লাউ।

ভঁৰিয়লি বি. নৈৰ এক ভাঁজৰ পৰা আন এক ভাঁজলৈ পোন ভাগ a straight portion of a river between two curves.

ভঁৰিয়লি বি. শাসন control, শাসন কৰোতা, দমাই ৰাখোঁতা one who controls or restrains.

ভঁৰোতা বি. দণ্ড কৰোঁতা a man who punishes. স্ত্ৰী. ভঁৰতী।

ভঁহা বিণ. ভঁাহৰ চকুৰ বৰণৰ, অলপ পিঙলীয়া (চকু) brownish, ভঁহা চকু থকা (মানুহ) brown-eyed, স্ত্ৰী. ভঁাহী ভঁহা চকুৰা বিণ. ভঁহা চকু থকা।

ভকুভকীয়া বিণ. একেবাৰে নতুন, সতেজ fresh তেজাল, তেজ থকা full of blood.

ভক য'ত জাহাজ নিৰ্ম্মাণ বা মেৰামত কৰা হয়।

ভক বি. নৃত্যৰ পিছত দেওধনী অচেতন হৈ পৰি থকা অৱস্থা।

ভক-ধৰা পালি বি. যিজন পালিয়ে দেওধনীৰ মূৰটো কোলাত লৈ থাকে।

ভকত পৰা ক্ৰি. নৃত্যৰ পিছত দেওধনী অচেতন হৈ পৰি থকা।

ভকৰ্, ভকৰা পৰ অক. ধা. অলপকৈ পক, পকিবলৈ ধৰ to begin to be ripe. অলপকৈ শুকা to be slightly or partly dry. —বিণ. ভকৰা আধাপকা, আধা শুকোৱা।

ভকা বি. নৈৰ তলৰ বালি চটত খুন্দা-খাই খল খল শব্দেৰে ওপৰলৈ উঠা পানী water rising up to a circle with a murmuring sound.

ভকা সক. ধা. আগলৈ খেদা, চলা to drive, as a horse, নিলামত কোনো বস্তু বা কোনো বস্তুৰ ব্যৱহাৰ বা স্বত্ব বিক্ৰি কৰা to cause to be sold by auction.

ভকা বি. গোট মৰা বস্তু বা তেজ

clot as of blood. অক. ধা. ডকা যাব to clot.

**ডকা** বি. মাছ বা মঙহৰ ডাঙৰ টুকুৰা a large piece of fish or flesh.

**ডকাইত** বি. বলেৰে লোকৰ বস্তু নিওঁতা বা অপহৰণ কৰোঁতা, দস্যু a robber, a free-booter.—সক. ধা. ডকা দে বলেৰে অপহৰণ কৰ to rob. বি. ডকাইতি ডকাইতৰ কাৰ্য্য বা বৃত্তি robbery.

**ডক্টৰ নাথেন ব্ৰাউন** বি. আমেৰিকাৰ পৰা অসমলৈ অহা এজন বেপটিষ্ট মিছনাৰী। এওঁ অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰণয়ন কৰিছিল।

**ডক্টৰ মাইলছ ব্ৰন্সন** খ্ৰীষ্টধৰ্ম্ম প্ৰচাৰৰ বাবে অসমলৈ অহা বেপটিষ্ট মিছনাৰী। এওঁ অসমীয়া অভিধান ৰচনা কৰিছিল।

**ডগ্‌ডগ্‌** (অনুকাৰ শব্দ) সক ডিঙীয়া পাত্ৰৰ পৰা পানী পৰোঁতে হোৱাৰ নিচিনা শব্দ।

**ডগ্‌ডগী** বি. এবিধ দীঘল গলৰ লোটা a water vessel with a long and narrow neck.

**ডগ্‌মগ** বি. জকমক, লৰি থকা দীপ্তি, জলমল a sparkle, টলবল, অস্থিৰ অৱস্থা unsteadiness. অক. ধা. ডগমগা। বি. ডগমগনি বিণ. ডগমগীয়া জলমলীয়া sparkling.

**ডগৰ** বি. বাদ্য-যন্ত্ৰ বিশেষ।

**ডঙ্গুৰা** বিণ. অকলৈ থকা, ল'ৰা তিৰোতা নথকা living alone, having no wife and children.

**ডজন** বি. ১২টা বস্তু dozen.

**ডঠ, ডঠা** বি. হাতী খোঁচা পোন জোঙা মাৰি an elephant goad.

**ডঢ়** বিণ. দৃঢ, আটিল, টান firm, tight, fixed.

**ডঢ়া** সক. ধা. দৃঢ় কৰ, সবল কৰ to strengthen, ডাঠি ক to warn. —ক্ৰি. বিণ. ডঢ়াই।

**ডন** বি. মাটিত দীঘল হৈ কৰা কুস্তি a violent athletic exercise.

**ডনিকনা** 'ডবিকনা' চোৱা।

**ডফলা** বি. অসম দেশৰ এজাতি পৰ্ব্বতীয়া মানুহ a hill tribe of Assam.

**ডবল** বি. দুগুণ double, ডবল পইচা a coin worth two pice. ডবলকোৰ দকৈ মৰা কোৰ deep hoeing.

**ডবহা** বিণ. ডাঠ বা শকত, মঙহাল thick, stout, fleshy. স্ত্ৰী. ডাবহী।

**ডবা, ডবাইধৰ** সক. ধা. তললৈ হেঁচা মাৰি ধৰ to press down.

**ডবিয়া** অক. ধা. তামোল বা সেই জাতিৰ আন গছৰ দৰে ফুল ধৰ to put forth flowers, as a tree of palm family.

**ডবিয়া** সক. ধা. ডাবি দি, বৰকৈ খং বা তিৰস্কাৰ কৰ to reprove, to

rebuke. কৃদ. বি. **ডবিয়াওঁতা।** স্ত্ৰী. ডবিয়াওঁতী।

**ডবুৰা** বিণ. ডাব লগোৱা, ডাবৰ ভিতৰত জপাই ধৰ পৰা having folding handle, having the blade which folds into the handle. ডবুৰা কটাৰী ডাব থকা কটাৰী।

**ডম্বৰু** বি. মাজ চিঙ্কা আৰু দুই মুৰ ঘূৰণীয়া ছালেৰে ছোৱা এবিধ বাদ্য a kind of musical instrument, **ডম্বৰুধৰ,** সদাশিৱ Shiva.

**ডৰ** বি. ত্ৰাস, ভয়, fear, অক. ধা. ডৰ, ডৰা ভয় কৰ to be afraid, কৃদ. বি. ডৰোঁতা, ডৰাওঁতা স্ত্ৰী. ডৰঁতী, ডৰাতী।

**ডৰখ** বি. এৰাল a tether.

**ডৰা** বি. মাটিৰ খণ্ড a small division of cultivated land—বিণ. **ডৰাডৰ** অনেক খণ্ড হোৱা divided into small plots.—ক্রি. বিণ. **ডৰাডৰে** অনেক ডৰা কৰি, ই ডৰাৰ পাছত সি ডৰাকৈ।

**ডৰি** বি. ভঁয়, ডৰ fear.

**ডৰুক** বি. ভয়াতুৰ subject to fear, timid.

**ডৰুৱা** সক. ধা. ভয় দেখা, ভয় খুৱা to put in fear.

**ডল** সক. ধা. জাঁতেৰে ঘঁহি ফাল to split by grinding in a mill, as pulse, **ডাল কাট** to put off the branches. বি. ডলোঁতা।

**ডলা** বি. বাঁহৰ কাঠিৰে সজা এবিধ চেপেটা বহল ঘূৰণীয়া পাত্ৰ a bamboo platter or tray,—সক. ধা. আনৰ হতুৱাই জাঁতেৰে ফলা বা ডাল কটা। স্ত্ৰী. ডলাঁতী।

**ডলাব** ,বগৰী ডলাৰ বগৰীৰ দৰে বাগৰি ফুৰা, থান-থিত নথকা, ঘৰবাৰী নথকা having no fixed abode, moving from place to place.

**ডলীয়া** বিণ. ডাল থকা having branches, ডালৰ নিচিনা গোটা having the form of a bar or stick.

**ডলুৱা** বিণ. গছত বা গছৰ ডালত থকা living on a tree ডালৰ, ডাল সম্পৰ্কীয় belonging to or connected with a branch.

**ডহ ডহীয়া** বিণ. স্থিৰ, অলৰ, নিশ্চিত firm, decided, established.

**ডা-ডাঙৰীয়া** বি. ডাঙৰীয়া সকলকে মুখ্য কৰি অসম ৰজাৰ আন আন বিষয়া সকল।

**ডাইন** বি. সোঁফাল right side.

**ডাইনা-পালী** বি. যি জনে দোহাৰত ওজাই লগাই দিয়া গীত গায় আৰু ওজাৰ পদ বিলাকৰ অৰ্থ ভাঙি দিয়ে ( ওজাৰ সোঁহাতে থাকে ) chorus

singer explaining the meaning of songs.

**ডাইনী** বি. ডাকিনী, মায়াবিনী, ভুতুনী witch.

**ডাইল** বিণ. বিষ থকা, বিষাল poisonous, বব জলা বা চোকা very pungent.

**ডাউক** বি. এবিধ চৰাই স্ত্রী. ডাউকী the moor hen or water hen.

**ডাং** বি. টাঙ্গন, গোটা দীঘল মাৰি a bar, a thick stick or staff—ডাং কটা লোকৰ ঘৰৰ ছুৱাৰ ডাং কাটি ভিতৰলৈ সোমোৱা, দুষ্ট wicked স্ত্রী. ডাংকাটী।

**ডাংকোপ** বি. 'ডাকোপ' চোৱা।

**ডাংঠেৰীয়া** বিণ. চৰীয়া, মিহি নোহোৱা coarse. ডাং বৰলা বিয়াবাক নকৰোৱা। ডাংমুঠীয়া বিণ. ডঙুৰা, ল'ৰা-ছোৱালী নথকা।

**ডাঁৰ** বি. বৰ দীঘল মাৰি a long pole, নাল লগোৱা বঠা an oar having a spliced handle, কাপোৰ থবলৈ পথালিকৈ বন্ধা মাৰি।

**ডাঁৰ্** বি. আঠ পৰ বা ষাঠি পলৰ পৰিমাণৰ কাল, দিন বাতিৰ ষাঠি ভাগৰ এভাগ one sixtieth part of a day and night, 24 minutes.

**ডাঁৰ** সক. ধা. দণ্ড স্বৰূপে ধন ল, ডাঁৰ ল to fine.—কৃদ. বি. ডাঁৰণ ডাঁৰ লোৱা কাৰ্য্য act of fining.

**ডাঁৰ পৰ** বি. সময় নিৰ্ণয় কৰা যন্ত্ৰ an instrument for measuring time, a clock.

**ডাঁৰা** বি. ধাৰা, পানী যোৱা বাট, সুঁতি a channel.

**ডাঁৰি** বি. বৰশী বোৱা দীঘল মাৰি a fishing rod.

**ডাঁৰিকী** বি. গছৰ গুটি পৰা, পাত কটা আদি কাম কৰিবলৈ লোৱা দীঘল মাৰি a long pole.

**ডাঁহ** বি. জন্তুক কামুৰি তেজ খোৱা এবিধ ডাঙৰ মাখি a gad fly.

**ডাঁহী** বি. এবিধ বৰ ডাঙৰ খঙাল ফেটী সাপ a kind of very poisonous snake.

**ডাঁহেকিয়া, ডাঁহেচিয়া** বিণ. পূৰঠ হোৱা, পকিব লগা হোৱা beginning to ripen.

**ডাক** বি. পূবণিকালৰ এজন জ্ঞানী মানুহ, তেওঁ বচনা কৰা বচন বিলাকক ডাক চৰিত, ডাকৰ বচন বা ডাক ভণিতা বোলে।

**ডাক** বি. চিঠি আদি এঠাইৰ পৰা আন ঠাইলৈ অনা-নিয়াৰ উপায় mail post, দূৰৰ ঠাইলৈ বাওঁতে সলনি কৰি কৰি ব্যৱহাৰ কৰিবলৈ বেলেগ বেলেগ ঠাইত ৰখা বাহন, তেনে বাহন ৰখা ঘৰ relay of horses etc., a place where such relays are kept. ডাক-

ঘৰ চিঠি আদি ষ'ৰ পৰা অইন ঠাইলৈ পঠোৱা হয় আক ষ'ৰ পৰা স্থানীয় চিঠি বিলোৱা হয় post office. **ডাক-গাৰী** ডাক অনা নিয়া কৰা গাৰী mail trains, mail coach. **ডাক-বঙলা** ভ্ৰমণকাৰী সকলৰ থাকিবৰ সুবিধাৰ কাৰণে বাস্তাৰ ওচৰত ঠায়ে ঠায়ে কৰি থোৱা ঘৰ a Dak-bungalow. **ডাক-খেল** বি. এবিধ তাচৰ খেল a kind of game at cards.

**ডাক** সক. ধা. কামুৰি বা খুঙেৰে বিন্ধি বিষ লগা sting or bite, চোকা বস্তুৰ দৰে ছালত বোবোৱা আক বেদনা জন্মা ( চূণ আদিত খাটে ) to carrode.

**ডাক** বি. মতা কুকুৰাৰ মাত the crowing of a cock, চিয়ঁৰি মতা মাত a loud sound or voice.—অক. ধা. মতা কুকুৰাৰ দৰে মাত to cry out, চিয়ঁৰি মাত to call loudly. **ডাক দি** মতা কুকুৰাৰ দৰে মাত to crow, চিয়ঁৰি আহিবলৈ ক to call loudly.

**ডাক** সক. ধা. নিলাম-ডাক to auction.

**ডাকুৰা** বি. মৈৰ মাজত পথালিকৈ দিয়া ফুচটা ফলা বাঁহ, যাৰ ওপৰত মানুহ উঠি মৈ দিয়ে।

**ডাকজ** বিণ. ভয়ানক, ভয় লগা, ধ্বংস কাৰী terrible, very destructive, বৰকৈ জ্বলা blazing as fire.

**ডাকৱালা** বি. এটা ডাক ঘৰৰ পৰা আন এটা ডাক ঘৰলৈ চিঠি আদি বৈ নিয়া মানুহ, হৰকৰা a mail-carrier, postman.

**ডাকাৰ্ণৱ** বি. নেপালত পোৱা ডাক সম্বন্ধীয় এখন পুথি।

**ডাকিনী** বি. ডাইনী, এবিধ ভূতুনী a kind of female evil spirit.

**ডাকু** বিণ. বৰ দুষ্ট unruly, মই মত, বশ নোহোৱা unruly, self-willed.

**ডাকুৰ** বি. চুকণী ছাগলীৰ ডিঙিত পথালিকৈ আৰি দিয়া মাৰি।

**ডাক্তৰ** বি. বিলাতী পদ্ধতিৰ চিকিৎসক doctor, পাণ্ডিত্যসূচক উপাধি বিশেষ doctorate, **ডাক্তৰ খানা** ডাক্তৰে চিকিৎসা কৰা ঠাই dispensary. **ডাক্তৰি** ডাক্তৰৰ ব্যৱসায় বা বিদ্যা medical science, medical profession.

**ডাগ** বি. চেক, spot.

**ডাগি** বি. মানুহৰ শ্ৰেণী বা খেল, a class of man.

**ডাগি মানুহ** বি. অসৎ কাম কৰোঁতা লোক. শঠ, notorious person.

**ডাঙৰ** বিণ. বৃহৎ, বৃহৎ আকাৰৰ big large, দীঘলবহল spacious, মোটা fat, শ্ৰেষ্ঠ superior, great প্ৰবল violent, বয়সীয়া grown up, দায়িত্বপূৰ্ণ responsible, গুৰু

serious.—বি. শ্ৰেষ্ঠ মানুহ an elderly or respectable person. ডাঙৰ দীঘল বয়স হোৱা, ডাঙৰ হোৱা big, grown up. ডাঙৰ পিতা জেঠা। ডাঙৰ মাই জেঠী।

ডাঙৰি বি. ধানৰ বহুত মুঠি গোটাই বন্ধা ডাঙৰ মুঠা a large sheaf of paddy. ডাঙৰি কাপোৰ বৰ কাপোৰ a coarse thick cloth used as a wrapper. ডাঙৰি সূতা চৰীয়া সূতা coarse thread.

ডাঙৰীয়া বি, মান্যবান মানুহ, বৰ-লোক a respectable man, a noble man.—স্ত্ৰী. ডাঙৰীয়াণী।

ডাক্কা বি. দুৰ্নাম, বদনাম evil reputation.

ডাক্কোপ বি. বৰ কথা, গঙপ, নিজক ডাঙৰ বুজাবলৈ গল্প মাৰি কোৱা কথা a boast, brag.

ডাটি ক্ৰি. বিণ. ডাঠকৈ, দৃঢ়ভাবে gravely, seriously, বলেৰে with force.

ডাঠ বিণ. ঘন, পাতল বা সেৰেঙা নোহোৱা thick, dense, শকত, স্থিৰ strong, firm.—ক্ৰি. বিণ. ডাঠকৈ।

ডাঠা বি. শাকৰ মঙহাল ঠাৰি the pithy stalk of vegetable, এবিধ শাক a kind of vegetable, চেৰেকী লেটাই আদিৰ নাল the rod on which the reel revolves.

ডাঠি ক্ৰি. বিণ. 'ডাঠি' চোৱা। অক. ধা. ডাঠি ক দৃঢ় বা নিশ্চয়ৰূপে ক to speak firmly or emphatically.

ডাঠিৰা বিণ. সাহিয়াল, মন বা বুকু ডাট fearless, courageous.

ডাড়ি বি. খোঁতোৰা আৰু গালত গজা নোম beard, whiskers.

ডাণ্ট ( পু. অ. ) বিণ. দৃঢ়।

ডাণ্টি ( পু. অ. ) বিণ. দৃঢ়।

ডাণ্টে বি. ইটালীৰ প্ৰথিতযশা কবি। এওঁৰ বিখ্যাত কাব্যখন হৈছে 'ডিভাইন কমেডি (Divina Comedia ).

ডাফলী বি. ডফলা জাতিৰ তিৰোতা, চুটি চাপৰ পুষ্ট অথচ আটিল ( তিৰোতাৰ বিশেষণ ) a Dafle woman, short but strong and stout.

ডাব বি. কুমলীয়া নাৰিকল a green cocoanut.

ডাব বি. মোকোটাই কটাৰী সুমাই থোৱা নাল a folding handle. ডাব কটাৰী নালত মোকোটাই সুমাই থোৱা কটাৰী a knife which folds up. ডাব-কাট প্ৰতিজ্ঞা কৰ to take a vow.

ডাবৰ বি. এবিধ মুখ ধোৱা আৰু পিক পেলোৱা পাত্ৰ kind of spittoon.

**তাম** বি. এবিধ ধাতু, তাম্ৰ copper,

**তামৰস** বি. পদ্ম lotus.

**তামস** বিণ. তামসিক, নিন্দিত, গৰ্হিত অন্ধকাৰময়। স্ত্ৰী. **তামসী** অন্ধকাৰ ৰাতি, কালী, মায়া বিত্তাবিশেষ।

**তামসিক** বিণ. তমোগুণীয়া, তমোগুণ সম্বন্ধীয় belonging to the quality of darkness, of pride.

**তামাদি** বিণ. দাবি কৰিবৰ নিৰ্দ্ধাৰিত সময় অতিবাহিত barred by limitation.

**তামাকাঁহা** বি. ত্ৰাস লগোৱা কাৰ্য্য any violent or disastrous act.

**তামাচা** বি. ৰং, ধেমালি sport, amusement.

**তামাম** সমস্ত, all.

**তামিনা** বি. পাৰস্যৰ বীৰ কস্তমৰ ভাৰ্য্যা।

**তামিল** বি. পালন, মান্য act of obeying, দক্ষিণ ভাৰতত চলিত এটা ভাষাৰ নাম।

**তামিস্ৰ** বি. এখন নৰক one of the hells.

**তামী** বি. পূজাত ব্যৱহৃত তামৰ বাটি a copper cup used at Puja.

**তামুলী** বি. ডাঙৰ লোকক তামোল কাটি দিয়া মানুহ। বিণ. তামোল প্ৰিয়, বৰকৈ তামোল খোৱা excessively fond of betel nut.

**তামোল** বি. তাল জাতিৰ এবিধ গছ আৰু তাৰ ফল, পাণ, চূণ আদিৰে মিহলাই খাবলৈ কটা তামোল the areca nut and its tree, a preparation of areca nut with betel leaf, lime etc.

**তাম্বুল** বি. 'তামোল' চোৱা।

**তাম্ৰ** বি. 'তাম' চোৱা।

**তাম্ৰপত্ৰ, তামৰফলি** বি. ৰজাই মাটি আদি দান কৰাৰ কথা লিখা তামৰ ফলি a copper plate on which grants of land etc. made by a king are inscribed.

**তাম্ৰপৰ্ণী** বি. কৰ্ণাট দেশৰ ইতিহাস প্ৰসিদ্ধ নদী।

**তাম্ৰশাসন** বি. তামৰ পত্ৰত খোদিত ৰাজাজ্ঞা।

**তাম্ৰাক্ষৰী** বি. তাম বৰণীয়া আখৰেৰে লিখা ৰাৰভূঞাৰ গুপ্ত শাস্ত্ৰ a mystic scripture of the Bhunyas.

**তায়দাদ** বি. মাটিৰ সীমাৰ বিবৰণ, সীমা, পৰিমাণ boundary, am ount.

**তাঁৰ, তাৰ** বি. ধাতুৰে তৈয়াৰ কৰা সৰু জৰী a metallic wire, বাদ্য যন্ত্ৰৰ জৰী a string of musical instrument.

**তাৰ** বিণ. উচ্চ, তীব্ৰ of high pitch.

**তাৰ, তাৰক, তাৰকা** বি. তৰা, নক্ষত্ৰ a star.

**তাৰ** সৰ্ব্ব. সেই ঠাইৰ, সেই লোকৰ of that place or person.

**তাৰ** (উপশব্দ) সমূহ বা জাটি বুজাবলৈ, নোম, কাঠী বা তেনে কোনো বস্তু বুজোৱা বিশেষ্য বা বিশেষণৰ পাছত যোগ কৰা শব্দ যেনে—চুলিতাৰ, বাঢ়নীতাৰ a particle placed after a noun or adjective to denote a bundle of hair etc, তেনে মিহি বস্তু বুজাবলৈ 'তাবি' ব্যৱহাৰ হয়।

**তাৰ** সক. ধা. উদ্ধাৰ কৰ, আপদৰ পৰা ৰাখ to deliver, to save, to give salvation to. বি. **তাৰক, তাৰোঁতা, তাৰন্তা** ৰক্ষা কৰোঁতা, উদ্ধাৰ কৰোঁতা a deliverer, a saviour. **তাৰণ** বি. উদ্ধাৰ কৰা কাৰ্য্য act of saving.

**তাৰক** বি. কাৰ্ত্তিকে বধ কৰা এটা অসুৰ a demon killed by Kartika.

**তাৰতম্য** বি. কমবেছি, ন্যূনাধিক, প্ৰভেদ the state of being more or less, difference.

**তাৰবি** (পুঃ অঃ.) সক. ধা. তাৰিবা, উদ্ধাৰ কৰিবা।

**তাৰল্য** বি. তৰলতা, চঞ্চলতা fickleness.

**তাৰহ** বি. শাসন, দমন, বাধা admonition, check.

**তাৰা** সৰ্ব্ব. তেওঁলোক they.—বি. নক্ষত্ৰ a star, সঙ্গীতৰ সপ্তক বা উচ্চ সুৰ the treble part in music. **তাৰাবাজী** বি. জুই বাজী fire-works. **তাৰাবোল** তৰাৰ দীপ্তি, সক সক তৰাৰ জুম। **তাৰামণ্ডল** তৰা থকা ঠাই, তৰাৰ সমূহ বা জুম।

**তাৰাং তিৰিং** সি. চক খাই ইপিনে সিপিনে চোৱা looking about in terror.

**তাৰি** বিণ. পৰিমাণত কৈ অধিক (খোৱা পিয়াত খাটে) excessive. ক্ৰি. বিণ. **তাৰিকৈ**। বি—টিঙনা মাটি পানীত তল নোযোৱা ঠাই elevated land.

**তাৰিখ** বি. কোনো নিৰ্দ্দিষ্ট দিন, কোনো কাৰ্য্য হোৱা দিন, মাহৰ প্ৰথমৰ পৰা দিন সংখ্যা date.

**তাৰিণী** বি. উদ্ধাৰ কাৰিণী, মুক্তি দায়িনী a female deliverer.

**তাৰিফ** প্ৰশংসা, বাহাদুৰি praise.

**তাৰোঁতা** বি. উদ্ধাৰ কৰোঁতা, মুক্তি দিওঁতা a deliverer, a saviour.

**তাৰ্কিক** বিণ. তৰ্ক প্ৰিয়, তৰ্ক শাস্ত্ৰত অভিজ্ঞ one versed in arguing.

**তাৰপৰা, তাৰেপৰা** সৰ্ব্ব. সেই ঠাইৰ পৰা, সেই সময় বা ঘটনাৰ

পৰা from that place, time or event.

**তাৰুণ্য** বিণ. তৰুণতা, নবীনতা।

**তাৰ্পিণ** বি. এবিধ গছৰ পৰা উলিওৱা তেল turpentine.

**তাল** বি. এবিধ গছ, তাৰ পাতেৰে বিচনী কৰা যায় the fan-palm.

**তাল** বি. গীত বাদ্য বা নৃত্যত সময়ৰ ভাগ, গীতৰ সুৰৰ তাৰতম্য দেখুৱাবলৈ চপৰিয়াই বজোৱা বাদ্যৰ বাজন control or regulation of musical time or rate of movement, কাঁহৰ বাদ্য বিশেষ a cymbal, গীতৰ ঠেলা বুজাবলৈ মৰা চাপৰি a clap of hands to denote musical time. **তাল ধৰ** গীতৰ ছেদ বুজাবলৈ হাতেৰে চাপৰি মাৰ to beat time with the hands. **তালক তালে** ঠিক সময়ত just in time.

**তাল** বি. খলপা, মহল, খাপ a storey of a house, a stratum.

**তাল** বি. উচ্চ শব্দ আদিৰ দ্বাৰা কাণত সোপা লগা যেন বোধ temporary cessation of the power of hearing caused by a loud noise etc. ক্রি. **তাল-মাৰ**।

**তাল** বি. খঁৰা a kind of bamboo basket.

**তাল-কাল** বি. অস্থিৰ অৱস্থা restlessness.

**তাল-বেতাল** বি. দুটা ভূতৰ নাম। বিক্রমাদিত্য ৰজাৰ অনুচৰ two attendent of Vikramaditya.

**তাল মান** বি. গীত আৰু বাদ্যৰ সমতা।

**তালমাৰ, তাল-লাগ** উচ্চ শব্দাদিৰ দ্বাৰা কাণত সোপা লগা যেন বোধ হ।

**তালমাৰি ধৰ** নচলা হ, বন্ধ হ to stop as purging or vomiting.

**তালখুৰীয়া** বিণ. এষোৰ তালৰ দৰে সকলো প্রকাৰে সমান equal in every respect.

**তাল-লাগ** অভাৱ হ to be scarce.

**তালে তালে** ক্রি. বিণ. প্রতি তালত, তাল নভঙাকৈ according to musical time. **তালে মানে** গীতৰ তাল মিল কৰি, সকলো ৰকমে মিল ৰাখি।

**তালব্য** বিণ. তালুত উৎপন্ন হোৱা, তালু সম্বন্ধীয় belonging to the palate palatal.

**তালাক** বি. মুচলমান মতা-তিৰোতাৰ এৰা এৰি হোৱা ঘোষণা a divorce among the Musalmans.

**তালাচ** বি. অনুসন্ধান search.

**তালাপী** বি. পৰিচৰ্য্যা, যত্ন act of attending or taking care.

**তালামাৰ** ক্রি ছুৱাৰত তলালগোৱা lock up.

**তালি** বি. হাতৰ চাপৰি a clapping of the hands, তাপলি a patch. —ক্রি. **তালিমাৰ** to patch.

**তালিকা** বি. ফৰ্দ্দ a list.

**তালিম** বি. 'আখৰা' চোৱাঁ।

**তালু** বি. মুখৰ ভিতৰৰ ওপৰৰ ভাগ, মাজমূৰ palate, the crown of the head.

**তালুক** বি. খাজানা আদি তুলিবলৈ ভাগ কৰা মৌজাৰ নিচিনা একখণ্ড দেশ a part of district similar to a mouza. **তালুকদাৰ** তালুকৰ ভাৰ থকা বিষয়া।

**তালৈ** সৰ্ব্ব. সেই ঠাইলৈ to that place.

**তাৱত** ক্রি. বিণ. সেই পৰ্য্যন্ত, সেই পৰিমিত until, up to.

**তাৱা** বি. পিঠা আদি ভজা লোৰ মেলাহি পাত্ৰ an iron frying pan.

**তাৱে** ( পু. অ. ) ক্রি. বিণ. তেতিয়া-লৈকে up to that time.

**তাৱৈ** বি. সমনীয়া বা সখিৰ বাপেক a friend's father, পিতাৰ সখিয়েক a father's friend.

**তাসম্বাক** তেওঁ বিলাকক, **তাসম্বাৰ** তেওঁবিলাকৰ।

**তাস্থ** [ হি—তাসু ] সৰ্ব্ব. তাৰ of him, that or it.

**তাহাঁত** সৰ্ব্ব. সেই মানুহবোৰ they.

**তাহানি** ক্রি. বিণ. আগৰ দিনত পূৰণি কালত formerly, পূৰ্ব্বকাল former time. **তাহানিয়েই, তাহানিখন** বহুদিনৰ আগতেই, আগৰ দিনতে long ago.

**তাহান্ত** ( পু. অ. ) সৰ্ব্ব. তেখেত he.

**তাহুন** সৰ্ব্ব. সিহঁত they.

**তাহে** ( পু: অ: ) তাতে, তেওঁত, তেওঁক। **তাহেক** তাৰ, তাক **তাহেৰ** তেওঁলোকৰ।

**তাহোন, তাহুন** বি. তাত বওঁতে সূতাত লগোৱা আঠা size used for varnishing thread.

**তিয়হঁ, তিহুঁ** বি. এবিধ লতা আৰু তাৰ ফল cucumber.

**তিওৱা** বিণ. পানীত তিয়াই পৰিষ্কাৰ কৰা washed in water.

**তিক্ত** বি. তিতা bitter বি. তিতা গুণ bitter taste.

**তিচী** বি. গুটিৰ পৰা তেল আৰু ছালৰ সূতা হোৱা এবিধ শস্য linseed.

**তিত** অক. ধা. ভিজা, আৰ্দ্ৰ হ to be wet. **তিতপখিলা** পখিলাৰ দৰে ততালিকে এঠাইৰ পৰা আন ঠাইলৈ যোৱা মানুহ।

**তিতা** বিণ. আৰ্দ্ৰ, ভিজা wet, moist.

**তিতা** বিণ. মহানিম, সোকোতা

আদি বস্তুৰ সোৱাদৰ নিচিনা bitter, মনত বিৰক্তি বা বেজাৰ জন্মোৱা (কথা) causing pain to the mind, তিতা বস্তু bitter thing.

তিতা-কেবেলা 'কেবেলা' চোৱা।

তিতা-গুটি বি. এবিধ বনবীয়া সৰু গছ আৰু তাৰ তিতা গুটি।

তিতা চপা বি. 'চপা' চোৱা।

তিতাটনি বি. পিতৃমাতৃ মৰিলে সন্তানে তিতা কাপোৰ পিন্ধি তাক গাতে শুকাই আৰু অইন কঠোৰ নিয়ম পালি দহদিনলৈকে কৰা ব্ৰত।

তিতা ফুল বি. বঙা বাহকৰ গন্ধ আৰু তাৰ ফুল।

তিতা ভেকুৰি বি. গাত কাঁইট থকা আৰু তিতা গুটি হোৱা এবিধ গছ।

তিতা মুৰীয়া বিণ. লঘোনত বা বৰ ৰ'দত মূৰ ঘুৰণিয়ে ধৰা বা মূৰ্চ্ছিত হোৱা faint from hear or fasting.

তিতা লাউ বি. এবিধ বনবীয়া লাউ, a bitter gourd.

তিতিকি বিণ. অলপ তিতা slightly bitter.

তিতি বুৰি ক্রি. বিণ. ববকৈ তিতি being thoroughly drenched.

তিতিক্ষা বি. সহিষ্ণুতা, ক্ষমা, সহনি endurance, patience.—বিণ. তিতিক্ষু ধৈৰ্য্য থকা patient.

তিথি বি. চন্দ্ৰৰ মাহেকীয়া গতিৰ ত্ৰিশ দিনৰ এদিন a lunar day. তিথিকৰ তিথি নিৰ্ণয় কৰোঁতা গণক an astrologer. তিথিৰ মুৰত পানী চলু দিয়া ক্রি. মৃতকৰ বাবে, নিৰ্দ্ধাৰিত দিনত অনাড়ম্বৰ ভাবে শ্ৰাদ্ধ কৰা।

তিন টলকতে ক্রি. বিণ. খন্তেকতে, চকুৰ পচাৰতে, তত্তালিকে quickly, immediately.

তিন তিলিকতে ক্রি. বিণ. অতি সোনকালে quickly.

তিন তেলনি মাৰ বৰ সুখেৰে দিন নিয়া to live luxuriously.

তিন দিনীয়া গা ধো ক্রি. ঋতুমতী তিৰোতাই তৃতীয় দিনত স্নান কৰি শুদ্ধ হোৱা।

তিনি বি. এক অধিক দুই, এক আৰু দুইৰ মুঠ three.

তিনিও প্ৰসঙ্গত পুৱা, দুপৰীয়া আৰু গধূলি তিনিও বেলাত at morning, noon and evening, সকলো সময়ত, সদায় always.

তিনি কাল বি. ল'ৰা, ডেকা আৰু বুঢ়া কাল, ভূত ভবিষ্যৎ আৰু বৰ্ত্তমান কাল।

তিনি কুল বি. তিনি কুল বা বংশ— পিতৃকুল, মাতৃকুল আৰু শহৰ কুল।

তিনি গধূলি বি. একেবাৰে সন্ধিয়া সময় evening.

তিনি তাপ বি. শৰীৰ মন আৰু দৈৱৰ পৰা হোৱা দুখ the three

human sufferings—physical, mental and fatal.

**তিনি পৰীয়া** দিন বা ৰাতিৰ তৃতীয় পৰ বা ভাগ the third part of day or night.

**তিনি মুলি বাট** বি. তিনিটা বাট লগ হোৱা ঠাই a place where three roads meet.

**তিনি মুৰীয়া** বিণ. অতি বুঢ়া very, old.

**তিনি-সীৰ** বি. শস্য কৰৰ কাৰণে একে মাটিতে তৃতীয়বাৰ বোৱা হাল the third ploughing.

**তিন্দুক** বি. একপ্ৰকাৰ গছ a kind of tree.

**তিৰাই** বি. এবিধ লোৰ জুই ধৰা সাজ a portable fire place.

**তিফাইত** বি. লাভ profit.—বিণ. যথেষ্ট sufficient.

**তিব্বত** বি. হিমালয় পৰ্ব্বতৰ উত্তৰ ফালে থকা এখন দেশ, name of a country.

**তিমান** সৰ্ব্ব. সিমান।

**তিমি** বি. এবিধ বৰ ডাঙৰ মাছ a whale.

**তিমিৰ** বি অন্ধকাৰ darkness.

**তিয়জ** বিণ. তৃতীয়, third.

**তিয়নী** বি. গা ধোঁওতে পিন্ধা সক চুৰিয়া a small water cloth used in bathing.

**তিয়া** অক. ধা. তিজা, আৰ্দ্ৰকৰ to soak in water. কৃদ. বি. তিয়াওঁতা। স্ত্ৰী. তিয়াঁতী।

**তিৰবিৰ** বি. জলমল spark. তিৰবিৰণি জলমল কৰা কাৰ্য্য act of sparking.—অক. ধা. তিৰবিৰা—বিণ. তিৰ্‌বিৰীয়া।

**তিৰস্কৰণী** বি. যি বিদ্যাৰে অদৃশ্য বা নেদেখা হব পাৰি the art which is said to enable one to remain invisible.

**তিৰস্কাৰ** বি. গালি, নিন্দা. অপমান abuse, blame, insult.—কৃদ. বিণ. তিৰস্কৃত নিন্দিত, গালি খোৱা অপমানিত abused, insulted.—ক্ৰি. তিৰস্কাৰ কৰ।

**তিৰিমিৰি, তিমিৰি** বি. তিৰবিৰ।

**তিৰী** বি. তিৰোতা a woman ভাৰ্য্যা a wife.

**তিৰীমতি** বিণ. দুৰ্ব্বল, ভয়াতুৰ, weak, timid.

**তিৰোতা** বি. মাইকী মানুহ, তিৰী, ভাৰ্য্যা a woman, a wife.

**তিৰোতা সেকুৱা** বিণ. স্ত্ৰৈণ, ভাৰ্য্যাত বৰ অনুৰক্ত, ভাৰ্য্যাৰ বশ henpecked, uxorious.

**তিৰোধান** বি. অন্তৰ্দ্ধান, অদৰ্শন disappearance.

**তিৰোভাৱ** বি. এই জগতৰ পৰা অদৃশ্য হোৱা, মৰণ, বৈকুণ্ঠ প্ৰয়াণ death as of a saint.

**তিৰোহিত** বিণ. নেদেখা অদৃশ্য hidden from sight, unseen.

**তিৰ্কঁপে** ক্রি. বিণ. ৰবকৈ কঁপি greatly shivering.

**ত্রিপাল, তিৰ্পাল** বি. পানী সোমাব নোৱৰা কৰি তৈয়াৰ কৰা ভাঠ কাপোৰ tarpaulin.

**তিৰ্য্যক** বি. নীচ জন্তু বা প্রাণী মানবেতৰ a lower animal.—বিণ. বেঁকা oblique.

**তিল** বি. তেল ওলোৱা এবিধ গুটি আৰু তাৰ গছ the sesamum and its seed, মানুহৰ গাত থকা অতি সৰু কঁলা দাঁচ a mole on the skin. অলপমান a very small quantity. **তিলমান** অতি অলপ very small quantity.

**তিলক** বি. কপালত বা দুই চেলা উবিৰ মাজত লোৱা ঘুৰণীয়া ফোট a small round mark on the forehead or between the eyebrows, অতি শ্রেষ্ঠ, প্রধান বা মান্য লোক a pre-eminently virtuous a high principled person.

**তিল-কাঞ্চন** বি. মানুহ মৰিবৰ সময়ত উৎসর্গ কৰা তিল আৰু সোণ an offering of some sesamum seeds and a bit of gold made at the time of death.

**তিলকে তাল কৰ** সামান্য কথা অতিৰঞ্জিত কৰ, বোকে ঢৌ কৰ to exaggerate, to make mountain of a mole hill.

**তিল তৰ্জু** বিণ. এটা তিলৰ পৰিমাণেও কম বা বেছি নোহোৱা very accurate or exact.—বি. যি তৰ্জুৱে এটা তিলৰ কম বেছিও ধৰিব পাৰি a very exact balance.

**তিল তিলীয়া** বিণ. গা সৰু আৰু খৰতকীয়া slender bodied and brisk.

**তিলনি** বি. তিলৰ খেতি কৰা ঠাই a field of the sesamum plants, মৰাৰ তিন দিনৰ মৃতকৰ উদ্দেশে তিল জল আদি দিয়া কাম।

**তিল-হোম** বি. তিলত ঘিউ মিহলাই অগ্নিত দি কৰা পূজা a burnt offering of sesamum seed mixed with ghee.

**তিলাঞ্জলি** বিণ. তর্পণ কৰোতে তিল মিশ্রিত পানীৰ অঞ্জলি।

**তিলাৰ্দ্ধ** বিণ. অতি সূক্ষ্মকাল।

**তিলেক, তিলেকমান** বি. অতি অলপ বস্তু, অতি অলপ সময় a small bit of time, a moment.

**তিলোত্তমা** বি. এজনী স্বৰ্গৰ অপেশ্বৰা the name of an Apsara.

**তিলোদক** বি. ওপৰ পুৰুষ সকলৰ তৃপ্তিৰ কাৰণে দিয়া তিল আৰু পানী, তিল আৰু জলেৰে কৰা তর্পণ an offering of water and sesamum seeds to the dead.

**তিষ্ঠ** অক. ধা. থাক, বাস কৰ, জীয়াই থাক to live.

**তিহ্বলি, তিকলি** বি. এবিধ ফুল a kind of flower.

**তী তী** বি. পাতি হাঁহৰ পোৱালীৰ মাত।

**তীকি** বি. উকি, চিঞৰ a sharp ringing sound.

**তীখৰ, তীখৰু** বিণ. কামত চোকা sharp, উগ্ৰস্বভাৱ-যুক্ত impetuous.

**তীখৰা** অক. ধা. ডাঠি ক, চোকা কথাৰে ক to tell emphatically, to warn.

**তীখা** বি. পৰিষ্কৃত লো, দা কটাৰী আদিৰ মুখত লগোৱা টান আৰু চোকা ধাতু steel, বৰ খং, খঙৰ জ'ক excessive anger. বিণ. **তীখাল** · চোকা, তীব্ৰ keen, sharp. **তীখামখৰা, তীখা মোখৰা** মুখ চোকা, বৰ খঙাল sharp, severe, **তীখাল** বিণ. তীখা লগোৱা, চোকা keen, sharp.

**তীব্ৰ** বিণ. প্ৰবল, উগ্ৰ, চোকা violent, sharp, severe. বি. **তীব্ৰতা**।

**তীয়া** বিণ. তিন দিনৰ দিনা হোৱা (জ্বৰ) returning every third day, (said of fever).

**তীৰ** বি. কূল, নদীৰ পাৰ a shore, a bank. **তীৰস্থ** তীৰবৰ্ত্তী, পাৰত থকা living on the bank.

**তীৰ** বি. বাণ, শৰ। **তীৰন্দাজ** বি. কাঁড়ী, কাঁড়েৰে যুদ্ধ কৰোঁতা an archer.

**তীৰ্ণ** বিণ. উত্তীৰ্ণ passed.

**তীৰ্থ** বি. পবিত্ৰ ঠাই, পুণ্যৰ ঠাই a shrine, a holy place. **তীৰ্থকৰ** তীৰ্থ লৈ গৈ ধৰ্ম্ম কৃত্য কৰ। **তীৰ্থ কাক** বি. লোভী, প্ৰত্যাশী greedy. **তীৰ্থঙ্কৰ** বি. জৈন বা বৌদ্ধ শাস্ত্ৰ প্ৰণেতা সিদ্ধপুৰুষ, **তীৰ্থযাত্ৰা** পবিত্ৰ স্থানলৈ গমন, **তীৰ্থযাত্ৰী** তীৰ্থ লৈ যোৱা মানুহ a pilgrim. **তীৰ্থোদক** পবিত্ৰ নৈ বা পুখুৰীৰ পানী the water of a holy river or tank.

**দৈৱতীৰ্থ** আঙুলিৰ আগ ভাগ।

**কায়তীৰ্থ** কনিষ্ঠা আৰু অনামিকাৰ মূলভাগ।

**পৈত্ৰতীৰ্থ** অঙ্গুষ্ঠ আৰু তৰ্জ্জনীৰ মধ্যভাগ।

**ব্ৰহ্মতীৰ্থ** অঙ্গুষ্ঠৰ মূলভাগ।

**তীহতীহাই উঠ** বৰকৈ খং কৰ to be greatly enraged. **তীহ্ তিহীয়া** বৰ জোঙা having a very sharp point.

**তীহ্বিহ** বি. অসহন ভাব painful sensation. অক. ধা. **তীহ্বিহা**।

**তীক্ষ্ণ** বিণ. চোকা, ধাৰ থকা sharp জলা, উগ্ৰ, প্ৰবল pungent, violent, severe.—বি. **তীক্ষ্ণতা**, **তীক্ষ্ণাগ্নি** অতি শীঘ্ৰে আহাৰ জীৰ্ণ-নিওৱা শক্তি a strong power of digestion.—বিণ. **তীক্ষ্ণদৰ্শী**

'সূক্ষ্মদৰ্শী' চোৰা। **তীক্ষ্ণধাৰ** বিণ. অতি ধাৰাল very sharp.

**তুংখুঙীয়া** বি. আহোম ৰাজ বংশ এটাৰ নাম।

**তুংতুঙা** সক. ধা. মিছা কথাৰে ভুলা to coax, to allure. বি. তুংতুঙনি।

**তুঁহ** বি. ধানৰ চোকোৰা chaff, the husk of paddy. **তুঁহ-গজাল** নিচেই সৰু গজাল, খুদ গজাল a very small nail. **তুঁহ-জুই** তুঁহত লাগি থকা ওপৰলৈ অলি নুঠা জুই।

**তুঁহুঁ** (ব্ৰজ) সৰ্ব্ব. তুমি, তই you.

**তুকাৰাম** বি. মহাৰাষ্ট্ৰীয় বৈষ্ণৱ কবি name of a poet.

**তুখ্‌ৰং** বিণ. পৰিপাটি শৃঙ্খল কৰা made ready, put in order, শেষ কৰা finished.

**তুঙ** বি. উচ্চ গ্ৰহত জন্ম হোৱাৰ কাৰণে হোৱা ভাগ্য innate greatness. শ্ৰেষ্ঠ, উগ্ৰ, উন্নত principal, passionate, high.

**তুঙভদ্ৰা** বি. এটা নদীৰ নাম name of a river.

**তুঙ্গী** বি. জ্যোতিষৰ মতে গৌৰৱণীৰ উচ্চ ঠাইত থকা গ্ৰহ, বিশেষ ৰাশিত কোনো গ্ৰহ থাকিলে সি তুঙ্গী হয়।

**তুচ্ছ** বিণ. সামান্য, হীন, নীচ, অকামিলা low, mean, of no value.—বি. **তুচ্ছতা** সক. ধা. তুচ্ছ কৰ অৱহেলা কৰ, হেয় জ্ঞান কৰ to disregard. **তুচ্ছজ্ঞান** অৱহেলা, অসম্মান, হেয় জ্ঞান contempt, disrespect.

**তুতি** বি. কাকুতি, মিনতি prayer, thaks giving. **তুতি নতি** কাবৌ-কোকালি entreaty.

**তুতিয়া** বি. তামৰ কঁহৰ পৰা কৰা এবিধ সেউজীয়া বস্তু blue vitriol, copper sulphate.

**তুফান** বি. ধুমুহা বতাহ a violent tempest, storm.

**তুতিয়া** অক. ধা. কোনো কাম কৰিম বুলি থাক to procrastinate.

**তুমবলি** বি. তেজৰ ধাৰ a continuous flow of blood.—বিণ. তেজেৰে বঙা হোৱা besmeared with blood.

**তুমাৰ** সৰ্ব্ব. তোমাৰ your.

**তুমি** সৰ্ব্ব. যাক কোনো কথা কোৱা যায়, সেই জনক বুজোৱা শব্দ thou, you, তুমি তুমা সমনীয়াৰ দৰে কৰা সম্বোধন।

**তুমুল** বিণ. ঘোৰতৰ, ভয়ানক fierce, dreadful.—বি. ঘোৰ যুঁজ, কটামৰা কৰা দন্দ a tumultuous quarrel or combat.

**তুৰতুৰীয়া** বিণ. নিচেই পাতল very thin.

**তুৰগ, তুৰঙ্গ, তুৰঙ্গম** বি. ঘোঁৰা a horse, a pony.

**তুৰন্তে** ক্ৰি. বিণ. তৎক্ষণাৎ, তত্কালিকে quickly.

**তুৰষ্ক** বি. দেশ এখনৰ নাম Turkey.

**তুৰিমুৰি** বি. কোনো নিৰ্দ্দিষ্ট কাৰ্য্য বা আজ্ঞাৰ লৰচৰ কৰা কাৰ্য্য a slight deviation from the rules of conduct.

**তুৰি** বি. ৰণত বজোৱা বাদ্য বিশেষ।

**তুৰীয়** বিণ. বাহ্যজ্ঞান ৰহিত, সমাধিৰ অৱস্থা absent minded, transcendental.

**তুৰুক চোৱাৰ** বি, ঘোঁৰাত উঠি ৰণ কৰা সৈন্য cavalry

**তুৰুপ্** বি. চোলা আদি কাপোৰৰ দাঁতি মোটোকাই সিয়া ভাগ a hem.

**তুল** বি. গৰু ম'হ আদিৰ জাঁক a herd of cattle, দল, সঙ্গ company, society. বিণ. তুল্য equal.

**তুল** বি. বস্তুৰ ভাৰ বা গধুৰতা, তুলাচনী a balance.

**তুলতুলীয়া** বিণ. পকি কোমল আৰু ৰসাল হোৱা soft.

**তুলনা** বি. বিজোৱা কাম comparison, উপমা similarity, সাদৃশ্য equality.

**তুলসী** বি. এবিধ পবিত্ৰ গছ আৰু তাৰ পাত the holy basil and its leaf. **তুলসীদাস** বি. হিন্দী-ভাষাত ৰামায়ণ ৰচনা কৰোঁতা সাধক কবি a name of a poet, **তুলসীৰ লগত কলপটুৱাৰ মুক্তি** মহতৰ লগত সামান্য লোকৰ উদ্ধাৰ।

**তুলা** বি. গুটি গুচোৱা কপাহ, শিমলু গছৰ গুটিৰ ভিতৰত হোৱা বস্তু cleaned cotton, silk-cotton, —সপ্তম ৰাশি Libra.

**তুলা** সক. ধা. পাতল আৰু মিহিকৈ ফাল to split into small thin strips.—বি. **তুলাওঁতা**। স্ত্রী. **তুলঁতী**।

**তুলাচনী, তুলাচালনী** বি. বস্তু জোখা যন্ত্ৰ a Roman balance.

**তুলাতুল** বিণ. অতিশয় কোমল soft like cotton. **তুলা ধুনা দি তুলা** ধুনাৰ দৰে পিট বা কষ্ট দে to beat severely.

**তুলাপাত** বি. কাগজ, কাকত paper.

**তুলি** বি. চিত্ৰকৰৰ লেখনী a painter's brush.

**তুলিকা** বি. 'তুলি' চাওক।

**তুলি আনি** সক. ধা. ডাঙৰ দীঘল কৰি having brought up.

**তুলিধৰ** সক. ধা. ডাঙি ধৰ, সমৰ্থন কৰ to raise up, to support, শুৱনি কৰ to make beautiful. **তুলি ল** to adopt.

**তুলী** বি. শয্যাত পৰা তুলা ভৰোৱা কাপোৰ a mattress.

**তুল্য** বিণ. সমান, সদৃশ equal, similar.—বি. **তুল্যতা**।

**তুৱা** সৰ্ব্ব. তোমাৰ thy.

**তুষ** সক. ধা. সন্তুষ্ট কৰ to satisfy, to please.

**তুষাৰ** বি. বৰফ snow.

**তুষ্ট** বিণ. আনন্দিত, তৃপ্ত, প্ৰসন্ন হোৱা pleased.—বি. **তুষ্টি** সন্তোষ satisfaction.

**তুৰ্কী** বি. তুৰস্ক দেশৰ মুচলমান জাতি Turk.

**তুৰ্কক** বি. অসম আক্ৰমণকাৰী মুচলমান সেনাপতি।

**তুহিন** বিণ. শীতল, হিম cold, snow.

**তুহিন কৰ** বি. চন্দ্ৰ, the moon.

**তুহুঁ** ( পু. অ ) সৰ্ব্ব. তুমি thou.

**তুহ্মা** ( পু. অ. ) [ হি. তুহ্ম ] তুমি। **তুহ্মাৰ** তোমাৰ। **তুহ্মাক** তোমাক।

**তুতুৰা** সক. ধা. লোভ দেখাই বঞ্চিত কৰ, অনেকবাৰ আশা দি নিৰাশ কৰ to tantalize, to disappoint. বি. **তুতুৰনি**।

**তুণ** বি. 'টোন' চোৱা।

**তূৰ্ণ** বিণ. শীঘ্ৰ, বেগী, quick. বি. **তূৰ্ণতা**।

**তূৰ্য্য** বি. এবিধ বাদ্য।

**তৃণ** বি. ঘাঁহ, বন grass, any gramineous plant.

**তৃণ-কুটা-নকৰা** কাম-বন নকৰি বহি থকা, idle person.

**তৃণ জ্ঞান** তৃণৰ নিচিনা হীন বুলি ভাবা, তাচ্ছিল্য কৰা, neglected.

**তৃণক্ৰম** বি. শাখাহীন গছ।

**তৃণভুক্** বি. যিবোৰ জন্তুৱে তৃণ খাই জীৱন ধাৰণ কৰে, grass eating.

**তৃণভোজী** বিণ. ঘাঁহ খোৱা grass-eating.

**তৃতীয়** বিণ. তিনি সংখ্যা পূৰ কৰ the third. স্ত্ৰী. **তৃতীয়া** অমাবস্যা বা পূৰ্ণিমাৰ পাছৰ তৃতীয় তিথি the third lunation.

**তৃপ্ত** বিণ. সন্তুষ্ট, কায়িক বা মানসিক ভোগৰ ফলত সন্তুষ্ট বা আনন্দিত contented, satisfied. বি. **তৃপ্তি** বি. সন্তোষ, আনন্দ contentment satisfaction.

**তৃষা, তৃষ্ণা** বি. পিয়াহ, হেঁপাহ, ভোগ কৰিবৰ ইচ্ছা thirst, craving.

**তৃষিত** বিণ. পিয়াহ লগা, ধৰকৈ হেঁপাহ কৰা thirsty, eagerly desiring.

**তৃষ্ণাতুৰ, তৃষ্ণাৰ্ত্ত, তৃষাতুৰ** বিণ. পিয়াহ বা হেঁপাহৰ পৰা দুখ পোৱা thirsty, oppressed by thirst

**তেঁউৰ** বি. আঁৰৰি, মূৰ্চ্ছাৰোগ epilepsy.

**তেঁউৰীয়া** বিণ. আঁৰৰীয়া suffering from epilepsy.

**তেঁতেলী** বি. এবিধ গছ আৰু তাৰ টেঙা গুটি the tamarind tree and its fruit. **তেঁতেলী পতীয়া** তেঁতেলী পাতৰ দৰে ছিৰলী ছিৰলী।

**তেইশ, তেইছ** বি. একুৰি তিনি twentythree.

**তেওঁ** সৰ্ব্ব. সেইজনা, সেই মান্য লোক he ( said of respectable person. )

**তেও** অব্য. তথাপি, এনে হোৱাতে yet, still.

**তেওঁজ বেলি** বি. যোৱা বছৰৰ আগৰ বছৰ the year before last.

**তেওৱাৰী** বি. হিন্দুস্থানী ব্ৰাহ্মণ সকলৰ উপাধি বিশেষ a title.

**তেকৃতেকীয়া** বিণ. তিতি থকা, পিছল most, wet.

**তেকি** বিণ. চেঁচা cold. বি. চেঁচা অবস্থা coldness.

**তেখনে** ক্রি. বিণ. তেতিয়াই।

**তেখেত** সর্ব্ব. তেওঁ (সম্ভ্ৰমাৰ্থত) he.

**তেগবাহাদুৰ** বি. শিখসকলৰ পৰম গুৰু।

**তে-চল্লিশ, তে-চল্লিছ** তিনি অধিক দুকুৰি fortythree.

**তেজ** সক. ধা. এৰ, ত্যাগ কৰা to give up.

**তেজ্** বি. তাপ, দীপ্তি heat lustre, শক্তি, পৰাক্রম strength, মহিমা greatness, ৰক্ত, শোণিত blood, ধাতু, শুক্র semen. **তেজক পানী কৰ** বৰকৈ পৰিশ্ৰম কৰ to labour very hard. **তেজ খা** অনিষ্ট কৰ to cause injury, **তেজ গোঁৰা** ৰঙাৰ লগত মিহলি বগা reddish white. **তেজ ধৰ** পুষ্ট হ, সবল হ to be healthy. **তেজ পম** বি. বল শক্তি blood and nerve. **তেজ পৰ** শৌচৰ লগত তেজ যা to have dysentary. **তেজী ৰঙা** তেজৰ দৰে ৰঙা blood red. **তেজপাত** বি. এবিধ সুগন্ধি পাত the bay-leaf. **তেজপিয়া** বিণ. তেজ পান কৰা drinking blood, নাইপিয়া জাতিৰ এবিধ জন্তু a kind of chameleon. **তেজমুই** বেছি তেজ দেখাৰ পৰা যোৱা মূৰ্চ্ছা, এবিধ গছ। **তেজশাঁও** শৌচত ওলোৱা তেজেৰে মিহলি বীজলীয়া বস্তু bloody mucus. **তেজস্কৰ** শক্তি বৰ্দ্ধক, উদ্দীপক। **তেজস্ক্রিয়** বি. যৰ পৰা বিশেষ প্ৰকাৰৰ ৰশ্মি বা কণা বিকীৰ্ণ হয় radio active.

**তেজস্বিতা** বি. তেজস্বীৰ গুণ বা মহিমা।

**তেজস্বী** বিণ. প্ৰভাবযুক্ত, প্ৰতাপী, মহিমাযুক্ত powerful, glorious. —বি. মহিমাযুক্ত লোক, তেজাল glorious personage, full of blood.

**তেজাৰত, তেজাৰতি** বি. নগদ টকা সূতলৈ নাইবা অন্য বিষয়ত খটাই কৰা কাৰবাৰ money lending business.

**তেজাল** বি. বলী, বেছি তেজ থকা, চোকা strong, having much blood, sharp. **তেজী** বলবান strong. **তেজীমনা** সাহসী spirited. **তেজীমলা** বি. অসমীয়া লোক সাহিত্যত স্থান পোৱা এজনী ছোৱালী। **তেজীয়াল** তেজাল।

**তেজী ৰঙা** বিণ. তেজৰ দৰে ৰঙা blood-red.

**তেজেমুখে ফুটি** যা মুখত বেছি তেজ থকা বাবে ফুটি যোৱা যেন হ, দেখনিয়াৰ to be beautifully ruddy and blooming.

**তেজেভৰা** বিণ. দুষ্ট, উচ্ছৃঙ্খল, অনিষ্টকাৰী wicked, mischievous.

**তেজোময়** বিণ. দীপ্তিময়, উজ্জ্বল bright, brilliant.

**তেতিয়া** ক্রি. বিণ. সেই কালত at that time. সৰ্ব্ব. সেই সময় that time. **তেতিয়াই** ক্রি. বিণ. তত্তালিকে at once, immediately.

**তেতিক্ষণে** ক্রি. বিণ. সেই সময়তে, তেতিয়াই at that very moment.

**তেতেক** বিণ. সিমান, সেই পৰিমাণৰ many, so much. **তেতেবেলি** সিমান পৰ so long.

**তেত্রিশ, তেত্রিছ** বি. তিনি অধিক ত্ৰিকুৰি thirty three.

**তেনয়** বিণ. তেনেকুৱা। **তেনি** ক্রি. বিণ. সেইকালে।

**তেনুৱা** বি. তেনেকুৱা।

**তেনে** সৰ্ব্ব. সেই প্ৰকাৰৰ similar. ক্রি. বিণ. সেই প্ৰকাৰে, সেইৰূপে in that way. ক্রি. বিণ. **তেনেকৈ,** **তেনেতে** সেই সময়তে।

**তেনেই** ক্রি. বিণ. সমূলি, গোটেই entirely, wholly, সমূলি একো নোখোৱাকৈ without taking any food.

**তেনেকুৱা** (বিণ. সৰ্ব্ব.) সেই প্ৰকাৰৰ, সেই নিচিনা of that sort, similar. ক্রি. বিণ. **তেনেকুৱাকৈ, তেনেকৈ** সেইদৰে, সেইৰূপে thus.

**তেনেমুখেই** ক্রি. বিণ. সুদা মুখেই without taking betelnut after food.

**তেনেহলে, তেন্তে** ক্রি. বিণ. সেইৰূপ হলে, তেনে অৱস্থাত then, in that case.

**তেন্ত** (পু. অ.) সৰ্ব্ব. তেওঁ।

**তেবাটী** বি. তিনিটা বাট যোগ হোৱা ঠাই a junction of three roads.

**তেবাহি** বিণ. অতিশয়, অত্যন্ত excessive.—ক্রি. বি. **তেবাহিকৈ**।

**তেমনে, তেমতে** (পুঃ অঃ) ক্রি. বিণ. তেনেকৈ।

**তেমেকা** বি. লোকৰ পাছত ফুৰা অকামিলা মানুহ worthless follower.

**তেৰ** বি. তিনি অধিক দহ thirteen.

**তেৰা** সৰ্ব্ব. তোমাৰ (মান্যাৰ্থত)।

**তেৰাত্ৰ** বি. তিনদিনীয়া (অশৌচ) lasting three days.

**তেৰানৈৰে, তেৰানই** বি. তিনি অধিক নৱৈ ninetythree.

**তেৰাশী** তিনি অধিক আশী eighty-three.

**তেৰি** সৰ্ব্ব. তোমাৰ your.

**তেৰিজ, তেৰেজ** বি. সংখ্যা যোগ কৰা কাৰ্য্য addition, প্ৰত্যেক বাগ্নতৰ বেলেগ বেলেগ দাগৰ মাটিৰ মুঠ হিচাপ থকা বহি।

**তেৰেচী** বি. তিনি বছৰৰ অন্তত পোৱালী দিয়া গাই a cow giving a calf after every three years.

**তেল** বি. তিল, সৰিয়হ বা আন বস্তুৰ পিছল ৰস oil, জন্তুৰ ছাল আৰু মঙহৰ মাজত থকা এবিধ তেলেতীয়া বস্তু fat.—বিণ. **তেল ক'লা, তেল ক'লীয়া** তেলৰ বৰণৰ নিচিনা ক'লা অতিপাত ক'লা নহয় blackish brown. **তেলকুৰ** বি. তেল আৰু গাত ঘহঁা মচলা আদি। **তেল কাঢ়** সেকা দে, চেপা দে to punish. **তেল-গাজ** এবিধ ক'লা ৰঙৰ চৰাই। **তেল-গামোচা** বি. বিয়াত দৰাই-কন্যাই পিন্ধি গা ধোৱা সক কাপোৰ। **তেলচা, তেলচীয়া** অলপ তেলৰ গোন্ধ থকা। **তেলচিকটি** তেল লাগি কাপোৰত হোৱা মলি। **তেল বিয়লী** তেল লানি পৰিষ্কাৰ কৰা। **তেল টেঙা ঘঁহ, তেল দি ভৰি হাতত ধৰ,** উপাসা কৰ, চাটুকৰ to cringe, to flater, to adore. **তেলতেলীয়া** তেলেৰে তিতা, তেলৰ দৰে পিছল। **তেলবাঢ়** তালকৈ খাই বৈ পুষ্ট হ, উজুগালি কৰ। **তেল ভকুৰা** পঁইতা চোৰা। **তেলমাৰ** ডগত তেলত দি পাক কৰ। **তেলত মাৰ** তেলত পাক কৰি সিজা।

**তেলনি** বি. ডগত তেলত মচলা দি আঞ্জা ৰন্ধা-কাৰ্য্য the act of boiling oil mixed with spice etc.

**তেলাচ** বি. চেলেং কাপোৰ a wrapper.

**তেলাল, তেলী** বিণ. তেলযুক্ত fatty, oily.

**তেলী** বি. তেল বেচোঁতা an oil-man.

**তেলী ছাই** বি. তেলেৰে মিহলি ছাই, চাকিৰ ছাই।

**তেলীয়া** বিণ. তেলৰ নিচিনা, তেল লগা। **তেলী শাল, তেল শাল** বি. তেল পেৰা যতন an oil press or mill.

**তেলেগু** বি. দ্ৰাবিড় ভাষাৰ অন্তৰ্গত এটা ভাষা name of a language.

**তেলেতীয়া** বি. তেলৰ আস্বাদ থকা, তেলৰ দৰে পিছল having the taste or quality of oil. **তেলেৰৰ** উত্ৰাৱল হ, ৰৰকৈ আনন্দ কৰ to be excited with joy.

**তেৰখা** বি. এবিধ মাছ ধৰা যতন a kind of fish-trap.

**তেৰে** ( পুঃ অ: ) ক্রি. বিণ. তেতিয়া, তেনেহলে।

**তেহাই** বিণ. এক তৃতীয়াংশ one third.

**তেহাতী** বি. তিনি হাত থকা three cubits long.

**তেহে** ক্রি. বিণ. তেনেহলেহে, সেই কথা হ'লত হে then only, in that case only.

**তেহেত** সৰ্ব্ব. ইয়াৰ পৰা অলপ আঁতৰত a little further off.

**তেহেন** ( পু. অ. ) তেনেকুৱা, সেই নিচিনা। **তেহেন্ত** (পু. অ.) তেখেত, সিজন। **তেহেৰ পৰা** সিফালৰ পৰা from that side **তেহেলৈ** সিফালৈ অলপ আঁতৰলৈ thither, to that side, পাছলৈ, তেনে কৰাৰ ফলত as a consequence of that.

**তেহুয়, তেনয়** ( পু. অ. ) তেনেকুৱা।

**তেক্ষণে** ( পু. অ. ) তেতিয়াই।

**তৈ** ( পু. অ. ) সেই ঠাই। **তৈক** সেই ঠাইলৈ **তৈত্তৰীয়** বি. আৰণ্যক, তিত্তিৰ সম্বন্ধীয়, যজুৰ্ব্বেদৰ শাখা বিশেষ, the followers of the Taittiriya school of the Yajurveda. **তৈৰ** সেই ঠাইৰ।

**তৈয়াৰ** বিণ. প্ৰস্তুত, সাজু, যুগুত ready, prepared. ক্রি. তৈয়াৰ কৰা

**তৈৰা** সক. ধা. পানীৰ পৰা তোল to take out of water.

**তৈল** বি. তিল সৰিয়হ আদিৰ ৰস, তেল oil.

**তৈলানি** ক্রি. বিণ. তেতিয়া, তাহানি then, formerly.

**তো, তোন** অব্যয়, নিশ্চয়াৰ্থ বাক্যত ব্যৱহৃত শব্দ।

**তো** সৰ্ব্ব. তুমি, তই। **তোই** তোমাক, তোমাৰ।

**তোকমা** বি. এবিধ সৰু গছ আৰু তাৰ বীজলীয়া গুটি a kind of basil.

**তোকণ্ডা** বি. লাউ খোলাৰ পাত্ৰ।

**তোচ** ভয়, সঙ্কোচ।

**তোচক** বি. বিচনা কোমল কৰাৰ বাবে তলত পৰা তুলী বা গাদী, cushion.

**তোটয়** বি. বাৰটা আখৰ থকা এবিধ ছন্দ, যেনে,—

মধুদানৱ-দাৰণ দেৱ বৰং।
বৰ-বাৰিজ-লোচন চক্ৰধৰং।

**তোড়** ( পু. অ. ) সক. ধা. কাট, ছেদ, কৰ to pierce, to sever.

**তোতলা** বি. পদ্মাদেৱীৰ এটা নাম।

**তোতোলা** বি. খোৱা বস্তু মুখত ভৰাই মুখখন বন্ধ কৰিলে দুয়োখন গাল ফুলি উঠে, ইয়াকে তোতোলা বোলে।

**তোথেৰ** ( পু. অ. ) সৰ্ব্ব. তইতৰ, তোমালোকৰ।

**তোপ** বি. বৰ্‌হিলৈ a cannon.

**তোবা তোবা, তৌবা তৌবা**

অনুতাপ, দুখ, আকুল, ... বুজোৱা মুছলমানী ...

**তোম** বি. শস্য আ... টোপোলা বন্ধা বাঁহৰ কাঁঠিৰ বস্তু a basket used for holding grain.

**তোমৰ** বি. লোৰ টাঙন বা লাঠী an iron club.

**তোমাথেৰ** সৰ্ব্ব. তোমালোকৰ **তোমাৰাক** তোমালোকক। **তোমাসাৰ** তোমালোকৰ। **তোমোৰাৰ** তোমালোকৰ।

**তোয়** বি. পানী water. **তোয়নিধি** বি. সমুদ্ৰ, সাগৰ ocean.

**তোৰণ** বি. বাৰিৰ দুৱাৰ, সিংহদুৱাৰ a gate, বাহিৰৰ দুৱাৰৰ ওপৰত লগোৱা ধুনীয়া ধেনু আকৃতিৰ কাঠ নাইবা আইন বস্তু।

**তোৰা** বি. এবিধ বামী মাছৰ আকৃতিৰ সৰু মাছ a kind of fish.

**তোৰা** (পু. অ.) সৰ্ব্ব. তইঁত, তোমালোক।

**তোল** সক. ধা. দাং, থিয় কৰ, ওপৰলৈ নি, লালন-পালন কৰ, উভাল, মাটিৰ তলৰ পৰা ওপৰলৈ আন, সংগ্ৰহ কৰ, আদায় কৰ to raise, to erect, to bring up as a child, to uproot, to collect as money, পূৰ কৰ to make up, প্ৰস্তাৱ কৰ to propose, প্ৰচাৰ কৰ to spread, বাছ, সাজ to embroider, আগবঢ়াই আন, মাতি আন to receive cordially, বিণ. তোলন। বিণ. তোলা। বি. তোলোঁতা। স্ত্ৰী. তোলাঁতী।

**তোল পাৰ** বিণ. তল-ওপৰ, হুলস্থুলীয়া full of tumult or confusion.—হুলস্থুল great confusion.

**তোলা পাৰা কৰা** ক্ৰি. কম বেছিকৈ দিয়া, কাৰোবাক মৰম কৰি বেছিকৈ দিয়া আৰু কাৰোবাক ভাল নোপোৱাৰ কাৰণে কমকৈ দিয়া।

**তোলনি বিয়া** বি. ছোৱালী কন্যাকাল হোৱাত কৰা উৎসৱ the ceremony performed when a girl attains puberty.

**তোলনীয়া** বিণ. সন্তানৰ নিচিনাকৈ ডাঙৰ দীঘল কৰা fostered as a child, আনৰ সন্তানক নিজৰ সন্তানৰ দৰে প্ৰতিপাল কৰা adopted.

**তোলা** সক. ধা. আনৰ দ্বাৰা দঙা বা থিয় কৰা to cause to be raised.

**তোলা** বি. আশী ৰতি, এটকাৰ ওজন the weight of one rupee.

**তোলাও, তোলাং** বি. নিপাত, সমূলি নষ্ট। উৰাৰ laid waste.

**তোষ** সক. ধা. সন্তোষ দি, তুষ্ট কৰ to please, to satisfy. বি. সন্তোষ satisfaction.

**তোষণ** বি. তুষ্টি, সন্তোষ satisfaction.

**তোষামোদ** বি. অইনব মনতুষ্টি সাধন, চাটুবৃত্তি flattery.

**তোহাঁবি, তোহোঁব** (পু. অ.) তোমাৰ, তোমালোকৰ। **তোহোঁ** তুমি। **তোহোঁবা** তইঁত, তোমা-লোক।

**তৌজি** বি. মৌজাৰ মুঠ খাজনা আৰু তাৰ আদায়ৰ হিচাপ লিখি ৰখা বহি a kind of revenue register.

**তৌ তৌ কৰে** ক্রি. বিণ. বৰ বেগাই swiftly, বৰ তপত হৈ with severe heat. অক. ধা. **তৌতৌৱা** অতি তপত হ।

**তৌবা তৌবা** বি. দুখ, আচৰিত নাইবা অনুতাপ ভাব বোধক মুচলমানী শব্দ।

**ত্যক্ত** বিণ. এৰা, পৰিত্যাগ কৰা left, abandoned.—বি. বিৰক্তি trouble.

**ত্যাগ** বি. এৰা কাৰ্য্য, পৰিত্যাগ the act of leaving or abando-ning, স্বাৰ্থ ত্যাগ self sacrifice. —**ত্যাগশীল** বিণ. দানশীল, দানী generous. বি. **ত্যাগশীলতা**।

**ত্যাগী** বিণ. ত্যাগশীল generous.

**ত্যাজ্য** বিণ. এৰিবলগীয়া fit to be abandoned. **ত্যাজ্যপুত্র** বিতাড়িত অৰ্থাৎ পৈতৃক সম্পত্তিৰ পৰা বঞ্চিত পুত্ৰ।

**ত্রয়** বি. তিনি three, ব্রহ্মা, বিষ্ণু আৰু শিৱ এই ত্রিমূৰ্ত্তি। **ত্রয়ী** স্ত্রী. ঋক্, সাম আৰু যজুৰ্ব্বেদ, দুৰ্গা।

**ত্রয়োদশ** বি. তেৰ thirteen. **ত্রয়োদশী** বি. তেৰ সংখ্যাৰ তিথি the thirteenth lunation.

**ত্রসৰেণু** বি. ছয় পৰমাণু six atoms.

**ত্রস্ত** বিণ. ভীত, ভয়পোৱা fearful, frightened.

**ত্রাটক** যোগশাস্ত্রৰ বিধি অনুসৰি নিমেষ পাত নকৰি সূক্ষ্ম বস্তুত দৃষ্টি নিবদ্ধ ৰখাৰ সাধনা।

**ত্রাণ** বি. উদ্ধাৰ, নিস্তাৰ delive-rance salvation.

**ত্রাতা** বি. উদ্ধাৰ কৰোঁতা, মুক্তি দিওঁতা a deliverer, saviour.

**ত্রাস** বি. ভয়, বিপদৰ আশঙ্কা dread —বি. **ত্রাসিত** বৰ ভয় পোৱা frightened.

**ত্রাহি** অব্য. ৰক্ষা কৰা, বিপদৰ পৰা ৰক্ষা পাবলৈ প্রাৰ্থনা কৰা মাত save.

**ত্রাহি মধুসূদন দেখ** ৰবকৈ ভয় পা to be greatly frightened.

**ত্রি** বি. তিনি three.

**ত্রিকটু** বি. আদাৰ শুঁঠ পিপলী আৰু জালুক।

**ত্রিকাল** বি. ভূত, ভবিষ্যত আৰু বৰ্ত্ত-মান এই তিনি কাল the three division of time past, future and present.

**ত্রিকালজ্ঞ** বিণ. ভূত, ভবিষ্যত আৰু

বৰ্ত্তমান কালৰ কথা জনা, সৰ্ব্বজ্ঞানী knowing the past, future and present.

ত্রিকুল বি. পিতৃ বংশ, মাতৃ বংশ আৰু শহুৰ বংশ the three families of one's father, mother and wife.

ত্রিকুট বি. লঙ্কা উপদ্বীপৰ তিনটা চিং থকা এক পৰ্ব্বতৰ নাম, ইয়াৰ ওপৰত লঙ্কা অবস্থিত, সুবেল পৰ্ব্বত।

ত্রিকোণ বিণ. তিনি চুকীয়া, তিনটা চুক থকা triangular, তিনি চুকীয়া বস্তু anything having three corners. ত্রিকোণমিতি ত্রিভুজৰ কোণ আৰু বাহুৰ সম্বন্ধৰ বিষয়ে চৰ্চ্চা কৰা গণিত শাস্ত্র trigonometry.

ত্রিগঙ্গ বি. তীৰ্থ বিশেষ, প্ৰয়াগ।

ত্রিগৰ্ত্ত বি. ভাৰতবৰ্ষৰ উত্তৰ পশ্চিমাঞ্চলৰ প্ৰাচীন দেশ।

ত্রিগুণ বি. সত্ব. ৰজঃ আৰু তম এই তিনি গুণ the three principal qualities inherent in human nature.—বিণ. সত্ব. ৰজঃ আৰু তম এই তিনি গুণ থকা। স্ত্রী. ত্রিগুণা বিণ. ত্রিগুণাতীত সত্ব, ৰজঃ আৰু তম এই তিনি গুণৰ বাহিৰ, কাৰ্য্যৰ ফলভোগী নোহোৱা not subject to the influence of any quality, good or bad, ( an attribute of God ).

ত্রিগুণাত্মক বিণ. গুণত্ৰয় বিশিষ্ট সাংখ্য দৰ্শনত—সত্ব, ৰজঃ, তম গুণ প্ৰধান। বেদান্তত—অজ্ঞান, স্ত্রী. ত্রিগুণাত্মিকা আদ্যা শক্তি।

ত্রিজগত বি. ত্রিভুবন, স্বৰ্গ, পৃথিবী আৰু পাতাল the three regions heaven, earth and hell.

ত্রিতয় বিণ. তিনি three.

ত্রিতাপ আধ্যাত্মিক, আধিদৈবিক আৰু আধিভৌতিক দুখ।

ত্রিদশ বি. দেৱতামণ্ডলী all the gods taken together.

ত্রিদশা ( পু. অ. ) মৃত্যুৰ তেৰ দিনৰ পাছত জাতি সকলক ভোজন কৰোৱা কাৰ্য্য।

ত্রিদিব বি. স্বৰ্গ the heaven.

ত্রিদোষ বি. বায়ু, পিত্ত আৰু কফ ধাতুৰ বিকাৰ disorder of the three humours of the body —bile, blood and phlegm,—বিণ. ত্রিদোষী।

ত্রিধা বি. তিনি বিধৰ, তিনি ভাগে বিভক্ত of three.

ত্রিনয়ন বি. মহাদেৱ, তেওঁৰ চকু তিনটা a name of Shiva. স্ত্রী. ত্রিনয়না, ত্রিনয়না।

ত্রিপত্র বি. একেডাল ঠাবিৰ পৰা ওলোৱা তিনটা পাত, বেল পাত a trefoil leaf of the bel tree.

ত্রিপদ বি. তিনি খোজ পৰিমাণৰ measuring three paces.

ত্রিপদী, ত্রিপদিকা বি. তিনটা খুৰা লগোৱা এবিধ সৰু মেজ, এবিধ

তিনি ঠেঙীয়া কোষাৰ আধাৰ a small table supported on three feet, a tripod, এবিধ তিনি চৰণ থকা ছন্দ a kind of verse.

**ত্ৰিপাদ** বি. তিনিপদ বা অঙ্গ বিশিষ্ট, চাৰিভাগৰ তিনিভাগ, বামনৰূপ বিষ্ণুৰ।

**ত্ৰিপিটক** বি. বৌদ্ধ ধৰ্ম্ম গ্ৰন্থ বিশেষ। ই সূত্ৰ, ধৰ্ম্ম আৰু বিনয় এই তিনি ভাগত বিভক্ত।

**ত্ৰিপুৰ** বি. এটা অসুৰৰ নাম।

**ত্ৰিপুৰা** বি. দেবী বিশেষ, প্ৰাচীন হেদী ৰাজ্য।

**ত্ৰিপুৰা বুৰঞ্জী** বি. ত্ৰিপুৰা ৰাজ্যৰ বৰ্ণনা সম্বলিত এখন অসমীয়া বুৰঞ্জী।

**ত্ৰিপুৰাৰি** বি. সদাশিৱ a name of Shiva. ত্ৰিপুণ্ড, ত্ৰিপুণ্ড্ৰক কপালত অঙ্কিত তিন ৰেখা যুক্ত তিলক।

**ত্ৰিফলা** বি. একেলগ কৰি দৰৱ ৰূপে ব্যৱহাৰ কৰা আমলখী, শিলিখা আৰু ভোমোৰা the three myrobalans used as a medicine.

**ত্ৰিবিক্ৰম** বি. বামনৰূপ বিষ্ণু।

**ত্ৰিবিদ্যা** বি. ঋক, যজু, সাম।

**ত্ৰিভঙ্গ** বিণ. শৰীৰৰ তিনি ঠাইত ভাঙ থকা having three bends in the body.

**ত্ৰিভুজ** বি. তিনটা সৰল ৰেখাৰে আগুৰা ক্ষেত্ৰ a triangle.—

**ত্ৰিভুৱন** বি. ত্ৰিজগত।

**ত্ৰিমূৰ্ত্তি** বি. একেলগে হোৱা তিনজনা প্ৰধান দেৱতা ব্ৰহ্মা, বিষ্ণু, শিৱ the triad, the united form of Brahma, Vishnu and Shiva.

**ত্ৰিৰত্ন** বি. বুদ্ধধৰ্ম্ম সঙ্ঘ।

**ত্ৰিলোক** বি. ত্ৰিভুৱন, স্বৰ্গ, মৰ্ত্ত্য, পাতাল। স্ত্ৰী. **ত্ৰিলোকী**।

**ত্ৰিলোচন** বি. ত্ৰিনয়ন, সদাশিৱ।

**ত্ৰিবৰ্গ** বি. ধৰ্ম, অৰ্থ আৰু কাম virtue, wealth and desire.

**ত্ৰিৱলি-লী** বি. পেট নাইবা ডিঙি আদি ঠাইত ছাল কোঁচ খাই হোৱা তিনটা ৰেখা বা শিৰ three lines formed on the neck or the belly of a man by contraction of the skin.—বিণ. **ত্ৰিৱলিত** ত্ৰিৱলি যুক্ত।

**ত্ৰিবেদী** বিণ. ঋক, যজুঃ, সাম এই তিনিখন বেদ পঢ়া বা জনা versed in three Vedas.

**ত্ৰিবেণী** বি. গঙ্গা, যমুনা, সৰস্বতী এই তিনিখন নৈ একেলগ হোৱা ঠাই, প্ৰয়াগত এনে মিল হৈছে the confluence of the Ganges and the Jumna where the river Saraswati is also supposed to join the other two.

**ত্ৰিশ** বি. ডেৰ কুৰি, একুৰি দহ thirty.

**ত্রিশঙ্কু** বি. সূর্য্যবংশৰ এজন ৰজাৰ নাম a king of the solar dynasty.

**ত্রিশিৰা** বি. খৰ দেৱতা, ৰামে বধ কৰা এজন ৰাক্ষস বীৰ।

**ত্রিশূল** বি. তিনটা জোঙেৰে এবিধ যাঠি a trident. **ত্রিশূলী** বি. ত্রিশূল লওঁতা সদাশিৱ।

**ত্রিসন্ধ্যা** বি. পুৱা, গধূলি আৰু দুপৰীয়া morning, moon and evening.

**ত্রিহুত** বি. বিহাৰ প্রদেশৰ উত্তৰ পূর্ব্বাংশ, মিথিলা।

**ত্রুটী, ত্রুটী** বি. কৰিব লগা কার্য্যত হেলা neglect, দোষ fault.

**ত্রেতা** বি. দ্বিতীয় যুগ, সত্যৰ পাছৰ যুগ the second age of the Hindus.

**ত্রৈমাসিক** বিণ. তিনিমহীয়া quarterly, **ত্রৈবার্ষিক, ত্রিবার্ষিক** তিনি বছৰ ব্যাপী, যি তিনি বছৰৰ পাছত হয় triennial.

**ত্রৈৰাশিক** বি. তিনটা ৰাশিৰ সম্বন্ধ থকা এবিধ অঙ্কৰ নিয়ম the rule of three.

**ত্রৈলোক্য** বি. ত্রিজগত, স্বর্গ, মর্ত্ত্য আৰু পাতাল।

**ত্র্যক্ষৰ** ওম্ (অ-উ-ম), **ত্র্যম্বক** শিৱ।

**ত্র্যহস্পর্শ** একেদিনতে তিনিটা তিথিৰ যোগ।

**ত্বক্, ত্বচ্** বি. ছাল, বাকলি skin. bark.

**ত্বৰণ** বেগৰ ক্রম-বৃদ্ধি acceleration.

**ত্বৰা** বি. দ্রুতগতি, বেগ haste, speed.

**ত্বৰিত** বিণ. বেগী, দ্রুতগামী quick, swift. ক্রি. বিণ. **ত্বৰাই, ত্বৰিতে**।

---



**থ** ব্যঞ্জন বর্ণৰ সোতৰ সংখ্যাৰ আখৰ the seventeenth letter of the consonants.

**থ** সক. ধা. ৰাখ, স্থাপন কৰ to keep, to place.—বি. **থওঁতা, থতী** কৃদ. বি. **থওন, থোৱন**।

**থক্ থক্** কৰে 'থৰ্ থৰ্ কৰে' চোৱা।

**থক্ থক্** (অনু. শব্দ) ভাত আদি উতলোঁতে হোৱাৰ নিচিনা শব্দ— অক. ধা. **থক্‌বকা**। বি. **থক্‌বকনি**। ক্রি. বিণ. **থক্‌বক্‌কৈ**।

**থকৰ্ বকৰ্** বি. লৰচৰ, অস্থিৰতা tremor.—বিণ. কপা, অস্থিৰ unsteady.

**থক্‌বকীয়া** বিণ. সামান্য পৰিমাণে গা পা হোৱা, লোদোৰ-পোদোৰ হবলৈ উপক্রম কৰা, যেনে—পাৰ যোৰ থকৃবকীয়া হৈছে। লৰাটো থকৃবকীয়া হৈছে।

**থকা-থমকা, থকা-থৈয়া** বি. কোনো কাম কৰি থাকোঁতে বা গৈ থাকোঁতে

**থমক খাই ৰোৱা** কাৰ্য্য the act of stopping or stopping back.

**থকা-সবকা** বিণ. অনেক ফুটা বা বিন্ধা যুক্ত full of holes, বহুত ঠাইত ঘা লগা full of cuts.

**থগুা** বি. কম্বল a coarse blanket.

**থকমক্** বি. বিবুধি হোৱা অবস্থা bewilderness.

**থত্‌মত্‌** বি. কিংকৰ্ত্তব্য বিমূঢ়তা, হতবুদ্ধি perplexed.

**থপথপীয়া** বি: ঘন বোকাৰ নিচিনা, জুলীয়া নোহোৱা of a soft thick consistency.

**থপৰ** ( অনু. শব্দ ) কোনো লঘু বস্তু পৰাৰ নিচিনা শব্দ a slight thud, ক্রি. বিণ. **থপৰাই, থপৰ্‌ কৰে।**

**থপৰিয়া** সক. ধা. হাতৰ তলুৱাৰে লাহেকৈ আঘাত কৰ, চপৰিয়া to strike with the palm of the hand.

**থপা** বি. হাতৰ তলুৱাৰে মৰা চকা, চাপৰ a slap.

**থ'পিয়া** সক. ধা. থাপ মাৰ, চিলনীৰ দৰে অকস্মাৎ ওপৰৰ পৰা পৰি নখেৰে বিন্ধ to pounce down upon. **থপিয়াথপি** বি. এটাই আনটোক বা পৰস্পৰক থাপ মৰা কাৰ্য্য the act of pouncing upon one antother.

**থমক** অকৃ. ধা. থমকা মাৰ, স্তম্ভিত হ to stop suddenly. **থমকা খা** বাধা বিঘিনি দেখি আগ নবঢ়াকৈ থাক। **থমকা মাৰ** আগ নবঢ়াকৈ থাক।

**থমথম্ কৰে** ক্রি. বিণ. স্থিৰভাবে gravely. **থমথমীয়া** বিণ. স্থিৰ, গম্ভীৰ steady, grave, মঙহাল plump.

**থমা দৈ** বি. বৰ ঘন নিপানী দৈ গাথীৰ solid waterless curd.

**থৰ্** বি. ধৈৰ্য্য, স্থিৰতা steadiness, patience. **থৰ-কাছুটি এৰ** বিতত হ, বিবুদ্ধি হ to lose presence of mind. **থৰ যুগুতি এৰ** বিচুৰ্‌নি হ, বিবুদ্ধি হ to be perplexed.

**থৰ্‌** বি. ধানৰ পাচোটা, ছটা বা আঠোটা মুঠি five, six or eight bundles of paddy.

**থৰক্** অক, ধা. কঁপ to tremble **থৰক্ থৰক** বিণ. লৰক ফৰক অস্থিৰ, কঁপা unsteady, অথিৰ differing.—বি. **থৰক ৰৰক**—ক্রি. বিণ. **থৰক ৰৰককৈ।**

**থৰ্‌থৰ্‌ কৰে** ক্রি. বিণ. বৰকৈ কঁপি বৰকৈ গা জোকাৰি violently ( said of trembling ). **থৰ্‌থৰি** অতিশয় কঁপনি trembling. **থৰ্‌থৰিমান** বিণ. অতি কম্পমান ভয়েৰে ব্যাকুল trembling with fear, **থৰহৰি কম্পমান** বিণ. ভয়ত অতিশয় ৰূপে কম্পমান trembling excessively with fear.

**থকৰা** বি. দাঁতৰ আলু the gum of the teeth.

**থল** বি. বাম, বামঠাই dry place, ভৈয়াম a plain, কোনো বিশেষ ঘটনা হোৱা ঠাই particular locality or spot.

**থলগিৰী** বি. লোক-বিশ্বাসত স্থান পোৱালৈকে ভূত an evil spirit.

**থলচৰ** বিণ. বামত থকা living on land.

**থলপদ্ম, পদুম** বি. বামত ফুলা পদুমৰ নিচিনা এবিধ ফুল।

**থলাধিকাৰ** বি. কোনো বিশেষ ঠাইৰ গৰাকী, স্থানীয় গৰাকী the local head officer.

**থলী** বি. বামঠাই a dry place সদায় থকা ঠাই a place of residence, শস্য অৰ্জ্জা মাটি a field for growing crops, **থলী দাঙি** সমূলি, বাকি নথকাকৈ wholly, entirely.

**থলুৱা** বিণ. বামত বা ভৈয়ামত থকা living or existing on land or a plain, নিজ ঠাই বা দেশত থকা, কোনো এক ঘটনাৰ ঠাইত থকা বা হোৱা local, belonging to a place.

**থা** অক. ধা. থাউনি পা, পানীত বুড়ুবাকৈ থাক to be within one's depth, ৰক্ষা পৰ to be saved.

**থাউকাল** বিণ. বৰ দীঘল বা চুটি নোহোৱা of a middle stature.

**থাউকতে** ক্রি. বিণ. মুঠতে, একেবাৰে অধিক পৰিমাণৰ wholesale

**থাউকীয়া** বিণ. একেলগেই অধিক কিনা বা বেচা bought or sold wholesale.

**থাউনি** বি. পানীৰ তল নোযোৱাকৈ থাকন, তল নোযোৱাকৈ ভৰিৰে পোৱা পানীৰ তলৰ মাটি state of being within one's depth, the bottom of water touched with the feet without sinking. ক্রি. **থাউনি পা** পানীত তল নোযোৱাকৈ ভৰিৰে পানীৰ তলৰ মাটি ছো।

**থাংবাং** বি. হাতীৰ গাদী বন্ধা ফঁই the rope with which the pad is tied to the back of an elephant.

**থাংলাং** বি. বিশৃঙ্খলৰূপে ঠাই ঠাই কৰা thrown about in disorder.

**থাক** অক. ধা. বাস কৰ, ৰ to dwell, to stay, উপস্থিত হ to be present, বাকী ৰ remain. বি. **থাকোঁতা**। স্ত্রী. **থাকঁতী**। **থাকন** বি. থকা বাস কৰা কাৰ্য্য।

**থাক** বি. খাপ, খলপা a shelf, a storey.

**থাক্ কটা** বিণ. খাপ কটা।

**থাকৃবি** বি. বান বাটিৰ খুৰা the

foot of a cup, নিশ্চয়তা certainty.

**থাকাৰ-থুকুৰ** বিণ. 'থুমুক-থানাক' চোৱা।

**থাকি থাকি** মাজে মাজে, now and then.

**থাকুৰীয়া** বিণ. হালত নোযোৱা. হাল বাওঁতে শোৱা unwilling to go forward, restive (said ot ploughing cattle.)

**থান** বি. থকা ঠাই a place of residence, বৈষ্ণৱ সকলৰ গুৰু ঘৰ, সত্ৰ a seat of the religious head of the Baishnavas, a place of worship.

**থান** বি, জাঁপি থোৱা সমুদায় এডোখৰ কাপোৰ a whole piece of cloth.

**থানথান** বিণ. ঠাই ঠাই, অনেক ঠাইত সিঁচৰতি, বিশৃঙ্খল ৰূপে থকা scattered about, lying pell-mell.

**থান্থিত** বি. সদায় থকা ঠাই, নিশ্চিত নিবাস a fixed place of residence.

**থানবান** বিণ 'থান্বান্' চোৱা।

**থানা** বি. দোষী মানুহক ধৰি আনি সোধৰ নিমিত্তে ৰখা ঠাই, দেশৰ শান্তি ৰক্ষকৰ অফিচ a police station.

**থানাদাৰ** বি. থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰী।

**থাপ** বি. অকস্মাৎ হাত মেলি ধৰা কাৰ্য্য, কোনো বস্তু ধৰিবৰ নিমিত্তে হাতেৰে মৰা চাব the act of seizing suddenly by the hand. ওপৰৰ পৰা পৰি নখেৰে ধৰি লৈ যোৱা কাৰ্য্য pouncing down upon. ক্ৰি. থাপমাৰ।

**থাপনা, থাপনি** বি. এই দেশৰ বৈষ্ণৱ সকলে সেৱা কৰিবৰ কাৰণে আসনত পাতি থোৱা ভাগৱত আদি ধৰ্ম্মপুথি a sacred book set up as an object of worship. ক্ৰি. থাপনা কৰ।

**থাপৰ** চৰ, চাপৰ।

**থাৰু** বিণ. পোন straight.

**থাৰ্ম্মপলি** বি. গ্ৰীচদেশত হোৱা এখন যুদ্ধ।

**থাৰ্ম্মমিটাৰ** বি. তাপমান-যন্ত্ৰ।

**থাল** বি. ধাতুৰ, শিলৰ বা মাটিৰ বহল ঘূৰণীয়া পাত্ৰ a tray or platter.

**থালী** বি. বৰ ডাঙৰ চৰু a large earthen cooking vessel.

**থাসি** ক্ৰি. বিণ. সৰু পাত্ৰত বহুত বেচিকৈ বস্তু ভৰোৱা।

**থাহ** সক. ধা. নিচেই সৰু সৰু কৈ কুট, ঘন ঘনকৈ খোচ, to mince, to chop.

**থিক** অক. ধা. থিতি কৰে, থাকে।

**থিত** বি. 'স্থিৰ' 'স্থিতি' চোৱা। চোৱা বা স্থিৰ হোৱা কাৰ্য্য। ক্ৰি, বিণ. থিতাতে ঠাইতে, থকা ঠাইতে,

তত্তালিকে, তেতিয়াই on the spot, immediately, নিচেই ওচৰত very near. **থিতাদৰেহে** ক্রি. বিণ. থিতাতে, তত্তালিকে directly, immediately. **থিতাপি** 'স্থিতাপি' চোৱা।

**থিপ্‌থিপীয়া** বিণ. চিপচিপীয়া, অলপীয়া not sufficiently deep to cover the feet.

**থিয়** বিণ. পোনে পোনে ওপৰলৈ উঠা, এচলীয়া নোহোৱা শুই বা বহি নথকা steep, precipitous, perpendicular, standing **থিয়কিল** কিলাকুটি থিয়কৈ কৰা আঘাত a downward stroke with the elbow. **থিয়গোৰ** থিয় হৈ ভৰিৰে তললৈ কৰা আঘাত a kick. **থিয় দণ্ডা** থিয় হব পৰা হ to be able to stand erect. **থিয় চকুৰা** পোন চকু থকা, মানুহত বাজে আন জন্তু। **থিয় দুপৰীয়া** ভৰ দুপৰীয়া mid day. **থিয় দে** এখন্তেক আহি দেখা দি যা to pay a flying visit.

**থিয়-পোহাৰী** বি. মানুহৰ ঘৰে ঘৰে বস্তু বেচি ফুৰা তিৰোতা a female pedlar.

**থিয়াথি** বি. থিয় হৈ অলপ ইফাল সিফাল কৰা কাৰ্য্য act of standing and moving.

**থিয়েটাৰ** বি. অভিনয় শালা,নাট্যমঞ্চ theatre, অভিনয় play.

**থিটৈয়** ক্রি. বিণ. থিয় হৈ in a standing position, থিতাতে immediately.

**থিয়ৈমৰা** ক্রি. নভৰা ।নচিন্তাকৈ ডাঙৰ বিপদত পৰা।

**থিৰ্‌** বি. লৰচৰ নোহোৱা, নিশ্চিত fixed certain, শান্ত calm, অলপকৈ গোটমৰা congealed slightly. ক্রি. বিণ. **থিৰে**। **থিৰজুৰ** বিণ. শান্ত প্রকৃতিৰ, নিৰ্দ্ধন্দ্ব steady, calm. ক্রি. বিণ. থিৰেজুৰে লাহে লাহে, লাহে ধীৰে।

**থিৰাং** বিণ. নিশ্চিত, ঠিক fixed, determined. ক্রি. বিণ. **থিৰাংকৈ** নিশ্চয়কৈ।

**থিৰিকনি** বি. কণিওৰা বৰষুণ a drizzling rain. অক. ধা. থিৰিক, **থিৰিকিয়া** বিণ. **থিৰিকীয়া**।

**থু, থুই** বি. সেপ. মুখৰ ৰস spittle. —ক্রি. থুৱা।

**থু:** ( অব্যয় ) ঘিণ বা তুচ্ছ কৰা মাত an interjection of contempt or detestation.

**থুচিডাইডিছ** বি. গ্রীচদেশীয় এজন বুৰঞ্জীবিদ্‌।

**থুতৰি** বি. থেঁাতোৰা the chin. **থুতৰীয়া** বিণ. থেঁাতোৰাৰ সমান chin-deep.

**থুকুচা-হানা** বিণ. থকা-সৰকা mangled.

**থুকি** 'থোকা' চোৱা। **থুকীয়া** বিণ.

থোকেৰে থকা remaining in a cluster.

**থুকি, থুকু** বি. গাখীৰ থোৱা সৰু টেকেলি a small earthen jug for milk.

**থুকুচ** সক. ধা. হাতেৰে খচি ধো to wash cloth by gentle strokes, সৰু সৰু কৈ কুট to chop.

**থুতকুৰি** বি. থুই spittle. সক. ধা. **থুত কুৰীয়া** মুখৰ পৰা থুৰ দৰে উলিয়াই পেলা।

**থুনথুননি** বি. অলপ অলপকৈ কন্দাৰ শব্দ the sound of a low cry.—অক. ধা. **থুনথুনা**। বিণ. **থুনথুনীয়া**।

**থুনুক-থানাক** (অনু. শব্দ) পোনেই মাত ফুটা লৰাৰ অস্পষ্ট মাতৰ নিচিনা শব্দ। ক্রি. বিণ. **থুনুক-থানাককৈ**। **থুনপাক** বি. চৌচনী জৰী টানি মেলিব আৰু মাৰিব পৰা ধন থোৱা সৰু মোনা a purse a a moneybag.

**থুপৰী** বিণ. দৰা-নোপোৱাত আবিয়ৈ হৈ থকা, আকাজী আৰু অশুৱনী not sought after in marriage, stupid and ugly. পুং **থুপৰা** **থুপি** 'থোবা' চোৱা। **থুপি-তৰা** বি. একে ঠাইতে থোপা পাতি থকা যেন দেখা তৰাৰ সমূহ a collection of small stars.

**থুপি-থুপি** বিণ. বহু থোপা বান্ধি থকা existing in several groups.

**থুপুৰ** (অনুকাৰ শব্দ) সৰু সৰু লঘু বস্তু পৰাৰ নিচিনা শব্দ a slight thud. ক্রি. বিণ. **থুপুৰকৰে**।

**থুম** বি. কাঠ বা ইটাৰে কৰা ঘৰ ভাঙৰ খুটা a pillar.

**থুৰি** বি. ভালকৈ মুকলি নোহোৱা পাত, থোৰৰ নিচিনাকৈ মেৰোৱা পাত a bud, ঠোলা।

**থুৰিয়া** সক. ধা. ভিতৰত কটা তামোল আদি ভৰাই পাণৰ থুৰি সাজ to roll up, as a betel leaf for chewing.—বি. **থুৰিয়া তামোল**।

**থুৰীয়া** বি. তিৰোতাৰ কাণত পিন্ধা অলঙ্কাৰ a kind of ear ornament, ম'হৰ গাখীৰ থীৰোৱা কঁৰীয়া। **থুৰীয়া ধৰ**—পোৱালি মৰা ম'হৰ গাখীৰ ওলোৱাকৈ ৰাখ।

**থুৰুছি** বি. অতি অলপ কাল, মুহূর্ত্ত a moment.

**থুৰ্থুৰীয়া** বিণ. আথৰ, দুর্ব্বলতাৰ কাৰণে হাত-ভৰি কঁপা decrepit.

**থুৱা** অক. ধা. থু পেলা to spit.

**থুহথুহীয়া** বিণ. কোমল পাতৰদৰে মৃদু, অলপকৈ মোহাৰিলেই ভগা tender as young leaves.

**থূপ** বি. একেলগে থকা বহুত বস্তু, সমূহ a collection, a heap.—অক. ধা. **থূপ খা**। সক. ধা.—**থূপা** একে ঠাইতে দ'ম কৰ to pile up.

**থূপা** বি. মহ খেদাবলৈ জলোৱা বাগ।

**থূপুৰি** বিণ. একে ঠাইতে দ'ম খোৱা, থোপা বন্ধা collected together. —সক. ধা. **থূপুৰিয়া**।

**থুল** বি. সমাজ, সভা an assemblage of persons, কোনো সভাত কাৰ্য্য সমাধা কৰিবৰ নিমিত্তে আৱশ্যকীয় সংখ্যাৰ সমজুৱা a quorum.

**থুলন্তৰ** বিণ. মঙহাল, হৃষ্টপুষ্ট corpulent, stout.

**থেতাল** সক. ধা. খুন্দি চেপেটা বা আধা ভগা কৰ to crush.

**থেতেলা** বিণ. খুন্দা খাই আধাভঙা বা চেপেটা হোৱা crushed.—সক. ধা. আনৰ দ্বাৰা খুন্দাই চেপেটা বা আধা ভগা কৰা। কৃদ. বি. **থেঁতেলাওঁতা**। স্ত্রী. **থেতেলঁতী** **থেঁতেঁলা থোৱা** থেকেচা খোৱা, অনেকবাৰ অপমানিত হোৱা assaulted and insulted everywhere.

**থেকেচ** সক. ধা. বৰ বলেৰে কোনো বস্তুৰ ওপৰত পেলাই দি, আফাল, আছাৰ মাৰ, বৰকৈ গালি শপনি পাৰি মনত কষ্ট দে to dash, to throw down violently, to cause mental distress by sharp rebuke. **থেকেচনি** বি. থেকেচা মৰা কাৰ্য্য, আফাল, গালি শপনি। **থেকেচা** বি. আফাল, তললৈ মৰা আছাৰ। **থেকেচা খা** আফাল খা। **থেকেচামাৰ** আফালমাৰ।

**থেকেচ্‌নেকেচ** বি. থেকেচা, বিকর্ষনা a dashing down, reproach.

**থেকেৰা** বি. দুবিধ টেঙা ফলৰ নাম —এবিধ **বৰ থেকেৰা** আৰু আনবিধ কাঊ থেকেৰা বা কুঁজী থেকেৰা। **থেকেৰা ঠহা** দে থুকুচি থুকুচি কটা।

**থেথেৰা ফুল** বি. গুপ্তভাবে কাম কৰা, a secret act.

**থেন থেন** ( অনুকাৰ শব্দ ) ভগা পাত্ৰ পৰাৰ বা অলপ অলপকৈ কন্দাৰ নিচিনা শব্দ an imitative sound used to express that or a broken vessel falling or a low cry. অক. ধা. **থেনথেনা**। বিণ. **থেনথেনীয়া**।

**থেপ্‌থেপীয়া** বিণ. নিচেই পনীয়া আৰু বৰ টান নোহোৱা, বৰ ঘন, গাত গা লগা ( আখৰ ) paste-like, thickly written.

**থেপা** বি. বোকাৰ দৰে বসাল, ঘন বস্তুৰ সোপা a small mass of mud and the like. **থেপা-খা** একেলগে বহুত গোট খা to assemble in large numbers.

**থেপা-থেপ্‌** বিণ. সোপা সোপ, অনেক থেপা হৈ থকা divided

into small masses. ক্রি. বিণ **থেপাথেপে।**

**থেপেৰ্** (অনু. শব্দ) লঘু বস্তু পানীত বা বোকাত পৰিলে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **থেপেৰাই, থেপেৰ কৰে।**

**থেৰগাথা** বি. বৌদ্ধ ভিক্ষুৰ জীৱন কাহিনী বৰ্ণিত গীত।

**থেৰীগাথা** বি. বৌদ্ধ ভিক্ষুণীৰ জীৱনালেখ্য সম্বলিত গীত।

**থেৰেজু** বি. এবিধ বগৰী জাতিৰ ফল আৰু তাৰ গছ a kind of edible fruit and its tree.

**থেৰেহ** অক. ধা ভালকৈ নিসিজি টান মাৰি থাক, আধা পকা হৈ থাক। বিণ **থেৰেহা, থেৰেহামাৰ** নিসিজি বা নপকি টান হৈ থাক।

**থেৰো গেঁৰো** বি. কোনো দুটা কামৰ কোনটো কৰা উচিত তাক স্থিৰ কৰিব নোৱৰা অৱস্থা indecision, hesitation.

**থেল্চ** বি. গ্ৰীচদেশীয় এজন দাৰ্শনিক Thales.

**থেল্ থেলীয়া** বিণ. থেপ থেপীয়া বোকাৰ নিচিনা soft like mud.

**থৈয়া-নথৈয়া** বিণ. তুমুল, ভয়ঙ্কৰ furious, fierce.

**থৈলা** বি. মৰাপাটৰ জোলোঙা a gunny bag, sack cloth.

**থোঁতা** বিণ. খোনা stammering. বি. পটোতে বা কণ্ঠতে শব্দ উচ্চাৰণ কৰিব নোৱাৰি বৈ থকা stammering. **থোঁতা বাজ** অস্পষ্টৰূপে কথা উচ্চাৰিত হ to falter.

**থোঁতোৰা** বি. থুঁতৰি a chin.

**থোঁতা মোজা** বি. থোকা থুকি লগা, অস্পষ্ট মাত। **থোঁতা মোজা লগা** অক. ধা. অস্পষ্ট হৈ ওলা to falter.

**থোক, থোকা** বি. থোপা জোঁটা a cluster, a bunch. বিণ. থোকেৰে থকা থোকৰ পৰা নিছিঙা in cluster or bunch.

**থোকাথুকি** বি. ভালকৈ নুফুটা, অস্পষ্ট faltering, গোট খাই ঠেকা-ঠেকি হোৱা contracted as the threads of a cloth.

**থোকা থোকে** ক্রি. বিণ. অনেক থোকা হৈ in clusters.

**থোপ্, থোপা** বি. একেডাল ঘাই ঠাৰিৰ পৰা ওলোৱা ফুল বা ফল সমূহ জোঁটা a bunch, a cluster. —সৰু বুজাবলৈ 'থুপি' হয়। **থোপ হ** একেলগ হ। **থোপা কৰ** একেলগ কৰ। **থোপা খা**-একেলগে গোট খা।

**থোপতে**. **থুপতে** ক্রি. বিণ. থাউকতে, মুঠতে, সৰহীয়াকৈ wholesale.

**থোপা থোপ** বিণ. অনেক থোপা উৎপন্ন হোৱা বা অনেক থোপা কৰা hanging in clusters. ক্রি. বিণ. **থোপাথোপে।**

**থোপেগোপে** ক্রি. বিণ. মুঠতে, অনিশ্চিতৰূপে, আগগুৰি নভঙাকৈ in a vauge manner, without particularizing.

**থোপোৰা** বি. থোপা এটাৰ দৰে, অলপ ঘূৰণীয়া like a lump, roundish.

**থোপোৰা লাগি থাক** কোনো কামত নলগা হৈ পৰি থাক, কেৱে নিবিচৰা হৈ থাক to remain useless or unsought for.

**থোৰ্, থোৰা** ( পু. অ.) বিণ. অলপ, খন্তেকীয়া ।

**থোৰ্** বি. মুকলি নোহোৱা বা মেৰ খাই থকা দীঘল কোমল পাত an unopened long young leaf, ধানৰ গেঁৰ an ear of corn before it shoots out of the culm, বৰ চুৰিয়াৰ আগফালে ওলমি থকা ভাগ the part of a *suria* that hangs in front. **থোৰ ভাং** চুৰিয়া মুঠিয়া ।

**থোৰ ভাঙি ক** আগগুৰি ভাঙি ক, স্পষ্টকৈ ক to speak in detail.

**থোৰতে** ক্রি. বিণ. ইঙ্গিতেৰে, স্পষ্ট নকৰাকৈ, ভালকৈ প্ৰকাশ নকৰাকৈ by mere hints, without details.

**থোৰা** বি. ঢেঁকীৰ খুৰলিত সোমোৱা মাৰি the pestle of a rice-cleaning pedal. **থোৰালি** বিণ. থোৰাৰ নিচিনা, গুৰি লৈ ক্ৰমে ডাঙৰ আগলৈ ক্ৰমে সৰু tapering.

**থোৰ্থোৰ বাটি** ক্রি. বিণ. নমতা নোবোলাকৈ silently.

**থোল গোল, থোল-গুলীয়া** বিণ. সিজি বা পকি কোমল হোৱা soft.

**থোলোকা** বিণ. নোদোকা, পুষ্ট fleshly, plump, সম্পূৰ্ণৰূপে পাখি নগজা unfledged.

**থোৱন** বি. থোৱা বা ৰখা কাৰ্য্য act of placing or keeping.

**থোহ মোহ** বিণ. লাজ বা ভয়ত মাতিব নোৱৰা হোৱা, নিৰুত্তৰ abashed and confounded. অক. ধা. **থোহ-মোহ-খা** ।

**থৌকি বাথৌ, থৌবাথৌ** বিণ. বতাহ বা তাৰ দ্বাৰা বৰকৈ সঞ্চালিত, বৰকৈ তল ওপৰ হোৱা, উত্তেজিত হোৱা violently agitated, excited. বি. উতলি উঠন, উত্তেজিত হওন act of bubbling up, excitement.

**থ্লেন** বি. খাচীয়া সকলৰ মাজত প্ৰচলিত সৰ্প পূজাৰ এটা অনুষ্ঠান ।

---

# দ

**দ** ব্যঞ্জন বর্ণৰ ওঠৰ সংখ্যাৰ আখৰ the eighteenth letter of the consonants.

**দ** বিণ. গভীৰ deep, বাম নোহোৱা low, গভীৰ পানী deep water, নিম্ন ঠাই low place. সক. ধা. দ কৰা। ক্রি. বিণ. দকৈ।

**দইন** বি. হানি, ক্ষতি loss. অক. ধা. **দইন পৰ** হানি বা ক্ষতি হ to be suffered as a loss.

**দংদঙাই, দং দং কৰে** ক্রি. বিণ. একো ভয় সংশয় নোহোৱাকৈ বেগেৰে fearlessly and with speed.

**দংশ** সক. ধা. কামোৰ, খোট to bite, বি. **দংশন** কামোৰা কাৰ্য্য act of biting. ক্রি. **দংশন কৰ**; বিণ. **দংশতি** কামোৰা bitten.

**দংষ্ট্র** বি. যাৰ দ্বাৰা দংশন কৰা যায়, দাঁত।

**দঁক** বি. চোকা স্বাদ sharp taste, কোনো বিষৰ পৰা হোৱা মূৰ্চ্ছা swoon caused by snake-bite or poison, খং কৰি নেমাতি থকা অৱস্থা sullenness. ক্রি. **দঁক ধৰ** to be sullen.

**দঁক** বি. এবিধ ভূত a kind of evil spirit.

**দঁতাল** বিণ. দীঘল আৰু বাহিৰলৈ ওলাই থকা দাঁতেৰে having tusks. বি. বালিত লোৰ খন্দা কাঠৰ যতন a wooden shovel used for digging sands.

**দঁতীয়া** বিণ. পিয়াহ খোৱা দাঁত ভাঙি নকৈ দাঁত গজা having new teeth in place of the first teeth.

**দঁতুৰা** বিণ. উজলা দাঁত থকা, উজল দঁতা having projecting teeth.

**দঁতোৱাল** বিণ. দাঁত যুক্ত, দঁতাল having tusks.

**দকচ্** অক. ধা. গালি শপনি পৰা।

**দকচি** ক্রি. বিণ. অতিশয়ৰূপে excessively.

**দকৰ্** অক. ধা. কেঁকুৰ to sob.

**দকৰ,** বিণ. থোঁতা' চোৱা।

**দকদকীয়া** বিণ. তেজাল, জীয়া quite fresh (said of fish or flesh.)

**দখল** বি. অধিকাৰ, উপভোগ possession, occupation. **দখল** কাৰ যি দখল কৰি আছে a possessor. **দখলী** বিণ. দখলত থকা, ভোগ কৰা in possession, occupied. ক্রি. **দখল কৰ**।

**দখিণ** 'দক্ষিণ' চোৱা। **দখিণাৱৰী** দক্ষিণফালৰ পৰা অহা বতাহ southerly.

**দগধা** বিণ. আতজা আৰু গধুৰ, মিহি আৰু নিয়াৰিকৈ কাম কৰিব নজনা

heavy and clumsy, unskilful.

**দগৰ** বি. এবিধ হাতেৰে বজোৱা বাদ্য a kind of drum. সক. ধা. বৰকৈ কিলা to beat severely. **দগৰ চুৰা** অতিপাত চুৰা ঠাই a very unclean and impure place. ক্রি. **দগৰ পিটা দি, দগৰি পিটা দি, দগৰি পিট, দগৰি পেলা** দৰা কোবোৱাৰ দৰে বৰকৈ মাৰপিট কৰ, বৰকৈ কিলা to beat severely. ক্রি. বিণ. **দগৰি** দৰনি পিটি, বৰকৈ excessively. **দগৰীয়া** বিণ. মাৰখাই ফুৰা, বৰ দুষ্ট very wicked.

**দগলা** বিণ. ডাঠ, দগৰা thick and rough.

**দগা** বিণ. অনেক বাৰ মাৰ খাই মাৰলৈ ভয় নকৰা hardened, callous.

**দগা** বি. বস্তুৰ গধুৰতা জোখাত ব্যৱহাৰ কৰা ধাতুৰে সজা বস্তু a weight used in measuring.

**দগাবাজ** বিণ. বৰ দুষ্ট very wicked.

**দগ্ধ** বিণ. পোৰা, পুৰি ছাই কৰা burnt, ধ্বংস কৰা destroyed, সন্তপ্ত (হৃদয়) overcome with grief. **দগ্ধা** বি. অশুভ তিথি।

**দঙা** সক. ধা. আনৰ হতুৱাই তোলা বা থিয় কৰা to cause to be lifted. বি. **দঙাওঁতা**। স্ত্রী. **দঙাওঁতী**।

**দঙা-মুঠিয়াকৈ** ক্রি. বিণ. লগত অধিক বস্তু নোথোৱাকৈ শুদা গাৰে without being encumbered with luggage.

**দড়বড়ি** (পু. অ.) ক্রি. বিণ. বেগাই, লৰালৰিকৈ swiftly.

**দঢ়া** সক. ধা. সতর্ক কৰি ডাঠি উপদেশ দে, ডাঠি ক বা আদেশ দে to caution, to warn, to speak emphatically. বি. **দঢ়াওঁতা**। স্ত্রী. **দঢ়াওঁতী**।

**দণ্ড** সক. ধা. শাস্তি কৰ, দণ্ড দে to punish, to fine. বি. শাস্তি penalty, punishment, দীঘল মাৰি, লাখুটি a pole, a staff, ষাঠি পল twenty four minutes. কৃদ. বি. **দণ্ডোঁতা**। স্ত্রী. **দণ্ডোঁতী**।

**দণ্ড নায়ক** বি. সেনাপতি, দণ্ডবিধান কৰ্ত্তা।

**দণ্ডকা, দণ্ডকাৰণ্য** ৰাম বনলৈ গৈ বাস কৰা নর্ম্মদা আৰু গোদাবৰী নৈৰ মাজত থকা এখন বহল হাবি।

**দণ্ডধৰ** বি. শাস্তি দিবৰ ক্ষমতা থকা লোক one having authority to punish, ৰজা a king, ঈশ্বৰ God, হাতত পবিত্র দণ্ডলৈ ফুৰা এবিধ সন্ন্যাসী mendicant carrying a sacred staff. **দণ্ড-নায়ক** দণ্ড দিবৰ অধিকাৰী a magistrate. বিণ. **দণ্ডনীয়**.

দণ্ডার্হ, দণ্ড্য শাস্তি দিবৰ যোগ্য punishable. দণ্ডপাট বি. ৰাজত্ব। দণ্ডবন্ধ বি. নিৰূপিত শাস্তি। দণ্ডবিধান বি. শাস্তিৰ ব্যৱস্থা an order of punishment. দণ্ডবিধি শাস্তিৰ নিয়ম বা ব্যৱস্থাৰ কথা লিখা থকা পুথি, ফৌজদাৰী আইন criminal law, a penal law. দণ্ডনীতি ৰাজ্য শাসন নীতি, দমন নীতি policy of repression. দণ্ডৱত দীঘল হৈ পৰি কৰা প্ৰণাম prostration. দণ্ডাকাৰ দীঘল resembling a staff. দণ্ডাজ্ঞা বি. দণ্ডৰ আজ্ঞা, শাস্তি দিবলৈ কৰা আদেশ an order of punish ment. দণ্ডাধিকৰণ বি. ফৌজদাৰী আদালত, দণ্ডায়মান বি. যি থিয় হৈ আছে one who is standing.

দণ্ডি ( পু. অ. ) বি. ডৰি fear of punishment.

দণ্ডি বি. হাবিত হাতী যোৱা বাট an elephant track. দণ্ডিতা বিণ. যি তিৰোতাই দণ্ড পাইছে।

দণ্ডী বি. হাতত পবিত্ৰ লাখুটি লৈ ফুৰা একশ্ৰেণী সন্ন্যাসী a religious mendicant carrying a sacred staff.

দত্ত কৃদ. বিণ. দিয়া, দান কৰা, অৰ্পিত given, bestowed. স্ত্ৰী. দত্তা। দত্তক পুত্ৰ পোষ্য পুত্ৰ, তোলনীয়া পো adopted son.

দত্তাত্ৰেয় বি. এজন ঋষিৰ নাম, the name of a sage.

দত্তাপহাৰী বি. এবাৰ দি পুনৰায় চলেৰে বা বলেৰে নিওঁতা one who takes back something given by himself.

দদাই বি. খুৰা, পিতাৰ ভায়েক paternal uncle. দদাশহুৰ তিৰোতাৰ দাদায়েক wife's paternal uncle.

দধি বি. দৈ গাখীৰ curd.

দধি-মন্থন গাখীৰৰ পৰা ঘিউ উলিওৱা।

দধীচি বি. এজন ঋষিৰ নাম name of a saint.

দন বি. জালত লগোৱা ডাঙৰ লেজু the rope attached to a fishing net.

দনা বি. ঘোঁৰাৰ লেগাম a bridle. অক. ধা. দনা ওলম কাপোৰ ফাটি ডোবা ওলম to hang in tatters.

দনু বি. দক্ষ ৰজাৰ এজনী জীয়েক।

দনুজ বি. ৰাক্ষস, দানৱ a demon, a cannibal. দনুজাৰি বিষ্ণু।

দন্ত বি. দাঁত a tooth. দন্তধাৱন বি. দাঁত পৰিষ্কাৰ কৰা কাৰ্য্য the act of cleaning the teeth. দন্তপংক্তি বি. দাঁতৰ পাৰি। দন্ত-পুষ্প বি. কুন্দ ফুল। দন্তৰুচি বি. হাঁহোতে দাঁতৰ সৌন্দৰ্য্য।

দন্তবক্ৰ বি. শিশুপালৰ ভায়েক।

দন্তাল হাতী বি. দাঁত থকা হাতী।

**দন্তী** বিণ. দাঁত থকা toothed. বি. দঁতাল হাতী a tusker elephant. **দন্তুৰ** উজলা দঁতা মানুহ a man with projecting teeth. স্ত্রী. **দন্তুৰা**। **দন্ত্য** বিণ. দাঁতৰ পৰা উচ্চাৰিত dental.

**দন্দ** বি. বিবাদ, কাজিয়া a quarrel **দন্দবাদ** দন্দ খৰিয়াল, হাই উকমি a wrangle and such things.

**দন্দুৰা** বিণ. দন্দ কৰা স্বভাৱৰ quarrelsome. স্ত্রী. **দন্দুৰী**।

**দন্ড** বি. হানি loss.

**দপ্** অক. ধা. আধা পকা হ, পকিবলৈ ধৰ to begin to ripen.

**দপদপনি** বি. অহঙ্কাৰ বা মহতালিৰ প্ৰকাশ, নিজৰ ক্ষমতা প্ৰদৰ্শন act of showing one's own greatness or power. অক. ধা. **দপ্-দপা**। বিণ. **দপদপীয়া**।

**দপ্‌দপ্** (অনুকাৰ শব্দ) বৰ বৰষুণ দিলে বা বৰকৈ জুই লাগিলে হোৱাৰ নিচিনা শব্দ।

**দপনা** বি. মঙহৰ ডাঙৰ খণ্ড a large piece of flesh. **দপনা দপন** বিণ. খণ্ড খণ্ড, ডোখৰ ডোখৰ divided in large pieces. ক্রি বিণ. **দপনা-দপনে**, **দপনা দপনকৈ**।

**দপাটকৈ** ক্রি. বিণ. তৎক্ষণাৎ immediately.

**দপাল** সক. ধা. মহতালি দেখাই দমি ৰাখ, গালি-শপনি পাৰ, ডাবি দে to revile, to rebuke. **দপলানি** বি. গালি শপনি, ডাবি rebuke a threat.

**দফ্‌তৰ, দপ্তৰ** বি. পুথি, বহি আদি থোৱা আৰু আমোলা কাকতীয়ে লিখা পঢ়া কৰা ঘৰ an office. **দফ্‌তৰী, দপ্তৰী** অফিচত পুথি বহী আদি যতাই ৰখা আৰু কাগজ কলম আদি যোগান দিয়া সামান্য বিষয়া duftry.

**দপ্তৰ** বি. কোনো মন্ত্ৰীৰ নিজৰ কৰ্ম্ম-বিভাগ port-folio.

**দফা** বি. বাৰ, বোল a time, ভিন্ন নাম বা জাতিৰ বস্তু item, পৰিচ্ছেদ, বিভাগ a section, a paragraph. **দফাদাৰ** বি. সেনা বা কুলী আদিৰ ওপৰ শ্ৰেণীৰ বিষয়া the immediate headman over a number of soldiers or coolies. **দফে দফে** ক্রি. বিণ. বাৰে বাৰে again and again.

**দবক মাৰ, দবকা মাৰ** নেবাঢ়ি নুটুটি একেদৰে থাক to remain without increase or decrease.

**দবনি** বি. দবা ঢোল আদিত বজোৱা কাৰ্য্য the sound of a large kettle drum. **দবনি পিটি** হেঁপাহ পলুৱাই (খোৱা) eat to satiety.

**দবছি** কৈ ক্রি. বিণ. কন্দি-খুন্দি

পেট-ভৰাই. হেঁপাহ পলুৱাই gluttonously.

**দবৰাদৰবি** বি. আজোঁৰা আজুৰি, টনাটনি a struggle, mutual pulling and pushing one another.

**দবৰা** বিণ. ডাঠ, মঙহাল flat and thick. স্ত্ৰী. **দাবৰী**।

**দবা** সক. ধা. নত কৰ, হেঁচি বহুৱা to press down. বি. **দবাওঁতা**, স্ত্ৰী. **দবাঁওতী**।

**দবা** বি. নাগেৰাৰ গঢ়ৰ বৰ ডাঙৰ এবিধ বাদ্য a large kettle drum. **দবা-কলা** দবা কোবালেও নুশুনা, বৰ কলা extremely deaf. **দবা খেল** চালত গুটি বুলাই খেলা এবিধ খেল chess. **দবাদি ধৰ** হঠাৎ বলেৰে গৰামাৰি ধৰ, চাবমাৰি ধৰ।

**দবাপৰলি** বি. ঘৰৰ চালৰ মুখত বন্ধা চাপলি। **দবাপিট, দবা পিটা দি** অক. ধা. দগৰ পিট। **দবাপিটা** বিণ. বৰকৈ বা বেছি পৰিমাণে পৰা বা মাৰা—'দবাপিটা বৰষুণ' 'চোৰ-টোক দবাপিটা দিলে'।

**দম** সক. ধা. দমন কৰ, বশ কৰ, শান্ত কৰ to subdue, to bring under control, to calm. বি. **দম, দমন** অধীন বা পৰাস্ত কৰা কাৰ্য্য।

**দম** বি. উশাহ breath. ক্ৰি. **দম ল** উশাহ ল, অলপ জিৰা pause or rest a while. **দমকল** বায়ুৰ হেঁচাৰে পানী তোলা যন্ত্ৰ a pump.

**দ'ম** বি. ওপৰা উপৰি কৰি গোটাই থোৱা বস্তু সমূহ a heap, a pile, সক. ধা. **দ'ম কৰ, দ'ম খুৱা, দম বান্ধ** একে ঠাইতে বহুত গোটা, দ'মা to heap up, **দ'ম খা** একে ঠাইতে গোট খা to be gathered in a heap.

**দম্‌দম্, দম্‌দমা, দম্‌দমনি** 'দপদপ' 'দপদপা' 'দপদপনি' চোৱা।

**দমনা** বি. এবিধ সুগন্ধি সৰু পাতেৰে গছ a kind of plant.

**দমনীয়** বিণ. দমিব পৰা, বশ কৰিবৰ যোগ্য capable of being subdue.

**দময়ন্তী** বি. নলৰজাৰ পত্নী, wife of king Nala.

**দমৰা** বি. অধিক বয়স নোপোৱা মতা গৰু a young bull, চতিৰ ওপৰত বহি মাৰলী ধৰি থকা ডাং, বহি খোৱা a king post.

**দমলা** বি. ছালৰ ওপৰত উখহি হোৱা উঠঙা swelling on the skin. **দমলা মাৰ, দমলা বান্ধ** বহল হৈ উখহি উঠ। **দমলাদমল** অনেক দমলা যুক্ত।—বি. **দমলা-দমলি** অনেক দমলা।

**দমা** সক. ধা. আনৰ হতুৱাই বশ কৰা to cause to be subdued or checked. **দমিত** বশীভূত।

**দ'মা** সক. ধা. দ'ম কৰ, ওপৰা-উপৰি কৰি থ to pile up. বিণ.

**দ'মাদ'ম** বহুত দ'ম হৈ থকা, অনেক remaining in heaps, abundant. ক্রি. বিণ. **দ'মাদ'মে**।

**দমোঁতা** বি. দমন কৰোঁতা, বশ কৰোঁতা a controller, a subduer.

**দম্পতী** বি. ভাৰ্য্যা স্বামী উভয় husband and wife taken together. বিণ. **দাম্পত্য**।

**দম্ভ** বি. অহঙ্কাৰ, দৰ্প pride, arrogance. ক্রি. **দম্ভ কৰ**। **দম্ভালি** বি. দম্ভ বা অহঙ্কাৰ থকা স্বভাৰ বা গুণ pride. দম্ভ প্ৰকাশক কাৰ্য্য। **দম্ভী** বিণ. অহঙ্কাৰী proud.

**দয়দস্তুৰ** বি, স্বভাৰ-চৰিত্ৰ, বিধিমতে character.

**দয়লু** বিণ. দয়ালু kind.

**দয়া** বি. কৃপা, পুতৌ, অনুকম্পা kind, kindness, pity, compassion. **দয়াকৰ** দয়া কৰোঁতা a kindhearted man. **দয়ান্বিত** কৃপালু, দয়াযুক্ত kind. **দয়ালু** দয়াযুক্ত kind. **দয়াময়** কৃপাময়। স্ত্রী. **দয়াময়ী**। **দয়াল, দয়ালু** দয়া থকা, কৃপালু। **দয়াবন্ত, দয়াবান** দয়ালু। স্ত্রী. **দয়াৱতী**। **দয়াশীল** দয়াবন্ত kind. স্ত্রী. **দয়াশীলা**। **দয়াৰ্দ্ৰ** দয়া পৰবশ, যাৰ মন দয়াৰে কোমল হৈছে।

**দয়িত** বি. প্ৰিয়, পতি beloved.

**দয়িতা** বি. ভাৰ্য্যা a wife, তিৰোতা woman.

**দৰ** বি. দাম, মূল্য price, মূল্যৰ হাৰ rate. **দৰ কৰ, দৰ আৰ, দৰা** বি. দাম কৰ set a price on. **দৰাদৰি** দাম কমাবৰ কাৰণে কৰা চেষ্টা haggling.

**দৰ** বি. প্ৰকাৰ, বিধ sort, kind.

**দৰক** বি. পানীৰ ওপৰলৈ আহি পিঠি উলিয়াই কৰা অৱস্থিতি (মাছত খাটে) the act of resting on the surface of water, as a fish.

**দৰকাৰ** বি. আৱশ্যক, প্ৰয়োজন need, necessity. **দৰকাৰী** বিণ. আৱশ্যকীয়।

**দৰখাস্ত** বি. আবেদন পত্ৰ a petition. ক্রি. **দৰখাস্ত কৰ, দৰখাস্ত দি**। **দৰখাস্তকাৰী** আবেদন কৰোঁতা applicant.

**দৰং** বি. এখন জিলাৰ নাম।

**দৰঙী** দৰং জিলাৰ মানুহ কিন্তু মঙ্গলদৈ অঞ্চলৰ মানুহকহে বুজায়।

**দৰজা** বি. দুৱাৰ a door.

**দৰজী, দৰ্জী** বি. চিলাই কৰা যাৰ ব্যৱসায় a tailor.

**দৰদ** বি. ব্যাথা, বেদনা, সমবেদনা sympathy. **দৰদী** যাৰ দৰদ আছে, সমবেদনাযুক্ত।

**দৰদৰি** ক্রি. বিণ. লৰালৰিকৈ, শীঘ্ৰে quickly.

**দৰব** বি. ঔষধ, ৰোগ গুচোৱা বস্তু medicine.

**দৰবাৰ** বি. ৰাজসভা, ৰজা বা তাতকৈ

মানুহৰ সভা, বা নিমন্ত্ৰিত হোৱা লোকেৰে সৈতে কৰা সভা a hall of audience. বিণ. **দৰবাৰী** দৰবাৰলৈ যাবৰ যোগ্য, দৰবাৰত পিন্ধিবলৈ উপযুক্ত durbar, befitting a durbar.

**দৰবেশ** বি. ফকিৰ মুছলমান সন্ন্যাসী।

**দৰমহা** বি. মাহিলি বেতন monthly pay.

**দৰ লগা** সক. ধা. গতি লগা, যেনে হৰ লাগে তেনে কৰ to deal with fittingly.

**দৰহ** বি. এবাল, বহুত ঠাইত চৰিব পৰাকৈ জন্তু বান্ধি দিয়া দীঘল জৰী।

**দৰা** বি. বৰ, বিয়া কৰিবলৈ অহা মানুহ a bridegroom.

**দৰা** সক. ধা. দৰ কৰ, মূল্য স্থিৰ কৰ settle the price. বি. **দৰাওঁতা**, স্ত্ৰী. **দৰঁতী**।

**দৰাচলতে, দৰাচলে** ক্ৰি. বিণ. প্ৰকৃততে, বাস্তবিকতে in reality.

**দৰা-পুতলা** বি. ল'ৰা-ছোৱালীয়ে খেলিবলৈ কাপোৰেৰে সজা দৰা বা কন্যাৰ মূৰ্ত্তি a doll dressed like a bride or bridegroom.

**দৰিদ্ৰ** বিণ. দুখীয়া, গৰিব poor. বি. দুখীয়া মানুহ a poor man. বি. **দৰিদ্ৰতা** দুখীয়া অবস্থা poverty. **দৰিদ্ৰালয়** দুখীয়া মানুহৰ ঘৰ a poor house.

**দৰিয়া** সক. ধা. বৰালি মাছৰ দাঁতেৰে আঁহ মুকলি কৰ to straighten out the fibres, as of cotton with the teeth of *Barali* fish.

**দৰিয়া** বি. সাগৰ, ডাঙৰ নৈ ocean, big river.

**দৰিয়াবাদ** বি. মূল বন্দবস্তৰ মাটি পিয়লৰ পাছত বাৰত্তে পুনৰ নতুন মাটি ভাঙি আবাদ কৰা কাৰ্য্য, এনে মাটি মণ্ডলে খৰালিৰ আৰম্ভতে পুনৰ পিয়ল কৰি জমা দিয়ে occupation of land for the supplementary settlement. বিণ. **দৰিয়াবাদী**।

**দৰিশন** বি. 'দৰ্শন' শব্দৰ কোমল ৰূপ।

**দৰে** ক্ৰি. বিণ. নিচিনা, প্ৰকাৰে, ৰূপে in the manner of, in the resemblance of, মূল্যত at the rate of.

**দৰ্গা** বি. মুচলমানৰ মচ্‌জিদ a mosque.

**দৰ্জী** বি. বেজীৰ কামৰ দ্বাৰা উপজীব্য কৰা মানুহ a tailor.

**দৰ্প** বি. অহঙ্কাৰ, গৰ্ব্ব pride, **দৰ্পী** বিণ. অহঙ্কাৰী proud. **দৰ্পহাৰী** বিণ. অহঙ্কাৰ নাশ কৰা, দৰ্প-ভঙোৱা pride-destroying. স্ত্ৰী. **দৰ্পহাৰিণী**।

**দৰ্পণ** বি. আৰ্চী, দাপোণ a mirror, a looking-glass.

**দৰ্ভ** বি. কুশ, তৃণ a kind of grass.

**দৰ্শ** অক. ধা. দেখা হ, দেখা দে to appear, as a result, to be seen.

**দৰ্শক** বি. দেখোঁতা, চাওঁতা, দ্ৰষ্টা one who sees, spectator, দেখাওঁতা, প্ৰদৰ্শক one who shows.

**দৰ্শন** বি. দৃষ্টি, দেখা a seeing, জ্ঞান wisdom, তত্ত্ববিদ্যা, জ্ঞান বা বিজ্ঞান শাস্ত্ৰ, philosophy. **দৰ্শনশাস্ত্ৰ** কাৰ্য্য আৰু কাৰণৰ সম্বন্ধ দেখুৱাই এই জগতৰ আৰু তাৰ সৃষ্টিকৰ্ত্তাৰ সম্পৰ্কে জ্ঞান দিয়া পুথি a philosophical treatise. দৰ্শনশাস্ত্ৰ ছয় খন—সাংখ্য, পাতঞ্জল, মীমাংসা, ন্যায়, বৈশেষিক, বেদান্ত।

**দৰ্শনী** বি. দৰ্শনলাভ, উপদেশ বা সাহায্য প্ৰাপ্তিৰ কাৰণে প্ৰদেয় অৰ্থ, প্ৰণামী, ফি, ভিজিট ইত্যাদি।

**দৰ্শনীয়** বিণ. দেখিবৰ বা দেখাবৰ উপযুক্ত, দেখিবলৈ ধুনীয়া, শুৱনি fit to be shown or seen, worth-seeing.

**দৰ্শয়িতা** বি. দেখাওঁতা one who shows.

**দৰ্শা** সক. ধা. দেখুৱা, প্ৰকাশ কৰা to show. **দৰ্শিত** বিণ. দেখোৱা প্ৰকাশ কৰা shown. **দৰ্শী** দ্ৰষ্টা, জ্ঞানী (বহুদৰ্শী, তত্ত্বদৰ্শী, দূৰদৰ্শী)।

**দল** সক. ধা. মৰ্দ্দন কৰ, মোহাৰি পেলা to crush, to destroy totally. বি. **দলন**। বিণ. **দলিত** মৰ্দ্দিত, নিপীড়িত, ধ্বংস কৰা crushed, destroyed.

**দল** বি. পানীত বগাই ওপঙি থকা এবিধ ঘাঁহ an aquatic grass. **দলনি** বি, বেছিকৈ দল ঘাঁহ থকা ঠাই।

**দল** বি. জাঁক, জুম, সমূহ, সম্প্ৰদায় a party or company, class. পাত যেনে 'বিল্বদল' leef, ফুলৰ পাহি। **দলপতি** চৰ্দ্দাৰ, কোনো সম্প্ৰদায়ৰ বা দলৰ নেতা। **দলবদ্ধ** সংহত, সংবদ্ধ। **দলবল** একে পক্ষৰ বহু লোক। **দলভুক্ত** দলৰ অন্তৰ্গত। **দলাদলি** দুই দলৰ বিৰোধ। **দলীয়** কোনো সম্প্ৰদায় বা দল সম্বন্ধীয়। **দলেদলে** একে পক্ষৰ বহুলোকেৰে সৈতে with full force.

**দ'ল** বি. মঠ, মন্দিৰ, দৌল a Hindu temple, দম, স্তূপ a heap,

**দলং** বি. বাঁহ বা কাঠেৰে সজা সাঁকো a bridge.

**দলঙা** বি. বাঁহৰ চহালিৰে বোৱা মাছ ধৰা যতন a kind of fish trap.

**দল্ দল্ কৰে** ক্ৰি. বিণ. লৰচৰ নকৰাকৈ, নকন্দা নৰগাকৈ quietly, without crying.

**দলপুঁৱা** বি. দলনিত জন্মা এবিধ ফৰিং জাতীয় পোক a kind of insect.

**দলদলীয়া** বিণ. বেছিকৈ ডালপাত

ওলাই বাঢ়া luxuriant, as a seedling.

**দলদলীয়া** বিণ. তেজ পানীৰে পুষ্ট, **জীয়ন্ত** healthy, blooming.

**দলদোপ** বি. ভৰি দিলে বহি যোৱা আৰু আকৌ ওপৰলৈ উঠা গতি, তলওপৰ কৰা কাৰ্য্য, হেন্দোল দোপ an undulatory motion. বিণ. **দলদুপীয়া**।

**দলা** সক. ধা. আনৰ হতুৱাই গছৰ ঠাল ঠেঙুলি কটা to cause to be crushed.

**দলা** বি. মাটিৰ লদা, দলি a clod of earth.

**দ'লা** সক. ধা. ওপৰা-উপৰিকৈ ৰাখ to heap up.

**দলি** বি. মাটিৰ লদা, মাটিৰ সক চপৰা a clod of earth, হাতেৰে দূৰলৈ মাৰি পঠোৱা মাটি, শিলখণ্ড a piece of earth stone etc. thrown away with the hand. **দলি মাৰ, দলিয়া** ক্রি. দলি নিক্ষেপ কৰ to pelt. **দলিয়াই পেলা** দূৰলৈ নিক্ষেপ কৰ, অগ্রাহ্য কৰ, to throw away, to reject. **দলিয়নি** চপৰাপি। **দলিয়াদলি** এজনে আন জনক দলিওৱা কাৰ্য্য। **দলিচা** বি. এবিধ নোমৰ আসন a carpet, a rug.

**দলিত** কৃদ. বিণ. মৰ্দ্দিত, ধ্বংস কৰা crushed and destroyed.

**দলীল, দলিল** বি. কোনো বিষয়ৰ প্ৰমাণ স্বৰূপ লিখা কাকত a document, a deed.

**দ'লৈ** বি. দেবালয়ৰ প্ৰধান পূজাৰী বা কৰ্ম্মচাৰী the presiding officer of a Hindu temple, কোনো খেলৰ প্ৰধান বা মুখ্য লোকৰ উপাধি।

**দলৈলামা** বি, লামা সকলৰ দলপতি।

**দশ** বি. দহ, দুই পাঁচ ten.

**দশক** বি. এটাতকৈ বেছি অঙ্ক থকা সংখ্যাৰ বাওঁ ফালৰ দ্বিতীয় অঙ্ক the ten's place.

**দশ-কৰ্ম্ম** বি. আৰ্য্য সকলৰ দশবিধ সংস্কাৰ যেনে :—গৰ্ভধান, পুংসবন, সীমন্তোন্নয়ন, জাতকৰ্ম্ম, নামকৰণ, নিষ্ক্রামণ, অন্নপ্রাশন, চূড়াকৰণ, উপনয়ন আৰু বিবাহ।

**দশ-তাণ্ডৱ** বি. দশ সংস্কাৰৰ শেষ সংস্কাৰ, পুষ্পিতা হোৱা, যৌবন কাল পোৱা, arrived at woman hood. attaining puberty.

**দশন** বি. দাঁত tooth.

**দশ-পিণ্ড** বি. মৰাৰ পাচত দহ দিনলৈ মৃতকক দিনৌ দিয়া পিণ্ড the ten funeral offerings made to the dead by Hindu on the ten days following the death.

**দশ-পাচিশ** বি. কড়িখেলা বিশেষ।

**দশবায়ু** বি. মানুহৰ শৰীৰত থকা পান, অপান, ব্যান, সমান, উদান,

নাগ, কূৰ্ম্ম, কৃকৰ, দেৱদত্ত আৰু ধনঞ্জয় এই দহোটা বায়ু।

**দশভুজা** বিণ. দহখন হাত থকা, দুৰ্গাৰ এটা নাম Durga.

**দশম** বি. দহোটাৰ শেষটো tenth. স্ত্ৰী. **দশমী** দশমী তিথি the tenth lunar day.

**দশম** বি. শঙ্কৰদেৱে ৰচনা কৰা এখন পুথিৰ নাম।

**দশমহাবিদ্যা** বি. ভগৱতীৰ দশমূৰ্ত্তি যেনে :—(১) কালী (২) তাৰা (৩) ষোড়শী (৪) ভুবনেশ্বৰী (৫) ভৈৰবী (৬) ছিন্নমস্তা (৭) ধূমাৱতী (৮) বগলা (৯) মাতঙ্গী (১০) কমলা।

**দশমিক** বি. অখণ্ড ৰাশিৰ দহ ভাগৰ এভাগ সম্পৰ্কীয় decimal. **দশ-সংস্কাৰ, দশকৰ্ম্ম** হিন্দুৰ অনুষ্ঠেয় দহবিধ সংস্কাৰ ( গৰ্ভাধান, পুংসবন, সীমন্তোন্নয়ন, জাতকৰ্ম্ম. নামকৰণ, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন, সমাবৰ্ত্তন, বিবাহ )। **দশদিক, দশ-দিশ** উত্তৰ, দক্ষিণ, পূব, পশ্চিম, ঈশান, অগ্নি, নৈঋত, বায়ু, ঊৰ্দ্ধ, অধঃ। **দশমূল** ঔষধত ব্যৱহাৰ হোৱা দহ বিধ গছৰ শিপা যেনে—কণ্টকাৰী, গমাৰী, গোক্ষুৰ, টকুনা, পাৰলি, বিয়নীসাপেটা, বেল, ভূত মূলা, ভেকুৰী, মাছ কাঁইটা।

**দশৰথ** বি. ৰামচন্দ্ৰৰ পিতৃ।

**দশস্কন্ধ** বি. দহমূৰীয়া ৰাৱণ।

**দশহৰা** বি. জেঠৰ শুক্লাদশমী, সেইদিনা হিন্দুসকলে গঙ্গাত স্নান কৰে।

**দশা** বি. অৱস্থা a state, plight, ভাগ্য fate, lot, মানুহ জন্মৰ সময়ত গ্ৰহৰ স্থিতিৰ ৰকম the position of the planets at the time of one's birth. **দশাগন** মানুহৰ কোষ্ঠি চাই মানুহৰ দৈৱৰ ভাল বেয়া নিশ্চয় কৰ।

**দশানন, দশমুখ** বি. দহমুখীয়া, ৰাৱণ।

**দশাৱতাৰ** বি. বিষ্ণুৱে পৃথিৱীলৈ আহি ধৰা দহোটা ৰূপ, যেনে মৎস্য ( মাছ ), কূৰ্ম্ম ( কাছ ), নৰসিংহ ( আধা মানুহ আৰু আধা সিংহৰ আকৃতিৰ ), বৰাহ ( গাহৰি ), বামন ( বাওনা ), পৰশুৰাম, হলিৰাম (বলদেৱ), শ্ৰীৰাম (দশৰথৰ পুতেক), বুদ্ধ (বৌদ্ধ ধৰ্ম্ম প্ৰবৰ্ত্তক গৌতমমুনি), কল্কি the ten incarnations of Bishnu.

**দশাহীন** বিণ. ভাগ্যহীন, দুৰ্কপলীয়া unfortunate.

**দশেন্দ্ৰিয়** বি. হাত, ভৰি, মলৰ দ্বাৰ, লিঙ্গ বা যোনি, বাক ইন্দ্ৰিয়, চকু, কাণ, নাক, জিভা আৰু ছাল এই দহোটা ইন্দ্ৰিয় the ten organs of sense and action.

**দশোদিশে** ক্ৰি. বিণ. সকলো ফালে in all directions.

**দষ্ট** বি. দংশিত, কামোৰা bitten. 'সৰ্প-দষ্ট'।

**দস্তখত** বি. কোনো কথাৰ প্ৰমাণ স্বৰূপে আপোন হাতেৰে লিখা আপোনাৰ নাম চহী, স্বাক্ষৰ a signature.

**দস্তবদস্ত** ( ফা. ) বি. হাতে হাতে।

**দস্তা** বি, বাং ধাতু tin.

**দস্তানা** বি. হাত মোজা gloves.

**দস্তুৰ** বি. চলি অহা নিয়ম, ৰীতি custom, practice. **দস্তুৰ মতে** ক্ৰি. বিণ. চলি থকা ৰীতিৰ দৰে।

**দস্তুৰি** বি. মাননী something offered as a homage according to custom. কিনা সময়ত মূল্যৰ যি অংশ বাদ পোৱা যায় commission, দালালি brokerage.

**দস্যু** বি. চোৰ, ডকাইত a thief, a robber. **দস্যুতা** ডকাইতৰ কাৰ্য্য বা বৃত্তি robbery.

**দহ** সক. ধা. পোৰ, দগ্ধকৰ to burn, মনত শোক জন্মা বা দুখ দে to grieve, to give pain to mind.—অক. ধা. মনত দুখ বা শোক পা।—ক্ৰি. বিণ. **দহ দহ** কৰে ৰবকৈ জলি পুৰি।

**দহ** দুই-পাচ ten. **দহ জোৰা মাৰ** নানা উপায় বা দিহা কৰি অঁটা বা সিদ্ধিকৰ।

**দহটকীয়া** বি. দহটকাৰ মূল্যৰ, কামিলা worth of Rs. 10·00 able.

**দহ টেনী** বি. দোৰ্পতি।

**দহ্ দহীয়া** বিণ. নিশ্চয়, লৰচৰ নোহোৱা certain, permanent, দৃঢ়ৰূপে firm.

**দহন** বি. পোৰা কাৰ্য্য act of burning, জুই fire, ধ্বংস কৰোঁতা a destroyer.

**দহনখীয়া** বি. দুই হাতৰ দহ নখেৰে খামোচি পোৱা, দুই হাতৰআঙুলিৰ মৰেৰে মেৰাই ঢুকি পোৱা as thick as can be grasped with the ten fingers of hands.

**দহন-বহন** বি. মৰাক মৰিশালিলৈ নিয়া আৰু থৰি দিয়া কাৰ্য্য the act of carrying and burning a dead body.

**দহন্থ** ( ব্ৰজ ) বি. জুই fire.

**দহা** বি. মৰাৰ দহ দিনৰ পাছত কৰা সবাহ a ceremony performed on the tenth day after death.

**দহি** বি. আঁচল বা কাপোৰৰ আগত ওলমি থকা দীঘল সূতা fringe of a cloth. **দহিকচু** বি. এবিধ কচু, a kind of arum.

**দহিকতৰা** বি. এবিধ সৰু চৰাই a kind of magpie.

**দহো কুৰি** ক্ৰি. বিণ. অৱশ্যে, যেনে

তেনে without fail, ভুনাই ভুনাই repeatedly.

**দক্ষ** বিণ. নিপুণ, পাৰ্গত able, skilful. বি. **দক্ষতা**।

**দক্ষ** বি. এজন প্ৰজাপতি, সতী আৰু ২৭ নক্ষত্ৰৰ পিতা।

**দক্ষিণ** বি. উত্তৰ দিশৰ বিপৰীত south, সোঁফাল the right side.

**দক্ষিণ** (নায়ক) অনুকূল, উদাৰ বহুনায়িকাৰ অনুৰক্ত।

**দক্ষিণ পাট** বি. মাজুলীৰ এখন সত্ৰৰ নাম।

**দক্ষিণ মেৰু** পৃথিবীৰ দক্ষিণ মূৰ the south pole. **দক্ষিণ হস্ত** বি. সোঁহাত right hand.

**দক্ষিণা** বি. কোনো ধৰ্ম্ম কাৰ্য্যৰ অন্তত ব্ৰাহ্মণক দিয়া দান a present to Brahmans on solemn or sacrificial occasions. **দক্ষিণাচল** বি. মলয় পৰ্ব্বত, the Malaya Mountains. **দক্ষিণাচাৰ** বিণ. তান্ত্ৰিক আচাৰ বিশেষ। **দক্ষিণাচাৰী** বি. যি ভাবে তান্ত্ৰিক আচাৰ মতে চলে। **দক্ষিণাপথ** বি. বিন্ধ্য পৰ্ব্বতৰ দক্ষিণ ফালে অবস্থিত দেশ (দাক্ষিণাত্য)। **দক্ষিণাবহ** দক্ষিণ ফালৰ পৰা বলা বতাহ। **দক্ষিণায়ন** সূৰ্য্যৰ দক্ষিণ ফালে গমন (আহাৰৰ দহদিন যোৱাৰ পৰা পুহৰ দহদিনলৈ) the Sun's motion towards the south of the equator, the winter solstice.

**দক্ষিণীয়া** বিণ. দক্ষিণ ফালৰ, দক্ষিণৰ পৰা চলা southern, flowing from the south.

**দা** বি. ডাঙৰ কটাৰী a large knife. সক. ধা. কাট to reap, as corn. বি. **দাওন, দাওনি** ধান কটা মানুহ। স্ত্ৰী. **দাউনী**।

**দাই** বি. অপৰাধ, জগৰ an offence, a crime. ক্ৰি. **দাইধৰ** জগৰ ধৰ, দোষ ধৰ to accuse. **দাইলগা** অপৰাধ কৰ, দোষ লগা to offend.

**দাইল** বি. ফলা মাহ pulse.

**দাউৰ** অক. ধা. লৰ মাৰ to run, জাঁক ফুৰ (গাইত খাটে) to copulate, as a cow.

**দাওঁতা** বি. ধান কাটোঁতা reaper. স্ত্ৰী. **দাঁতী**।

**দাং** সক. ধা. তোল, থিয় কৰ to raise. **দাং খা** দঙা হ, উঠ to be raised. **দাং মাৰ** ওপৰলৈ তোল to raise. **দাং খাই উঠ** খঙত থিয় বা উত্তেজিত হ to be excited. বি. **দাঙন, দাঙোতা**।

**দাঁত** বি. মুখৰ ভিতৰত তলে-ওপৰে ভুশাৰী হৈ থকা সক জোঙা আহাৰ চোবোৱা হাড়; হাতী আদিৰ মুখৰ পৰা ওলোৱা জোঙা দীঘল হাড় a tooth, a tusk. **দাঁত** তিনিবিধ —আগ দাঁত কুকুৰ দাঁত আৰু

গুৰি দাঁত বা জামু দাঁত। **দাঁত আছে** ক্ষমতা আছে, শক্তি আছে। **দাঁত কামোৰ** দাঁত চোবা, খঙত, বা অধিক বল পাবলৈ ওপৰৰ দাঁতৰ দ্বাৰা তলৰ দাঁত বা ওঁঠ চেপি ধৰ to press the lower teeth with the upper ones as in anger or labour. **দাঁত কৰচ** দাঁত চোবা, ওপৰৰ দাঁতেৰে তলৰ দাঁত ঘঁহি শব্দ কৰ to gnash the teeth. **দাঁত কামোৰ খা** কোনো বস্তু চোবাওঁতে অকস্মাৎ দাঁতৰ মাজত ওঁঠত আঘাত পা। **দাঁত ছেলা** হাহোঁতে দাঁত উলিয়া, পৰাস্ত হ, নৈৰাশ হ। **দাঁত টেঙা** টেঙা বস্তুৰে দাঁতৰ সিৰসিৰণি তোল। **দাঁত নিকটা** পৰাস্ত হ, মৰ। **দাঁত-ভঙা** শ্ৰুতি কটুৰ। **দাঁত মঙহি** দাঁতৰ গুৰিৰ মঙহ বা আলু উখহা ৰোগ। **দাঁতশিৰা** দাঁতৰ গুৰিত থকা শিৰত হোৱা বেদনা। **দাঁত লগাহি** দাঁত কপাটি, মূৰ্চ্ছিত হৈ ওপৰৰ দাঁতেৰে তলৰ দাঁত চেপি ধৰ to have lockjaw. **দাঁতন** দাঁত ঘঁহা কোনো গুৰি বস্তু tooth-powder.

**দাঁতনী** দাঁত ঘঁহা লক মাৰি বা গছৰ ঠালি a small twig to clean the teeth with.

**দাঁতৰি** বি. চাং আদিৰ দাঁতি the edge of a platform.

**দাঁতি** বি. আমনি বেজাৰ vexation, trouble, কাণ, কাষ, side, margin.

**দাঁতি কাষ** বি. কোনো দেশৰ দাঁতি বা সীমাৰ ওচৰৰ ঠাই a frontier. —বিণ. **দাঁতি কাষৰীয়া**।

**দাঁতিনী** বি. উজলা দাঁত থকা তিৰোতা a woman with projecting teeth. পুং. **দঁতুৰা**।

**দাঁতি পাৰ** বি. নগৰৰ পৰা বহুত দূৰৈত থকা ঠাই a place far off from the town. বিণ. **দাঁতি পৰীয়া**। ক্ৰি. বিণ. **দাঁতিয়ে** ওচৰেদি, কাষেদি by the side of.

**দাখৰ** বি. খড়্গ, তৰোৱাল sword.

**দাখিল** বি. বিচাৰৰ কাৰণে কোনো আদালত বা বিচাৰকৰ হাতত শোধোৱা বা সমৰ্পণ কৰা submitted or filed before a court or a judge. **দাখিল দপ্তৰ** কাগজ নথিৰ লগত চামিল কৰি ৰখা filed with the record.

**দাগ** বি. চিন a mark, কলঙ্ক a stain, মাটিৰ অংশ বা টুকুৰা a fileds, a plot. **দাগদিয়া** মাটিৰ প্ৰত্যেক দাগৰ নম্বৰ, কালি, গৰাকীৰ নাম আদি লিখি ৰখা বহী filed register.

**দাগী** বি, অনেক বাৰ অপৰাধ কৰি কলঙ্ক বা শাস্তি পোৱা মানুহ a man with previous conviction.

**দাড়ি, দাঢ়ি** বি. 'ডাড়ি' চোৱা।

**দাণ্ডা** বি. ডাঙৰ লাঠি।

**দাণ্ডি** বি. তুলাচনী বা পাল্লাৰ ডাঁৰ a horizontal beam of a measuring balance, দণ্ড, ডাঁৰ a bar, a rod.

**দাতব্য** বিণ. দিবৰ যোগ্য fit to be given, মূল্য নোলোৱাকৈ এনেই দিয়া charitable.

**দাতা** বি. দান কৰোঁতা, দান দিয়া মানুহ a donor, a giver. স্ত্রী. দাত্রী।

**দাতাকর্ণ** বি. মহাদানী কর্ণবীৰ the Karna. মহাদানী মানুহ a very charitable person.

**দাদ** বি. প্রতিশোধ revenge.

**দাদন** বি. আগধন, বায়না payment of advance money, বিতৰণ distribution.

**দাদৰা** বিণ. কঠুৱা, টান tough. বি. হিন্দু সঙ্গীতৰ এটা তালৰ নাম a kind of tuning in Hindu Music.

**দাদবি-খোৱা** বিণ. নেওচা খোৱা, শাও খোৱা cursed, সৰপা lazy. দাদাৰ বি. শাও, নেওচা, গৰিহণা a curse, a malediction.

**দাদা** বি. জ্যেষ্ঠ ভাই, ককাই an elder brother.

**দাদিগ্‌দিগা** বি. বি. এবিধ সৰু গছ a kind of plant.

**দাদু-পন্থী** দাদুৰ দ্বাৰা প্রবর্ত্তিত বৈষ্ণৱ সম্প্রদায় বিশেষ।

**দাদুৰী** বি. বেং, ভেঁকোলা a frog.

**দান** বি. দিয়া কার্য্য, প্রদান, দিয়া বস্তু the act of giving, gift. **দানপত্র** কোনো বস্তু দান কৰি লিখি দিয়া পত্র a deed of gift.

**দান, দানি** আধাৰ (পিকদানি, ফুলদানি।

**দান** বি. বেচিবলৈ অনা বস্তুৰ বাবে দিয়া কৰ, পাৰ হোৱা বেচ, খেলত কড়ি বা পাৰচিৰ ভাল পতন, কোনো ব্যৱসায়ত হোৱা কৃতকার্য্যতা a duty upon goods brought for sale, ferriage, a lucky throw of dice, a good chance. **দানকার্য্য** বেপাৰীৰ পৰা কৰ ল to levy duty from a trader.

**দানবীৰ** অতিশয় দানী।

**দনৱ** বি. দৈত্য, অসুৰ a demon, a titan, **দানৱ-দলনী** বি. মহামায়া, দুর্গা।

**দানশীল** বিণ. দানী, দান কৰা স্বভাবৰ liberal, charitable. **দানসাগৰ** বৰ দানী।

**দানা** বি. ঘাঁহৰ বাজে জন্তুক দিয়া অইন আহাৰ grain etc. given to animals as food, provender, চেনি মিছিৰী আদি গোটমাৰি সৰু সৰু আকাৰ ধৰা গুটি বা খণ্ড a crystal. **দানামণি, দানামালা** ডিঙিত পিন্ধা এবিধ মণিৰ হাৰ a kind of necklace.

**দানি** বি. নদীয় পাৰ হবলৈ একেলগে টকা দি কৰা বন্দবস্ত right secured for crossing a ferry by payment of a lumpsum at a time.

**দানি খা, দানি পৰ** দান পৰ to have lucky casts of dice repeatedly, ব্যৱসায়ত ৰবকৈ লাভ হ to be repeatedly gainer in business.

**দানী** বিণ. দান কৰা, দান কৰা স্বভাৱৰ munificent, দাতা, দান কৰা লোক a liberal man.

**দাপ** সক. ধা. ভাবি দে, ভয় দেখা, শাসন কৰ to reprove, to control. বি. **দাপনি**।

**দাপণ, দাপোণ** বি. আৰ্চী, কাঁহ বা পিতলৰ আৰ্চী mirror.

**দাপ্‌না** বি. জন্তুৰ পিৰা the thigh of beast cut and separated from the body.

**দাপণি** বি. বিয়াত দৰাই হাতত লোৱা এবিধ ঘুৰণীয়া আৰু নাল লগোৱা চকচকীয়া কাঁহৰ পাত্ৰ a bell metal utensil used by a bridegroom during marriage ceremony.

**দাব্‌** অক. ধা. তললৈ বহি যা, ভিৰ খা to sink down.

**দাবচা** বি. এবিধ সৰু বন a kind of grass.

**দাবলিভাব, দামলিভাব** "চাকুলি ভাব" চোৱা।

**দাবা** বিণ. আগফাল দাবি বা বহি যোৱা, আগ ভৰা, আগফালে বেছি বোজাই হোৱা to be overloaded on the fore part.

**দাবী, দাবি,** বি. কোনো ক্ষতি হোৱা বস্তুৰ মূল্য পাবলৈ কৰা গোচৰ বা প্ৰাৰ্থনা a claim.

**দাম** বি. বস্তুৰ মূল্য, বেচ price.

**দাম** 'দম' চোৱা। **দামকল** 'ঘাম কল' চোৱা।

**দামগুম** বি. চেৰেপা, কেতকুৰি a kind of flea or biting insect.

**দামা** বি. এবিধ বাদ্য যন্ত্ৰ, দৰা।

**দামিনী** বি. বিদ্যুত।

**দামুৰি** বি. গৰু পোৱালি a calf.

**দামোদৰ** বি. কৃষ্ণ,বিষ্ণু a name of Krishna, অসমৰ এজন বৈষ্ণৱ ধৰ্ম্ম প্ৰবৰ্ত্তক। বিণ. **দামোদৰী** গীতাৰ প্ৰাচীন টীকাকাৰ দামোদৰে লিখা। **দামোদৰীয়া** দামোদৰ দেৱৰ ধৰ্ম্মত চলা মানুহ a follower of Damodar Dev.

**দাম্পত্য** বিণ. ভাৰ্য্যা আৰু স্বামীৰ সম্পৰ্কীয় conjugal.

**দাম্ভিক** বিণ. অহঙ্কাৰী, গপাল proud. বি. **দাম্ভিকতা**।

**দায়ক** বি. দিওঁতা, যি দান কৰে a giver. স্ত্ৰী. **দায়িকা**।

**দায়ভাগ** বি. পৈতৃক সম্পত্তি ভাগ

কৰা সম্পৰ্কে জীমূতবাহনে কৰা সংস্কৃত পুথি এখনৰ নাম।

**দায়ৰা** বি. ফৌজদাৰী বিচাৰ বা তাৰ বৈঠক sessions court.

**দায়ী** বিণ. হানি বা ক্ষতিৰ বাবে ধন ভৰিব লগা হোৱা liable to make good a loss, যাৰ ওপৰত কোনো কামৰ ভাৰ দিয়া হয়, নাইবা সেই কামৰ ত্ৰুটীৰ বাবে কৈফিয়ৎ দিব লগা হয় responsible, দোষী, অপৰাধী guilty, blamable.

**দাৰ** বি. মাছ আদিৰ চোকা সৰু দাঁতবোৰ the teeth of a fish reptile etc., কৰত বা কাচিৰ দাৰ the teeth of a saw or sickle.

**দাৰণ** বি. ফলা কাৰ্য্য the act of tearing, ধ্বংস কৰোঁতা, নাশ কৰোঁতা a destroyer

**দাৰা** বি. ভাৰ্য্যা a wife.

**দাৰিকা** বি. কন্যা, জীয়ৰী।

**দাৰিদ্ৰ, দাৰিদ্ৰ্য** বি. দৰিদ্ৰতা poverty. **দাৰিদ্ৰ্যক্লিষ্ট** অভাৱ, অনাটনৰ দ্বাৰা ব্যথিত।

**দাৰু** বি. দৰৱ medicine, ফটিকা, মদ liquor. **দাৰু কৰ** আহুদিকৰ to work charm.

**দাৰু** বি. কাঠ a piece of wood.

**দাৰুক** বি. কৃষ্ণৰ সাৰথিৰ নাম।

**দাৰুণ** বিণ. প্ৰবল, ভয়ানক severe, awful, দয়াহীন cruel.

**দাৰু ব্ৰহ্ম** বি. পুৰুষোত্তম, শ্ৰীক্ষেত্ৰত থকা জগন্নাথদেৱৰ নাম, কাঠৰ মূৰ্ত্তিত বিৰাজিত ব্ৰহ্ম, wooden image of God.

**দাৰোগা** বি. পুলিচ চাব ইন্সপেক্টৰ police Sub-Inspector.

**দাৰ্শনিক** বি. দৰ্শনশাস্ত্ৰৰ পণ্ডিত a philosopher.

**দালমুট** বি. ভজা বুট বা দাইল।

**দালান** বি. পকীঘৰ a brick-building.

**দালাল** বি. কমিচন লৈ বস্তু কিনি বা বেচি দিওঁতা broker. **দালালি** দালালৰ ব্যৱসায় বা কাৰ্য্য the profession of a broker, দালালৰ প্ৰাপ্তি brokerage.

**দাৱক** বি. জলৈ নিওঁতা, সৰু কৰোঁতা killer, destroyer.

**দাৱাগ্নি, দাৱানল** বি. হাবিৰ জুই, বনাগ্নি a forest fire.

**দাশৰথি** বি. দশৰথৰ পুতেক, ৰাম a son of Dasharatha, Ram.

**দাশৰাজ** বি. ব্যাসদেৱৰ মাতৃ সত্যৱতীৰ তোলনীয়া পিতৃ।

**দাস** বি. বন্দী, ভৃত্য a servant, কোনো শূদ্ৰৰ জাতিৰ উপাধি a title of a Sudra caste. স্ত্ৰী. **দাসী**।

**দাস মনোভাৱ** দাসৰ নিচিনাকৈ অন্ধভাৱে নিজক আনৰ বশৱৰ্ত্তী আৰু তেওঁতকৈ নিকৃষ্ট বুলি ভৱা slave mentality.

**দাসত্ব** বি. অধীনতা, দাসৰ অৱস্থা বা কাম dependence, slavery.

**দাসী-সুত** বি. দাসীৰ পুত্র নাৰদ মুনি the sage Nrada. বিচিত্রবীর্য্য ৰজাৰ এজনী দাসী পত্নীৰ গৰ্ভত ব্যাসদেৱৰ ঔৰসত বিদুৰৰ জন্ম হয়; saint Vidura.

**দাস্য** বি. দাসৰ অৱস্থা বা কাম slavery, servitude, ঈশ্বৰৰ লগত প্রভু আৰু ভৃত্যৰ সম্বন্ধ লগাই কৰা ভক্তি, নববিধ ভক্তিৰ এটা the act of worshipping God by one as his servant. বিণ. দাসৰ, দাস সম্বন্ধীয় servile.

**দাহ** বি. পোৰা কাৰ্য্য the act of burning. তাপ, পোৰণি, জ্বালা শোক heat, a burning sensation, grief. **দাহক** বিণ. যি পোৰে that which burns. স্ত্রী. বি. **দাহিকা** দাহন।

**দাহন, দাহোন** বি. পৈতৃক ধন সম্পত্তি, সাহন ancestral property.

**দাহ্য** বিণ. দহনীয়, যাক পুৰিব পাৰি combustible.

**দাক্ষায়িণী, দাক্ষায়ণী** বি. দক্ষৰ জীয়েক সতী, পাৰ্ব্বতী a name of Shiva's wife.

**দাক্ষিণ্য** দয়া, আনুকূল্য, উদাৰতা, সৌজন্য, সৰলতা।

**দাক্ষিণাত্য** বি, ভাৰতবৰ্ষৰ দক্ষিণ-ফাল the Deccan.

**দি** সক. ধা. দান কৰ, সমৰ্পণ কৰ to give. বি. **দিওঁতা**। স্ত্রী. **দিয়ঁতী**।

**দি** অব্যয়. দ্বাৰা, উপায়ে by, by the help of.

**দিক্** বি. উত্তৰ দক্ষিণ আদি দশ দিক।

**দিক্পতি, দিক্পাল** বি. দশদিকৰ অধিষ্ঠাত্রী বিভিন্ন দেৱতা।

**দিগ্** বি. আমনি, বিৰক্তি vexation, trouble.

**দিগ্দাবি** বি. আমনি, বিৰক্তি।

**দিগন্ত** বি. আকাশখন পৃথিৱী ৰ লগত চাৰিওফালে লগলগা যেন দেখা ঠাই, দিগ্বলয় horizon, বহুদূৰ a great distance.

**দিগ্গজ** বি. পৃথিবীৰ আঠোটা চুকৰ একোটাত থকা কাল্পনিক ডাঙৰ হাতী।

**দিগ্বলয়** বি. দিগন্ত the horizon.

**দিগ্ভ্রম** দিশ নিৰ্ণয়ত হোৱা ভুল।

**দিগ্দৰ্শন, দিগ্দৰ্শন যন্ত্র** বি. পৃথিবীৰ দিশ চিনোৱা যন্ত্র, কম্পাচ a compass.

**দিগ্দিগন্ত** বি. দেশ-বিদেশ one's native and foreign countries.

**দিগম্বৰ** বি. দশোদিশেই যাৰ কাপোৰ, উলঙ্গ wholly naked, শিৱৰ এটা নাম। স্ত্রী. **দিগম্বৰী**।

**দিগ্বাস** 'দিগম্বৰ' চোৱা।

**দিগ্বিজয়** বি. ৰণত বা শাস্ত্রৰ তৰ্কত বহু দেশৰ বীৰ আৰু পণ্ডিতৰ ওপৰত লভা জয় universal conquest.

either fighting or display of scholarship. বিণ. দিগ্বিজয়ী।

**দিগ্বিদিক** বি. আঠ দিশ eight points of the compass, ধৰিব-লগীয়া দিশ নে আন দিশ the right direction or other side.

**দিগঙ্গনা, দিগ্‌বধূ** বি. অষ্ট দিশৰ অধিবাসিনী দিব্যাঙ্গনা।

**দিঠক** বি. চেতন অৱস্থা, সাৰে থকা বা সপোন নেদেখা অৱস্থা the state of awaking as opposed to a dream.

**দিতি** বি. কাশ্যপৰ ভাৰ্য্যা, অসুৰ বিলাকৰ মাক the mother of the demons.

**দিদৃক্ষু** দেখিবলৈ ইচ্ছা কৰা।

**দিন** বি. পুৱাৰ পৰা গধূলিলৈকে সময় a day from sunrise to sunset, এবাৰ বেলি ওলোৱাৰ পৰা আৰু বেলি ওলোৱালৈকে সময় a day from one sunrise to another, সময় কাল, time. **দিন উঠ** ভোগৰ দিন অন্ত হ, দিন উকল। **দিন কণা** দিনতে নেদেখা। **দিনক দিনে** ক্রি. বিণ. দিনে দিনে। **দিন কৰ** ক্রি. দিন ধাৰ্য্য কৰ to fix a date. **দিন ল** সময় ল to take time. **দিনতে আন্ধাৰ দেখ** বৰ শোকত পৰ, বৰ দুঃখত পৰ। **দিনৰ দিনটো** ওৰে দিনটো, গোটেই দিন the whole day. **দিন দুপৰতে** ক্রি. বিণ. দিন হৈ থাকোতেই in broad daylight. **দিন দিয়া** সময় দিয়া। **দিন বাৰ চা** কোনো কাৰ্য্যৰ নিমিত্তে শুভা-শুভ কাল গণি চা।

**দিনভৰ** বি. দীঘলীয়া দিনটো, গোটেই দিনটো, the whole day.

**দিনমান** বি. গোটেই দিনটো, the whole day.

**দিনকৰ, দিননাথ, দিনবন্ধু, দিন-মণি** বি. সূৰ্য্য the sun.

**দিনা, দিনাখন** বি. দিন, সময় day time.

**দিনান্ত** বি. গধূলি, evening.

**দিনীয়া** বিণ. দিন বা কাল সম্পৰ্কীয় equal to a day, pertaining to a certain day or time.

**দিনে** ক্রি. বিণ. এদিনত, প্ৰত্যেক দিনত per diem, or each day. **দিনেও, দিনৌ** নিতৌ, দিনে পতি সদায় daily, always. **দিনে দিনে দিনেপতি** প্ৰতি দিনে daily, ক্ৰমে ক্ৰমে gradually. **দিনে ৰাতিয়ে** দিন আৰু ৰাতি দুয়ো সময়তে, সদায় নেৰানেপেৰাকৈ day and night, always, continuously.

**দিনেশ** বি. সূৰ্য্য, the sun.

**দিব্‌** বি. স্বৰ্গ heaven.

**দিব্‌চকু** বি. দেখা শক্তি বঢ়াবলৈ চকুত লগোৱা কাচৰ চচ্‌মা a spectacle, an eyeglass.

**দিয়ক** অব্য. পশ্চিম অসমত সম্ভ্ৰমাৰ্থত

ব্যৱহাৰ হয়, used to show respect or regard যেনে :— "আপুনি যাব দিয়ক।"

**দিয়ন** বি: দিয়া কাৰ্য্য, দান কৰণ the act of giving.

**দিয়াচলাই** বি. দীপ কাঠী a match

**দিয়েক** বি. দুই কি এক, কিছু (অনিশ্চিত সংখ্যাৰ বিশেষ্যৰ পাছত থাকে) one or two, a few.

**দিল** বি. মন, হৃদয়।

**দিল্ খোচ** প্ৰফুল্ল চিত্ত, যিয়ে মন প্ৰফুল্ল কৰে।

**দিল দৰিয়া** যাৰ মন, সাগৰৰ দৰে উদাৰ, বদান্য, মুক্ত প্ৰাণ।

**দিলদাৰ** হৃদয়বান, মহানুভৱ।

**দিলীপ** বি. এজন সূৰ্য্য বংশৰ ৰজা, ৰামচন্দ্ৰৰ এজন পূৰ্ব্বপুৰুষ a king of solar race.

**দিল্লী** ভাৰতৰ ৰাজধানী।

**দিল্লীশ্বৰ** দিল্লীৰ বাদ্চাহ।

**দিবস** বি. দিন, এদিন এৰাতি a day. **দিবাকৰ** বি. সূৰ্য্য the sun. **দিবা ৰাত্ৰি** দিনে ৰাতিয়ে day and night.

**দিবালোক** দিনৰ পোহৰ।

**দিবাস্বপ্ন** আকাশ কুসুম ৰচনা।

**দিব্য** বিণ. স্বৰ্গীয়, সুন্দৰ divine, beautiful, **দিব্যচক্ষু** চকুৰে নেদেখা বিষয় দেখিবৰ বা জানিবৰ শক্তি, অন্তৰেন্দ্ৰিয় internal vision, **দিব্যজ্ঞান** ঈশ্বৰ বা পৰমাৰ্থ বিষয়ক জ্ঞান, অলৌকিক জ্ঞান divine or spiritual knowledge.

**দিশ** বি. পূব, পশ্চিম আদি a point of the compass, direction. **দিশ-বিদিশ** আধোদিশ, সমস্ত দিশ all the points of the compass.

**দিশা** বি. শৰীৰৰ অসুখ জন্মাবলৈ কৰা কুমন্ত্ৰ an incantation supposed to cause physical pain.

**দিশা-দিশি** দিহাদিহি। **দিশে** ক্ৰি. বিণ. পোনে, ফালে in a certain direction.

**দিস্তা** বি. ২৪ তাও কাকত a quire as of paper.

**দিহ** বি. কোনো কাৰ্য্য কৰিবৰ সুচল, খাবৰ উপায়, আঞ্জা means, a curry.

**দিহা** বি. কোনো কাৰ্য্য সাধিবৰ উপায়, পৰামৰ্শ, শিকনি, কোনো কাম কৰিবৰ বুজ বা জ্ঞান means, guidance, direction. skill, প্ৰতিবিধান act of remedying an evil.

**দিহা** বি. নাম বা গীতৰ ঘোষা the burden of a song. **দিহা নাম** যেই সেই ঘোষাৰে যেই সেই পদৰ লগত কিছু অধিক সময় লৈকে গোৱা নাম।

**দিহাদিহি** ক্ৰি. বিণ. নানা ঠাইলৈ in different directions of

places. **দিহা-পোহা** বি. পৰামৰ্শ। **দিহিং সত্ৰ** বি. এখন সত্ৰৰ নাম।

**দিহিঙে দিপাঙে** ক্ৰি. বিণ. অনিশ্চিত নানা দূৰ ঠাইলৈ to various uncertain distant places.

**দীকছো** বিণ. বহুদূৰ ব্যাপী, বৰ দীঘল extending to a great distance, very long.

**দীগজোৰা** বি. এবিধ কল a variety of plantains.

**দীগ দীগ দে** থিয় হয় to stand.

**দীগ, দীঘ** বি. কোনো বস্তুৰ দীঘল বা বহু দূৰলৈ যোৱা ফাল, পথালিৰ বিপৰীত ফাল length, কাপোৰৰ বাণিৰ বিপৰীত ফাল the warp of a cloth.

**দীঘল** বিণ. দীৰ্ঘ, বহুদূৰলৈ যোৱা long, ওখ high. **দীঘলে** ক্ৰি. বিণ. দীঘে in length. **দীঘল চানেকীয়া** দীঘল দেখা, দীঘল সজীয়া long looking, long shaped. **দীঘল দি পৰ** দণ্ডৱত কৰ to fall prostrate. **দীঘলীবাট** বি. ঘৰৰ কোঠালিৰ মাজত থকা দীঘল ঠেক বাট a long and narrow path leading to different rooms, a corridor.

**দাঘলীয়া** বিণ, দীঘল আকৃতিৰ, পথালিতকৈ দীঘে অধিক থকা longer than broad, oblong.

**দীঘা** বি. দীঘলৰ পৰিমাণ, দীৰ্ঘতা length.

**দীঘে দীঘে** ক্ৰি. বিণ. দীঘলে in length.

**দীঘি** বি. ডাঙৰ দীঘল পুখুৰী, বিল a large tank, a small lake.

**দীঘলতি** বি. বহাগৰ বিহুৰ দিনা গৰুক কোবোৱা দীঘলীয়া পাতেৰে এবিধ লতা শ্ৰেণীৰ গছ a plant.

**দীন** বিণ. দৰিদ্ৰ, দুখীয়া poor. বি. **দীনতা**, **দীননাথ** বি. দৰিদ্ৰক পালোঁতা, ভগবান।

**দীন ইলাহি** বি. সম্ৰাট আকবৰে প্ৰবৰ্ত্তন কৰা এটা ধৰ্ম্ম।

**দীপ** বি. জলোৱা চাকি প্ৰদীপ, বাতি a lamp. **দীপক**—উত্তেজক exciting, সঙ্গীতৰ এটি ৰাগ। **দীপ কাঠী** জুইশলা, জুইবাহৰ কাঠী a match. **দীপঙ্কৰ শ্ৰীজ্ঞান** বি. এজন মহাজ্ঞানী, সিদ্ধ, বৌদ্ধ। **দীপ-চকু** দিব চকু। **দীপ-জিপ** উজ্জ্বল, বৰ সুন্দৰ bright, shining. **দীপশলা** দীপকাঠী।

**দীপাধাৰ** বি. গছা, চাকি থোৱা সঁজুলি a candle stick, a candle stand.

**দীপান্বিতা** বি. আহিন বা কাতিৰ অমাবস্যাত ঘৰ-দুৱাৰত বহুত চাকি লগোৱা উৎসৱ the festival of illuminating house in the

month of Ahin or Kati.
**দীপান্বিতা** বি. দীপান্বিতা।
**দীপিকা-ছন্দ** বি. শঙ্কৰী যুগৰ আগৰ এখন প্ৰাচীন অসমীয়া পুথি, ইয়াৰ লিখক পুৰুষোত্তম গজপতি। গ্ৰন্থৰ টীকা বা ব্যাখ্যা।
**দীপিতি** বি. দীপ্তি। **দীপ্ত** বিণ. জিলিকি থকা shining. **দীপ্তাগ্নি** বি. অতি শীঘ্ৰে আহাৰ জীৰ্ণ কৰিব পৰা of good digestion, জলাজুই a blazing fire.
**দীপ্তি** বি. প্ৰকাশ, জ্যোতি light, lustre. **দীপ্তিকৰ** বিণ. জলি থকা, উজ্জ্বল shining. **দীপ্তিমন্ত, দীপ্তিমান** বিণ. পোহৰ থকা, প্ৰকাশযুক্ত shining, bright.
**দীপ্যমান** বিণ. দীপ্তিশীল, উজ্জ্বল।
**দীয়মান** যি দিয়া হৈছে।
**দীৰ্ঘ** বিণ. দীঘল long. বি. দীঘ, দীঘলৰ জোখ length. **দীৰ্ঘগ্ৰীৱ** বি. উট, জিৰাফ। **দীৰ্ঘ চৌপদী** বি. চাৰিটা আঠ মাত্ৰাৰ পৰ্ব্বত গঠিত ছন্দ। **দীৰ্ঘজীৱী** বিণ. বহুদিন জীয়াই থকা living long. বি. **দীৰ্ঘতা** দীঘ length. **দীৰ্ঘ ত্ৰিপদী** বি. ছন্দ বিশেষ, তিনিটা মাত্ৰাৰ পৰ্ব্বত গঠিত ছন্দ। **দীৰ্ঘদৰ্শী** বিণ. দূৰদৰ্শী, জ্ঞানী long sighted, prudent. বি. **দীৰ্ঘদৰ্শিতা**। **দীৰ্ঘ দৃষ্টি** বি. বহু দূৰলৈ দেখা শক্তি far-sightedness, long sight. **দীৰ্ঘনিশ্বাস** বি. হুমুনিয়াহ। **দীৰ্ঘবাৰ** বি. দীঘলীয়া আক ডাঙৰ আটাহ। **দীৰ্ঘসূত্ৰী** বিণ. কৰিম কৰিম বুলি কাল নিওৱা procrastinating. বি. দীৰ্ঘসূত্ৰতা। **দীৰ্ঘায়ুস** বিণ. দীৰ্ঘজীৱী। **দীৰ্ঘাবয়ৱ** বিণ. দীৰ্ঘ পৰিসৰ যুক্ত। **দীৰ্ঘায়তন** বি. দীঘলীয়া আয়তন বিশিষ্ট।
**দীক্ষা** বি. মন্ত্ৰোপদেশ, ব্ৰতসাধনত নিয়োগ initiation into the mode of worshipping a deity. কৃৎ. বিণ. **দীক্ষিত** দীক্ষা লোৱা। **দীক্ষাগুৰু** বি. মন্ত্ৰদাতা। **দীক্ষণীয়** বিণ. দীক্ষাৰ যোগ্য।
**দু-আনি** বি. দুই অনা মূল্যৰ মুদ্ৰা a two anna piece.
**দু-আৰৰীয়া** বিণ. দুতলীয়া।
**দুই** বি. একৰ দুগুণ two. **দুই এক** দুটা এটা a few. **দুইভাল বজা** দুতলীয়া কথা ক।
**দুই নাওত দুই ভৰি** অস্থিৰ বা বিবুদ্ধি হোৱা অৱস্থা a puzzle, a dilemma.
**দুই পৰীয়া** বিণ. নৈৰ দুই পাৰত থকা existing on both sides of a river.
**দুই মনা** বিণ. কোনটো কৰোঁ কোনটো নকৰোঁ ঠিক কৰিব নোৱৰা undecided.
**দুঃখ** বি. কষ্ট, পীড়া, বেজাৰ distress, pain, sorrow. **দুঃখকৰ** বিণ. কষ্টকৰ, পীড়াদায়ক। **দুঃখ-**

জীৱী বিণ. দুখেৰে জীয়াই থকা living in distress or poverty, দুখ বা পৰিশ্ৰম কৰি জীৱিকা উলিওৱা living by manual work. দুঃখময় বিণ. দুখেৰে ভৰা full of distress or grief. দুঃখদায়ক বিণ. দুখ জন্মোৱা। দুঃখার্ত্ত, দুঃখিত বিণ. কষ্ট পোৱা, বেজাৰ পোৱা afflicted, pained, grieved. স্ত্রী. দুঃখার্ত্তা, দুঃখিতা। দুঃখী বিণ. বেজাৰ পোৱা afflicted. স্ত্রী. দুঃখিনী।

দুঃশাসন বি. দুৰ্য্যোধনৰ এজন ভায়েকৰ নাম।

দুঃশীল বিণ. বেয়া স্বভাৱৰ, দুষ্ট ill-behaved, wicked. স্ত্রী. দুঃশীলা।

দুঃসময় বি. দুৰ্দ্দিন, দুখৰ দিন evil days.

দুঃসহ বিণ. সহিব নোৱৰা intolerable.

দুঃসাধ্য বিণ. কৰিবলৈ টান, কষ্ট-সাধ্য very difficult to accomplish, আৰোগ্য কৰা টান difficult to cure. দুঃসাহস বি. অনুচিত সাহস temerity. বিণ. দুঃসাহসিক।

দুঃস্থ, দুস্থ বিণ. দুৰ্দ্দশাপন্ন distressed.

দুকুৰি কুৰিৰ দুগুণ, চল্লিচ, forty,

দুখ বি. কষ্ট, বেজাৰ, পৰিশ্ৰম trouble. distress, pain, labour. বিণ, দুখকাৰী পৰিশ্ৰমী labouring. স্ত্রী. দুখকাৰিণী। সক. ধা. দুখ কৰ পৰিশ্ৰম কৰ to labour, বেজাৰ কৰ to regret. অক. ধা. দুখ পা কষ্ট পা, আঘাত বা বেদনা পা to be in distress, to be hurt.

দুখনীয়া বিণ. ধনহীন, দৰিদ্ৰ poor, indigent, বি. দৰিদ্ৰ মানুহ a poor man. স্ত্রী. দুখিনী, দুখুনী।

দুখে ক্রি. বিণ. দুখত, দুখেৰে in distress.

দুখীয়া বিণ. দুখ-যুক্ত, দৰিদ্ৰ, ধন-সম্পত্তি হীন, poor.

দুগুটি বি. দুটি two.

দুগ্‌দুগী ডিঙিৰ পৰা বুকুলৈ ওলমাই পিন্ধা এবিধ অলঙ্কাৰ a pendent, an ornament worn on the neck.

দুগ্ধ বি. এৰা গাখীৰ milk.

দুগ্ধ ধৱল গাখীৰৰ নিচিনা বগা।

দুগ্ধ-পোষ্য বিণ. পিয়াহ খোৱা, কেঁচুৱা nursed by mother's milk. দুগ্ধফেননিভ গাখীৰৰ ফেনৰ নিচিনা বগা আৰু কোমল।

দুগ্ধৱতী পয়স্বিনী, গাইগৰু।

দুঘড়ি বি. দ্বিপ্ৰহৰ।

দুজপীয়া বিণ. দুই তৰপ বা জাপথকা consisting of two layers or folds.

**দুজা** বি. দ্বিতীয় জন বা বস্তু second in importance.

**দুটামান** বি. দুটা বা তাতকৈ অধিক, অলপমান a few. বিণ. অলপমান।

**দুটীয়া** বিণ. দুটা থকা, যোৰ পাতি থকা consisting of two, existing in pair.

**দুডলীয়া** বিণ. দুডাল গুণ থকা having two stands as a rope, দুডাল যোৰ প্ৰাতি থাকি consisting of two long solid things.

**দুণবি, দুণি** বি. কোনো পূজা নাইবা বিয়া সবাহত চাউল তামোল পাণ আদি ভৰাই দিয়া সৰু দোণ বা খৰাহি।

**দুণীয়া** বিণ. এদোণ বা দহ কঠা ধৰা holding one don or about 5 seers.

**দুতয়** বি. দ্বিতীয় second, দুটা, উভয় two.

**দুতৰ** বি. বৰ বিপদ, বৰ কষ্ট severe calamity, great misfortune.

**দুতৰপীয়া** বিণ. দুতৰপ থকা double, of two folds.

**দুতলীয়া** বিণ. এজনক এক কথা আন এজনক তাৰ বিপৰীত কথা কোৱা, এক সময়ত এক আন সময়ত আন কথা কোৱা double-tongued, deceitful.

**দুদ, দুদু** বি. স্তন, পিয়াহ a female breast. **দুদমোৰ** বি. মাকৰ গাখীৰৰ দোষত কেঁচুৱা ল'ৰা ছোৱালীৰ ভেদ আৰু বাঁতি হোৱা ৰোগ infantile diarrhoea.

**দুধ** বি. এৰাঁ গাখীৰ milk.

**দুধদানী** বি. সন্তানক গাখীৰ খুওৱা পাত্ৰ।

**দুধৰীয়া** বিণ. দুইও দাঁতিত ধাৰ থকা double-edged.

**দুনা** বি. দুই গুণ double. ক্ৰি. বিণ. **দুনাই** আকৌ, পুনবাৰ again.

**দুনিয়া** বি. জগত, সংসাৰ the world.

**দুৰ্নিৰীক্ষ্য** যাক নিৰিক্ষণ কৰা টান।

**দুন্দুভি** বি. এবিধ ডাঙৰ নাগেৰা a kettle-drum, বালী বজাই বধ কৰা এজন অসুৰ a name of a demon.

**দুপতীয়া** বিণ, দুটা পাত ধৰা having only two leaves grown, দুটা পাত থকা two leaved.

**দুপ্ দুপ্** বি. মাটিত গধুৰ বস্তু ঘনে ঘনে পৰাত বা দৌৰি যাওঁতে ভৰিৰ পৰা হোৱাৰ নিচিনা শব্দ। বি. **দুপদুপনি**। বিণ. **দুপদুপীয়া**। ক্ৰি. বিণ. **দুপদুপ কৰে**। অক. ধা. **দুপদুপা** দুপ্ দুপ্ শব্দ কৰ, উদ্ধত হ, দুষ্টালি কৰ।

**দুপৰ** বি. দিন বা ৰাতিৰ আধা, মাজ দিন বা মাজ নিশা midday, midnight. **দুপৰীয়া** বি. দুপৰ বেলা midday. **দুপৰীয়া টেঙা**

বি. পাতৰ পৰা পুলি হোৱা এবিধ গছ a kind of acid plant.

**দুপিয়া** অক. ধা. দোপ দি, দোপ মাৰ, ভৰিৰে হেচামাৰ to press down with the feet, সম্মতি বুজাবলৈ বা টোপনিৰ ভৰত তললৈ দোপ মাৰ ( মুৰত খাটে ) to nod.

**দুফলীয়া** বিণ. দুফাল হোৱা, দুই খণ্ড হোৱা, দুই পক্ষত থকা divided into two parts, belonging or partaining to two parts or parties.

**দুব্‌লা** বিণ. দুৰ্ব্বল weak.

**দুভঁজুৰা** বি. দু জাতৰ মিহলি, দুভচীয়া of mixed origin.

**দুভচীয়া** বিণ. আন ভাষা কোৱা, দুটা ভাষা জনা speaking a foreign language, knownig two languages, of mixed origin. বি. **দোভাচী**।

**দুমদুম্** বি. 'দুপ্‌দুপ্' চোৱা, অক. ধা. **দুমদুমা** দুপ্‌দুপা। বি. **দুমদুমনি** দুপদুপনি। বিণ. **দুমদুমীয়া** দুপ্‌দুপীয়া। ক্রি. বিণ. **দুমদুম কৰে** দুপদুপ কৰে।

**দুমুৰি** বি. দুই ডোখৰ ফটা কাপোৰৰ দুটা মূৰ লগ লগাই দিয়া চৰীয়া সিয়নি a coarse seam joining two pieces of old cloth. **দুমুৰি মাৰ**।

**দুয়ো, দুইও** উভয়, এটা আৰু আনটোও both.

**দুৰ** কঠিন, মন্দ, নীচ, নথকা আদি অৰ্থ বুজোৱা উপসৰ্গ a prefix signifying vile, bad, negative etc.

**দুৰচী** বিণ. দুবছৰৰ অন্তৰে পোৱালী দিয়া গাই a cow giving birth to a calf at the interval of two years.

**দুৰদৃষ্ট** বি. দুৰ্ভাগ্য, দুৰ্ভাগ্য misfortune, ill luck.

**দুৰধিগম** যাক কষ্ট কৰিহে পোৱা যায়।

**দুৰন্ত** বিণ. দুৰ্দ্দান্ত, দুষ্ট wicked, ভয়ানক, অপকাৰী injurious, violent, অনন্ত illimitable.

**দুৰবীণ, দূৰবীণ** দূৰবীক্ষণ যন্ত্ৰ, telescope.

**দুৰৱস্থা** বি. বেয়া অৱস্থা, মন্দ কথা, দুখ adversity, poverty.

**দুৰভিসন্ধি** বি. বেয়া মতলব।
**দুৰধিগম** বিণ. যাক কষ্টেৰেহে পোৱা যায়, দুৰ্গম।

**দুৰা, দুৰা কাছ** বি. গাৰ দাঁতিত চলং নথকা আৰু দীঘলীয়া কণি পৰা এবিধ সৰু কাছ a kind of small tortoise.

**দুৰাকাঙ্ক্ষা** বি. নিন্দনীয় ইচ্ছা unworthy desire, দুৰ্লভ বস্তুলৈ কৰা আশা desire for a thing difficult to be obtained.

**দুৰাগ্ৰহ** বি. 'দুৰাকাঙ্ক্ষা' চোৱা। বৰ ব্যগ্ৰ very eager.

**দুৰাচাৰ** বিণ. কুকৰ্ম্মত ৰত, পাপী, বেয়া স্বভাৱযুক্ত vicious, following evil practices. বি. কুকৰ্ম্মত প্ৰবৰ্ত্তা মানুহ, পাপী মানুহ one who follows evil prac tices, বেয়া আচৰণ evil practices. বিণ. **দুৰাচাৰী**।

**দুৰাত্মা** বিণ. দুষ্ট, অপকাৰী wicked, oppressive. বি. দুৰ্জ্জন. দুষ্ট বা অপকাৰী মানুহ a wicked or oppressive man.

**দুৰাপিঠীয়া** বিণ. দুৱাৰ পিঠিৰ দৰে মাজ ওখ দুয়ো দাঁতিলৈ ক্ৰমে চাপৰ gradually sloping on either side.

**দুৰাৰোগ্য** যি আৰোগ্য নহয়।

**দুৰাৰোহ** য'ত আৰোহণ কৰিব নোৱাৰি।

**দুৰাশয়** বি. বেয়া ইচ্ছা, অসৎ উদ্দেশ্য bad design. বিণ. মন্দ অভিপ্ৰায় থকা, কুমতিযুক্ত having bad design.

**দুৰাশা** বি. 'দুৰাকাঙ্ক্ষা' চোৱাঁ। বিণ. **দুৰাৰোহ** য'ত আৰোহণ কৰিব নোৱাৰি, দুৰ্গম।

**দুৰুণী** বি. নাৱৰ আকৃতিৰ কাঠৰ পানী থোৱা পাত্ৰ a boat-shaped wooden water vessel, সোণোৱালে সোণ-ধোৱা কঠুৱা a gold-washer's trough.

**দুৰুলিয়া** সক. ধা. দুভাঁজ কৰি জাপ to fold in two layers, as a cloth.

**দুৰূহ** বিণ. কঠিন অৰ্থযুক্ত having difficult meaning, দুঃসাধ্য difficult to accomplish.

**দুৰ্কপাল** বি. বেয়া কপাল bad luck.—বিণ. **দুৰ্কপলীয়া** দুৰ্ভগীয়া অভাগিনী unfortunate. **দুৰ্কপালী**, **দুৰ্কপালিনী** অভাগিনী unfortunate.

**দুৰ্গ** বি. গড়, কিল্লা, চাৰিওফালে খাৱৈ খান্দি তাৰ ভিতৰে ইটা মাটি আদিৰে বেৰা ঠাই a fort.

**দুৰ্গতি** বি. দুৰৱস্থা, কষ্ট, দুখ adversity, poverty, distress. —বিণ. **দুৰ্গত**।

**দুৰ্গন্ধ** বি. বেয়া গন্ধ, bad-smell. বিণ. বেয়া গন্ধযুক্ত bad smelling. **দুৰ্গন্ধি**, **দুৰ্গন্ধী** বিণ. বেয়া গোন্ধোৱা bad-smelling.

**দুৰ্গম** বি. যাবলৈ বা সোমাবলৈ কষ্ট কৰ, প্ৰবেশ কৰিবলৈ টান impassable, impenetrable.

**দুৰ্গা** বি. পাৰ্ব্বতীৰ এটা নাম, দশভূজা Durga. **দুৰ্গোৎসৱ** দুৰ্গাপূজা।

**দুৰ্গাৱতী** বি. এজনী ভাৰতীয় বীৰাঙ্গনা।

**দুৰ্গাবৰ** বি. কোচৰজা বিশ্বসিংহৰ পৃষ্ঠপোষকতা লাভ কৰা এজন অসমীয়া কবি।

**দুৰ্গাবৰী** বি. দুৰ্গাবৰে লিখা বেহুলা লখিন্দাৰ আৰু ৰামায়ণৰ গীত।

**দুৰ্গুণ** বি. অনিষ্টকাৰী বা বেয়া গুণ, শৰীৰৰ অনিষ্ট bad property, injury to health. বিণ. দুৰ্গুণীয়া।

**দুৰ্ঘট** বিণ. সহজে নঘটা not accomplished easily.

**দুৰ্ঘটনা** বি. আকস্মিক বিপদ a mishap, a sudden misfortune

**দুৰ্ঘোৰ** বি. বৰ ভয়ানক, প্ৰবল dreadful, violent.

**দুৰ্জন** বি. বেয়া মানুহ, দুষ্ট লোক a wicked man. **দুৰ্জনালি** বি. দুষ্টালি, দুষ্টৰ স্বভাৱ wickedness, wicked act.

**দুৰ্জয়** বিণ. যাক জয় কৰা টান, বৰ বলৱন্ত, পৰাক্ৰমী invincible, indomitable, বৰ ডাঙৰ, প্ৰকাণ্ড gigantic.

**দুৰ্জ্ঞেয়** বিণ. জানিবলৈ বা বুজিবলৈ টান, দুৰ্ব্বোধ that which is difficult to understand.

**দুৰ্দ্দমনীয়, দুৰ্দ্দম্য** বিণ. যাক দমন কৰা দুঃসাধ্য, দুৰন্ত indomitable.

**দুৰ্দ্দশা** বি. দুঃখজনক অৱস্থা, দুৰৱস্থা, দুৰ্গতি misfortune, adversity.

**দুৰ্দ্দান্ত** বি. দুৰন্ত, দমাব নোৱৰা, উদ্ধত wicked, indomitable, unmanagable.

**দুৰ্দ্দিন** বি. বেয়া দিন, বিপৎকাল, দুখৰ দিন, ডাৱৰীয়া বতৰ adversity, a cloudy day.

**দুৰ্দ্দৈৱ** বি. দুৰ্দ্দশা, দুৰ্ভাগ্য, ill-luck, misfortune.

**দুৰ্দ্ধৰ্ষ** বিণ. মহা পৰাক্ৰমী, ভয়ানক, যাক পৰাজয় কৰা টান very powerful, dreadful, inviolable.

**দুৰ্নাম** বি, দুৰ্যশ, অখ্যাতি infamy,

**দুৰ্নিবাৰ** বিণ. যাক ৰোধ কৰা দুঃসাধ্য।

**দুৰ্নিমিত্ত** অশুভ লক্ষণ।

**দুৰ্নীত** বি. দুৰ্নীতিপৰায়ণ, দুঃশীল।

**দুৰ্নীতি** বি. অসৎ আচৰণ, কুনীতি bad practice, ill-behaviour.

**দুৰ্নীতি গ্ৰস্ত** কুনীতিয়ে গ্ৰাস কৰা।

**দুৰ্ব্বচন** বি. দুৰ্ব্বাক্য, গালি abusive language.

**দুৰ্ব্বল** বিণ. নিৰ্ব্বলী, অসমৰ্থ, বলহীন without strength, weak. স্ত্ৰী. দুৰ্ব্বলা। বি. দুৰ্ব্বলতা।

**দুৰ্ব্বহ** বিণ. যাক বহন কৰা বা সহ্য কৰা দুঃসাধ্য।

**দুৰ্ব্বাক্য** বি. গালি, তিৰস্কাৰ abusive language.

**দুৰ্ব্বাদল** বিণ. ডাঙৰ, প্ৰবল 'দুৰ্ব্বাদল বৰষুণ' heavy, ভয়ময়া, বৰ হাই হোৱা, 'দুৰ্ব্বাদল দন্দ' great noisy.

**দুর্ব্বাৰ** বিণ. দুৰ্নিবাৰ, দুৰ্দ্দমনীয়, অদম্য irresistible.

**দুর্ব্বাসনা** বি. দুর্ভাগ্য misfortune, বেয়া ইচ্ছা evil propensity.

**দুর্ব্বাসা** বি. এজন বৰ খঙাল মুনি a sage.

**দুর্ব্বিনীত** বি. অশিষ্ট, গোঁৱাৰ, হুঁটা rude, obstinate, self willed.

**দুর্ব্বিপাক** দুৰ্যোগ।

**দুর্ব্বিসহ** যাক সহ্য কৰিব নোৱাৰি, অসহনীয়।

**দুর্ব্বুদ্ধি** বি. বেয়া পৰামৰ্শ evil counsel, কুমতি evil mind. বিণ. দুর্ব্বুদ্ধীয়া।

**দুর্ব্বৃত্ত** বিণ. দুষ্ট, দুৰ্দ্দান্ত wicked, naughty, unruly.

**দুর্ব্বোধ, দুর্ব্বোধ্য** বিণ. যাক বুজি পোৱা টান, দুৰ্জ্ঞেয় that which is difficult to understand.

**দুর্ব্যৱহাৰ** অসৎ বা অভদ্ৰ আচৰণ।

**দুৰ্ভগা** বিণ. স্বামীৰ চেনেহ নোপোৱা, এলাগী, অসুৱাগী not loved by the husband, not favourite.

**দুৰ্ভগীয়া** বিণ. দুৰ্কপলীয়া unfortunate.

**দুৰ্ভাগিনী, দুৰ্ভাগী** বিণ. দুৰ্কপালিনী, দুৰ্ভাগ্যৱতী unfortunate. বি. দুৰ্কপালী তিৰোতা an unfortunate woman.

**দুৰ্ভাগ্য** বি. দুৰ্দ্দশা, দুৰ্কপাল misfortune, ill-luck.

**দুৰ্ভাৱনা** বি. দুশ্চিন্তা, উদ্বেগ anxiety.

**দুৰ্ভিক্ষ** বি. মাগিলে ভিক্ষা নোপোৱা সময়, আকাল famine.

**দুৰ্ভেদ্য** বিণ. যাক ভেদ কৰিব নোৱাৰি, প্ৰবেশ কৰিব নোৱৰা, দৃঢ় impenetrable, firm. বি. দুৰ্ভেদ্যতা।

**দুৰ্ম্মতি** বি. দুষ্টবুদ্ধি, বেয়া ইচ্ছা evil propensity or desire. বিণ. মন্দ মতি যুক্ত, কুস্বভাৱ শীল evil-intentioned.

**দুৰ্ম্মদ** দুৰ্দ্ধৰ্ষ, উন্মত্ত।

**দুৰ্ম্মুখ** বিণ. কটুভাষী, গালি পৰা foulmouthed, harsh-tongued. স্ত্ৰী. দুৰ্ম্মুখী।

**দুৰ্ম্মূল্য** বিণ. বৰ বেছি মূল্য লগা, মৰগ, মহাৰ্ঘ dear, not cheap. বি. দুৰ্ম্মূল্যতা।

**দুৰ্যশ** বি. অখ্যাতি, বদনাম infamy, ill-repute.

**দুৰ্যোগ** বি. দুৰ্দ্দিন, অশুভকাল evil time.

**দুৰ্যোধন** বি. ধৃতৰাষ্ট্ৰৰ ডাঙৰ পুতেক the eldest son of Dhritarastra.

**দুৰ্লঙ্ঘ্য** বিণ. যাক লঙ্ঘন কৰা দুঃসাধ্য impassable.

**দুৰ্লভ** বিণ. পাবলৈ টান, দুষ্প্ৰাপ্য rare, উত্তম, শ্ৰেষ্ঠ excellent.

**দুৰ্লভ নাৰায়ণ** কমতাপুৰৰ এজন প্ৰসিদ্ধ ৰজাৰ নাম।

**দুৰ্লক্ষণ** বি. বেয়া হবৰ চিন, অমঙ্গলৰ চিন্ a bad symptom.

**দুলৰী, দুলড়ী** বি. এবিধ অসমীয়া ছন্দ a kind of metre.

**দুলাৰী** সৌভাগিনী কন্যা।

**দুলাল** বি. অতি আদৰৰ পাত্ৰ, আদৰৰ লৰা। স্ত্ৰী. **দুলালী**।

**দুলীয়া** বি. দোলাভাৰী, দোলা নিৰ্ঙতা palki bearer.

**দুৱচা** বি. আধাপকা, কেঁচা পকা মিহলি থকা half-ripe.

**দুৱচী** বিণ. দু বছৰৰ অন্তৰে পোৱালী দিয়া গাই a cow giving birth to a calf at the interval of two years.

**দুৱৰী** বি. দুৱাৰ ৰখীয়া a door keeper.

**দুৱলীয়া** বিণ. ঘাই গৰাকীৰ তলতীয়া second in rank or station, assistant.

**দুৱাৰ** বি. ঘৰলৈ ওলোৱা সোমোৱা বাট, ঘৰ বাৰীৰ বাটৰ মুখ an entrance into a house, দৰজা a door, পৰ্ব্বতীয়া মানুহ ভৈয়ামলৈ অহা বা এক ৰাজ্যৰ পৰা আন ৰাজ্যলৈ সোমোৱা বাটৰ মুখ, তেনে বাটৰ ওচৰৰ ঠাই বা দেশ an entrance into a country, a mountain pass. **দুৱাৰ-চুক** দুৱাৰ মেলাৰ ফালে দুৱাৰ আৰু বেৰৰ মাজৰ চুক। **দুৱাৰ ভাং,** **দুৱাৰ হাঙাৰ** দুৱাৰ মৰা ভাং। **দুৱাৰ ডলি, দুৱাৰ গড়িয়া** দুৱাৰৰ তলত পথালিকৈ লগাই দিয়া কাঠ বাঁহৰ খণ্ড বা গড়। **দুৱাৰ মুখ** পদূলি।

**দুশ্চৰিত্ৰ** বি. বেয়া আচৰণ বা স্বভাৱ bad character or conduct. বিণ. বেয়া স্বভাৱ যুক্ত having bad character or conduct.

**দুশ্চেষ্টা** বি. অপকাৰ কৰিবলৈ চেষ্টা evil design. বেয়া কামৰ কাৰণে কৰা চেষ্টা।

**দুষ্কৰ** বিণ. কৰিবলৈ টান, দুঃসাধ্য difficult to do, impracticable.

**দুষ্কৰ্ম্ম** বি. বেয়া কাম, কুকৰ্ম্ম, পাপ a vicious act, misconduct. বিণ. **দুষ্কৰ্ম্মী**। বি. **দুষ্কৃতি, দুষ্কৃত**।

**দুষ্ট** বিণ. পাপী, অসৎ wicked, depraved. স্ত্ৰী. **দুষ্টা**।

**দুষ্টালি** বি. দুষ্টৰ স্বভাৱ বা কাৰ্য্য wickedness.

**দুষ্পাচ্য** বিণ. যাক পৰিপাক কৰা টান indigestible.

**দুষ্প্ৰাপ্য** বিণ. দুৰ্লভ, পাবলৈ টান difficult to get, rare.

**দুষ্মন্ত** বি. এজন চন্দ্ৰবংশীয় ৰজা শকুন্তলাৰ স্বামী।

**দুসুঁতীয়া** বিণ. দুটা সুঁতি থকা having two channels.

**দুসূতীয়া** বিণ. দুতলীয়া সূতাৰে বোৱা double threaded.

**দুস্তৰ** বিণ. কষ্টেৰে অতিক্ৰম বা দমন কৰা not easily crossed or subdued.

**দুস্তৰণ** ( পূ. অ. ) বিণ. দুখত পাৰ কৰা।

**দুস্তৰ্ক** বি. নানা সন্দেহ বা মত।

**দুস্ত্যজ** বিণ. এৰিবলৈ টান difficult to renounce.

**দুহ্** ( পূ. অ.) সক. ধা. খীৰা to milk.

**দুহতীয়া** বিণ. দুখন হাত থকা having two hands, দুহাত দীঘল বা বহল measuring two cubits. দুহাতেৰে আঘাত কৰা struck with both hands, এটা কামকে দুজনে কৰি শেষ কৰা 'দুহতীয়া কাম ভাল নহয়'।

**দুহান, দুহান্ত** ( পূ. অ. ) দুজনৰ।

**দুহিতা, দুহিতৃ** বি. জীয়াৰী, কন্যা a daughter.

**দুটো** দুটা উভয় both.

**দূত** বি. কটকী, বাৰ্ত্তা নিৰ্ওতা, টেকেলা a messenger. স্ত্রী. দূতী। বি. দূত্য, দৌত্য।

**দূব, দূবৰি** বি. এবিধ সৰু বন a kind of grass.

**দূৰ** বি. আঁতৰ ঠাই, নিলগৰ ঠাই a distant place, দূৰতা distance. বিণ. আতৰ distant. বি. দূৰগামী দূৰলৈ যোৱা going far. স্ত্রী. দূৰগামিনী।

**দূৰণি** বি. আঁতৰ ঠাই, দূৰৈ a distant place. বিণ. দূৰ, আঁতৰ distant. দূৰণি-বটীয়া দূৰলৈ যাব লগীয়া, দূৰৈত থকা having to go a long way, living at a distance. বি. দূৰতা, দূৰত্ব দূৰৰ পৰিমাণ, দূৰণি।

**দূৰণীয়াকৈ** দূৰৰ পৰা।

**দূৰতিক্ৰম্য** যাক কষ্টেৰে অতিক্ৰম কৰা যায়, দুৰ্লঙ্ঘ।

**দূৰদৰ্শন** বি. দূৰলৈ দেখা শক্তি foresight, কোনো কাৰ্য্যৰ আগলৈ কি ফল হব তাক জানিব পৰা শক্তি বা জ্ঞান foresight, বিণ. দূৰদৰ্শী কোনো কাৰ্য্যৰ আগলৈ কি ফল হব তাক জনা, পৰিণামৰ কাৰণে সতৰ্ক far seeing, foresight. স্ত্রী. দূৰদৰ্শিনী।

**দূৰদূৰান্ত** বহু দূৰস্থ সীমা।

**দূৰদৃষ্ট** 'দূৰদৰ্শন' চোৱা।

**দূৰদৃষ্টি** বি. বহুদূৰ ব্যাপী দৃষ্টি।

**দূৰবৰ্ত্তী** বিণ. দূৰৈত থকা।

**দূৰবীক্ষণ** বি. দূৰবীণ, যি যন্ত্ৰেৰে বহুদূৰৰ বস্তু দৃষ্টিগোচৰ হয়।

**দূৰন্তৰ, দূৰান্তৰ** বেছি দূৰ great distance. বিণ. দূৰস্থ দূৰৈত থকা remote. দূৰীকৰণ বহিষ্কৰণ, অপসাৰণ, বিতাড়ন। দূৰীকৃত দূৰকৰা removed. দূৰীভৱন অপসাৰণ

**দূৰীভূত** আঁতৰ হোৱা, নিলগ হোৱা removed.

**দূৰৈ** বি. আঁতৰ ঠাই, নিলগ ঠাই distance, a distant place.

**দূৰ্ব্বা** বি. এবিধ ঘাঁহ, দুবৰি বন the bent grass. **দূৰ্ব্বাদল শ্যাম** দুবৰিৰ পাতৰ দৰে সেউজীয়া, কলপতীয়া grass-green.

**দূৰ্ব্বীন** বি. দূৰৈত থকা বস্তু ওচৰ যেন দেখোৱা যন্ত্ৰ a telescope.

**দূষণ** বি. দোষ দিয়া কাৰ্য্য the act of blaming, দোষ fault, defect. কৃদ. বিণ. **দূষিত** দোষযুক্ত, অপবিষ্কৃত, কলঙ্কিত impure, corrupted. বিণ. **দূষ্য** নিন্দনীয়, মন্দ blame-worthy.

**দৃক্‌পাত** বি. দৰ্শন, দৃষ্টি, দেখা কাৰ্য্য act of seeing.

**দৃগ-বিজ্ঞান** চকু সম্বন্ধে জ্ঞাতব্য বিদ্যা optics.

**দৃঢ়** বিণ. টান কঠিন hard, লৰচৰ নকৰা firm, steady. বি. **দৃঢ়তা**। ক্রি. বিণ. **দৃঢ়কৈ**। **দৃঢ়ব্রত** নেৰা-নেপেৰা চেষ্টা। **দৃঢ়মনা, দৃঢ়-প্ৰতিজ্ঞ** বিণ. ডাঠমনা, ডাঠ মনৰ resolute. **দৃঢ় নিশ্চয়** অটল বিশ্বাস বা সিদ্ধান্ত যুক্ত।

**দৃপ্ত** বিণ. দৰ্পযুক্ত, উদ্ধত, গৰ্ব্বযুক্ত boastful.

**দৃশদ্বতী** বি. দিল্লীৰ উত্তৰ-পূব ফালে থকা এখন নৈ a river flowing on the north-east of Delhi.

**দৃশ্য** বি. দৰ্শনীয় বা দৃশ্যমান বিষয় পট আদিৰে ৰঙ্গমঞ্চৰ সজ্জা scene, নাটকৰ গৰ্ভাঙ্ক। **দৃশ্যকাব্য** নাটক drama. **দৃশ্যপট** বি. থিয়েটাৰৰ চীন। **দৃশ্যমান** যাক দেখা যায়। **দৃশ্য সঙ্গীত** নৃত্য।

**দৃষ্ট** কৃদ. বিণ. দেখা, দৃষ্টিগোচৰ হোৱা seen.

**দৃষ্টান্ত** বি. উদাহৰণ an example, পটন্তৰ, নিদৰ্শন instance, উপকথা proverb, a parable.

**দৃষ্টি** বি. দৰ্শন, দেখা কাৰ্য্য act of seeing, চকু the eye, বোধ, জ্ঞান, লক্ষ্য। **দৃষ্টিকটু** বিণ. দেখিবলৈ বেয়া চকুত নলগা offending. **দৃষ্টি-গোচৰ** বিণ. চকুৰে দেখা, চকুত পৰা come to the view, **দৃষ্টি-পাত** দৃষ্টি নিক্ষেপ, চকু দিয়া কাৰ্য্য act of seeing. **দৃষ্টিশূল** চকুৰ কুটা, চকুৰ অতি অপ্ৰিয় বস্তু an eye sore.

**দেই, দেইবা** ক্রি. বিণ. অৱশ্যে, কোনো প্ৰাৰ্থনা বা ইচ্ছা প্ৰকাশ কৰোতে সেই প্ৰাৰ্থনা বা ইচ্ছা অৱশ্যে সিদ্ধ কৰিব লাগিব, এনে ভাব বুজাবলৈ ব্যৱহৃত মাত, 'দেই' মান্য, সামান্য, আৰু সমনীয়া মানুহ, তিনিওতে খাটে কিন্তু 'দেইবা' সমনীয়া মানুহত খাটে।

**দেউ** বি. 'দেৱ' শব্দৰ কোমল ৰূপ।

**দেউকি** বি. অকস্মাৎ ভয় পাই ধৰা গাৰ জোকাৰ, উচাপ, চমক a

start from fright, ক্রি. দেউকি খা। দেউতা বি. পিতৃ, বোপাই father, অসম দেশৰ ভাঙৰ বা মান্য লোকক মতা মাত a word used in addressing a respectable man in Assam, sir, my lord.

দেউতা আখ্যা দি বাৰ বাৰ দেউতা বুলি প্ৰাৰ্থনা কৰ, বৰ মিনতি কৰি প্ৰাৰ্থনা কৰ to entreat very earnestly and humbly.

দেউৰী বি. দেৱালয়ৰ বিষয়া an officer of a temple, দেৱতাৰ প্ৰসাদ বিলাই দিয়া লোক one distributing to the people what is offered to a god, মিৰি জাতিৰ এটি শাখা।

দেউল বি. দৌল।

দেউল-পূজা বি. বহাগ মাহত দৌল বান্ধি কৰা পূজা।

দেউলীয়া বিণ. ঋণগ্ৰস্ত বা বেহা বেপাৰত হানি হৈ ৰখীয়া আৰু ধাৰ শুজিব নোৱাৰা হোৱা bankrupt.

দেও বি. 'দেৱ' চোৱা। ভূত, পিশাচ, উপদেৱতা, ভদ্ৰ লোকক মতা মাত, মহাশয় an evil spirit, sir, দেও কাউৰী এবিধ বনৰীয়া চৰাই a kind of bird. দেওধনি দেওৱে ধৰা মানুহৰ বকনি আৰু কঁপনি। দেওধনী দেও উঠা বা দেৱে ধৰা তিৰোতা।

দেওধাই বি. হিন্দু হোৱাৰ পূৰ্ব্বে আহোম বিলাকৰ পুৰোহিত কাম কৰা এটা ফৈদৰ নাম, ইয়াৰে দেওধাই, বাইলুং, মহন তিনি শ্ৰেণী, দেওধাইয়ে দেও পূজা কৰে আৰু দেৱতা লম্ভা ভাও জুৰি নাচ বাগ কৰি সৰবজ্ঞানী কথা কয়, বাইলুঙে মঙ্গল চায় আৰু মহনে পূজাৰ দিহা যুগুত কৰে।

দেওবৰ বি দেওবাৰে ওপজা মুনিহ a man born on a sunday.

দেওবাৰ বি. ৰবিবাৰ Sunday. বিণ. দেওবৰীয়া।

দেওৰ বি. স্বামীৰ সৰু ভায়েক a hundand's younger brother.

দেখ সক. ধা. দৰ্শন কৰ, দৃষ্টি কৰ to see, মনেৰে বুজ perceive. দেখন দৰ্শন, দেখা কাৰ্য্য act of seeing, বিণ. দেখনিয়াৰ দেখাৰ উপযুক্ত শুৱনি handsome. দেখনিয়াৰ কৰি বাহিৰে নাইবা লোকক দেখুৱাই। দেখনেদেখ চাই থাকোতেই নেদেখা হোৱা visible for a moment only.

দেখা সক. ধা. দেখুৱা, চকুত পেলা to show, বুজাই ক, ব্যক্ত কৰ to explain, to reveal. কৃদ. বি. দেখাওঁতা। স্ত্ৰী. দেখাঁতী।

দেখাদেখি এটাই আনটোক দেখা কাৰ্য্য act of seeing each other, ওলাই থকা, প্ৰকাশ্য open, public,—ক্ৰি. বিণ. দেখাদেখিকৈ, দেখাশুনাকৈ, দেখাশুনা বহুত দেখি আৰু শুনি শিকা, বিজ্ঞ

experienced, স্পষ্ট plain **দেখা সম্ভাষা** দেখা আৰু সম্ভাষণ কৰা কাৰ্য্য interview, **দেখৈয়া** দেখোঁতা। **দেখোঁতা** যি পুৰুষে দেখে, চাওঁতা, সাৱধান লওঁতা। স্ত্রী. **দেখোঁতী**।

**দেখোন** অব্যয়, নিশ্চয় অৰ্থত ব্যৱহাৰ হয়।

**দেঙ্** 'ডেঙ' চোৰা a leap

**দেদীপ্যমান** বিণ. ভালকৈ জ্বলি থকা, জাজ্বল্যমান shining clearly.

**দেদেৰা** বি. ঘঁহনি খাই ছাল ছিগা ঘা an abrasion of the skin সক. ধা. **দেদেৰা খা**, **দেদেৰাপৰ** ঘঁহনি লাগি ছাল ছিগি যা।

**দেন, দেনা** বি. দিবলগীয়া ধন, ঋণ money to be paid, debt.

**দেমাক** বি. গৰ্ব্ব pride. বিণ. **দেমাকী**।

**দেয়** বিণ. দিব লগীয়া, দিবৰ যোগ্য fit to be given.

**দেৰ্‌দেৰা** অক. ধা. ছাল ছিগি বা খোচনি বিন্ধনি লাগি ঠেৰেঙা লগা যেন বোধ কৰ to have a chilling or piercing sensation. বিণ. **দেৰ্‌দেৰীয়া**।

**দেৰাজ** বি আলমাৰি বা মেজৰ ভিতৰৰ টানি উলিয়াব পৰা বাকচ a drawer.

**দেৰি** বি. পলম, বিলম্ব।

**দেৰেচি** বি. ডাক্তৰখানাত ঔষধ প্ৰস্তুত কৰি দিওতা. compounder.

**দেৱ** বি দেৱতা, সুৰ a god, a deity, মান্যৱন্ত লোক, সন্মান প্ৰকাশ কৰি মতা মাত a word used after the name or title of a respectable person to show respect or reverance, ভূত, পিশাচ an evil spirit. স্ত্রী. **দেৱী**। **দেৱকাৰ্য্য** দেৱতাৰ পূজা আদি। **দেৱগুৰু** বৃহস্পতি। **দেৱত্ব** দেৱৰ ভাৱ বা ঐশ্বৰ্য্য। **দেৱদাৰু** সৰল গছ। **দেৱদূত** দেৱতা বা ঈশ্বৰ দূত। **দেৱদাসী** দেৱ মন্দিৰৰ নৰ্ত্তকী। **দেৱদুৰ্লভ** দেৱতাৰ দুষ্প্ৰাপ্য। **দেৱদেৱ** মহাদেৱ। **দেৱনাগৰ** দেৱ নাগেৰী আখৰ। **দেৱপতি** ইন্দ্ৰ। **দেৱভাষা** সংস্কৃত ভাষা **দেৱব্ৰত** ভীষ্ম। **দেৱযানী** বি. দৈত্য গুৰু শুক্ৰাচাৰ্য্যৰ কন্যা, যযাতি ৰজাৰ পত্নী, a daughter of Sukracharyya and wife of Yayati. **দেৱশৰ্ম্মা** বি ব্ৰাহ্মণৰ উপাধি, surname of the Brahmins. **দেৱৰাজ** ইন্দ্ৰ। **দেৱৰ্ষি** নাৰদ। **দেৱলোক** স্বৰ্গ। **দেৱস্ব** দেৱসেৱাৰ কাৰণে নিৰ্দ্দিষ্ট সম্পত্তি।

**দেৱকী, দৈৱকী** কৃষ্ণৰ জননী, বসুদেৱৰ পত্নী।

**দেৱতা** বি. স্বৰ্গৰ লোক, অমৰ a god a deity.

**দেৱনাগেৰী** বি. এবিধ আখৰ the Devanagri type.

**দেৱৰ** বি. স্বামীৰ সৰু ভায়েক husband's younger brother.

**দেৱল** বি. পূজাৰী বামুণ a Brahmin priest, এজন ঋষিৰ নাম। দেৱলায়া দেৱালয়ত কাম কৰা মানুহ a man serving in a temple.

**দেৱহুতি** বি. ভগবান কপিল মুনিৰ মাতৃ, কৰ্দম প্ৰজাপতিৰ পত্নী।

**দেৱাই** বি. ঔষধ medicine.

**দেৱাং** বিণ. দেওলগা, ভূতে পোৱা possessed by an evil spirit. ভৌতিক spirit like.

**দেৱাঙ্গ-বসন** বি. দেৱতাৰ পিন্ধা বা পিন্ধিবৰ উপযুক্ত কাপোৰ, অতি উত্তম কাপোৰ বা সাজ clothes worn by or fit for a god, excellent clothes. দেৱাঙ্গভূষণ দেৱতাই পিন্ধিবৰ যোগ্য অলঙ্কাৰ, অতি উত্তম অলঙ্কাৰ।

**দেৱান** বি. সভা a meeting, দেশী ৰাজ্যৰ প্ৰধান মন্ত্ৰী, ৰাজ্য চলাওঁতা a minister of a native state, an administrater of a state.

**দেৱানী** বি. অধিকাৰীত্ব বা স্বত্ব স্থিৰ কৰাৰ সম্পৰ্কে গোচৰ কৰা আদালত a civil court. বিণ. স্বত্ব বিষয়ক concerning civil rights.

**দেৱানে** হাফিজ পাৰস্যৰ কবি হাফিজে ৰচনা কৰা এখন প্ৰসিদ্ধ কাব্য।

**দেৱাল, দেৱালয়** বি. দেৱতাৰ মন্দিৰ, দ'ল temple.

**দেৱালী** বি. 'দীপান্বিতা' চোৱা।

**দেৱোত্তৰ** বি. দেৱতাৰ পূজা সেৱা চলাবৰ কাৰণে দান কৰা নিষ্কৰ মাটি rent free land granted for the support of a temple. বিণ. দেৱোত্তৰীয়া।

**দেৱোপম** দেৱতাৰ নিচিনা।

**দেশ** বি. ৰাজ্য, প্ৰদেশ, পৃথিৱীৰ কোনো এক ভাগ a country, a province, a region, ঠাই, খণ্ড a part. দেশ দেশান্তৰ নানা ঠাই বা দেশ various countries or places. দেশৰ বহু সংখ্যাৰ innumerable. ক্ৰি. বিণ. দেশৰমানে।

**দেশাচাৰ** বি. দেশৰ আচাৰ ব্যৱহাৰ lecal custom of a country.

**দেশাত্মবোধ** নিজ দেশৰ স্বাৰ্থক নিজৰ স্বাৰ্থ বুলি ভবা।

**দেশাধিকাৰ** দেশৰ অধিকাৰ, ৰজা।

**দেশান্তৰ** বিণ. বিদেশ, আন এক দেশ foreign country, another country, দেশান্তৰিত দণ্ড স্বৰূপে আন দেশলৈ খেদোৱা। দেশান্তৰী অন্য দেশলৈ গৈ বাস কৰা। দেশী বিণ. নিজ দেশত থকা বা হোৱা produced or born in one's own country. দেশে দেশে প্ৰত্যেক দেশতে।

**দেশদ্ৰোহ** বি. দেশৰ শত্ৰুতা,

ভয়ানক অপকাৰিতা malignance, malignancy.

**দেশদ্ৰোহী** বিণ. দেশৰ অন্যায়কাৰক দেশৰ প্ৰাণনাশক malignant to country people.

**দেশ-ভগন** বি. বিভ্ৰাট, বিপ্লৱ a tumult, affray.

**দেশমুখ** বি. দেশৰ মুখ্য বা প্ৰধান, ৰজা a king.

**দেহ** বি. শৰীৰ, গা the body. **দেহতত্ত্ব** প্ৰাণী বা গছ আদিৰ শৰীৰ আৰু অঙ্গ বিলাকৰ প্ৰকৃতি আৰু কাৰ্য্য জানোৱা বিদ্যা physiology. **দেহধাৰী** দেহ থকা জীৱ। **দেহধাৰী** দেহ বা দেহৰ সুখক সাৰ বুলি কওঁতা a materialist. **দেহবিচাৰ** দেহত থকা মন, ইন্দ্ৰিয় আদি বিষয়ক জ্ঞান। **দেহযাত্ৰা** জীৱন ৰক্ষণ, জীৱিকা। **দেহলাউজীউলাউ** অতি স্নেহৰ বস্তু।

**দেহা** দেহ।

**দেহাতীত** আত্মিক।

**দেহাত্মবাদ** দেহতকৈ স্বতন্ত্ৰ আত্মা নাই বুলি যিয়ে মত পোষণ কৰে, চাৰ্ব্বাকৰ মত।

**দেহি** অব্যয়. আনৰ দুখ দেখি নিজৰ দেহতে দুখ পোৱা যেন ভাবি পুতৌ কৰা মাত। **দেহি** ঐ মৰমৰ লোকক হঠাৎ বিপদ বা দুখত পৰা দেখি দুখ প্ৰকাশ কৰা মাত।

**দেহী** বিণ. দেহ থকা having a body, আত্মা, জীৱ soul, a living being.

**দেহু** (পু. অ.) সক. ধা. দিয়া।

**দেহেকেহে** ক্ৰি. বিণ দেহ আৰু মন সম্পূৰ্ণকৈ খটাই, কায়মনোবাক্যে, প্ৰাণপণে with heart and soul.

**দৈ** বি. গোট খবা গাখীৰ curdled milk.

**দৈ** বি. পাতলকৈ তুলোৱা বাহৰ কাঠি a fine and thin split of bamboo. ক্ৰি. দৈয়া দৈ তোলা।

**দৈকলা** বি. এবিধ পানীত চৰা বনৰীয়া চৰাই।

**দৈত্য** বি. দানৱ a demon. **দৈত্যগুৰু** শুক্ৰাচাৰ্য্য। **দৈত্যাৰি** বি. বিষ্ণু Bishnu. **দৈত্যেন্দ্ৰ** বি. দৈত্যৰাজ হিৰণ্যকশিপু।

**দৈত্য-মাতা** বি. কশ্যপৰ ভাৰ্য্যা দিতি a title of Diti, wife of Kashyapa.

**দৈনন্দিন** বিণ. দৈনিক daily.

**দৈনিক** বিণ. নিত্যৌ, দিনৰ সময়তে হোৱা daily, diurnal. বি. প্ৰতিদিনৰ ঘটনা বা কাৰ্য্যৰ বিৱৰণ a diary.

**দৈন্য** বি. দীনতা, দুখীয়া অৱস্থা proverty, কাতৰ ভাৱ, অতিশয় বিনয় ভাৱ humble supplication.

**দৈন্য** ব্যঞ্জক দুখ-বেদনা প্ৰকাশক।

**দৈয়ন** বি. বিয়াৰ দিনা পুৱা দোকমোকালিতে দৰা বা কন্যাক গোৱা

খোঁটালীৰ ছুৱাৰ মুখত বহুৱাই এপাত এপাত পাণেৰে তেওঁৰ ভৰি, বাহু আৰু গালত দৈ গাখীৰ সনা ৰীতি বা কাৰ্য্য। ক্রি. দৈয়ন দি।

**দৈব** বি. ভাগ্য, অদৃষ্ট destiny, fate বিণ. দেৱতা সম্পৰ্কীয়, বিধাতাৰ relating to a god, divine.

**দৈব-মুখা-পেক্ষী** দৈবৰ ওপৰত যিয়ে সম্পূৰ্ণভাবে নিৰ্ভৰ কৰে।

**দৈৱকী** বি. বসুদেৱৰ ভাৰ্য্যা, কৃষ্ণৰ মাক the mother of Krishna. **দৈৱকীনন্দন** কৃষ্ণ। **দৈৱগতি** বি. ভাগ্য ৰহস্য, দৈৱঘটনা। **দৈৱঘটনা** বি. অদৃষ্ট বা কপালৰ গতিকে বা দেৱতাৰ ইচ্ছাত অকস্মাৎ হোৱা কাৰ্য্য a sudden accident.

**দৈৱজ্ঞ** বি. গণক, গণিৰ পৰা লোক a fortune teller.

**দৈৱত** বি. দেৱতা a deity.

**দৈৱদুৰ্ব্বিপাক** বি. আকস্মিক সঙ্কট, দুৰ্দ্দশা misfortune. **দৈৱবশে** ভাগ্যক্রমে। **দৈৱবাণী** আকাশবাণী, অদৃশ্য দেৱতাৰ উক্তি। **দৈৱবিড়ম্বনা** অদৃষ্টৰ প্ৰতিকূলতা। **দৈৱযোগ** আকস্মিক ঘটনা। **দৈৱনিৰ্ব্বন্ধ** বিধিৰ লিখন। **দৈৱাধীন** ভাগ্য অনুসৰি হোৱা। **দৈৱাৎ, দৈৱ-যোগে** অকস্মাৎ accidentally.

**দৈৱিক** বিণ. দেৱতা সম্পৰ্কীয় relating to the gods, দেৱতাৰ তুল্য god-like.

**দৈৱী** বিণ. দেৱতা সম্বন্ধীয়, দৈৱিক।

**দৈৰ্ঘ্য** বি. দীৰ্ঘতা length.

**দৈহিক** বিণ. শৰীৰৰ, শৰীৰ সম্পৰ্কীয় pertaining to the body, bodily.

**দোঁখা, দোঁকা** সক. ধা. মূৰ-চাপৰা, নত হ to be bent. সক. ধা. **দোঁৱা** নত কৰ, বেকা কৰ to bend. বি. **দোঁৱাওঁতা** স্ত্রী. **দোঁৱাতী**।

**দো** দুই two. **দোৱাব** দুই নদীৰ মাজৰ বা দুই নদী থকা দেশ।

**দোকান** বি. বস্তু বেচা ঘৰ a shop. **দোকানী** বি. বেপাৰী a shop keeper.

**দোকানদাৰ** বি. দোকানৰ মালিক, **দোকানদাৰি** বি. দোকানৰ কাজ।

**দোকামোকা, দোকামোকালি** বি. এন্ধাৰ আৰু পোহৰ দুইৰো মিলনৰ সময়, নিচেই পুৱাৰ অলপ অলপ পোহৰ the twilight of the morning.

**দোকোল-টঁকা** বিণ. দুয়ো পাৰ উপচি পৰা, দুয়ো পাৰ বুৰি যোৱা overflowing both the banks.

**দোগ্ধা** বি. খীৰাওঁতা a milker.

**দোঘৰা** বি. দুই ঘৰৰ মাজৰ ঠেক ঠাই a narrow space between two houses.

**দোচ** বি. বন্ধু a friend.

**দোচোৰা** বি. বেলেগ, আন এটা different, another.

**দোজিভা** বি. আলজিভা the uvula.

**দোণ** বি. প্ৰায় দহ কঠা বা পাঁচ সেৰ শস্য ধৰা এবিধ কাঠৰ পাত্ৰ a bamboo basket holding ten kathas of grain, এহালিচা মাটি one bigha of land. বিণ. দোণ-মুৰীয়া কাণতকৈ ওখ হৈ ওপচি পৰা।

**দোতৰফা** বি. দুই পক্ষ হাজিৰ কৰি বিচাৰ কৰা tried in the presence of both parties.

**দোতলা** বিণ. দুই তলা বা খলপ থকা having two storeys.

**দোতোৰা** বি. দুডাল গুণা থকা এবিধ টোকাৰীৰ নিচিনা বাদ্যযন্ত্ৰ a musical instrument with two strings.

**দোদুল্যমান** দুলি থকা, দোলায়মান।

**দোদোৰা** বিণ. দ বাম, ওখ চাপৰ uneven.

**দোধা** বিণ. দোধোৰ মোৰলগা।

**দোধোৰ মোৰ** খেবোগেবো, দুই নাওত দুই ভৰি অৱস্থা a dilemma, indecision.—ক্ৰি. দোধোৰ মোৰত পৰ, দোধোৰ মোৰ লাগ।

**দোপ** বি. কোনো বস্তুৰ ওপৰত উঠি ভৰিৰে মৰা হেঁচা, উঠিবৰ বা খিয় হবৰ নিমিত্তে ওপৰলৈ মৰা উচাল a pressure with the foot upon something, a sudden effort to rise or raise something, অক. ধা. দোপ খা, দোপ দ—ভৰিৰে হেঁচিলে খলপ বহে, ভৰ পাই খলপ তললৈ যা। দোপ দি, দোপ মাৰি উচাল মাৰি, দোপনি মানুহৰ ভৰ সহা কিন্তু ভৰিৰে হেঁচিলে খলপ বহা আৰু লৰা পিটনি। **দোপত দোপে** ক্ৰি. বিণ. ক্ৰমে এখাপৰ পৰা ওপৰৰ খাপলৈ step by step.

**দোপদৰ** বি. গুৱাহাটীয়া বৰফুকনৰ বৰ-চৰা the council-chamber of the viceroy of the Ahom kings at Gauhati.

**দোপা** সক. ধা. হেঁচি দোপ লোৱা two press down. বি. দোপাল, দোপালনি।

**দোপাকী-তেপাকী** বিণ. পাক লগাই কোৱা, ঠিককৈ নোকোৱা stated variously or in a quibbling manner.

**দোপাল-পিটা** বিণ. ধাৰাসাৰে পৰা আৰু প্ৰবল, দৰা পিটা (বৰষুণ) heavy, falling in heavy torrents.

**দোপাটি** বি. এবিধ ফুল, খনিয়া কাপোৰ a kind of flower, a kind of cloth.

**দোপাল, দোপালনি** বি. ঘনে ঘনে

মৰা ভৰিৰ হেঁচা বা গোবোহনি, ওপৰত উঠি ববকৈ খচা কাৰ্য্য act of trampling or kicking repeatedly and violently.

দোঁবিয়াব বিণ. গাভৰু ছোৱালী fully grown up.

দোভাচলীয়া বিণ. কথা লবোবা, মিছলীয়া double tongued.

দোভাচী বি. দুটা ভাষা জনা মানুহ, দোবনীয়া an interpreter. বিণ. দুভাচী।

দোভাজা সান্দহ দুইবাৰ ভজা সান্দহ, বৰ্নি ধান ভজি ঢেকীত খুন্দা হয়, এই সান্দহ আকৌ ভজা হয়।

দোহ জ্বৰ বি. দুদিনৰ পিছত এদিন উঠা জ্বৰ, the quartan fever.

দোমাহী বি. দুমাহৰ জোৰা বা মিলন, সংক্ৰান্তি the last day of the month.

দোমোজা বি. দুটাৰ মাজ a junction.

দোৰণ ফুল 'দ্ৰোণ ফুল' চোৱা।

দোবোল বি. কাপোৰৰ দুভাঁজ the fold of a cloth. ক্ৰি. দোবোল খা, দোবোলা।

দোৰ্দ্ধোৰ 'দুৰ্দ্ধোৰ' চোৱা। দোৰ্দ্দণ্ড প্ৰতাপ বি. বিক্ৰম, প্ৰবল-প্ৰতাপ mighty power.

দোপতি বি. তাঁতৰ বাঁচ সুমোৱা কাঠ the batten of a loom.

দোল অক. ধা. ভোল বা জৰী আদিত ওলমি লৰি থাক to swing, দোলনত উঠি খেমালি কৰ।

দোলছী বি. হাতীৰ ডিঙিত মেৰাই বন্ধা একোছা সক সক বৰী বা জৰী, য'ত মাউতে ভৰি সুমাই হাতী চলায়।

দোলন বি. জৰীৰে অৰা এচটা পাটত উঠি ইফাল সিফাললৈ লৰা কাৰ্য্য act of swinging, দুলিবলৈ ওলমাই লোৱা সঁজুলি a swing, দোলযাত্ৰা, দোলনযাত্ৰা ফাগুন মাহত কৃষ্ণৰ দোলনত উঠা উৎসব।

দোলা সক. ধা. দোলনত তুলি লৰাই থাক to cause to swing, মানুহে কান্ধেৰে নিয়া এবিধ যান a kind of litter. দোলাপৰ দোলাৰ দৰে মাজ খাল হ.।

দোৱেচ অক. ধা. উপশম হৈ আকৌ বেছি হ (নৰিয়া) to relapse a disease.

দোৱনীয়া বি. দোভাচী, দোবান বা বিদেশী ভাষা বুজাওঁতা an interpreter.

দোৱা বি. আশীৰ্ব্বাদ blessing.

দোৱাই ক্ৰি. বিণ. দ্বিতীয় বাৰ, আকৌ second time, again.

দোৱাৰ্ডাব বি. এবাৰ কৰা কাম আকৌ কৰিবৰ প্ৰয়োজন the necessity of doing any work over again.

**দোৱাত** বি. মহি চুঙা an ink-pot.

**দোৱান** বি. বিদেশী ভাষা a foreign language.

**দোৱাবাৰ** ক্রি. বিণ. দ্বিতীয় বাৰ once more.

**দোৱা ভজা** বিণ. দুবাৰ ভজা twice parched.

**দোৱালি** বি. বেতেৰে বা জৰীৰে বৈ দিয়া আসনৰ তলি a cane or string bottom (of a chair etc.).

**দোষ** বি. অপৰাধ, অগৰ, দাই, কলঙ্ক offence, fault, guilty act, blemish, অঙ্গহীনতা bodily defect, বিকাৰ, অপকাৰ injurious quality. অক. ধা. জগৰ ধৰ, দোষ দি to find fault, to accuse. বি. **দোষণ** দোষ দিয়া কার্য্য accusation. **দোষাদোষ** ভাল বেয়া গুণ good or bad quality **দোষাৰোপ** দোষ দিয়া কার্য্য, অভিযোগ accusation.

**দোষী** বিণ. দোষযুক্ত, জগৰীয়া guilty, faulty, বি. জগৰীয়া মানুহ a criminal—বিণ. **দোষেঁাতা**। স্ত্রী. **দোষঁতী**।

**দোহদ** গর্ভৱতী তিৰোতাৰ বাঞ্ছা।

**দোহন** বি. গাখীৰ খীৰোৱা কার্য্য the act of milking.

**দোহাই** বি. ৰজা বা আন কোনো মহান লোকৰ নামকৈ কৰা নিবেদ বা ৰক্ষাৰ প্রার্থনা crying out for justice or protection in the name of the authorities.

**দোহাৰ** (পুঃ অঃ) দুইৰো, উভয়ৰ of both.

**দোহাৰ** বি. ওজাই গোৱাৰ পাছত গীতৰ যি ভাগ সকলোৰে আকৌ ঘূৰাই ঘূৰাই গায়, ধুৱা the chorus of a song.—অক. ধা. পুনৰ গা, কৰ বা হ to repeat, do or occur again. **দোহাৰি** দি একমে কোৱা কথাকে ক। ক্রি. বিণ. **দোহাৰি** আকৌ, পুনৰ again.

**দোহো** (পুঃ অঃ) দুই, দুজন both.

**দোহোৰা** বিণ. দুগুণীয়া, দুগুণ double.

**দোহোৰাই** ক্রি. বিণ. আকৌ, পুনবায় again, once more,

**দৌত্য** বি. দূত কার্য্য, দূতগিৰি, ঘটকালি।

**দৌবাৰিক** বি. দুৱৰী, দ্বাৰপাল।

**দৌবাত্ম্য** বি. দুষ্টালি, অনিষ্টাচাৰ, উপদ্ৰৱ wickedness, oppression, ravage.

**দৌর্ব্বল্য** বি. দুর্ব্বলৰ ভাব, শক্তিহীনতা weakness.

**দৌল** বি. দ'ল, মন্দিৰ temple.

**দৌলত** বি. সম্পত্তি, বিভূতি wealth.

**দৌলায়মান** বিণ. দল বান্ধি থকা, ৰাশীকৃত heaped up.

**দৌহিত্ৰ** বি. জীৰ পুতেক a daughter's son. স্ত্ৰী. **দৌহিত্ৰী**।

**দ্যূত, দ্যূত-ক্ৰীড়া** বি. পাৰটি বা কড়ি আদিৰে কৰা খেল a game played with dice or shell.

**দ্যোতক** বিণ. প্ৰকাশক, ব্যঞ্জক, সূচক। **দ্যোতন** বি. প্ৰকাশ, সূচনা।

**দ্যোতি** বি. জেউতি, দীপ্তি light, splendour.

**দ্ৰব** বিণ. পনীয়া, জুলীয়া, তৰল liquid.—অক. ধা. পম, পানী হ to melt, **দ্ৰবীভূত** বিণ. গলি বা পমি যোৱা liquified.

**দ্ৰব্য** বি. পদাৰ্থ, বস্তু thing, matter, সম্পত্তি property. **দ্ৰব্য-জাত** পদাৰ্থ সমূহ all things. **দ্ৰব্যান্তৰ** আন এক বস্তু।

**দ্ৰষ্টব্য** বিণ. দৰ্শনীয়, যাক চাব লাগে fit to be seen, notable.

**দ্ৰষ্টা** বিণ. দৰ্শক, সাক্ষী one who sees, a visitor.

**দ্ৰাঘিমা** বি. দীৰ্ঘতা, দুয়ো মেৰু ভেদ কৰি নিৰক্ষ ৰেখাৰ ওপৰেৰে গোলকৰ ওপৰত অঁকা গোলাকাৰ কল্পিত ৰেখা সমূহ longitude.

**দ্ৰাৱক** বিণ. দ্ৰৱকাৰী having the virtue of melting, অজীৰ্ণ নষ্ট কৰা ঔষধ digesting medicine.

**দ্ৰাৱিড়** বি. মান্দ্ৰাজৰ পৰা কুমাৰিকা অন্তৰীপ পৰ্য্যন্ত জুৰি থকা এখন দেশ a country extending from cape Comorin to Madras.

**দ্ৰাৱিড়ী** দ্ৰাবিড় দেশৰ, দ্ৰাবিড় দেশৰ লোক।

**দ্ৰাক্ষা** বি. এবিধ লতাৰ গুটি, আঙুৰ a grape, a raisin.

**দ্ৰুত** বিণ. খৰ, বেগী quick, fast. **দ্ৰুতগামী** বিণ. খৰকৈ যোৱা going quickly. স্ত্ৰী. **দ্ৰুত-গামিনী**।

**দ্ৰুপদ** বি. চন্দ্ৰবংশীয় পাঞ্চাল বংশীয় ৰজা, দ্ৰৌপদীৰ পিতৃ father of Draupadi.

**দ্ৰুম** বি. উদ্ভিদ, গছ a tree.

**দ্ৰোহিয়া** ( পু. অ. ) বি. দ্ৰোহী।

**দ্ৰোণাচাৰ্য্য** বি. ভৰদ্বাজ মুনিৰ পুত্ৰ, কুৰুবংশৰ অস্ত্ৰগুৰু, অশ্বত্থামাৰ পিতৃ।

**দ্ৰোণ পৰ্ব্ব** মহাভাৰতৰ এটা পৰ্ব্বৰ নাম।

**দ্ৰোণপুষ্প, দ্ৰোণ ফুল** বি. এবিধ সৰু সৰু বগা ফুল a kind of white flower.

**দ্ৰোণি** ( পু. অ. ) দুণৰি।

**দ্ৰোণী** বি. এবিধ জলপাত্ৰ a big water vessel.

**দ্ৰোহ** বি. অনিষ্ট আচৰণ, শত্ৰুতা, হিংসা injury, offence, enmity.

**দ্ৰোহী, দ্ৰোহীয়া** বিণ. হিংসুক, অপকাৰী mischievous.—বি, অপকাৰী লোক one who injures.

**দ্ৰৌপদী** বি. দ্ৰুপদ ৰজাৰ কন্যা, পঞ্চ পাণ্ডৱৰ ভাৰ্য্যা the daughter

of King Drupada and wife of the Pandavas.

**দ্বন্দ্ব** বি. দুই two, খৰিয়াল, বিবাদ quarrel, সেই নামে এবিধ সমাস। **দ্বন্দ্বযুদ্ধ** বি, দুইজনৰ যুদ্ধ, মালযুদ্ধ। **দ্বন্দুৰা** বিণ. 'দন্দুৰা' চোৰা।

**দ্বয়** বি. দুটা two, couple.

**দ্বাদশ** বি. বাৰ twelve. **দ্বাদশী** বি. একাদশীৰ পাছৰ তিথি the twelfth lunar day.

**দ্বাদশাদিত্য** বি. বাৰ জনা সূৰ্য্য- ধাতা, মিত্ৰ, অৰ্য্যমা, ইন্দ্ৰ, বৰুণ, সূৰ্য্য, ভগ, বিবস্বান, পূষা, সবিতা, ত্বষ্টা আৰু বিষ্ণু।

**দ্বাপৰ** বি. তৃতীয় যুগ, সত্য আৰু ত্ৰেতাৰ পাছৰ যুগ the third of the four Jugas.

**দ্বাৰ** বি. দুৱাৰ, কপাট a door, ঘৰৰ ওলোৱা সোমোৱা বাট an entrance. **দ্বাৰপাল** বি. দুৱাৰ ৰক্ষক, দুৱৰী a door keeper.

**দ্বাৰা, দ্বাৰাই** অব্যয়, হতুৱাই, উপায়েৰে by means of, through the agency of, by.

**দ্বাৰকা, দ্বাৰাৱতী, দ্বাৰৱতী** বি. গুজৰাটৰ অন্তৰ্গত আৰব সাগৰৰ পাৰৰ কৃষ্ণৰ নগৰ।

**দ্বাৰী** বি. দুৱৰী a door keeper.

**দ্বি** সংখ্যা, দুই two. **দ্বি কৰ্ম্মক** বিণ. দুটা কৰ্ম্ম থকা (ক্ৰিয়া) having two objects, as a verb, **দ্বিচৰ** বিণ. বাম আৰু পানী দুয়োতে চৰা amphibious. **দ্বিগু** এবিধ সমাস।

**দ্বিচাৰিণী** বি. দুজন পুৰুষৰ প্ৰতি আসক্তা।

**দ্বিজ** বি. ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য, কণীৰ পৰা জগা জন্তু, অণ্ডজ a person of either of the three first classes of the Hindus, an oviparous animal.

**দ্বিজৰাজ** বি. শ্ৰেষ্ঠ ব্ৰাহ্মণ, চন্দ্ৰ a learned and high cast Brahmin, the moon.

**দ্বিতয়** দুই two.

**দ্বিতীয়** বিণ. দুই সংখ্যা পূৰ কৰাটো the second.

**দ্বিতীয়া** বি. প্ৰতিপদৰ পাছৰ তিথি the second lunar day.

**দ্বিধা** বি. দুইৰকমভাৱ, মনৰ সংশয় doubt, hesitation. বিণ. দুই- ভাগে বিভক্ত divided into two parts, দুই প্ৰকাৰ of two sorts.

**দ্বিপ** বি. হাতী elephant.

**দ্বিপদ** বিণ. দুখন ভৰি থকা biped. **দ্বিপদী** দুই চৰণ থকা পদ্যৰ ছন্দ বিশেষ।

**দ্বিবিধ** বি. দুই প্ৰকাৰ, **দ্বিভুজ** দুইবাহু থকা having two arms.

**দ্বিৰদ** বি. গজ, হাতী an elephant.

**দ্বিৰুক্ত** বিণ. দুবাৰ কথিত বা লিখিত repeated.

**দ্বিৰুক্তি** বি. একে শব্দ বা কথাকে

আকৌ কোৱা কাৰ্য্য, পুনৰুক্তি repetition of the same word or statement, tantology.

**দ্বীপ** বি. কেওপিনে পানীয়ে বেঢ়ি থকা ঠাই an island. **দ্বীপ-দ্বীপান্তৰ** নানাদেশ বা ঠাই, **দ্বীপপুঞ্জ** বি. একেলগে থকা বহুত দ্বীপ an archipelago. **দ্বীপান্তৰ** বি. বেলেগ দ্বীপ another island. বিণ. **দ্বীপান্তৰিত** শাস্তিস্বৰূপে আন এক দ্বীপলৈ পঠোৱা transported.

**দ্বেষ** বি. শত্ৰুতা, হিংসা enmity, malice. **দ্বেষী** বিণ. হিংসাকৰা having enmity. বি. শত্ৰু, হিংসা কৰা লোক an enemy. **দ্বেষ্য** বিণ. হিংসা কৰিবৰ যোগ্য বা পাত্ৰ fit to be hated.

**দ্বৈত** দ্বিত্ব। **দ্বৈতবাদ** দাৰ্শনিক মত য'ত জীবাত্মা আৰু পৰমাত্মাৰ নাইবা পুৰুষ আৰু প্ৰকৃতিৰ স্বাতন্ত্ৰ্য স্বীকৃত হয় dualism. **দ্বৈতবাদী** উক্তমতাবলম্বী a dualist.

**দ্বৈধ** বি. সংশয়, দোধোৰ মোৰ a dilemma, a doubt, বিণ. সংশয়যুক্ত, দোধোৰ মোৰত পৰা hesitating, undecided,

**দ্বৈপায়ন** বি. ব্যাসমুনি name of Vyasa, এটা সৰোবৰৰ নাম name of a tank.

**দ্বৈৰথ** বিণ. দুই ৰথীৰ (যুঁজ) fighting between two heroes.

**দ্ব্যক্ষৰ** বিণ. দুটা আখৰ থকা।

**দ্ব্যৰ্থ** বিণ. দুবিধ অৰ্থ থকা, যি বাক্যৰ দুইৰকম অৰ্থ হয়, দ্ব্যৰ্থক দুই অৰ্থ থকা having two senses.

---



## ধ

**ধ** ব্যঞ্জনবৰ্ণৰ ঊনৈশ সংখ্যাৰ আখৰ the nineteenth letter of the consonants.

**ধঁতুৰা** বি. এবিধ সৰু গছ, ইয়াৰ পাত বা গুটি খালে বাগীধৰে।

**ধঁপতুৰা** বিণ. ধঁপাত খোৱা addicted to tobacco, **ধঁপাত** বি. এবিধ সৰু গছ আৰু তাৰ পাত tobacco.

**ধক্** বি. লাজ, অপমান shame.

**ধক্ধক্** বি. অতি বগা বা উজ্জ্বল, গুণ থকা a word generally used to describe the white colour. বিণ. **ধকধকীয়া**। ক্ৰি. বিণ. **ধকধক কৰে**।

**ধতুৰা** বিণ. আনৰ ঘৰত পেট পুহি থকা, বিয়া নকৰা তিৰোতাত চাপি থক living at the house of another as a dependent, living with a woman not married legally.

**ধতুৰাৰ কিল** বি. ক্ষমতাহীন মানুহে দিয়া দণ্ড।

**ধন** বি. ৰূপ, সোণ আদি, সম্পত্তি money, property, চেনেহৰ মানুহক মতা মাত, **ধন কুবেৰ** বি. কুবেৰৰ সমান ধনী। **ধনদ** বি. ধন-দাতা কুবেৰ। **ধনতন্ত্র** ধনীকৰ শ্ৰেণীৰ শাসন। **ধনগৰ্ব্ব** ধনৰ অহঙ্কাৰ, **ধনগুলৈ** 'গুলৈ' চোৰা। **ধনপতি** ধনৰ অধিপতি দেৱতা, কুবেৰ। **ধনভঁৰালী, ধনভঁড়ালী** ধনৰ ভঁৰাল ৰক্ষা কৰা বিষয়া a treasurer. **ধন ৰক্ষক** বি. ধন ভড়ালী, লোকৰ ধন ৰাখোতা a treasurer. **ধন-লুব্ধ** বিণ. ধনলৈ লোভ, avaricious, **ধন-লোভী** বিণ. ধন, সম্পত্তিলৈ লোভ। **ধন-হীন** বিণ. ধন নথকা, দৰিদ্ৰ, দুখীয়া poor, needy. **ধন-দৌলত, ধন সম্পদ, ধন সম্পত্তি** নগদ টকা আৰু বিষয়-আশয়। **ধন-বিজ্ঞান** অৰ্থনীতি। **ধনদা** বি. লক্ষ্মী। **ধনা-গম** আয়, অৰ্থাগম, income. **ধন-ৱন্ত, ধনৱান** বিণ, অধিক ধন থকা, চহকী, ধনী wealthy. **ধনাগাৰ** ধন ভঁৰাল a treasury, **ধনাঢ্য** বিণ ধনী স্ত্ৰী. **ধনাঢ্যা**। **ধনাধি-কাৰী** বি. ধনৰ অধিকাৰী বা গৰাকী। **ধনাধ্যক্ষ** বি. ধন ভঁৰালী। **ধনাৰ্থী** বি. ধনাকাঙ্ক্ষী। **ধনিক** বি. ধনী, মহাজন capita-list.

**ধনঞ্জয়** বি. অৰ্জুন a name of Arjuna. বিণ. বৰ ডাঙৰ very large, very strong. **ধনঞ্জয়-বায়ু** শৰীৰৰ বায়ু বিশেষ।

**ধনিয়া** বি. এবিধ সুগন্ধি শাক the coriander plant.

**ধনিষ্ঠা, ধনিষ্ঠামান** বি. এধানমান, অলপমান a very small parti-cle.

**ধনিষ্ঠা** বি. চৌবিশ সংখ্যাৰ নক্ষত্ৰ the twenty-fourth lunar mansion.

**ধনী** বি. ধনী মানুহ a rich man. —বিণ. ধন থকা, চহকী rich.

**ধনু** বি. ধেনু, যাৰ পৰা বাণ এৰা হয় a bow. নৱম ৰাশি। **ধনুধৰ, ধনুৰ্ধ্বৰ, ধনুধাৰী**। বি. বীৰ an archer. **ধনুৰ্গুণ** বি. ধেনুৰ গুণ বা জোৰ bow string, **ধনুৰ্ব্বিদ্যা** ধেনু কাঁড় ব্যৱহাৰ কৰা বিদ্যা archery.

**ধনুৰ্যাগ** বি. ধনুৰ পূজা কৰিবলৈ কংসই পতা এটা যজ্ঞ।

**ধনুষ্টঙ্কাৰ** বি. এবিধ ৰোগ titanus.

**ধনুৱা** বিণ. ধন দি কিনা, নগদ ধনেৰে বেচ দিয়া costing money, obtained for money, নগদ ধন লৈ কাম কৰা serving for ready money.

**ধনেশ, ধনেশ্বৰ** বি. কুবেৰ।

**ধনেশ** বি. এবিধ চৰাই, horn bill.

**ধন্দ** বি. সন্দেহ, বিমোৰ doubt.

**ধন্য** বিণ. কৃতাৰ্থ, ভাগ্যবান, প্ৰশংসনীয়, সাধু praise-worthy, successful, fortunate. **ধন্যবাদ** সাধুবাদ, প্ৰশংসা, কৃতজ্ঞতা প্ৰকাশক উক্তি thanks.

**ধন্বন্তৰি** বি. দেৱ চিকিৎসক ।

**ধপচালি** বি. ওপৰত উঠি ভৰিৰে খচা কাৰ্য্য, ডাবি, দপালনি act of trampling upon, rebuking. ক্ৰি. **ধপচালি পাৰ** ।

**ধপধপ** (অনুকাৰ শব্দ) চৰায়ে ডেউকাৰে আঘাত কৰিলে হোৱাৰ নিচিনা শব্দ । বি. **ধপধপনি** —অক. ধা. **ধপ্‌ধপা** । ক্ৰি. বিণ. **ধপ্‌ধপ্‌ কৰে** ।

**ধব** বি. স্বামী husband.

**ধবল** বিণ. বগা, শ্বেত white, শ্বেত-কুষ্ঠ leucoderma. **ধবলিত** বিণ. যি বগা হৈছে ।

**ধমক, ধম্‌কী** বি. ভয় দেখুৱাই সাবধান কৰা কাৰ্য্য, ডাবি threat.

**ধমক্** বি. একেবাৰে যিমান বেলি বল দিব বা পৰিশ্ৰম কৰিব পাৰি a space of time.

**ধমধম** বি. বৰকৈ জ্বলা জুইৰ নিচিনা শব্দ, দহদহ । বি. **ধমধমনি** । অক. ধা. **ধমধমা** বৰকৈ জ্বলা জুইৰ দৰে শব্দ কৰ to roar like a blazing fire, বৰকৈ জ্বলা বা পোৰা অনুভৱ কৰা to feel a burning sensation—বিণ. **ধমধমীয়া** । ক্ৰি. বিণ. **ধম্‌ধম্ কৰে** ।

**ধমনা** বি. কাটি সক নকৰা গোটা কাঠ, a large piece of unshaped wood, বেছি মঙহাল fleshy. স্ত্ৰী. **ধামনী** ।

**ধমনী** বি. গাৰ তেজ চলা সিৰ, নাড়ী an artery, a vein.

**ধৰ** বি. সিৰ, a blood-artery.

**ধৰ** অক. ধা. গাত বাগী, পোৰণি বা বেদনা জন্মা produce sensation, intoxication or pain, ভিতৰ সোমাই থাকিবৰ কাৰণে ঠাই পা to have room enough to be contained, আৰম্ভ কৰ to begin. সক. ধা. আধাৰ স্বৰূপে ধাৰণ কৰ to hold, হাতেৰে ল to catch, বান্ধি ৰাখ to catch hold of, কুকৰ্ম্ম বা লুকাই কাম কৰোঁতে দেখ to detect, বিশ্বাস কৰ বা মান to credit, আক্ৰমণ কৰ to attack, জ্বলা to kindle, উৎপন্ন কৰ to produce as flowers or fruits, উচ্চাৰণ কৰ (নাম ধৰ) to utter.

**ধৰ** বি. দোডোখৰ মাটিৰ মাজৰ সীমা, আচৰণৰ নিয়ম a boundary line or mark, a rule of conduct.

**ধৰণ** বি. ধৰা কাৰ্য্য act of holding, গঢ়, নিয়ম, প্ৰণালী form, mode, manner.

**ধৰণী** বি. পৃথিৱী the earth, সাগৰ, বিষ উজোৱা বা কটা ধাৰ তেজ

নিবাৰণৰ কাৰণে দিয়া বান্ধ, সাপৰ বিষ উঠোৱা বন্ধ কৰা মন্ত্ৰ, আশ্ৰয়, ৰক্ষক a supporter, a protector. ধৰণীধৰ পৃথিবী ধৰোঁতা। ধৰণীপাল, ধৰণীশ্বৰ ৰজা।

**ধৰ্‌ফৰ্‌, ধৰফৰনি, ধৰফৰি** বি. 'চটফট' চোৱা।

**ধৰম** 'ধৰ্ম্ম' শব্দৰ কোমলৰূপ।

**ধৰমচিয়া** ঈশ্বৰ আৰু ধৰ্ম্মৰ নাম স্মৰণ কৰাই বা সোঁৱৰাই সত্য কৰলৈ ক to enjoin in the names of God and religion to speak the truth.

**ধৰমী** বিণ. সন্ত, সাধু, ন্যায়-পৰায়ণ, পৰোপকাৰী virtuous, righteous, honest.

**ধৰা** সক. ধা. খঁচি ধাৰ তোল ধাৰ দে to sharpen. বি. ধৰাওঁতা, স্ত্ৰী. ধৰাঁতী। বিণ. ধৰোৱা।

**ধৰা** বি. পৃথিবী the earth. ধৰাতল বি. দীৰ্ঘ আৰু পুতল থকা কিন্তু ঘনতা নথকা ক্ষেত্ৰ, পৃথিবীৰ উপৰি ভাগ।

**ধৰা** সক. ধা. আনক ধৰিবলৈ দে to cause to be held, আনৰ হতুৱাই খোজা cause to be asked for. ধৰা দি নিজেই দেখাদি ধৰিবলৈ দে। ধৰাপৰ লুকাই কাম কৰোঁতে ধৰা বা দেখা পোৱা হ। ধৰাধৰি এটাই আনটোক ধৰা কাৰ্য্য, একেটা বস্তুকে বহুতে ধৰা কাৰ্য্য। ক্ৰি. বিণ. ধৰাধৰিকৈ।

**ধৰাবন্ধা** বিণ. নিশ্চয় কৰা, অলৰ fixed, certain. ক্ৰি. বিণ. ধৰাবন্ধাকৈ।

**ধৰিত্ৰী** বি. পৃথিবী the earth.

**ধৰীয়া** বিণ. জৰীত ধাৰ পাতি গঁথা arranged on a string.

**ধৰুৱা** বিণ. ঋণী indebted. বি. ধাৰ কৰা মানুহ a debtor. ধন বা বস্তু ধাৰে দিয়া মানুহ a creditor.

**ধৰোঁতা** বি. যি ধৰে one who catches. স্ত্ৰী. ধৰঁতী।

**ধৰ্ত্তব্য** বি. ধৰিব লগীয়া, মানিবৰ বা বিশ্বাসৰ যোগ্য, বিবেচ্য, গ্ৰাহ্য worth considering or accepting, credible.

**ধৰ্ম্ম** বি. সৎকৰ্ম্ম, সদাচাৰ, পুণ্য কৰ্ম্ম, কৰ্ত্তব্য কৰ্ম্ম, pious or meritorious act, স্বাভাৱিক। গুণ বা প্ৰকৃতি inherent quality or law, অভ্যাসৰ পৰা হোৱা স্বভাৱ acquired character, পৰম্পৰাগত সামাজিক আচাৰ-অনুষ্ঠান বা বিহিত কৰ্ম্ম usage, সুনীতি morality. সাম্প্ৰদায়িক উপাসনা পদ্ধতি, ৰীতি নীতি আৰু ঈশ্বৰ পৰকাল ইত্যাদি বিষয়ক মত religious, ন্যায় justice, ঈশ্বৰ বিশ্বাস faith in God, সতীত্ব

chastity, যমৰজা a name of Jama.

**ধৰ্ম্মকৰ্ম্ম, ধৰ্ম্মকাৰ্য্য** ধৰ্ম্মবিহিত কাৰ্য্য, ধৰ্ম্মৰ অনুষ্ঠান। **ধৰ্ম্মক্ষেত্ৰ** পুণ্যভূমি। **ধৰ্ম্মগুৰু** ধৰ্ম্ম শিকোৱা গুৰু। **ধৰ্ম্মগ্ৰন্থ** সাম্প্ৰদায়িক ধৰ্ম্মমতৰ প্ৰতিপাদক গ্ৰন্থ। **ধৰ্ম্মঘট** সঙ্ঘবদ্ধ হৈ প্ৰতিজ্ঞা গ্ৰহণ, প্ৰাৰ্থনা পূৰণ নোহোৱা পৰ্য্যন্ত কাম বন্ধ কৰা strike. **ধৰ্ম্মচক্ৰ** সুখৰ কাৰণ আৰু নিবৃত্তি বিষয়ক বুদ্ধৰ উপদেশ চতুষ্টয়। **ধৰ্ম্মচৰ্য্যা** ধৰ্ম্মপালন। **ধৰ্ম্মচ্যুত** ধৰ্ম্মভ্ৰষ্ট। **ধৰ্ম্মজ্ঞ** ঈশ্বৰ, পৰকাল, ন্যায় বা অন্যায় জনা, যি ধৰ্ম্মৰ তত্ত্ব জানে। **ধৰ্ম্মধ্বজী** বাহিৰে ধাৰ্ম্মিক মানুহৰ চিন লোৱা বা আচৰণ কৰা, কিন্তু ভিতৰে অধৰ্ম্মী। **ধৰ্ম্মতঃ** ধৰ্ম্মানুসাৰে। **ধৰ্ম্মদ্ৰোহী** বিণ. অধাৰ্ম্মিক। **ধৰ্ম্মনষ্ট** বি. সতীত্ব নষ্ট কৰা। **ধৰ্ম্মনাশ** বি. ধৰ্ম্মৰ হানি বা লোপ, সতীত্ব নাশ। **ধৰ্ম্মনিষ্ঠ, ধৰ্ম্মপৰায়ণ** বিণ. ধৰ্ম্ম আচৰণত অনুৰক্ত। বি. **ধৰ্ম্মনিষ্ঠা, ধৰ্ম্মপৰায়ণতা**। **ধৰ্ম্মপত্নী** বি. সহধৰ্ম্মিনী, যথাবিধি বিবাহিতা। স্ত্ৰী. **ধৰ্ম্মপথ** বি. ধৰ্ম্মৰ নিয়ম বা সত্য। **ধৰ্ম্মপাল, ধৰ্ম্মপালক** বি. বিধিনিৰ পৰা ধৰ্ম্মৰক্ষা কৰোতা ৰজা। **ধৰ্ম্মপিতা** বি. ধৰ্ম্মসাক্ষী কৰি যাৰ লগত পিতৃত্ব সম্বন্ধ স্থাপন কৰা হৈছে। **ধৰ্ম্মপুত্ৰ** বি. যুধিষ্ঠিৰ (যম-কুন্তিৰ পুত্ৰ) **ধৰ্ম্মপ্ৰবৃত্তি** বি. ধৰ্ম্ম কৰিবৰ মতি। **ধৰ্ম্মপ্ৰাণ** বিণ. ধৰ্ম্মত একান্ত অনুৰক্ত। **ধৰ্ম্মভয়** বি. ধৰ্ম্ম হানিৰ ভয়। **ধৰ্ম্মভূমি** বি. পুণ্য ঠাই, পবিত্ৰ ঠাই। **ধৰ্ম্মভ্ৰষ্ট** বিণ. ধৰ্ম্মচ্যুত, পাপী। **ধৰ্ম্মযুদ্ধ** বি. ন্যায় যুদ্ধ। **ধৰ্ম্মৰক্ষা** বি. সতীত্ব ৰক্ষা, ধৰ্ম্মপালন। **ধৰ্ম্মৰাজ** বি. যমৰজা। **ধৰ্ম্মশালা** বি. ৰজাৰ বিচাৰৰ ঘৰ, নিৰাশ্ৰয় মানুহক খুৱাই শুৱাই ৰাখিবলৈ দিয়া ঘৰ। **ধৰ্ম্মশাস্ত্ৰ** বি. স্মৃতিশাস্ত্ৰ, ন্যায় বিচাৰৰ পুথি। **ধৰ্ম্মশীল** বিণ. ধৰ্ম্মিষ্ঠ, ন্যায়বান। **ধৰ্ম্মসংস্কাৰ** বি. প্ৰচলিত ধৰ্ম্মৰ উন্নতি সাধন। **ধৰ্ম্মাত্মা** বিণ. ধৰ্ম্মত একান্ত অনুৰক্ত। **ধৰ্ম্মাধি-কৰণ** বিণ. বিচাৰালয়, বিচাৰক। **ধৰ্ম্মাধিকাৰ** বি. বিচাৰকৰ কাৰ্য্য। **ধৰ্ম্মাধ্যক্ষ** বি. প্ৰধান বিচাৰপতি। **ধৰ্ম্মানুষ্ঠান** বি. ধৰ্ম্মচৰ্চ্চা, ন্যায় আচৰণ। **ধৰ্ম্মান্ধ** বি. স্বধৰ্ম্মত অন্ধবিশ্বাস আৰু পৰ ধৰ্ম্মত বিদ্বেষযুক্ত fanatic, bigoted. **ধৰ্ম্মাৱতাৰ** বি. সাক্ষাৎ ধৰ্ম্ম, যি ধৰ্ম্ম আৰু পুণ্যক লক্ষ্য কৰি বিচাৰ কৰে। **ধৰ্ম্মাৱলম্বী** বিণ. কোনো এক ধৰ্ম্ম আশ্ৰয় কৰি থকা। **ধৰ্ম্মোত্তৰ** বি. ধৰ্ম্ম পালন কৰিবলৈ মহন্তক দান কৰা মাটি। **ধৰ্ম্মোপদেশ** বি ধৰ্ম্ম সম্বন্ধীয় শিক্ষা। **ধৰ্ম্মিষ্ঠ** বণ. ধৰ্ম্মশীল, পুণ্যবন্ত। **ধৰ্ম্মী** বিণ. ধৰ্ম্মপৰায়ণ, কোনো

এক স্বাভাবিক গুণযুক্ত। **ধৰ্ম্মিতা** বি. গুণযুক্ত, ধৰ্ম্মযুক্ত।

**ধৰ্ষ** সক. ধা. মোহিত কৰ, অভিভূত কৰ to enrapture, to overwhelm, দেওলাগ to possess.

**ধৰ্ষণ** বি. পীড়ন, অত্যাচাৰ, বলাৎকাৰ। **ধৰ্ষিত** বিণ. উৎপীড়িত, অপমানিত, পৰাজিত oppressed. স্ত্রী. **ধৰ্ষিতা** বলাৎকৃতা ravished, উৎপীড়িতা।

**ধল** বিণ. ধলা, বগা white, বাঢ়নী পানী a flood, বগা কুষ্ঠ white leprosy,

**ধল-পুৱা** বি. নিচেই পুৱা dawn.

**ধলা** বিণ. বগা white. স্ত্রী. **ধলী**।

**ধৱ** বি. স্বামী husband.

**ধৱল, ধৱলি** বিণ. বগা white. **ধৱলীকৃত** বিণ. বগা কৰা whitened.

**ধহ্‌মহ্** বি. চট্‌ফট্, ধৰফৰ, খচমচ।

**ধাঁই** বি. উদফাই, ঊৰ্দ্ধশ্বাস asthma.

**ধাচ্ কৰে, ধাচ্‌ধাচ্** ক্রি. বিণ. ধাচ শব্দ কৰি, মৃতপ্রায় হৈ suddenly falling flat on the ground with force.

**ধা** অক. ধা. যুঁজিবলৈ খেদি যা, আগ বাঢ়ি যা, চোঁচা মাৰ to rush to battle.

**ধাই** বি. লোকৰ সক ল'ৰা-ছোৱালীৰ আলপৈচান ধৰা মাইকী a wet nurse, ল'ৰা ছোৱালী জন্মাৰ সময়ত সাহায্য কৰা তিৰোতা a midwife, ৰোগীৰ সাৱধান লোৱা তিৰোতা a nurse.

**ধাইয়ে ধৰ, ধায়ে ধৰ** কেঁচুৱা লৰাৰ দৰে টোপনিত হাঁহ বা কান্দ to smile or cry in sleep as an infant, বৰকৈ হাঁহি তোল to laugh violently.

**ধাউতি** বি. অনুৰাগ, হেপাহ, হাবিয়াহ attachment, longing, earnest desire.

**ধাকুৰ** সক. ধা. আঘাত কৰ, ভুকুৱা (হিয়া ধাকুৰে) to beat or strike as the breast.

**ধাতৱ** বিণ. ধাতুঘটিত metallic.

**ধাতা** বি. বিধাতা, ব্রহ্মা, বিষ্ণু Providence, Bishnu, Brahma.

**ধাতু** বি. সোণ, ৰূপ, লো ইত্যাদি metal, খনিজ দ্রব্য mineral, শৰীৰক ধাৰণ কৰা তিনিটা বস্তুৰ এটা যেনে বায়ু, পিত্ত, কফ one of the three bodily humours—wind, bile, phlegm, ৰস, ৰক্ত, শুক্র আদি সপ্ত ধাতুৰ এটা, বীৰ্য্য, ৰেতস constituent part of the body, as blood, flesh etc. semen, virile. প্রাণবায়ু, চেতনা vital breath, কোনো মানুহৰ শৰীৰৰ বিশেষ স্বভাৱ বা অৱস্থা, মনৰ বিশেষ স্বভাৱ বা গতি a peculiar bodily consti-

tution, idiosyncrasy, ক্ৰিয়াৰ মূল the root of a verb. —**ধাতুউত্ক** প্ৰাণ নাইকিয়া হ। **ধাতুময়** ধাতুৰে সজা।

**ধাত্ৰী** বি. 'ধাই' চোৱা। **ধাত্ৰীফল** 'আমলখী' চোৱা। **ধাত্ৰীবিদ্যা** যি বিজ্ঞানৰ দ্বাৰা সন্তান প্ৰসৱ সম্বন্ধে জ্ঞান লাভ কৰা যায়।

**ধাদহী** বিণ. আকাজী, তিৰোতাই জানিব লগীয়া কাম নজনা unskilful, worthless.

**ধাদুমী** বি. ধমিনী, লুধুমী corpulent, fat.

**ধান** বি. এবিধ ভিতৰত চাউল হোৱা বনৰ গুটি আৰু তাৰ গছ the rice plant, অতি ক্ষুদ্ৰ বস্তু বা অংশ, কণা, 'এধানমান' a minute thing or portion of a thing. **ধাননি** ধানৰ খেতি থকা পথাৰ a field of paddy, **ধান বনাদি বান** ভয়ত বা বেজাৰত বুকু কঁপ বা ধপধপা to have palpitation or beating of the heart out of fear. **ধান খেৰৰ জুই** বি. ক্ষন্তেকীয়া কাৰ্য্য।

**ধানুকী** বি. ধেনুধাৰী সেনা an archer.

**ধান্দা, ধান্ধা** বি. ভাবনা, চিন্তা anxiety, সন্দেহ, বিমোৰ doubt, মায়া worldly illusion.

**ধান্য** বি. ধান paddy.

**ধাম** বি. পবিত্ৰ ঠাই a holy place, থকা ঠাই a residence.

**ধাম** বি. চাঙৰ ধৰণী বা তলৰ ভাৰৰ গড় a big crossbeam supporting a platform.

**ধামনী** বিণ. লুধুমী, ডাঙৰ গা যুক্ত corpulent.

**ধামথম্** বি. হাতীৰ কপালৰ টেমুনা the portuberance on the forehead of an elephant.

**ধামখুমীয়া** বি. নৈৰ-তলি ঠাইতে ওখ, ঠাইত চাপৰ হোৱাৰ গতিকে সোঁতৰ কোৰ প্ৰবল হোৱা ঠাই rapids of a river.

**ধামাধৰা** তোষামোদ কৰা।

**ধাৰ** বি. অস্ত্ৰৰ চোক, তীক্ষ্ণতা sharpness of a cutting weapon, ঋণ a debt. **ধাৰ উঠ** চোক উঠ, চোকা হ। **ধাৰ খা** ধন বা বস্তু লৈ পুনৰ নিদিয়া বা তাৰ পৰিবৰ্ত্তে কাম নকৰা। **ধাৰ দে** ধৰা, চোকা কৰ। **ধাৰলৈ দে** উঠনা দে। **ধাৰপৰ** চোক নাইকিয়া হ। **ধাৰ মৰ** ঋণ নাইকিয়া হ।

**ধাৰ** বি. নৈৰ যি ফালেদি সোঁত বৰকৈ বয় a current, জুলীয়া বস্তুৰ লানী a continuous flow, গঁথা মণি বা ফুলৰ শাৰী a string of beads, a garland of flowers. **ধাৰ পৰ** বৰ প্ৰবল সোঁত ব to flow in a strong current.

**ধাৰক** বি. আধাৰ স্বৰূপে ধৰি

ধাৰোঁতা that which holds anything.—বিণ. পেট চলিবলৈ নিদি বা ভেদ বন্ধ কৰি ৰখা (ঔষধ) astringent.

ধাৰণ বি. ধৰা কাৰ্য্য act of bearing.

ধাৰণ বি. গতি-গোত্ৰ, ৰকম, বুজি পোৱা কাৰ্য্য condition, state.

ধাৰণা বি. স্মৰণ শক্তি memory, কল্পনা, অনুভব, বোধ assumption, conception, একাগ্ৰতা earnestness.

ধাৰণা শক্তি বি. মানসিক শক্তি, বুদ্ধি, বিচাৰ intellect.

ধাৰা বি. ৰীতি, নিয়ম usage, প্ৰবাহ, স্ৰাব stream, jet, নৈৰ সোঁতা a channel, লানী নিছিগা হৈ পৰা পানী বা ৰষুণ rain falling or blood oozing in a stream, আইনৰ বিধি section.

ধাৰাপাত বি. অঙ্কৰ নিয়মাদি থকা প্ৰথম কিতাপ the first book of Arithmetic.

ধাৰাবাহিক বিণ. অবিচ্ছিন্ন, ক্ৰমিক continuous, successive.—ক্ৰি. বিণ. ধাৰাবাহিক ৰূপে ক্ৰমান্বয়ে।

ধাৰাবাহিকতা, ধাৰাবাহিতা অবিচ্ছিন্ন, ক্ৰমিক, শৃঙ্খলিত।

ধাৰাল বিণ. ধাৰ থকা, চোকা sharp, keen.

ধাৰাসাৰ বিণ. ছেদভেদ নথকা, নেৰানেপেৰা ceaseless,—ক্ৰি. বিণ. ধাৰাসাৰে।

ধাৰি বি. শাৰী a row, a line.

ধাৰী বি. আধাৰ ৰূপে ধৰোঁতা, পিন্ধোঁতা, অধিকাৰ কৰোঁতা a holder, one who puts or does, a possessor.—স্ত্ৰী. ধাৰিণী।

ধাৰে ক্ৰি. বিণ. উঠনাকৈ, কালিমন-কৈ, ধাৰ কৰি on credit, একেবাহে সোঁত বৈ যোৱাৰ নিচিনা in a stream, without cessation.

ধাৰ্ম্মিক বিণ. যি ধৰ্ম্ম পালন কৰে, ন্যায়পৰায়ণ, ন্যায়বান pious, righteous.

ধাৰ্য্য কৃদ. বিণ. ধাৰণ কৰিবৰ বা লবৰ যোগ্য fit to be borne, নিশ্চয় কৰা, স্থিৰ হোৱা settled, determined.

ধাৱা, ধেৱা বি. যুদ্ধ, ৰণ war. ধাৱাৰ উপৰি ধাৱা বি. খেদাৰ উপৰি খেদা, কাৰো লগ ধৰিবলৈ ক্ৰমান্বয়ে পঠিওৱা কেবাটা মানুহ।

ধিং বি. লোকৰ ওপৰত দপ্‌দপনি, মহতালি arrogance, ostentation. ধিক বি. নিন্দাসূচক উক্তি, ছিঃ fie, shame.—নীচ, অধম low, mean, base, ধিকাৰ, ধিকাৰ বি. নিন্দা, তিৰস্কাৰ, গালি censure, reproach, contempt, আত্মগ্লানি, অপমান self-

reproach, insult. **খিকাৰ ছাৰ** হাৰাশাস্তি হ, হাইৰাণ হ to be harassed or fatigued.

**খিতিঙা, খিতপিলিঙা** বি. কাম নকৰি হোৱা এলেহুৱা, কাম নকৰি গা বেলাই কৃবা uninured to work, idle. বি. **খিতিঙালি**।

**খিপ্‌খিপ্**, অক. ধা. উশাহ লোৱাত বা ভয় আদি পাই বুকু কঁপা to beat as the heart, to palpitate, বি. **খিপ্‌খিপ্‌নি**।

**খিমা** বি. গুড়ৰ লাক, ডোখৰীয়া গুড় a ball or hand mass of *gurh.*

**খিয়া** সক. ধা. ধ্যান কৰ, সদায় চিন্তি থাক to meditate upon, to reflect upon. **খিয়ান** বি. 'ধ্যান' চোৱা। **খিয়ান লাগ** 'ৰ লাগ' চোৱা।

**ধী-খিয়া** অক. ধা. চিন্তিত বা ভাবিত হ, খু-তুৰা, উগুল থুগুল কৰ to be in anxiety.—বি. **ধীখিয়নি**।

**ধীৰ** বি. জ্ঞানী, বিজ্ঞ wise, গম্ভীৰ শান্ত, স্থিৰ steady, cool and quick. হেলেম slow.—বি. **ধীৰতা, ধীৰত্ব**।

**ধীৰ প্ৰশান্ত** বি. সাহসী আৰু শান্ত চৰিত্ৰ, the hero of a poetic composition who is brave and calm.

**ধীৰা ধীৰা** ক্ষি নায়িকাই ৰোহ গোপন কৰে। যি নায়িকাই চকু পানী টুকি টুকি নায়কৰ প্ৰতি বক্ৰোক্তি কৰে।

**ধীৰ ললিত** বি. দৃঢ়ব্ৰতী, সাহসী কিন্তু কৌতুকপ্ৰিয় আৰু কলাপ্ৰিয় নায়ক।

**ধীৰে, ধীৰে ধীৰে** ক্ৰি. বিণ. লাহেকৈ, লাহে লাহে slowly.

**ধী-শক্তি** বি. মনৰ শক্তি, বুদ্ধি mental power, intellect.—**ধীশক্তিসম্পন্ন** ধীশক্তি যুক্ত, বুদ্ধি থকা having mental power, **ধীমান** বুদ্ধিমান।

**ধীৰে সুস্থিৰে** ভাবিচিন্তি, উত্তেজিত নহৈ।

**ধীৰোদাত্ত** সাহসী, নিৰহঙ্কাৰ, সুখ আৰু দুখত দৰদী নায়ক, the hero of a poetic composition (i.e. a play or poem) who is brave and noble minded.

**ধীৰোদ্ধত** বীৰ, শান্ত, ধীৰ কিন্তু সময়ে সময়ে উদ্ধত the hero of a poetic composition who is brave but haughty.

**ধুই** বি. বয়সীয়া মাইকী হাতী a full grown female elephant.

**ধুকুধুকি** বিণ. সন্দেহত অস্থিৰ, উগুলথুগুল।

**ধুচা** বি. এবিধ কপাহৰ নোমৰ কম্বল a cotton blanket.

**ধুতি** বিণ. পখালি শুচি কৰা, গা ধুই শুচি গাত পিন্ধা, ছুৱা নথকা ceremonially clean, washed.

ধুতি-নীতি বি. সদাচাৰ, শুদ্ধ আচৰণ।

ধুতী বি. চুৰিয়া long and broad waist cloth used by men, a loincloth.

ধুতুঁৰা বি. 'ধতুঁৰা' চোৱা।

ধুত্‌কপলীয়া বিণ. দুৰ্কপলীয়া unfortunate. স্ত্ৰী. ধুত্‌কপালী।

ধুধুৰি বি. 'থুভৰি' চোৱা।

ধুন বি. কাপোৰ অলঙ্কাৰ আদি পিন্ধি কৰা শৰীৰৰ শোভা dress, decoration. ধুন-ধুপাল, ধুন ধুপালি ধুনমাৰি বা ফিতাহি মাৰি কৰা কাৰ্য্য foppery, vanity in dress or manners. ধুন পেচ গা মুখ সজাই ৰবকৈ বঢ়োৱা শৰীৰৰ শোভা। ধুন মাৰ সাজ পাৰ পিন্ধি গাৰ শোভা বঢ়া to dress showily.

ধুন সক. ধা. জোঁৰেৰে কোবাই আঁহ মুকলি কৰ্ বা পৰিষ্কাৰ কৰ্ (তুলা ধুনিছে) to scutch as cotton, অতিৰিক্ত ভাবে কৰ, মাৰ বা নষ্ট কৰ।—বি. ধুনোতা। ধুনতী।

ধুনাধুন ৰবকৈ মোহাৰি বা টঙনিয়াই ধুনা, কপাহৰ নিচিনা কোমল কৰা softened by repeated beating or crushing, ফাটি ছিটি খণ্ড খণ্ড হোৱা torn to pieces.

ধুনা বি. ধৈনা আদি কুটি উলিওৱা জাৰৰ।

ধুনি ক্ৰি. বিণ. তুলা ধুনা দৰে ৰবকৈ মোহাৰি মোচাৰি।

ধুনি বি. কাঁঠ জলাই ৰখা জুই a fire kept burning.

ধুনীয়া বিণ. সজ্জিত, শুৱনি decorated, beautiful.

ধুন্দা, ধুন্দ বি. আশঙ্কা, সন্দেহ doubt, uncertainty.

ধুন্দুলি বি. এবিধ লতা আৰু তাৰ ফল the snake Gourd.

ধুপ, ধুপুহ বি. গধুৰ বস্তু মাটিত পৰোঁতে হোৱাৰ নিচিনা শব্দ,—ক্ৰি. বিণ. ধুপকৰে, ধুপুহ কৰে, ধুপুৰাই, ধুপ-ধাপ ঘনে ঘনে ধুপ ধুপ কৰা কাৰ্য্য।

ধুপাল সক. ধা. ধুই নিৰ্ম্মল কৰ, মাজ to brush, to clean the teeth. বি. ধুপালোঁতা। স্ত্ৰী. ধুপালঁতী।

ধুপাল সক. ধা. ওপৰত উঠি খচ বা গৰক to trample upon, to crush with feet, ভাবি দি দমাই ৰাখ to control by threatening.

ধুপালি পাৰ ওপৰত উঠি দেও দি, খচা।

ধুপালনি ওপৰত উঠি খচা কাৰ্য্য।

ধুবুনী বি. ধোবাৰ মাইকী a washerwoman.

ধুবুৰী বি. গোৱালপাৰা জিলাৰ সদৰ ঠাই Dhubri; বহুদূৰ a very distant place.

ধুম (অনুকাৰ শব্দ) হিঁলৈ বা

ঢোলৰ মাতৰ নিচিনা, ডাঙৰ শব্দ। বি. ধুমধুমনি—অক. ধা. ধুমধুমা।

**ধুম্‌ধাম** বি. বৰ আড়ম্বৰ, সমাৰোহ ado, eclat. ক্রি. বিণ. ধুমধাম কৰি, ধুমধামেৰে।

**ধুম** বি. ডাঙৰ কাঠৰ খণ্ড a big piece of timber, অসম ৰজাৰ দিনত দোষী মানুহক আঘাত কৰা আগলৈ সক গুৰিলৈ ডাঙৰ এডোখৰ কাঠ।

**ধুমকলা** বিণ. মৰ কলা very deaf,

**ধুমধুপাল, ধুমধুপালনি** বি. ডাবি-হুকি, হাই উকমি loud and angry rebuke, taunt.

**ধুম নাঙঠ** একেবাৰে নাঙঠ, সম্পূর্ণ উলঙ্গ stark naked.

**ধুমপিট** বৰকৈ পিটা বা মৰিওৱা কার্য্য severe beating.

**ধুমা** বিণ. শকত, ডাঙৰ stout.—বিণ. ধুমাধুম, ধুমাধুমি বিশ্রাম নথকা, অতিশয় বেগেৰে কৰিব লগা—ক্রি. বিণ. ধুমাধুমিকৈ শীঘ্রে, নিজিৰোৱাকৈ।

**ধুমাধুন্দা, ধুমাপিটা, ধুমার্জ্জয়** বিণ. তুমুল, প্রবল heavy, noisy, boisterous.

**ধুমুৰা** বি. ডাঙৰ লৰা (ঠাট্টাত) a grown up child. স্ত্রী. ধুমৰী।

**ধুমুহা** বি. বৰ বতাহ, ডাঙৰ বতাহ বৰষুণ a tempest, a storm.

**ধুৰ্‌** বি. ডাঙৰ ডোল, ফই a large rope.

**ধুৰন্ধৰ** বিণ. শ্রেষ্ঠ, অগ্রগণী, কার্য্য-কুশল prominent, expert.

**ধুৱা** বি. গীতৰ দোহাৰ the chorus of a song.

**ধুৰা** বি. গাড়ীৰ তলৰ যি ডাল মাৰিত চকা দুটা ঘূৰে axle.

**ধুৱাপাত** জিৰণিৰ বাবে বা খাৱ-লবলৈ কিছুকাল কোনো ঠাইত থাক।

**ধুৰূপ** বি. সত্য, নিশ্চয় true, certain.—ক্রি. বিণ. নিশ্চয়কৈ, সঁচাকৈ।

**ধুলাই** বিণ. বগা কৰি ধোৱা bleached.

**ধুৱঁলি কুৱলী** বি. ধুঁৱা-কুৱা, ধোঁৱা কুই haziness caused by the mist, dust or smoke in the atmosphere.

**ধুৱঁা** বি, ধোৱাঁ smoke, ধুৱঁা-কুই, ধুৱঁাকুৱা ধুৱঁলি-কুঁৱলী।

**ধুৱঁা-খুলীয়া** বিণ. ধন সাঁচিব নোৱাৰা, অপব্যয়ী wasteful, prodigal.

**ধুনা** বি. এবিধ সুগন্ধি গছৰ আঠা a kind of resin.

**ধূপ** বি. গন্ধ দ্রব্যৰ গুড়ি লিপি কৰা সুগন্ধি ধোৱা ওলোৱা দীপ-শলা incense.—অক. ধা. অধিক তাপ পাই ডেই দুর্গন্ধ যুক্ত হ to be scorched and bad smelling বৰকৈ বদৰ তাপ পাই মুখ মেলি ঘনকৈ উশাহ ল to pant.

**ধুপাল** বি. খৰাং বতৰ, খৰ drought

**ধুপা** সক. ধা. অধিক তাপ দি ভেৰা বা আধা পোৰা কৰ to over-cook.

**ধুপাধাৰ** ধুপৰ আধাৰ। **ধুপীয়া** ধুপ সালোঁতা।

**ধুম** বি. ধোঁৱা smoke. **ধুমাকাৰ** ধোঁৱাৰ নিচিনা। **ধুমক'লা** বৰ ক'লা pitch dark.

**ধুমাচ্ছন্ন** বি. ধোঁৱাৰে পৰিপূৰ্ণ।

**ধুমকেতু** বি. নেজাল তৰা comet, উৎপতীয়া বা অমঙ্গলীয়া মানুহ বা বস্তু an inauspicious person or thing. **ধুমধাম** বি মহাসমাৰোহ, আড়ম্বৰ।

**ধুম পান** বিড়ি, ছিগাৰেট, ধপাত আদি খোৱা smoking.

**ধুম-যোনি** মেঘ, অগ্নি।

**ধুমাৱতী** দশমহাবিদ্যাৰ এক।

**ধুম্রবর্ণ** ধোঁৱা বৰণীয়া ash colour.

**ধুম্রলোচন** বি. শুম্ভ নিশুম্ভৰ সেনাপতি।

**ধুৰ্জ্জটি** বি. শিৱ Shiva.

**ধুৰ্ত্ত** বিণ. টেঙৰ shrewd, দুষ্ট dis-honest. বি. **ধুৰ্ত্ততা, ধুৰ্ত্তালি**।

**ধুলা, ধুলি, ধুলী** বি. মিহি বালি বা মাটিৰ গুড়ি dust. **ধুলি উঠ** ধুলি হৈ যা। **ধুলিময়, ধুলিয়ৰি** বি. ধুলি স্বৰূপ, ধুলিৰ নিচিনা dust like, full of dust. **ধুলি-আকতি** ধুলি আৰু সেই নিচিনা বস্তু, **ধুলীয়া** বা শুকাবলৈ দিয়া ধুলি দৰৱ।

**ধুসৰ** বি. মটীয়া বগা, ছাই বা ধোঁৱা বৰণ the grey colour.—বিণ. মটীয়া বগা grey.—বিণ. **ধুসৰিত**।

**ধৃত** কৃদ. বিণ. ধৰা, ধৰি ৰখা held, caught. **ধৃতব্ৰত** ব্ৰতধাৰী।

**ধৃতৰাষ্ট্ৰ** বি. দুৰ্য্যোধনাদিৰ পিতা।

**ধৃতি** বি. ধৈৰ্য্য patience.

**ধৃষ্ট** বিণ. নিজ শক্তিৰ বিবেচনা নকৰাকৈ কোনো কামলৈ আগবঢ়া, লাজ পাবৰ ভয় নথকা, প্ৰগল্‌ভ, স্পৰ্দ্ধিত impudent, presump-tuous.—**ধৃষ্টতা**।

**ধৃষ্টদ্যুম্ন** বি. দ্ৰৌপদীৰ ভায়েক।

**ধৃষ্ট নায়ক** বি. যি নায়কে নিৰ্লজ্জ ভাবে পত্নী বা প্ৰেয়সীৰ গালি, শপনি সহ্য কৰিও অন্য নায়িকাৰ প্ৰতি অনুৰাগ প্ৰদৰ্শন কৰে, a faithless husband or a lover.

**ধেঁতোৰ** বি. ইকৰাৰ ফুলৰ থোৰ, তাৰ ভিতৰত কিছু কলা ধুলি থাকে আৰু তাৰ কেঁওটো গৰখীয়া লৰাই খায়।

**ধেকুৰা** বি. শকত ডাঙৰ মতা কুকুৰ a stout male dog. স্ত্ৰী. **ধেকুৰী**।

**ধেন দি** অক. ধা. পোৱালি জগা to give birth to a young one.

**ধেনা** বিণ. ভিতৰত শাহ পুৰ নহৈ সক হৈ থকা, মুনিয়া undeve-

loped and small in size. স্ত্রী. ধেনী। বি. গৰু মহৰ জিভাত হোৱা এবিধ ৰোগ a disease of cattle.

ধেনু বি. কাঁড় মাৰিবৰ নিমিত্তে জোঁৰ লগাই ভিৰোৱা বাঁহ আদি a bow. ধেনুপতীয়া বাণ মাৰিবৰ নিমিত্তে ধেনুপতা মানুহ। ধেনু-ভিৰীয়া ধেনুৰ দৰে বেঁকা bent like a bow. ধেনুসজা এবিধ হাবিত হোৱা টেঁকীয়া জাতিৰ বন।

ধেনু বি. পোৱালি হোৱা গাই, এটা সিকি মূল্যৰ পৰাচিত a milch cow, a kind of purificatory rite.

খেন্দ বি. ফল আদিৰ ওপৰৰ ঢাকনী ফাটি ভিতৰৰ পৰা ওলোৱা কোমল-ভাগ the soft portion of a fruit and the like which becomes visible when the outer covering is broken. সক. ধা. খেন্দাল। অক. ধা. খেন্দেল। বিণ. খেন্দেলা।

খেমলী বি. বিয়া নকৰাকৈ চপাই লোৱা তিৰোতা।

খেমালি বি. খেলা, ৰং লগোৱা কাম play, sport. বিণ. খেমেলীয়া ৰঙিয়াল, খেলা কৰা sportive, হাঁহি উঠা amusing.

খেজ পোতা বি. চকু দুটি খোৱা অৱস্থা, আধামৰা অৱস্থা state of eyes being turned up when dying.

খৈয়াল বি. নিধক, নিলাজ, নীচ shameless, base.

ধৈৰ্য্য বি. ধীৰতা, বিপদত স্থিৰ হৈ থকা গুণ patience, endurance.

খো সক. ধা. পখাল, পানীৰে নিকা বা পৰিষ্কাৰ কৰ to cleanse with water, to wash. কৃদ. বি. খোওঁতা। স্ত্রী. খোৱতী।

খোঁৱা বি. জুই লগা বস্তুৰ পৰা ওলোৱা ভাপ smoke. খোঁৱা-খোৱা মলা ধপাতৰ ধোঁৱা হুপি খোৱা যতন a hooka, খোঁৱা চাং জুই ধৰা ঠাইৰ ওপৰত পতা চাং।

খোঁৱা-নলা বি. ঘৰৰ ওপৰেৰে ধোঁৱা ওলোৱা বাট chimney.

খোদ বি. বৰ এলেহুৱা, অকামিলা মানুহ a sluggard. বিণ. খহুৰা।

খোদৰ আলি বি. খোদৰ হতুৱাই বন্ধোৱা এটা আলিৰ নাম।

খোদৰ পচলা বি. কামত অপৈণত মানুহ, এলেহুৱা মানুহ a lazy man.

খোদাঙ, খোদোঙা বিণ. শকত আৰু গধুৰ stout and heavy.

খোন্দ বি. কাঠ আদিৰ ভিতৰৰ বিন্ধা, খোৰোং a hollow of a tree. বিণ. খোন্দাল, খোন্দোলা খোন্দ থকা, কোঁপোলা hollow.

**ধোপ্, ধোব্** বি. ধোৱন a washing.

**ধোবা** বি. কাপোৰ ধুই জীৱিকা নিৰ্ব্বাহ কৰা লোক a washerman. স্ত্রী. ধুবুনী। **ধোবাৰ পাট** বি. ধোবাই কাপোৰ ধোৱা নিকা পাত a wash board. **ধোবাং** বি. হাত ভৰি মেলি দীঘল হৈ পৰা কাৰ্য্য the act of lying at full length ক্রি. **ধোবাং জোৰ্**, ধোবাং দি।

**ধোলাই** বিণ. (হিঃ) বগা কৰি ধোৱা whiten.

**ধোৱন** বি. ধোৱা কাৰ্য্য act of washing.

**ধৌত** কৃদ. বিণ. ধুই নিকা কৰা, পৰিষ্কাৰ কৰা washed clean.

**ধৌ-ধৌ কৰে** ক্রি. বিণ. ধুই পৰিষ্কাৰ কৰাৰ দৰে, নিৰ্ম্মলৰূপে cleanly.

**ধৌম্য** বি. পাণ্ডৱৰ পুৰোহিত, অসিতঋষিৰ পুত্র, the priest of the Pandavas.

**ধৌলিঘৰ** বি. ৰজাঘৰ palace.

**ধ্যান** বি. গভীৰ চিন্তা, অভিনিবেশ, ৰবকৈ মন লগোৱা কাৰ্য্য, ৰূপ চিন্তন (দেৱতাৰ) close meditation. **ধ্যানগম্য** বিণ. ধ্যান কৰি জনা। **ধ্যানমগ্ন** বিণ. সমাহিত। **ধ্যানস্থ** বিণ. ধ্যানত ৰত।

**ধ্যেয়** বিণ. চিন্তনীয়, স্মৰণীয় to be thought of. **ধ্যায়মান** বিণ. যাৰ ধ্যান কৰা হয় meditated upon. **ধ্যাতব্য** বিণ. ধ্যানযোগ্য।

**ধ্রুপদ** বি. সঙ্গীতৰ পদ্ধতি বিশেষ।

**ধ্রুব** বি. ধ্রুবতৰা pole-star. বিণ. নিশ্চয়. দৃঢ়, অপৰিবৰ্ত্তনীয়, নিত্য firm, certain, sure **ধ্রুবলোক** বি. ধ্রুব থকা স্বৰ্গৰ এভাগ, উত্তৰ মেৰু north pole.

**ধ্বংস** বি. নাশ, উচ্ছেদ, সংহাৰ destruction, devastation, ক্ষয়, অপচয় waste.—সক. ধা. নাশ কৰ, সংহাৰ কৰ to destroy, to lay waste. **ধ্বংসক, ধ্বংসোতা** সংহাৰ কৰোঁতা, নাশ কৰা মানুহ a destroyer. **ধ্বংসিত** উচ্ছন্ন। **ধ্বংসাৱশেষ** ধ্বংস হোৱাৰ পাছত যি পৰি থাকে ruins. **ধ্বংসী** বিণ. নাশ কৰা destroying. **ধ্বজ, ধ্বজা** বি. পতাকা, নিচান a flag, পুৰুষৰ লিঙ্গ penis. **ধ্বজবজ্র অঙ্কুশ** ধ্বজ, বজ্র আৰু অঙ্কুশ চিন, বিষ্ণুৰ চৰণৰ চিন। **ধ্বজভঙ্গ** বিণ. পুৰুষ শক্তি হীন impotent.

**ধ্বজাধাৰী** বি. পতাকা ধাৰণ কৰোঁতা।

**ধ্বনি** বি. শব্দ, ৰব, স্বৰ a sound, অলঙ্কাৰ বহুল বচনা পদ্ধতি বিশেষ, প্রকাশ expression, বজ্রৰ গাজনি thunder-clap. কৃদ. বিণ. শব্দায়মান, ধ্বনিৰে পূৰ resounded.

**ধ্বস্ত** বিণ. নষ্ট, পতিত destroyed, spoiled.

**ধ্বান্তারি** বি. সূর্য্য the sun.

**ধ্বন্যাঘাত** বি. শব্দ উচ্চাৰণ কৰোঁতে তাৰ কোনো ভাগত আন ভাগতকৈ বেছিকৈ লগা মাতৰ খুন্দা accent.

—০—

## ন

**ন** ব্যঞ্জনবর্ণৰ কুৰি সংখ্যাৰ আখৰ the twentieth letter of the consonants.

**ন** (নঞ্-নাই) অব্যয়. নিষেধ বুজোৱা অব্যয় a particle denoting prohibition, negation etc.

**ন** বিণ. নতুন, পুৰণি নোহোৱা new.

**ন** বি. ন সংখ্যা nine. বিণ. নৱম ninth.

**নকৰ** বি. চাকৰ, ভৃত্য a servant.

**নকৰা-ছকৰা** তুচ্ছজ্ঞান, অবজ্ঞা প্ৰকাশ।

**নকল** বি. অনুকৰণ, প্ৰতিলিপি, প্ৰতিৰূপ imitation, copy. বিণ. **নকলী** নকল কৰা copied, কৃত্ৰিম not genuine. **নকল-নবিছ** আন এটা কাকতৰ লিখা চাই তাৰ দৰে লিখা কেৰাণী a copyist.

**ন-কৈ** ক্ৰি. বিণ. নতুনকৈ newly, পুনৰ again.

**নক্ত** বি. ৰাতি night.

**নক্ৰ** বি. ঘঁৰিয়াল a crocodile.

**নক্সা, নক্সা** বি. লিখনীৰে তোলা আকৃতি, চিত্ৰপট ছবি picture, a map, ৰেখা চিন drawing.

**নকুল** বি. নেউল, চতুৰ্থ পাণ্ডৱ a mongoose, the fourth son of Pandu.

**নখ** বি. আঙুলিৰ আগৰ উপাঙ্গ a nail, পৰ্ব্বতৰ নিচেই ওচৰৰ বা তলভাগ the foot of a hill. **নখ-চন্দ্ৰ** মানুহৰ নখৰ গুৰিৰ তলত থকা অৰ্দ্ধ চন্দ্ৰ আকৃতিৰ বগা দাঁচ। **নখ-চুকীয়া** ভৰি বা হাতৰ নখৰ চুকত ঘা হোৱা এবিধ ৰোগ। **নখ দৰ্পণ** কোনো বিষয় সম্বন্ধে পুঙ্খানুপুঙ্খ বিৱৰণ। **নখাঘাত** নখেৰে আঘাত কৰা। **নখ-ফুলা** নখৰ ওপৰত বগা বগা চিন হোৱা এবিধ ৰোগ। **নখী** নখ বা হাতোৰা থকা having sharp claws or nails.

**ন-খোৱা** বি, নতুন ধানৰ চাউলেৰে খোৱা ভোজ, নবান্ন the feast of new rice.

**নগ** বি. লৰি চৰি নুফুৰা বস্তু, পৰ্ব্বত, বৃক্ষ আদি the motionless things, a mountain, a tree.

**নগাধিপ, নগাধিৰাজ** বি. গিৰিৰাজ হিমালয়।

**নগণ্য** বিণ. তুচ্ছ, সামান্য worthless, contemptible.

**নগদ** বি. সঁচি, ধন, ৰূপ, সোণ, তাম

আদিৰ চলি থকা মোহৰ cash, ready money, বাকী নৰখাকৈ দিয়া দাম cash payment.

**নগৰ** বি. পুৰী, ৰাজধানী, বজা থকা ঠাই a city, a town. **নগৰস্থ** নগৰত থকা, নগৰীয়া living in a town or city. **নগৰপ্ৰান্ত** বি. নগৰৰ বহিৰ্দেশ, নগৰৰ শেষ সীমা।

**নগৰোপান্ত** বি. নগৰৰ ওচৰৰ ঠাই।

**নগৰ-কীৰ্ত্তন** নগৰৰ বাটে বাটে ঘুৰি হৰিনাম গোৱা কাৰ্য্য।

**নগৰা** বি. কোনো বস্তু ধৰিবৰ কাৰণে তাৰ কাণত লগোৱা বেঁতৰ আঙঠি, কণাৰি a cane ring or loop attached to anything.

**নগৰী** বি. 'নগৰ' চোৱা।

**নগৰীয়া** বি. নগৰত থকা মানুহ a citizen. বিণ. নগৰত বাস কৰা, নগৰৰ relating to or living in a city.

**নগা** বি. অসমৰ নগা পৰ্ব্বতত বাস কৰা পৰ্ব্বতীয়া জাতি a hill tribe inhabiting the hills on the southern boundary of the Sibsagar district. স্ত্ৰী. **নাগিনী**। **নগা-টেঙা** এবিধ টেঙা। **নগাচাৰি** বি. এবিধ দীঘল বাঁহৰ চাৰি। **নগা পাণ** নগা পৰ্ব্বতত হোৱা এবিধ পাণ।

**নগা মতা দি** ক্ৰি. মিছা মাত, আনৈ মাত to deny.

**ন-গুণ** বি. আচাৰ, বিনয়, বিদ্যা, প্ৰতিষ্ঠা ( মৰ্য্যাদা ), তীৰ্থদৰ্শন, নিষ্ঠা বেদপাঠ, তপ আৰু দান এই নটা বামুণৰ থাকিব লগীয়া লক্ষণ the nine qualities (of a Brahmin)

**নগুৰ-শাস্তি** বি. উগ্ৰ শাস্তি severe punishment.

**ন-গোসাই** বি. স্বৰ্গদেৱ লক্ষ্মীসিংহই পতা এজন গোসাই।

**নগ্ন** বিণ. নাঙঠা, বিবস্ত্ৰ naked.

**নগ্নিকা** সক-ছোৱালী।

**ন-ঘৰীয়া** বিণ. আন ঠাইৰ পৰা আহি নকৈ ঘৰ লোৱা settling newly in a place.

**নঙলা** বি পদুলি a gateway, পদুলিৰ মুখৰ দুৱাৰ বা বাট বন্ধ কৰা ডাং the bar of a gateway.

**নঙৰ** বি. লোৰ কেকোৰা anchor.

**নচিব** ( ফা. নসীব ) বি. অদৃষ্ট fate, destiny.

**নচুৱা** সক. ধা. আনৰ হতুৱাই নচা কাৰ্য্য কৰা to cause to dance, লেকা দি, দিগদাৰি দি to give troubles. বি. **নচুৱাওঁতা**। স্ত্ৰী. **নচুৱঁতী**।

**নচেৎ** অব্যয়. ক্ৰি. বিণ. যদি এনে নহয়, নতুবা if not, otherwise.

**নজৰ** বি. দৃষ্টি look, মনোযোগ, তত্ত্বাবধান watch, লক্ষ্য aim. **নজৰ-বন্দী** বি নিৰ্দ্দিষ্ট ঠাইৰ বাহিৰলৈ যাব নোৱাৰে, ফাটকত নিদিয়াকৈ ৰজাঘৰীয়া বিষয়াৰ

সাৱধানত ৰখা under watch, kept in internment.

**নজবানা** বি. উপহাৰ, উপঢৌকন a present.

**নজিৰ** বি. পূৰ্ব্বে হোৱা একে ৰকমৰ কথা বা মোকৰ্দ্দমা a precedent, a case in point.

**নঞ্‌ সমাস** নঞ্‌ (ন) ৰে সৈতে হোৱা এবিধ সমাস a kind of compound.

**নট** লম্পট, যিজনে বহু নাৰীৰ লগত প্ৰণয় কৰে।

**নটখট্‌** বিণ. দুষ্ট।

**নট্‌** বি. নাচোঁতা a dancer, অসমৰ এজাতি মানুহ। **নটবৰ** আনকৈ নাচিব জনা লোক an expert dancer. **নটিনী** স্ত্ৰী. নাচনী, বেশ্যা। **নটী** বি. নাচনী a dancing woman. **নটৰাজ, নটেশ্বৰ** বি. শিৱ, নৃত্যৰত শিৱ মূৰ্ত্তি।

**নটুৱা** বি. তিৰোতা বা মতাৰ বেশ লোৱা নাচনিয়াৰ লৰা a dancing boy dressed as a male or female, ভাৱনাত ভাও লোৱা মানুহ an actor.

**নত** কৃদ. বিণ. বেকা হোৱা, দোঁ-খোৱা bent, প্ৰণাম কৰা bowing. **নতজানু** আঁঠুৰ ওপৰত ভৰ দি বহা।

"**নতি** বি. মূৰ দোঁওৱা কাৰ্য্য, প্ৰণাম, সেৱা" the act of bowing, obeisance.

**নতু, নতুবা** অব্যয়. নাইবা, কিম্বা, অথবা, যদি এইটো নহয় or, else, if not.

**নতুন** বিণ. ন, পুৰণি নোহোৱা new, fresh. ক্ৰি. বিণ. **নতুনকৈ**।

**নতোৱা** বিণ. পৰিষ্কাৰ নকৰা, নিকা নকৰা not cleaned.

**নথি** বি. কোনো এক মোকৰ্দ্দমা বা বিষয় সম্পৰ্কীয় একেলগে বান্ধি ৰখা কাকত পত্ৰ record of a case, a file of papers on a particular subject.

**নথৈ** ক্ৰি. বিণ. অতিশয়ৰূপে, বাকী নৰখাকৈ without leaving anything under, excessively, **নথৈ ভকতি কৰ** ৰৰকৈ মিনতি কৰ to make earnest entreaty, (উপহাসত) ৰৰকৈ তিৰস্কাৰ বা বিতণ্ডা কৰ to abuse or rebuke excessively.

**নদ** বি. ডাঙৰ নৈ a big river.

**নদন-বদন** বিণ. চাৰিওফালে ভৰপূৰ, অপৰিমিত abundant, unlimited.

**ন-দি-ক** দৃঢ় কৰি ক to speak firmly.

**নদী** বি. নৈ, তটিনী a river, **নদী-গৰ্ভ** নদীৰ ভিতৰ river-bed. **নদী-তীৰ** নদীৰ পাৰ river-bank. **নদীমাতৃক** নদীবহুল, নদীৰ পানীৰে বসাল হোৱা watered by rivers.

**নদীয়া** বি. মাটিৰ পানী খোৱা চৰিয়া a kind of large earthen vessel for water.

**নদীয়াল** বি. নৈত মাছ ধৰা মানুহ, জালোৱা a fisherman.

**ননন্দ, ননন্দী** বি. স্বামীৰ ভনীয়েক a husband's younger sister.

**নন্দ** আনন্দ।

**নন্দ বংশ** বি. মগধৰ ৰজা মহাপদ্মৰ বংশ।

**নন্দ** বি. বৃন্দাবনৰ গুৱালৰ ৰজা the head cowherd of Brindaban.

**নন্দদুলাল** কৃষ্ণ।

**নন্দন** বি. পুতেক পুত্ৰ a son. স্ত্ৰী. নন্দনী, নন্দিনী। নন্দন-বন, নন্দনকানন ইন্দ্ৰৰ ফুল বাগান the flower garden of Indra.

**নন্দা** বি. দুৰ্গা।

**নন্দি, নন্দী** বি. শিৱৰ এজন অনুচৰ বা পাৰিষদৰ নাম an attendant of Shiva.

**নন্দোৎসৱ** বি. জন্মাষ্টমীৰ পাছত নন্দৰ ঘৰত কৰা উৎসৱ, বোকা ভাওনা, পেক ভাওনা।

**নপতা-ফুকন** বি. ক্ষমতা নথকাকৈ মিছা ক্ষমতা দেখুওৱা মানুহ a pretender to power.

**নপুংসক** বি. ক্লীৱ, পুৰুষ শক্তিহীন eunuch, castrated.

**নফৰ** বি. চাকৰ, ভৃত্য a servant.

**নবী** বি. ঈশ্বৰৰ সম্বাদ বাহক পুৰুষ a prophet.

**নবীচ্** লেখক।

**নবীন** বিণ. নতুন, ন new, fresh.

**নভ** বি. আকাশ, the sky.

**নভশ্চৰ** আকাশচাৰী (পখী, বিদ্যাধৰ, মেঘ, নক্ষত্ৰ ইত্যাদি)।

**নভেম্বৰ** বি. ইংৰাজী বছৰৰ একাদশ মাহ the month of November.

**নভেল** বি. উপন্যাস, novel.

**নভোমণ্ডল** বি. আকাশ, গগণ the sky.

**নম** সক. ধা. প্ৰণাম কৰ to salute.

**নমনীয়** যাক ইচ্ছামতে ৰূপ বা আকাৰ দিয়া হয় pliable.

**নমস্কাৰ** বি. মূৰ দোঁৱাই কৰা প্ৰণাম, সেৱা a bow.

**নমস্য** বিণ. ভক্তি নমস্কাৰৰ যোগ্য, পূজ্য venerable, worthy of being respected.

**নমা** সক. ধা. তললৈ আন, চাপৰ কৰ to bring down, to lower. বি. নমাওঁতা। স্ত্ৰী. নমাওঁতী।

**নমাজ** বি. কোৰাণৰ মতে কৰা ঈশ্বৰৰ উপাসনা prayer according to Koran.

**নমুনা** বি. আদৰ্শ, আৰ্হি a sample.

**নম্বৰ** বি. সংখ্যা, চিন number, mark. নম্বৰী কতো বিশেষ নম্বৰ বা চিন থকা marked.

**নম্ৰ** বিণ. নত, দোঁ খাই থকা bent down, শান্ত, শিষ্ট, অহঙ্কাৰ শূন্য

humble. বি. নম্ৰতা। ক্ৰি. বিণ. নম্ৰতাৰে।

**নয়** বি. নীতি, ৰাজনীতি politics.

**নয়ন** বি. চকু the eye, **নয়ন চুক** এবিধ কপাহী মিহি সূতাৰ থান কাপোৰ jaconet. **নয়ন গোচৰ** দৃষ্টি গোচৰ। **নয়ন বাণ** চিত্তৰ চাঞ্চল্য সৃষ্টি কৰা দৃষ্টি। **নয়না** অপাঙ্গ দৃষ্টি। **নয়নানন্দ** চকুৰ আনন্দ, যাক দেখিলে আনন্দ লাগে। **নয়া** নতুন new, **নয়নাভিৰাম** চকুৰ আনন্দ জনক, প্ৰিয়দৰ্শন।

**নৰ** বি. মানুহ a man, a male human being. স্ত্ৰী. নাৰী।

**নৰক** বি. মৃত্যুৰ পাছত পাপীক শাস্তি দিয়া ঠাই hell, তিৰোতাৰ মাহেকীয়া স্ৰাৱ the menstrual discharges of women. **নৰককুণ্ড** পাপীক শাস্তি দিয়া গাঁত, বিষ্ঠা মূত্ৰ আদি পেলোৱা গাঁত। **নৰকগামী** নৰকত পৰা। **নৰকী** বিণ. নৰকত পৰিবৰ যোগ্য।

**নৰকাসুৰ** বি. বৰাহ বিষ্ণুৰ ঔৰষত বসুমতীৰ গৰ্ভত ওপজা এজন কামৰূপৰ প্ৰাচীন ৰজা।

**নৰ-দ্বেষী** বি. মানুহক হিংসা বা দ্বেষ কৰোঁতা।

**নৰ-নাট** বি. মনুষ্য লীলা human existance.

**নৰণী** বি. ক্ষুদ্ৰ বটালীৰ আকৃতিৰ এবিধ নখ-কটা অস্ত্ৰ an instrument for pairing nails, খজু আদি ফলা সৰু অস্ত্ৰ a lancet.

**নৰ-নাৰায়ণ** বি. অৰ্জ্জুন আৰু কৃষ্ণ।

**নৰ-পিশাচ** বি. মানুহ-ভূত, দুৰ্দ্দান্ত-লোক, a ghost-like man.

**নৰবলি** বি. দেৱতাৰ আগত বলি দিয়া মানুহ a human sacrifice.

**নৰ-বাহন** বি. কুবেৰ, Kuvera.

**নৰম** বিণ. কোমল, নম্ৰ soft, gentle, সামান্য inferior.

**নৰমনিচ** বি. মানুহ। **নৰৰূপী** মানুহৰ আকৃতি বা ৰূপ ধৰা। **নৰলোক** মানুহ থকা ঠাই the earth, মানুহবিলাক mankind.

**নৰমেধ** বি. মানুহ বলি দিয়া যজ্ঞ বিশেষ, a human sacrifice.

**নৰসিংহ** বি. বিষ্ণুৰ এক অৱতাৰ, শ্ৰেষ্ঠ মানুহ, এবিধ ঔষধত লগা বেয়া গন্ধ থকা সৰু গছ incarnation of Bishnu, an eminent man, a medical plant. **নৰপাল, নৰপতি** ৰজা king. **নৰপুঙ্গৱ** বি. নৰশ্ৰেষ্ঠ।

**নৰা** বি. দাই নিয়া ধানৰ মূঢ়া the stubble of paddy. **নৰাণি** ধানৰ নৰা থকা পথাৰ a field covered with stubble.

**নৰাধম** বি. অতি অধম নীচ মানুহ, অতিশয় দুষ্ট মানুহ a very mean or wicked fellow.

**নৰাধিপ** বি. ৰজা a king.

**নৱাবগৰী** গাত গুং থকা এজাতি ভাঙৰ বগৰী peach.

**নৰিয়া** বিণ. ৰোগী sick.—বি. ৰোগ illness, ৰোগী মানুহ sick man. অক. ধা, **নৰিয়া পৰ** পীড়িত হ to be sick.

**নৰিয়া হোৱা** ক্রি. বিণ. গৰ্ভৱতী হোৱা, pregnant.

**নৰেন্দ্র, নৰেশ, নৰেশ্বৰ** বি. নৰপতি, ৰজা a king.

**নৰোত্তম** বি. পুৰুষোত্তম, ঈশ্বৰ।

**নৰ্ত্তক** বি. নাচোঁতা, নৃত্য কৰোঁতা a dancer. স্ত্রী, **নৰ্ত্তকী**। বি. **নৰ্ত্তন** নাচন।

**নৰ্দ্দমা** বি. নলা, পানী যাবলৈ থকা খাল a drain.

**নৰ্ভৰ** বি, লেটিপেটি, সানমিহলি, পতিত mixed up, degraded.

**নৰ্ম্মদা** বি. এখন পবিত্র নদীৰ নাম, the name of a holy river.

**নৰ্ম্মাল স্কুল** বি. শিক্ষক সকলক শিক্ষাদিয়া স্কুল a Normal school.

**নল** বি. আঠ হাতৰ পৰিমাণ, আঠ হাত দীঘল টাঁৰ a measuring pole of 12 feet length. **নলকচু** এবিধ কচু। **নল-কুবেৰ** বি. কুবেৰৰ পুত্র, the name of a son of Kubera. **নলটেঙা** এবিধ টেঙা লতা। **নল-ধান** বি. এবিধ দীঘলীয়া ধানৰ নাম। **নল-বাঁহ** বি. বজাল বাঁহ। **নলনি** নলৰ হাবি।

**নলা** বি. চুঙা, পদুমৰ ঠাৰি tube, pipe, the stalk of the lotus, নৰ্দ্দমা drain.

**নলিচা** বি. চিলিম লগাবলৈ ধোঁৱা খোৱাত লগোৱা নল the tube of a hooka.

**নলিন** বি. পদুম (নলিনাক্ষ) স্ত্রী. **নলিনী**।

**নলী** বি. ধোঁৱা খোৱাত ধোঁৱা খোৱা নল a tube of a hooka, নেলী throat.

**নলীয়া** বিণ. নাল থকা having a handle, বুকুফাল গুচাই পিঠি ফালেৰে তৈয়াৰ কৰা যেনে নলীয়া তমাল।

**নৱ** বিণ. ন সংখ্যা nine, নতুন new. **নৱ কুমাৰ** নতুনকৈ জন্ম হোৱা বালক। **নৱগ্রহ** সূৰ্য্য, চন্দ্র, মঙ্গল, বুধ, বৃহস্পতি, শুক্র, শনি, ৰাহু আৰু কেতু এই নটা গ্রহ। **নৱ জাত** সদ্য উৎপন্ন বা প্রস্তুত। **নৱ-জীৱন** নতুন জীৱন। **নৱদ্বাৰ** শৰীৰৰ নৱ-দ্বাৰ—দুটা চকু, দুখন কাণ, নাকৰ বিন্ধা দুটা, মুখ, গুহ্য আৰু লিঙ্গ বা যোনি। **নৱধাতু** বি. সোণ, মুক্তা, বালিচন্দা, তাম্র, ৰাং, তীখা, কাঁহ, লো আৰু টিন এই ন ধাতু।

**নৱ-নিধি** বি. একেলগে গঁথা ন-বিধ মণি, অমূল্য অলঙ্কাৰ, precious ornaments.

**নৱনীত** বি. নবনু, মাখন butter.

**নৱপত্রিকা** বি. এখন কাপোৰেৰে এটা কলপুলি আৰু কচু, হালধি, অশোক, ডালিম, বেল, জয়ন্তী, মানকচু আৰু ধানৰ পাত মেৰিয়াই দুৰ্গা পূজাৰ ৭মীৰ দিনা কল্পনা আৰু পূজা কৰা দুৰ্গাৰ মূৰ্ত্তি।

**নৱ বৰ্ষ** নতুন বছৰ।

**নৱম** বিণ. আঠোটাৰ পাছৰটো the ninth. স্ত্রী. **নৱমী** নৱম সংখ্যাৰ তিথি।

**নৱমালিকা** (সং নৱমল্লিকা) বি. নেৰালী ফুল।

**নৱ-যুবক** যাৰ যৌৱন আৰম্ভ হৈছে।

**নৱযৌৱন** বি. প্ৰথম যৌৱন, কৈশোৰ।

**নৱযৌৱনা** বি. স্ত্রী. কিশোৰী, নৱ-যুৱতী, তৰুণী।

**নৱৰঙ্গ** বি, সুমথিৰা টেঙা।

**নৱৰত্ন** বি. হীৰা, মুকুতা, পোৱাল, পানা, ডালিমা, কৰ্পূৰাণি, মৰকত, ফটিক, সোণ এই নটা মণি the nine gems. বিক্ৰমাদিত্যৰ ৰাজ-সভাত থকা নজন পণ্ডিত— কালিদাস, ধন্বন্তৰি, ক্ষপণক, অমৰ-সিংহ, শঙ্কু,* বেতাল ভট্ট, বৰৰুচি, ঘটকৰ্পৰ আৰু বৰাহমিহিৰ the famous nine pandits at the court of king Vikramaditya.

**নৱৰস** বি. অলঙ্কাৰ শাস্ত্রোক্ত নবিধ ৰস যেনে :—আদি (শৃঙ্গাৰ) বীৰ, ভয়ানক, কৰুণ, বীভৎস, হাস্য, শান্ত অদ্ভুত, ৰৌদ্ৰ।

**নৱলক্ষণ** বি. আচাৰ, বিনয়, বিদ্যা, প্ৰতিষ্ঠা, তীৰ্থ দৰ্শন, নিষ্ঠা, বৃত্তি, তপ আৰু দান ব্ৰাহ্মণৰ এই নবিধ কুল-লক্ষণ।

**নৱান্ন** বি. নতুন চাউল new rice, ন খোৱা the feast of new rice.

**নৱাব** বি. ৰাজপ্ৰতিনিধি, শাসনকৰ্ত্তা a Mohammedan viceroy or governor.

**নৱাব জাদা** নবাবৰ পুত্ৰ।

**নৱাবী** বিণ. নবাবৰ যোগ্য fit for a Nawab.

**নৱৈ** বি. দহ কম এশ ninety.

**নব্য** বি. নতুন, আধুনিক new, modern.

**নশ্বৰ** বিণ. নাশ পোৱা, ক্ষণভঙ্গুৰ perishable.

**নষ্ট** বিণ. ধ্বংস হোৱা destroyed, বেয়া হোৱা spoiled, ক্ষতি হোৱা lost -বি. **নষ্টতা**।

**নষ্টচন্দ্ৰ** বি. ভাদ মাহৰ দুয়োপক্ষৰ চতুৰ্থীৰ চন্দ্ৰ। সেই চন্দ্ৰ চাব নেপায় বুলি পুথিত লিখা আছে।

**নষ্টোদ্ধাৰ** বি. হানি হোৱা বস্তুৰ পুনৰ উদ্ধাৰ recovery of a thing lost.

**নস্য** বি. নাকত উজোৱা দৰৱ বা ধঁপাতৰ গুৰি snuff.

**নহৰু** বি. এবিধ আঙ্গা আৰু দৰৰত দিয়া উগ্ৰগন্ধি মূল garlic.

**নহুষ** বি. এজন চন্দ্ৰবংশীয় ৰজা।

**নক্ষত্ৰ** বি. তৰা a star, চন্দ্ৰই গতি কৰোঁতে প্ৰতিদিন বাস কৰা অশ্বিনী আদি সাতাইশটা ঘৰৰ এটা একোটা ঘৰত এটা বা অধিক তৰা থাকে one of the twenty seven lunar mansions.

**নক্ষত্ৰ পাত** নক্ষত্ৰৰ পতন, যশস্বী ব্যক্তিৰ মৃত্যু, উল্কাপাত।

**নক্ষত্ৰামৃত যোগ** বাৰ বিশেষে নক্ষত্ৰ বিশেষৰ সংযোগত শুভক্ষণৰ সৃষ্টি।

**নাই** বি. ওপৰ আৰু তলপেটৰ মাজতে থকা গাঁত the navel, পোনেই ওপজা ল'ৰাৰ তলপেটৰ খোলৰ পৰা ওলোৱা এডাল নাড়ীৰ নিচিনা সূত্ৰ the umbilical cord. **নাই, নাইকিয়া** বিণ. শূন্য, নথকা not existing, destitute of.

**নাইট্ৰোজেন** মৌলিক গেছ বিশেষ।

**নাইপিয়া** বি. মাটিত বগাই ফুৰা জেঠি জাতিৰ এবিধ জন্তু a variety of lizard.

**নাইবা** অব্যয়. 'অথবা' চোৱা।

**নাইবুলিও** ক্ৰি. বিণ. নিচেই কম পক্ষেও at the lowest.

**নাও** বি. নৌকা a boat,—ক্ৰি. **নাও খেলা** নাও বাই খেমালি কৰ to row as a pastime, **নাও** 'নাম' শব্দৰ কোমল ৰূপ, **নাও-নিমিত** নাম মাত্ৰ, **নাওভুমা** নিৰ্ম্মূল হ, লোপ হ—সক. ধা. নাম নাইকিয়া কৰ **নাওমান** নিচেই অলপ বা সৰু very little or small.

**নাওবৈচা** বি. নাও বাওঁতা a boat-man.

**নাওৰা** বি. ৰৰষুণৰ পানী বৈ যাবলৈ চুটা ঘৰৰ চালৰ জোৰাত ওলমাই দিয়া নাওৰ নিচিনা যন্ত্ৰ a gutter.

**নাক** বি. গন্ধ আৰু উশাহ লোৱা ইন্দ্ৰিয় the nose, **নাক কটা** বৰ-নিলাজ। স্ত্ৰী, **নাককাটী**। **নাক কাট** বৰকৈ লাজ দে। **নাক কোঁচা** অনিচ্ছা বা ঘিণ প্ৰকাশ কৰ to express disgust. **নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা** নিজৰ ক্ষতি কৰিও পৰৰ অপকাৰ কৰা।

**না:কচ** বদ, ৰহিত cancelled.

**নাকটি** বি. নাকৰ আগৰ তলৰ ভাগ the lower part of the tip of the nose.

**নাকডেওনা** বি. চকুৰ মাজৰ পৰা নাকৰ আগলৈ থকা নাকৰ হাড়ুৱা ভাগ the bridge of the nose.

**নাকনি-কাণনি** বি. বৰকৈ লাজ দিয়া, গালি আৰু অপমানেৰে মাতিৰ নোৱাৰা কৰা greatly humiliated or put to shame.

**নাকফুল** বি. নাকত পিন্ধা এবিধ অলঙ্কাৰ a nose ring.

**নাকছুৱা** বি. নাকেৰে তেজ ওলোৱা ৰোগ। .

**নাকাৰ** বি মেকুৰী the cat.

**নাকাল** বিণ, লাঞ্ছিত, অপমানিত insulted.

**নাকী** বি. জন্তুৰ নাকত লগোৱা জৰী nose string.

**নাকী ধৰা** সক. ধা. বাঘ, ভালুক বা অন্য বন্য জন্তু দেখিলে, গৰু-মহ আদিয়ে নাকেৰে যি শব্দ কৰে।

**নাকে** ক্রি. বিণ. নাকৰ পৰা, নাকেৰে from or through the nose.

**নাখেৰাজ** বিণ. নিষ্কৰ, revenue-free.

**নাখেৰাজদাৰ** বি. নিষ্কৰ মাটিৰ গৰাকী a holder of revenue free land.

**নাগ** বি. সাপ snake, হাতী elephant, এবিধ উপদেৱতা, **নাগ-কন্যা** নাগ দেৱতাৰ কন্যা, **নাগ পঞ্চমী** শাওন মাহৰ শুক্লা পঞ্চমী, এই তিথিত মনসা পূজা কৰা হয়। **নাগপাশ** ৰণত শত্রুক বন্ধা খোৰোচা জৰী, **নাগ ফণা, নাগ-ফেণা** সাপৰ ফেটৰ নিচিনা চেপেটা আৰু বহল পাতেৰে এবিধ সিজু জাতিৰ কাইট থকা গছ cactus.

**নাগতি** বি. দুৰ্গতি, দুখ adversity, trouble.

**নাগমাটি** বি. আঁকৰত থকা এবিধ কলাবৰণীয়া জুই মাটি fossil coal.

**নাগৰ** বি. ধুনমৰা মানুহ a polished man. দুষ্ট a lustful man.

**নাগৰী** বি. ধুনীয়া, নগৰত থকা beautiful, living in a city.

**নাগ-ৰাজ** বি. বাসুকি।

**নাগৰিক** বিণ. নগৰবাসী, নগৰ সম্বন্ধীয় living in a city, civic.

**নাগ লোক** বি. পাতাল the lower earth.

**নাগানন্দ** বি. শ্রীহৰ্ষ ৰচিত এখন সংস্কৃত নাটক।

**নাগিনী** বি. নগাজাতিৰ তিৰোতা a female Naga.

**নাগেন্দ্র, নাগেশ** বি. অনন্ত নাগ, বাসুকি, ঐৰাৱত।

**নাগেৰা** বি. দবাৰ আকৃতিৰ বজোৱা বাদ্য a small little drum.

**নাগেৰী** বি. দেৱনাগৰী আখৰ।

**নাগেশ্বৰ** নাহৰ গছ।

**নাঙঠ, নঙঠা** বি. কাপোৰ নিপিন্ধা, বিবস্ত্র naked.

**নাঙল** বি. গৰু ম'হ বা আন কলেৰে টনাই মাটি চাহ কৰা সঁজুলি a plough.

**নাচ** বি. নৃত্য, নৰ্ত্তন dance, **নাচ, নাচন** বি. নচা কাৰ্য্য dancing, **নাচনিয়াৰ** বি. নাচোঁতা a dancer. স্ত্রী. **নাচনী** নচা তিৰোতা dancing woman, তাঁতৰ ওপৰত লগোৱা হাকোঁটা। **নাচনীজৰী** তাঁত শালৰ নাচনী ধৰি থকা জৰী।

**নাচপতি** বি. এবিধ ফল a kind of apple.

**নাচবাগ** বি. গীত নাচ কৰি ধেমালি কৰা কাৰ্য্য singing and dancing.

**নাজল নাথল** আলাই আথানী, নিৰাশ্ৰয় homeless, destitute.

**নাজীৰ** বি. আদালতৰ কেৰানী বিশেষ a clerk in a court.

**নাট** অক. ধা. নোজোৰা হ, কম হ to be insufficient.

**নাট** বি. নাচন a dance, ভাৱনা performance, নাটক drama.

**নাটক** বি. দৃশ্যকাব্য, অভিনয় কৰিব পৰা কিতাপ a drama, **নাটিকা** বি. সৰু নাটক, **নাটকীয়** বিণ. নাটক সম্বন্ধীয়, **নাটঘৰ** বি. নাট্যশালা, **নাটমন্দিৰ** বি. নাচগানৰ কাৰণে দেৱালয়ৰ আগফালে থকা ঘৰ।

**নাটনি** বি. কম হোৱা ধন বা বস্তু deficiency—অক. ধা **নাটনি পৰ** নোজোৰা হ, যিমান লাগে তাতকৈ কম হ, to be insufficient.

**নাটেশ্বৰী, নটেশ্বৰী** বি. বেশ্যা, অসতী তিৰোতা, an unchaste woman.

**নাট্য** বি. নাচ আৰু ভাও দেখুৱা বিদ্যা the science of acting and dancing. **নাট্যকলা** বি. নৃত্যগীত বাদ্য, অভিনয়, **নাট্যশালা** বি. অভিনয় ঘৰ।

**নাঠ** বি. হানি, ক্ষতি loss—**নাঠৰি** ক্ষতি হোৱা lost.

**নাড়ি, নাড়ী** বি. গাৰ তেজ চলা শিৰ a vein. পেটৰ ভুঁকৰ লগত সংযোগ থকা নলা the intestinal canal ; বায়ু, পিত্ত, কফ আদিৰ ব্যৱস্থা বুজোৱা শিৰ pulse. **নাড়ী-জ্ঞান** হাতৰ নাড়ী চাই শৰীৰৰ অৱস্থা নিৰ্ণয় কৰা কাৰ্য্য।

**নাতি** বি. জীৰ বা পোৰ পুতেক a grandson,—স্ত্ৰী. **নাতিনী**।

**নাতিপুতি** নাতি আৰু অন্যান্য সন্তান, বংশধৰ মানুহবোৰ posterity, descendants.

**নাথ** বি. প্ৰভু, ৰক্ষক, স্বামী lord, master, husband, **নাথৱন্ত** গৰাকী থকা। **নাথৱতী** সধবা।

**নাথ** সক. ধা. কেইবা মেৰ দি বান্ধ—বি. **নাথনী** মেৰাই দি বান্ধ।

**নাথুকাৰ** বি. অস্বীকাৰ denial, **নাথুকাৰ কৰ** ক্ৰি. অস্বীকাৰ কৰ।

**নাদ** বি. ডাঙৰ শব্দ, গৰ্জ্জন a loud sound,—অক. ধা. গোজৰ, আটাহ পাৰ to roar.

**নাদ** বি. বৰ দ কূপ a well, **নাদৰ ভেকুলী** চুক ভেকুলী, অজ্ঞ লোক।

**নাদোৰ** অক. ধা. পানীত সাঁতুৰি ধেমালি কৰ to swim for pleasure.

**নানক পন্থী** বি. নানকৰ ধৰ্ম্ম-মতত চলা মানুহ followers of Nanak i e. Sikh.

**নান্‌কাৰ** বি. কোনো ভাল কামৰ পুৰস্কাৰ স্বৰূপে শূদ্ৰক দান দিয়া নিষ্কৰ মাটি a rent free land given to non-Brahmin for service rendered.

**নানা, নানান** বিণ. অনেক, ভিন ভিন various, diverse.

**নানাপ্ৰকাৰ** বিণ. নানা বিধৰ of various kinds. ক্ৰি. বিণ. **নানাপ্ৰকাৰে**।

**নাম্নং-নবুম্নং** বিণ. ভাত কাপোৰ নথকা, অতি দুখীয়া very poor.

**নান্দী** বি. নাটকৰ আৰম্ভতে কোনো ৰজা বা দেৱতাক প্ৰশংসা, স্তুতি কৰা শ্লোক। **নান্দিমুখ** শৰাধ ন পুৰুষৰ শৰাধ।

**নাপদ** বি. নিষেধ বা অভাব বুজোৱা শব্দ a negative.

**নাপিত** বি. মানুহৰ ডাঢ়ি চুলি খুৰাই প্ৰবৰ্ত্তা মানুহ a barber.

**নাবালক** বি. কম বয়সৰ, অপ্ৰাপ্ত বয়স্ক a minor. স্ত্ৰী. **নাবালিকা**।

**নাভি, নাভী** বি. নাই the navel চকাৰ মাজৰ বিন্ধা the nave of a wheel, **নাভিকমল, নাভিপদ্ম** পদুমৰ দৰে সুন্দৰ নাই a beautiful navel.

**নাভিচ্ছেদন** বি. সন্তানৰ নাই কটা কাৰ্য্য the act of cutting off the umbilical cord.

**নাভুত-নাশ্ৰুত** বি. আচৰিত wonderful.

**নাম** বি. চাপৰ বা তলভাগ the lower part, bottom—অক. ধা. তললৈ যা, চাপৰলৈ যা to descend.

**নাম** বি. আখ্যা a name, যশস্যা fame, গীত song. **নামকটা** চিপাহী কাম্ কাজ নকৰি এনেই ঘূৰি ফুৰা মানুহ।

**নাম কৰ্,** নাম জলা, বেছিকৈ প্ৰখ্যাত হ to become famous. **নাম কৰণ** ওপজাৰ পাচত সন্তানৰ প্ৰথম নাম দিয়া কাৰ্য্য। **নাম কাট** কাম বা পদৰ পৰা নাম গুচা বা খেদা। **নাম কাঢ়** নাম উচ্চাৰণ কৰ। **নামকীৰ্ত্তন** বিষ্ণুৰ নাম গুণ গোৱা কাৰ্য্য। **নাম খাৰিজ** পট্টাৰ পৰা নাম কাটি পেলোৱা বা গুচোৱা। **নামঘৰ** হৰি নাম গোৱা ঘৰ, কীৰ্ত্তন ঘৰ। **নাম ঘোষা** হাজাৰী ঘোষা। মাধবদেৱে ৰচনা কৰা ঘোষা পুথি।

**নাম জলা** নাম উজ্জ্বল কৰ, বিখ্যাত হ to be famous to gain reputation. **নামজাদা** নামজলা, প্ৰখ্যাত famous, **নামজাৰি** মাটিৰ পট্টা আদিত নাম ভুক্ত কৰা বা লগোৱা কাৰ্য্য mutation.

**নামঞ্জুৰ** বিণ. অগ্ৰাহ্য, মঞ্জুৰ নকৰা rejected, not granted.

**নামডুব** অক. ধা. নাম নাইকিয়া হ—সক. ধা. **নামডুবা** নাম ডুবা, নাম নাইকিয়া কৰ to cause

reputation to be lost. **নাম থ** নাম গোৱা শেষ কৰ. কোনো বস্তু বা মানুহক জানিবৰ নিমিত্তে নাম ৰাখ।

**নামতী** বি. বিয়া সভাত গীত গোৱাত পাৰ্গত তিৰোতা a woman skilled in singing marriage songs.

**নাম্ দানি** বি. পৰ্ব্বতৰ চাপৰ অংশ, পৰ্ব্বতৰ ওচৰত থকা সমান ঠাই the lower part of a hill, a plain near the hills.

**নাম ধাতু** বি. শব্দৰ পৰা যিবোৰ ধাতু গঠিত কৰা হয় সেই বিলাকক নাম ধাতু বোলা হয় nominal verb.

**নামনি** বি. কোনো দেশ বা নৈৰ ভাটি ভাগ the lower part of a river or country.

**নাম্নাচ্** বিণ. আনতকৈ অলপ সৰু বা তাকৰ, হীন smaller, lesser, inferior.

**নাম্ নুমা** অক. ধা. নাইকীয়া হ to be extinct, সুনাম নষ্ট হ to be lost in reputation.

**নাম মাত** ক্রি. কোনো বহি বা তালিকাৰ পৰা নাম মাতি শুনা to call the roll or list of names.

**নাম মাত্র** বি. অলপমান very little.

**নাম ৰাখ** সুনাম ৰক্ষা কৰ, নাম প্ৰখ্যাত কৰ to preserve or spread one's reputation, কোনো বস্তু বা মানুহ বুজাবলৈ এটা নাম থ to give a name. **নাম ল** ঈশ্বৰৰ নাম কীৰ্ত্তন কৰ, মৃত্যু হ, **নাম লগা** নাম ভুক্ত কৰ, নাম কীৰ্ত্তন আৰম্ভ কৰ।

**নায়ক** বি. আনক চলোৱা মানুহ, নেতা a leader. নাটকৰ প্ৰধান পুৰুষ the hero of a drama. স্ত্রী. **নায়িকা**।

**নাৰ** বিণ. নষ্ট, ভ্ৰষ্ট, চুৱা spoiled, defiled.

**নাৰ** বি. এবিধ মাছ a kind of fish.

**নাৰকী** বিণ. নৰকী, নৰকৰ যোগ্য sinful, deserving hell.

**নাৰদ** বি. ব্ৰহ্মাৰ পুত্ৰেক, টুটকীয়া বুলি খ্যাত son of Brahma, he was famous for his tale bearing—অক. ধা. **নাৰদ নাম** শুভ কাৰ্য্যত হঠাতে বিঘিনি ঘট—বি. **নাৰদালি, নাৰদী** বিণ. টুটকী—**নাৰদীয়া** নাৰদৰ দৰে টুটকীয়া মানুহ।

**নাৰদী সম্প্ৰদায়** বি. বৈষ্ণৱ সম্প্ৰদায় বিশেষ।

**নাৰাচ্** বি. এবিধ বৰ চোকা শৰ a kind of very sharp arrow.

**নাৰাজ** বিণ. ৰাজী নোহোৱা, শত্ৰুভাৱ থকা unwilling, inimical.

**নাৰায়ণ** বি. বিষ্ণু, আদি পুৰুষ Bishnu, স্ত্ৰী. **নাৰায়ণী** লক্ষ্মী, বিষ্ণুৰ ভাৰ্য্যা wife of Bishnu, **নাৰায়ণী** সেনা এদল কৃষ্ণৰ সেনা ।

**নাৰিকেল** বি. এবিধ তাল জাতীয় গছ আৰু তাৰ ফল the cocoanut.

**নাৰী** 'নৰ' শব্দৰ স্ত্ৰীলিঙ্গ ।

**নাবেঙা** বি. এবিধ বৰ বিষাল আৰু ডাঙৰ খহু a malignant and large boil.

**নাৰ্জী, নাৰ্জীফুল** বি. গেন্ধাই ফুল the marigold.

**নাল** বি. কোনো বস্তুৰ হাতেৰে ধৰা ভাগ a handle, বঢ়াই কোৱা মিছা কথা exaggeration.—ক্রি. **নাল-লগা, নালখুৱা** ।

**নালিচ** বি. অভিযোগ, মোকৰ্দ্দমা a suit or complaint.

**নাৱৰা** বি. 'নাওৰা' চোৱা ।

**নাৱৰীয়া** বি. নাও বোৱা মানুহ a boatman.

**নাৱাই** বি. নাও চলাই কৰা গতি act of navigating.

**নাৱিক** বি. নাও বা জাহাজ চলাওঁতা a boatman, a sailor. —বিণ. নাও বা জাহাজ সম্বন্ধীয় pertaining to a boat or other vessel, **নাৱে-ভৰে** পানীৰে আৰু বাটে both by land and by water.

**নাশ** বি. ধ্বংস destruction. মৃত্যু death, হানি, ক্ষতি loss—সক.ধা. সংহাৰ কৰা to destroy, to kill, বি. **নাশক, নাশোঁতা** নাশ কৰোঁতা, হানি কৰোঁতা, **নাশন** নাশ কৰা কাৰ্য্য ।

**নাশী** বি. নাশ কৰা পুৰুষ a destroyer. স্ত্ৰী. **নাশিনী** ।

**নাশ্ৰুত-নাভুত** বিণ. কেতিয়াও নেদেখা নুশুনা, আচৰিত, নোহোৱা-নোপোজা unseen and unheard of, extra-ordinary.

**নাসা** বি. নাসিকা the nose, **নাসা-ৰন্ধ্ৰ** নাকৰ বিন্ধা the nostril, **নাসিকা** বি. নাক the nose.

**নাস্তিক** বি. ঈশ্বৰ আৰু পৰকাল নমনা লোক, বেদ নমনা লোক an atheist, one denying the divinity of the Vedas. **নাস্তিকতা, নাস্তিকত্ব** ও বি.

**নাহক** বি. অকাৰণ, মিছামিছি improper, unjust, useless.

**নাহৰ** বি. এবিধ সুগন্ধি ফুল ধৰা গছ a kind of timber tree. **নাহৰ ফুটুকী** হোঁকোৰা বাঘ leopard **নাহৰ ফুটুকীয়া** বিণ. নাহৰ ফুটুকী বাঘৰ নিচিনা ফুট থকা having spots like a leopard.

**নাহা** বি. স্বামী a husband, lord.

**নাহি** বি. দা কটাৰীৰ আগটো 'the

sharp end or point of a knife.

নাহি, নাহিকে ক্রি. বিণ. নাই no, non existing.

নি শব্দৰ আগত থকা আৰু অভাৱ, নিষেধ, অতিশয় আদি বুজোৱা উপসৰ্গ a negative prefix.

নী সক. ধা. যে এঠাইৰ পৰা আন ঠাইলৈ লৈ যা to convey from one place to another. কৃদ. বি. নিওঁতা। স্ত্ৰী. নিয়ঁতী।

নিঃকিন বিণ. অতি দুখীয়া very poor.

নিঃশঙ্ক বিণ. ভয়হীন fearless.

নিঃশ্বাস, নিশ্বাস বি. নাক নাইবা হাও ফাওৰ পৰা ওলোৱা বায়ু breath. নিঃসংজ্ঞ বিণ. অচেতন। নিঃসঙ্গ বিণ. সঙ্গহীন, একাকী, আসক্তি হীন। নিঃসন্দেহ বিণ. সন্দেহ নথকা। নিঃস্ব বিণ. দৰিদ্ৰ।

নিঃশেষ বিণ. সম্পূৰ্ণ, সমস্ত।

নিঃসাৰিত কৃদ. বিণ. খেদাই দিয়া, দূৰ কৰা expelled, চেপি উলিওৱা pressed out by squeezing.

নিকট বি. ওচৰ, সমীপ proximity.

নিকট অক. ধা. ফাট মেলি বা মেল খাই এৰাই পৰ to be peeled off. —অক. ধা. নিকটা।

নিকট্-কটীয়া বিণ. টানকৈ বন্ধা, লৰচৰ নকৰাকৈ খাই ধৰা fastened tightly, fitting closely. নিকটবৰ্ত্তী বিণ. ওচৰত থকা neighbouring.

নিকটৰীয়া বিণ. কটাৰী নথকা, টান নীৰস having no knife, very hard.

নিকটলুৱা বিণ. ৰাজহ দিব নলগা free from tax.

নিকণ্টকীয়া বিণ. লেঠা বা বিষিনি নথকা free from hindrance.

নিকপ্‌কপীয়া বিণ. 'নিকট-কটীয়া' চোৱা, কৃপণ close fisted.

নিকপটীয়া বিণ. অকপটী, কপট শূন্য, সৰল frank, sincere.

নিকৰ বি. সমূহ, বিলাক।

নিকৰ বি. চোকোৱা, শুকান বাকলি bark, husk.

নিকৰী বি. এবিধ পানীত হোৱা গুটি আৰু তাৰ লতা a kind of aquatic plant and its fruit.

নিকৰুণ বিণ. দয়া নথকা, নিৰ্দ্দয় unkind.

নিককৰা বি. মুখত ভাল বা সোৱাদ নলগা আহাৰ tasteless food.—ক্রি. বিণ. নিককৰাকৈ জনাই আজাপাতি নোহোৱাকৈ।

নিকষা বি. ৰাক্ষসৰ প্ৰথম মাতৃ a female demon.

নিকা বিণ. নিৰ্ম্মল, পৰিষ্কাৰ clean, free from dirt—ক্রি. বিণ. নিকাই।

নিকা ( ফা. নিকাহ্ ) বি. মুচলমানৰ বিয়া।

নিকাচ্ বিণ. ঠিক নিষ্পন্ন settled. বি. শেষ, নিষ্পত্তি a decision.

নিকাৰ বি. দুখ, যন্ত্ৰণা, জীয়াতু distrees, suffering.—বিণ. নিকাৰী দুখ খাই থকা।

নিকাল সক. ধা. বাহিৰ কৰ, খেদাই দে to drive out, অক. ধা. বাহিৰ হ come out.

নিকাহি স্ত্রি. খুঁটাৰ বাহিৰ ফালে বাঢ়ি থকা চতি বা মাৰলীৰ মূৰ the projecting part of a beam.

নিকুঞ্জ বি. লতাগৃহ, গছলতাৰে আগুৰা ঠাই bower, arbour.

নিকুম্ভ বি. কুম্ভকৰ্ণৰ পুত্ৰ।

নিকুম্ভিলা বি. লঙ্কাৰ উপবন, সহস্ৰ যজ্ঞীয় পশুবন্ধন কাঠ শোভিত লঙ্কাৰ যজ্ঞক্ষেত্ৰ আৰু দেৱালয়।

নিকৃষ্ট বিণ. অপকৃষ্ট, নীচ inferior, low.

নিকেতন বি. ঘৰ, থকা ঠাই a dwelling place.

নিখৰচী বিণ. অবাবত খৰচ নকৰা, মিতব্যয়ী frugal.

নিখৰচীয়া বিণ. খৰচি নথকা একেবাৰে মিহি fine ( powder ).

নিখৰ্ব্ব বি. দহ কোটি billion.

নিখিল বিণ. সমুদায়, গোটেই whole.

নিখুঁত বিণ. খুত নথকা without a fault.

নিখুন্দ বিণ. খুন্দিও ভৰাবলৈ ঠাই নথকা filled to superfluity— ক্রি. বিণ. নিখুন্দকৈ।

নিগড় বি. শিকলি, জৰী।

নিগদতি সক. ধা কয় to say.

নিগনি বি. এবিধ সৰু শলিয়া a kind of mouse. নিগনি কুন্দা বি. নিগনি ধৰা ফান্দ, a mouse trap.

নিগম বি. বেদ the Vedas. নিবৃত্তি শাস্ত্ৰ।

নিগমে ক্রি. বিণ. একেবাৰে উপায় নথকাকৈ wholly.

নিগৰ সক. ধা. লাহে লাহে ওলাই বৈ পৰা to drip. বাহিৰ হ to come out.

নিগৰকীয়া বিণ. গৰাকী নথকা having no owner.

নিগৰা সক. ধা. বোৱা, চাপৰ ফাললৈ গতি কৰা to cause to flow or drip.

নিগাজী বিণ. নতুন নোহোৱা, প্ৰাচীন, স্থায়ী, বহুকলীয়া long standing, old, permanent,— ক্রি. বিণ. নিগাজীকৈ।

নিগুটি বিণ. সঁচ নথকা totally extinct.

নিগুণে অব্যয়, কাৰণে, গতিকে owing to, in consequence of.

নিগূঢ় বিণ. অস্পষ্ট, গভীৰ, সহজে

বুজিব নোৱাৰা obstruse, deep, obscure.

**নিগ্ৰহ** বি. অনুগ্ৰহৰ অভাৱ, কষ্টদান disfavour, দমন, শাসন control, restraint.—সক. ধা. দমন কৰ, দণ্ডকৰ to punish.

**নিগ্ৰো** বি. আফ্ৰিকা মহাদেশৰ আদিম •বাসী একজাতি বৰ ক'লা বৰণৰ মানুহ Negro.

**নিঘুণ, নিঘুণীয়া** বিণ. ঘুণ নাইকিয়া, গাৰ কতো দোষ নথকা having no defect of body.

**নিগুনি** বি. 'নিগনি' চোৱা।

**নিচটি** বিণ. একে সমান সূতাৰে বোৱা, একে বৰণীয়া of a uniform texture or colour.

**নিচয়** বি. সমূহ multitude, নিশ্চয়তা, ঠিক certainly—ক্ৰি. বিণ. **নিচয়কৈ নিচয়ে**।

**নিচা** বি. ৰাগী intoxication, ৰাগী থকা বস্তু an intoxicant.

**নিচাও, নিচাদেৱ** ( আহোম ) বি. বৰ পিতা, জেঠা, মাকৰ ককায়েক a father's or mother's elder brother.

**নিচাজ** ( আহোম ) বি. বাঁহৰ বা কাঠৰ চাং a platform made of bamboo or wood.

**নিচাটু** বিণ. কাৰো ভৰসা বা উপাসা নকৰা not carrying favour, independent.

**নিচান** বি. পতাকা a flag, চিন a mark.

**নিচিনা** বিণ. তুল্য, সদৃশ, একে similar, like. চিনি নোপোৱা ( নিচিনা নজনা ) unacqanainted.

**নিচিন্ত** সক. ধা. নেভাৱ, চিন্তা নকৰ।

**নিচুক** অক. ধা. কান্দন এৰ, মনে মনে থাক to cease to cry, to be peaceful. সক. ধা. **নিচুকা** কান্দন একেবাৰে শান্ত কৰা to soothe. কৃদ. বি. **নিচুকাওঁতা**। স্ত্ৰী. **নিচুকাঁতী** বিণ. **নিচুকীয়া** নেকান্দি মনে মনে থকা। কৃদ. বি. **নিচুকনি** ( নিচুকনি গীত )।

**নিচুকীয়া** বি. এবিধ ঘূৰণীয়া খৰাহি a small round basket.

**নিচেই** ক্ৰি. বিণ. গোটেই, সমূলি, অতিশয়ৰূপে wholly, totally, very much.

**নিছলা** বিণ. ছাল বাকলি নথকা, অতি দৰিদ্ৰ very poor, দুৰ্ব্বল, ক্ষীণ weak, emaciated, মিছা মাছ। **নিছলা-পিছলা** সমূলি উদং quite naked.

**নিছা** সক. ধা. ঘৰ চোৱা খেৰ গুচাই উদং কৰ to remove the thatch from.

**নিছিদ্ৰ** বিণ. নিৰ্দ্দোষ, জগৰ নথকা, লেঠা নথকা free from or liability. ক্ৰি. বিণ. **নিছিদ্ৰকৈ**।

**নিছুৱীয়া** বিণ. ল'ৰা, ছোৱালী নথকা having no child.

**নিজ** বিণ. নিজা, আপোনাৰ own. বি. আপোন self. ক্রি. বিণ. **নিজে** স্বয়ং personally.

**নিজগৰ** বি. নির্দোষ, জগৰ নথকা guiltlessness.

**নিজগৰী** বিণ. আন কাৰো দাবি বা স্বত্ব নথকা, আপোনাৰ সুকীয়া, দোষৰ পৰা মুক্ত free from the claim of another, free from liability or responsibility. বিণ. **নিজগৰীয়া**।

**নিজঞ্জাল** বি. মানুহৰ সমাগম বা হুলস্থুল নথকা ঠাই a quiet place. বিণ. নিজম, নিৰল silence, quietness, হাই নথকা quiet.

**নিজলি** বিণ. ফটফটীয়া, নির্ম্মল clear, limpid. অক. ধা. **নিজলি পৰ** মল তললৈ গৈ নির্ম্মল হ to be clear.

**নিজম** বি. নিস্তব্ধতা, নিৰল quietness, silence. অক. ধা. **নিজম দি** নিমাত হ, **নিজম পৰ** নিৰল হ, হাই নথকা হ।

**নিজৰ** অক. ধা. অলপ অলপকৈ বৈ পৰ, নিগৰ to flow gently, to drip. **নিজৰণি** বি. কোনো বস্তুৰ পৰা নিজৰি ওলোৱা পানী water coming out of something.

**নিজৰী, নিঝৰা** বি. পর্ব্বতৰ পৰা অলপীয়াকৈ বৈ অহা পানী water flowing from a hill in a small stream.

**নিজৰা কাপ** বি. চিয়াহী ভৰাই লব পৰা কলম, a fountain pen.

**নিজস্ব** বিণ. যিহত অইনৰ কোনো-কণ অধিকাৰ নাই।

**নিজা** বিণ. আপোনাৰ one's own.

**নিজান** 'নির্জন' চোৱা। অক. ধা. **নিজান পৰ** জনশূন্য বা হাই নথকা হ to be solitary or silent.

**নিজানন্দ** বি. সর্ব্বোৎকৃষ্ট, বৈকুণ্ঠ the highest paradise.

**নিজাপী** বিণ. নিজৰ, নিগাজী, চিৰকলীয়া one's own, permanent.

**নিজাম** বি. শাসন কর্ত্তা a ruler.

**নিজাৰ পৰ** ফুল সৰি উদং হ to fall off.

**নিটাল, নিটোল** বি. নিজন, নিৰল deep silence. অক. ধা. **নিটোল-মাৰ** নিস্তব্ধ হৈ থাক।

**নিঠ** বিণ. ঠিক, নিশ্চয় certain.

**নিঠক, নিঠকৰা** বিণ. ঠাৰি ছিগা, উপায় হীন, অতি দৰিদ্ৰ destitute of peduncle, helpless, destitute.

**নিঠুৰ** বিণ. নিষ্ঠুৰ cruel.

**নিডলীয়া** বিণ. পোনেই মূৰৰ ওপৰত পৰা, থিয়, বৰ টান বা চোকা falling directly on the head, very hot.

**নিতালে** বিণ. হাত ভৰি মেলি দীঘল হৈ at full length.

নিতবতৰা বিণ. হাত উদং, অৰ্থহীন penniless.

নিতম্ব বি. পিঠি ফালে কঁকালৰ তলৰ ভাগ (যাইকৈ তিৰোতাৰ) buttocks. নিতম্বিনী বহল আৰু সুন্দৰ নিতম্ব থকা তিৰোতা a woman with big hips.

নিতান্ত ক্রি. বিণ. অতিশয়, একান্ত very much, indispensably. নিতান্তে ক্রি. বিণ. সদায় always.

নিতে, নিতৌ ক্রি. বিণ. প্ৰতিদিনে, দিনৌ, প্ৰত্যহ daily, every day, নিত্যৌ ক্রি. বিণ. নিতৌ।

নিত্য বিণ. সদাই থকা, চিৰস্থায়ী eternal, existing always, নিতৌ কৰিব লগা to be done daily. বি. নিত্যতা, নিত্যকৰ্ম্ম দৈনিক কৰিব লগীয়া কাম। নিত্য-নৈমিত্তিক দৈনিক কৰিব লগীয়া আৰু বিশেষ উদ্দেশ্যে কৰিব লগীয়া। নিত্যানন্দ সদায় আনন্দিত। নিত্যসেৱা দৈনিক সেৱা পূজা।

নিদৰ্শন বি. উদাহৰণ, দৃষ্টান্ত illustration, example, প্ৰমাণ proof, চিন sign of recognition, বিধি আদেশ injunction.

নিদল সক. ধা. মোহাৰি পেলা, ধ্বংস কৰা to crush, to destroy.

নিদাঘ, নিদাঘ কাল বি, ঘাম-কাল, জহ কাল, গ্ৰীষ্মকাল the summer.

নিদান বি. মূল কাৰণ, আদি কাৰণ the primary cause, কাৰণ cause, ৰোগৰ লক্ষণ আৰু কাৰণ লিখা পুথি। নিদানে কাৰণে owing to.

নিদান বি. বিপদ, বিপত্তি great distress.

নিদাৰুণ বিণ. দয়াহীন, নিষ্ঠুৰ cruel.

নিদিধ্যাসন বি. একান্তচিত্তে ধ্যান।

নিদেশ বি. আদেশ, হুকুম command, order.

নিদ্ৰা বি. টোপনি, ঘুমটি sleep, নিদ্ৰাগত যি শুইছে। নিদ্ৰাতুৰ যাৰ অতিশয় টোপনি লাগিছে। নিদ্ৰা-ভঙ্গ জাগৰণ। নিদ্ৰাভিভূত নিদ্ৰা-মগ্ন। নিদ্ৰালু নিদ্ৰাপ্ৰিয়, বৰকৈ শুই থকা। নিদ্ৰিত কৃদ. বিণ. টোপনিত থকা, নিদ্ৰাগত, ঘুমন্ত asleep. নিদ্ৰোত্থিত যি টোপনিৰ পৰা উঠিছে।

নিধক বিণ. নিলাজ shameless. স্ত্ৰী. নিধকী।

নিধন বি. মৃত্যু, মৰণ death.

নিধনী বিণ. দুখীয়া, ধনহীন poor. নিধন্মুৰা বিণ. ধন নিদিয়াকৈ পোৱা, এনেই পোৱা obtained gratis.

নিধৰুৱা বিণ. ধাৰ নথকা not indebted.

নিধাতু বিণ. নিকশ্বাস, উশাহ বন্ধ হোৱা out of breath. ক্রি. নিধাতু থা।

নিধান, নিধি বি. ভঁৰাল, আধাৰ,

-বহুমূল্যা বস্তু a store-house, a precious thing.

**নিধুবন** বি. মৈথুন।

**নিনাও** বিণ. নাম শূন্য, নৌকাহীন nameless, having no boat.

**নিনাদ** বি ধ্বনি, শব্দ sound roar.

**নিন্দ** বি. নিদ্রা sleep.

**নিন্দ** সক. ধা. নিন্দা কর, বদনাম কর to speak ill of, to revile, চের পেলা -to surpass. **নিন্দক** বি. নিন্দা করা মানুষ a reviler. স্ত্রী. **নিন্দকী**। **নিন্দনীয়** বিণ. নিন্দার যোগ্য blameworthy. **নিন্দা** বি. দুর্নাম। **নিন্দাবাদ** নিন্দা করণ, তিরস্কার slander, ridicule. কৃদ. বিণ. **নিন্দিত** নিন্দা পোরা, গর্হিত reviled, ridiculed, অধম, নীচ low, vile বি. **নিন্দোতা**। স্ত্রী. নিন্দতী।

**নিপাত** বি. নাশ, ধ্বংস, মৃত্যু death, destruction আঘাত, প্রহার।

**নিপাতন** বি. অধঃক্ষেপন, বধ সাধন (ব্যাকরণত) সূত্রোক্ত নিয়মর ব্যতিক্রম।

**নিপান** বি. ক্ষুদ্র জলাশয়।

**নিপানী** বিণ. পানী নথকা, পনীয়া, নোহোৱা not watery or mixed with water.

**নিপীড়ন** বি. উৎপীড়ন, কেশদান, দলন। বিণ. **নিপীড়ক**।

**নিপুণ** বিণ. পটু, পাৰ্গত, পাৰগ skilful, well versed. বি. **নিপুণতা**।

**নিপোটল** বিণ. কোনো অংশ ক্ষীণ নোহোৱা, সমানে পুষ্ট plump, fat.

**নিকুট** বিণ. নিতাল, শুনা concealed, unheard of. ক্রি. **নিকুট যাব**।

**নিবদ্ধ** বিণ. বন্ধা, আবদ্ধ, লৰচৰ হব নোৱাৰাকৈ স্থিৰ কৰা bound, confined, fixed, ৰচিত, গ্ৰথিত।

**নিবন্ধুৱা** বিণ. জীৱিকাৰ উপায় নোহোৱা unemployed.

**নিবন্ধ** বি. লৰচৰ হব নোৱাৰাকৈ কৰা নিয়ম, স্থিৰকৈ বন্ধা কথা, প্ৰতিজ্ঞা an unalterable rule, an agreement, a vow. সক. ধা. ৰচনা কৰ to compose. **নিবন্ধন** ৰচনা কৰা কাৰ্য্য act of composing, বন্ধা নিয়ম unviolable rule. **নিবন্ধন পত্ৰ** বি. লিখা-চুক্তি a written agreement.

**নিবৰ্ত্ত** অক. ধা. উলটি আহ to return, আচৰণ নকৰ to refrain from, অন্ত হ, নাইকিয়া হ to terminate, to disappear. বিণ. **নিবৰ্ত্তক** গুচোৱা, নাইকিয়া কৰা, নিবৃত্তি কাৰক preventive. **নিবৰ্ত্তন** বি. উলটি অহা কাৰ্য্য, প্ৰত্যাবৰ্ত্তন, নিবৃত্তি, বিৰতি act of returning. **নিবৰ্ত্তমান** বিৰতি, ক্ষান্ত, নিবৃত্ত refraining from.

সক. ধা. নিবৰ্ত্তা প্ৰবৰ্ত্তা, প্ৰবৃত্ত কৰা to enforce.

**নিবাৰ** সক. ধা. বাৰণ কৰ, বাধা কৰ, নিষেধ কৰ to oppose, to prevent. কৃদ. বি. নিবাৰোঁতা। স্ত্ৰী. নিৱাঁৰবতী। **নিবাৰক** বি. যি ওচায় বা বাধা দিয়ে that which opposes or prevents. **নিবাৰণ** বি. নিষেধ বা বাধা কৰণ act of preventing or opposing. কৃদ. বিণ. **নিবাৰিত** বাধা পোৱা, নিষিদ্ধ prevented, opposed.

**নিবাস** বি. থকা ঠাই, ঘৰ, বসতি, আবাস residence, home, act of dwelling. **নিবাসী** বিণ. যি বাস কৰে, অধিবাসী dwelling, কোনো ঠাইত বাস কৰা বা থকা লোক a resident. স্ত্ৰী. **নিবাসিনী**।

**নিবিড়** বিণ. ঘন, গভীৰ, গাঢ় (অন্ধকাৰ, বন, ৰহস্য) thick, dense, দৃঢ়, একাৰ, deep, heartful.

**নিবিষ্ট** কৃদ. বিণ. প্ৰবেশ কৰা, ভিতৰলৈ সোমোৱা gone into, একাগ্ৰ, একান্ত deeply engaged.

**নিবৃত্ত** বিণ. কৰিবলৈ এৰা, ক্ষান্ত ceasing, stopped, বিষয়ৰ সুখ এৰা discontinuing worldly interest. বি. **নিবৃত্তি**। **নিবৃত্তি-পথ, নিবৃত্তিমাৰ্গ** সংসাৰৰ পৰা মুক্ত হোৱা পথ the path of salvation.

**নিবেদক** বি. নিবেদন কৰোঁতা, প্ৰাৰ্থনাকাৰী one who represents a petitioner.

**নিবেদন** বি. সম্ৰমেৰে জনোৱা কাৰ্য্য the act of informing respectfully, সম্ৰমেৰে জনোৱা কথা anything informed with respect, সম্ৰমেৰে কৰা সম্বোধন addressing with respect, সম্ৰমেৰে কোনো বস্তু অৰ্পণ কৰা কাৰ্য্য the act of giving with respect. **নিবেদনপত্ৰ** ভাতৰ মানুহক আদৰ সম্মান জনোৱা কাকত written address. **নিবেদিত** সম্ৰমেৰে জনোৱা বা দিয়া given or imformed respectfully. বিণ. **নিবেদনীয়, নিবেদ্য** নিবেদন যোগ্য।

**নিবেশ** বি প্ৰবেশ act of entering, নিয়োগ act of engaging (mind).

**নিবোকা** বিণ. অধিক কথা নোকোৱা, নেহাঁহি নেমাতি থকা অভ্যাসযুক্ত taciturn, reserved.

**নিভঁজুৱা নিভাঁজ** বিণ. বেঁকা নোহোৱা, ভাঁজ নোখোৱা, পোন straight, শুধ, ভঁাজ নথকা genuine, বেয়া বস্তুৰে মিহলি নকৰা unadulterated.

**নিভ** সদৃশ তুল্য।

**নিভাৰলা** বিণ. আশাহীন, ভৰষা নথকা hopeless.

**নিভৃত** বিণ. গোপন নিৰ্জ্জন, জনশূন্য solitary.

**নিম** বি. এবিধ তিতা গছ—তাৰ দুবিধ—এবিধক 'মহানিম', আনবিধক 'ঘোৰানিম' বোলা হয় a kind of tree.

**নিমকি** বি. এবিধ পিঠা a kind of cake.

**নিমখ** বি. লোণ salt. **নিমখ-হাৰাম** অকৃতজ্ঞ ungrateful fellow. **নিমখ-হাৰামি** অকৃতজ্ঞ গুণ ungratefulness.

**নিমগ্ন** বিণ. তল যোৱা, ডুবা plunged, বিপদ বা শোকত পৰা, আবিষ্ট, নিবিষ্ট involved in trouble or anxiety, thrown into grief.

**নিমজ** বিণ. মিহি, শীতল, সমান, লোহোৰা smooth, even.

**নিমজ্জন** বি. নিমগ্ন, অৱগাহন, ডুবা কাৰ্য্য act of plunging.

**নিমন্ত্ৰণ** বি. কোনো কাৰ্য্যৰ নিমিত্তে মতা কাৰ্য্য invitation. বিণ. **নিমন্ত্ৰিত** মতা, নিমন্ত্ৰণ পোৱা invited.

**নিমৰমিয়াল** বিণ. মৰম বা স্নেহ নথকা unkind, cruel.

**নিমাই** বি. চৈতন্যদেৱৰ এটা নাম।

**নিমাওমাও** বিণ. মানুহৰ, শব্দ নথকা ঠাই, নিৰ্জ্জন lonely, solitary.

**নিমাখিত** বিণ. বৰ দুখীয়া very poor, indigent.

**নিমাত** বিণ. মাত নথকা, অবাক speechless, silent.

**নিমাতী** বি. এবিধ চৰাই a species of bird.

**নিমিত্ত** বি. কাৰণ, হেতু cause. **নিমিত্তভাগী** কোনো কাৰ্য্যৰ কাৰণে নাম মাত্ৰ দায়ী nominally responsible. **নিমিত্ত মাত্ৰ** নিমিত্তভাগী। **নিমিত্তে** কাৰণে for, owing to.

**নিমিষ** বি. চকুৰ প্ৰচাৰ, চকুৰ টিপ, পলক twinkling. মুহূৰ্ত্ত a moment. ক্ৰি. বিণ. **নিমিষতে**।

**নিমীলিত** কৃদ. বিণ. মুদ খোৱা, জপোৱা closed as the eyes.

**নিমুৰা** বিণ. পেটৰ কথা খুলি নোকোৱা reserved, নিবোকা not open-hearted.

**নিমুৰমুৰা** বিণ. ঠাল ঠেঙুলি নথকা, টকলা having no branches. বন্ধু বা সহায় নথকা helpless.

**নিমুৰ মুৰাকৈ** টকলাকৈ, অলপো নাইকিয়া কৈ।

**নিম্ন** বিণ. চাপৰ, তলৰ, বহুতললৈ যোৱা deep low. **নিম্নগ** অধোগামী। বি. **নিম্নতা**।

**নিয়ত** ক্ৰি. বিণ. সদায় সৰ্ব্বদা always, নিশ্চিত, নিয়ন্ত্ৰিত, সংযত certain.

**নিয়তি** বি. অদৃষ্ট, বিধিৰ বিধান, ভাগ্য destiny, fate.

**নিয়ঁতী** বি. 'নিওঁতা' চোৰা।

**নিয়ঁতী, নিয়ঁতী চৰাই** বি. পেঁচা an owl.

**নিয়ন** বি. নিয়া কাৰ্য্য act of carrying.

**নিয়ন্তা** বি. শাসন কৰোঁতা, চলাওঁতা, পৰিচালক one who manages, rules or regulates.

**নিয়ন্ত্রিত** বিণ. নিয়মিত, শৃঙ্খলিত, পৰিচালিত, সংযত arranged, regulated, managed.

**নিয়ম** বি. ব্যৱস্থা, বিধান, নিৰ্দ্দেশ a rule, a procedure, বিধি প্ৰথা, নীতি, ধাৰা practice, usage, পদ্ধতি, শৃঙ্খলা ক্ৰম system, চুক্তি contract. সক. ধা. ভাল নিয়মত ৰাখ keep in proper order. বি. **নিয়মন** দমন।

**নিয়মতন্ত্র** বি. কোনো বন্ধা নিয়ম বা আইনৰ অধীনৰ শাসন কাৰ্য্য constitutional government.

**নিয়মপত্র** বি. চুক্তিপত্র a written agreement. **নিয়মবিৰুদ্ধ** বিণ. বিধি বিৰুদ্ধ, অবৈধ। **নিয়মভঙ্গ** বি. চুক্তিভঙ্গ breach of contract.

**নিয়মিত** বিণ. নিয়ন্ত্রিত, শৃঙ্খলিত, নিয়মানুযায়ী, according to rule, regular, নিৰূপিত, নিৰ্দ্ধাৰিত fixed, settled সংযত নিয়মানুযায়ী।—বিণ. যথাবিধি ক্রি. বিণ. **নিয়মিত ৰূপে, নিয়মিতকৈ।**

**নিয়মী** বিণ. নিয়ম পালক।

**নিয়ামক** বিণ. নিয়ম কৰ্ত্তা, ব্যৱস্থাপক, নিৰ্দ্দেশক, পৰিচালক, নিৰূপক।

**নিয়মীয়া** বিণ. নিয়ম বা বস্তুৰ মতে হোৱা, যেনে হব লাগে তেনে হোৱা in accordance with rule or usage, not exceeding the usual limit. ক্রি. বিণ. **নিয়মে** নিয়মকৰি, কথা বান্ধি on a certain condition.

**নিয়ৰ** বি. হিম dew.

**নিয়া** সক. ধা. আন এজনৰ দ্বাৰা স্থানান্তৰ কৰা to cause to be carried. বি. **নিয়াওঁতা**। স্ত্রী. **নিয়ঁতী**।

**নিয়াৰি** বি. ধাতু পিটি গঢ় লগোৱা আৰু নিমজ কৰা এটা টান লোৰ ঠকুৰা an anvil. বিণ. পোন, নিমজ straight, well-finished.

**নিযুক্ত** কৃদ. বিণ. কামত লগোৱা, নিয়োগ কৰা engaged, employed, ব্যাপৃত, ৰত occupied.

**নিযুত** বি. দহ লাখ ten lakhs.

**নিয়োগ** বি. কাৰ্য্যৰ ভাৰ অৰ্পণ appointment, প্ৰবৰ্ত্তন, নিৰ্দ্দেশ direction. প্ৰয়োগ, নিবেশ। **নিয়োক্তা, নিয়োগী** বিণ. নিয়োগ কৰ্ত্তা।

**নিয়োজক** বিণ. নিয়োগ কৰ্ত্তা one who appoints.

**নিয়োজন** বি. নিযুক্ত কৰণ প্ৰবৰ্ত্তন act of appointing or ordering to do something.

**নিয়োজিত, নিযোজিত** কৃদ. বিণ. নিযুক্ত, কোনো কামত লগোৱা। কোনো কাৰ্য্য কৰিবলৈ আজ্ঞা পোৱা appointed to, engaged in. **নিয়োজনীয়, নিযোজ্য** নিযুক্ত কৰিবৰ উপযুক্ত fit to be employed.

**নিৰ** শব্দৰ আগত থাকি অভাৱ, হীনতা, বাহিৰ, নিশ্চয়, অতিশয় ইত্যাদি সূচক উপসৰ্গ।

**নিৰথ্, নিৰক্ষ্** সক. ধা. নিৰীক্ষণ কৰ, চা to look, to see.

**নিৰঙ্কুশ** বিণ. অনিবাৰ্য্য, বাধাহীন, স্বেচ্ছাচাৰী unchecked, free.

**নিৰঞ্জন** বি. অকলঙ্ক, নিৰ্ম্মল, পৰমাত্মা glorious, God.

**নিৰণ্ঠুক** বি. ল'ৰা তিৰোতা নথকা having no family or companions.

**নিৰত** বিণ. ব্যাপৃত, নিযুক্ত, আসক্ত, engaged, attached.

**নিৰন্তৰ** বিণ. ছেদ ভেদ নথকা incessant, continuous, সকলো all without exception. ক্ৰি. বিণ. নেৰানেপেৰাকৈ incessantly, সৰ্ব্বদায় always. **নিৰন্তৰে** ক্ৰি. বিণ. সকলোৰে, সদায়।

**নিৰন্ন** বিণ. অন্নহীন, অতিশয় দৰিদ্ৰ very poor.

**নিৰপৰাধ** বিণ. নিৰ্দোষ, অপৰাধশূন্য free from guilt or fault. স্ত্ৰী. **নিৰপৰাধা**। বি. **নিৰপৰাধিতা**।

**নিৰপৰাধী** বিণ. নিৰ্দোষী without guilt, innocent, বি. নিৰ্দোষী মানুহ। স্ত্ৰী. **নিৰপৰাধিনী**।

**নিৰপেক্ষ** বিণ. অপৰাধ শূন্য, কাৰো ফলীয়া নোহোৱা neutral, impartial, স্বাধীন, স্বতন্ত্ৰ acting independently. বি. **নিৰপেক্ষতা**।

**নিৰয়** বি. নৰক।

**নিৰযাণ** বি. নিৰ্ব্বাণ, ধ্বংস destruction.

**নিৰৰ্থক** বিণ. অৰ্থ নথকা meaningless নিষ্ফল fruitless, অকামিলা, অযোগ্য useless. ক্ৰি. বিণ. অবাবতে uselessly.

**নিৰলা** বিণ. নিৰ্জ্জন, শান্ত solitary, calm. বি. নিৰ্জ্জন ঠাই solitary place. ক্ৰি. বিণ. **নিৰলে**।

**নিৰৱ** বিণ. অশান্ত, কথা নোহোৱা voiceless. বি. নিৰল, নিস্তব্ধ quiet, still.

**নিৰৱকাশ** বি. যাৰ অৱসৰ নাই, যাৰ বিশ্ৰাম নাই।

**নিৰৱচ্ছিন্নে** ক্ৰি. বিণ. একেবাৰে, নেৰানেপেৰাকৈ ceaselessly, incessantly.

**নিৰৱধি** বিণ. যাৰ সীমা নাই, নিৰন্তৰ

সৰ্ব্বদা। নিৰম্বু বিণ. পানীও নোখোৱা ( উপবাস )।

**নিৰস** বিণ. ৰস নথকা, শুকান, সোৱাদ নথকা dry, juiceless, tasteless.

**নিৰস্ত** বিণ. বিমুখ, ক্ষান্ত, বিৰত, দূৰীভূত indifferent, not forward.

**নিৰস্ত্ৰ** বিণ. অস্ত্ৰ নথকা having no weapon, অস্ত্ৰ গুচোৱা disarmed.

**নিৰহ** বিণ. অলপ জেকা slightly dry, slightly wet. অক. ধা. অলপকৈ শুকা। নিৰহ নিপানী ৰস বা পানী নথকা, শুকান, not watery, অপব্যয় নকৰা economical, নিৰ্ম্মল, বিশুদ্ধ pure. নিৰহ-নিপানীকৈ ক্ৰি. বিণ. দোষ নাই-কিয়াকৈ, পৰিপাটিকৈ।

**নিৰহঙ্কাৰ, নিৰহঙ্কাৰী** বি. অহঙ্কাৰৰ অভাৱ, অহঙ্কাৰ নথকা, নম্ৰ humble.

**নিৰহা** সক. ধা. নিৰহ কৰ, অলপ শুকা to cause to be slightly dry. নিৰক্ষৰ বিণ. আখৰ নিচিনা, পঢ়িব নজনা illiterate.

**নিৰক্ষৰেখা, নিৰক্ষবৃত্ত** বি. বিষুৱ ৰেখা equator.

**নিৰা** সক. ধা. খেতিৰ বন গুচাই পৰিষ্কাৰ কৰ to weed. কৃদ. বি. নিৰাওঁতা। স্ত্ৰী. নিৰঁাতী কৃদ. বিণ. নিৰোৱা।

**নিৰাকৰণ** বি. খণ্ডন, মিছাবুলি প্ৰমাণ কৰা কাৰ্য্য refutation, নিৰ্ণয়, অৱধাৰ, বিণ. নিৰাকৃত।

**নিৰাকাঙ্ক্ষ** বিণ. নিস্পৃহ, নিৰ্লোভ।

**নিৰাকাৰ** বিণ. আকাৰহীন, অদৃশ্য having no form or body, পৰমেশ্বৰ God.

**নিৰাধাৰে** ক্ৰি. বিণ. 'নিৰাহাৰে' চোৱা। বিণ. নিৰাধৰীয়া, নিৰাধাৰী।

**নিৰানন্দ** বিণ. আনন্দশূন্য, বিমৰ্ষ sorrowful, dejected. বি. আনন্দৰ অভাৱ absence of joy.

**নিৰানব্বৈ, নিৰান্নব্বৈ** বি. এক কম এশ ninety nine.

**নিৰাপত্তা** বিণ. বিপদ বিঘিনিবিহীন free from misfortune or calamity.

**নিৰাপদ** বিণ. আপদ শূন্য, নিৰ্বিঘ্ন free from trouble or danger, safe. ক্ৰি. বিণ. নিৰাপদে কুশলে, নিৰ্ব্বিঘ্নে।

**নিৰাভৰণ** বিণ. অলঙ্কাৰ হীন। স্ত্ৰী. নিৰাভৰণা।

**নিৰাময়** বিণ. নিৰোগী free from disease.

**নিৰামিষ** বিণ. য'ত আমিষ নাই, মাছ, মঙহ, কণি, চৰ্ব্বি আদি বৰ্জ্জিত খাদ্য food other than fish, flesh, egg etc., vegetable food. নিৰামিষাশী, নিৰামিষা-হাৰী বিণ. নিৰামিষ খোৱা মানুহ।

**নিৰামিষ্য** মাছ মঙহত বাজে আন,

নিৰামুহীয়া। নিৰামহি, নিৰামুহি বি. নিৰামিষ বিণ. নিৰামহীয়া, নিৰামুহীয়া।

**নিৰালম্ব** বিণ. নিৰাশ্ৰয়, আশ্ৰয় নথকা, কাৰো ওপৰত ভাৰসা নৰখা having no protector, helpless, relying on no one.

**নিৰাশ** বিণ. আশাহীন, আশাত, বঞ্চিত হোৱা, হতাশ having no hope, disappointed. বি. নিৰাশা।

**নিৰাশ্ৰয়** বিণ. যাৰ আশ্ৰয় নাই, অসহায় helpless, destitute.

**নিৰাহাৰ** বি. আহাৰ নথকা অৱস্থা. অনাহাৰ, লঘোন fast. বিণ, নিৰাহাৰী ক্ৰি. বিণ. নিৰাহাৰে।

**নিৰিখ** বি. দৰ, হাৰ rate.

**নিৰিবিলি** বিণ. নিভৃত, নিৰ্জন lonely.

**নিৰীশ্বৰ** বিণ. ঈশ্বৰ থকা বুলি নমনা।

**নিৰীহ** বিণ. শান্ত, কাৰো সৈতে বিৰোধ নকৰা mild.

**নিৰীক্ষণ** বি. মনোযোগেৰে দৰ্শন, দূৰৈৰ পৰা চোৱা কাৰ্য্য seeing minutely, act of looking at from a distance. ক্ৰি. নিৰীক্ষণ কৰ। নিৰীক্ষ্যমাণ বিণ. দৃশ্যমান।

**নিৰুক্ত** বি. যাস্ক প্ৰণীত বৈদিক অভিধান বা ব্যাখ্যা গ্ৰন্থ বিশেষ।

**নিৰুচ্ছ্বাস** বি. উশাহ বন্ধ হোৱা, বিবুদ্ধি out of breath, perplexed.

**নিৰুজ** বি. নিৰোগী, সুস্থ healthy.

**নিৰুত্তৰ** বিণ. উত্তৰ দিব নোৱাৰা, নিৰ্বাক unable to answer.

**নিৰুৎপাত** বিণ. উপদ্ৰৱশূন্য, কষ্ট নথকা free from distress or tyranny.

**নিৰুৎসাহ** বিণ. উৎসাহ নথকা having no energy. বি. উৎসাহৰ অভাৱ want of energy. বিণ. নিৰুৎসাহী inactive.

**নিৰুদ্দেশ** বিণ. যাৰ সন্ধান নাইবা থকা ঠাইৰ কথা জনা নাযায় absent and unknown.

**নিৰুদ্ধ** বিণ. আবদ্ধ, আটক কৰি ৰখা confined, restrained. বি. নিৰোধ।

**নিৰুদ্বিগ্ন** বিণ. উদ্বেগ হীন, নিশ্চিন্ত free from anxiety. বি. নিৰুদ্বেগ। ক্ৰি. বিণ নিৰুদ্বেগে।

**নিৰুপদ্ৰৱ** বিণ. উপদ্ৰৱ নথকা, নিৰাপদ, পৰ-পীড়া নথকা free from oppression or danger. ক্ৰি. বিণ. নিৰুপদ্ৰৱে।

**নিৰুপম** বিণ. তুলনা নথকা, অনুপম, অতুলনীয় incomparable. স্ত্ৰী. নিৰুপমা।

**নিৰুপায়** বিণ. উপায়হীন, সহায় হীন having no means, helpless. বি. অসহায় অৱস্থা।

**নিৰুশ্বাস** বিণ. উশাহ বন্ধ হোৱা.

বিবুদ্ধি out of breath, perplexed.

নিৰূপ সক. ধা. নিৰূপণ বা নিশ্চয় কৰ to fix, to ascertain.

নিৰূপণ বি. স্থিৰ কৰণ, নিশ্চয় কৰণ। নিৰ্ণয় act of ascertaining or settling. বিণ. নিৰূপিত স্থিৰ কৰা, নিশ্চয় কৰা।

নিৰোগ বি. ৰোগ নথকা, স্বাস্থ্য healthy. বিণ. নিৰোগী ৰোগ নথকা। বি. নিৰোগিতা।

নিৰোধ বি. অৱৰোধ, প্ৰতিৰোধ, বাধা, ভেঁটা check. restraint. বিণ. নিৰোধক বি. যি নিৰোধ কৰে। বি. নিৰোধন ৰুদ্ধ কৰণ।

নিৰোল বি. উচ্চ শব্দ বা হাই নথকা hushed, quiet.

নিৰ্গত বিণ. বাহিৰ হোৱা, ওলোৱা gone out.

নিৰ্গাত বিণ, অপমানলৈ ভয় নথকা not minding insult. বি. নিৰ্গাতালি।

নিৰ্গন্ধ বিণ. গন্ধ নথকা void of smell.

নিৰ্গুণ বিণ. ভাল গুণ নথকা, অকামিলা devoid of good qualities, বিষয় আদিত লিপ্ত নোহোৱা undefiled by passion, ত্ৰিগুণাতীত not influenced by the three qualities.

নিৰ্ঘণ্ট বি. সূচী index.

নিৰ্ঘাত বি. বজ্ৰপাত thunderbolt.—বিণ. কষ্টদায়ক unkind.

নিৰ্ঘাত বচন, নিৰ্ঘাত বাক্য বি. নিষ্ঠুৰ বা কৰ্কশ কথা harsh or unkind speech.

নিৰ্ঘুণ বিণ. ঘুণ নথকা, নিখুঁত sound, healthy.

নিৰ্জন বিণ. মানুহ নথকা, জনশূন্য lonely, solitary. বি. জনশূন্য ঠাই solitary place.

নিৰ্জৰ বি. জৰাশূন্য, বুঢ়া নোহোৱা not subject to the infirmities of old age.

নিৰ্জল স্ত্ৰী. নিৰ্জলা বিণ. জলশূন্য, য'ত পানী মিহলি নাথাকে void of water, dry.

নিৰ্জান বিণ. জনশূন্য, নাশ কৰা solitary, destroyed. অক. ধা. নিৰ্জান পৰ—নিজান পৰ।

নিৰ্জীৱ বিণ. জীৱ নথকা, মৰা inanimate, dead.

নিৰ্জু বিণ. শান্ত, ধীৰ, খং নথকা mild, quiet.

নিৰ্জুলীয়া বিণ. জোল নথকা, জুলীয়া নোহোৱা not liquid, solid.

নিৰ্ঝৰ বি. নিজৰা, পৰ্ব্বতৰ পৰা বৈ অহা সক নৈ water flowing from a hill.

নিৰ্ণয় বি. নিশ্চয়, স্থিৰতা certainty, নিৰ্দ্ধাৰণ, নিৰূপণ, সিদ্ধান্ত। নিৰ্ণায়ক. নিৰ্ণেতা বি. যি নিৰ্ণয়

কৰে। নির্ণীত বিণ. যাৰ নির্ণয় হৈছে। নির্ণেয় বিণ. নির্ণয় যোগ্য, যাক নির্ণয় কৰিব লাগিব।

নির্দ্দয় বিণ. দয়া নথকা, নিমৰমিয়াল, নিষ্ঠুৰ unkind.

নির্দ্দিষ্ট বিণ. দেখাই দিয়া, নিৰূপিত, স্থিৰ কৰা বর্ণিত, কথিত pointed out, asserted, declared.

নির্দ্দেশ বি. বিধান, আদেশ direction, command, প্রদর্শন pointing out, উল্লেখ, বর্ণনা। বিণ. নির্দ্দেশক প্রদর্শক, আদেশক।

নির্দ্দোষ বিণ, দোষ নথকা। নিৰপৰাধী guiltless, faultless. বি. দোষৰ অভাব innocence. বি. নির্দ্দোষিতা।

নির্ধন বিণ. দৰিদ্র, দুখীয়া poor, indigent, দুখীয়া মানুহ a poor person, নির্ধনী বিণ. দৰিদ্র, দুখীয়া। বি. ধন নথকা মানুহ।

নির্দ্ধাৰণ বি. নির্ণয়, স্থিৰ কৰণ determination. নির্দ্ধাৰক বি. নির্ণায়ক, নির্দ্ধাৰিত, নির্ণিত। নির্দ্ধার্য্য বিণ. নির্ণেয়, স্থিৰ কৰিব লগা। নির্দ্ধাৰিত বিণ. নিশ্চিত. নির্ণীত, নির্দ্দিষ্ট।

নির্নিমেষ বি. অনিমেষ, পলক শূন্য।

নির্ব্বংশ বিণ. বংশহীন, সন্তান হীন extinct, as a family or race.

নির্ব্বন্ধ বি. স্থিৰকৈ বন্ধা কথা, চুক্তি, সন্ধি, নিয়ম, বিধান an agreement, a treaty of peace, custom, usage.

নির্ব্বল বি. দুর্ব্বল, শক্তি নথকা weak, feeble. নির্ব্বলী বিণ. শক্তিহীন, ক্ষমতাহীন weak, powerless.

নির্ব্বাচন বি. বহুতৰ ভিতৰত এজনক বাচি লোৱা কার্য্য election, selection. নির্ব্বাচক বি. পদপ্রার্থীৰ নির্ব্বাচনত যাৰ অধিকাৰ আছে elector, voter. বিণ. নির্ব্বাচিত বিণ. যাক নির্ব্বাচন কৰা হৈছে।

নির্ব্বাণ বিণ. মোক্ষ মুক্তি, নুমুৱা salvation, extinction. বিণ. নুমুৱা extinguished.

নির্ব্বাত বিণ. বতাহ নথকা not windy.

নির্ব্বাধ বিণ. বাধাহীন, অবাধ।

নির্ব্বাপক বিণ. যাৰ দ্বাৰা নুমোৱা হয়, নির্ব্বাণকাৰী। নির্ব্বাপিত বিণ. যাক নুমোৱা হৈছে।

নির্ব্বাসন বি. দেশৰ পৰা বাহিৰ কৰি দিয়া কার্য্য deportation, দেশান্তৰ কৰণ, নির্ব্বাসন অৱস্থা exile. বিণ. নির্ব্বাসিত।

নির্ব্বাহ বি. সম্পন্ন, সম্পাদন performance. নির্ব্বাহক বিণ. নির্ব্বাহ বা সম্পন্ন কৰোঁতা, কার্য্য কৰোঁতা, সম্পাদক performer, a manager, secretary. বিণ. নির্ব্বাহিত সম্পাদিত।

**নিৰ্ব্বিকল্প** বিণ. সংশয়হীন, অভ্ৰান্ত। নিৰ্ব্বিকল্পসমাধি জ্ঞাতৃ জ্ঞানাদি ভেদৰহিত হৈ অদ্বিতীয় পৰব্ৰহ্মত চিত্ত সমাধান।

**নিৰ্ব্বিকাৰ** বিণ. লৰচৰ নোহোৱা সদাই একেদৰে থকা, পৰিবৰ্ত্তন নোহোৱা undergoing no change, immutable, ৰোগশূন্য, নিৰোগ free from sickness. আসক্তিহীন, ৰাগ দ্বেষ আদি নথকা void of attachment or anger, malice etc.

**নিৰ্ব্বিঘ্ন, নিৰ্ব্বিঘিনি** বিণ. বিঘিনি নথকা নিৰাপদ safe, free from disease or obstacles. ক্ৰি. বিণ. নিৰ্ব্বিঘ্নে।

**নিৰ্ব্বিবাদ** বিণ. বিবাদশূন্য, নিৰ্ব্বিৰোধ undisputed. ক্ৰি. বিণ. নিৰ্ব্বিবাদে।

**নিৰ্ব্বিৰোধ** বিণ. বিবাদহীন। ক্ৰি. বিণ. নিৰ্ব্বিৰোধে without dispute.

**নিৰ্ব্বিশেষ** বিণ অভেদ, ভেদ নথকা having no distinction. ক্ৰি. বিণ. নিৰ্ব্বিশেষে।

**নিৰ্ব্বিষয়** বিণ. বিষয়ত আসক্তিশূন্য।

**নিৰ্ব্বুদ্ধি** বিণ. বুদ্ধিহীন, অজনা foolish, dull.

**নিৰ্ব্বৈৰী** বিণ. শত্ৰু নথকা having no enemy.

**নিৰ্ব্বোধ** বিণ. অজ্ঞান, জ্ঞান নথকা, মূৰ্খ ignorant, unwise. বিণ. নিৰ্ব্বোধতা।

**নিৰ্ভয়** বিণ. ভয় নথকা, সাহিয়াল fearless, undaunted, বি. ভয়ৰ অভাৱ, সাহস absence or removal of fear. ক্ৰি. বিণ. নিৰ্ভয়ে।

**নিৰ্ভৰ** বি. ভাৰসা reliance, বিশ্বাস trust, আশা dependance. ক্ৰি. নিৰ্ভৰকৰ।

**নিৰ্ভাবনা** বি. ভাবনা বা চিন্তা নথকা absence of anxiety.

**নিৰ্ভীক** বিণ. ভয়হীন, সাহসী courageous.

**নিৰ্ভুল** বি. অশুদ্ধ নথকা, ভ্ৰম নথকা free from error or mistake. ক্ৰি. বিণ. নিৰ্ভুলৰূপে।

**নিৰ্ম্মা** সক. ধা. সাজ, গঢ়, ৰচনা কৰ to create, to form.

**নিৰ্ম্মৎসৰ** বিণ. হিংসা বা দ্বেষ নথকা free from malice.

**নিৰ্ম্মনুষ্য** বিণ. মানুহ নথকা, জনশূন্য lonely, solitary.

**নিৰ্ম্মঞ্ছন** বি. শান্তিকাৰ্য্যবিশেষ, আৰাধনা, সেৱা।

**নিৰ্ম্মম** বি. নিমৰমিয়াল, চেনেহ নথকা wanting affection, cruel. বি. নিৰ্ম্মমতা।

**নিৰ্ম্মল** বিণ. মল নথকা, পৰিষ্কাৰ free from dirt, clear, মেঘ নথকা free from cloud, পবিত্ৰ,

দোষ নথকা, সৰল pure, simple. বি. নিৰ্ম্মলতা।

নিৰ্ম্মাণ বি. তৈয়াৰ, গঠন, ৰচনা the act of producing, creating or constructing. নিৰ্ম্মাতা বি. যি নিৰ্ম্মাণ কৰে. নিৰ্ম্মিত বিণ. গঠিত, ৰচিত, সৃষ্ট created, form.

নিৰ্ম্মায়া বিণ. মায়া নথকা, সংসাৰৰ ভ্ৰমৰ পৰা মুক্ত free from worldy illusions.

নিৰ্ম্মালি বি. দেৱতাক দিয়া ফুল বা মালা, গুৰুৱে আশীৰ্ব্বাদ কৰি উলিয়া ফুল। নিৰ্ম্মাল্য বি. নিৰ্ম্মালি।

নিৰ্ম্মুক্ত বিণ. সম্যক মুক্ত।

নিৰ্ম্মূল বিণ. মূল বা শিপাই সৈতে নাইকিয়া হোৱা, সমূলি নষ্ট, লোপ-পোৱা wholly destroyed, extinct.

নিৰ্য্যাণ বি. ধ্বংস destruction, গমন, তিৰোভাব departure.

নিৰ্য্যাতন বি. উৎপাড়ন, নিগ্ৰহ, প্ৰতিহিংসা revenge, oppress ion. নিৰ্য্যাতক বি. যি নিৰ্য্যাতন কৰে। নিৰ্য্যাতিত বিণ. যাক উৎপীড়ন কৰা হৈছে।

নিৰ্য্যাস বি. ৰস, সাৰ extract.

নিৰ্লজ্জ বিণ. লজ্জাহীন, shame-less. বি. নিৰ্লজ্জতা।

নিৰ্লিপ্ত বিণ. মুক্ত, আসক্তি নথকা free from attachment or connection. ক্ৰি. বিণ. নিৰ্লিপ্ত-ভাৱে।

নিলেঠা বি. লেঠা বা দায়ৰ পৰা মুক্ত free from responsibility.

নিলগ বিণ. আঁতৰ, দূৰ distant, দূৰেনি, আঁতৰ, ঠাই distance.

নিলগা সক. ধা, আঁতৰ কৰ, বেলেগ কৰ to remove to a distance, to seperate. বি. নিলগীয়া।

নিলগানিলগি বিণ. এটাৰ পৰা আনটো নিলগ, আঁতৰা আঁতৰি distinct from each other. ক্ৰি. বিণ. নিলগে, নিলগে নিলগে।

নিলয় বি. ঘৰ a house.

নিলাজ বিণ. লজ্জাহীন, অপমানলৈ ভয় নকৰা shameless, impudent. বি. লাজ নথকা মানুহ a shameless man. নিলাজীবন লাজেভী লতা।

নিলাম বি. কিনোতা সকলৰ ভিতৰত যি সকলোতকৈ বেছি মূল্য দিয়ে তেওঁত বেচা auction. নিলাম ডাক নিলামৰ সময়ত দৰ কৰা to bid.

নিৱেশ বি. স্থাপন, প্ৰতিষ্ঠা establishment.

নিশকতীয়া বিণ. শক্তিশূন্য, দুৰ্ব্বল feeble, weak.

নিশংক বিণ. নিঃসন্দেহ, নিসংশয়, নিৰ্ভয় doubtless, fearless.

নিশব্দ বিণ. নিস্তব্ধ, শব্দ বা মাত

নথকা still, silent. ক্রি. বিণ. নিশব্দে।

নিশা বি. ৰাতি night. নিশাকৰ বি. জোন, চন্দ্ৰ the moon, নিশাচৰ বি. ৰাক্ষস, ভূত, চোৰ, ফেঁচা a demon, a spirit, thief, an owl. স্ত্ৰী. নিশাচৰী। নিশাপতি নিশানাথ, নিশামণি চন্দ্ৰ।

নিশি বি. ৰাতি night. নিশিপালন ৰাতি জাগৰণ, ৰাতি উপবাস keeping awake at night or asting at night.

নিশিত বিণ. চোকা, ধাৰ থকা sharp.

নিশীথ বি. ৰাতি।

নিশীথিনী বি. ৰজনী, ৰাতি।

নিশেষ বিণ. শেষ বা বাকী নথকা, সম্পূৰ্ণ finished, completed. ক্রি. বিণ. নিশেষে।

নিশ্চয় বি. যথাৰ্থতা, স্থিৰতা, নিঃসন্দেহ জ্ঞান certainty. বিণ. স্বৰূপ, ঠিক certain, sure. বি. নিশ্চয়তা— ক্রি. বিণ. নিশ্চয়ে নিঃসন্দেহে। নিশ্চয়কৈ, নিশ্চয়ৰূপে ঠিককৈ।

নিশ্চল বিণ. অচল, লবিব নোৱাৰা immovable, firm. বি. নিশ্চলতা। নিশ্চিত বিণ. ঠিক কৰা, স্থিৰ কৰা determined, settled.

নিশ্চিন্ত বিণ. চিন্তা নথকা free from anxiety.

নিশ্চেষ্ট বিণ. চেষ্টাশূন্য, উদ্যোগ নথকা, অলস inactive, sluggish. বি. নিশ্চেষ্টতা।

নিশ্বাস বি. উশাহ breath. নিশ্বাস প্ৰশ্বাস উশাহ নিশাহ inspiration and respiration.

নিষাদ বি. ব্যাধ a hunter. স্ত্ৰী. নিষাদী।

নিষিদ্ধ বিণ. বাধা দিয়া, নিষেধ কৰা prohibited, forbidden. নিষেধ বাধা prohibition.

নিষ্কণ্টক বি. কাঁইট নথকা, শত্ৰু নথকা having no thorn, free from trouble.

নিষ্কৰ বিণ. ৰাজহ দিব নলগা rent free.

নিষ্কৰ্ম্মা বিণ. একো কাম নথকা, একো কাম কৰিব নোৱাৰা, অকৰ্ম্মা having no work to perform, worthless.

নিষ্কলঙ্ক বিণ. অকলঙ্ক, নিৰ্দোষ faultless.

নিষ্কাম বিণ. ফললৈ ইচ্ছা নথকা, আকাঙ্ক্ষা নথকা having no desire of reward, disinterested.

নিষ্কাৰণ বিণ. কাৰণ নথকা causeless.

নিষ্কৃতি বি. আপদৰ পৰা উদ্ধাৰ, দেঠাৰ পৰা মুক্তি the state of being free from danger, liability or responsibility.

**নিষ্ক্ৰিয়** বিণ. ক্ৰিয়াহীন, নিষ্কৰ্ম্মা without any work, worthless.

**নিষ্খল** বিণ. দুষ্ট wicked.

**নিষ্ঠ** বিণ. নিষ্ঠা শ্ৰদ্ধাযুক্ত, নিশ্চয়। ক্ৰি. বিণ. নিষ্ঠে নিশ্চয়ে।

**নিষ্ঠা** বি. শ্ৰদ্ধা, দৃঢ় ভক্তি faith, deep regard. বিণ. **নিষ্ঠাৱন্ত, নিষ্ঠাবান** ধৰ্ম্মত থকা, শ্ৰদ্ধাৰে ধৰ্ম্ম আচৰণ কৰা, নৈষ্ঠিক devout, pious.

**নিষ্ঠীৱন, নিষ্ঠেৱন** বি. থু saliva.

**নিষ্ঠুৰ** বিণ. দয়াহীন cruel. বি. দয়াহীন মানুহ a cruel man. বি. **নিষ্ঠুৰতা** নিষ্ঠুৰ গুণ cruelty.

**নিষ্পত্তি** বি. মীমাংসা, সমাপ্তি, কোনো কাৰ্য্যৰ শেষ, সিদ্ধান্ত the final settlement of a matter, judgement, decision. **নিষ্পত্তি-পত্ৰ** সিদ্ধান্ত লিখা কাকত।

**নিষ্পন্ন** বিণ. সিদ্ধ, সম্পন্ন, সমাপ্ত done, completed, finished.

**নিষ্পাদন** বি. সম্পাদন, সমাধান act of concluding or deciding. **নিষ্পাদিত** সম্পাদিত, সাধিত। **নিষ্পাদনীয়, নিষ্পাদ্য** নিষ্পাদন যোগ্য।

**নিষ্পাপ** বিণ. পাপ নথকা, পবিত্ৰ sinless, innocent. বি. পাপ-শূন্যতা sinlessness. **নিষ্পাপী** পাপ নথকা, পবিত্ৰ sinless, pure. বি. পাপ নকৰা মানুহ sinless man.

**নিষ্পিখেৰাজ** বি. আধা খাজনা লগোৱা মাটি land assessed at half the usual rate.

**নিষ্প্ৰভ** বিণ. পৰাক্ৰম বা শক্তি শূন্য, দীপ্তিহীন powerless, void of glow.

**নিষ্প্ৰতিভ** বিণ. প্ৰতিভাশূন্য।

**নিষ্প্ৰয়োজন** বি. আৱশ্যকৰ অভাৱ absence of necessity. বিণ. অকাৰণ, নিৰৰ্থক, অনাৱশ্যক needless.

**নিষ্ফল** বি. গুটি নধৰা, নিৰৰ্থক, বিফল fruitless, vain.

**নিসৰ্গ** বি. প্ৰকৃতি, স্বভাৱ nature, সৃষ্টি। বিণ. নৈসৰ্গিক।

**নিসংশয়** বি. ভয় নথকা, সন্দেহ নথকা fearless, doubtless. ক্ৰি. বিণ. **নিসংশয়ৰূপে**।

**নিসঙ্গ** বিণ. অকলশৰীয়া alone, having no companion. বি. অকলশৰীয়া অৱস্থা the state of being alone.

**নিসত, নিসত্ব** বিণ. ৰস নথকা, খৰাং having no juice or moisture, dry.

**নিসনি** বি. ভাত সিজোৱা পানী, ভাতৰ পানী congee.

**নিসন্তান** বিণ. ল'ৰা ছোৱালী নথকা childless.

**নিসন্দেহ** বিণ. সন্দেহ নথকা, নিশ্চয়

doubtless, certain. ক্রি. বিণ. নিসন্দেহৰূপে।

**নিসন্ধি** বিণ. মাজত অলপো ফুদা ঠাই নথকা, ঠাহ খবা closely packed, compact. ক্রি. বিণ. নিসন্ধিকৈ।

**নিসান** বি. ৰণবাদ্য a military drum.

**নিসাৰ** বিণ. সাৰ নথকা, টোপনিত অচেতন locked in sleep, টিপিলে বা ঘঁহিলে গম নোপোৱা callous.

**নিসূদক** বি. বিনাশকাৰী। **নিসূদন** বধ killing.

**নিস্তৃত** কৃদ. বিণ. বাজ ওলোৱা, বাহিৰ হোৱা gone forth or out.

**নিস্তব্ধ** কৃদ. বিণ. মৌন, নীৰব, নিশব্দ silent, still, quiet. বি. নিস্তব্ধতা।

**নিস্তাৰ** বি. ৰক্ষা, উদ্ধাৰ, মুক্তি deliverance, salvation. সক. ধা. নিস্তাৰ কৰ, ৰক্ষা কৰ to deliver, to save, to rescue. নিস্তাৰক উদ্ধাৰ কৰোঁতা a saviour. নিস্তাৰিণী স্ত্রী. উদ্ধাৰ কাৰিণী, মুক্তিদায়িনী।

**নিস্তেজ, নিস্তেজী** বিণ. দীপ্তি বা শক্তি নথকা powerless, তেজ নথকা, শেঁতা pale.

**নিস্ত্রৈগুণ্য** বিণ. সত্ত্ব, ৰজঃ, তমঃ এই গুণত্রয় ৰহিত।

**নিস্পন্দ** বিণ. অকম্পিত, স্থিৰ steady, calm, (পু. অ.) নিস্পান।

**নিস্পৃহ** বিণ. স্পৃহা বা ইচ্ছা নকৰা, বাঞ্ছা নকৰা free form desire, not coveting. বি. নিস্পৃহতা।

**নিস্বন, নিস্বান** বি. শব্দ sound.

**নিস্বৰ, নিস্‌স্বৰ** বিণ. মাত বোল নথকা, নিস্তব্ধ still, quiet. ক্রি. নিস্বৰ মাৰ, নিস্‌স্বৰ হৈ থাক।

**নিস্বাৰ্থ** বিণ. আপোনাৰ হিত নিবিচৰা, উপকাৰৰ আশা নকৰা disinterested.

**নিহ্‌কিন** বিণ. নীচ, অধম, সামান্য inferior, low, vile.

**নিহত** বিণ. মৃত্যু হোৱা, মৰা, বিনাশিত killed.

**নিহন্তা** বি. মাৰোঁতা, বধোঁতা a killer.

**নিহল** বি. লোহা, শিকলি fetters.

**নিহ্‌পালী** বিণ. কোনো সাৰে নথকা locked in deep sleep. অক. ধা. নিহপালী দি যোৰ টোপনিত পৰ।

**নিহাৰ, নিহাল** সক. ধা. চা, দৃষ্টিকৰ to look at.

**নিহালী** বি. জাৰ কালি গাত লোৱা তুলা ভৰা কাপোৰ a quilt used as a covering in bed.

**নিহিত** বিণ. স্থাপিত, গুপ্ত placed, concealed.

**নিক্ষত্রিয়** বিণ. ক্ষত্রিয়শূন্য devoid of the kshatriyas.

**নিক্ষিপ্ত** বিণ. দলি মাৰি পেলাই দিয়া thrown away.

**নিক্ষেপ** বি. দলি মাৰি পেলাই দিয়া

কাৰ্য্য act of throwing away. নিক্ষেপ কৰ।

নীচ বিণ. অধম, দুষ্ট vile, wicked, চাপৰ low, বি. দুষ্ট মানুহ, অধম মানুহ wicked person. নীচযোনী বিণ. নীচ জাত, পশু জাত low origin or caste.

নীত বিণ. লৈ যোৱা, নিয়া led, taken, conveyed.

নীতি বি. আচাৰ, ব্যৱহাৰ, নিয়ম custom, usage, practice, ধৰ্ম্ম-সঙ্গত নাইবা সমাজ হিতকৰ বিধান morality, ethics. নীতিকথা বি. সজ শিক্ষা a moral tale, নীতিজ্ঞ বিণ. ৰীতি বা দস্তুৰ জনা, ভাল বেয়া জনা knowing what is right. নীতিশাস্ত্ৰ বি. সজআচৰণ শিকোৱা পুথি। নীতিশিক্ষা বি. সজ আচৰণ শিক্ষা।

নীতি বিষয়ক, নীতি বিৰোধী বিণ. নীতিৰ বিপৰীত, অনৈতিক। বি. নীতিবিৰুদ্ধতা। নীতি সঙ্গত, নীতি সম্মত বিণ. নীতি অনুমোদিত।

নীপ বি. কদম গছ।

নীয়ৰ 'নিয়ৰ' চোৱাঁ।

নীৰ বি. পানী, ৰস water, juice.

নীৰজ বি. পদুম a lotus. নীৰদ মেঘ cloud.

নীৰৱ 'নীৰৱ' চোৱাঁ।

নীৰস 'নিৰস' চোৱাঁ।

নীৰুজ 'নিৰুজ' চোৱাঁ।

নীৰোগ 'নিৰোগ' চোৱাঁ।

নীল বি. উজ্জ্বল ক'লা বৰ্ণ উৎপন্ন কৰা এবিধ গছ the indigo plant, উজ্জ্বল কলা বং blue. বিণ. নীল বৰণীয়া blue, নীলকণ্ঠ বি. শিৱ a name of Shiva, দৰৱত লগা এবিধ বৰ তিতা গছ।

নীলকান্ত বি. এবিধ মণি sapphire.

নীলাম্বৰ বি. কমতাপুৰৰ এজন ৰজাৰ নাম।

নীলোৎপল বি. নীল বৰণীয়া ভেঁটফুল the blue water lily, নীলাচল কামাখ্যাদেৱীৰ মন্দিৰ থকা পৰ্ব্বত। নীলাম্বৰ বলভদ্ৰ, বলৰাম। নীলিমা নীলবৰ্ণ।

নীহ বিণ. অধম, নীচ, নিকৃষ্ট inferior, low, vile.

নীহাৰ বি. নিয়ৰ, বৰফ।

নীহাৰিকা বি. আকাশৰ বহু দূৰৈত থকা কুঁৱলীৰ সদৃশ নক্ষত্ৰ সমষ্টি বা বাষ্পীয় পদাৰ্থ nebula.

নু ক্ৰি. বিণ. অভাব বা নিষেধ বুজোৱা। ক্ৰি. বিণ. a negative particle.

নুই বি. অস্বীকাৰ, আসৈ মতা মাত denial, নুই কৰ অস্বীকাৰ কৰ, আসৈ মাত।

নুই নাই বি. সমূলি অস্বীকাৰ total denial.

নুতি বি. এবিধ সৰু আই, ল'ৰাৰ গাত হোৱা এবিধ সৰু আই the chicken pox.

নুলি বি. পাট পলুৱে গাত খোৱা

এবিধ গছ the silk mulberry tree.

**নুনীয়া** বি. বিহাৰ প্ৰদেশৰ এজাতি মানুহ।

**নুমলীয়া** বিণ. শেহতীয়া, সকলোৰে পাছত ওপজা born or produced last of all. ক্ৰি. বিণ. **নুমলীয়াকৈ**।

**নুমা** সক. ধা. জলি থকা অৱস্থা গুচা, যশস্যা বা নাম নাইকিয়া কৰ to extinguish, to destroy. অক. ধা. জলিথকা অৱস্থা গুচ, নাম বা যশস্যা নাইকিয়া হ।

**নুৰা** বি. কোমল বস্তুৰ আটি, আটি-বন্ধা কোমল বস্তু a bundle of soft substance, a scroll. **নুৰানুৰ** বিণ. অনেক নুৰা কৰা kept in many bundles. **নুৰিয়া** সক. ধা. নুৰাকৰ, আটি বান্ধ to roll up, to tie up in bundles.

**নুৰিয়া নুৰি** বি. পেটত পেলুৰে নুৰাৰ নিচিনা হৈ কৰা পকোৱা পকি twisting movement as of a roll or bundle of something long.

**নূতন** বিণ. নতুন, ন new. বি. **নূতনতা**।

**নূপুৰ** বি. জুনুকা লগোৱা ভৰিৰ অলঙ্কাৰ a tinkling ornament for the feet.

**নৃ** বি. মনুষ্য। **নৃতত্ব** মনুষ্যতত্ব ethnology.

**নৃত্ত** বি. অভিনয়, নৃত্য।

**নৃত্য** বি. নাচ a dance. **নৃসিংহ** নৰসিংহ।

**নৃপ, নৃপতি** বি. ৰজা a king.

**নৃপবৰ্য্য** বি. প্ৰধান ৰজা, মহাৰাজা a great king.

**নৃশংস** বিণ. নিষ্ঠুৰ, পৰদ্ৰোহী cruel. বি. **নৃশংসতা**।

**নে** ক্ৰি. বিণ. ক্ৰিয়াৰ আগত ব্যৱহৃত নিষেধ বা অভাৱ বুজোৱা ক্ৰিয়া বিশেষণ a negative particle, প্ৰশ্ন কৰা বা বাক্যৰ অন্তত থকা অব্যয় ( খাবানে ? ) a particle used in asking a question.

**নে** সক. ধা. 'নি' চোৱা।

**নেউবি** বি. মিত্ৰিৰ ঘৰলৈ গৈ কৰা ভোজন, পান hospitality enjoyed at the house of a friend or relative.

**নেউল** বি. কেৰ্কেটুৱাৰ নিচিনা এবিধ জন্তু an ichneumon or mongoose.

**নেওগ** বি. আহোম ৰজাৰ দিনৰ টেকেলাবিলাকৰ ওপৰৰ বিষয়া a head peon of the Ahom Raj.

**নেওচ** সক. ধা. শাও দি গৰিহণা কৰ, তুচ্ছ কৰ, বেয়া বুলি ত্যাগ কৰ to curse, to shun. বি. **নেওচন, নেওচনি** গৰিহণা, নেওচা কাৰ্য্য curse, censure.

**নেওচনি খা, নেওচন খা, নেওচা খা** শাও পা, গৰিহা খা।

**নেওচা** বি. শাপ, গৰিহণা curse, censure. **নেওচা খোৱা, নেওচনখোৱা** বি. শাও খোৱা, গৰিহা খোৱা।

**নেওঠ** সক. ধা. নেওঠনিত চেপি গুটি নাইকিয়া কৰ to separate from seed, as cotton.

**নেওঠনী** বি. কপাহৰ গুটি গুচোৱা যতন a cotton-gin.

**নেওঠনীয়া** বি. মাটিকাঠুৰি a kind of pot-herb.

**নেওতা** বি. যোগ বিয়োগ পূৰণ আদি গণনাৰ ফলৰ সহজ লিপি arithmetical table.

**নেক্‌নেক্** বি. ডাঙৰ বৰঘুণ হলে হোৱাৰ নিচিনা শব্দ। অক. ধা. **নেকনেকা**। বি. **নেকনেকনি**। বিণ. **নেকনেকীয়া** বৰ গধুৰ heavy.

**নেকেৰা** বিণ. নিচেই সক নোহোৱা not a mere infant. স্ত্রী. **নেকেৰী**।

**নেকেহ** বি. গধুৰ বস্তু মাটিত পৰিলে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **নেকেহাই, নেকেহ** কৰে। বিণ. **নেকেহা** নেকনেকীয়া heavy.

**নেগুৰ** বি. নেজ a tail. বিণ. **নেগুৰীয়া** নেগুৰ থকা having a tail. **নেগুৰ কটা** অতিশাত দুষ্ট, বৰ চোকা very wicked or cunning.

**নেঘেৰ্‌ ঘেৰ্** বিণ. প্রচুৰ, অনেক sufficient, abundant.

**নেঘেৰি** বি. টিপচী চৰাই।

**নেঘেৰা-খোপা** বি. লিগিৰীৰ দৰে মাজ মূৰত ওথকৈ বন্ধা খোপা hair gathered in a knot at the top of the head.

**নেছা** বি. চেৰেকীৰে মেৰাই গাঁঠি দি লোৱা সূতা a skein of thread.

**নেছীয়া** নেছা হৈ থকা। **নেছানেছ** অনেক নেছা কৰি ৰখা। সক. ধা. **নেছিয়া** চেৰেকীত পকাই নেছা কৰ।

**নেছেল** বিণ. একেবাৰে নিষ্ফল hopeless.

**নেজ** বি. নেগুৰ, চৰাইৰ গাৰ শেষ ভাগত গজা পাখি, নেজৰ নিচিনা আন বস্তু a tail, anything like a tail.

**নেজাল** বিণ. নেজ থকা having a tail. **নেজালতৰা** বি. ধূমকেতু a comet.

**নেত** বি. মিহি পাটৰ কাপোৰ a kind of fine silk cloth.

**নেতা** বি. পথ দেখাওঁতা, চলাওঁতা, নায়ক a leader, a guide.

**নেত্র** বি. চকু the eye, নেত্র-পাত। বি. দর্শন act of looking.

**নেথইনা** বি. মাটিকাঠুৰি।

**নেথনি** বি. কেঁকনি a groan. অক. ধা **নেথা কেঁকা** to groan **নেথ্ পাৰ কেঁকা।**

**নেপথ্য** বি. ভাৱনাৰ বা নাটকৰ সাজ ঘৰ green-room. **নেপথ্যে** ৰঙ্গমঞ্চৰ বাহিৰত।

**নেপাই-নথৈ** ক্রি. বিণ. আন একো কৰিব নোৱাৰি, নিৰুপায় হৈ।

**নেপালী** বি. নেপাল দেশৰ মানুহ a native of Nepal.

**নেপুৰ** বি. জুনুকা নোহোৱা ভৰিৰ অলঙ্কাৰ।

**নেফা** বি. উত্তৰ-পূৰ্ব সীমান্ত অঞ্চল N.E F.A.

**নেফানেফে** বিণ. খামোচে খামোচে, অনেক ভাগ কৰি handful by handful.

**নেমু, নেমুটেঙা** বি. এবিধ টেঙা ফল আৰু তাৰ গছ the common lime.

**নেযাওঁ নথওঁকৈ** ক্রি. বিণ. অনিচ্ছাৰে reluctantly.

**নেযায়-নুপুৰায়** বিণ. বৰ দীঘল বা বেগাই শেষ নোহোৱা যেন লগা seemingly too long ( said of time ).

**নেৰ, নেৰা** বি. মুৰাৰ নিচিনা বিষ্ঠা soild stool.

**নেৰ্ভেৰ্** বিণ. বিশৃঙ্খল কৰা, আউল বাউল disordered.

**নেৰানেপেৰা** বিণ. কেতিয়াও নেৰা continuous. ক্রি. বিণ. **নেৰানে-পেৰাকৈ** ছেদ ভেদ নোহোৱাকৈ।

**নেৰিয়া** বি. এবিধ মাছ a kind of fish.

**নেৰিয়ানেৰি** বি. কুকুৰৰ দৰে এটাৰ গাত আনটোৱে গা ঘঁহাই মৰম দেখোৱা কাৰ্য্য act of showing excessive fondness to each other.

**নেৰে৷পানি** বিণ. নেৰানেপেৰাকৈ লগা বা বিচৰা persisting, persevering.

**নেলী, নেলু** বি. মুখৰ পৰা পেটলৈ আহাৰ যোৱা বাট, কণ্ঠ, টেঁটু the wind pipe, the throat. **নেলী লৈ** জন্তু ধৰিবলৈ জোপা লৈ to lie in wait, as a tiger.

**নেহা** বি. মৰম, প্ৰীতি, বন্ধুতা love, affection, friendship.

**নেহ্ নেহ্ থেহ্ থেহ্** বি. অলপ নৰিয়া a slight indisposition.

**নৈ** বি. নদী a river.

**নৈকট্য** বি. নিকটত্ব, সান্নিধ্য proximity.

**নৈকেষয়** বি. নিকষা ৰাক্ষসীৰ পুত্ৰ, ৰাৱণ আদি।

**নৈতিক** বিণ. নীতি সম্বন্ধীয়, নীতি বিষয়ক relating to morality, moral.

**নৈপুণ্য** বি. পাৰ্গতালি, নিপুণতা skilfulness, cleverness.

**নৈবেদ্য** বি. দেৱতাক অৰ্পণ কৰা সামগ্ৰী an oblation.

**নৈমিত্তিক** বিণ. কোনো এক বিশেষ কাৰণৰ নিমিত্তে কৰা casual, occasional.

**নৈমিষাৰণ্য** বি. আগৰ কালত ঋষি সকলে বাস কৰা গোমতী নৈৰ পাৰৰ এখন হাবি, তাতে সূতে মুনি সকলৰ আগত মহাভাৰত ব্যাখ্যা কৰিছিল।

**নৈয়ায়িক** বি. ন্যায় শাস্ত্ৰ জনা মানুহ, তাৰ্কিক, তৰ্কশাস্ত্ৰ জনা versed in logic, logical.

**নৈৰাশ** বিণ. হতাশ, আশা শুচা disappointed.

**নৈৰাশ্য** বি. নিৰাশা।

**নৈৰ্ঋত** বি. দক্ষিণ আৰু পশ্চিমৰ মাজৰ চুক the south west.

**নৈশ, নৈশিক** বিণ. ৰাতি হোৱা বা ৰাতি সম্পৰ্কীয় occurring at night or relating to night, nocturnal.

**নৈষ্ঠিক** বিণ. নিষ্ঠাবান, ধৰ্ম্মত ৰত, ধাৰ্ম্মিক faithful to the deity, religious.

**নৈসৰ্গিক** বিণ. স্বাভাবিক, প্ৰাকৃতিক natural.

**নো** প্ৰশ্নবোধক অব্যয় (তুমি নো কেতিয়া আহিলা?)

**নো** নিষেধ বা অভাৱ বুজোৱা ক্ৰিয়া বিশেষণ negative particle.

**নোকৃমুকীয়া** বি. গাহৰি a hog.

**নোকোহা** বিণ. পুষ্ট নোদোকা stout, plump.

**নোট** বি. টোকা, সংক্ষেপে লিখা কথা। **নোদোকা** বি. পুষ্ট, মঙহাল fleshy, plump.

**নোম** বি. গাত গজা চুটি চুলি, কাপোৰৰ আঁহ hair of the body, nap of cloth. **নোম নেওৰ বৰ্জ্জিত** সৰ্ব্বশূন্য, একেবাৰে টোকোনা।

**নোমল** বিণ. সুমলীয়া, শেহতীয়া born or produced last of all. ক্ৰি. বিণ. **নোমলকৈ**।

**নোমাল** বিণ. নোমযুক্ত, অধিক নোম থকা hairy, shaggy.

**নোৱন, নোৱনি** বি. দৰাৰ বা কন্যাৰ গা ধুওৱাৰ আগতে গাত বটা মাহ হালধিৰে মিহলি তেল ঘঁহা কাৰ্য্য the ceremony of anointing the bridegroom or bride before bath.—ক্ৰি. **নোৱা**।

**নোৱনি ঘৰ** বি. দৰা কন্যাক নোওৱা ঘৰ, বেই ঘৰ।

**নোৱাৰ** অক. ধা. অপাৰগ হ, অসমৰ্থ হ to be unable.

**নোৱাৰা হোৱা** অক. ধা. ঋতু হোৱা, পাগৰ বাহিৰ হোৱা to be menstruated.

**নোহ্‌ নোহ্‌** বি. অলপ অলপকৈ কান্দোতে হোৱাৰ নিচিনা শব্দ।

অক. ধা. নোহ নোহা। বি. নোহ নোহনি। বিণ. নোহনুহীয়া।

**নোহোৰা-নোপজা** বিণ. আগেয়ে কেতিয়াও নেদেখা নুশুনা, আচৰিত unusual, strange.

**নৌ** ক্রি. বিণ. এতিয়ালৈকে নাই not yet (খাবৰ নৌ হয়)।

**নৌকৰ** বি. চাকৰ।

**নৌকৰি** বিণ. চাকৰি।

**নৌকা** বি. নাও a boat, **নৌবল** জলযুদ্ধৰ কাৰণে জাহাজ আৰু সৈন্য-দল navy. **নৌবাহিনী**।

**ন্যস্ত** বিণ. নিহিত, স্থাপিত, গতাই থোৱা, বিশ্বাস কৰি কাৰো হাতত থোৱা deposited, entrusted.

**ন্যায়** বিণ. উচিত, যুক্ত, যুক্তিযুক্ত proper, reasonable, তুল্য, সদৃশ resembling. বি. উচিত কথা, সুবিচাৰ justice, fairness, তৰ্কশাস্ত্ৰ, বিচাৰ শাস্ত্ৰ logic, philosophy. **ন্যায়তঃ** সুবিচাৰ অনুসাৰে, আচলতে। **ন্যায়পৰ, ন্যায়পৰায়ণ** ন্যায়বান, ন্যায়নিষ্ঠ righteous, just, **ন্যায়পৰতা** সত্যপ্ৰিয়তা, সুবিচাৰত থকা গুণ righteousness. **ন্যায়বান, ন্যায়-ৱন্ত** ন্যায়পৰ। **ন্যায়শাস্ত্ৰ** বি. বিচাৰ শাস্ত্ৰ, তৰ্কশাস্ত্ৰ logic, গৌতম মুনিয়ে কৰা দৰ্শন শাস্ত্ৰ a particular system of Hindu philosophy. **ন্যায়নোধা** বি. যুক্তিমতে সত্য বিচাৰ কৰোঁতা, বিচাৰক।

**ন্যাস** বি. জমা ৰখা বস্তু, জমা ৰখা বস্তু ৰক্ষা বা ৰক্ষাৰ ভাৰ trust, অৰ্পণ, স্থাপন। বিণ. ন্যস্ত।

**ন্যূন** বিণ. কম less, যিমান লাগে সিমান নোহোৱা deficient. বি. ন্যূনতা। **ন্যূনাধিক** বিণ. কিছু ডাকৰীয়া বা সৰহীয়া, কমবেছি a little more or less. বি. ন্যূনাধিক্য।

—•—

# প

**প** ব্যঞ্জন বৰ্ণৰ একবিংশতি আখৰ the twenty first letter of the consonants.

**পইগম্বৰ** বি. ঈশ্বৰে প্ৰেৰণ কৰা দূত বা মহাপুৰুষ a prophet.

**পইচা** বি. এক অনাৰ চাৰি ভাগৰ এভাগ পৰিমাণৰ এটা তামৰ মোহৰ a pice.

**পইজাৰ** বি. চটি জোতা a slipper.

**পইদা** বি. জন্ম birth.

**পইমাল** বি. আপদ, দুৰ্গতি trouble, misfortune.

**পইৰা** বি. পৰ্ব্বতৰ গোৰালি বা মাটিত লাগি থকা ভাগ the foot of a hill, কোনো পাত্ৰৰ খুৰাৰ তলৰ বহল বা ডাঙৰ ভাগ the foot of a vessel, আলিৰ দাঁতিৰ

হেন্দবীয়া চাপৰ ভাগ the base or the lowest edge of a road, মৈদাত লগোৱা কাঠৰ খুৰা the foot of a cutting curved knife.

**পংকথা** বি. অলঙ্কাৰ যুক্ত বা ৰঞ্জিত কথা ornamental or rhetorical words or speech.

**পংক্তি, পংতি** বি. শাৰী line, row, শ্ৰেণী class, পাতি a range.

**পংপঙাই ফুৰ** অক. ধা. যেনিয়ে পাই তেনিয়ে ফুৰি ফুৰ to walk about.

**পঁইতা** বি. পানীত তিয়াই থোৱা ভাত boiled rice soaked in water and kept for another meal.

**পঁইতা চোৰা** বি. এবিধ পাখি থকা পোক a cockroach.

**পঁইত্রিশ, পঁইত্রিচ** বি. একুৰি পোন্ধৰ thirty-five.

**পঁইষষ্ঠি** বি. তিনকুৰি পাচ sixty five.

**পঁইসত্তৰ** বি. তিনকুৰি পোন্ধৰ seventy five.

**পঁচপন্ন, পচপন্ন,** বি. দুকুৰি পোন্ধৰ fifty five.

**পঁচা** বি. ৰাজহৱা কামৰ নিমিত্তে প্ৰতিজনে দিয়া ধন বা বস্তু a subscription.

**পঁচা** বি. পাঁচ বা তাতকৈ অধিক জোং লগোৱা মাছ আদি খোঁচা এবিধ অস্ত্ৰ a pronged instrument used for spearing fish.

**পঁচানব্বৈ, পঁচানৈ** বি. পাঁচ অধিক নবৈ ninety five.

**পঁচাশী** বি. চাৰিকুৰি পাঁচ eighty five.

**পঁচি** বি. ছটা কড়িৰে এখন চালত খেলা এবিধ খেল a game played with six cowri shells.

**পঁচিশ, পঁচিছ** বি. একুৰি পাঁচ twenty five.

**পঁজা** বি. নিচেই সৰু ঘৰ a hut, a shanty.

**পঁজাল** বি. ভৰিৰ শব্দ আদি শুনি কোনো মানুহ বা জন্তু আদি ওচৰ চাপিছে বুলি কৰা অনুমান a guess or conjecture formed from the sounds of foot steps of the approach of some person or animal. সক. ধা. ঘঁহি চাচি জোঙা কৰ to make pointed at the end.

**পঁড়িত** বি. বিদ্যাৱন্ত লোক a learned man.

**পক** অক. ধা. পূৰঠ হ, পূৰ্ণ অবস্থা পা to ripen, ৰোগ বা বুঢ়া অবস্থাৰ কাৰণে বগা হ (চুলিত খাটে) to become grey, পুঁজ ধৰ to suppurate, তাপ পাই উতল to be boiling hot. পক উঠ পকি কোমল হবলৈ ধৰ to ripen. পক ধৰ পকিবলৈ আৰম্ভ কৰ to begin

to ripen. বি. **পকনি** খহ বা ঘাৰ পকা অৱস্থা suppuration. **পকম** খহ বা ঘা পকোৱা দৰৰ a suppurative.

**পকতীয়া** অক. ধা. ইফালে সিফালে ঘূৰি ফুৰ, পাগুল to go hither and thither, chew the cud.

**পকনীয়া** বি. নৈৰ সোঁতৰ পাক, চাকনৈয়া a whirl pool. অক. ধা. **পকনীয়া পৰ** পাক পৰ to form a whirl pool.

**পকা** বিণ. পুৰঠ হৈ কোমল বা টান হোৱা, পূৰ্ণ অৱস্থা পোৱা, পুঁজ ধৰা, বুঢ়া হৈ বগা হোৱা ripe, suppurated, turned grey, নিপুণ skilful, ইটা বা শিলেৰে সজা made of brick, শুকাই টান আৰু নীৰস হোৱা dry and hard, নিশ্চিত fixed, unalterable (পকা বন্দবস্ত)। **পকাতেল** উতলোৱা বা তপত কৰা তেল। **পকামিঠৈ** তপত গুৰত পিঠাগুৰি মিহলাই কৰা লাড়ু।

**পকা** সক. ধা. মেৰা, মেৰ খুৱা, পাক লগা to twist, to wind. অক. ধা. ঘূৰিফুৰ to walk about at random, পেটৰ নাড়ী পকাই বেদনা কৰ to have a twisting pain in the belly. কৃদ. বি. **পকাওঁতা**। স্ত্রী. **পকাঁতী**।

**পকী** বিণ. ইটা বা শিলেৰে সজা, পকা built of brick or stone.

**পকীয়া** বিণ. পাক থকা, মেৰ খোৱা, বেঁকা twisted, curled, crooked.

**পকীয়াপকি, পকোৱাপকি** বিণ. অনেক পাক বা ভাঁজ থকা, বেঁকা-বেঁকি, পোন নোহোৱা not straight, zigzag.

**পকেট** বি. জেপ pocket.

**পকেট মাৰ** জেপৰ পৰা চুৰি কৰা।

**পক্ক** বিণ. সিজোৱা বা বন্ধা, পূর্ণ অৱস্থা পোৱা cooked, ripe, mature, grey. **পক্কান্ন** সিজোৱা খাদ্য cooked food.

**পখৰা** বিণ. নানা বৰণীয়া, কুঠ ৰোগ থকা spotted, leprous. **পখৰা-ওলা** কুঠৰোগ হ। **পখৰা চিতৰা** নানাবৰণীয়া variegated. **পখৰা-শিল** আগৰ কালত দোষীক খুন্দা এবিধ শিল।

**পখলি** বি. 'খুবলি' চোৱা।

**পখাল** সক. ধা. ধো, পানীৰে পৰিষ্কাৰ কৰ to wash, to rinse. বি. **পখালেঁাতা**। স্ত্রী. **পখালঁতী**।

**পখি, পখা** বি. 'পক্ষী' চোৱা।

**পখিয়া** সক. ধা. পাখি গুছা to strip off feathers. **পখিয়াপখি** বি. চুলিয়াচুলি act of pulling each other by the hair.

**পখিলা** বি. এবিধ পাখিলগা কীট বা পতঙ্গ a butterfly.

**পগৰ** বি. কোনো পাত্র আদিৰ মুখত বা মূৰত পাগুৰি বা আওঠিৰ নিচিনা

উঠঙা হৈ থকা মেৰ the ring or brim of a vessel.

**পগলা** বিণ. উন্মত্ত, বলিয়া, বায়ীয়ে ধৰা mad, intoxicated. বি. বলিয়া মানুহ a mad man. স্ত্রী. **পাগলী**।

**পগলা-ফাটক** পগলা মানুহক ৰাখি চিকিৎসা কৰা ফাটক ঘৰ lunatic asylum.

**পগা** সক. ধা. জুলিয়া বস্তু তপতাই ঘনকৰ to boil, to thicken by boiling. বি. **পগাওঁতা**। স্ত্রী. **পগাঁতী**।

**পগোৱা** সক. ধা. আনৰ দ্বাৰাই পগা to cause to be boiled.

**পঘা** বি. গৰু বন্ধা ডোল a rope for binding cattle. **পঘা-ছোৰা** বৰ দুষ্ট মানুহ (নিন্দাত) very wicked person. স্ত্রী. **পঘা-খাঁতী**। **পঘা-গুণঠীয়া** পঘাৰ মূৰত থকা গাঁঠিৰ নিচিনা।

**পঘে** বি. 'উষা' চোৱা।

**পঙ্ক** বি. বোকা, পেক mud, clay. **পঙ্কজ** বি. পদুম ফুল a lotus. **পঙ্কজিনী** পদুম থকা পুখুৰী। **পঙ্কময়** বি. বোকাযুক্ত muddy, like mud. **পঙ্কিল** বিণ. বোকাযুক্ত, বোকাময় muddy.

**পঙ্গপাল** বি. শস্য নাশকাৰী পতঙ্গৰ দল, অসংখ্য লোক (অবজ্ঞাৰ্থে)।

**পঙ্গু** বিণ. খোৰা বা পেঙৰা মানুহ a cripple.

**পচ** অক. ধা. গেল, জহ, পুৰণি হৈ কোমল হ to rot, to decay. বিণ. পচা গেলা। সক. ধা. পচা।

**পচতি** বি. তিথোতাই কৰা জন্মাষ্টমীৰ আনুষঙ্গিক উৎসৱ a festival in connection with Janmastami, উপযুক্ত শাস্তি punishment.

**পচতীয়া** বি. প্রতি ঠাবিতে পাঁচোটা পাত থকা দৰবৰ গছ বিশেষ vitex negundo.

**পচন্দ** বিণ. মনত লগা, মন খোৱা to one's taste or liking, choice. বি. ৰুচি liking. **পচন্দ-কৰ** বাছি ল to select.

**পচম** বি. উল সূতা wool. বিণ. **পচমী** পচমেৰে তৈয়াৰ কৰা made of wool.

**পচলা** বি. সিজাই খাবলৈ অনা সৰু কল পুলি a young shoot of the plantain tree used for curry, **পচলা কটা** দে নিচেই সৰু সৰুকৈ কাট to cut to small pieces.

**পচা** সক. ধা. গেলা, ৰ'দ বা বৰষুণত পেলাই জীৰ্ণ বা কোমল কৰ to cause to rot or decay, গাজ ওলাবলৈ মাটিত পুতি থ to sow as seeds. বিণ. পুৰণি হৈ বা ৰ'দ বৰষুণত পৰি কোমল হোৱা, জীৰ্ণ হোৱা rotten, putrid.

**পচাৰ** বি. নিমেষ, অলপকৈ চকু মেলি

আকৌ জপোৱা কাৰ্য্য winking of the eye. সক. ধা. অলপকৈ মেলি আকৌ মুদ to open and close rapidly as the eye.

**পছৰা, পাছৰা** বি. এবিধ চেলেং কাপোৰ a kind of cloth.

**পছিম** বি. পূব দিশৰ বিপৰীত দিশ the west. বিণ. **পছিমীয়া** পছিম ফালৰ দেশত উৎপন্ন হোৱা, পছিম ফালৰ পৰা অহা belonging to the west, coming from the west.

**পছোৰী** ( পু. অ. ) [ হিং-পিছোৰী ] বি. 'পছৰা' চোৱা।

**পছোৱা** বি. পশ্চিম ফালৰ পৰা পূবলৈ মৰা বতাহ the westerly wind. বিণ. পছিমৰ পৰা চলা ( বতাহ ) blowing from the west.

**পজালি** বি. শুকাবৰ নিমিত্তে তলিতে তুলি থোৱা মাহ, সৰিয়হ আদিৰ বেলেগ বেলেগ মুঠা বা সোপা small heaps of mustard plants harvested and left on the field to dry. **পজালি-গেলা** ছেঁইত থাকোঁতেই গেলি নষ্ট হোৱা।

**পঞ্চ** সংখ্যা। বি. পাঁচোটা five.

**পঞ্চক** বি. আহোম ৰজাৰ দিনত প্ৰতি প্ৰজাৰ পৰা লোৱা বৰগুনি বা পাঁচা a pole tax.

**পঞ্চকষায়** বি. জামু, শিমলু, বগৰি, বকুল আৰু সোণ-বৰিয়াল এই পাঁচবিধ গছৰ ছালৰ কঁহ।

**পঞ্চকোণ** বি. পাঁচ চুকীয়া ক্ষেত্ৰ. পঞ্চভুজ a pentagon. বিণ. **পাঁচ চুকীয়া** pentagonal.

**পঞ্চকোল** বি. পিপলী, পিপলীমূল, চৈ, আগিয়া চিতাৰ শিপা আৰু আদা মিহলাই কৰা এবিধ ঔষধৰ অনুপান।

**পঞ্চকোষ** অন্নময় কোষ, প্ৰাণময় কোষ, মনোময় কোষ, আৰু আনন্দময় কোষ ; আত্মাৰ পাঁচ আবৰণ।

**পঞ্চগব্য** বি. গৰুৰ এৰাগাখীৰ, দৈ গাখীৰ, ঘিউ, গৰুৰ মূত আৰু গোবৰ, একেলগে এই পাঁচোটা বস্তু a collection of five articles derived from the cow, viz, milk, curd, ghee, cowdung and cow urine.

**পঞ্চতত্ত্ব** বি. সাংখ্য মতে পাঁচোটা মূল পদাৰ্থ—ক্ষিতি ( মাটি ) অপ্ ( পানী ) তেজ ( অগ্নি ) মৰুৎ (বায়ু) আৰু ব্যোম্ ( আকাশ ) the five elements—earth, water, fire, air and ether.

**পঞ্চতপ** বি. চাৰিওফালে চাৰিকুৰা জুই আৰু ওপৰত সূৰ্য্য ইয়াৰ মাজত থাকি কৰা তপস্যা। বি. **পঞ্চতপা**,

**পঞ্চতন্ত্ৰ** বি. বিষ্ণুশৰ্ম্মাই লিখা এখন নীতিশাস্ত্ৰ।

**পঞ্চতন্মাত্ৰ** শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ এই কেইটাক পঞ্চতন্মাত্ৰ বোলে

**পঞ্চতিক্ত** বি. পাঁচ বিধ তিতা বস্তুৰ সমষ্টি—নিমৰ ছাল, পটলৰ মূল, বাহকৰ ছাল, আমৈলতা আৰু কণ্টকাৰী।

**পঞ্চতীৰ্থ** বি. গুৱাহাটীত থকা পাঁচখন তীৰ্থস্থান—কামাখ্যা, উমানন্দ, বশিষ্ঠ, অশ্বক্লান্ত, শুক্রেশ্বৰ।

**পঞ্চত্ব** বি. মৰণ, পঞ্চভূতত লয় death, dissolution.

**পঞ্চদশ** বি. পোন্ধৰ fifteen. বিণ. ১৫ সংখ্যাৰ fifteenth.

**পঞ্চদেৱতা** বি. বিষ্ণু, শিৱ, দুৰ্গা, গণেশ আৰু সূৰ্য্য এই পাঁচজন দেৱতা the five deities, Vishnu, Shiva, Durga, Ganesh, the Sun.

**পঞ্চনদ** শতদ্ৰু, বিপাসা, ইৰাৱতী, চন্দ্ৰভাগা, বিতস্তা, পঞ্জাব প্ৰদেশ।

**পঞ্চপৰ্ব্ব** বি. পাঁচ বিধৰ অবিদ্যা বা অজ্ঞান যেনে—তম, অহংভাৱ, তামিস্ৰ (ক্ৰোধ আদি) অন্ধতামিস্ৰ (মৃত্যুভয়) আৰু ধন পুত্ৰ আদিত বিশ্বাস five kinds of ignorance, অষ্টমী, চতুৰ্দ্দশী, অমাবস্যা, পূৰ্ণিমা আৰু সংক্ৰান্তি।

**পঞ্চপল্লৱ** বি. পাঁচ বিধ গছৰ পাতৰ সমষ্টি—আম, আঁহত, বড়, যজ্ঞডিমৰু আৰু পলাশ গছৰ পাত।

**পঞ্চপাণ্ডৱ** বি. যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ।

**পঞ্চপিতৃ** বি. পিতৃ পাঁচ প্ৰকাৰৰ—অন্ন বা জীৱিকা দিওতা, ভয় ত্ৰাণ দিওতা, বিদ্যা শিকাওতা, উপনয়ন দিওতা, জন্ম দিওতা।

**পঞ্চপ্ৰাণ** বি. দেহৰ ভিতৰত থকা পঞ্চ বায়ু—প্ৰাণ, অপান, উদান, ব্যান আৰু সমান the five vital airs in the body.

**পঞ্চ বৰ্ণ** বগা, হালধীয়া, ক'লা, ৰঙা, লোহিত।

**পঞ্চ বৰ্গ** ক, চ, ট, ত, প বৰ্ণমালাৰ।

**পঞ্চবিংশতত্ত্ব** বি. বুদ্ধি আৰু চৌবিশ তত্ত্ব 'চৌবিশ তত্ত্ব' চোৱা।

**পঞ্চবটী** ৰামায়ণোক্ত এখন বন, পঞ্চবৃক্ষৰ বন (আঁহত, বট, বেল, আমলকী, অশোক)।

**পঞ্চবক্ৰ** বি. পাচখন মুখথকা, পঞ্চানন, শিৱ।

**পঞ্চবাণ** মদনৰ পঞ্চশৰ (সম্মোহন, উন্মাদন, শোষণ, তাপন আৰু স্তম্ভন)।

**পঞ্চবায়ু** পঞ্চ প্ৰাণ চোৱা।

**পঞ্চভুজ** বি. পাঁচোটা বাহু থকা ক্ষেত্ৰ, a pentagon, বিণ. **পঞ্চভুজী** pentagonal.

**পঞ্চভূত** ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম। **পঞ্চভূতাত্মক** বিণ. পঞ্চ ভূতেৰে নিৰ্ম্মিত।

**পঞ্চমকাৰ** তন্ত্ৰোক্ত পঞ্চ সাধন—মদ, মাংস, মৎস্য, মুদ্ৰা (ভজা বস্তু), মৈথুন।

**পঞ্চমহাপাতক** বি. পাঁচোটা মহাপাপ—ব্ৰহ্মবধ, মদখোৱা, চুৰি কৰা,

গুৰু ভাৰ্য্যা গমন, আৰু এইবিলাক পাপীৰ সংসৰ্গ।

**পঞ্চম** পাঁচ সংখ্যাৰ পূৰক fifth. স্ত্ৰী. **পঞ্চমী** কৃষ্ণ বা শুক্লপক্ষৰ পঞ্চম দিন the fifth lunar day. **পঞ্চমুদ্ৰা** বি. পূজাত ব্যৱহাৰ কৰা পাঁচোটা মুদ্ৰা। যেনে—(১) আবাহন (২) স্থাপন (৩) সন্নিধান (৪) সম্বোধন, আৰু (৫) সন্মুখী কৰণ।

**পঞ্চযজ্ঞ** বি. দিনে কৰিব লগীয়া পাঁচোটা যজ্ঞ যেনে—ব্ৰহ্মযজ্ঞ (সন্ধ্যা, উপাসনা, অধ্যয়ন আদি), নৃযজ্ঞ (অতিথি পূজা), দৈৱযজ্ঞ বা নিত্য-হোম, পিতৃযজ্ঞ (শ্ৰাদ্ধ, তৰ্পণ) আৰু ভূতযজ্ঞ (প্ৰাণী বিলাকক দিয়া আহাৰ)।

**পঞ্চৰত্ন** সোণ, ৰূপ, মুকুতা, ফটিক, আৰু তাম a collection of five precious things viz, gold, silver, pearl, crystal and copper. **পঞ্চৰাত্ৰ** বি. পাঁচ নিশা, five nights collectively, নাৰদৰ দ্বাৰা বিৰচিত পাঁচ বিধৰ জ্ঞান সম্বলিত পঞ্চৰাত্ৰ তন্ত্ৰ নামৰ এখন বৈষ্ণৱ গ্ৰন্থ। **পঞ্চলৱণ** বি. কৰ্কচ, সৈন্ধৱ, সামুদ্ৰ, বিট, সৌবৰ্চ্চল—এই পাঁচবিধ, the five kinds of salt.

**পঞ্চত্ৰিংশ** বি. ডুকুৰি পাঁচ forty five.

**পঞ্চশৰ** 'পঞ্চবাণ' চোৱা।

**পঞ্চস্বৰ্ণীয়া** অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা আৰু মন্দোদৰী।

**পঞ্চানন** বি. শিৱ Shiva.

**পঞ্চামৃত** বি. একেলগে গোটোৱা এই গাখীৰ, দৈ গাখীৰ, চেনি, ঘিউ আৰু মৌ a mixture of five sweets, viz., milk, curd, sugar, ghee and honey.

**পঞ্চায়ত** বি. গোচৰ সুধিবৰ কাৰণে গুচৰীয়া পদকীয়াই বাচি লোৱা বা 'দেশৰ গৰাকীয়ে পতা মেলুৱৈৰ সমাজ, গ্ৰাম্য বিচাৰ সভা a body of persons appointed to decide a case either by the parties themselves or by the orders ot the authorities.

**পঞ্চাশ** (ছ) বি. ডুকুৰি দহ fifty.

**পঞ্চেন্দ্ৰিয়** বি. চকু, কাণ, নাক, জিভা, আৰু ছাল—জ্ঞানেন্দ্ৰিয়। বাক্, পাণি, পাদ, পায়ু আৰু উপস্থ —কৰ্ম্মেন্দ্ৰিয়, the five organs of sense.

**পঞ্চোপচাৰ** বি. গন্ধ, পুষ্প, ধুপ, দীপ আৰু নৈবেদ্য—এই পাঁচ উপচাৰ।

**পঞ্চোপাসক** শক্তি, শৈৱ, সৌৰ, গানপত্য আৰু বৈষ্ণৱ।

**পঞ্জৰ** বি. সজা, বাঁহ a cage.

**পঞ্জা** বি. কেওটা নখেৰে চেপি ধৰা, হেঁচা pressure applied by all

the nails of the hand or foot.

**পঞ্জাব** বি. ভাৰতৰ এখন প্ৰদেশ the country of Punjub.

**পঞ্জিকা** বি. পাঁজি, দিনবাৰ তিথি নক্ষত্ৰ আদিৰ গণনা থকা পুথি an almanac.

**পট** বি. নক্সা, আকৃতি, ছবি a scene of a theatre, মিহি কাপোৰ fine cloth.

**পট-ভূমি, পট-ভূমিকা** যি দৃশ্য-পটৰ সন্মুখত অভিনয় হয়। আলেখ্যৰ পশ্চাদভূমি, পাৰিপাৰ্শ্বিকতা বা পৰিবেষ্টনী back ground.

**পটন্তৰ** বি. কোনো কথা বুজাবলৈ দিয়া উপমা বা উদাহৰণ an explanatory simile or proverb.

**পটল** বি. তান্ত্ৰিক পূজাৰ বিধি a manual containing formula of Tantric worship, পুথিৰ ভাগ বা অধ্যায় a chapter or section of a book, চানেকি, আৰ্হি pattern, এবিধ আঞ্জা খোৱা ফল।

**পটলুন** বি. ঠেঙা, ডাঠ কাপোৰৰ পায়জামা a pant.

**পটহ** বি. এবিধ যুদ্ধ বাদ্য, জয় ঢাক।

**পটা** বি. মচলা বটা শিল a stone slab for grinding spices, কোনোবস্তুৰ চেপেটা অংশ flat part of anything. **পটাগুটি** পটাত বস্তু পিহা গোটা শিল a stone roller for grinding spices. বিণ. **পটাগুটীয়া** গোটা লোৰ দীঘলীয়া round and long.

**পটা** বি. মাটি, ঘাট, হাট আদি কিছু-দিনলৈ খাব দিয়া ৰজাৰ চুক্তি পত্ৰ a lease.

**পটি** বি. কাপোৰৰ দাঁতিত লগাবৰ কাৰণে সোণৰ বা ৰূপৰ গুণাৰে বোৱা ঠেক কাপোৰৰ নিচিনা বস্তু gold or silver lace.

**পটি** বি. দোকান ঘৰৰ শাৰী, হাবিৰ মাজেদি জন্তুৱে অহা-যোৱা কৰা বাট, কোনো বস্তু চোঁচৰাই নিওঁতে মাটিত বোৱা চিন a row of shops, a track, a trace.

**পটী** বি. ঘা আদিত দৰৱ দি বন্ধা ঠেক কাপোৰ bandage.

**পটীয়া** বি. পাটী সজা মানুহ।

**পটু** বিণ. নিপুণ, দক্ষ, পাৰ্গত clever, skilful. বি. **পটুতা**।

**পটুৱা** বি. কল গছৰ গা ঢাকি ৰখা আবৰণ, বোখা the sheath of a plantain tree. **পটুৱা ছিৰাছিৰ** কলপটুৱা ছিৰাৰ দৰে ছিৰাছিৰ কৰ।

**পটেশ্বৰী** বি. ৰজাৰ প্ৰধান ৰাণী, মাদৈ the principal wife of a king.

**পটোৱাৰ** (পূ. অ.) বি. থিয়হৈ থকা মানুহ বা সৈন্য বা আনবস্তুৰ শাৰী the row.

**পট্ট-বস্ত্র** পাট কাপোৰ, a silk cloth.

**পট্টিশ** বি. এবিধ কুঠাৰৰ নিচিনা সুন্দৰ অস্ত্ৰ, a kind of battle axe.

**পঠন** বি. পাঠ, পঢ়া কাৰ্য্য act of reading. বিণ. **পঠনীয়** পঢ়িব লগা, পঢ়িবৰ যোগ্য fit or proper to be read, readable.

**পঠা** সক. ধা. গতি কৰা, পাঠ, প্ৰেৰণ কৰ to cause to go, to send. বি. **পঠাওঁতা**। স্ত্ৰী. **পঠাঁওতী**।

**পঠা** বি. ডেকা বয়স পোৱা ছাগলি a grown up uncastrated goat. বিণ. খাহী নকৰা uncastrated. স্ত্ৰী. **পাঠী**।

**পঠিত** বিণ. পঢ়া read.

**পঠিতব্য** বিণ. পঢ়িবৰ যোগ্য, পঢ়িব লগা।

**পঠিয়া** সক. ধা. পাচ, প্ৰেৰণ কৰ।

**পড়ল** ( পু. অ. ) অক, ধা. পৰিল fallen.

**পঢ়** সক. ধা. আখৰ বা পুথি মাত to read. অক. ধা. পুথি বা আখৰ মাতিবলৈ শিক, অধ্যয়ন কৰ to learn to read, to study. বি. **পঢ়ন, পঢ়া** act of reading, বিণ. **পঢ়া** read. কৃদ. বিণ. **পঢ়োঁতা**।

**পঢ়া** ( পাঁচনী ধাতু ) পুথি বা আখৰ মতোৱা to cause to read, শিক্ষা দি to teach, শিক্ষাৰ খৰচ বহন কৰ to bear the expenses of study. কৃদ. বিণ. **পঢ়োৱা** act of teaching.

**পঢ়াশালি** বি. বিদ্যা শিকা ঠাই, বিদ্যালয় a school. বিণ. **পঢ়াশলীয়া**।

**পণ** বি. কোনো নিশ্চিত কাৰণ বা বস্তুৰ নিমিত্তে দিবলৈ অঙ্গীকাৰ কৰা ধন a price promised, a wager, প্ৰতিজ্ঞা a solemn vow or promise.

**পণৱ** বি. এবিধ বাদ্য।

**পণুৱা** বি. কানিপানত আসক্ত মানুহ addicted to smoking opium.

**পণ্ড** বিণ. ব্যৰ্থ, নিষ্ফল vain, fruitless.

**পণ্ডিত** বি. বিদ্যাবন্ত লোক, অধ্যাপক, শিক্ষক a learned man, a scholar, a teacher. **পণ্ডিতালি** পণ্ডিত বা শিক্ষকৰ বৃত্তি the profession of a pundit or teacher, বিদ্যা, পাণ্ডিত্য knowledge, skill, **পণ্ডিতালি-মানী** আপোনাক পণ্ডিত বুলি অহঙ্কাৰ কৰা, পণ্ডিত নহৈও পণ্ডিতালি দেখোৱা pedantic, vainly making a show of learning,

**পণ্য** বিণ. বেচিব লগীয়া saleable. বি. বেচাবস্তু merchandise.

**পণ্য শালা** দোকান, বজাৰ

**পণ্যাঙ্গনা** বেশ্যা।

**পণ্যাজীৱ** বণিক।

**পতঙ্গ, পতঙ্গম** বি. পাখি লগা পোক ফৰিং আদি any winged insect.

**পতং** তললৈ যোৱা, শেষ হোৱা, সৰ্ব্বনাশ ruined. অক. ধা. পতং দে নাইকিয়া হ। **পতংপৰ** শেষপৰ।

**পতঞ্জলি** বি. হিন্দুৰ যোগদৰ্শন আৰু পাণিনি ভাষ্য কৰা এজন মুনি।

**পতত্ৰ** (পু. অ.) বি. ডেউকা a wing.

**পতন** বি. পৰণ, পৰা কাৰ্য্য, তললৈ নমা কাৰ্য্য the act of falling, degradation.

**পতন্মুৰা** বিণ. ভিতৰত শাহ নথকা ধানযুক্ত, পতানেৰে মিহলি full of or mixed with blighted corn.

**পতনোন্মুখ** পৰিবলৈ উদ্যত, ধ্বংসাভিমুখী।

**পতলা** বি. থোৱা বস্তুৰে ভৰা পাত্ৰ as much food as a plate will hold.

**পতহা** বি. পাতৰ নিচিনা পাতল চকল a thin piece, a slice, সক. ধা. **পতহিয়া** নিচেই পাতলকৈ, চকলিয়া to slice.

**পতা** বি. পিটি গছৰ পাতৰ দৰে 'পাতল কৰ' ধাতু, চকু ঢকা ছাল, মানুহৰ বা হাঁহ জাতিৰ চৰাইৰ ঠেঙৰ তলৰ চপেটা ভাগ a thin plate of metal, the eye lid, a human foot, a web-foot.

**পতা** সক. ধা. পাতিবলৈ আনক নিয়োগ কৰ to cause to be laid. কৃদ. বিণ. **পতোৱা**।

**পতাকা** বি. নিচান, ধ্বজ flag. **পতাকী-চক্ৰ** বি. পাঁজিত শুভাশুভ গণনা কৰা চক্ৰাকাৰ এক ৰেখা।

**পতান** বি. ভিতৰত শাহ নথকা ধান blighted corn, immature corn.

**পতি** বি. স্বামী, গৰাকী, অধিকাৰ a husband, master, an owner **পতিপ্ৰাণা** পতিয়ে যাৰ প্ৰাণ স্বৰূপ। **পতিব্ৰতা** স্বামীৰ প্ৰতি একান্ত অনুৰক্তা, পতিপৰায়ণা। **পতি-ঘাতিনী** বি. স্বামীক বধ কৰা তিৰোতা।

**পতিত্ব** পতিৰ অৱস্থা বা স্বত্ব। **পতিত্বে** ক্ৰি. বিণ. স্বামী স্বৰূপে। **পতি কৰ** প্ৰতিপাল বা শুশ্ৰূষা কৰ। **পতি** 'প্ৰতি' অৰ্থ বুজোৱা এটা অব্যয়।

**পতিত** কৃদ. বি. পৰা fallen, চন পৰি থকা lying waste or uncultivated, পাপ কাৰ্য্য কৰি জাতি যোৱা বা ভ্ৰষ্ট হোৱা degraded, fallen from virtue. বি. ভ্ৰষ্ট মানুহ, পাপী মানুহ a sinful or fallen person. **পতিত পাৱন** বি. পাপীক

উদ্ধাৰ কৰোঁতা, পাপীৰ গতি। স্ত্রী· পতিত পাৱনী।

**পতিয়ন** বি· বিশ্বাস, প্রত্যয় faith, belief. সক. ধা. **পতিয়া** বিশ্বাস কৰ to trust.

**পতিহা** বি· সহায় পাবৰ আশা, সাহায্য পাবৰ ভাৰসা hope of getting aid, dependance.

**পতিহীনা** বিণ· স্বামী নথকা having no husband.

**পতীয়া** বিণ· পাত থকা, পাতৰ নিচিনা having leaves, resembling the leaves of.

**পতুৱা, পাতুৱা** বিণ· বহুত পাত থকা abounding in leaves.

**পতোৱাৰ** বি· পানীৰ বেগ কমাবৰ নিমিত্তে দিয়া বেৰ, নৈয়ে খহাই নিব নোৱাৰিবৰ কাৰণে গৰাৰ দাঁতিত দিয়া বেৰ, বুকজ a break-water, revetment.

**পত্তন** নির্ম্মাণ, প্রতিষ্ঠান, আৰম্ভ।

**পত্নী** বি· ভার্য্যা wife.

**পত্র** বি· গছৰ পাত leaf, চিঠি a letter, দলিল, লিখিত কাকত a document. **পত্র বাহক** পত্র বা চিঠি নিওঁতা, হৰকৰা। **পত্র-সন্দেশ** সংবাদ লিখা কাকত বা চিঠি। **পত্রাঙ্ক** পুথিৰ পাতত দিয়া ১, ২, আদি চিন page number. **পত্রিকা** বি· চিঠি a written letter, বাতৰি কাকত newspaper. **পত্রোপন্যাস** চিঠিৰ আকাৰে লিখা উপন্যাস।

**পথ** বি· বাট a path, আচৰণ way of living, উপায় means, ধর্ম্মমত, মার্গ the way shown by a particular religion for salvation, উপায় means. **পথ কৰ** ৰাস্তা পদুলি নির্ম্মাণৰ বাবে প্রজা সাধাৰণে দি কৰ দিয়ে road cess. **পথ-দর্শক, পথপ্রদর্শক** বাট দেখাওঁতা, শিকাওঁতা a guide, a teacher.

**পথভ্রষ্ট** বাট এৰি অবাতে যোৱা going off the right track or direction. **পথভ্রান্ত** যি পথ হেৰায়, বিপথগামী। **পথশ্রান্ত** খোজ কাঢ়ি কাঢ়ি ভাগৰি পৰা।

**পথহাৰা** বিণ· বিপথগামী।

**পথৰুৱা** বিণ· পথাৰত উৎপন্ন, পথাৰত কাম কৰা produced in a cornfield, labouring in a field.

**পথলীয়া** বিণ· পথালি ভাবে থকা, থিয় বা পোন নোহোৱা lying, cross, horizontal. ক্রি. বিণ· **পথলীয়াকৈ**।

**পথান** বি· বিছনাৰ ভৰি পৰা ঠাই the foot of a bed.

**পথাৰ** বি· অলপ দ খেতি কৰা ঠাই land fit for cultivation, a meadow, a field. ধাননি পথাৰ a rice field.

**পথালি** বি. দীঘৰ বা থিয়ৰ বিপৰীত কাল, বহল ফাল breadth, width বিণ. থিয়ৰ বিপৰীত extending crosswise. **পথালি কোলা** ল'বা আদিক পথালিকৈ লবলৈ আগলৈ হাত দুখন মেলি কৰা কোলা। **পথালি চকুৰা** পথালি চকু যুক্ত having horizontal eyes. মানুহ, মনুষ্য জাতি। **পথালি ভাবে** ক্রি. বিণ. পথালিকৈ crosswise. **পথালিয়ে** ক্রি. বিণ. ই-দাঁতিৰ পৰা সি দাঁতিলৈ, দীঘৰ বিপৰীত ফালে in breadth, crosswise.

**পথিক** বি. বাটকৰা, পর্য্যটক a traveller.

**পথিকৃত** পথ দেখাওঁতা, অগ্রকর্ম্মী, pioneer.

**পথ্য** বি. ৰোগীৰ উপকাৰী আহাৰ regimen, sick person's diet. **পথ্যাশী** শৰীৰৰ উপকাৰী বস্তু বিচাৰি খোৱা eating food beneficial to health.

**পদ** বি. ভৰি a foot, খোজ step. বিষয়, বাব, উপাধি an office, a title, rank, অৱস্থা, স্থান state of life or existence, বিভক্তি বা প্রত্যয় যুক্ত শব্দ বা ক্রিয়া an inflected word, ছন্দোবদ্ধ বাক্য —কবিতাৰ শাৰী, বস্তু বা অঙ্গ item, এবিধ ছন্দ a verse of two rhyming lines. **পদক** প্রশংসা বা সন্মানৰ নিদৰ্শন স্বৰূপে দিয়া অলঙ্কাৰ medal. **পদকীয়া** বি. প্রতিবাদী, জগৰীয়া an accused. **পদ . গৌৰৱ, পদ-মর্য্যাদা** উচ্চ পদৰ আভিজাত্য। **পদচাৰণ** বি. পদচালনা walking. **পদচিহ্ন** খোজৰ চিন। **পদচ্যুত** বিষয়ৰ পৰা আঁতৰ কৰা, কর্ম্ম বা আধিপত্যৰ পৰা আঁতৰ কৰা। **পদচ্ছায়া, পদ ছায়া** আশ্রয়। **পদত্যাগ** চাকৰি ইস্তফা। **পদ-দলিত** বিণ. চৰণাহত, ভৰিৰ আঘাত। **পদধুলি** বি. পদৰেণু। **পদপল্লৱ** পল্লৱৰ নিচিনা কমনীয় চৰণ। **পদপ্রান্ত** চৰণ তল। **পদ-প্রার্থী** যি লোক কোনো পদত নিয়োজিত হব খোজে। **পদবন্ধে** পদ্যত, পদ ছন্দত। **পদবি** বি. উপাধি, খিতাপ title, পদ বা বিষয়ৰ নাম an official designation. **পদ বিন্যাস** ৰচনাত যথাযথভাবে বাক্য বিন্যাস। **পদ-ব্রজে** ক্রি. বিণ. খোজ কাঢ়ি on foot. **পদৰজ** বি. ভৰিৰ ধূলি dust of the foot. **পদশিলা** দেৱতা বা গোঁসাইৰ ভৰিৰ চিন থকা শিল। **পদসেৱা** ভৰিত সেৱা কৰা। **পদলেহন** হীনভাবে খোচামোদ। **পদস্থ** প্রতিষ্ঠিত, উচ্চ পদস্থ। **পদস্খলন** ভৰি পিছলা, প্রকৃত পথৰ পৰা চ্যুত। **পদক্ষেপ** খোজ দিয়া। **পদাঘাত** লাথি a kick. **পদাঙ্ক** খোজৰ চিন foot

print. পদাতি, পদাতিক ভৰিৰে খোজকাঢ়ি ৰণ কৰা সৈন্য a foot soldier, infantry. পদানত বিণ. মূৰ দোৱাই ভৰিত পৰা, নম্ৰ বা বশ হোৱা to be subjected or obedient. পদানুগমন খোজৰ চিন অনুসৰণ কৰি আগবঢ়া, অনুসৰণ। পদানুৱৰ্ত্তী অনুসৰণকাৰী।

পদাপকৰা বি. এবিধ গুবৰুৰাৰ নিচিনা পোক a kind of small beetle.

পদাপালদেখা তত হেৰুৱা, বিতত কৰ to confound, to be dismayed.

পদাম্বুজ বি. পদুম সদৃশ ভৰি, চৰণ কমল a foot-lotus.

পদাম্ভোজ, পদাৰবিন্দ বি. চৰণ কমল lotus like feet.

পদাৰ্থ বি. দ্ৰব্য, পৰমাণু গোট খাই হোৱা বস্তু a thing, a substance. পদাৰ্থবিদ্যা বি. সৃষ্টিৰ বস্তু বিলাকৰ গুণাগুণ আৰু স্বৰূপ জ্ঞান natural science. পদাৰ্থ বিজ্ঞান প্ৰকৃতি বিজ্ঞান natural science, physics.

পদাৰ্পণ বি. ভৰি দিয়া কাৰ্য্য, আগমন, অনুগ্ৰহ কৰি অহা the act of placing the foot, by respectable person. পদাৱলী বৈষ্ণৱ গীতি কবিতা। পদাশ্ৰয় চৰণ ৰূপ আশ্ৰয়। পদাহত যাক লাঠিওৱা হৈছে।

পদিনা বি. এবিধ সুগন্ধি শাক, ইয়াৰ কেঁচাই বাটি চাটনি তৈয়াৰ কৰি খায় mint.

পদুম বি. পদ্ম, এবিধ পানীত হোৱা ফুল the lotus. পদুমনি বি. অধিক পদুম থকা ঠাই a place abounding in lotuses.[১]

পদুলি বি. মানুহৰ ঘৰলৈ সোমোৱা বাটৰ মুখ a gateway, পদুলিমুণ্ডা লোকৰ ঘৰে ঘৰে ফুৰা মানুহ (ঠাট্টাত) frequenting other people's houses (in ridicule).

পদে ক্ৰি. বিণ. একেবাৰেই, সমূলি, at all, মাথোন only. পদেপদে প্ৰতি খোজত বা কথাত at every step or instance. পদে প্ৰমাণে মৌখিক আৰু লিখিত প্ৰমাণেৰে by evidence oral and written. পদোন্নতি আধিপত্য, মৰ্য্যাদা, বেতন ইত্যাদি বৃদ্ধি promotion.

পদ্ধতি বি. প্ৰণালী, ৰীতি method, নিয়ম, আচাৰ usage, practice, কোনো ধৰ্ম্ম কাৰ্য্যৰ বিধি থকা পুথি।

পদ্ম বি. জলজ ফুল, পদুম lotus. পদ্মকাঠ এবিধ সুগন্ধি কাঠ। পদ্মনাভ বিষ্ণু name of Vishnu. পদ্ম-পুৰাণ বি. ১৮ খন পুৰাণৰ অন্তৰ্গত এখন পুৰাণ one of the eighteen Puranas.

**পদ্মযোনি** ব্ৰহ্মা। **পদ্মৰাগ** এবিধ বহুমূলীয়া মণি a ruby, **পদ্ম-লোচন** পদুমৰ নিচিনা ভুৱনি চকু থকা লোক, বিষ্ণু one having lotus-like or lovely eyes, Vishnu, **পদ্মমুখী** সুন্দৰী তিৰোতা, a beautiful and lovely woman. **পদ্মশ্ৰী** বোধি সত্ত্বৰ এটা নাম। বৰ্ত্তমান ভাৰতত প্ৰৱৰ্ত্তিত এটি চৰকাৰী উপাধি।

**পদ্মা, পদ্মাৱতী** বি. লক্ষ্মী। **পদ্মাসন** বাওঁ কৰঙনৰ ওপৰত সোঁ ভৰি আৰু সোঁ কৰঙনৰ ওপৰত বাওঁভৰি থৈ বহা। **পদ্মা** বি. মনসা দেৱী। **পদ্মা পুৰাণ** বি. সুকবি নাৰায়ণ দেৱৰ দ্বাৰা ৰচিত পদ্মাৰ ঐশ্বৰ্য্য মহত্ব প্ৰকাশক এখন অসমীয়া পুৰাণ।

**পদ্মিনী** বি. সুন্দৰী তিৰোতা a lovely woman.

**পদ্য** বি. ছন্দেৰে লিখা বাক্য a metre, a verse, কবিতা a poetry. **পদ্য** বি. যি কবিতাত অনুভূতিৰ প্ৰাধান্য নাই মাত্ৰ চিন্তা বস্তুৰ প্ৰাধান্য আছে আৰু যি ছন্দ যুক্ত।

**পনক** বি. পিয়াজ an onion.

**পনীয়া** বিণ. পানীযুক্ত, পানীৰ নিচিনা watery, diluted.

**পনীয়াল** বি. এবিধ ফল a kind of fruit.

**পন্থা** বি. পথ, উপায়, সাধনাৰ মাৰ্গ a road, means.

**পন্থী** বিণ. কোনো পন্থ বা ধৰ্ম্মমত মতে চলা belonging to a particular religious sect.

**পপিহা** বি. এবিধ চৰাই a kind of bird.

**পপীয়া** বিণ. পাপযুক্ত, পাপী sinful. **পপীয়াতৰা** বি. আকাশত বৰ বেগেৰে এঠাইৰ পৰা আন ঠাইলৈ যোৱা যেন বোধ হোৱা এবিধ দীপ্তি a shooting-star.

**পপৌ** বি. সৰু লৰাৰ লিঙ্গ the male organ of child.

**পৰা** বি. আঙুলিৰ পাবৰ জোৰা উথহি হোৱা বেদনা, গগলা a disease of the finger.

**পবাল, পবালি** বিণ. পাব থকা, এক গাঁঠিৰ পৰা আন গাঁঠিলৈ বাঢ়ি যোৱা having joints, growing from joint to joint.

**পবিত্ৰ, পৱিত্ৰ** বিণ. শুদ্ধ, শুচি, pure, holy.

**পবীয়া** বিণ. পাব থকা, পাব সম্বন্ধীয় consisting of a joint or joints.

**পম্** বি. শিহৰি, এটা সৰু আলুৰ পৰা বাঢ়ি গৈ আকৌ আন এঠাইত সৰু আলু ধৰা সূতাৰ নিচিনা শিপা, যেনে—টোচোৰৰ পম, সেই পমে পমে খানি নিলে তাৰ মূৰত আলু পোৱা যায় the long thin root of a plant forming a tuber at a distance from the main

root of a plant, গুপ্ত কথাৰ উৰাদিহ, অনুসন্ধান a clue, a guide, পমখেদি অক. ধা. এলপকৈ পোৱা উৰাদিহ অনুসৰি বিচাৰি to enquire by the help of a clue, পমধৰ শিপা ধৰ, ঠনধৰ।

পম অক. ধা. দ্ৰৱ হ, পানী হ, গল to melt, to dissolve.

পমা সক. ধা. দ্ৰৱ কৰ, গলা to cause to melt or dissolve.

পমা বি. এবিধ ৰঙচীয়া কাঠ the toon wood. এই পমা গছ কেবাবিধো, যেনে—সেন্দুৰী পমা, গজেলীপমা, বগীপমা আৰু ভাউকী পমা।

পমুৱা বিণ. পামত থকা, পামত কাম কৰা working or living on land taken up for temporary cultivation.

পয়গম্বৰ (ফা.) বি. ঈশ্বৰ প্ৰেৰিত দূত, প্ৰেৰিত মহাপুৰুষ।

পয়মাল (ফা. পায়্মাল্) বিণ. নষ্ট, ধ্বংস।

পয়স্বিনী বিণ. বেছিকৈ গাখীৰ দিয়া গাই a cow giving much milk.

পয়া বি. মাকৰ পিয়াহ কম হোৱাত বা দূষিত হোৱাত লৰা খীণাই যোৱা ৰোগ a disease of children brought on by unwholesome or scanty milk of the mother. বিণ. পয়ালগা।

পয়াণ বি. গমন, প্ৰস্থান the act of going, departure.

পয়াৰ বি. ছন্দত লিখা কবিতা, কবিতা versification.

পয়োধৰ বি. স্তন, মেঘ a woman's breast, cloud.

পয়োনিধি বি. সাগৰ the ocean.

পয়োভৰ বি. হেচা, ভৰ weight, প্ৰতাপ, ঐশ্বৰ্য্য, জাকজমক power, wealth, splendour.

পয়োসাগৰ (পু. অ.)প্ৰবেশ,উপস্থিত।

পৰ বি. নিজৰ বাজে আন লোক a person other than one's self, আপোন নোহোৱা বা নিলগীয়া মানুহ a man not belonging to one's family, শত্ৰু an enemy. বিণ. পৰায়ণ, ৰত attached, ভিন্ন, শ্ৰেষ্ঠ, নিলগ, আপোন নোহোৱা।

পৰ বি. ভূত, প্ৰেতাত্মা a ghost, a spirit.

পৰ বি. পৰীয়া, গা-ৰখীয়া an escort, body-guard, aid-de-camp.

পৰ বি. দিন বা ৰাতিৰ চাৰি ভাগৰ এভাগ one fourth of a day or night, সময় time, ৰখি থকা কাৰ্য্য watch. সক. ধা. পৰদি ৰাখি বা চাই থাক to keep watch, to attend.

পৰ অক. ধা. পতঁন হ. তললৈ নাম. পো to fall down, to lie down, কম হ, অন্ত হ, হানি হ, প্ৰাপ্ত হ to decrease, to be at an end, to be lost, to die, উপস্থিত হ, স্থিতি হ to appear, to fall into, বিশ্ৰাম কৰ, বৰণ ধৰ মিল হ, ধৰ্ম্মকৃত্য বন্ধ হ to rest, to assume a colour, to join with another, to be obstructed.

পৰকাল বি. মৰণৰ পাছৰ কাল বা অৱস্থা the future state, the next world.

পৰকীয় বিণ. লোকৰ, নিজৰ নহয় belonging to another স্ত্ৰী. পৰকীয়া।

পৰকীয়া বি. নায়িকা বিশেষ, পৰ পত্নী, প্ৰেম পাত্ৰী, পৰ নাৰী।

পৰগণা বি. দেশৰ ক্ষুদ্ৰ ভাগ a fiscal division of a country.

পৰগণীয়া বিণ. নগৰৰ পৰা দুৰত বা গাওঁত থকা living in the village or interior.

পৰতী জাল বি. এবিধ মাছ মৰা জাল a fishing net.

পৰচ বি. জন্তুৰ সতি সন্ততি offspring.

পৰচৰ্চ্চা বি. পৰৰ সম্বন্ধে আলোচনা, পৰনিন্দা।

পৰজন্ম বি. এই জন্মৰ পাছৰ জন্ম a future birth.

পৰজীৱী আনৰদ্বাৰা যি প্ৰতিপালিত হয়। যি জীৱ (উদ্ভিদ বা প্ৰাণী) অন্য জীৱ দেহত বাস কৰে parasite.

পৰঠা বি. অলপ ঘিউত ভজা কটি বা লুচি।

পৰঠুৱা বিণ. আপদত পৰা, কষ্টত পৰা involved in distress, difficulty or trouble.

পৰণ বি. পৰা কাৰ্য্য, পতন act of falling.

পৰনা বি. 'পৰৱানা' চোৱা।

পৰতন্ত্ৰ বিণ. পৰাধীন, লোকৰ ইচ্ছামতে চলিব লগা subordinate, dependent.

পৰত্যেক (পু. অ.) প্ৰত্যক্ষ, দেখা, ভিন্ন, প্ৰত্যেক, প্ৰাপ্ত।

পৰত্ৰে ক্ৰি. বিণ. পাছে, আন সময়ত afterwards, at another time, সি জন্মত in a future birth.

পৰদাৰ, পৰদাৰা বি. লোকৰ তিৰোতা a woman other than one's own wife. পৰ দাৰা গমন—লোকৰ তিৰোতাৰে কৰা সহবাস।

পৰদেশ বি. আন দেশ, বিদেশ a foreign place or country. বি. পৰদেশী বিদেশী মানুহ a foreigner. বি. বিদেশত থকা, বিদেশৰ পৰা অহা।

পৰদ্ৰোহ বি. আনক কৰা অন্যায়

injury done to others. বিণ. পৰদ্ৰোহী।

**পৰদ্বেষী** বি. পৰদ্ৰোহী malicious.

**পৰধৰ্ম্ম** বি. আপোনাৰ ধৰ্ম্মতকৈ বেলেগ ধৰ্ম্ম a religion different from one's own.

**পৰনাৰী** পৰস্ত্ৰী, আনৰ পত্নী, কোনো পুৰুষৰ আত্মীয়া নাৰী।

**পৰনিন্দা** আনৰ নিন্দা।

**পৰন্তপ** বি. শত্ৰু দমন কৰোঁতা subduing an enemy.

**পৰন্তু** অব্যয়, ইয়াৰ পাছত, আৰু moreover, and.

**পৰপীড়া** বি. উপদ্ৰৱ, লোকে দিয়া কষ্ট tyranny.

**পৰপিণ্ড** বি. লোকে দিয়া আহাৰ food given by others. বিণ. **পৰপিণ্ডাশী** জীৱিকাৰ বাবে আনৰ ওপৰত নিৰ্ভৰ কৰা depending on others for maintenance.

**পৰপুৰুষ** বি. আপোনাৰ স্বামীৰ বাজে আন মুনিহ, উপপতি a man other than one's own husband.

**পৰপূৰ্ব্বা** বি. আগেয়ে আন বিয়া কৰা formerly married to another.

**পৰবান্থু** (পু. অ.) নিমাখিতী, দুখিনী, প্ৰবাসী।

**পৰম** বি. উত্তম, অতি শ্ৰেষ্ঠ most excellent, best, প্ৰধান, চৰম ultimate.

**পৰমগতি** স্ত্ৰী মুক্তি salvation. **পৰমজ্ঞান** শ্ৰেষ্ঠ জ্ঞান, ঈশ্বৰ জ্ঞান divine knowledge. **পৰমপদ** বি. উত্তমগতি, মুক্তি final beatitude. **পৰমপদাৰ্থ** শ্ৰেষ্ঠবস্তু, পৰমেশ্বৰ।

**পৰমপুৰুষ** পৰমেশ্বৰ।

**পৰমব্ৰহ্ম** বি. পৰমেশ্বৰ the supreme being.

**পৰমহংস** বি. মহাযোগী, সমস্ত ইন্দ্ৰিয়ক দমি সংসাৰ ত্যাগ কৰা যোগী an ascetic of the first rank.

**পৰমাণু** বি. জড় পদাৰ্থৰ সূক্ষ্মতম অংশ an atom.

**পৰমাত্মা** বি. ব্ৰহ্ম, বিশ্বব্ৰহ্মাণ্ডৰ অন্তৰত থকা প্ৰাণ বা পৰমেশ্বৰ the supreme spirit.

**পৰমানন্দ** বি. অতিশয় আনন্দ, পৰমেশ্বৰ bliss, the supreme being.

**পৰমান্ন** বি. পায়স rice boiled with milk and sugar.

**পৰমায়ু, পৰমায়ুস** বি. জীৱন, জীয়াই থকা কাল life.

**পৰমাৰ্থ** বি. শ্ৰেষ্ঠ জ্ঞান, পৰমেশ্বৰ বিষয়ক জ্ঞান highest spritual knowledge. **পৰমাৰ্থতত্ত্ব** ব্ৰহ্মজ্ঞান। **পৰমাৰ্থ বিদ্যা** ঈশ্বৰ বিষয়ে জ্ঞান দিয়া। **পৰমাৰ্থিক** ঈশ্বৰ পৰায়ণ holy, spiritual, পৰমাৰ্থ বিষয়ক।

**পৰমুখাপেক্ষী** বিণ. আনৰ সহায় পাম বুলি আশা কৰি থকা always looking to another for help.

**পৰমেশ্বৰ** বি.. পৰম ব্ৰহ্ম, যাই ঈশ্বৰ the supreme being.

**পৰম্পদ** বি. পৰমেশ্বৰৰ স্থান, বৈকুণ্ঠ, মুক্তি the heaven of Vishnu, final felicity.

**পৰম্পৰ** বি. ক্ৰমান্বয়। স্ত্ৰী. পৰম্পৰা sequence.

**পৰম্পৰায়** ক্ৰি. বিণ. এটাৰ পাছত এটা আহি,ক্ৰমান্বয়ে successively.

**পৰলা** বি. মটীয়া বঙা brownish. স্ত্ৰী. পাৰলী।

**পৰলি** বি. ঢাপলি, ঢাকিবৰ বা আঁৰ দিবৰ কাৰণে কামী দি বন্ধাখেৰ a screen covering made of grass.

**পৰলীয়া** বিণ. এবাৰ কঁড়া, ভালকৈ নিকা নোহোৱা not well-cleaned.

**পৰলোক** বি. পৰকাল, পৰজন্ম the next world, the next life. পৰলোক হ মৃত্যু হ, মৰ to die. বিণ. পাৰলৌকিক।

**পৰৱৰ্ত্তী** বিণ. পাছৰ, পাছত থকা বা হোৱা subsequent, coming next.

**পৰবশ** বিণ. পৰাধীন dependent.

**পৰৱা** (পূ. অ.) বিণ. অধীন।

**পৰৱানা** বি. আদালতৰ পৰা জাৰি হোৱা লিখা হুকুম বা জাননী a written order or notice issued from a court of justice.

**পৰশ** বি. স্পৰ্শ, ছোৱন a touch. ক্ৰি. স্পৰ্শ কৰ।

**পৰশ-পাথৰ** বি. স্পৰ্শমণি, এবিধ প্ৰস্তৰ ই স্পৰ্শ কৰিলেই যেই সেই বস্তু সোণহৈ পৰে।

**পৰশু** বি. কুঠাৰ an axe.

**পৰশুকুণ্ড, পশু´কুণ্ড** বি. ব্ৰহ্মকুণ্ড।

**পৰশুৰাম, পশু´ৰাম** বি. জমদগ্নি ঋষিৰ পুত্ৰেক আৰু ক্ষত্ৰিয় বিলাকক দমন কৰোঁতা।

**পৰশ্ৰী** বি. লোকৰ ধন সম্পত্তি, লোকৰ উন্নতি prosperity of another.

**পৰশ্ৰীকাতৰ** বিণ. লোকৰ ভাল দেখি বেজাৰ পোৱা, খিয়লীয়া envious. বি. পৰশ্ৰীকাতৰতা।

**পৰস্তে** ক্ৰি. বিণ. পাছে, পৰে, ভবিষ্যতে afterwards, in future. **পৰস্ত্ৰী** বি. অন্য পুৰুষৰ ভাৰ্য্যা another man's wife. পৰস্ত্ৰী গমন অন্য পুৰুষৰ ভাৰ্য্যাত উপগত, ব্যভিচাৰ, adultery.

**পৰস্পৰ** বিণ. উভয়ৰ, ইটোৰ লগত সিটোৰ mutual. বিণ. পাৰস্পৰিক। ক্ৰি. বিণ. পৰস্পৰে উভয়ে, ইটোৱে সিটোৱে mutually.

**পৰস্ব** বি. পৰৰ ধন, আনৰ বস্তু another's property. বিণ.

**পৰস্বাপহাৰী** পৰৰ ধন অপহৰণ কাৰী। বি. **পৰস্বাপহৰণ**।

**পৰস্মৈপদী** সংস্কৃতৰ ধাতুৰ শ্ৰেণী-ভেদ।

**পৰহি** বি. যোৱা কালিৰ আগদিন the day before yesterday, অহা কালিৰ পিছ দিন the day after tomorrow. ক্রি. বিণ. **পৰহি, পৰহি লৈ, পৰহি কৈ**।

**পৰা** উপসৰ্গ. বিপৰীত, ব্যতিক্ৰম অৰ্থত শব্দৰ আগত ব্যৱহাৰ হয় a negative prefix.

**পৰা** বিণ. প্ৰধান, শ্ৰেষ্ঠ highest. **পৰা প্ৰকৃতি** প্ৰধানা প্ৰকৃতি, জীৱ।

**পৰাকাষ্ঠা** বি. চৰম উৎকৰ্ষ, চূড়ান্ত।

**পৰহিতৈষণা** বি. পৰোপকাৰেচ্ছা।

**পৰহিতৈষী** বিণ. পৰৰ মঙ্গলকামী। স্ত্ৰী. **পৰহিতৈষিণী**।

**পৰাক্ৰম** বি. শক্তি, ক্ষমতা, বীৰ্য্য power, strength, valour.

**পৰাক্ৰমী** বিণ. প্ৰতাপী powerful.

**পৰাভিতাপ** বি. উপদ্ৰৱ, অত্যাচাৰ oppression.

**পৰাগ** বি. ফুলৰ কেশৰৰ ধূলি pollen, flower dust.

**পৰাগ কেশৰ** বি. ফুলৰ যি কেশৰত পৰাগ থাকে stamen.

**পৰাগত** ব্যাপ্ত, যুক্ত, প্ৰত্যাগত, প্ৰস্ফুটিত।

**পৰাঙ্মুখ** বি. মুখ ঘূৰাই পাছলৈ যোৱা, পিঠি দিয়া, প্ৰতিকূল with the face turned back, বিমুখ disappointed.

**পৰাচিত্ত** বি. পাপৰ প্ৰতিকাৰ penance or atonement for sins.

**পৰাজয়** বি. হাৰ, পৰাভৱ, পৰাস্ত হোৱা অৱস্থা defeat. বিণ. পৰাস্ত defeated.

**পৰাঠ** বি. আপদ, কষ্ট misfortune, trouble.

**পৰাণ** বি. 'প্ৰাণ' শব্দৰ কোমল ৰূপ।

**পৰাৎপৰ** বি. পৰমেশ্বৰ the supreme being.

**পৰাধীন** বিণ. লোকৰ তলতীয়া, লোকৰ বশ dependence. বি. **পৰাধীনতা**।

**পৰান্ন** বি. পৰৰ অৰ্জ্জন food supplied by others as a favour. বিণ. **পৰান্নভোজী, পৰান্নভোগী, পৰান্নজীৱী** যি পৰৰ অন্নেৰে জীৱনধাৰণ কৰে।

**পৰাপক্ষত** অব্যয়, পৰা যায় মানে, যিমান দূৰ পাৰি if possible.

**পৰাভৱ** বি. পৰাজয় defeat, যন্ত্ৰণা, পীড়া mortification, distress, অৱজ্ঞা disregard.

**পৰাভূত** কৃদ. বিণ. অইনৰ দ্বাৰা পৰাজিত defeated.

**পৰামৰ্শ** বি. আলচ, মন্ত্ৰণা বুদ্ধি consultation, advice.

**পৰাম্লৰী** বি. এবিধ আমলখীৰ গছৰ টেঙা ফল আৰু তাৰ গছ a

kind of acid fruit and its tree.

**পৰায়ণ** বিণ. ৰত, নিযুক্ত devoted, attached.

**পৰাল** বি. ধান বনা কাৰ্য্য act of husking. ক্রি. **পৰাল পৰ** শেষ হ, অন্ত হ।

**পৰালি** বি. হানি, ক্ষতি loss. ক্রি. **পৰালি পৰ**।

**পৰাৱৰ্ত্ত** পৰিবৰ্ত্তন।

**পৰাবৰ্ত্তন** প্ৰত্যাবৰ্ত্ত, ঘুৰি অহা।

**পৰাবৰ্ত্তিত** যাক ঘুৰাই অনা হৈছে।

**পৰাশৰ** বি. ব্যাসৰ বাপেকৰ নাম।

**পৰাশ্ৰিত** বি. লোকৰ অধীন, আনত আশ্ৰয় কৰি থকা subject, dependent.

**পৰাস্ত** বিণ. পৰাজিত defeated.

**পৰাহ্ণ** আবেলি afternoon.

**পৰি** উপসৰ্গ a prefix, চাৰিওফালে, ভালকৈ, অতি ইত্যাদি অৰ্থত ব্যৱহাৰ হয়।

**পৰিকৰ** বি. কাম কৰি দিওঁতা, ভৃত্য a servant, a follower, পৰিয়াল, সহচৰ relations, companions.

**পৰিকল্পন** বি. কল্পনা, ৰচনা। স্ত্রী. **পৰিকল্পনা** নক্চা, ৰচনা design, plan.

**পৰিকল্পিত** যি পৰিকল্পনা কৰা হৈছে।

**পৰিক্ৰিয়া** বি. সংস্কৰণ, শোধন purification, remedy.

**পৰিখা** বি. গৰখাবৈ a trench round a town or fort.

**পৰিগণিত** বিণ. লেখা, সংখ্যা কৰা well calculated, মান্যকৰা regarded. বি. **পৰিগণন**।

**পৰিগৃহীত** বিণ. গ্ৰহণ কৰা, লোৱা accepted.

**পৰিগ্ৰহ** বি. গ্ৰহণ, লোৱা কাৰ্য্য acceptance, ধাৰণ assuming, সম্পত্তি possessions, গৃহস্থালি household affairs.

**পৰিঘ** বি. প্ৰাচীন যুদ্ধাস্ত্ৰ বিশেষ an iron mounted club.

**পৰিচয়** বি. চিনাকি দিবলৈ কোৱা নাম আদি acqaintance.

**পৰিচলন** বায়ৰ বা তৰল পদাৰ্থৰ প্ৰবাহৰ সৈতে তাপ সঞ্চালন convection.

**পৰিচৰ্য্যা** বি. সেৱা, শুশ্ৰূষা nursing, serving.

**পৰিচায়ক** বি. যি পৰিচয় দিয়ে, জ্ঞাপক।

**পৰিচাৰক** বি. আলধৰা, চাকৰ a servant, an attendant. স্ত্রী. **পৰিচাৰিকা**।

**পৰিচালক** বি. যি চলায় manager, অধ্যক্ষ, নেতা director, যাৰ মাজেৰে চালিত হব পাৰে (বিজুলী)। বি. **পৰিচালন, পৰিচালনা** ভালকৈ চলোৱা কাৰ্য্য। বিণ. **পৰিচালিত** চলোৱা, বাট দেখাই

দিয়া guided, directed, managed.

**পৰিচিত** বিণ. আগৰ পৰা চিনা জনা থকা, চিনাকি acquainted with, familiar. স্ত্রী. **পৰিচিতা**।

**পৰিছদ** (পু. অ.) বি. আড়ম্বৰ।

**পৰিচ্ছদ** বি. সাজপাৰ, আভৰণ garment.

**পৰিচ্ছন্ন** বিণ. পৰিষ্কৃত, আবৰ্জ্জনাশূন্য clean, tidy.

**পৰিচ্ছিন্ন** বিণ. সীমাবদ্ধ, সঙ্কীর্ণ narrow, limited.

**পৰিচ্ছেদ** বি. লেখাৰ এক ছেদ বা ভাগ a paragraph, অধ্যায়, খণ্ড a chapter, সীমা, অন্ত।

**পৰিচ্ছেদা** (পু. অ.) ক্রি. বিণ. চিৰকাললৈ, শেষ বাৰলৈ।

**পৰিজন** বি. ভৃত্য, চাকৰ কাম কৰোঁতা a servant, an attendant, পৰিয়াল family member.

**পৰিজ্ঞান** বি. সম্পূর্ণ বা ভাল জ্ঞান thorough knowledge.

**পৰিণত** কৃদ. বিণ. পৈণত, বুঢ়া হোৱা, পকা matured, ripened, এক অৱস্থাৰ পৰা আন অৱস্থা পোৱা converted, changed, বি. **পৰিণতি** বুঢ়া বা পৈণত অৱস্থা পোৱা, শেষ ফল maturity, the final result.

**পৰিণয়** বি. বিয়া marriage. **পৰিণয় সূত্ৰ** বৈবাহিক সম্বন্ধ।

**পৰিণাম** বি. শেষ ফল result, consequence, পকা অৱস্থা, পৰিণতি ripeness, শেষ, অন্ত end. **পৰিণামদৰ্শী** পাছে কি হব তাক আগেয়ে জনা, আগ পাছ গুণা foreseeing. বি. **পৰিণামদৰ্শিতা**।

**পৰিণীত** বিণ. বিবাহিত married. স্ত্রী. **পৰিণীতা**।

**পৰিত** (পু. অ.) বিণ. পিন্ধা।

**পৰিতাপ** বি. দুখ, খেদ, সন্তাপ sorrow, anguish, অনুশোচনা repentance. বিণ. **পৰিতপ্ত**।

**পৰিতুষ্ট** বিণ. সম্পূর্ণ, সন্তুষ্ট, আনন্দিত very pleased, delighted.

**পৰিতৃপ্ত** বিণ. তৃপ্ত হোৱা, পৰিতুষ্ট very much pleased. বি. **পৰিতৃপ্তি, পৰিতোষ** সন্তোষ, আনন্দ pleasure, satisfaction.

**পৰিত্যক্ত** বিণ. এৰা, ত্যাগ কৰা abandoned, left.

**পৰিত্যাগ** বি. এৰণ, ত্যাগ, বৰ্জ্জন abandonment. বি. **পৰিত্যাগী** ত্যাগ কৰা, এৰা abandoning, quitting. **পৰিত্যাজ্য** পৰিত্যাগ কৰিব লগীয়া।

**পৰিত্ৰাণ** বি. উদ্ধাৰ, ৰক্ষা, মুক্তি protection, deliverance, salvation. বি. **পৰিত্ৰাতা** ৰক্ষাকৰোঁতা a saviour, a deliverer, a liberator.

**পৰিদান** বি. ঘুৰাই দিয়া restoration of deposits.

**পৰিদৰ্শন** বি. সৰ্ব্বতোভাবে দৰ্শন, পৰ্য্যবেক্ষণ, তত্ত্বাৱধান supervision. **পৰিদৰ্শক** বি. যি পৰিদৰ্শন কৰে।

**পৰিদৃশ্যমান** বিণ. কেউফালে প্ৰকাশ হৈ থকা apparent all around.

**পৰিধান** বি. কাপোৰ আদি পিন্ধা কাৰ্য্য act of putting on.

**পৰিধি** বি. ঘূৰণীয়া বস্তুৰ বেৰ বা সীমা circumference, বেৰ, সীমাৰেখা periphery.

**পৰিনাতি** বি. নাতিৰ বা নাতিনীৰ পুতেক a great-grandson.

**পৰিনিৰ্ব্বান** সংসাৰ বন্ধনৰ পৰা মুক্তি।

**পৰিনিষ্ঠ** (পুঃ অঃ) বিণ. পাৰ্গত, পৰায়ণ well acquainted.

**পৰিপক্ক** বিণ. ভালকৈ পকা বা সিজা thoroughly ripe or cooked. সম্পূৰ্ণ পাৰ্গত well versed.

**পৰিপন্থী** বিণ. বাধাদায়ক, প্ৰতিকূল, বিপক্ষ, বিৰুদ্ধ standing in the way, obstructing, opposing, opponent, antagonist.

**পৰিপাক** বি. ভালকৈ জীৰ্ণ হোৱা কাৰ্য্য being completely cooked or dressed, হজম digestion.

**পৰিপাটি** বিণ. পৰিষ্কাৰ, সুশৃঙ্খল, নিয়াৰি neat, well-arranged, methodical. বি. সুশৃঙ্খলা, সুবিহা method, arrangement. ক্ৰি. বিণ. **পৰিপাটিকৈ** নিয়াৰিকৈ, আঁত লগাই।

**পৰিপুষ্ট** বিণ. নিপোটল, ভালকৈ খাই শকত হোৱা very fat, well-nourished. বি. **পৰিপুষ্টি**।

**পৰিপূৰণ** বি. সম্পূৰ্ণ কৰা filling.

**পৰিপূৰ্ণ** বিণ. গোটেই পূৰ, ভৰা quite full, filled to the brim. বি. **পৰিপূৰ্ণতা**।

**পৰিপোষণ** বি. পোহ পাল nourishing, feeding, বাঢ়িবলৈ দিয়া promoting.

**পৰিপ্ৰেক্ষিত** দৃশ্যমান বস্তুৰ বিভিন্ন অংশ যেনেকৈ দেখা যায়, তদনুৰূপে চিত্ৰত প্ৰকাশ perspective.

**পৰিবৰ্জ্জন** বি. এৰা, ত্যাগ কৰা quitting up, giving up.

**পৰিবৰ্ত্ত** বি. পৰিবৰ্ত্তন, সলনি exchange.

**পৰিবৰ্ত্তন** বি. সলনি কৰা কাৰ্য্য act of changing. বিণ. **পৰিবৰ্ত্তিত** সলনি হোৱা। **পৰিবৰ্ত্তনশীল** ঘনাই সলনি হোৱা changing, **পৰিবৰ্ত্তে** (অব্যয়) কোনো বস্তুৰ সলনি in exchange, in the place of.

**পৰিবৰ্দ্ধন** বি. বৃদ্ধি পোৱা কাৰ্য্য increasing, growing, বিণ. **পৰিবৰ্দ্ধিত** বৃদ্ধি কৰা বা পোৱা

increased, grown, যাক বঢ়োৱা হৈছে enlarged.

**পৰিবহন** মানুহ বা বস্তু এখন ঠাইৰ পৰা অন্য এখন ঠাইলৈ অনা transport. (বিজ্ঞানত) কোনো গোটা পদাৰ্থৰ মাজেৰে তাপ বা বিদ্যুত সঞ্চালন conduction.

**পৰিবাৰ** বি. ভাৰ্য্যা wife, পৰিয়াল family.

**পৰিবাহিত** বিণ. বৈ যোৱা flowing, বোৱাই দিয়া drained.

**পৰিবাহী** যাৰ মাজেৰে তাপ সঞ্চালিত হব পাৰে, conductor.

**পৰিবৃত** বিণ. কেউফালে আবৃত বা ঢকা, বেৰি ধৰা well covered, surrounded.

**পৰিবেশ** বি. পৰিধি, বেষ্টন, আবেষ্টন।

**পৰিবেশন** বি. খোৱাৰ সময়ত খাওঁতাক খাদ্য সামগ্ৰী তগাই দিয়া কাৰ্য্য। বি. পৰিবেশক।

**পৰিবেষণ** বি. আহাৰ কৰোঁতে আল ধৰা কাৰ্য্য waiting on at dinner. বি. পৰিবেশক।

**পৰিবেষ্টন** বি. বেৰি ধৰণ, ঘেৰ act of surrounding. বিণ. পৰিবেষ্টিত পৰিবৃত surrounded.

**পৰিব্ৰাজক** বি. নানা ঠাই ভ্ৰমি ফুৰা মানুহ a traveller.

**পৰিভাষা** বি. বিশেষ অৰ্থ বোধক শব্দ, সংজ্ঞা terminology, technical term. বিণ. পৰিভাষিক।

**পৰিভ্ৰমণ** বি. পৰ্য্যটন, চাৰিওফালে ঘূৰি ফুৰা কাৰ্য্য a travelling about.

**পৰিমৰা** বিণ. নিশকতীয়া, দুৰ্ব্বলী weak.

**পৰিমল** বি. সুগন্ধ, অতি উত্তম ঘ্ৰাণ exquisite fragrance, চন্দন আদি সুগন্ধি বস্তু perfume.

**পৰিমাণ** বি. মাত্ৰা, জোখ quantity amount, dimension. measure.

**পৰিমাণী** বিণ. প্ৰমাণিত (ঔষধ আদি) efficacious.

**পৰিমাপ** জোখা, পৰিমাণ নিৰূপণ।

**পৰিমিত** বিণ. জোখা, পৰিমাণ কৰা, সীমা থকা measured, weighed. limited. সংযত moderate.

**পৰিমিত, পৰিমিতে** ক্ৰি. বিণ. পৰ্যন্ত, কোনো এক সংখ্যা, পৰিমাণ বা সময় লৈকে, কোনো এটা সীমালৈকে up to (a certain number, measure or time) to the extent of.

**পৰিমিতি** বি. মাটিৰ জোখ বা কালি সম্বন্ধীয় অঙ্ক শাস্ত্ৰ mensuration.

**পৰিমেয়** বিণ. পৰিমাণ কৰিব পৰা, জুখিব পৰা measurable. limited.

**পৰিয়াল** বি. একে ঘৰত একেজন গৃহস্থৰ অধীন হৈ থকা ল'ৰা,

তিবোতা আদি লোক বিলাক, বংশ family, race.

**পৰিলম্বিত** বিণ. ওলমি থকা hanging.

**পৰিশিষ্ট** বি. পুথিৰ শেষত থাই ভাগৰ অঙ্গ স্বৰূপে লগ লগোৱা অংশ an appendix.

**পৰিশুদ্ধ** বিণ. শুচি, নিৰ্ম্মল cleaned, purified.

**পৰিশেষ** বি. শেষ the end, বাকী remainder.

**পৰিশোধ** বি. ধাৰ শুজা, প্ৰতিহিংসা, প্ৰতিকাৰ a paying off, revenge.

**পৰিশোধিত** বিণ. সংশোধিত, পৰিষ্কাৰ কৰা corrected, purified.

**পৰিশ্ৰম** বি. মনেৰে বা গাৰে কৰা যত্ন, চেষ্টা, কষ্ট, ভাগৰ labour, exertion, fatigue. বিণ. **পৰিশ্ৰমী** দুখ কৰিব পৰা industrious, painstaking.

**পৰিশ্ৰান্ত** বিণ. ভাগৰ লগা, অতিশয় ক্লান্ত wearied, fatigued. বি. **পৰিশ্ৰান্তি** ভাগৰ fatigue.

**পৰিষদ** বি. সভা, মেল an assembly, council.

**পৰিষ্কাৰ** বি. মল নথকা clean, neat, স্পষ্ট, সহজে চিনিব পৰা clear, visible. বিণ. **পৰিষ্কৃত** নিকা বা নিৰ্ম্মল কৰা cleansed, purified.

**পৰিসংখ্যা** গণনা।

**পৰিসংখ্যান** কোনো বিষয়ত তথ্য জ্ঞাপক সংখ্যাৰ সংগ্ৰহ statistics.

**পৰিসমাপ্ত** বিণ. সমাপ্ত, অন্ত হোৱা ended, finished. বি. **পৰিসমাপ্তি** শেষ, সম্পূৰ্ণতা completion, conclusion.

**পৰিসৰ** বি. বিস্তাৰ extension, আয়তন, পুতল extension.

**পৰিসীমা** বি. শেষ সীমা, অন্ত extremity, end.

**পৰিস্থিতি** চাৰিকালৰ অৱস্থা।

**পৰিস্ফুট** বিণ. স্পষ্ট, প্ৰকাশিত, বিশদ quite plain, manifest, distinctly visible, fully developed or grown.

**পৰিস্ৰাৱণ, পৰিশ্ৰুতি** ক্ষৰণ, জলীয় পদাৰ্থ ছেকি শোধন filtration.

**পৰিহৰ** সক. ধা. ত্যাগ, কৰ, এৰ to give up, to relinquish.

**পৰিহৰণ, পৰিহাৰ** বি. ত্যাগ, এৰা কাৰ্য্য the act of abandoning or leaving. বিণ. **পৰিহৰণীয়, পৰিহৰ্ত্তব্য, পৰিহাৰ্য্য** বৰ্জ্জনীয়, এৰিব লগা fit or proper to be abandoned. **পৰিহৃত** বি. বৰ্জ্জিত।

**পৰিহাস** বি. ঠাট্টা, ধেমেলীয়া কথা, ধেমালিত কৰা ঠাট্টা মন্তব্য a joke.

**পৰিহিত** বিণ. যাক পিন্ধা যায়।

**পৰী** সুন্দৰী উপদেৱী বিশেষ।

**পৰীয়া** বি. পৰ দিওঁতা, বখীয়া, চাই

থাকোঁতা one who watches, a guard.

**পৰীক্ষক** বি. পৰীক্ষা কৰোঁতা, দোষ গুণ বিচাৰোঁতা an examiner, a judge, বস্তুৰ গুণাগুণ বিচাৰি চাওঁতা an investigator.

**পৰীক্ষা** বি. দোষ গুণ বিচৰা কাৰ্য্য, গুণ, যোগ্যতা পৰিমাণ ইত্যাদি বিচাৰ examination, বস্তুৰ গুণাগুণ বিচৰা কাৰ্য্য experiment, সত্যাসত্য নিৰ্ণয়। **পৰীক্ষণীয়** বিণ. **পৰীক্ষিত** বিণ. পৰীক্ষা লোৱা, প্ৰমাণিত examined, experimented.

**পৰীক্ষাৰ্থী** যি পৰীক্ষা দিবলৈ ইচ্ছা কৰে।

**পৰীক্ষামূলক** বিণ. পৰীক্ষাৰ কাৰণে কৰা experimental.

**পৰীক্ষিত** বি. এজন চন্দ্ৰবংশীয় ৰজা অৰ্জ্জুনৰ নাতি, অভিমন্যুৰ পুতেক a king of the lunar dynasty.

**পৰুৱা** বি. ঠেং থকা মাটিত বগাই ফুৰা কীট an ant.

**পৰুৱা** বিণ. পৰৰ, আনৰ ঘৰৰ belonging to another. বি. বাটকৰা মানুহক বাতি বাটেদি যাবলৈ নিদি আন বাটেদি ভুলাই লৈ যোৱা এবিধ ভূত an evil spirit supposed to misguide wayfarers. ক্ৰি, **পৰুৱাই** পা বিণ. **পৰুৱাই** পোৱা।

**পৰুষ** বিণ. কঠোৰ, কৰ্কশ।

**পৰে** ক্ৰি. বিণ. ভবিষ্যতে, পাছত in future.

**পৰে** অব্য. বাহিৰে,উপৰি (অধিকৰণ-পদৰ পাছত বহে)।

**পৰেক** বি. এপৰ কাল one eighth of a day and night. বিণ. **পৰেকীয়া**।

**পৰেন্তী-জাল** বি. 'পৰন্তী-জাল' চোৱা।

**পৰেশ** বি. পৰমেশ্বৰ।

**পৰোপকাৰ** ক্ৰি. বিণ. পৰৰ উপকাৰ কৰা কাৰ্য্য act of doing good to others. **পৰোপকাৰী** বিণ. যি পৰৰ উপকাৰ কৰে। বি. **পৰোপকাৰিতা**। **পৰোপজীৱী** বিণ. যি পৰৰ সাহায্যেৰে জীৱিকা নিৰ্ব্বাহ কৰে।

**পৰোৱা** বি. মান, আদৰ regard, ভয় care.

**পৰোক্ষ** বি. চকুৰ নেদেখা অৱস্থা, অসাক্ষাত absence, অদৃশ্য। ক্ৰি. বিণ. **পৰোক্ষে**।

**পৰ্ঘুমা** বি. এবিধ বনৰীয়া পাৰ জাতিৰ চৰাই a kind of wood pigeon.

**পৰ্ণ** বি. গছৰ পাত a leaf of a tree, **পৰ্ণকুটীৰ** বি. গছৰ পাতেৰে সজা পজা। **পৰ্ণদাহ** বি. ... পোৰা কাৰ্য্য। **পৰ্ণলুৰ** ... *কবিৰলৈ নোপোৱা শৰৰ পৰিৱৰ্তে পুৰিবৰ কাৰণে গছ পাতেৰে সজ

এটা মানুহৰ আকৃতি। পর্ণশালা বি. পর্ণকুটীৰ।

পর্তুগীজ পর্তুগাল দেশৰ অধিবাসী।

পর্দ্দা বি. কাপোৰৰ ঢাকনি, আৰ কাপোৰ a screen of cloth.

পর্ব্ব বি. নিৰূপিত সময়ত কৰা উৎসৱ festival, খণ্ড, অংশ a section of a book.

পর্ব্বত বি. গিৰি, ওখ শিল সমূহ, পাহাৰ hill, mountain বিণ. পর্ব্বতাকাৰ বৰ ডাঙৰ। পর্ব্বতীয়া পর্ব্বত থকা বা উৎপন্ন living or produced on a mountain or hill. পর্ব্বত প্রমাণ পর্ব্বতৰ সমান ডাঙৰ।

পর্য্যঙ্ক বি. খাট, পালেং a bed-stead.

পর্য্যটন বি. ভ্রমণ travelling, পর্য্যটক ভ্রমণকাৰী।

পর্য্যন্ত অব্য. অবধি, লৈকে up to, সীমা বা পৰিমাণ লৈকে as far as.

পর্য্যবসান বি. সমাপ্তি, শেষ, সমাধা।

পর্য্যবসিত বিণ. পৰিণত, সমাপ্ত।

পর্য্যবেক্ষক বিণ. দর্শক।

পর্য্যবেক্ষক বিণ. যি পর্য্যবেক্ষণ কৰে, পৰিদর্শক গ্রহনক্ষত্রাদি দর্শক observator.

পর্য্যবেক্ষণ বি. পৰিদর্শন, তত্ত্বাবধান, নিৰীক্ষণ close observance.

পর্য্যবেক্ষণিকা বি. গ্রহনক্ষত্রাদি নিৰীক্ষণাগাৰ, মানমন্দিৰ observatory.

পর্য্যাপ্ত বিণ. প্রচুৰ, যথেষ্ট abundant, sufficient. বি. পর্য্যাপ্তি।

পর্য্যায় বি. ক্রম, অনুক্রম succession, order, একেৰকমৰ অর্থযুক্ত শব্দসমূহ a series of synonyms.

পর্য্যায়ক্রমে ক্রি. বিণ. যথাক্রমে।

পর্য্যালোচনা বি. ভালদৰে বিবেচনা কৰি চোৱা কার্য্য, উত্তমৰূপে বিচাৰ circumspection, deliberation.

পর্য্যুষিত বিণ. বাহী, পাচদিনালৈ থকা of the previous day, stale.

পর্শ সক. ধা. চো, স্পর্শ কৰ to touch.

পশু'ই, পশু'ই দিনা বি. পৰহি চোৱা।

পর্ষদ বি. পৰিসদ, সভা board.

পল বি. কালৰ বিভাগ, একদণ্ডৰ ষাঠি ভাগৰ এভাগ sixtieth part of a দণ্ড।

পল বি. বাঁহৰ কাঠিৰে সজা এবিধ মাছ ধৰা যতন। ক্রি. পল বা পলৰে মাছ ধৰ।

পলক বি. টলক, নিমিষ a twinkling, a moment.

পলম বি. বিলম্ব, বেলি delay, ক্রি. বিণ. পলমে বেলি কৰি, অলপ বেলিৰ পাছত।

পলবীয়া বিণ. পলোৱা, গোপনে স্থানান্তৰ হোৱা, পলাই, যোৱা বা

অহা fugitive, absconding, eloping.

**পলস** বি. নৈয়ে পেলোৱা, বোকা soft mud deposited by a river, silt, সাৰৰ বাহিৰে থকা কোমল কাঠ sap wood. বিণ. **পলসুৱা** সাৰ নথকা নৈয়ে পেলোৱা বোকাযুক্ত।

**পলা** অক. ধা. লুকাই থাক, গোপনে গুচি যা, পৰাস্ত হৈ লৰমাৰ to abscond, escape, to flee. বিণ. **পলোৱা**—বি. **পলাওঁতা, পলাই পত্রং দে,** পলাই দুৰলৈ যা। **পলাতক** বিণ. পলাই যোৱা, পলৰীয়া fugitive. **পলায়ন** বি. পলোৱা কাৰ্য্য act of fleeing. বিণ. **পলায়িত**।

**পঁলা** বি. তেল পেৰা বেতেৰি a small rattan basket used in pressing oil.

**পলাশ** বি. এবিধ গন্ধ নোহোৱা ফুল a kind of flower, পাত a leaf.

**পলিত** বিণ. পকা চুলীয়া grey haired.

**পলিতা** বি. শলিতা, শিহা, শলাকানি the wick of a lamp. কলাই থাৰ ভৰা বস্তুত জুই লগোৱা শিহা a fuse.

**পলীয়া** বিণ. পালি অনুসৰি কাম কৰা one of several persons working by rotation. ক্রি. পাল পাতি কাম কৰা।

**পলু** বি. মুগা, পাট আদিৰ পোক a silk worm.

**পলুৱা** সক. ধা. গোপনে নি লুকাই থ বা লৈ যা to keep concealed, to cause to run away or elope. বি. **পলুৱাওঁতা**। স্ত্রী. **পলুৱঁতী**।

**পল্টন** বি. সৈন্যদল a subdivision of a company of soldiers. বিণ. **পল্টনীয়া**।

**পল্লব** বি. নতুন পাত, কোঁহ a new leaf, a bud, নতুন পাতেৰে সৈতে সৰু ডাল a small branch with new leaves. বিণ. **পল্লৱিত** কুঁহি পাত থকা having new leaves.

**পল্লৱগ্রাহী** বিণ. যি পল্লৱ ছিঙাৰ নিচিনা নানা বিষয়ৰ পৰা অলপ অলপ জ্ঞান অর্জ্জন কৰে। **পল্লৱগ্রাহিতা** বি. নানা বিষয়ৰ অগভীৰ জ্ঞান।

**পৱন** বি. বায়ু, বতাহ air, wind.

**পৱননন্দন** বি. হনুমান, ভীম Honuman, Bhima.

**পশ্** অক. ধা. সোমা to enter.

**পশু** বি. চাৰি ঠেঙীয়া জন্তু a beast. **পশুত্ব** পশুৰ স্বভাৱ বা গুণ the nature of a beast. **পশুপতি** বি. শিৱৰ এটা নাম। **পশুপ্রবৃত্তি** বি. পশুৰ নিচিনা প্রবৃত্তি বা ইন্দ্রিয়

সুখৰ বাঞ্ছা। পশুৰাজ বি. সিংহ the lion.

**পশ্চাভূমি** দৃশ্য বা চিত্ৰৰ দূৰবৰ্ত্তী অংশ back ground. যি অঞ্চলৰ কাৰণে কোনো বন্দৰেৰে বিদেশৰ পৰা বস্তু আহে আৰু যিবোৰ অঞ্চলৰ পৰা সেই বন্দৰেৰে বিদেশলৈ বস্তু পঠোৱা হয় সেই অঞ্চলক উক্ত বন্দৰৰ পশ্চাদভূমি বোলা হয় hinterland.

**পশ্চিম** বি. যিফালে সূৰ্য্য অস্ত যায় the west.

**পষ্** বি. পক্ষ, এমাহৰ আধা fortnight. ক্রি. বিণ. পষেপষে।

**পষপৰ** ক্রি. এমাহৰ আধা যা।

**পষেকীয়া** বিণ. এপষ থকা, এপষত হোৱা fortnightly.

**পস্তা** অক. ধা. পাছত দুখ কৰা to repent.

**পহ** বি. সুবিধা, বাধা নথকা অৱস্থা free scope, access or course, অস্ত্ৰ, বাণ arrow.

**পহৰা** বি. পৰ দিয়া কাৰ্য্য watch. অক. ধা. পহৰাদি সাবে থাকি শান্তি ৰক্ষা কৰ to keep watch. বি. পহৰীয়া, পহৰাৱালা পহৰা দিওঁতা a sentinel, a watch-man.

**পহল** বি. ফলীয়া কাঠৰ ধাৰ বা চুক the edge of a plank or scantling.

**পহলং** বি. চিকাৰী a hunter.

**পহলতী** বি. পুৰণি অসমৰ এবিধ জুই দি মৰা হিলৈ a kind of Assamese match-lock. বিণ. শকত দীঘল tall and stout.

**পহাৰ, পহাৰী** বি. 'পোহাৰ' চোৱা।

**পহাৰী-চুপতি** বি. পহাৰী বা সামান্য মানুহে কৰাৰ নিচিনা চুপতি vulgar jokes.

**পহিল** বি. আৰম্ভণ, প্ৰথম অৱস্থা commencement. বিণ. **পহিলা** প্ৰথম, প্ৰথমে first, firstly.

**পহু** বি. হৰিণা জাতিৰ জন্তু an animal of the deer kind. **পহু কণীয়া** বিণ. 'চৰাই-কণীয়া' চোৱা, **পহু গড়াল** মানুহে চাবৰ কাৰণে নানা জাতিৰ জন্তু ৰখা ঠাই a zoological garden. **পহুমৰীয়া** ব্যাধ, পহু চিকাৰী a hunter.

**পহু** ( পুং. অ. ) বি. প্ৰভু, স্বামী।

**পক্ষ** বি. চান্দ্ৰ মাহৰ আধা ভাগ, কৃষ্ণ পক্ষ, শুক্লপক্ষ half of a lunar month, এমাহৰ আধা, পোন্ধৰ দিন a fortnight, কাজিয়া কৰা মানুহৰ এদল বা এটা a party to a dispute or case, পাখি wing, feather. **পক্ষতা** এক পক্ষক সমৰ্থন কৰা siding with a party. **পাত, পক্ষ গ্ৰহণ** কোনো এক পক্ষৰ ফলীয়া হোৱা, পৰস্পৰ বিবাদ কৰা দুজন বা দুদল মানুহৰ এফালক কৰা সাহায্য বা হিত partiality. **পক্ষপাতিতা** পক্ষপাত কৰা স্বভাব বা গুণ partiality. বিণ. **পক্ষপাতী**।

**পক্ষাঘাত** বি. বাত ব্যাধি ৰোগ,

এই যোগত শৰীৰ আধাষৰা যেন হৈ থাকে, অৰ্দ্ধাঙ্গ paralysis, hemiplegia. পক্ষান্তৰে আনফালে, সিফালে on the other hand, পক্ষান্ত বি. পূৰ্ণিমা or অমাবস্যা।

পক্ষসমৰ্থন কোনো এটা পক্ষৰ মত অনুমোদন কৰি সহায় কৰা।

পক্ষিতত্ত্ব পক্ষী সম্বন্ধে বিশেষ জ্ঞান।

পক্ষিৰাজ বি. গৰুড় a name of Garuda.

পক্ষিশাৱক বি. চৰাই পোৱালী a young bird.

পক্ষী বি. চৰাই a bird. পক্ষীন্দ্ৰ বি. গৰুড়।

পক্ষে বি. ফালে, পোনে on the side of, in favour of.

পা সক. ধা. লাভ কৰ, উপাৰ্জ্জন কৰ to get, কোনো এঠাইত গৈ উপস্থিত হ to reach, অনুভৱ কৰা to feel, লভ to possess. অক. ধা. উচিত হ, ন্যায় হ to be fit or proper, জন্ম দি to give birth to.

পাই বি. এটা পইচাৰ তিনিভাগৰ এভাগ a pie.

পাইক বি. আহোম ৰজাৰ দিনৰ সামান্য অসমীয়া ৰায়ত a common rayot in the days of Ahom, লোকৰ মাটি খোৱা মানুহ a tenant. বিণ. পাইকান পাইকে ভোগদখল কৰা (মাটি)।

পাইকাৰী বি. যি মুঠ হিচাবে বস্তু কিনি আনি লাভৰ কাৰণে খুচুৰাকৈ বেচে a petty trader. বিণ. মুঠতে বস্তু কিনা purchased wholesale.

পাইখানা বি. মলমূত্ৰ ত্যাগ কৰা ঘৰ বা বেৰা ঠাই a latrine.

পাইজামা বি.এবিধ ঢিলা লোলোকা ঠেঙা a kind of loose trousers.

পাইতা বি. কোনো পাত্ৰৰ পৰা জুলীয়া বস্তু ওলোৱা জিভা a tongue of a vessel.

পাইপ নলী pipe.

পাইল বি. বিভাগ, শ্ৰেণী, শাৰী a division, class, file.

পাইলট বিমান চালক।

পাইলা বি. কেৰাহি বা তাৰ নিচিনা মাটিৰ পাত্ৰ a kind of vessel.

পাউডাৰ মুখ, গা ইত্যাদি সনা গুৰা, ডাক্তৰৰ গুৰা ঔষধ।

পাউনি, পাওনা বিণ. পাব লগা due, payable. বি. পাবলগা বস্তু বা ধন dues. পাওন বি. পোৱা কাৰ্য্য।

পাওনাদাৰ যিজনে টকা পাব।

পাং স. ধা. মনতে সাজ, ফন্দি কৰ, কল্পনা কৰ to plan—ক্ৰি. পাং পাত মিছা কথা সাজ, ফন্দি কৰ, বুদ্ধি সাজ to fabricate, to devise some means, to invent an excuse.

পাংখা বি. বিচনী a fan.

পাঁউৰি বি. ভিতৰত জেং-জাবৰ

আফি জবাই পানীত পেলাই ৰখা বাঁহৰ কাঠিৰ মাছ ধৰা যতন a kind of large hollow fish trap made of bamboo splinters.

**পাঁউ-কটী** বি. আটা গুৰিৰে কৰা এবিধ ডকান লোপোকা পিঠা a loaf of bread.

**পাঁওকৰা** বি. হেপাৰ নিচিনা এবিধ বনৰীয়া জন্তু a kind of wild cat.

**পাঁচ** বি. চাৰি আৰু এক five, বিণ. **পাঁচকুণীয়া, পাঁচচুকীয়া** পাঁচোটা চুক থকা pentagonal.

**পাঁচ** সক. ধা. পঠিয়া, যাবলৈ ক to send.—কৃদ. বি. **পাঁচন, পঁচা।** **পাঁচনি** বি. যাক ইফালে সিফালে কামত পঁচা হয়। গোঁসাইৰ দূত বা টেকেলা a messenger, খৃষ্ট ধৰ্ম্মমত প্ৰচাৰ কৰোঁতা an apostle.

**পাঁচনী** বিণ. ( ব্যাকৰণত ) লোকক পাঁচি ক্ৰিয়া কৰা বুজোৱা ( ক্ৰিয়া ) causative ( verb ).

**পাঁচালি, পাঁচালী** অনাবৈষ্ণৱ কবি সকলে ৰচনা কৰা পুথি—যিবোৰ বৃত্তি স্বৰূপে কেইবাজন মানুহে আবৃত্তি কৰে তাকে পাঁচালি বোলে।

**পাঁচি** বি. এছিটা, দীঘলীয়া এডৰা বা এখণ্ড a long strip.

**পাঁজৰ, পাঁজৰা** বি. কাষ, গাৰ কাঁতি side, the side of the body. পাঁজৰ থহ কাষী হাড় ভাগ, বৰ দুখ পা।

**পাঁজি** বি. পঞ্জিকা an almanac.

**পাঁজি** বি. শত্ৰুৰ কাৰণে বাটতে পোতা জোঙা বাঁহৰ শলা a bamboo spike thrust into ground to prevent the approach of an enemy, সূতা কাটিবলৈ দীঘলকৈ মেৰোৱা ধুনা তুলা a roll of cotton for spinning thread, পাঁজি কাট পাঁজিৰ পৰা সূতা কৰ।

**পাঁজুৰি** বি. পাশা খেলৰ পাঁচৰ লেখ a throw of dice, counting five.

**পাঁতি** বি. শাৰী, পংক্তি a row, a line, গছ ৰোৱা বা গুটি পচোৱা খাল, এক প্ৰকাৰ গুটি চলাই খেদা খেল a drill for planting, a kind of game played on a board.

**পাঁথ** বি. কোনো লেখা বা পুথিৰ শূন্যকৈ ৰখা কাঁতি, চেপেটা মাছৰ পেটৰ ফাল the margin of a book, lower part of a flat fish.

**পাক** বি. মেৰ, ঘূৰণ, মোচৰ a bend, a turn, লেঠা, জগৰ, ভুল offence, fault, mistake, নৈৰ সোঁতৰ পাক চাকনৈয়া an eddy. পাক খা মেৰ লাগ, মেৰাই ধৰ। পাক দি মেৰা, অলপ নাচ। পাক

পৰ নৈৰ পানী ঘূৰ। পাকমাৰ ঘূৰা, যেনে দি। পাকলাগ লেঠা লাগ, যেনে খা।

**পাক** বি. পাগ, ৰন্ধন, জীণ-যোৱা কাৰ্য্য act of cooking, digestion. পাকঘৰ ভাত ৰন্ধা ঘৰ a cookshed. পাকঘূৰণি ৰৰকৈ বেগাই ঘূৰি ফুৰাৰ নিমিত্তে হোৱা মূৰ ফুৰণি। পাক-চক্ৰ বি. কূট-কৌশল, প্ৰতাৰণা, ঢুষ্টালি trick, deceit, fraud. পাক ভোঁহৰ গিৰমিট, পকাই ফুটা কৰা এবিধ যতন an auger, a gimlet. পাকলাগি ঘূৰণ ভাবে, প্ৰকাৰান্তৰে।

**পাকতে** ক্ৰি. বিণ. ঠাইতে, তৎক্ষণাৎ instantly.

**পাকযন্ত্ৰ** বি. পাকস্থলী stomach.

**পাকৰা** বি. খৰমৰ চুলা বা খুটি।

**পাকৰি** বি. সূতালাহী the ball of thread, wound on a spindle.

**পাকৰী** বি. 'জৰি গছ' চোৱা।

**পাকস্থলী** বি. পেটৰ ভিতৰত যি যন্ত্ৰত খাদ্য পৰিপাক হয় stomach.

**পাকিস্থান,-স্তান** ভাৰতবৰ্ষৰ পৰা পৃথক হোৱা মুছলমান প্ৰধান ৰাষ্ট্ৰ (পূঃ বঙ্গ, পঃ পঞ্জাব, উঃ পঃ সীমান্ত প্ৰদেশ, সিন্ধু আৰু বেলুচিস্থান)।

**পাকী** বিণ. বেগাই জীণ যোৱা বা নিঙৰা quickly digested.

**পাকেপতি**. পাকে পাকে ক্ৰি. বিণ. ঘনে ঘনে, প্ৰতিকথাতে repeatedly, at every time.

**পাকে** প্ৰকাৰে ঘটনা চক্ৰত।

**পাকৈত** বিণ. পাৰ্গত, কামত নিপুণ dexterous, expert.

**পাখি** বি. চৰাইৰ ডেউকা the wing of a bird, চৰাইৰ গাৰ চাকলী feather, মাছৰ কাণৰ ওচৰত ভিত্তিত হুকালে ওলমি থকা পাখিৰ নিচিনা অঙ্গ the fins of a fish. পাখি সৰাজ দি পুৰণি পাখি সলাই ন পাখি গজা। পাখিৰ আঁৰ আশ্ৰয় safety, protection.

**পাখোৱাজ** বি. মৃদঙ্গৰ নিচিনা এবিধ হিন্দুস্থানী বাদ্য যন্ত্ৰ।

**পাগ** বি. পাগুৰিৰ আকৃতিৰে বন্ধা কাপোৰ, পাগুৰি turban.

**পাগ** বি. সিজোৱা কাৰ্য্য, ৰন্ধা কাৰ্য্য cooking, মাটিৰ পাত্ৰ আৰু অন্ন টান কৰিবলৈ দিয়া জুইৰ তাপ। পাগটান টান বা ৰব বেছি পাগত গঢ়া। পাগত উঠ, পাগ লা উপযুক্ত পৰিমাণে তাপত সিজ বা দগ্ধ হ। পাগত ভোল, পাগত লা ৰন্ধা বঢ়া কৰিব পৰাকৈ ৰুচি কৰি ল।

**পাগডিয়লি** কোনো ভিৰোতাক ৰান্ধনি পাতিবলৈ জাতি কুটুম্বক দিয়া ভোজ। পাগমাৰি চকৰ ভাত আদি লবাই দিয়া মাৰি। পাগৰ বাহিৰ বিধুতী, ছুৰ নোৱৰা।

**পাগল** বিণ. বলিয়া, উন্মত্ত mad,

insane. স্ত্রী. পাগলী। পাগলামি পগলাৰ কাৰ্য্য বা গুণ ।

**পাগুৰি** বিণ. পাগ, শোভাৰ কাৰণে মূৰত পিন্ধা সাজ a turban.

**পাগুল** সক. ধা. এবাৰ খাঁহ খাই পেটৰ পৰা পুনৰ মুখলৈ উলিয়াই চোবা to chew the cud, কোনো এটা কথাকে বাৰে বাৰে আলোচনা কৰা to think or talk over and over again. বি. পাগুলন।

**পাচ, পাছ** বি. আগৰ বিপৰীত ফাল বা ঠাই the back side, the rear, কোনো কাৰ্য্য হৈ যোৱাৰ শেষত যি হয়, ভবিষ্যত কাল the end of any time or act, future. বিণ. সমুখৰ বিপৰীত ফালে থকা hinder, পাছত হোৱা, ভবিষ্যত। পাচ কথা পিছত যি ঘটনা বা ফল হব। পাচ ধৰ, পাচ ল পাছে পাছে যা to follow. অনুসৰণ কৰ to imitate, পাচ্ পৰ্ পাছত থাক to lag behind. পাচফাল পিঠি ফাল, ঘৰ বাৰীৰ সমুখৰ বিপৰীত ফাল। পাচ ভৰি পাছৰ দুই ভৰি। পাচ হোহঁক পাছলৈ যা to retreat.

**পাচক** বি. ৰান্ধনি a cook. স্ত্রী. পাচিকা বিণ. জীৰ্ণকাৰী ( ঔষধ ) digestive. পাচক-পিত্ত আহাৰ জীৰ্ণ নিওৱা পেটত থকা ৰস gastric juice.

**পাচৰ্ত্তীয়া** বিণ. পাছত বা শেহত হোৱা, কৰা বা জন্মা, শেহতীয়া born, produced or cultivated, last of all. ক্রি. বিণ. পাচতীয়াকৈ।

**পাচন** বি. নানা গছৰ শিপা আদি সিজাই কৰা ৰস, কোৱাথ a decoction of various medical plants, এমুৰে জোঙা গৰু খেদা এছাৰি a goad.

**পাচলি** বি. খাবধি, মানুহে সিজাই খোৱা শাক পাত, ফল, মূল আদি vegetable, fruits, roots etc. used as curry, শাকৰ আঞ্জা।

**পাচি** বি. শস্য আদি থবৰ কাৰণে বাঁহৰ কাঠিৰে কৰা সঁজুলি a basket.

**পাচুৰা, পাছুৰা** অক. ধা. পাচলৈ যা, পাচ হোহঁক to recede. সক. ধা. পাচ পেলাই আগ বাঢ়।

**পাচুৰা, পাছুৰা** বি. প্ৰথম ভাৰ্য্যা মৰাৰ পাছত অনা তিৰোতা।

**পাছে, পাছে, পাচেকৈ, পাছেকৈ,** ক্রি. বিণ. পাছত, ভবিষ্যতত।

**পাচে পাচে, পাছে পাছে** ক্রি. বিণ. নিচেই পাছতে, আৰু ওচৰতে লগে লগে closely, following.

**পাচেতি** বি. নব-জাতক শিশুৰ পাচ দিনত সম্পাদন কৰা লৌকিক উৎসৱ বিশেষ।

**পাচেন্তী** বি. ভাদ আৰু আহিনৰ দোমাহীত হোৱা এটা উৎসৱ।

**পাচমুৰা** বিণ. পাছৰ ফালে মুখ কৰা।

**পাছৰা** বি. 'পহৰা' চোৱা।

**পাজি** বিণ. নীচ, নৰাধম vile, stupid.

**পাঞ্চ** ( পু. অ. ) বি. পাঁচ five.

**পাঞ্চ্** ( পু. অ. ) সক. ধা. পাঁচ, পঠিয়া send.

**পাঞ্চজন্য** বি. বিষ্ণুৰ হাতৰ শঙ্খ, অসুৰ এটাৰ নাম।

**পাঞ্চনি** ( পু. অ. ) বি. আদেশ order.

**পাঞ্চনী** বি. এছাবি, গৰু খেদা মাৰি।

**পাঞ্চভৌতিক** পঞ্চভূত বিষয়ক বা ইয়াৰ পৰা জন্ম হোৱা।

**পাঞ্চাল** বি. দ্ৰুপদ ৰজাৰ ৰাজ্য।

**পাঞ্চালী** বি. দ্ৰৌপদী।

**পাঞ্জৰ, পাঞ্জৰি** ( পু. অ. ) বি. গাৰ দাঁতি কাষ, হাড়ছাল, মৰাশ।

**পাঞ্জাবী** বিণ. পঞ্জাব দেশৰ মানুহ বা তাত উৎপন্ন হোৱা বস্তু।

**পাঞ্জাবী কুৰ্ত্তা** বি. 'কলাৰ' নোহোৱা এবিধ চোলা।

**পাঞ্জাবী চোলা** 'পাঞ্জাবী কুৰ্ত্তা' চোৱা।

**পাট** বি. পাট-পলুৰ পৰা হোৱা সূতা the silk or the mulberry fed silk worm. **পাট-পলু** বি. পাট সুতাৰ পলু a silk worm.

**পাট** বি. পাতল আৰু চেপেটা কাঠ, তক্তা a plank. ৰজাৰ সিংহাসন a royal seat or throne, নাদৰ ভিতৰত দিয়া মাটিৰ চাক an earthen ring used in wells. উপ শব্দ, চেপেটা দীঘল বস্তু বুজাবলৈ বিশেষণ বা সংজ্ঞা শব্দৰ পাছত যোগ কৰা যাত যেনে 'বঠা পাট'। **পাট চা, পাট-চাহ** বি. ৰজা, সম্ৰাট a king, an emperor. **পাটনাদ** বি. ভিতৰে মাটিৰ চাক লগোৱা নাদ। **পাটগিৰি** বি. জমিদাৰৰ কৰ্ম্মচাৰী, দৰং জিলাৰ মৌজাদাৰ, an officer under a Jaminder. **পাটমাদৈ** বি. ৰজাৰ ঘাই ৰাণী the principal queen of a king. সখীয়তী চৰাই a kind of bird.

**পাটন-** ক্রি. পাটন পাৰ উপমা দে, উদাহৰণ বা দৃষ্টান্ত দে to draw a comparison, to illustrate.

**পাটলিপুত্ৰ** বি. পাটনাৰ প্ৰাচীন নাম।

**পাটী** বি. পাটীদৈ গছৰ ছালৰ মিহি কাঠিৰে বোৱা ঢাৰি a fine mat made from the mat rush. **ঢাৰি-পাটি** বি. শয্যা a bed.

**পাটী-মুতুৰা** বিণ. শুই থাকোতে বিচনাত মুতা, passing urine while asleep.

**পাটীগণিত** বি. অঙ্ক বিস্তাৰ শাস্ত্ৰ arithmetic.

**পাটী চৰা** বি. বাঁহৰ ঢাৰিৰ ওপৰত

পাটী 'পাৰি বাও বন্ধা ঢৰা বা আসন।

**পাটীদৈ** পাটীৰ কাৰণে কাঠি কৰা এবিধ বন।

**পাটেশ্বৰী** বি. পাট মাদৈ, প্ৰধান মহিষী।

**পাটোৱাৰী** বি. শিল্পী, মাটি পিয়ল কৰোঁতা, মণ্ডল an artist, mandal.

**পাঠ** বি. পঠন, পঢ়া reading, অধ্যয়ন study, কিতাপৰ আধ্যা বা অংশ lesson, text, কাক কিৰূপে সম্বোধন কৰিব লাগে তাৰ নিয়ম manner of addressing a particular person, বিভিন্ন পুথিত একে কথাৰে বিভিন্নৰূপ a different reading. **পাঠক** বিণ. পঢ়োঁতা। স্ত্ৰী. **পাঠিকা**।

**পাঠশালা** পঢ়াশালি a school, প্ৰাথমিক বিদ্যালয় a primary school. **পাঠান্তৰ** অন্য প্ৰকাৰে লিখা পাঠ বা শব্দ a different reading. **পাঠান** বি. মুছলমানৰ এটা জাতিৰ নাম। **পাঠ্য** বিণ. পঢ়িব লগা fit to be read. পঢ়িবলৈ নিৰ্দ্ধাৰিত কৰি দিয়া (কিতাপ) prescribed as a text book. **পাঠ্য-ক্ৰম** পঠন পাঠনৰ নিৰ্দ্দিষ্ট ধাৰা, syllabus. **পাঠ্য-সূচী** বি পঢ়িব লাগিব curriculum.

**পাণ** বি. তামোলৰ লগত চোবাই খোৱা এবিধ লতাৰ পাত the betel leaf.

**পাণ-বটা** বি. কটা তামোল দিয়া সৰু বটা।

**পাণ-মচলা** বি. তামোলৰ লগত খোৱা মচলা।

**পাণি** বি. হাত the hand. **পাণি-গ্ৰহণ** বি. বিয়া marriage.

**পাণিনি** বি. সংস্কৃত ভাষাৰ প্ৰসিদ্ধ ব্যাকৰণ ৰচোঁতা মুনি। বিণ. **পাণিনীয়**।

**পাণোৱাই** বি. পাণৰ টিকিবা খোৱাত বস্ত মানুহ।

**পাণ্ডৱ** বি. পাণ্ডুৰজাৰ পুত্ৰ বা বংশধৰ a son of Pandu.

**পাণ্ডা** বি. তীৰ্থ বা দেবালয়লৈ যাত্ৰী লৈ যোৱা বামুণ a pilgrim-guide.

**পাণ্ডিত্য** বি. পণ্ডিতালি, পণ্ডিতৰ গুণ learning, scholarship.

**পাণ্ডু** বি. ঈষৎ হালধীয়া বৰণ, হালধীয়া হোৱা এবিধ ৰোগ jaundice, যুধিষ্ঠিৰ আদিৰ বাপেক the father of the Pandavas. বিণ. **পাণ্ডুৰ** পাণ্ডু বৰণৰ।

**পাণ্ডু-লিপি** বি. আহি-কাকত, আঁচনি, মোচাবিদা a rough draft, a sketch, a proof-sheet.

**পাণ্ড্য** বি. দক্ষিণ ভাৰতৰ এখন পুৰণি ৰাজ্য বা সেই দেশত বাস কৰা জাতি।

**পাত** বি. পত্র, গছৰ ডালৰ পৰা ওলোৱা চেপেটা ভাগ leaf, খোৱা পাত্র বা খোৱাৰ ব্যৱস্থা (খাবলৈ পাতত বহিছে), কিতাপৰ পাত leaf of a book.

**পাত** সক. ধা. স্থাপন কৰ to place in proper position, নিযুক্ত কৰ to appoint, আয়োজন কৰ to prepare, to perform, কথা ক to speak. বি. পাতন, পতা। বিণ. পতা।

**পাত-গাভৰু** বি. কন্যা কাল হওঁ হওঁ হোৱা ছোৱালী a girl about to attain puberty. পাত ঘৰ কেঁচা চাহপাত মেলা ঘৰ। পাত বেঙ্ দীঘলীয়া ঠেঙেৰে গছত নাইবা ঘৰৰ চালত থকা এবিধ বেঙ। পাতত দি সক. ধা. পাতেৰে মেৰাই জুইত পুৰি বা সেকি সিদ্ধকৰ।

**পাতক** বি. পাপ sin. পাতকী বি. পাপী a sinner. স্ত্রী. পাতকিনী।

**পাতঞ্জল** বি. পতঞ্জলি মুনিয়ে কৰা যোগশাস্ত্র।

**পাতন** বি. নাশ কৰণ act of destroying.

**পাতন** বক যন্ত্রৰ দ্বাৰা নিষ্কাশন distillation.

**পাতনি** বি. কোনো পুথিৰ সূচনা, ভূমিকা an introduction or preface to a book.

**পাতনি** বি. আবৰণ a covering.

**পাতল** বিণ. ডাঠ নোহোৱা thin, পনীয়া watery, সেৰেঙা widely apart, আগধুৰ, অলপীয়া not heavy, light, কম হোৱা abated, চঞ্চল fickle, বিৰল scarce, উকলা lonely. অক. ধা. কম হ, উপশম হ to abate. ক্রি. বিণ. পাতলকৈ, পাতল পৰ কম হ। সক. ধা. পাতলা পাতল কৰ। বি. পাতলামি, পাতলালি চঞ্চলতা, পাতল স্বভাব lightness of character.

**পাতলি** বি. মেখেলাৰ তলৰ ফালে মোকোটাই দিয়া ভাগ the hem of a female waist cloth, তল, অধীন dependence.

**পাতলীয়া** ডাঠ বা ঘন নোহোৱা, অলপীয়া light.

**পাতা** বি. পালন বা ৰক্ষা কৰোঁতা protector.

**পাতাল** বি. পৃথিবীৰ তলৰ সাত খলপাৰ সাধাৰণ নাম any one of the seven regions under the earth. পাতাল ফুটা বৰ দ, বৰ ধনী unfathomable, very rich.

**পাতি** বিণ. সামান্য, খাই বিধৰ নোহোৱা, সক common, ordinary, of a small size, বি. চেপেটা শাল wedge, a small flat thing. পাতি কাউৰী সাধাৰণ কাউৰী। পাতি পইচা

সাধাৰণ পইচা a pice. **পাতি-বটালী** সৰু বটালী। **পাতি হাঁহ** সাধাৰণ পোহনীয়া হাঁহ।

**পাভেগজা** বি. দুপৰীয়া টেঙা, ভাব পাতব পৰা গছ গজে।

**পাত্ৰ** বি. সাজ, খোৱা বস্তু, খোৱা সঁজুলি a vessel, ৰজাৰ মন্ত্ৰী, দৰা, উপযুক্ত লোক a minister, a bride-groom, a fit man. স্ত্ৰী. **পাত্ৰী**। **পাত্ৰতা** বি. যোগ্যতা।

**পাত্ৰ-মিত্ৰ** বি. ৰাজসভাৰ সভ্য-সকল।

**পাত্ৰাপাত্ৰবিচাৰ** যোগ্যাযোগ্য বিচাৰ।

**পাথৰ** বি. শিল a stone, **পাথৰ-কলাই** বি. শিল আৰু তীখাৰে যুজ খুৱাই জুইৰ ফিৰিঙতি তুলি খাৰত জুই লগাই মৰা এবিধ পুৰণি হিলৈ a flint lock.

**পাথেয়** বি. বাটখৰচ, বাটৰ সম্বল provisions for the use on a journey.

**পাদ** বি. ভৰি a foot, চাৰি ভাগৰ এভাগ a quarter, শ্লোকৰ চৰণ, বহিৰ্গাবেদি ওলোৱা বায়ু fart.

**পাদচাৰণ** পায়চাৰি, ইফাল-সিফাল।

**পাদ-টীকা** গ্ৰন্থাদিৰ পৃষ্ঠাৰ তলফালে লিখা টীকা।

**পাদপ** বি. গছ a tree.

**পাদ-পদ্ম** চৰণ ৰূপ পদ্ম।

**পাদ লেহন** হীনভাবে খোচামোদ কৰা।

**পাদ পূৰক** পদ্যত আখৰ পূৰ কৰিবলৈ যোগ দিয়া আখৰ an expletive. **পাদ শোথ** বি. ভৰি উখহা ৰোগ a swelling of the feet.

**পাদুকা** বি. খৰম, জোতা sandal, shoe.

**পাদুৰি** বি. খৃষ্টান ধৰ্ম্ম প্ৰচাৰ কৰোঁতা a Christian missionary.

**পাদোদক** বি. ভৰি ধোৱা পানী water in which the foot of a guru has been washed.

**পাদ্য** বি. ভৰি ধুবৰ নিমিত্তে দিয়া পানী water for washing the feet.

**পান** বি. পি খোৱা কাৰ্য্য act of drinking. সক. ধা. **পান কৰ** পি খা drink.

**পান** বি. শৰীৰত থকা এবিধ বায়ু, ধাতুৰ বস্তু জোৰাবৰ কাৰণে সুৰগাৰে মিহলাই জোল কৰা ধাতু solder.

**পানচৈ** বি. টিংজুটা জোঙা আৰু ওপৰলৈ উঠা এবিধ বিদেশী নাও।

**পান-খোৱা** বি. কাঁহীৰ নিচিনা এবিধ কাঁহৰ পাত্ৰ a kind of plate.

**পানৰত, পানাসক্ত** বিণ. drunkard.

**পান্না** বি. এবিধ বহুমূলীয়া সেউজীয়া বাখৰ an emerald.

**পানী** বি. জল water, জুলীয়া বা গলোৱা ধাতু melted metal. **পানী-কৰ** ক্রি. ভাং, নষ্ট কৰ to crush, to ruin, **পানী কাউৰী** এবিধ পানীত চৰা কাউৰী। **পানী কাট** পানী জাবা। **পানীকুঞা, পানীকুঁয়া** পানীত মৰি গেলা (মাছ) turned putrid in water. **পানী-কুঞ্জি** বৰ নাৱৰ গুৰিৰ ফালৰ কুঞ্জি বা কোঠা। **পানী-কেঁচুৰা** বি. নিচেই কেঁচুৱা ল'ৰা-ছোৱালী an infant. **পানী-গছা** ডাঙৰ নৈ বা সাগৰৰ পৰা এজোপা গছৰ নিচিনা হৈ আকাশলৈ উঠা পানী a water spout. **পানী-গামোচা** বি. গা ধোওঁতে ব্যৱহাৰ কৰা গামোচা a towel. **পানী-চকুৱা** ভৰিৰ ছালত হোৱা এবিধ সৰু খহু। **পানী-চৰা** কোনো বহুমূলীয়া ধাতু লগাই পানী কৰি তাৰে সামান্য ধাতু ঢাকি দেখিৱলৈ শুৱনি কৰা to guilt. **পানী চাং** পানীৰ কলহ আদি থোৱা সৰু চাং। **পানী-চাঙেৰী** এবিধ লতা শাক। **পানী চামৰি** অলপ জ্বৰহৈ ল'ৰাৰ গাত হোৱা এবিধ বসন্ত ৰোগ chicken pox. **পানী-ছো** শৌচ কৰ। **সৰু পানী ছো** মূত। **পানী জোলা** ঘইনি খোৱাত বা তপত বস্তু লগাত ছালৰ ওপৰত হোৱা পানীৰে পূৰ ঢো a blister.

**পানী তলৰ কাঁইট** বি. অজ্ঞাত বা নেদেখা নভবা বিপদ বা শত্রু an unforeseen misfortune, an unexpected enemy.

**পানী তোল** দৰা কন্যাক গা ধোৱা-বলৈ পানী আন।

**পানী পৰঠুৱা** বিণ. থকা ঠাই পানীত তলগৈ কষ্টত পৰা suffering flood. **পানী পাচ** ঘৰৰ চালৰ চাপৰ আক তলৰ অর্থাৎ পানী পতাৰ ওপৰৰ ভাগ the lower part of a roof just above the eaves. **পানী পিয়া** এবিধ চৰাই। **পানী-পেতা** নিচেই কেঁচুৱা newly born. **পানী পোতা** চালৰ পৰা পানী পৰা ঠাই the ground just below the eaves. **পানী মডুলী** পানীত থকা এবিধ ডাঙৰ বিষাল সর্প। **পানী মুৰলি** পানীৰ নিচেই দাঁতি, পানীয়ে বায়ে লগলগা ঠাই the edge of water. **পানীৰ মিঠৈ** মিছা বা অমূলক কথা, বস্তু, মনে সজা কথা a false or fabricated thing, a bubble. **পানীলাগ** শৰীৰত পানী সোমাই ৰস অধিক হোৱা ৰোগ, কফৰ পীড়া to catch cold. **পানী শৰাহ** মৃতকৰ উদ্দেশে বহুবি দিয়া জল-পিণ্ড। **পানীহাঁহ** এবিধ বনৰীয়া পানীত চৰা চৰাই।

**পানীত হাঁহ নচৰা** ডাঙৰ বিপদ বা বিলাই a great distress.

**পানীয়, পেয়** বিণ. পানৰ যোগ্য fit to drink.

**পানৈ** বি. পাদুকা Sandal.

**পাঁতি** বি. শ্ৰেণী a class, a row.

**পান্থ, পান্থ পাদপ** বি. কল গছৰ নিচিনা এবিধ গছ, কাটিলে তাৰ পৰা পানী ওলায়, মৰুভূমিৰ বাটকৰা বিলাকে পানীৰ অভাৱত খায়। **পান্থশালা** বাটকৰা থকা ঘৰ।

**পান্থ-নিবাস** পথিক থকা ঘৰ, ধৰ্ম্মশালা।

**পাপ** বি. দুষ্কৃতি, ধৰ্ম্ম বিৰুদ্ধ কাৰ্য্য, যি কাৰ্য্যই আমাক অপবিত্ৰ কৰে sin, vice, পাপীলোক a sinner. **পাপগ্ৰস্ত** বিণ. পাপত বুৰা involved in sin. **পাপগ্ৰহ** বি. অশুভ গ্ৰহ, কুগ্ৰহ mischievous planet, **পাপঘ্ন** পাপ নাশক, **পাপজনক** পাপ জন্মোৱা। **পাপবুদ্ধি**।

**পাপবুধ** ( পু. অ. ) দুষ্টবুদ্ধি। **পাপমতি** দুষ্টমতি, কুমতি evil intention. **পাপযোনি** পাপী জীৱৰ গৰ্ভ, পাপা জীৱ।

**পাপৰ** বি. মাহ মচলা আদি একেলগে খুন্দি তাৰে পৰা তৈয়াৰ কৰা পাতল পিঠা a thin cake of ground pulses or spices.

**পাপৰ** বি: নিঃস্ব pauper.

**পাপৰি** বি. ফুলৰ পাহীৰ ভিতৰত থকা সৰু পাহী a small inner petal.

**পাপাত্মা** বি. পাপী, অধাৰ্ম্মিক a sinner.

**পাপিয়া** বি. কুলি চৰাইৰ নিচিনা এবিধ চৰাই hawk-cuckoo.

**পাপিষ্ঠ** বি. পাপী বা অধৰ্ম্মী মানুহ a sinful man. স্ত্ৰী. **পাপিষ্ঠা, পাপিষ্ঠিনী**।

**পাপী** বি. পাপ কৰ্ম্মত ৰত মানুহ, অধৰ্ম্মী মানুহ a sinner, পাপ কৰ্ম্মত ৰত। স্ত্ৰী. **পাপী, পাপিনী, পাপীয়সী** পাপিষ্ঠা।

**পাব** বি. দুটা গাঁঠি জোৰাৰ মাজ ভাগ a part between two joints. ক্ৰি. **পাবকাটি, পবিয়া**। বিণ. **পাবকটা**।

**পাবতগজা** অস্বাভাবিক, অসম্ভৱ. ভিত্তিহীন unnatural, groundless.

**পাভ** বি. এবিধ বাকলি নথকা বৰালীৰ আকৃতিৰ সৰু মাছ a kind of fish.

**পাভটি** বি. বস্তু থোৱা সৰু চাপৰ চাং low bamboo platform used as a shelf.

**পাম** বি. সাধাৰণতে অস্থায়ী খেতি কৰিবৰ কাৰণে ঘৰৰ পৰা আঁতৰত লোৱা মাটি land taken up at a distance from home usually for temporary cultiva-

tion. বি. পামুৰা। ক্রি. পাম খা।

পামৰ বি. নৰাধম, অতি নীচ মানুহ' very base fellow. স্ত্রী. পামৰী।

পাম্প পানীতোলা কল pump.

পায়চাৰি সীমাবদ্ধ স্থানত ভ্ৰমণ কৰা।

পায়জামা বি. ভৰিলৈকে পৰা ঢিলা ঠেঙা loose drawers or trousers.

পায়স বি. গাখীৰত সিজোৱা চাউল rice boiled in milk.

পায়া বি. উচ্চ পদ high position.

পায়ু বি. গুহ্য, বহির্দ্বাৰ।

পাৰ বি. দাঁতি, কাষ the bank, side, অন্ত, সীমা limit, end, ওখকৈ বন্ধা দীঘল চিন, সীমা আদি embankment, উদ্ধাৰৰ উপায় means of relief. পাৰ ঘাট বি ঘাটেদি নৈ পাৰ হোৱা যায় a ferry. পাৰ নাও নৈ পাৰ কৰা নাও a ferry boat. সক. ধা. পাৰ কৰ এপাৰৰ পৰা আন পাৰলৈ নে to ferry, উদ্ধাৰ কৰ, মুক্ত কৰ to save, to deliver. অক. ধা. পাৰ পা অন্ত পা, শেষ দেখ to see or understand the end. পাৰ হ এপাৰৰ পৰা আন পাৰলৈ যা।

পাৰ সক. ধা. মেলি স্থাপন কৰ 'চাৰিখন পাৰ' to spread down, ছিঙি তললৈ পেলা বা আন to bring down, pluck, মুখেৰে শব্দ কৰ' to utter. বি. পাৰণ। বিণ. পৰা। কর্ত্তা—পাৰোঁতা। স্ত্রী. পাৰঁতী।

পাৰ অক. ধা. সমর্থ হ, শক্তিৰে জোৰ to be able. বিণ. পাৰক, পাৰগ নিপুণ, দক্ষ, সমর্থ capable, skilful. বি. পাৰকতা, পাৰগতা।

পাৰ বি. কপৌ জাতিৰ পোহনীয়া চৰাই a domestic pigeon. বিণ. পাৰ চকুৰা পাৰৰ চকুৰ নিচিনা, ঘূৰণীয়া, শোভাৰ নিমিত্তে কোনো বস্তুত বহাই দিয়া পাৰৰ চকুৰ নিচিনা সৰু ঘূৰণীয়া অলঙ্কাৰ a small ornamental circle engraved upon anything.

পাৰকীয়া বিণ. সুস্থ, নীৰোগ healthy. বি. সুস্থ মানুহ।

পাৰণ বি. ব্ৰত বা উপবাসৰ অন্তত আহাৰ কৰা eating after a fast. পাৰণি বি. নৈ পাৰ কৰাৰ বেচ ferry charge.

পাৰত্ৰিক বিণ. পৰকাল সম্পৰ্কীয়, মৃত্যুৰ পাছৰ relating to the next world.

পাৰদ বি. পাৰা, বগা জুলীয়া ধাতু mercury.

পাৰদর্শী বিণ. ভালকৈ জনা, পৰিণামদর্শী, অভিজ্ঞ, বিচক্ষণ well-versed, experienced, skilled. বি. পাৰদর্শিতা।

পাৰমার্থিক বিণ. পৰমার্থ সম্বন্ধীয়

relating to spiritual knowledge. **পাৰমাণৱিক** পৰমাণু বিষয়ক।

**পাৰম্পৰ্য্য** বি. অনুক্ৰম, ক্ৰমান্বয়, পূৰ্ব্বৰ পৰা চলিত ৰীতি continuous order.

**পাৰলি** বি. এবিধ বৰ ওখ ডাঙৰ বনৰীয়া গছ a kind of forest tree.

**পাৰলৌকিক** বিণ. পাৰত্ৰিক relating to the next world.

**পাৰা** বি. তৰল ধাতু বিশেষ mercury.

**পাৰাপাৰ** বি. ইপাৰ সিপাৰ, সীমা, অন্ত limit, end.

**পাৰাপাৰি** বি. অৰিয়া অৰি rivalry.

**পাৰাৰত** বি. পাৰ চৰাই।

**পাৰাবাৰ** বি. সমুদ্ৰ, সাগৰ the ocean.

**পাৰি** বি. কাপোৰৰ দাঁতি border or edge of cloth, পানী পাচৰ মাৰলি the post plate of a house. **পাৰি খুটা** পানী পাচৰ খুটা। বিণ. **পাৰি** দিয়া দাঁতিত ফুল বচা।

**পাৰিজাত** বি. স্বৰ্গৰ পুষ্প বিশেষ, ইন্দ্ৰৰ উদ্যানৰ এজোপা ফুলৰ গছ।

**পাৰিতপক্ষে** ক্ৰি. বিণ. যথাসাধ্যে, পৰা যায় মানে if possible, as far as practicable.

**পাৰিতোষিক** বি. কাম কৰোঁতাৰ সন্তোষৰ নিমিত্তে দিয়া ধন, বানচ, পুৰস্কাৰ prize, reward, remuneration.

**পাৰি পৰিশ্ৰমে** ক্ৰি. বিণ. শক্তি অনুসাৰে, সাধ্যমতে as far as possible.

**পাৰিপাট্য** বি. শৃঙ্খলা order.

**পাৰিপাৰ্শ্বিক** বিণ. ওচৰৰ চাৰিওফালৰ surrounding.

**পাৰিভাষিক** বিণ. বিশেষ বিদ্যা বা ব্যৱসায়ৰ ভাষাত ব্যৱহৃত technical. **পাৰিশ্ৰমিক** পৰিশ্ৰমৰ মূল্য, মজুৰি।

**পাৰিষদ** বি. সভাসদ, সদস্য one of an assembly, ৰজা বা দেৱতাৰ অনুচৰ an attendant of a god or king.

**পাৰুল** বি. সুগন্ধযুক্ত ফুল বিশেষ।

**পাৰেমানে** ক্ৰি. বিণ. যিমান পাৰি, প্ৰচুৰ excessively.

**পাৰোৱা** বি. পাৰ চৰাই।

**পাৰোৱাই** বি. নৈ পাৰ কৰা মানুহ, ঘাটৈ a ferryman. **পাৰোৱাল** নাওৰে পাৰ হোৱা মানুহ one crossing a river by a boat.

**পাৰ্গত** বিণ. নিপুণ, জনা, পটু able, skilled. বি. **পাৰ্গতালি**।

**পাৰ্চী** বি. পাৰস্যৰ ভাষা।

**পাৰ্চেল** বি. ডাকযোগে পঠোৱা বস্তু।

**পাৰ্থ** বি. কুন্তিৰ পুত্ৰেক অৰ্জ্জুন Arjuna.

**পাৰ্থক্য** বি. বিভিন্নতা, প্ৰভেদ difference, distinction.

**পাৰ্থিৱ** বিণ. পৃথিবী সম্বন্ধীয়, জাগতিক,সংসাৰৰ, ঐহিক earthly.

**পাৰ্ব্বণ** বি. অমাবস্যা আদি পৰ্ব্ব দিনত কৰা শ্ৰাদ্ধ।

**পাৰ্ব্বত, পাৰ্ব্বতীয়** পৰ্ব্বত সম্বন্ধীয়।

**পাৰ্ব্বতী** বি. হিমালয়ৰ কন্যা, দুৰ্গা name of Durga.

**পাৰ্য্যমানে** ক্ৰি. বিণ. পাৰিতপক্ষে।

**পাৰ্লিয়ামেণ্ট** গণতন্ত্ৰীয় শাসন-ব্যৱস্থাৰ প্ৰতিনিধি সভা।

**পাৰ্শ্ব** বি. গাৰ দাঁতি, কাষ the side of the body. ওচৰ, সমীপ vicinity. **পাৰ্শ্ব পৰিৱৰ্ত্তন** দিশ পৰিবৰ্তন। **পাৰ্শ্ব চৰিত্ৰ** সাধাৰণ চৰিত্ৰ। **পাৰ্শ্বনাথ** জৈন তীৰ্থঙ্কৰ। বিণ. **পাৰ্শ্বস্থ** দাঁতিত বা ওচৰত থকা exisiting near or close.

**পাল** বি. বৰ ডাঙৰ বহল কাপোৰ a large sheet of cloth, বতাহ লাগি নাও চলিবৰ কাৰণে মাস্তুলত তৰি দিয়া কাপোৰ a sail.

**পাল্** সক. ধা. আহাৰ আদি দি ৰক্ষা কৰ, আচৰণ কৰ to nourish, to obey.

**পাল** বি. কেইবা জন লোকৰ প্ৰতি জনে কাম কৰিবলৈ নিৰূপিত সময় a turn in rotation. **পাত পাল** কাম কৰিবৰ সময়ৰ ভাগ কৰ। **পাল মাৰ, পাল গুচা** নিজৰ পালৰ কাম শেষ কৰ, নিজৰ দায়িত্ব একৰাৰলৈ কোনোমতে অনিচ্ছাৰে শেষ কৰ।

**পাল নাম** বি. দুই তিনি জোৰা নামুৰেই পাল পাতি নাম ধৰা।

**পাল** বি. জাক, জন্তুৰ জাক a flock. **পালখা, পাল ল** জাক কুৰ to copulate. **পাল পা** গাভিনী হ to be pregnant. **পালবংশী** বি. পূৰণি অসমত ৰাজত্ব কৰা এটা বংশ।

**পালং, পালেং** বি. এবিধ শাক a kind of pot-herb.

**পালং, পালেং** বি. এবিধ ধুনীয়া শোৱা খাট a bed-stead.

**পালক** বি. পালন কৰোঁতা, ৰক্ষা কৰোঁতা a protector, a supporter.

**পালকী** বি. এবিধ দোলা a palanquin.

**পালজ্বৰ** বি. পাল পাতি উঠা জ্বৰ an intermittent fever.

**পালট** অক. ধা. ওলট, উভতি আহ to turn back.

**পালটা** সক. ধা. ঘূৰা, ওভতা to cause to turn back.

**পালনীয়** বিণ. পালনৰ যোগ্য fit or proper to be protected or obeyed.

**পালপ্** অক. ধা. জামৰি ওধ হৈ থাক।

**পাল-পাঁচনি** বি. আলপৈচান পৰিচৰ্য্যা।

**পালম্প** ( পু. অ. ) অক. ধা. আমৰ, শুকা।

**পালা** বি. ভাবনা কৰা মানুহৰ দল a party of dramatical performers.

**পালি কঠীয়া** বি. কবৰ কাৰণে তিন দিন আগেয়ে তুলি থোৱা ধানৰ পুলি।

**পালিচ** বি. ঘঁহি বা চাঁচি পৰিষ্কাৰ কৰা কাৰ্য্য, মসৃণতা, উজ্জ্বলতা polish.

**পালিত** বিণ. পোহা, পালন কৰা, প্ৰতিপালন কৰা protected. nourished and maintained.

**পালি-ভাষা** বি. বৌদ্ধধৰ্ম্মমতবোৰ যি ভাষাত লিখা আছে, সেই ভাষা the Pali-language.

**পালী** বিণ. পাল পাতি পহৰা দিয়া মানুহ, পৰীয়া a watchman, a guard, এবাৰ খাবলৈ জোৱা দৰব a dose, দোহাৰত গোৱা মানুহ, ওজা বা কোনো ওপৰঞ্চি বিষয়াৰ তলত কাম কৰা মানুহ one of a chorus, a person holding a junior position. **পালী-পহৰী, পালী-পহৰীয়া** পাল পাতি পহৰা দিয়া মানুহ।

**পালে পালে** ক্রি. বি. পাল অনুসৰি, জাকে জাকে in turn, in flock.

**পাল্লা** বি. এডাল মাৰিৰ দুমূৰে দুখন তুলাচনী ওলমাই লগোৱা এবিধ বস্তু জোখা যতন weighing scales or balance, পাঁচ সেৰ পৰিমাণ five seers.

**পালোৱান** বি. মল্ল, হাতেৰে যুঁজ কৰা মানুহ wrestler.

**পাৱ** বি. ভৰি legs, feet. **পাৱ-পোচ** ভৰিৰ ধূলি মচিবলৈ দুৱাৰ মুখত থোৱা সৰু দলিচা a door mat.

**পাৱক** বি. জুই fire.

**পাৱত** (পু. অ.) ক্রি. পায়। **পাৱতৰি** পাইছোঁ। **পাৱল** পালে। **পাৱৰ** পাব।

**পাৱন** পবিত্র কৰোঁতা।

**পাশ** বি. লেজু, জৰী a rope.

**পাশ** বি. ওচৰ, সমীপ, কাল, দিশ vicinity, side, direction.

**পাশতি** বি. পাশা খেলা মাৰি dice for playing.

**পাশৱিক** বিণ. পশু সম্বন্ধীয়, পশুৰ নিচিনা, অমানুষিক brutal, inhuman.

**পাশা** বি. এবিধ চৌচলীয়া খেল a game of dice.

**পাশুপত** বি. মহাদেৱৰ এপাত প্ৰধান অস্ত্ৰৰ নাম, এই অস্ত্ৰ পাছত মহাদেৱে অৰ্জ্জুনক দিছিল।

**পাশ্চাত্য** বিণ. পশ্চিম দেশীয়, ইউৰোপীয় western, European.

**পাৰটি** বি. পাশা খেলৰ মাৰি dice for playing.

**পাষণ্ড** বি. অধৰমী, নাস্তিক,

দুৰাচাৰী heretic, a man of sinful conduct. পাষণ্ড মৰ্দ্দন অধৰমী নাশ কৰোঁতা, বিষ্ণু।

**পাষাণ** বি. শিল stone. বিণ. পাষাণ তুল্য, অতি কঠিন like stone, very hard.

**পাসৰ** (পু. অ.) সক. ধা. পাহৰা to forget.

**পাহ** বি. 'পায়স' চোৱা।

**পাহ** বি. আলিৰ বনে ঢাকি থোৱা দাঁতি, মূৰৰ মাজ ভাগত থকা দীঘল চুলিৰ চাৰিওকালে চুটিকৈ কটা চুলি the side of an embankment covered with grass, fringe of short hair round the head.

**পাহ** বি. ফুলৰ পাত the petal of a flower, (ফুল বুজোৱা শব্দৰ পাছত ব্যবহৃত উপশব্দ 'ফুলপাহ'), জালৰ বিন্ধা the mesh of a net. পাহ-মেল ভালকৈ ফুল to be full blown.

**পাহৰ** সক. ধা. স্মৰণ নকৰ forget. বি. পাহৰণ, পাহৰণি। বিণ. পাহৰা।

**পাহাৰ, পাহাড়** বি. সৰু পৰ্ব্বত a hill. পাহাড়ী পাৰ্ব্বত্য জাতি।

**পাহি** বি. ফুলৰ সৰু সৰু পাত the smaller petal of a flower, জালৰ দুই ফুটাৰ মাজৰ গাঁঠি a knot between two openings of a net. পাহি জৰ লগুণৰ এসূত ছিগ।

**পাহৰাল** বিণ. বলী, শকত strong, stout.

**পাক্ষিক** বি. পোন্ধৰ দিনত হোৱা, পৰেকীয়া fortnightly.

**পি** সক. ধা. পান কৰ to drink, অক. ধা. মাকৰ পিয়াহ খা (জন্তু খাটে) to suck as an animal. বি. পিয়ন: পিয়ন ছাৱ মাকৰ গাখীৰ খাবলৈ এৰ। পিয়নী খীৰঁতী।

**পিউ** বি. প্ৰিয়তম, পৈ lover, husband.

**পিং** বি. অপৰাধীৰ প্ৰাণদণ্ড কৰিবলৈ থিয়কৈ পোতা জোঙা কাঠ বা বাঁহ, শূল a pointed piece of bamboo or wood for injuring enemy.

**পিঁজৰা** বি. চৰাই থোৱা সজা a cage for birds.

**পিঁয়াজ** বি. পলক an onion.

**পিঁজলা** অক. ধা. মুখত হাঁহিৰ চিন ওলা, দেখিবলৈ উজ্জ্বল হ to look shining or smiling, as a newborn babe. সক. ধা. শুকান শণ বা মৰাপাটৰ ছাল গুচা to skin.

**পিঁজাল** সক. ধা. জোঙা কৰ cut to a sharp point.

**পিক** বি. কুলি চৰাই the Indian cuckoo.

**পিক** বি. তামোল চোবাই পেলোৱা ৰস the juice of betel-nut chewed and spat out, মুখৰ পৰা বেছিকৈ ওলোৱা থু spittle. অক. ধা. পিকা পিক পেলা to spit out. **পিকদান, পিকৰান** পিক পেলোৱা পাত্ৰ a spittoon.

**পিঙ্গট, পিঙ্গঠীয়া** বিণ. পিঙ্গল বৰণীয়া reddish brown.

**পিঙ্গল** বি. অলপ ৰঙাৰে মিহলি মুগা বৰণ reddish brown colour. বিণ. **পিঙ্গলীয়া**।

**পিঙ্গলা** বি. শৰীৰত থকা এডাল প্ৰধান নাড়ী। **পিঙ্গাক্ষ** যাৰ চকু পিঙ্গল বৰণীয়া, শিৱ।

**পিচ্, পিছ** বি. পাছ ফাল the back side. বিণ. পাছ ফালে থকা বা পাছৰ সময়ত ঘটা hind, coming behind. **পিছে** ক্ৰি. বিণ. পাছত afterwards.

**পিচ্কাৰী** বি. চেৰেকা a syringe.

**পিচবোৰ্ড** ডাঠ কাগজ paste board.

**পিছল** বিণ. বীজলীয়া, খহটা নোহোৱা slippery. অক. ধা. খোপনি এৰ to slip. সক. ধা. **পিছল খা, পিছলা** পিছলাই নে

**পিচ্ছ** বি. ময়ূৰৰ পুচ্ছ, চূড়া। **পিচ্ছ মুকুট** বি. ময়ূৰৰ মূৰৰ চূড়া।

**পিঞ্জৰা** বি. চৰাই থোৱা পিঞ্জৰ।

**পিজলা, পিজলি** বি. ওকণীৰ পোৱালি very young louse.

**পিট** সক. ধা. প্ৰহাৰ কৰ, মৰিয়া to beat, হাতুৰীৰে খুন্দি পাতল আৰু চোকা কৰ to hammer, খুন্দি আট খুৱা to ram. সক. ধা. **পিটা** অস্ত্ৰ তাও দি পিটাই চোকা কৰ। **পিট খা** খুন্দাত আট মাৰি টান হ।

**পিট** বি. পানীৰ ওপৰত ৰৰ ডাঠ হৈ গজা দল, বন ইত্যাদি a thick grass covering on the surface of stagnant water. **পিটনি** বহুত পৰিমাণে পিট থকা ঠাই।

**পিটিক** সক. ধা. হাতেৰে টিপ, টেপা মাৰ to press with the hands, আঙুলিৰে টিপি আৰু মোহাৰি ভাং বা গুৰি কৰ to reduce to a pulp by the fingers. বিণ. **পিটিকা**।

**পিটিকা** অক. ধা. আনৰ হতুৱাই টিপা।

**পিটিয়া** সক. ধা. হাতেৰে চেপি মুকলি আৰু চেপেটা কৰ to flatten.

**পিঠা** বি. পিঠাগুৰি আদিৰে কৰা নানাৰকমৰ খাদ্য a cake bread, গুড়ি বস্তু a powder. **পিঠাখোৱা** শিয়াল গলা mumps. **পিঠাগুৰি** চাউলৰ গুৰি powdered rice. বিণ. **পিঠাগুৰীয়া, পিঠা-পনা**

পিঠা আৰু তাৰ নিচিনা আন মিঠা বস্তু। **পিঠানী** এবিধ বনবীয়া ঔষধত লগা সৰু গছ a medicinal plant.

**পিঠি** বি. জীৱ জন্তুৰ পেটৰ বিপৰীত ফাল, সমুখৰ বিপৰীত ফাল the back, চেপেটা বস্তুৰ এফাল one side of a flat thing, পুথিৰ পাতৰ এফাল a page. অক. ধা. **পিঠি দি** পিছ দে, মুখ ঘূৰা to turn the back to, আওহেলা কৰ, মনোযোগ নকৰ to neglect, not to pay heed to.

**পিঠিয়া** বি. পিঠি ঢকা জাপি।

**পিঠিয়া** বি. গাড়ীৰ চকৰিৰ পিঠি বা দাণ্ডা বিলাকৰ মূৰত ঘোৰ খুৰাই লগোৱা কাঠৰ মেৰ বা তাৰ এক অংশ।

**পিঠিয়া-পিঠি** বি. এজনে আন জনলৈ পিঠি দিয়া কাৰ্য্য act of turning the back to each other, বিৰোধ, বিপৰীত মত mutual antagonism. ক্রি. বিণ. **পিঠিয়া-পিঠিকৈ**।

**পিঠীয়া** বি. এবিধ বৰ ডাঙৰ মাছ a kind of big fish.

**পিণ্ড** বি. মৃতকৰ উদ্দেশ্যে দিয়া খাদ্য eatable things offered to the manes of a deceased ancestor, ঘূৰণীয়া গোটা বস্তু, অনেক গোটা বস্তুৰ সমষ্টি a lump, a round mass of material things. **পিণ্ড জল** শব্দাৰ্থ। **পিণ্ড-দান** মৃতকৰ অৰ্থে পিণ্ড দিয়া কাৰ্য্য। **পিণ্ড-লোপ** পিণ্ডৰ অধিকাৰী নাইকিয়া হোৱা, বংশ লোপ পোৱা।

**পিত** বি. জন্তুৰ বুকুত থকা এবিধ তিতা ৰস the bile, এই ৰস থকা মোনা the gall bladder, সাহ courage. **পিত্ মৰ্** অক. ধা. খাবলৈ নেপাই ভোক নাইকিয়া হ to lose appetite owing to long fasting, অন্তৰৰ শক্তি কম হ to lose vitality. **পিত্-পিতাই ফুৰ্** উত্ৰাৱল বা উতনুৱা হৈ ফুৰ to move about impatiently, পাত পাত কৰি চুকে কাণে চাই ফুৰ to search in every creek and corner.

**পিতল** বি. হালধীয়া বৰণৰ এবিধ ধাতু brass. বিণ. **পিতলী** পিতলৰ, পিতলেৰে গঢ়া made of brass. **পিতলুৱা** পিতলৰ সদৃশ, পিতল মিহলি থকা like brass, mixed with brass.

**পিতা** বি. বোপাই, জন্ম দিওঁতা father. **পিতাদেও** সন্মান কৰি পিতাকক মতা মাত। **পিতামহ** পিতাৰ পিতা, ককাদেউতা, আতা paternal grand-father, ব্ৰহ্মা name of Brahma.

**পিতাল** বিণ. সাহিয়াল courageous.

**পিতৃ** বি. পিতা a father, উপবি পুৰুষ an ancestor, পূৰ্ব্বপুৰুষৰ আত্মা the manes. **পিতৃকুল** পিতাৰ বংশ। **পিতৃত্ব** পিতাৰ অৱস্থা বা গুণ father-hood. **পিতৃধন** পিতাৰ বা পূৰ্ব্বপুৰুষৰ সম্পত্তি paternal or ancestral property. **পিতৃধৰ্ম্ম** পিতা নাইবা পূৰ্ব্বপুৰুষৰ পালন কৰা ধৰ্ম্ম বা আচৰণ। **পিতৃ-পক্ষ** আহিন মাহৰ শুক্ল পক্ষৰ পূৰ্ব্ববৰ্ত্তী কৃষ্ণ পক্ষ। পিতৃৰ সৈতে সম্বন্ধ সম্পৰ্কান্বিত আত্মীয়লোক। **পিতৃপিতামহ**, **পিতৃপুৰুষ** পূৰ্ব্বপুৰুষ। **পিতৃকল্প** পিতাৰ তুল্য, পিতৃস্থানীয়। **পিতৃ-হন্তা** পিতৃবধী।

**পিতৃব্য** বি. পিতাৰ সহোদৰ বা জ্ঞাতি ভ্ৰাতা, জেঠা, খুড়া।

**পিতৃবিষ্ট** যি পাপ যোগত জন্ম হলে জাতক পিতৃহাৰা হয়।

**পিতৃলোক** পুৰাণোক্ত লোক, য'ত পিতৃগণ বাস কৰে।

**পিতৃশ্ৰাদ্ধ** পিতৃৰ মৃত্যুৰ পিছত বৈদিক নিয়মানুসাৰে পিণ্ডদান।

**পিতৃস্থানীয়** পিতৃ সদৃশ।

**পিত্ত** বি. যকৃতৰ পৰা ওলোৱা তিতা ৰস bile, gall. **পিত্তকোষ**, **পিত্তাশয়** পিত্ত থকা মোনা gall bladder. **পিত্তাম্ভক** বিণ. পিত্তৰ বিকাৰ বা পীড়া গুচোৱা anti-bilious.

**পিত্ৰালয়** বি. পিতৃগৃহ father's house.

**পিধান** বি. আবৰণ, আবৰি ৰখা বস্ত্ৰ a wrapper.

**পিন** আল্‌পিন, চেক্‌টিপিন্।

**পিনাক** বি. মহাদেৱৰ ধেনু the bow of Shiva. **পিনাকী** মহাদেৱ।

**পিনে** অব্য. ফালে দিশে in the direction of, ফালে, on the side of.

**পিন্ধ** সক. ধা. গাত ল, পৰিধান কৰ to wear, to put on. বি. **পিন্ধন**, **পিন্ধা**। বিণ. **পিন্ধা**। সক. ধা. **পিন্ধা** পৰিধান কৰা to put clothes upon. **পিন্ধিউৰি** কাচি পাৰি being fully dressed.

**পিপৰা** বি. পৰুৱা, পিপীলিকা an ant.

**পিপলি** বি. আউনী পাণৰ নিচিনা এবিধ বনৰীয়া লতা আৰু তাৰ জলা গুটি the long pepper. বিণ. **পিপলায়া** পিপলিৰ গুটিৰ গাৰ দৰে ওখোৰা মোখোৰা। বি. চোকা অস্ত্ৰৰ মুখ ভাগি হোৱা ওখোৰা মোখোৰা।

**পিপা** বি. জুলীয়া বস্তু ৰখা ঢোলৰ আকৃতিৰ কাঠৰ বা কোনো ধাতুৰ পাত্ৰ a cask, a barrel.

**পিপাসা** বি. পিয়াহ thirst, ৰৰ ইচ্ছা বা লোভ an eager desire. বিণ. **পিপাসাৰ্ত্ত** পিয়াহত কাতৰ

very thirsty. **পিপাসিত, পিপাসী** পিয়াহ লগা thirsty.

**পিপীলিকা** বি. পৰুৱা an ant.

**পিয়দা** ( ফা ) কাছাৰীৰ টেকেলা court peon.

**পিয়ন** পিয়াদা, পত্ৰবাহক।

**পিয়ন** বি. পোৱালিয়ে এবাৰত যিমান বেলি গাখীৰ খায়, এটা পোৱালীয়ে যিমান দিন গাখীৰ খায়, এজনী গৰুৱে যিমান বাৰ খীৰতী হয়। পিয়নছাৰ জন্তুৰ পোৱালিয়ে মাকৰ গাখীৰ খাবলৈ এৰ।

**পিয়নী** খীৰতী। **পিয়নীয়া** মাকৰ গাখীৰ খাই থকা ( জন্তুৰ পোৱালি )।

**পিয়ল** বি. গণনা, হিচাব, সংখ্যা বা জোখ কৰা কাৰ্য্য calculation, survey.

**পিয়লা** ( ফা. পিআলা ) বি. সৰু বাটি a cup.

**পিয়া** সক. ধা. পান কৰা to cause to drink, মাকৰ গাখীৰ খুৱা to suckle as a young animal.

**পিয়া** সক. ধা. এটা বস্তুৰ মুখ আন এটা বস্তুৰ মুখত সুমাই জোৰা লগা।

**পিয়ানো** একপ্ৰকাৰ বিদেশী বাদ্য যন্ত্ৰ।

**পিয়া পি ছি** সক. ধা. এটা এটা হৈ চাৰিওফালে পলা বা গতি কৰা to flee or disperse in different directions.

**পিয়াৰ** প্ৰীতি, ভালপোৱা, আদৰ।

**পিয়াৰু, পিয়াৰি** বি. প্ৰেমিক, প্ৰিয়জন beloved one.

**পিয়াহ** বি. পানী খাবৰ ইচ্ছা thirst, স্তন the breast of a woman, তিৰোতাৰ স্তনত থকা গাখীৰ human milk, **পিয়াহ খোৱা দাঁত** ল'ৰা-ছোৱালীৰ বা পোৱালি জন্তুৰ প্ৰথমতে গজা দাঁত milk teeth. **পিয়াহ লগা** ক্ৰি. পানী খাবৰ ইচ্ছা হ to be thirsty. **পিয়াহ সিৰা** মাইকীৰ পিয়াহ উথহা ৰোগ painful swelling of the breast.

**পিৰঠি** বি. চকুৰ পতা, the eye-lid.

**পিৰ্‌পিৰা** অক. ধা. সুৰসুৰা, পৰুৱা আদি সৰু বস্তু গাত বগাই যোৱা যেন বোধ জন্মা to irritate, to cause sligt thickling sensation, বি. **পিৰপিৰণি**। বিণ. **পিৰপিৰীয়া** বৰ পাতল very thin.

**পিৰা** বি. চাৰি ঠেঙীয়া জন্তুৰ মঙহে সৈতে কাটি বেলেগ কৰা ঠেঙ, the leg with the flesh of a beast cut and separated from the body.

**পিৰালি** বি. ঘৰৰ ভেটিৰ বেৰৰ বাহিৰে থকা অংশ the outer portion of the floor of a house, the plinth of a house. **পিৰালি-কঁইটা** বি পিৰালিৰ বাহিৰ কাণ, পানীপতা।

**পিবিক পাবাক** বি. অলপকৈ যেন খাই আকৌ মুদ যোবা কার্য্য, চকু পচবা কার্য্য the act of twinkling as the eyes, টিমিক টামাক the act of glimmering, as light. **পিবিকা ফুল** এবিধ সুগন্ধি ফুল।

**পিবিকিয়া** সক. ধা. অলপকৈ মেলি আকৌ মুদ to wink, to twinkle.

**পির্কটি** বি. চকুব পিবিঠিব দাঁতি the edge of the eye lid.

**পিল্** ঔষধৰ বড়ি।

**পিলপিলীয়া** বিণ. লাহী আক দীঘল long and slender.

**পিলিক** সক. ধা. ধীবে ধীবে কব, একেটা কামতে লাগি থাক to work very slowly.

**পিলিকিয়া** অক. ধা. অলপকৈ হাঁহ, মিচিকিয়া to smile.

**পিলিঙা** বিণ. গা পাতল আক খেমেলায়া বা মন পাতল light in body and mind.

**পিশঙ্গ** বি. পিঙ্গল, অলপ বঙাবে মিহলি মুগা বৰণীয়া reddish-brown.

**পিশচীয়া** বিণ. পিশাচৰ নিচিনা বেয়া স্বভাৱ বা গঢ়ৰ unseemly, ill-natured.

**পিশাচ** বি. ভূত প্রেত an evil spirit, লেতেৰা অনাচাবী মানুহ a very ugly and unclean man. স্ত্রী. **পিশাচী, পিশাচনী**। বিণ. **পৈশাচিক**।

**পিশুন** বিণ. টুটকীয়া back-biter.

**পিষ্টক** বি. পিঠা cake.

**পিষ্টল** বি. চুটি সক হিলৈ pistol.

**পিহ্** সক. ধা. ঘঁহি গুড়ি বা পিঠা কৰ to grind into powder or paste. বি. **পিহা, পিহন, পিহনা** বস্তু পিহা যতন।

**পীঠ** বি. দক্ষযজ্ঞত শিবৰ ভার্য্যা সতীয়ে প্রাণত্যাগ কৰাত মহাদেৱে তেওঁৰ শব লৈ ফুৰাওঁতে বিষ্ণুৱে চক্রেৰে সেই শব একাবন খণ্ড কৰি কাটে ; এই খণ্ডবোৰ যি যি ঠাইত পৰিল সেই ঠাই বিলাক একোটা পীঠ বুলি গণ্য হল। তীর্থস্থান।

**পীড়্** সক. ধা. বৰকৈ দুর্ব্বল বা পাতল কৰ to enfeeble, অতিশয়ৰূপে কষ্ট বা দুখ দি to give pain or trouble, উপদ্রব কৰ to oppress. বি. **পীড়ন**।

**পীড়া** বি. কষ্ট, ক্লেশ, বেদনা, ৰোগ suffering, pain, disease. বিণ. **পীড়িত** দুখ পোৱা, কগীয়া।

**পীত** বিণ. হালধীয়া yellow, **পীতাম্বৰ** কৃষ্ণ, বিষ্ণু।

**পীতাম্বৰ** বি. এজন অসমীয়া কবিৰ নাম।

**পীত** বিণ. পান কৰা, পিয়া sucked.

**পীন** বিণ. স্থুল, শকত plump, stout.

**পীয়ুস, পীয়ুষ** বি. অমৃত nectar.

**পীৰ** বি. মুচলমান সাধু a Mohammedan saint. **পীৰপাল** বি. মুচলমান সাধু নাইবা মচ্জিদৰ নামে দিয়া মাটি।

**পীৰা** বি. কাঠৰ চাপৰ আসন a low stool.

**পীৰি** বি. নাৱৰ বাৰত পথালিকৈ লগোৱা কাঠ, কৰণৈ নিয়া গছৰ শিপাৰে সৈতে খান্দি নিয়া মাটি beam of a boat, lump of earth taken with the root of the plant for transplanting, বংশ, সন্তান-সন্ততি generation, descendant. **পীৰি উঠ** নির্ব্বংশ হ।

**পীৰিতি** প্রীতি, প্রেম love, affection.

**পুং** বি. মাটিৰ তলৰ পৰা পানী, তেল বা লোণ আদি ওলোৱা বাট বা ভুমুক, উহ, আকৰ a spring, a mine, সম্ভেদ, উহ clue, source. **পুংকেশৰ** বি. পুষ্পৰ যি কেশৰৰ পৰাগত বীজৰ জন্ম হয়। **পুংবঢ়া** সক কথাকে ডাঙৰ কৰ to exaggerate. **পুং মৈথুন** পুৰুষে পুৰুষে কৰা সঙ্গম sodomy.

**পুংলিঙ্গ** বি. পুৰুষ চিহ্ন, পুৰুষবাচক শব্দ।

**পুংশ্চলী** কুলটা, পৰ-পুৰুষগামিনী, গণিকা।

**পুংসবন** বি. পুহন বিয়া, তিৰোতা গর্ভবতী হ'লে পুত্র কামনা কৰি কৰা সংস্কাৰ কার্য্য a ceremony performed during a woman's pregnancy.

**পুঁজি** বি. কাঠ খেৰ আদি বস্তুৰ দম a heap, সাঁচি থোৱা ধন deposit money.

**পুৱা** সক. ধা. তাপ ল to warm one self by fire or sunshine.

**পুকীয়া** বিণ. পোকে খোৱা বা ধৰা worm eaten.

**পুৰঁভী, পুৰঁভীয়া** বিণ. পুৰাৰ ওচৰ হোৱা।

**পুখুৰী, পুখুৰি** বি. পানী থকা চাৰি চুকীয়া বা দীঘলীয়া খাল a tank, a pond.

**পুঙা** বি. বৰশীৰ জৰীত বন্ধা আৰু পানীৰ ওপৰত ওপঙি থকা এডোখৰ কুঁহিলা বা অইন কোনো পাতল বস্তু a float attached to a fishing line, এবিধ মাছ a kind of big fish.

**পুঙ্খানুৰূপে** ক্রি- বিণ. পাত পাত কৰি, তন্ন তন্ন কৰি thoroughly, searchingly.

**পুচ্ছ** বি. নেজ, লেজ tail.

**পুছ** সক. ধা. সোধ, প্রশ্ন কৰ to question.

**পুঞ্জ** বি. সমূহ, ৰাশি a heap.

**পুঞ্জীভূত** যি জমা হৈছে।

**পুট** এটাৰ ওপৰত আন এটা উবুৰিয়াই লগলগোৱা দুটা মাটিৰ পাত্রৰ ভিতৰত কোনো দৰৱ সুমাই

জুয়েৰে দিয়া তাপ। **পুটাঞ্জলি** বি. কৃতাঞ্জলি, কৰযোৰ folded hands.

**পুটিন** বি. তুৰাব আলমাৰি আদিত আইনা লগোৱা এবিধ এঠা putty.

**পুটুংকৰে** ক্রি. বিণ. অকস্মাৎ, আগে নজনোৱাকৈ।

**পুটুক, পুটুক কৰে** ক্রি. বিণ. ঘনে ঘনে frequently.

**পুঠী** বি. বাকলি থকা এবিধ চেপেটা বগা সৰু মাছ। **পুঠী-লাঙী** পুঠী আদি সৰু মাছ ধৰা জাল।

**পুণী** বি. সোঁত নথকা পানীত ওপঙি থকা এবিধ উদ্ভিদ the duck weed.

**পুণ্ডৰীক** বি. পদুম ফুল lotus flower, এবিধ চৰাই, এবিধ সাপ।

**পুণ্ডৰীকাক্ষ** বি. বিষ্ণু a name of Vishnu.

**পুণ্য** বি. সজ কাম, সৎকৰ্ম্ম, ধৰ্ম্ম a virtuous act. বি. পবিত্ৰ, ধৰ্ম্মযুক্ত pious, pure, **পুণ্য কীৰ্ত্তি** বিজন পুণ্য কৰ্ম্মৰ যশস্বী হৈছে। **পুণ্য তোয়া** যি নদীৰ জল পুণ্য দায়ক। **পুণ্যফল** পুণ্য কৰ্ম্মৰ শুভ ফল। **পুণ্যবল** পুণ্য কৰ্ম্মৰ পৰা উৎপন্ন হোৱা শক্তি। **পুণ্যভূমি** তীৰ্থাদি, পবিত্ৰ স্থান। **পুণ্যৱন্ত, পুণ্যবান** ধাৰ্ম্মিক, পবিত্ৰ righteous, virtuous. স্ত্ৰী. **পুণ্যৱতী**। **পুণ্যশীল** পুণ্যবান্। **পুণ্যশ্লোক** পবিত্ৰ স্বভাৱৰ, যাৰ নাম ললে পুণ্য হয়। **পুণ্যস্থান** পবিত্ৰ ঠাই। **পুণ্যাত্মা** ধাৰ্ম্মিক, পুণ্যবান pious.

**পুত** বি. পো, পুত্ৰ a son.

**পুতল** বি. পথালি width, তাঁতৰ কাপোৰ পথালিকৈ বহলাই ৰখা দুই মূৰে চুটা কাঁইট থকা বাঁহৰ শলি bamboo stick keeping the cloth of a loom extended breadth wise. ক্রি. বিণ. **পুতলে**।

**পুতলা** বি. ল'ৰা ছোৱালী উমলিবৰ কাৰণে কৰা মানুহ জন্তু আদিৰ আকৃতি a doll, a puppet.

**পুতলী** বি. চকুৰ মণি the pupil of the eye.

**পুতাই** বি. পুত্ৰ, বাপেক মাকে পুতেকক মৰমেৰে মতা মাত a term used in tenderly addressing or speaking of a son.

**পুত-খোৱা** বি. পুতেকক খাওঁতা eater of one's son, শাও বা গালি a term of curse or abuse. স্ত্ৰী. **পুত খাঁতী**। **পুত মূৰ খোৱা** পুতেকৰ মূৰ খাওঁতা। স্ত্ৰী. **পুতমূৰ-খাঁতী**।

**পুতৌ** বি. লোকৰ দুখ দেখি জন্মা মৰম pity, compassion.

**পুত্তলিকা** পুতলা puppet.

**পুত্ৰ** বি. পো, মতা সন্তান a son. স্ত্ৰী. **পুত্ৰী**। **পুত্ৰবধূ** পুতেকৰ পত্নী। **পুত্ৰপৌত্ৰাদিক্ৰমে** পুৰুষানুক্ৰমে from generation to genera-

tion. পুত্ৰৱতে পুতেকৰ নিচিনাকৈ, অতি চেনেহেৰে। বিণ. পুত্ৰ-বৎসল সন্তানক মৰম কৰা affectionate to one's children.

পুত্ৰৱান, পুত্ৰৱন্ত ল'ৰা ছোৱালী থকা having a son or child. স্ত্ৰী. পুত্ৰৱতী। পুত্ৰানুক্ৰম বাপেকৰ পাছত পুতেক অধিকাৰী হোৱা নিয়ম succession from father to son. ক্ৰি. বিণ. পুত্ৰানুক্ৰমে।

পুত্ৰিকা কন্যা, ছোৱালী।

পুত্ৰেষ্টি বি. পুত্ৰ হবৰ কাৰণে কামনা কৰি কৰা যজ্ঞ।

পুথাও বি. ককা, পিতামহ a grandfather.

পুথি বি. কিতাপ, গ্ৰন্থ a manuscript or printed book.

পুনঃ পুনঃ ক্ৰি. বিণ. ঘনে ঘনে, ঘনেপতি, বাৰম্বাৰ repeatedly.

পুনঃ সংস্কাৰ বি. পতিত. ব্ৰাহ্মণক পুনৰায় লগুণ দি শুচি কৰা কাৰ্য্য act of reinvesting a fallen Brahmin with sacred thread.

পুনৰ, পুনৰপি, পুনৰবাৰ ক্ৰি. বিণ. আকৌ, দুনাই again. পুনৰবিচাৰ এবাৰ সোধা গোচৰৰ নতুনকৈ কৰা বিচাৰ retrial. পুনৰাগমন উলটি অহা কাৰ্য্য act of returning. পুনৰাবৃত্তি, পুনৰাবৰ্ত্তন পুনৰাই হোৱা কাৰ্য্য, পুনৰ্জন্ম repetition, rebirth. পুনৰুক্তি এবাৰ কোৱা বা লিখা কথাকে আকৌ কোৱা বা লিখা কাৰ্য্য reiteration. বিণ. পুনৰুক্ত। পুনৰ্জন্ম মৰি আকৌ জন্ম ধৰা কাৰ্য্য rebirth. পুনৰুত্থান পুনৰ উঠা, মৃত্যুৰ পিছত আকৌ সজীৱ হোৱা।

পুনৰ্ণৱা বি. এবিধ দৰৱত লগা শাক the hog wood.

পুনৰ্বসু বি. সপ্তম নক্ষত্ৰ the seventh lunar mansion.

পুনশ্চ ক্ৰি. বিণ. আকৌ, দুনাই again. বি. চিঠিৰ অন্তত আকৌ লিখা কথা a post-script. পুনু ক্ৰি. বিণ. পুনৰ again.

পুনঃপুনঃ ক্ৰি. বিণ. ঘনে ঘনে, ঘনে পতি, বাৰম্বাৰ repeatedly.

পুন্নাম নৰক পুৎনামেৰে নৰক— পুত্ৰ নহলে এই নৰকলৈ যাব লাগে।

পুৰ বি. নগৰ, পুৰি a city.

পুৰণি বিণ. নতুন নোহোৱা, প্ৰাচীন, বহু কলীয়া old, ancient, of long standing.

পুৰ-নাৰী অন্তঃপুৰত বাস কৰা নাৰী, কুলস্ত্ৰী, নগৰত বাস কৰা ৰমণী।

পুৰন্দৰ বি. স্বৰ্গৰ ৰজা ইন্দ্ৰ Indra.

পুৰবাসী বি. নগৰত থকা মানুহ, নগৰীয়া লোক a dweller in a city, a citizen.

পুৰবী ৰাগিনী বিশেষ।

পুৰ ৰক্ষী নগৰপাল, চকিদাৰ।

পুৰশ্চৰণ বি. তন্ত্ৰমতে দেৱতাৰ আগলৈ গৈ কৰা ইষ্টদেৱতাৰ জপ

meditation upon one's tutelary deity according to the Tantras.

**পুৰস্কাৰ** বি. বঁটা, পাৰিতোষিক a reward. বিণ. **পুৰস্কৃত** যাক পুৰস্কাৰ দিয়া হৈছে, সম্মানিত।

**পুৰাকল** বি. কেঁচাতে ভাজি খোৱা বা সিজাই খোৱা এবিধ কল a kind of plantain tree and its fruit.

**পুৰা-কুহিয়াৰ** এবিধ ডাঙৰ ৰঙাল কুহিয়াৰ।

**পুৰাণ** বিণ. পুৰণি old, ব্যাসদেৱ বিৰচিত নীতি আৰু ধৰ্ম্ম মূলক পুৰণি উপাখ্যান থকা পুথি Hindu mythology. **পুৰাণ পুৰুষ** পৰমেশ্বৰ। **পুৰাণ প্ৰসিদ্ধ** পুৰাণৰ প্ৰসিদ্ধি, যি প্ৰসিদ্ধি বহুকালৰ অতীতৰ পৰা প্ৰবাহমান হৈ আহিছে।

**পুৰাতন** বিণ. পুৰণি। **পুৰাতনীয়া** পুৰণি কলীয়া, আগৰ দিনৰ ancient.

**পুৰাতত্ত্ব** বি. প্ৰাচীন যুগৰ বৃত্তান্ত, ইতিহাস history.

**পুৰাবৃত্ত** বি. আগৰ কালৰ কথা, বুৰঞ্জী history.

**পুৰি** বি. পুৰ city. শ্ৰীক্ষেত্ৰ the holy city of Jagannath in Orissa. **পুৰি** বি. লুচি।

**পুৰিয়া** বি. কাগজত মেৰোৱা গুৰিৰ টোপোলা a packet of medicinal powder.

**পুৰীষ** বি. বিষ্ঠা, গু excrement, ordure.

**পুৰুজিৎ** বি. যুধিষ্ঠিৰৰ মোমায়েক, বিষ্ণু।

**পুৰুবংশ** বি. পুৰুৰ পৰা হোৱা চন্দ্ৰবংশ, কুৰুবংশ the name of a dynesty of ancient rulers.

**পুৰুৰৱা** মহাকবি কালিদাসৰ নাটক বিক্ৰমোৰ্ব্বশীয়মৰ নায়ক।

**পুৰুষ** বি. ঈশ্বৰ the supreme Being, মুনিহ মানুহ male person, জীৱাত্মা the soul within the body, বংশৰ কোনো এক খাপ generation, ব্যাকৰণত উত্তম, মধ্যম, প্ৰথম পুৰুষ a person.

**পুৰুষ শক্তি** বি. সন্তান উৎপন্ন কৰা বা তিৰোতাক সন্তোষ দিয়া ক্ষমতা।

**পুৰুষত্ব** পুৰুষালি, মুনিহালি manliness, পৰাক্ৰম, সাহসিকতা power, courage, ৰতিশক্তি virility. **পুৰুষাকাৰ** চেষ্টা, প্ৰয়াস, পুৰুষাৰ্থ human exertion, effort, দৈৱৰ ওপৰত নিৰ্ভৰ কৰি নিজৰ ক্ষমতা প্ৰয়োগ। **পুৰুষ সিংহ** শ্ৰেষ্ঠ পুৰুষ, বৰ বলী আৰু সাহসী মানুহ। **পুৰুষাঙ্গ** মতা মানুহৰ লিঙ্গ penis. **পুৰুষানুক্ৰমে** ক্ৰি. বিণ. বংশানুক্ৰমে, **পুৰুষাৰ্থ** বি. যত্ন, পৰিশ্ৰম labour. endeavour. **পুৰুষালি** মুনিহালি manliness. **পুৰুষে পুৰুষে** ক্ৰি.

বিণ. প্ৰতি পুৰুষে, **পুৰুষোত্তম** শ্ৰেষ্ঠ পুৰুষ, ঈশ্বৰ, বিষ্ণু।

**পুৰোধা** বি. পুৰোহিত a priest.

**পুৰোহিত** বি. যাজক, যি লোকৰ ধৰ্ম্ম কৃত্য কৰায় a priest.

**পুল** বি. সাকো, দলং।

**পুলক** বি. অতিশয় আহ্লাদ, ৰোমাঞ্চ ecstasy, rapture. **পুলকিত** অতি আনন্দিত, আনন্দত ৰোমাঞ্চিত thrilled with joy. **পুলস্তি, পুলহ** বি. দেৱৰ্ষি।

**পুলি** বি. পোনেই গজা গছ a seedling.

**পুলি** বি. কোঠালী, খোটালী a room.

**পুলিচ** বি. শান্তি ৰক্ষা কৰাৰ ভাৰ পোৱা বিষয়া police.

**পুলিন** বি. নৈৰ পানী শুকাই ওলোৱা বালিৰ পাৰ a sandy beach, a river bank.

**পুলুংপালাং, পুলুক-পালাক** কামৰ পৰা গা এৰা দি বা কাম নকৰি ইফালে সিফালে চাই সময় নষ্ট কৰা কাৰ্য্য the act of idling away time.

**পুলুকা মাৰ** গোপনে কোনো ঠাই বা কামৰ পৰা গুচি যা, কামৰ পৰা গা এৰা দে to slip away.

**পুলুঙা-পুলুঙি** বি. ইফালে সিফালে চকু ফুৰোৱা কাৰ্য্য act of turning one's eyes in different directions.

**পুৰতি, পুৰতীয়া** বিণ. ৰাতি পুৱাও পুৱাও হোৱা, পুৱাৰ ওচৰ হোৱা approaching dawn. বি. **পুৰতি তোটা** 'তোটা তৰা' চোৱা।

**পুৱা** বি. বেলি ওলোৱা কাল time of sunrise, আগবেলা morning time. অক. ধা. প্ৰভাত হ to dawn ক্ৰি. বিণ. **পুৱাই, পুৱাতে।**

**পুষ্কৰ** বি. আজমীৰৰ ওচৰৰ তীৰ্থ আৰু হ্ৰদ। অশুভ তিথি, নক্ষত্ৰ বা বাৰ য'ত কোনোৰ মৃত্যু হলে পৰিয়ালৰ আন লোক মৰে নাইবা তাওৰ বিপদ হয় বুলি শাস্ত্ৰে কয়।

**পুষ্কৰিণী** বি. পুখুৰি a tank.

**পুষ্ট** বিণ. মঙহাল, শকত fat, fleshy, বৰ্দ্ধিত developed. বি. **পুষ্টতা।**

**পুষ্টাঞ্জলি** ( পু. অ.) বি. হাত যোৰ।

**পুষ্টি** বি. বৃদ্ধি, বাঢ়ন nourishment, growth. বিণ. **পুষ্টিকৰ** শক্তি-দায়ক, শৰীৰ শকত কৰা nourishing, nutritive.

**পুষ্প** বি. ফুল a flower. **পুষ্পক, পুষ্পৰথ** কুবেৰৰ আকাশগামী ৰথ। **পুষ্পকেতু, পুষ্পধন্বা** কামদেৱ, মদন। **পুষ্পবৃষ্টি** ওপৰৰ পৰা ফুল ছটিয়াই দিয়া কাৰ্য্য। **পুষ্পৰেণু** ফুলৰ কেশৰৰ ৰেণু বা ধূলি the pollen of flower. **পুষ্পমাস** বি. মধুমাস, চ'ত মাহ, বসন্তকাল। **পুষ্পৰস** বি. মৌ। **পুষ্পৱতী**

কন্যাকাল উপস্থিত হোৱা। পুষ্পশৰ, পুষ্পবাণ পঞ্চবাণ, কামদেৱ, ফুল শৰ। পুষ্পিত ফুলধৰা, ফুল থকা। পুষ্পিতা কন্যাকাল হোৱা। পুষ্পাঞ্জলি দেৱতাৰ উদ্দেশে দিয়া ফুলৰ আঁজলি।

পুষ্পোৎসৱ বি. ছোৱালী প্ৰথম ঋতুমতী হওঁতে যি উৎসৱ কৰা হয়, তোলনীয়া বিয়া, ফুলৰ উৎসৱ the ceremony of puberty.

পুষ্পোদ্যান বি. ফুলৰ বাগিছা a flower garden.

পুষ্যা বি. অষ্টম নক্ষত্ৰ the eighth lunar mansion.

পুস্তক বি. পুথি, কিতাপ a book, পুস্তকাগাৰ, পুস্তকালয় গ্ৰন্থাগাৰ library.

পুহ বি. বছৰৰ নৱম মাহ the ninth month according to Indian calender.

পুহকৰ অশুভ কালত মৃত্যু জনিত দোষ the evil effects of dying on an inauspicious day.

পুহন বিয়া বি. 'পুংসবন' চোৱা।

পুহা (পু. অ.) অক. ধা. পুৱা হ to dawn.

পুহোঁৱা বিণ. পুহৰ মাহত হোৱা। স্ত্ৰী. পুহী।

পূঁজ বি. পকা খহ বা ঘাৰ পৰা ওলোৱা বগা ৰস pus.

পূজ সক. ধা. পূজা কৰ, অৰ্চ্চনা কৰ to worship, to honour বি. পূজন। পূজক বি. পূজা কৰা মানুহ a worshipper. পূজনীয় বিণ. পূজ্য, মাননীয় fit to be worshipped, honoured. পূজা ফুল, প্ৰসাদ আদিৰে অৰ্চ্চনা worship, সম্মান respect. সক. ধা. পূজা কৰ। পূজাৰ্হ বিণ. পূজাৰ যোগ্য, পূজনীয়।

পূজাৰী বি. পূজাকাৰী, প্ৰতিষ্ঠিত মূৰ্ত্তিৰ যি নিত্য পূজা কৰে, পূজা কৰাই যাৰ জীৱিকা one who worships.

পূজিত অৰ্চ্চিত, সম্মানিত। পূজোঁতা পূজাকৰোঁতা স্ত্ৰী. পূজঁতী। বিণ. পূজ্য পূজনীয়। পূজ্যপাদ অতিশয় পূজনীয়, অতি মান্যৱন্ত revered.

পূত বিণ. পবিত্ৰ pure.

পূতনা বি. কৃষ্ণই বধ কৰা এজনী ৰাক্ষসীৰ নাম।

পূতি বি. পচা গোন্ধ যুক্ত।

পূতি-গন্ধ বি. দুৰ্গন্ধ bad smell. বিণ. পূতিগন্ধি।

পূব বি. পূৰ্ব্ব দিক the east.

পূৰ সক. ধা. পূৰণ কৰ to multiply, পূৰা, সিদ্ধি কৰ satisfy. অক. ধা, বজা, ধ্বনি কৰ to makė resonant, পূৰ্ণ full, সিদ্ধ fulfilled.

পূৰক বি. যিহেৰে পূৰণ কৰা হয়, গুণক multiplier. পূৰ্ণ কৰোঁতা that which completes. পূৰক-

পিণ্ড মৃত্যুৰ পিছত অশৌচৰ ভিতৰত দিয়া দশপিণ্ড।

**পূৰঠ** বিণ. পূৰ্ণ বয়স পোৱা, পৈণত mature.

**পূৰণ** বি. পূৰ কৰা কাৰ্য্য, ভৰোৱা কাৰ্য্য act of filling, এটা সংখ্যাক আন এটাৰে গুণ কৰা অঙ্ক multiplication.

**পূৰা** সক. ধা. পূৰ্ণ কৰ to complete, ভৰা to fill, সিদ্ধ কৰ to fulfil. বিণ. সম্পূৰ্ণ full. বি. পূৰাওঁতা। স্ত্ৰী. পূৰাঁতী বি. তিনি দোন বা চাৰি দোন শস্যৰ জোখ, চাৰি বিঘা মাটি।

**পূৰি** বি. ঘিউত ভাজি কৰা এবিধ আটাগুড়িৰ পিঠা a kind of cake.

**পূৰীয়া** বিণ. এপূৰা শস্য ধৰা, এপূৰা শস্যৰ মূল্যৰ সমান।

**পূৰৈ** বি. ডাঠ পাতেৰে এবিধ লতা শাক basella alba.

**পূৰ্ণ** বি. ভৰপূৰ, সম্পূৰ্ণ full, complete, সিদ্ধ, সফল fulfilled, accomplished. **পূৰ্ণ-অৱতাৰ** পূৰ্ণব্ৰহ্ম, **পূৰ্ণকাম** যাৰ বাঞ্ছা পূৰ্ণ হৈছে gratified, **পূৰ্ণকুম্ভ** পানীৰে পূৰ্ণ কলহ, শুভবস্তু। **পূৰ্ণগৰ্ভা** আসন্ন প্ৰসবা। **পূৰ্ণচন্দ্ৰ** পূৰ্ণিমাৰ জোন। **পূৰ্ণচ্ছেদ** দাঁড়ি fullstop. **পূৰ্ণপাত্ৰ** মুখলৈকে ভৰা পাত্ৰ, হোমৰ শেষত ব্ৰহ্ম দক্ষিণাৰূপে দেয় তণ্ডুল পূৰ্ণ পাত্ৰ। **পূৰ্ণব্ৰহ্ম** ঈশ্বৰৰ পূৰ্ণ অৱতাৰ। **পূৰ্ণবয়স্ক** পূৰ্ণ যৌৱন প্ৰাপ্ত adult. **পূৰ্ণমাত্ৰা** পূৰা মাত্ৰা। **পূৰ্ণসংখ্যা** ভগ্নাংশহীন সংখ্যা integer. **পূৰ্ণাহুতীয়া** দুই হাতেৰে মৰা। **পূৰ্ণা** বি. 'পূৰ্ণাহুতি' চোৱা। পঞ্চমী, দশমী, পূৰ্ণিমা, অমাবস্যা এই চাৰি তিথি। **পূৰ্ণানন্দ** সদাই আনন্দেৰে ভৰপূৰ।

**পূৰ্ণাহুতি** বি. যজ্ঞ পূৰ্ণ কৰা আহুতি, শেষ হোম।

**পূৰ্ণিমা** বি. যি তিথিত পূৰ্ণ চন্দ্ৰৰ উদয় হয়। **পূৰ্ণেন্দু** বি. পূৰ্ণিমাৰ জোন।

**পূৰ্ত্তি** বি. সম্পূৰ্ণ ৰূপে ভৰোৱা কাৰ্য্য act of filling up or making full.

**পূৰ্ব্ব** বি. প্ৰথম, আদি the beginning, former time. পূব দিশ the east. বিণ. আগৰ, আদিৰ পূৰ্ব্ব কালৰ former, previous. **পূৰ্ব্ব কলীয়া** পূৰণি কলীয়া, প্ৰাচীন। **পূৰ্ব্বজন্ম** এই জন্মৰ আগৰ জন্ম, **পূৰ্ব্বজ্ঞান** আগৰ অভিজ্ঞতা, ভাবী ঘটনা সম্বন্ধে জ্ঞান। **পূৰ্ব্বদিশ** পূবফাল। **পূৰ্ব্ব দৃষ্ট** আগতে দেখা। **পূৰ্ব্ব পক্ষ** (তৰ্কশাস্ত্ৰ) শাস্ত্ৰীয় প্ৰশ্ন, বিচাৰ কৰিবলৈ উপস্থাপিত কৰা বিষয় proposition, অভিযোগ। **পূৰ্ব্বপুৰুষ** বংশৰ উপৰি পুৰুষ an ancestor. **পূৰ্ব্বফাল্গুনী** একাদশ নক্ষত্ৰ the eleventh lunar mansion

**পূৰ্ব্ববৰ্ত্তী** আগত থকা, আগৰ preceding, previous. **পূৰ্ব্ব-বাদী** বাদী, অভিযোক্তা। **পূৰ্ব্ব ভাদ্রপদ** পঁচিশ সংখ্যাৰ নক্ষত্র। **পূৰ্ব্বমীমাংসা** জৈমিনিকৃত শ্রুতি স্মৃতিৰ সমন্বয় সাধক দৰ্শন শাস্ত্র। **পূৰ্ব্বৰঙ্গ** নাটক আদি অভিনয়ৰ আগতে প্রস্তাবনা সঙ্গীত ইত্যাদি। **পূৰ্ব্বৰাগ** প্রথম অনুৰাগ, মিলনৰ আগতে নায়ক নায়িকাৰ মাজত প্রণয় সঞ্চাৰ। **পূৰ্ব্বলক্ষণ** ভাবী টনাৰ চিন previous sign or symptom.

**পূৰ্ব্ববৎ** আগৰ নিচিনা, আগৰ টৌৰ নিচিনা। **পূৰ্ব্বসংস্কাৰ** পূৰ্ব্বৰ ধাৰণা, বিশ্বাস বা অভ্যাস, পূৰ্ব্বজন্মাৰ্জ্জিত মনোবৃত্তি। **পূৰ্ব্বাচল** উদয়াচল। **পূৰ্ব্বাপৰ** পূৰণি আৰু বৰ্ত্তমান কাল, আগ পাছ, কোনো কথাৰ আঁতিগুৰি, আগৰ আৰু এতিয়াৰ। **পূৰ্ব্বাভাষ** আগতেই যি জনাব-লগীয়া হয়, সূচনা, ভূমিকা। **পূৰ্ব্বা-ভাস** আগতেই দিয়া সূচনা। **পূৰ্ব্বাষাঢ়া** কুৰি সংখ্যাৰ নক্ষত্র। **পূৰ্ব্বাহ্ণ** দিনৰ আগৰ ভাগ, আগ-বেলা the morning. **পূৰ্ব্বে** ক্রি. বিণ. আগেয়ে, আগৰ কালত formerly. **পূৰ্ব্বোক্ত** আগেয়ে বা ওপৰত উল্লেখ কৰা aforesaid.

**পূৰ্ব্য** বি. আন এটা অঙ্কেৰে যি অঙ্ক পূৰণ কৰা যায় a number to be multiplied.

**পৃথক** বিণ. বেলেগ, ভিন্ন separate, different. ক্রি. বিণ. **পৃথকে, পৃথককৈ**। সক. ধা. **পৃথকা** বেলেগ কৰ to separate. বি. **পাৰ্থক্য, পৃথকত্ব**।

**পৃথিবী, পৃথ্বী** বি. ধৰণী, অবনি, ভূ-মণ্ডল, ধৰা, ধৰিত্রী, বসুধা, বসুন্ধৰা, বসুমতী, মহী, মেদিনী earth, মাটি। **পৃথিবীপতি** ৰজা, ভূপতি।

**পৃথু** বি. পৃথিবীৰ আদি ৰজা।

**পৃশ্নিগৰ্ভ, পৃশ্নিহৰি** বি. শ্রীকৃষ্ণৰ এটা নাম।

**পৃষ্ট** বিণ. জিজ্ঞাসিত asked.

**পৃষ্ঠ** বি. পিঠি the back. **পৃষ্ঠ-পোষক** সহায় আৰু পালন কৰোঁতা a supporter. **পৃষ্ঠ প্রদৰ্শন** পলায়ন। **পৃষ্ঠভঙ্গ** পৰাজিত হৈ পলায়ন। **পৃষ্ঠা** বি. পুথিৰ পাতৰ এফাল a page.

**পৃষ্ঠাঙ্ক** পৃষ্ঠাৰ ক্রম সূচক অঙ্ক।

**পেংতা** বিণ. পেঙুৰা limping. **পেংচালী** ইতিকিং, পৰিহাস a joke, a jest. **পেংলাই** ইতিকিং joke.

**পেঁউৰী** বি. তিৰোতাই ফোট লোৱা এবিধ হালধীয়া বস্তু a yellow substance used by woman to paint the forehead.

**পেঁক** বি. বোকা mud.

**পেঁচ** বি. পাক, মেৰ a twist, an entanglement, ঠেহ, ৰোহ sull-

ennes, **পেঁচপাত, পেঁচলাগ** ঠেহ-ধৰ, বোহ লাগ to be sulky. **পেঁচলাগ** ক্রি. পাক লাগ to be twisted. **পেঁচ-কচ** পেঁচ্ গজাল আঁটি বা কচি সুমুওৱা লোৰ যতন a screw driver. **পেঁচগজাল** গাত পেঁচ কটা গজাল a screw. বিণ. **পেঁচাল** পেঁচ থকা, জটিল knotty, intricate, আমনি vexation.

**পেঁপা** বি. মুখেদি বজোৱা বাদ্য a pipe, a wind instrument.

**পেখ** ( পুঃ অঃ ) সক. ধা. দেখ, দৃষ্টি কৰ to look at.

**পেখম** বি. নেজৰ পাখিমেলি কৰা নাচ।

**পেঙা, পেঙৰা** বিণ. লেঙেৰা, অলপ খোৰাই খোজ কঢ়া limping. বি. লেঙেৰা মানুহ a lame man, স্ত্রী. **পেঙী, পেঙৰী**। অক. ধা. **পেঙুৰিয়া** অলপ খোৰাই খোজ কাঢ়, লেকেচিয়া to limp.

**পেঙেলিয়া** অক. ধা. পেংলাই কৰ, ইতিকিং কৰ to joke or ridicule.

**পেচক** বি. ফেঁচা an owl, **পেচক্দাৰ** বি. এবিধ অলঙ্কাৰ।

**পেচা** বি. বৃত্তি, জীবিকা profession.

**পেচা, পেঁচা** ( পুঃ অঃ ) 'ফেচা' চোৱা।

**পেচাব** বি. মূত urine. ক্রি. **পেচাব কৰ, পেচাবখানা** urinal.

**পেছকছ** বি. ভেঁটী, বঁটা, কৰ a present, a tribute.

**পেছকৰ** সক. ধা. বিচাৰক বা ডাঙৰ বিষয়াৰ আগত কাগজ পত্রাদি যতাই দে to place before, to put up.

**পেছকাৰ** বিচাৰক বা ডাঙৰ বিষয়াৰ আগত কাগজ পত্রাদি যতাই বা যুগুত কৰি দিয়া বিষয়া।

**পেট** বি. উদৰ the belly, তিৰোতাৰ গৰ্ভ the womb of a woman, মন, অন্তৰ mind, the heart, মাজভাগ the middle part of anything. **পেট কপটীয়া** পেটৰ কথা ভাঙি নোকোৱা। **পেট কামৰণি** বি. পেটৰ বিষ, পেটৰ বেদনা। **পেট-কুলি** কপটীয়া মানুহ। **পেটচল** পেট ব, ভেদ হ to have purging. **পেট দে** পেটৰ কথা ক। **পেট পকোৱা** পেটৰ নাড়ী পাকলৈ পেটত হোৱা বেদনা। **পেট পা** মনৰ ভাব বুজি পা। **পেট পোহ** কোনো মতে খাই লৈ থাক। **পেটে ভাতে খা** কোনো মতে জীৱিকা চলা। **পেট প্ৰবৰ্ত্তন** খাই বৈ জীয়াই থকা কাৰ্য্য। **পেট ব** পেট চল, পনীয়া শৌচ হ। **পেট মচা** নিচেই শেহত ওপজা সুমলীয়া। **পেট ল** কাবো অন্তৰৰ কথা বুজ। **পেট হ**

গৰ্ভ হ to be pregnant. **পেটত হাত ভৰি লুকা** বৰ ভয় পা।

**পেটা** বিণ. পেট থকা bellied, হেঁচাত চেপেটা বা গুড়ি হোৱা crushed, **পেটা উঠ** হেঁচাত পিঠা বা চেপেটা হ to be crushed. সক. ধা. **পেটা কৰ, পেটা তোল**।

**পেটাৰি** বি. এবিধ বেতৰ জপা বা পেৰা a kind of covered cane-basket.

**পেটাল** বিণ. ডাঙৰ পেট থকা big-bellied.

**পেটী** বি. ককালত মৰা ফিতা বা জৰী a belt, a girdle. **আধা-পেটী** পেট নভৰা।

**পেটু** বি. জন্তুৰ পেটত থকা নাড়ী, মল আদি the entrails. **পেটুলা** বিণ. পেটাল। স্ত্ৰী· **পেটুলী**। **পেটুৱা** পেটুলা, **পেটুক** খকুৱা glutton.

**পেটে, পেটে পেটে** ক্রি. বিণ. হাড়ে হাড়ে, মনেৰে internally, mentally.

**পেটে কঁকালে লাগ** বৰ ভোকত পেটটো চেপা খাই যা। **পেটেকা** বিণ. পেটা। **পেটেকা উঠ** পেটা উঠ। **পেটে ভ'ড়ালে** কোনোমতে বছৰেক জোৰাকৈ খাই থাকিব পৰাকৈ। **পেটেভাতে** living from hand to mouth. **পেটে সমঝিতে** অন্তৰৰ পৰা।

**পেট্ৰল** কেৰাচিন জাতীয় তেল, ইয়াৰ দ্বাৰা ইঞ্জিন আদি চলোৱা হয়।

**পেড়া** বি. ধনবস্তু সুমাই থোৱা সজুলি, বাকচ a box, a chest. **পেড়াখাট** ওপৰত মানুহ শুব পৰা ঢিলা লগোৱা ডাঙৰ পেড়া।

**পেতা** বি. আলু বা কচুৰ টেপু a small tuber.

**পেন** কলম, লেখনী।

**পেন্‌চন** চাকৰিৰ পৰা ওলাই আহিবৰ সময়ত চৰকাৰে যি জল-পানী দিয়ে।

**পেন্‌চিল** চিয়াহী নোহোৱাকৈ লিখিব পৰা কলম।

**পেনা** অক. ধা. লাহে লাহে কাম কৰ, পিলিক to work slowly.

**পেনেক, পেনেকা-পেনেক** 'ফেনেক' চোৱা।

**পেনেৰা, পেনেৰীয়া** বিণ. অলপ অলপকৈ কান্দি থকা whimpering. স্ত্ৰী. **পেনেৰী**।

**পেন পেন** অলপ অলপকৈ লৰাই কান্দ থকাৰ নিচিনা শব্দ। অক. ধা. **পেনপেনা**। বি. **পেনপেননি**। বিণ. **পেনপেনীয়া** অলপ অলপকৈ কান্দি থকা, কেনকেনীয়া (বৰঘুণ) বৰকৈ সিজি লেওৰ দৰে হোৱা, বোকাৰে ভৰি থকা।

**পেন্দুকণা** বি. কেচুৱা baby.

**পেপুৰা** বিণ. ঠেকত পৰা, বিবুদ্ধি হোৱা bewildered, puzzled.

**পেমুৰা** অক. ধা. মৰম লগাই কান্দ to cry in a piteous tone.

**পেয়** বিণ. পি খোৱা, পি খাবৰ যোগ্য drinkable. বি. পি খোৱা বস্তু a drink.

**পেৰ** সক. ধা. শালত চেপি ৰস বা গুটি বাজ কৰ to press out-juice, to gin (cotton). বি. পেৰ্‌পেৰ্‌ কেৰকেৰ, একেৰাহে কান্দি বা বলকি থকা। বি. **পেৰ পেৰণি**। ক্রি. বিণ. **পেৰ্‌পেৰ্‌ কৰে**। বিণ. **পেৰ-পেৰীয়া**।

**পেৰা** বি. বলী মতা ম'হ a stout male buffalo. স্ত্রী. **পেৰী**।

**পেৰেক** বি. বোকা বা সেই নিচিনা বস্তু গৰকিলে বা পিটিকিলে হোৱাৰ নিচিনা শব্দ। **পেৰেকা পেৰেক** বোকা যুক্ত। ক্রি. বিণ, **পেৰেক কৰে**।

**পেৰেঙনি** বি. দুডাল বাঁহ বা কাঠ অথালিপথালিকৈ বান্ধি কৰা যতন a cross, গছৰ দুটা ডালৰ জোৰা, ফেৰেঙনি।

**পেল্** বি. অণ্ডকোষৰ গুটি a testicle.

**পেলনি** বিণ. লোকচান, অশুচি, পেলাই দিব লগীয়া fit to be thrown away. অক. ধা **পেলনি** যা। বিণ. **পেলনীয়া**, **পেলনি যোৱা** পেলাই দিবৰ উপযুক্ত, অকামিলা।

**পেলা** সক. ধা. তললৈ নিক্ষেপ কৰ to cast down, অকামিলা বা অশুচি বুলি ত্যাগ কৰ to throw away as useless or defiled, নেমান বা অমান্য কৰ to disobey or disregard, উৎপন্ন কৰ, 'কঠালে মুচি পেলাইছে' to bear as bud or blossom.

**পেলু** বি. পেটত থকা বগা দীঘলীয়া কেচুঁৰ নিচিনা কীট worm, গোটা বা চেপেটা পেলু tape worm, দহিকটা পেলু thread worm, পেলু hook worm.

**পেলুৰা** বিণ. ঢৰীয়া (সূতা) coarse.

**পেশী**, **পেশি** বি. শৰীৰৰ মঙহাল ঠাই muscle.

**পেষণ** বি. পিহা বা মোহৰা কাৰ্য্য the act of rubbing or grinding.

**পেষ্টা** বি. এবিধ বৰ তেলী খোৱা গুটি the pistachis nut.

**পেহা** বি. বাপেকৰ ভনীয়েকৰ স্বামী the husband of father's sister. **পেহী** বোপাইৰ ভনীয়েক a paternal aunt.

**পৈ** বি. স্বামী, পতি, গিৰিহঁত husband.

**পৈণত** বিণ. পাৰ্গত, দক্ষ skilful, expert, পুষ্ট mature.

**পৈতৃক** বিণ. পিতৃ নাইবা পূৰ্ব্বপুৰুষৰ paternal, ancestral.

**পৈত্তিক** বিণ. পিত্তৰ বিকাৰৰ পৰা হোৱা bilious.

**পৈম্বাৰী** বিণ. পতি ঘাতিনী murdering one's own husband.

**পৈৰা** বি. মতা পাৰ a male pigeon. স্ত্রী. পৈৰী।

**পৈল, পৈলঠ** বি. পলস, নৈয়ে পেলোৱা আঠাযুক্ত বোকা silt

**পৈশাচিক** বিণ. পিশাচ বা ভূতৰ নিচিনা, পিশাচৰ যোগ্য infernal, devilish.

**পৈশুন, পৈশুন্য** বি. টুটকীয়া স্বভাব back-biting, wickedness, malignity.

**পো** বি. পুতেক, পুত্র a son.

**পোক** বি. কৃমি, ঠেং নথকা কীট a worm.

**পোকৰ** বি. মলৰ দ্বাৰ, গুহ্য দ্বাৰ the anus, গিদা buttock, পিঠি বা পাছ ফাল the back.

**পোখৰাজ** বি. এবিধ বগা বাখৰ a kind of topaz.

**পোখা** বি. গজালি a shoot. অক. ধা. পোখা, পোখামেল জন্ম হ, গজালি মেল to be produced.

**পোছ** সক. ধা. সোধ to ask. বি. পোছা, যেনে সোধাপোছা কৰ।

**পোছাক** বি. সাজ পাৰ dress, বিণ. **পোছাকী** ভাল সাজ পাৰ used in decent dress.

**পোজাৰ** বি. ভজা গছ, এবিধ সুকাঠী গছ the name of a tree.

**পোটক** অক. ধা. পোটোকা পৰ to be depressed. প্রতিহিংসা, প্রতিফল revenge. **পোটোকা পৰ** খুন্দা বা হেঁচা খাই খাল পৰা **পোটোকা পা** প্রতিফল পা, সেকা পা to be avenged. **পোটক-তোল** প্রতিফল দ to take revenge. বি. **পোটোকা** খুন্দা-খাই হোৱা খাল a dint, a depression.

**পোণ** বি. কুৰি গণ্ডা, আশীটা eighty, এক অনাৰ চিন ৵০ a figure, denoting one anna.

**পোত** সক. ধা. মাটি খানি তাৰ তলত স্থাপন কৰ, মাটিৰে ঢাক to bury, to cover with earth under ground, মাটি আদি ভৰাই পূৰ কৰ to fill up with earth. বি. খুটা আদিৰ মাটিৰ তলত থকা ভাগ the under ground part of a post etc, ভৰি তল যোৱা বোকা a deep muddy place. বিণ. **পোতা**। অক. ধা. **পোত খা, পোত যা** মাটিৰ তললৈ যা, মাটিৰে পূৰ হ।

**পোতন** বি. মাটিৰ তলত স্থাপন, মাটিৰ তলত পোতা ভাগ। সক. ধা. পোতা।

**পোতনি** বি. পইতা ভাতৰ পানী।

**পোতাশাল** বি. বৰ ডাঙৰ অপৰাধী থোৱা আন্ধাৰ আৰু দ সৰু কোঠা a dungeon, solitary cell.

**পোদাৰ** বি. বাজ ভঁৰালৰ টকা সেধ কৰা কৰ্ম্মচাৰী a potdar.

**পোন** বিণ. বেঁকা নোহোৱা, সৰল straight, থিয়, কাতি নোহোৱা erect, upright. বি. প্ৰথম, আদি the beginning, the first time, কোনো বস্তুৰ দিশ বা ফাল direction. **পোন চকুৰে চা** কৃপা দৃষ্টি কৰ, মৰম কৰ। **পোন খুন্দাই** পোন প্ৰথমতে at first.

**পোনছাটে** ক্ৰি. বিণ. তেতিয়াই, একেকোবে, বেগাই straight way, suddenly. **পোনদাহে** পোনছাটে। **পোন-পটি** পোন বাট, সৰল আচৰণ। সক. ধা. **পোনা** বেঁকা গুচাই পোন কৰ straighten, কাতি হৈ থকাৰ পৰা থিয় কৰ to set upright, লক্ষ্য কৰ বা টোৱাঁ to aim. ক্ৰি. বিণ. দিশে, ফালে in the direction of, সৰল ভাৱে uprightly. **পোনে পোনে** প্ৰথমতে, নতুনকৈ at first, সৰল-ভাৱে straightly, **পোনেই** আদিতে, প্ৰথমতে। **পোনতে** আদিতে।

**পোনা** বি. মাছৰ পোৱালি the young fish, ল'ৰা ছোৱালীক মৰমেৰে মতা মাত।

**পোন্দা** সক. ধা. খঙেৰে যোপা কৰ (চকু) to contract as the brow in displeasure. বিণ. **পোন্দোৱা**।

**পোন্ধ** বি. তলপোন that end of a waist cloth which is tucked behind.

**পোন্ধৰ** বি. পাঁচ অধিক দহ fifteen.

**পো-পোৱালি** বি. সন্তান-সন্ততি progeny.

**পো ভাই** বি. বংশ, জাতি blood relation.

**পোৰ** সক. ধা. দাহ কৰ, দগ্ধ কৰ to burn, জলা বোধ জন্মা to cause a burning sensation. অক. ধা. জলা বোধকৰ, তাপ বোধ কৰ, পুৰি নিয়া যেন বোধ কৰ to feel a burning sensation. বি. **পোৰণ, পোৰণি, পোৰণি-ভেৰনি**।

**পোৰাণি** বি. জুইয়ে পোৰা হাবি a burnt jungle.

**পোৰা-পৰ্ব্বত** বি. জলামুখী পৰ্ব্বত a volcano.

**পোৰা-পিঙলা, পোৰাবস্ত্ৰ** প্ৰথমতে ৰঙচুৱা হৈ পাছত জুইয়ে পোৰা যেন কলা হোৱা এবিধ ছালৰ ৰোগ a kind of contagious skin disease.

**পোলক** অক. ধা. পিছলি সোলক to slip off as a knot. বিণ. **পোলকা**।

**পোলা** বি. কেইবা মুঠা ইকৰা খাগৰি আদি দীঘল সৰু বস্তু গোটাই বন্ধা ডাঙৰ আটি, মুঠা a large bundle as of reeds, ছুৱাৰ মুখত, বেৰৰ চুকত বা দাঁতিত থিয়কৈ বন্ধা ইকৰা

আঁদিৰ আটি bundle of reeds etc. fastened for covering the edge or corner of a wall. **পোলা কটা** বেৰৰ চুক কাটি সোমোৱা চোৰ।

**পোলোকা** সক. ধা. পিছলাই সোলোকা to cause to slip off, as a tie, গাঠি পিছলাই মুকলি কৰ to cause to slip from a noose or tie.

**পোলোঙা** বিণ. গাত ডাল নেমেলাকৈ পোনহৈ বাঢি যোৱা দীঘল (গছ) high and straight without branches ( said of a tree ).

**পোৱা** বি. এসেৰৰ চাৰি ভাগৰ এভাগ, কুৰি তোলা one fourth of a seer, চাৰি ভাগৰ এভাগ one fourth.

**পোৱা** সক. ধা. প্ৰাপ্তকৰ, কোনো ঠাইত উপস্থিত হ to cause to get or to arrive at.

**পোৱামক্কা** বি. কামৰূপৰ হাজোত থকা মুচলমান বিলাকৰ এখনি তীৰ্থ স্থান a muslim sacred temple at Hajo in Kamrup.

**পোৱাঁতী** বিণ. নকৈ সন্তান বা পোৱালি হোৱা recently delivered of a child.

**পোৱাপুই** বি. কোনো ঠাইৰ ওচৰ চপা, পাওঁ পাওঁ হোৱা just about to reach.

**পোৱাল** বি. এবিধ সাগৰৰ তলিত জন্মা টান বস্তু, ই এবিধ পোকৰ পৰা উৎপন্ন হয় coral. **পোৱাল-বেঙেনা** এবিধ খৰুৱা বেঙেনা। **পোৱালমণি** a coral-bead.

**পোৱালি** বি. কম বয়সৰ জন্তু the young one of an animal or bird.

**পোষক** পালক।

**পোষকতা** সমৰ্থন, আনুকুল্য, সহায়তা।

**পোষিত** বৰ্দ্ধিত, পালিত।

**পোষণ** বি. পোহপাল কৰা কাৰ্য্য, পালন the act of supporting or nourishing.

**পোস্ত** বি. আফুগুটি poppy seeds.

**পোষ্টা** বি. প্ৰতিপাল কৰোঁতা a supporter.

**পোষ্য** বিণ. পোহপাল দিব লগা, পালন কৰিব লগা fit or proper to be maintained, পোহ পাল দিব লগা মানুহ a dependant. **পোষ্যপুত্ৰ** তোলনীয়া পো an adopted son.

**পোহ** সক. ধা. খুৱাই পিন্ধাই প্ৰতিপালন, কৰ to support or nourish, আহাৰ আদি দি ৰাখ বা সাৱধান ল ( জন্তু ) to rear. বি. **পোহোঁতা**। স্ত্ৰী. **পোহঁতী**। **পোহ উঠ, পোহ ধৰ** পুষ্ট হ। **পোহ ধৰা** ভালকৈ খুৱাই পিন্ধাই পুষ্ট কৰ। **পোহ খা** প্ৰতিপালিত হ। **পোহ ল**

ঘৰচীয়া হ। পোহন বি. পোহা কাৰ্য্য। পোহ পাল, পোহন পালন খাবলৈ পিন্ধিবলৈ দি প্ৰতি-পাল কৰা maintenance. পোহনীয়া বিণ. ঘৰচীয়া domesticated.

পোহৰ বি. দীপ্তি light. বিণ. জোনাক, দীপ্তিযুক্ত lighted, bright. বি. পোহৰ ছবি ছাঁ নাইবা প্ৰতিবিম্ব আচীত পেলাই তাৰপৰা তোলা ছবি a photo.

পোহা বি. এখন মেলা হাতৰ তলুৱাৰ ঠোলা the cavity of one hand nearly opened.

পোহাৰ বি. বেচিবলৈ সামান্য বস্তু সাজি থোৱা ঠাই, খুচুৰা বস্তু বেচা দোকান a petty shop, a retail shop. পোহাৰী অলপীয়া মূল্যৰ বস্তু বেচি ফুৰা তিৰোতা, পোহাৰ বা দোকান দিয়া মাইকী a woman who sells things in retail.

পৌত্তলিক বি. প্ৰতিমা বা মূৰ্ত্তি পূজক idolator.

পৌত্ৰ বি. নাতি a grandson. স্ত্ৰী. পৌত্ৰী।

পৌনঃপুনিক বিণ. যি বাৰে বাৰে হয় recurring.

পৌৰ পুৰবাসী, নগৰবাসী।

পৌৰ সভা মিউনিচিপালিটি।

পৌৰাণিক বিণ. আগৰ কালৰ ancient. পুৰাণ সম্বন্ধীয় relating to the Puranas, পুৰাণ শাস্ত্ৰ জনা মানুহ one versed in the Puranas.

পৌৰুষ বি. পুৰুষালি manliness. পৌৰুষেয়।

পৌৰোহিত্য বি. পুৰোহিতৰ কৰ্ম্ম বা বৃত্তি।

পৌৰ্ণমাসী বি. পূৰ্ণিমা।

পৌৰ্ব্বাপৰ্য্য বি পূৰ্ব্বাপৰ সম্বন্ধ, যথাক্ৰম consecutiveness.

পৌষ বি. পুহমাহ December-January.

প্ৰ শ্ৰেষ্ঠ, ডাঙৰ আধিক্য আদি বুজোৱা উপসৰ্গ a prefix implying excellence, excess etc

প্ৰকট বিণ. প্ৰকাশিত, স্পষ্ট visible, manifest, ব্যক্ত কৰ explain প্ৰকটিত প্ৰকাশিত displayed, published.

প্ৰকম্পিত বিণ. অধিকৰূপে কম্প্ৰ greatly agitated or excited.

প্ৰকৰণ বি. কোনো এক বিষয়ৰ কথা লিখা পুথিৰ কোনো এক ভাগ বা আধ্যা a divison of a book dealing in a particular subject.

প্ৰকাণ্ড বিণ. বৰ ডাঙৰ very big.

প্ৰকাৰ বি. জাতি kind, ৰকম, ৰীতি manner, উপায় means. ক্ৰি. বিণ. প্ৰকাৰান্তৰে আন এক প্ৰকাৰে in a different way.

প্ৰকাৰে দৰে, ৰকমে in the manner.

প্ৰকাশ বি. ওলোৱা কাৰ্য্য;

অভিব্যক্তি, প্ৰদৰ্শন display, বিকাশ, উদয় manifestation, appearance,. প্ৰচাৰ, কিতাপ আদি ছপোৱা আৰু বিক্ৰীৰ ব্যৱস্থা publication. বিণ. ব্যক্ত, বিদিত disclosed. সক. ধা. ব্যক্ত কৰ, প্ৰচাৰ কৰ to disclose. অক. ধা. জ্বল, পোহৰ দি to shine. বিণ. প্ৰকাশিত। প্ৰকাশক কিতাপ ছপাই প্ৰচাৰ কৰোঁতা publisher, প্ৰচাৰক one who reveals, পোহৰ দিওঁতা an illuminator. প্ৰকাশ্য, প্ৰকাশনীয় প্ৰকাশ যোগ্য, দেখাদেখি public. ক্ৰি. বিণ. প্ৰকাশ্যৰূপে, প্ৰকাশ্যে।

প্ৰকাশন বি. প্ৰকাশ কৰণ।

প্ৰকাশমান বিণ. দীপ্তিমান, উজ্জ্বল, স্পষ্ট।

প্ৰকীৰ্ত্তিত বিণ. বৰ্ণিত, প্ৰচাৰিত, কথিত।

প্ৰকুপিত বিণ. অতিশয় খঙাম্বিত।

প্ৰকৃত বিণ. আচল, সঁচা, যথাৰ্থ real, true, genuine. ক্ৰি. বিণ. প্ৰকৃততে, প্ৰকৃতপক্ষে।

প্ৰকৃতি বি. স্বভাৱ, চৰিত্ৰ, ধৰ্ম্ম natural disposition, বাহ্য জগৎ, সৃষ্ট বস্তু nature, ঈশ্বৰৰ সৃষ্টি কৰা শক্তি the creative power of God, আদ্যাশক্তি, সৃষ্টিৰ মূল কাৰণ, অবিদ্যা, মায়া, প্ৰজা, নাৰী। প্ৰকৃতি-গত স্বভাৱ সিদ্ধ inherent. প্ৰকৃতিজ, প্ৰকৃতিজাত স্বাভাবিক natural. প্ৰকৃতি বিজ্ঞান পদাৰ্থ বিদ্যা। প্ৰকৃতিস্থ সুস্থ, শাৰীৰিক বা মানসিক অস্বস্তিৰ পৰা মুক্ত।

প্ৰকৃষ্ট বিণ. শ্ৰেষ্ঠ, উত্তম excellent, best. বি. প্ৰকৃষ্টতা।

প্ৰকোপ বি. প্ৰবলতা, উগ্ৰভাৱ violence, excess. বিণ. প্ৰকোপিত উগ্ৰ, বৰ চোকা violent, excited.

প্ৰক্ৰম বি. কাৰ্য্যৰ প্ৰণালী, কাম কৰাৰ অনুক্ৰম the process of doing anything. প্ৰক্ৰিয়া বি. কাৰ্য্য সাধনৰ নিমিত্তে বিশেষ প্ৰকাৰ অনুষ্ঠান rite, operation, process.

প্ৰখৰ বিণ. প্ৰচণ্ড, বৰ চোকা very sharp, very strong. বি. প্ৰখৰতা।

প্ৰখ্যাত বিণ. প্ৰসিদ্ধ, নামজ্বলা wellknown, famous. বি. প্ৰখ্যাতি বিশিষ্ট খ্যাতি।

প্ৰগতি বি. অগ্ৰগতি, ক্ৰমশঃ উন্নতি progress.

প্ৰগল্ভ বিণ. অপমানৰ প্ৰতি ভয় নকৰি আগবঢ়া audacious, অকুণ্ঠিত, নিৰ্ভিক bold, brave, নিৰ্লজ্জ, ধৃষ্ট pert. স্ত্ৰী. প্ৰগল্ভা বি. প্ৰগল্ভতা।

প্ৰগাঢ় বিণ. অতিশয় গভীৰ, বৰ দ very deep.

প্ৰচণ্ড বিণ. প্ৰবল, ভয়ানক furious, violent, বৰ খঙাল

passionate, প্ৰতাপী। প্ৰচণ্ডী কামত বৰ চোকা very sharp in work.

**প্ৰচলন** বি. প্ৰবৰ্ত্তন, চলন currency ব্যৱহাৰ। **প্ৰচলিত** সদায় চলি থকা current.

**প্ৰচাৰ** বি. ঘোষণা, প্ৰকাশ publication, currency, চকুৰ পচাৰ the winking of the eye. বিণ. **প্ৰচাৰিত**। **প্ৰচাৰক** প্ৰচাৰ কৰোঁতা publisher, ধৰ্ম্ম প্ৰচাৰক preacher.

**প্ৰচুৰ** বিণ. বহুত, যথেষ্ট, পৰ্য্যাপ্ত much, abundant. বি. **প্ৰচুৰতা**, **প্ৰাচুৰ্য্য**।

**প্ৰচেষ্টা** বি. প্ৰয়াস, অতিশয় চেষ্টা perseverance.

**প্ৰচ্ছদ** বি. আবৰণ, ঢাকনী covering. **প্ৰচ্ছদপট** আবৰণী কাপোৰ, ছামৰা a cover.

**প্ৰচ্ছন্ন** বিণ. আবৃত, গুপ্ত concealed, hidden, private. **প্ৰচ্ছাদন** আচ্ছাদন, আঁৰ কাপোৰ। **প্ৰচ্ছায়া** নিবিড় ছাঁয়া umbra.

**প্ৰজনন** বি. সন্তান উৎপাদন, গৰ্ভধাৰণ producing, conception in the womb.

**প্ৰজা** বি. লোক সমূহ people in general, সন্ততি progeny, ৰজাৰ অধিকাৰত থকা লোক a subject of a king, আনৰ মাটিত থকা মানুহ a tenant. **প্ৰজাতন্ত্ৰ** প্ৰজা বিলাকৰ প্ৰতিনিধিৰ দ্বাৰা ৰাজ্য পৰিচালন democracy. **প্ৰজাপতি** ব্ৰহ্মা Brahma, ব্ৰহ্মাৰ মানস পুত্ৰ সকলৰ এজন। **প্ৰজাপতি** বি. পখিলা। **প্ৰজাপালক** ৰজা a king. **প্ৰজাৰঞ্জন** প্ৰজাবিলাকৰ সন্তোষ সাধন। **প্ৰজাশক্তি** সম্মিলিত প্ৰজা সকলৰ শক্তি।

**প্ৰজ্ঞ** বিণ. জ্ঞানী, পণ্ডিত learned.

**প্ৰজ্ঞা** বি. জ্ঞান, বুদ্ধি wisdom, তত্ত্বজ্ঞান।

**প্ৰজ্বলিত** বিণ. ৰবকৈ জ্বলা (জুই) blazing, প্ৰখ্যাত noted.

**প্ৰণতি** বি. প্ৰণাম, নমস্কাৰ salutation in reverence. বিণ. **প্ৰণত**।

**প্ৰণম্** সক. ধা. প্ৰণাম কৰ to salute reverentially.

**প্ৰণয়** বি. প্ৰেম, প্ৰীতি, চেনেহ, অনুৰাগ love, affection. বিণ. **প্ৰণয়ী** প্ৰেমৰ পাত্ৰ, প্ৰেমিক lover. বি. প্ৰীতিৰ লোক a beloved person. স্ত্ৰী. **প্ৰণয়িনী**।

**প্ৰণয়ন** বি. ৰচনা, নিৰ্ম্মাণ making, creating.

**প্ৰণৱ** বি. ওঁকাৰ the mystic 'om' of the Vedas.

**প্ৰণাম** বি. সেৱা, নমস্কাৰ a respectful salutation. সক. ধা. নমস্কাৰ কৰ।

**প্ৰণামি** বি. প্ৰণাম কৰি দিয়া ধন।

**প্ৰণালী** বি. প্ৰক্ৰিয়া, বিধি method

or process of doing anything, পানীৰ সোঁৰ a water course, দুই ডোখৰ বহল পানীৰ লগলগোৱা ঠেক পানী a strait.

**প্ৰণিধান** বি. মনোনিবেশ, মনৰ একাগ্ৰতা।

**প্ৰণিপাত** বি. মাটিত পৰি কৰা প্ৰণাম, সেৱা reverential prostration.

**প্ৰণীত** বিণ. ৰচিত, ৰচনা কৰা composed, written. **প্ৰণেতা** লিখোঁতা a composer, an author.

**প্ৰণোদিত** বিণ. প্ৰেৰিত set in motion, directed.

**প্ৰতাপ** বি. পৰাক্ৰম, প্ৰভাব, শক্তি valour, power, আধিক্য excess, উত্তাপ extreme heat. বিণ. **প্ৰতাপী**।

**প্ৰতাৰ্** সক. ধা. বঞ্চনা কৰ, ছল to deceive, to cheat. বি. **প্ৰতাৰণা**। বিণ. **প্ৰতাৰিত**। **প্ৰতাৰক** বিণ. ছল কৰোঁতা a cheat.

**প্ৰতি** ( উপসৰ্গ ) বিপৰীত, অনুৰূপ, ইত্যাদি অৰ্থ বুজোৱা উপসৰ্গ।

**প্ৰতি** ( অব্যয় ) নিমিত্তে, ফালে for, towards.

**প্ৰতি** বিণ. বেলেগে এটা—প্ৰতি ঘৰ, প্ৰতিজন each one separately.

**প্ৰতিকাৰ** বি. প্ৰতিহিংসা, পোটক retaliation, requital. অসুবিধা বা আপদ গুচাবলৈ কৰা উপায় remedy.

**প্ৰতিকূল** বিণ. বিৰুদ্ধ, অনিষ্ট কৰা ( দৈব ) adverse, inimical, বিপৰীত opposite. ক্ৰি. বিণ. **প্ৰতিকূলে**।

**প্ৰতিকৃতি** বি. প্ৰতিমূৰ্ত্তি, চেহেৰা reflected image.

**প্ৰতিক্ৰিয়া** বি. প্ৰতিকাৰ, প্ৰতিশোধ, বিপৰীত ক্ৰিয়া, উত্তেজনাৰ পাছত যি বিপৰীত অৱস্থাৰ উৎপত্তি হয় reaction, retaliation.

**প্ৰতিগমন** বি. উলটি যোৱা কাৰ্য্য act of returning.

**প্ৰতিগ্ৰহ, প্ৰতিগ্ৰহণ** বি. দান গ্ৰহণ acceptance of a present. **প্ৰতিগ্ৰাহী** দান গ্ৰহীতা।

**প্ৰতিঘাত** বি. আঘাত পাই দিয়া আঘাত counter stroke.

**প্ৰতিচিত্ৰ** চিত্ৰ বা নক্সাৰ যথাযথ অনুকৰণ।

**প্ৰতিচ্ছায়া** বি. প্ৰতিবিম্ব, প্ৰতিকৃতি a reflected image, reflection.

**প্ৰতিজ্ঞা** বি. অঙ্গীকাৰ, দৃঢ় সঙ্কল্প vow, promise, ( জ্যামিতিত ) প্ৰতিপাদ্য বা সম্পাদ্য বিষয় a proposition. **প্ৰতিজ্ঞাপত্ৰ** অঙ্গীকাৰ পত্ৰ a written contract.

**প্ৰতিদান** বি. দানৰ সলনি দিয়া দান, ওলোটাই দিয়া কাৰ্য্য act of 'making a return of a

present, act of returning a thing.

**প্ৰতিদিন, প্ৰতিদিনে** ক্রি. বিণ. দিনেপতি, নিতৌ daily.

**প্ৰতিদ্বন্দ্বী** বি. আন এজনৰ সমান বা তাতকৈ শ্ৰেষ্ঠ হবলৈ চেষ্টা কৰোঁতা, প্ৰতিযোগী, সমকক্ষ a rival, a competitor, প্ৰতিপক্ষ, বিৰোধী মানুহ an opponent. বি. **প্ৰতিদ্বন্দ্বিতা**।

**প্ৰতিধ্বনি** বি. প্ৰতিশব্দ, অনুৰূপ শব্দ, কোনো ঠাইত ঠেকা খাই উলটি আহি কাণত পৰা ধ্বনি echo.

**প্ৰতিনিত** ক্রি. বিণ. দিনৌ daily.

**প্ৰতিনিধি** বি. যি আনৰ হকে কোনো কামৰ ভাৰ লয়, বদলী representative, substitute.

**প্ৰতিনিয়ত** নিৰন্তৰ, সদায়।

**প্ৰতিপক্ষ** বি. বিৰুদ্ধ পক্ষ, প্ৰতিবাদী the opposite side, party or faction, hostility.

**প্ৰতিপত্তি** বি. গৌৰব, যশস্যা, সম্মান, প্ৰতিষ্ঠা, প্ৰভুত্ব fame, influence, dignity, exalted position.

**প্ৰতিপদ** বি. পূৰ্ণিমা বা অমাবস্যাৰ পাছৰ তিথি the first lunar day.

**প্ৰতিপদে** পদে পদে at every step.

**প্ৰতিপন্ন** বিণ. যুক্তি তৰ্ক আদিৰে নিৰ্ণয় কৰা, মীমাংসা কৰা ascertained, settled.

**প্ৰতিপাদন** বি. নিৰ্ণয়, মীমাংসা, সম্পাদন ascertainment, accomplishment. বিণ. **প্ৰতিপাদিত** যাক সম্পাদন বা মীমাংসা কৰা হয়। **প্ৰতিপাদক** যি প্ৰতিপাদন কৰে। **প্ৰতিপাদ্য** প্ৰতিদানৰ বিষয় বা যোগা, প্ৰমাণ কৰিব লগীয়া সমস্যা proposition to be proved, pre-ascertained.

**প্ৰতিপাল** সক. ধা. পালন কৰ, মান to obey, পোহপাল act of nourishing or supporting. বি. **প্ৰতিপালন** ভৰণপোষণ, ৰক্ষা। বিণ. **প্ৰতিপালিত** যাক প্ৰতিপালন কৰা হয়। **প্ৰতিপালক** যি খাব লবলৈ দি প্ৰাণ ৰক্ষা কৰে one who supports or protects.

**প্ৰতিপালনীয়, প্ৰতিপাল্য** পোহন। পালন কৰিব লগা, ৰক্ষণীয়।

**প্ৰতিফল** বি. প্ৰতিশোধ, পোটক revenge. বিণ. **প্ৰতিফলিত** প্ৰতিবিম্ব স্বৰূপে আন এটা বস্তু বা কাৰ্য্যৰ ওপৰত ওলোৱা reflected. বি. **প্ৰতিফলন** প্ৰতিবিম্ব reflection.

**প্ৰতিবচন** বি. মুখে মুখে উত্তৰ দিয় act of replying in the face মৌখিক উত্তৰ *a verbal reply.*

**প্ৰতিবন্ধ** বি. বাধা, বিঘিনি an obstacle. **প্ৰতিবন্ধক** যি বাধা জন্মায়, যিহৰ পৰা বাধা জন্মে he

who or that which obstructs.

**প্ৰতিবৰ্ত্তন** বি. ঘূৰি অহা কাৰ্য্য returning.

**প্ৰতিবাক্য** বি. প্ৰত্যুত্তৰ, প্ৰতিশব্দ a reply.

**প্ৰতিবাদ** বি. কোনো কাৰ্য্যৰ বিৰুদ্ধে কৰা আপত্তি, বিপৰীত উক্তি protest, contradiction. **প্ৰতিবাদী** পদকীয়া a defendant. স্ত্ৰী. **প্ৰতিবাদিনী** ।

**প্ৰতিবাৰ্ত্তা** বি. খবৰ, বাতৰি information, news.

**প্ৰতিবাসী** বি. ওচৰ চুবুৰীয়া মানুহ a neighbour. স্ত্ৰী. **প্ৰতিবাসিনী** ।

**প্ৰতিবিধান** বি. আপদ বা অসুবিধা গুচাবৰ উপায়, প্ৰতিকাৰ a remedy, taking steps against.

**প্ৰতিবিম্ব** বি. আৰ্চী বা পানীৰ ওপৰত প্ৰতিফলিত আকৃতি, ছাঁ reflected image, shadow.

**প্ৰতিবেদন** বিৱৰণী report.

**প্ৰতিবেশী** বি. প্ৰতিবাসী a neighbour. স্ত্ৰী. **প্ৰতিবেশিনী** ।

**প্ৰতিভা** বি. অসাধাৰণ বুদ্ধি genius, পৰিকল্পনা, ৰচনা, আবিষ্কাৰ আদিত অসামান্য ক্ষমতা extraordinary intellectual power. বিণ. **প্ৰতিভাশালী, প্ৰতিভাবান প্ৰতিভান্বিত** ।

**প্ৰতিভাত** বিণ. প্ৰকাশিত, জ্ঞাত bright, known.

**প্ৰতিভাসিত** আলোকিত, পোহৰ হৈ উঠা ।

**প্ৰতিভূ** বি. জামিন a bail, surety.

**প্ৰতিম** বিণ. সদৃশ, তুল্য ।

**প্ৰতিমা** বি. দেৱতাৰ মূৰ্ত্তি an idol, প্ৰতিমূৰ্ত্তি an image.

**প্ৰতিমূৰ্ত্তি** বি. প্ৰতিকৃতি, অনুৰূপ মূৰ্ত্তি statue, portrait.

**প্ৰতিযোগী** বি. প্ৰতিদ্বন্দ্বী a rival. **প্ৰতিযোগিতা** বিৰোধ, অৰিয়া অৰি। **প্ৰতিদ্বন্দ্বিতা** rivalry, competition.

**প্ৰতিৰক্ষা** শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষা defence.

**প্ৰতিৰুদ্ধ** বিণ. নিবাৰিত, অৱৰুদ্ধ impeded, obstructed.

**প্ৰতিৰূপ** বি. প্ৰতিমূৰ্ত্তি, প্ৰতিবিম্ব image, statue.

**প্ৰতিৰোধ** বি. বাধা, বিঘিনি hindrance, opposition. বিণ. **প্ৰতিৰোধী** । বি. **প্ৰতিৰোধক** বাধা জন্মাওঁতা ।

**প্ৰতিলিপি** বি. নকল a copy, a transcript.

**প্ৰতিলোম** বিপৰীত, নীহকুলীয়া পুৰুষৰ লগত উচ্চকুলৰ ৰমণীৰ বিবাহ ।

**প্ৰতিশব্দ** বি. সমাৰ্থক শব্দ, প্ৰতিবচন a synonym.

**প্ৰতিশোধ** বি. প্ৰতিহিংসা, প্ৰতিকাৰ

retaliation, ধাৰ শুজা কাৰ্য্য liquidation.

প্ৰতিশ্ৰুত বিণ. দিম বুলি অঙ্গীকাৰ কৰা promised. বি. প্ৰতিশ্ৰুতি অঙ্গীকাৰ, প্ৰতিজ্ঞা promise.

প্ৰতিষেধ বি. নিষেধ, নিবাৰণ act of prohibiting. বিণ. প্ৰতিষিদ্ধ, প্ৰতিষেধক নিবাৰক preventive.

প্ৰতিষ্ঠা সক. ধা. স্থাপন কৰ to establish.

প্ৰতিষ্ঠা বি. গৌৰৱ, যশস্যা, খ্যাতি fame, renown, সংস্থাপন, স্থাপন consecration, act of establishing. প্ৰতিষ্ঠাতা যি প্ৰতিষ্ঠা কৰে founder. প্ৰতিষ্ঠান প্ৰতিষ্ঠিত বিষয় institution. বিণ. প্ৰতিষ্ঠিত।

প্ৰতিষ্ঠাপন বি. সংস্থাপন। বিণ. প্ৰতিষ্ঠাপিত।

প্ৰতিসৰণ (বিজ্ঞান) এটা স্বচ্ছ বস্তুৰ পৰা অন্য স্বচ্ছ বস্তুত প্ৰবেশ কৰা পোহৰ বা ৰশ্মিৰ বক্ৰ গতি, refraction.

প্ৰতিহত বিণ. বাধাপ্ৰাপ্ত, ব্যাহত obstructed.

প্ৰতিহাৰ বি. দুৱৰী a door-keeper.

প্ৰতিহিংসা বি. হিংসাৰ সলনি হিংসা, প্ৰতিশোধ revenge.

প্ৰতীক বি. চিন symbol.

প্ৰতীতি বি. জ্ঞান, বোধ, বিশ্বাস knowledge, preception, belief. প্ৰতীয়মান বিশ্বসিত, যাক অনুমান কৰা বা জনা যায় believed.

প্ৰতীপ বিপৰীত, শান্তনুৰ পিতৃ, কাব্যালঙ্কাৰ বিশেষ।

প্ৰতীক্ষা বি. অপেক্ষা, আশা expectation.

প্ৰতুল বিণ. প্ৰচুৰ, যথেষ্ট sufficient.

প্ৰত্ন বিণ. প্ৰাচীন। বি. প্ৰত্নতত্ত্ব পুৰাতত্ত্ব, আগৰ কালৰ বস্তু সম্বন্ধীয় জ্ঞান the antiquities, archaeology. প্ৰত্নতাত্ত্বিক প্ৰত্নতত্ত্ব জনা মানুহ।

প্ৰত্যঙ্গ বি. সৰু অঙ্গ, আঙুলি আদি a minor bodily limb.

প্ৰত্যন্ত ওচৰ চুবুৰীয়া, সমীপৱৰ্ত্তী।

প্ৰত্যবায় বি. পাপ, অপকাৰ, ক্ষতি, বাঁধা a sin, loss, injury, obstacle.

প্ৰত্যয় বি. পতিয়ন, বিশ্বাস, সঁজাত conviction. (ব্যাকৰণত) শব্দ বা ধাতুৰ পাছত যি শব্দাংশ যোগ কৰিলে বিশেষ অৰ্থ উৎপন্ন হয় affix.

প্ৰত্যৰ্পণ বি. পুনৰ অৰ্পণ কৰা কাৰ্য্য, ওলোটাই দিয়া কাৰ্য্য act of returning a thing. বিণ. প্ৰত্যৰ্পিত।

প্ৰত্যহ ক্ৰি. বিণ. প্ৰতিদিন, নিতে daily.

প্ৰত্যক্ষ বিণ. চকুৰে দেখা, ইন্দ্ৰিয়ৰ দ্বাৰা উপলব্ধি হোৱা visible to the eye, perceived by the

senses, ইন্দ্ৰিয়ৰ দ্বাৰা পোৱা (জ্ঞান) obtained by the eye.

**প্ৰত্যাখ্যান** বি. অস্বীকাৰ, ফিৰত refusal, উপেক্ষা, অনাদৰ, পৰিত্যাগ neglect, giving up.

**প্ৰত্যাগমন** বি. উলটি বা ঘূৰি অহা কাৰ্য্য act of coming back, বিণ. **প্ৰত্যাগত**।

**প্ৰত্যাদেশ** বি. দেৱতাৰ আদেশ an order. প্ৰত্যাখ্যান rejection. বিণ. **প্ৰত্যাদিষ্ট**।

**প্ৰত্যাবৰ্ত্তন** বি. প্ৰত্যাগমন, ঘূৰি অহা returning. বিণ. **প্ৰত্যাবৃত্ত**।

**প্ৰত্যাশা** বি ভাৰসা, কৃতকৰ্ম্মৰ ফল স্বৰূপে অহিনৰ পৰা কিবা পাবৰ আশা expectation, hope. বিণ. **প্ৰত্যাশী**।

**প্ৰত্যাহাৰ** বি. আগেয়ে কোৱা কথা নুটিওৱা বা পৰিবৰ্ত্তন কৰা, ফিৰাই লোৱা (আদেশ, কথা) revocation, withdrawal.

**প্ৰত্যুক্তি** বি. উত্তৰ a reply. **প্ৰত্যুত্তৰ** বি. উত্তৰৰ উত্তৰ a reply to an answer, a rejoinder.

**প্ৰত্যুৎপন্ন** বিণ. তৎক্ষণাৎ উৎপন্ন। **প্ৰত্যুৎপন্নমতি** বি. উপস্থিত বুদ্ধি, তৎক্ষণাৎ কৰ্ত্তব্য স্থিৰ কৰিব পৰা বুদ্ধি presence of mind. বিণ. উপস্থিত বুদ্ধি থকা having presence of mind.

**প্ৰত্যুপকাৰ** বি. উপকাৰ পাই কৰা উপকাৰ requital of kindness or favour. বিণ. **প্ৰত্যুপকাৰী**।

**প্ৰত্যুষ** বি. নিচেই ৰাতিপুৱা কাল, প্ৰভাত the early dawn.

**প্ৰত্যেক** বি. এটা-এটা, এজন এজন কৰি সকলো each, every. ক্ৰি. বিণ. **প্ৰত্যেকে**।

**প্ৰথম** বিণ. আদি first, beginning, প্ৰধান the chief. বি. আদি the beginning. ক্ৰি. বিণ. **প্ৰথমে**। বিণ. **প্ৰাথমিক**।

**প্ৰথা** বি. ৰীতি custom, নিয়ম প্ৰণালী method.

**প্ৰথিত** বিখ্যাত।

**প্ৰথিতনামা** প্ৰথিত যশা, যশস্বী, বিখ্যাত।

**প্ৰদত্ত** বিণ. প্ৰদান কৰা. সমৰ্পিত given.

**প্ৰদৰ** বি. তিৰোতাৰ এবিধ ৰোগ leucorrhoea.

**প্ৰদৰ্শক** বি. দেখাওঁতা one who shows or exhibits. **প্ৰদৰ্শন** বি. দেখুওৱা কাৰ্য্য act of showing or exhibiting. **প্ৰদৰ্শনী** দেশৰ নানা তৰহৰ বস্তু দেখুওৱা ঠাই, মেলা an exhibition. বিণ. **প্ৰদৰ্শিত**।

**প্ৰদক্ষিণ** বি. কোনো মানুহ বা দেৱতাৰ চাৰিওফালে ঘূৰি কৰা সম্মান, চাৰিওফালে ঘূৰা কাৰ্য্য going round an idol or a

person in reverence, act of going round.

**প্ৰদাতা** বি. প্ৰদান বা দান কৰোঁতা, দিওঁতা a giver. স্ত্ৰী. **প্ৰদাত্ৰী**।

**প্ৰদান** বি. দান the act of giving. বিণ. **প্ৰদেয়** প্ৰদানৰ যোগ্য।

**প্ৰদাহ** বি. সন্তাপ, যন্ত্ৰণা grief, suffering.

**প্ৰদীপ** বি. বন্তি, জলোৱা চাকি a lamp.

**প্ৰদীপ্ত** বি. জুই লাগি থকা, জ্বলি থকা, প্ৰজ্বলিত burning, kindled.

**প্ৰদ্যুম্ন** বি. কৃষ্ণ-ৰুক্মিণীৰ পুত্ৰ, কামদেৱ।

**প্ৰদেশ** বি. দেশৰ এক ডাঙৰ অংশ a province, স্থান, ঠাই a place, region. বিণ. **প্ৰাদেশিক**।

**প্ৰদোষ** বি. সন্ধ্যা, গধূলি সময় evening.

**প্ৰধান** বি. ঘাই, ডাঙৰ, শ্ৰেষ্ঠ chief, great, prime. **প্ৰধানতঃ**, **প্ৰধানকৈ** mainly. বি. **প্ৰধানতা**, **প্ৰাধান্য**।

**প্ৰপঞ্চ** বি. মায়াৰ জগত, বিকাশ, সৃষ্টি বিকাশ the world of illusion, manifestation, elaboration, বিস্তৃত বিবৰণ amplification.

**প্ৰপন্ন** বিণ. শৰণাগত, সেৱাপৰায়ণ very devoted.

**প্ৰপাত** নিজৰা পৰা ঠাই, জলপ্ৰপাত।

**প্ৰপিতামহ** বি. পিতামহৰ পিতা, আজো ককা a paternal great grand-father. স্ত্ৰী. **প্ৰপিতামহী**।

**প্ৰপৌত্ৰ** বি. পৰিনাতি। স্ত্ৰী. **প্ৰপৌত্ৰী**।

**প্ৰফুল্ল** বিণ. ৰবকৈ ফুলি থকা, প্ৰস্ফুটিত fully blown, প্ৰসন্ন, হাঁহি থকা smiling, pleased. বি. **প্ৰফুল্লতা**। বিণ. **প্ৰফুল্লিত** আনন্দিত।

**প্ৰবচন** উক্তি, প্ৰবাদ বচন।

**প্ৰবঞ্চ** সক. ধা. বঞ্চনা কৰ, ফাকি দে to cheat. বি. **প্ৰবঞ্চক** বঞ্চনা কৰা মানুহ, ছল কৰোঁতা, প্ৰতাৰক cheat. **প্ৰবঞ্চনা** প্ৰতাৰণা cheating.

**প্ৰবণ** বিণ. আসক্ত, ৰত, যি সহজে কোনো অৱস্থাগ্ৰস্ত হয় (ভাবপ্ৰবণ). prone. বি. **প্ৰবণতা**।

**প্ৰবন্ধ** বি. ৰচনা an essay, যত্ন, পুৰুষাৰ্থ exertion. অক. ধা. চেষ্টা কৰ to exert. ক্ৰি. বিণ. **প্ৰবন্ধে** চেষ্টা কৰি carefully.

**প্ৰবৰ** বিণ. শ্ৰেষ্ঠ chief, গোত্ৰ প্ৰবৰ্ত্তক ঋষি।

**প্ৰবৰ্ত্ত** অক. ধা. আচৰণ কৰ, ব্যৱহাৰ কৰ to follow, to behave, জীৱন ধাৰণ কৰ to subsist, প্ৰচলিত হ to prevail. বি. **প্ৰবৰ্ত্তক** যি স্থাপন বা প্ৰচলন কৰে founder, যি কৰায় originator. **প্ৰবৰ্ত্তন** স্থাপন founding, আৰম্ভ

বা প্ৰচলিত কৰণ introducing. **প্ৰৱৰ্ত্তনি** জীৱিকা livelihood. বিণ. **প্ৰৱৰ্ত্তমান** নিযুক্ত engaged. **প্ৰবৰ্ত্তিত** চলোৱা, প্ৰচলিত।

**প্ৰবল** বিণ. বলী, পৰাক্ৰমী powerful, violent, বি. **প্ৰবলতা, প্ৰাবল্য**।

**প্ৰবসুৱা** বিণ. প্ৰবাসত থকা, প্ৰবাসৰ living away from home, belonging to sojourner. ক্ৰি. বিণ. **প্ৰবসুৱাকৈ**।

**প্ৰবাদ** বি. মানুহৰ মুখে মুখে চলি অহা আগৰ দিনৰ কথা tradition, জনশ্ৰুতি, কিংবদন্তী।

**প্ৰবাল** বি. পোৱাল মণি coral. **প্ৰবালদ্বীপ** অধিক পৰিমাণে পোৱাল গোট খাই সাগৰত হোৱা দ্বীপ a coral island.

**প্ৰবাস** বি. ঘৰৰ পৰা আঁতৰত বাস living away from home. বিণ. **প্ৰবাসী** প্ৰবাসত থকা, প্ৰবাসত থকা মানুহ। স্ত্ৰী. **প্ৰবাসিনী**।

**প্ৰবাহ** বি. বৈ থকা পানী, সোঁত থকা পানী a stream, অবিচ্ছেদ গতি বিণ. **প্ৰবাহী**। স্ত্ৰী. **প্ৰবাহিনী** নদী।

**প্ৰবিষ্ট** বিণ. ভিতৰলৈ যোৱা, প্ৰবেশ কৰা, নিযুক্ত হোৱা entered upon, gone into.

**প্ৰবীণ** বিণ. নিপুণ, পাৰ্গত, বিজ্ঞ skilful, wise. বি. **প্ৰবীণতা**।

**প্ৰবীৰ** শ্ৰেষ্ঠ বীৰ।

**প্ৰবুদ্ধ** বিণ. জনা, জ্ঞানী, চতুৰ skilful, wise, সাৰ পোৱা awakened.

**প্ৰবৃত্ত** বিণ. নিযুক্ত, ৰত, কামত লাগি থকা engaged.

**প্ৰবৃত্তি** বি. অভিৰুচি, বাসনা desire, inclination, সংসাৰ সুখৰ ইচ্ছা, বিষয়ত লিপ্ত থকা অবস্থা pursuit of worldly pleasures or activities, কাম, কৰ্ম্মৰ অনুষ্ঠান, **প্ৰবৃত্তিমাৰ্গ, প্ৰবৃত্তিপথ** সংসাৰী মানুহৰ পথ, সুখ সম্ভোগৰ পথ, য'ত মুক্তি নাই।

**প্ৰবৃদ্ধ** বিণ. অতিশয় বৃদ্ধ very old, অতিশয় বৃদ্ধিযুক্ত full grown.

**প্ৰবেশ** বি. ভিতৰলৈ যোৱা কাৰ্য্য, সোমোৱা act of entering, অক. ধা. প্ৰবেশ কৰ, সোমা। **প্ৰবেশক** প্ৰবেশকাৰী, বি. প্ৰবেশ কৰায়। **প্ৰবেশিকা** যিয়ে প্ৰবেশ কৰায়, বিশ্ববিদ্যালয়ত প্ৰবেশ কৰাবৰ কাৰণে লোৱা পৰীক্ষা। **প্ৰবেশ্য** প্ৰবেশ যোগ্য। **প্ৰবেশ পত্ৰ** প্ৰবেশ কৰাৰ টিকট বা কাৰ্ড। **প্ৰবেশ মূল্য** কোনো বিষয়ত অধিকাৰ লাভ কৰাৰ বাবে দিয়া টকা পইচা admission fee.

**প্ৰবোধ** বি. সান্ত্বনা, বুজনি consolation, তত্ত্বজ্ঞান real knowledge. সক. ধা. সান্ত্বনা কৰ to console, বিণ. **প্ৰবোধিত**।

**প্রব্রজ্যা** বি. সন্ন্যাস, সন্ন্যাসীহৈ কৰা ভ্ৰমণ।

**প্রভঞ্জন** বি. বায়ু air.

**প্রভব** বি. উৎপত্তি, জন্ম কাৰণ।

**প্রভা** বি. দীপ্তি, কান্তি, কিৰণ splendour, light, brightness. **প্রভাকৰ** সূর্য্য the sun.

**প্রভাত** বি. ৰাতিপুৱা morning. বিণ. **প্রভাতী, প্রাভাতিক** পুৱাৰ, ৰাতিপুৱা কৰা বা হোৱা relating to the morning. **প্রভাত ফেৰি** ৰাতিপুৱা ঘূৰি ফুৰি গান গোৱা।

**প্রভাৱ** বি. প্ৰতাপ, বিক্ৰম, শক্তি power, যি শক্তিয়ে অইনক চালিত কৰে influence.

**প্রভাস** বি. দ্বাৰকাৰ ওচৰৰ এখন তীৰ্থৰ নাম, সোমতীৰ্থ—ইয়াতে যদুবংশৰ ধ্বংস হয়।

**প্রভু** বি. গৰাকী, স্বামী lord, master.

**প্রভুত্ব** আধিপত্য, কর্তৃত্ব, গৰাকীৰ ক্ষমতা influence, mastership, authority. বিণ. **প্রভুভক্ত** গৰাকীক ভক্তি কৰা,অধিকাৰক মান্য কৰা loyal, devoted to one's master. বি. **প্রভুভক্তি**।

**প্রভুত** বিণ. অধিক, বহুত, যথেষ্ট much, abundant.

**প্রভৃতি** বি. আদি, ইত্যাদি etcetera.

**প্রভেদ** বি. বিভিন্নতা, পাৰ্থক্য difference, distinction.

**প্রমত্ত** বিণ. উন্মত্ত, বলিয়া, মতলীয়া mad, excited, intoxicated.

**প্রমথ** বি. শিৱানুচৰ। **প্রমথনাথ, প্রমথেশ** শিৱ Shiva.

**প্রমদা** বি. সুন্দৰী তিৰোতা a beautiful woman.

**প্রমাণ** বি. যাৰ দ্বাৰা কোনো কথাৰ সঁচা মিছা বুজিব পৰা যায় evidence, proof, পৰিমাণ measure, quantity. **প্রমাণ-পত্র** যি কাকতেৰে কোনো কথা প্ৰমাণ কৰা যায় documentary evidence. বিণ. **প্রমাণী** উপকাৰ থকা বুলি প্ৰমাণ পোৱা (কথা, দৰৱ) proved to be true or efficacious.

**প্রমাতামহ** বি. মাতামহৰ পিতৃ maternal great grandfather. স্ত্রী. **প্রমাতামহী**।

**প্রমাদ** বি. বিপদ, মহা আপদ, প্ৰলয় misfortune, calamity, ভ্ৰান্তি mistake, অসাৱধানতা carelessness, উন্মত্ততা drunkenness. *

**প্রমীলা** বি. মেঘনাদৰ ভাৰ্য্যা।

**প্রমুখাত** অব্য, মুখৰ পৰা from the mouth of.

**প্রমুখী** বিণ. (স্ত্রী.) প্ৰধান।

**প্রমুখ্যে** (অব্যয়) আদি কৰি, মুখ্য কৰি and others, headed by.

**প্রমেহ** বি. মূত্ৰত শোৰণিৰে ধৰা

যাক পুঁজ ওলোৱা ৰোগ gonorrhoea. প্ৰমেয় যাক প্ৰমাণ কৰা হৈছে।

**প্ৰমোদ** বি. আমোদ, ৰং, ধেমালি joy, pleasure. বিণ. **প্ৰমোদিত** আনন্দিত। **প্ৰমোদ-উদ্যান** উপবন। **প্ৰমোদ-ভবন** আনন্দ ভবন।

**প্ৰযত্ন** বি. অতিশয় যত্ন, অধ্যবসায় great effort.

**প্ৰয়াগ** বি. গঙ্গা, যমুনা, সৰস্বতীৰ সঙ্গমস্থান, এলাহাবাদ।

**প্ৰয়াণ** বি. গমন, প্ৰস্থান departure, march.

**প্ৰয়াস** বি. চেষ্টা, পুৰুষাৰ্থ, পৰিশ্ৰম effort, exertion. বিণ. **প্ৰয়াসী** চেষ্টা কৰা, পৰিশ্ৰমী diligent.

**প্ৰযুক্ত** বিণ. নিযুক্ত, অৰ্পিত। বি. প্ৰযুক্তি।

**প্ৰয়োগ** বি. নিয়োজন, ব্যৱহাৰ opplication, use. **প্ৰয়োজক, প্ৰযোজক** কামত লগাওঁতা, কাম কৰাওঁতা who or what induces a person to act.

**প্ৰয়োজন** বি. আৱশ্যক necessity, কাৰণ cause, উদ্দেশ্য purpose. বিণ. **প্ৰয়োজনীয়** আৱশ্যকীয়, দৰ্কাৰী necessary. **প্ৰযোজ্য** প্ৰয়োগযোগ্য applicable.

**প্ৰৰোচনা** বি. প্ৰেৰণা, উত্তেজনা incitement. বিণ. **প্ৰৰোচিত**।

**প্ৰলম্ব** বিণ. দীঘল long. **প্ৰলম্বিত** দীঘল, ওলমি থকা।

**প্ৰলয়** বি. সৃষ্টিৰ সম্পূৰ্ণ ধ্বংস the total destruction of the world, নাশ destruction, মহা আপদ, পয়মাল a great calamity. **প্ৰলয়ঙ্কৰ** বিণ. প্ৰলয়কাৰী, বিধ্বংসী। স্ত্ৰী. **প্ৰলয়ঙ্কৰী** সংহাৰিনী।

**প্ৰলাপ** বি. নিৰৰ্থক বাক্য, বলকনি ravings.

**প্ৰলেপ** বি. লিপি দিয়া বস্তু, ঘঁহি দিয়া দৰৱ a plaster, an ointment.

**প্ৰলোভ** বি. আকাঙ্খা, পাবৰ ইচ্ছা cupidity, desire. **প্ৰলোভন** বি. লোভ দেখুওৱা কাৰ্য্য, চহ a seducing, temptation, লোভ-জনক বিষয়। বিণ. **প্ৰলোভিত** যাক লোভ দেখুওৱা হৈছে।

**প্ৰশংস** সক. ধা. প্ৰশংসা কৰ to praise. বিণ. **প্ৰশংসিত**। বি. **প্ৰশংসা** শলগা, গুণ বৰ্ণনা praise. বিণ. **প্ৰশংসনীয়** শলাগৰ যোগ্য, শলাগিব লগীয়া deserving praise, praiseworthy. **প্ৰশংসবাদ** স্তুতিবাদ, গুণানুকীৰ্ত্তন। **প্ৰশংসাভাজন** প্ৰশংসাৰ পাত্ৰ।

**প্ৰশমণ** বি. নিবাৰণ, নিবৃত্তি কৰণ, শান্তি appeasing.

**প্ৰশস্ত** বিণ. উত্তম, শ্ৰেষ্ঠ, বিশিষ্ট best, superior, excellent.

**প্ৰশস্তি** বি. প্ৰশংসা praise, আশীৰ্বাদ benediction.

**প্ৰশান্ত** বিণ. ধীৰ, সুস্থিৰ tranquil, calm.

**প্ৰশাসন** বি. ৰাজবিধি, আইন।

**প্ৰশ্ন** বি. সোধা কাৰ্য্য, জিজ্ঞাসা questioning, সোধা কথা question.

**প্ৰশ্ন-পত্ৰ** বি. পৰীক্ষাৰ কাগজ examination paper.

**প্ৰশ্ৰয়** বি. আশ্ৰয়, লাই, চেনেহৰ কাৰণে ইচ্ছামতে চলিব দিয়া কাৰ্য্য indulgence.

**প্ৰশ্বাস** বি. নাকেদি বাজলৈ বায়ু উলিওৱা কাৰ্য্য respiration.

**প্ৰসঙ্গ** বি. সঙ্গ company, আলোচ্য বিষয়, আলোচনা discourse, সুযোগ occassion, প্ৰস্তাৱ proposal, গোসাই সকলে নিতৌ কৰা নাম কীৰ্ত্তন, নাম প্ৰসঙ্গ। বিণ. প্ৰাসঙ্গিক।

**প্ৰসঙ্গ ক্ৰমে** আলোচনা ক্ৰমে।

**প্ৰসন্ন** বিণ. অনুকূল, সদয় favourable, সন্তুষ্ট pleased, নিৰ্ম্মল, শান্ত আৰু প্ৰফুল্ল। বি. প্ৰসন্নতা।

**প্ৰসৱ** বি. সন্তান জন্মোৱা কাৰ্য্য giving birth to a child, উৎপত্তি production, সন্তান ভূমিষ্ঠ হোৱা delivery. সক. ধা. জন্মা, উৎপন্ন কৰ to bring forth, to give birth to. বিণ. (স্ত্ৰী.) প্ৰসৱিনী।

**প্ৰসাদ** বি. অনুগ্ৰহ favour দেৱতাক নিবেদন বা উছৰ্গা কৰা খাদ্য food offered to a deity. গুৰুজনৰ উচ্ছিষ্ট।

**প্ৰসাৰিত** বিণ. বিস্তৃত extended.

**প্ৰসাৰ** বি. বিস্তাৰ।

**প্ৰসাধন** বি. শৰীৰৰ শোভা সম্পাদন, বেশভূষা toilet.

**প্ৰসিদ্ধ** বিণ. প্ৰখ্যাত, বিখ্যাত famous, well-known.

**প্ৰসিদ্ধি** খ্যাতি, জনশ্ৰুতি।

**প্ৰসূ** বি. প্ৰসূতি, জননী mother (ৰত্নপ্ৰসূ)।

**প্ৰসূত** বিণ. জন্ম হোৱা, উৎপন্ন, জাত produced.

**প্ৰসূতা** বি. সন্তান হোৱাৰ পাছত হোৱা তিৰোতাৰ ৰোগ puerperal disease. প্ৰসূতি সন্তান প্ৰসৱ কৰা তিৰোতা a woman recently delivered of a child.

**প্ৰস্তৰ** বি. শিল a stone. প্ৰস্তৰ যুগ যি কালত মানুহে শিলৰ অস্ত্ৰেৰে কাম বন কৰিছিল stone-age.

**প্ৰস্তাৱ** বি. প্ৰসঙ্গ, আলোচনাৰ বিষয় a proposal, a topic for discussion, উল্লেখ mention, বিবেচনা বা আলোচনাৰ কাৰণে উত্থাপিত মত motion. বিণ. প্ৰস্তাৱিত। প্ৰস্তাৱক বিণ. প্ৰস্তাৱ কৰোঁতা one making a proposal. প্ৰস্তাৱনা

বি. ভূমিকা, নাট্যাভিনয়ৰ আৰম্ভতে সূত্ৰধাৰ নটী আদিৰ বিচিত্ৰ আলাপ prologue.

**প্ৰস্তুত** বিণ. তৈয়াৰ, যুগুত, সাজু ready, prepared.

**প্ৰস্থ** বি. পথালিৰ পৰিমাণ, বহলৰ পৰিমাণ breadth, width. ক্ৰি. বিণ. প্ৰস্থে পথালিয়ে।

**প্ৰস্থান** বি. যোৱা কাৰ্য্য, যাত্ৰা, পয়াণ going, departing.

**প্ৰস্ফুট, প্ৰস্ফুটিত** বিণ. ভালকৈ ফুলা, সম্পূৰ্ণৰূপে ফুলি উঠা fully blown, প্ৰকাশিত revealed.

**প্ৰস্ৰৱণ** বি. পানীৰ পুং বা ভুমুক a water-spring

**প্ৰস্ৰাৱ** বি. মূত urine. ক্ৰি. প্ৰস্ৰাৱ কৰ to make water.

**প্ৰহৰ** বি. এপৰ, প্ৰায় তিন ঘণ্টা কাল one-fourth of a day or night.

**প্ৰহৰণ** ( পু. অ. ) বি. এবিধ অস্ত্ৰ a kind of weapon.

**প্ৰহৰী** বি. পৰীয়া, চকীদাৰ a watch-man.

**প্ৰহসন** বি. ৰবকৈ হাঁহি তোলা ভাৱনা বা নাটক, হাস্যৰসাত্মক নাটক farce.

**প্ৰহাৰ** বি. মাৰ, আঘাত, কোব striking, beating. সক. ধা. আঘাত কৰ to strike, to beat, মাৰি পঠিয়া ( শৰ ) to throw as a missile.

**প্ৰহৃষ্ট** বিণ. আনন্দিত delighted, pleased.

**প্ৰহেলিকা** বি. যি কথাৰ সাধাৰণ অৰ্থত বাজে অন্য গূঢ় অৰ্থ আছে, সাঁথৰ, বিমূঢ়তা a riddle, puzzle.

**প্ৰহ্লাদ** বি. হিৰণ্যকশিপু দৈত্যৰ বিষ্ণুভক্ত পুতেক the saintly son of Demon Hiranya-Kasipu.

**প্ৰক্ষাল, প্ৰক্ষালন** বি. ধোৱন, পখাল। সক. ধা. পখাল to wash বিণ. প্ৰক্ষালিত।

**প্ৰক্ষিপ্ত** বিণ. লেখাৰ মাজত পাছে সুমাই দিয়া ( কথা) interpolated প্ৰক্ষেপ নিক্ষেপ চোৱা। বিণ. প্ৰক্ষেপক।

**প্ৰক্ষেপ-চিন** " " এনে চিন inverted comma.

**প্ৰাক্** আগেয়ে, পূৰ্ব্বে before, আগৰ previous.

**প্ৰাকৃত** বিণ. স্বাভাবিক, নৈসৰ্গিক natural, সাধাৰণ, নীচ vulgar, ordinary, সংস্কৃত ভাষা সাধাৰণ লোকৰ মুখত বিকৃত হৈ ঠায়ে ঠায়ে উৎপন্ন হোৱা প্ৰাদেশিক ভাষা Prakrit dialects spoken by common people.

**প্ৰাকৃতিক** বি. প্ৰকৃতিৰ, প্ৰকৃতি সম্বন্ধীয়, দৃশ্যমান জগতৰ belonging or pertaining to nature.

**প্ৰাক্তন** বি. পূৰ্ব্বজন্মৰ কৰ্ম্মফল, কপাল destiny, fate, পূৰ্ব্বকালীন।

**প্ৰাগ্‌জ্যোতিষ্‌পুৰ** বি. ঐশ্বৰ্য্য বিস্তাৰ কেন্দ্ৰস্থল, কামৰূপৰ এখন প্ৰসিদ্ধ পুৰণি নগৰ।

**প্ৰাগৈতিহাসিক** যি যুগৰ বিষয়ে ইতিহাসে আমাক বিশেষ সমল দিব নোৱাৰে, ইতিহাস্‌ পূৰ্ব্ব, prehistoric.

**প্ৰাচীন** বিণ. পুৰণিকলীয়া, বহুকালৰ, অতীতৰ ancient, old. বি. **প্ৰাচীনতা**।

**প্ৰাচীৰ** বি. ঘৰৰ চাৰিওকালে থকা মাটি বা ইটাৰ গড় an earthen or masonry wall round a dwelling.

**প্ৰাচুৰ্য্য** বি. পৰ্য্যাপ্তি, আধিক্য abundance.

**প্ৰাচ্য** বিণ. ইউৰোপৰ পূবফালে থকা, এচিয়াৰ চীন, ভাৰত, পাৰস্য আদি দেশৰ eastern, oriental.

**প্ৰাজাপত্য** বিধি সম্মত বিয়া।

**প্ৰাজ্ঞ** বিণ. বিজ্ঞ, জ্ঞানী wise. স্ত্ৰী. **প্ৰাজ্ঞী**। **প্ৰাজ্ঞ বচন** জ্ঞানগৰ্ভ উক্তি।

**প্ৰাঞ্চী** (পু. অ.) বি. 'প্ৰাচীৰ' চোৱা।

**প্ৰাঞ্জল** বিণ. বুজিবলৈ সহজ, পোণ অৰ্থ থকা, পাক নথকা plain, perspicuous. বি. **প্ৰাঞ্জলতা**।

**প্ৰাণ** বি. জীয়াই ৰখা শক্তি, জীৱন vitality, life, শৰীৰৰ এবিধ বায়ু। **প্ৰাণঘাতক** প্ৰাণ মৰা, বধ কৰা fatal. স্ত্ৰী. **প্ৰাণঘাতিকা**। **প্ৰাণটাঁকি** প্ৰাণপণে at the risk of life. **প্ৰাণদণ্ড** মৃত্যুদণ্ড, প্ৰাণ নাশ কৰা শাস্তি capital punishment. **প্ৰাণ-ধন** অতি মৰমৰ মানুহ one dearly loved. **প্ৰাণপণে** প্ৰাণ টাঁকি। **প্ৰাণ-নাথ** স্বামী husband. **প্ৰাণপ্ৰতিম** প্ৰাণ তুল্য। **প্ৰাণপ্ৰতিষ্ঠা** প্ৰতিমা আদিৰ প্ৰাণ সঞ্চাৰ। **প্ৰাণ-প্ৰিয়** প্ৰাণৰ নিচিনা বা প্ৰাণতকৈও প্ৰিয়। **প্ৰাণ-বন্ধু** প্ৰাণতুল্য মিত্ৰ। **প্ৰাণ-বায়ু** জীৱন ৰক্ষা কৰা বায়ু, জীৱন। **প্ৰাণ-ময়** জীৱন্ত lively. **প্ৰাণ-যাত্ৰা** জীৱন-যাত্ৰা।

**প্ৰাণস্পৰ্শী** মৰ্ম্মস্পৰ্শী, হৃদয় স্পৰ্শী।

**প্ৰাণাধিক** বিণ. আপোনাৰ প্ৰাণতকৈও অধিক মৰমৰ, বৰ চেনেহৰ dearly loved. স্ত্ৰী. **প্ৰাণাধিকা**।

**প্ৰাণান্ত** বি. জীৱনৰ অন্ত, মৃত্যু death, **প্ৰাণান্তিক** মৰণান্তিক, প্ৰাণ অন্ত হব খোজা almost fatal, verging on death.

**প্ৰাণায়াম** বি. প্ৰাণবায়ুৰ ৰোধ বা সংযম—পূৰকত সোঁ নাক বন্ধ কৰি বাঁও নাকেৰে বায়ু টনা হয়,—কুম্ভকত দুয়ো নাক বন্ধ কৰি বায়ু ৰোধ কৰা হয় আৰু—ৰেচকত সোঁ নাকেৰে বায়ু এৰি দিয়া হয়।

**প্ৰাণি-বিদ্যা, প্ৰাণিতত্ত্ব** বি. জীৱ-জন্তুৰ স্বভাৱ, আকৃতি আদি সম্বন্ধীয় বিজ্ঞান zoology, **প্ৰাণি-হিংসা** জীৱ হত্যা।

**প্ৰাণী** বি. জীয়া জন্তু living animal or being.

**প্ৰাণেশ, প্ৰাণেশ্বৰ** বি. প্ৰাণনাথ, জীৱনৰ গৰাকী a word used by wife in affectionately addressing her husband. স্ত্ৰী. প্ৰাণেশ্বৰী।

**প্ৰাণোৎসৰ্গ** জীৱন বিসৰ্জ্জন।

**প্ৰাতঃ, প্ৰাতঃকাল** বি. ৰাতিপুৱা, the early morning.

**প্ৰাতঃকৃত্য, প্ৰাতঃক্ৰিয়া** বি. পুৱাই কৰিবলগা শৌচাচাৰ আৰু দেৱতাৰ নাম লোৱা আদি কাৰ্য্য daily morning duties as washing, worship etc. **প্ৰাতঃসন্ধ্যা** ৰাতিপুৱা কৰা উপাসনা। **প্ৰাতঃস্নান** ৰাতিপুৱা কৰা স্নান। **প্ৰাতঃস্মৰণীয়** যাৰ নাম ৰাতিপুৱা স্মৰণ কৰিলে পুণ্য হয়। **প্ৰাতৰ্ভোজন** ৰাতিপুৱা কৰা আহাৰ breakfast.

**প্ৰাতিপদিক** (ব্যাকৰণত) বিভক্তিহীন বিশেষ্য বা বিশেষণ বাচক পদ।

**প্ৰাতিভাসিক** যি বাস্তৱ নহয়, কিন্তু বাস্তৱ বুলি অনুমান হয়।

**প্ৰাত্যহিক** দৈনন্দিন।

**প্ৰাথমিক** বিণ. প্ৰথমতে আৰম্ভ কৰা primary, আদ্য initial, preliminary.

**প্ৰাদুৰ্ভাৱ** বি. আবিৰ্ভাৱ, প্ৰথম প্ৰকাশ, প্ৰকোপ prevalence, out break, ravages.

**প্ৰাদেশিক** বিণ. প্ৰদেশ সম্বন্ধীয়, কোনো এক প্ৰদেশৰ provincial, belonging to a province. **প্ৰাদেশিকতা** একে ভাষাৰ বিভিন্ন প্ৰদেশজাত বিকাৰ, প্ৰাদেশিক বৈশিষ্ট্য provincialism, সঙ্কীৰ্ণতা narrowness.

**প্ৰাধান্য** বি. শ্ৰেষ্ঠতা superiority, প্ৰভুত্ব domination.

**প্ৰান্ত** বি. কোনো ঠাইৰ শেষ সীমা, দাঁতি extremity, border. **প্ৰান্তবৰ্ত্তী, প্ৰান্তস্থ** সীমাত থকা, এমূৰত থকা lying on a border, frontier.

**প্ৰান্তৰ** বি. মুকলি ঠাই open place.

**প্ৰাপ্ত** বিণ. যাক পোৱা হৈছে, লাভ কৰা ,gained, obtained. বি. প্ৰাপ্তি। **প্ৰাপ্তবয়স্ক** পূৰ্ণবয়স্ক।

**প্ৰাপ্য** বিণ. পাবলগীয়া to be got. বি. পাবলগীয়া ধন বা বস্তু what is to be obtained from another.

**প্ৰাবল্য** বি. প্ৰবলতা, শক্তিৰ আধিক্য intensity.

**প্ৰাবৃট** বাৰিষা কাল।

**প্ৰামাণিক** বিণ. বিশ্বাসযোগ্য authentic.

**প্ৰায়** (অব্যয়) বেছি ভাগ, সৰহ ভাগ almost all, তুল্য, নিচিনা (মৃতপ্ৰায়) like, ওচৰা ওচৰি about, nearly. ক্ৰি. বিণ. প্ৰায়ে।

**প্ৰায়শ্চিত্ত** বি. পাপ নাশ কৰিবৰ কাৰণে কৰা কৰ্ম্ম penance.

**প্ৰাৰব্ধ** বিণ. পূৰ্ব্ব জন্মত কৰা done in a former birth, যাক আৰম্ভ কৰা হৈছে begun already. বি. পূৰ্ব্বজন্মৰ ফল, অদৃষ্ট destiny.

**প্ৰাৰম্ভ** বি. আড়ম্বৰ, সমাৰোহ an ostentatious, beginning, আৰম্ভ, সূত্ৰপাত beginning.

**প্ৰাৰ্থ** সক, ধা. প্ৰাৰ্থনা কৰ, মাগ to beg, to solicit, মিনতি কৰ to supplicate to. **প্ৰাৰ্থক** খোজোঁতা। **প্ৰাৰ্থন, প্ৰাৰ্থনা** বি. খোজা কাৰ্য্য, praying for something, খোজা বস্তু a thing prayed for, মিনতি a supplication. **প্ৰাৰ্থনা-পত্ৰ** প্ৰাৰ্থনা কৰা কাকত a petition, a written application. **প্ৰাৰ্থনীয়** প্ৰাৰ্থনা বাঞ্ছা কৰিবৰ যোগ্য worth seeking, **প্ৰাৰ্থিত** বিণ. খোজা asked for.

**প্ৰাৰ্থী** বিণ. নিবেদক, যাচক one who begs.

**প্ৰাশন** বি. ভোজন ( অন্নপ্ৰাশন )।

**প্ৰাস** বি. নগা-মাঠিৰ দৰে এবিধ অস্ত্ৰ a lance.

**প্ৰাসঙ্গিক** বণ. প্ৰসঙ্গ সম্পৰ্কীয়, প্ৰসঙ্গ থকা relevant.

**প্ৰাসাদ** বি. বজাৰ ঘৰ a palace.

**প্ৰাসাদ শিখৰ** হৰ্ম্য চূড়া।

**প্ৰিয়** বিণ. মৰমৰ, চেনেহৰ dear, beloved. **প্ৰিয়তম** অতি চেনেহৰ dearest. স্ত্ৰী. **প্ৰিয়তমা**। **প্ৰিয়তৰ** আনতকৈ বা সাধাৰণতকৈ মৰমৰ, dearer. স্ত্ৰী. **প্ৰিয়তৰা**।

**প্ৰিয়দৰ্শন** বিণ. সুন্দৰ, সুৰূপ।

**প্ৰিয়পাত্ৰ** বি. চেনেহ বা বিশ্বাসৰ লোক a favourite, a confident. **প্ৰিয়ভাষী** প্ৰিয় বা মিঠা কথা কোৱা pleasantly speaking. স্ত্ৰী. **প্ৰিয়ভাষিণী**। **প্ৰিয়বাদী** প্ৰিয়ভাষী। স্ত্ৰী. **প্ৰিয়বাদিনী**।

**প্ৰিয়া** বি. মৰমৰ ঘৈণী a beloved wife.

**প্ৰীত** বিণ, সন্তুষ্ট, আনন্দিত, হৰ্ষিত pleased, satisfied, gratified. বি. **প্ৰীতি** সন্তোষ, আনন্দ satisfaction, pleasure, চেনেহ, মৰম love. **প্ৰীতি-উপহাৰ** বি. প্ৰণয়-যুক্ত পুৰস্কাৰ। **প্ৰীতিকৰ, প্ৰীতি-দায়ক** বিণ. সন্তোষ জন্মোৱা, আনন্দদায়ক causing joy or satisfaction. **প্ৰীতি-পূৰ্ব্বক** প্ৰণয়পূৰ্ব্বক, তৃপ্তিৰে সৈতে। **প্ৰীতিভোজ, প্ৰীতিভোজন** বি. কোনো মানুহক মৰম দেখুৱাবলৈ দিয়া ভোজ, মৰম থকা মানুহৰ একত্ৰে ভোজন an entertainment. **প্ৰীতিমন্ত** আনন্দযুক্ত joyful, মৰমিয়াল affectionate.

**প্ৰীয়মান** যি জন প্ৰীত হয়।

**প্ৰেত** বি. মৰা মানুহৰ আত্মা, পিশাচ a ghost, an evil spirit. **প্ৰেত-**

কৰ্ম, প্ৰেতকাৰ্য্য মৰা মানুহৰ উদ্দেশে কৰা কাৰ্য্য obsequial ceremonies, অন্ত্যেষ্টি ক্ৰিয়া funeral rites. প্ৰেতত্ব প্ৰেতৰ অৱস্থা। প্ৰেতপতি যমৰজা king of death. প্ৰেতপক্ষ আহিন মাহৰ কৃষ্ণপক্ষ। প্ৰেতাকাৰ বিণ. ভূতৰ দৰে বৰ কুৰূপ, বীভৎস very ugly.

প্ৰেম বি. ভালপোৱা, প্ৰণয়, স্নেহ, প্ৰীতি love, affection, devotion. প্ৰেম-জৰী মৰমৰ বান্ধ bond of love. প্ৰেম-পত্ৰ চেনেহ জনাই লিখা চিঠি a love-letter. প্ৰেমপূৰ্ণ প্ৰেমেৰে ভৰা full of love. প্ৰেমৰস প্ৰেমৰ-পৰা পোৱা সোৱাদ sweetness of love. প্ৰেমৰক্ত প্ৰেম থকা, মৰমিয়াল affectionate. প্ৰেমাগ্নি জলন্ত প্ৰেম, বৰ বেছি প্ৰেম flame of love. প্ৰেমালাপ প্ৰীতিৰে কথা কথোপকথন, প্ৰেম বঢ়োৱা আলাপ loving conversation between friends or lovers. প্ৰেমাসক্ত প্ৰেমত আসক্ত বা ৰত। প্ৰেমাস্পদ প্ৰিয়পাত্ৰ, মৰমৰ লোক a beloved person, মৰমৰ dear, প্ৰেমিক প্ৰণয়ী, প্ৰেমত আসক্ত লোক a lover. স্ত্ৰী. প্ৰেমিকা। প্ৰেমী বিণ. অনুৰক্ত, প্ৰণয়ী৷

প্ৰেয়সী প্ৰিয়তমা।

প্ৰেৰক বি. যি পঠিয়ায়, পঠাওঁতা a sender. প্ৰেৰণ পঠিওৱা কাৰ্য্য act of sending. বিণ. প্ৰেৰিত। প্ৰেৰণা বি. উদগনি urging on, inspiration. ক্ৰি. প্ৰেৰণ কৰ।

প্ৰেক্ষা দৰ্শন, পৰ্য্যবেক্ষণ, অভিনয়াদি দৰ্শন।

প্ৰেক্ষালয় ৰঙ্গালয়, চিনেমা ঘৰ।

প্ৰোক্ত বিণ. কথিত, বৰ্ণিত spoken, described.

প্ৰোথিত বিণ. যাক পোতা হৈছে buried.

প্ৰোদ্ভিন্ন বিণ. উদ্গত, যি ফুটি বাহিৰ ওলাইছে projecting, prominent.

প্ৰোষিত বিদেশত থকা, প্ৰবাসী।

প্ৰোষিত ভৰ্ত্তৃকা যি স্ত্ৰীৰ স্বামী বিদেশত থাকে।

প্ৰৌঢ় বিণ. সম্পূৰ্ণ বয়স পোৱা full-grown, of mature age. স্ত্ৰী. প্ৰৌঢ়া।

প্ৰৌঢ়ি বি. প্ৰতিভা, প্ৰভাৱ greatness, grandeur, তেজস্বী কথা bold assertion.

প্ৰৌঢ়ী বিণ. জনাজাত, ব্যক্ত, সকলোৱে জনা published, known to public.

প্লক্ষ দ্বীপ বি. পৃথিবীৰ সাতোটা ভাগৰ এটা one of the seven divisions of the world.

প্লাৱন বি. পানীৰে জল যোৱা অৱস্থা, বান inundation, flood.

বিণ. প্লাৱিত পানীত বুৰা flooded.

প্লীহা বি. মানুহৰ পেটত থকা খাপৰি a spleen, জ্বৰ খাপৰি enlargement of the spleen.

প্লেগ বি মহামাৰি বিশেষ plague.

---

# ফ

ফ ব্যঞ্জনবৰ্ণৰ বাইশ সংখ্যাৰ আখৰ the twenty-second letter of the consonants.

ফই বি. লেজু, ডাঙৰ জৰী a thick rope.

ফইদা বি. লাভ profit, gain.

ফইদা বি. আড়ম্বৰ, ফন্টি, ভেম pomp, vanity, show of greatness.

ফংফঙীয়া বিণ. ফটফটীয়া, ফৰকাল bright, clear.

ফঁহিওৱা বিণ. সক বা পাতলকৈ ফলা, split into strips.

ফঁহিয়া সক. ধা. পাতল পাতলকৈ ফাল বা ছিৰ split into strips.

ফক্‌ফকা অক. ধা. হকে বিহকে সৰহ কথা ক, লেৰ লেৰা to prattle. বি. ফকফকনি। বিণ. ফকফকীয়া বৰকৈ কথা কোৱা, ভলভলীয়া talkative, বৰ বগা very bright.

ফকৰা বি. নীতি শিকোৱা বা কোনো কথাৰ উদাহৰণ বা দৃষ্টান্ত দেখোৱা দুই বা অধিক ফাকি কথা a maxim, an adage.

ফকৰা বি. বঞ্চনা কৰিবৰ মন্ত্ৰণা, কুমন্ত্ৰণা intrigue.

ফকাম বি. পানী পাচৰ খুটাৰ পৰা মাজপাচৰ খুটাত লগাই দিয়া সক চতি a brace extending from an outer to an inner post.

ফকীৰ বি. মুচলমানৰ বৰাগী, সন্ন্যাসী a Mohammedan mendicant, an ascetic.

ফক্কৰ বি. অনাৱশ্যকীয় কথা কওঁতা one who speaks useless speech.

ফক্কিকা বি. ফাকি trick.

ফচ্‌ৰাই, ফচৰ কৰে ক্ৰি. বিণ. ফচ বা ফচৰ শব্দ কৰি।

ফচ্‌ফচীয়া বিণ. হাতেৰে মোহাৰিলে এৰাই যোৱা টিলা, অলপতে ছিগি যোৱা crumbling at the touch, loose.

ফচ্‌ফৰাচ্‌ বি. মৌলিক পদাৰ্থ বিশেষ, জুইশলা তৈয়াৰ কৰোঁতে ব্যৱহাৰ কৰা হয়, জীৱদেহৰ অস্থিত থাকে।

ফচল বি. খেতিৰ উৎপন্ন বস্তু, শস্য a crop.

ফচহু বিণ. মূল্যহীন worthless, মিছা কথাৰ চাং পতা telling lies.

**ফজিৰ** বি. ৰব পুৱা the early morning.

**ফটক চোলা** বি. হাত নথকা এবিধ চোলা, a waist coat.

**ফট, ফ্টৰ্** বি. কোনো সৰু বস্তু (নল ইকৰা আদি) জুইৰ তাপ পাই বা আন কাৰণত ফুটিলে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **ফটৰাই, ফটৰ্ কৰে।**

**ফটক** বি. জপনা a gate.

**ফটকা** বি. জুই লগালে ফট্ কৰে শব্দ কৰি উঠা এবিধ ওমলা বস্তু a cracker.

**ফট্‌ফটা** অক. ধা. ফট্‌ফট শব্দ কৰ, চেলবেলা, অহঙ্কাৰ দেখুৱাই ফুৰ to babble, to brag. বি. **ফটফটনি।**

**ফট্‌ফটীয়া** বিণ. স্পষ্ট, পৰিষ্কাৰ ফৰকাল transparent, bright.

**ফটা কঁথা** বি. ফটা কাপোৰেৰে তৈয়াৰ কৰা নিহালি।

**ফটা কঁথা চিতে মানে গাতৈ গধুৰ হোৱা** ক্রি. অবহেলা কৰি কৰ্ত্তব্য কাম পিছলৈ পেলাই থলে শেষত নিজলৈ টান পৰা।

**ফটা কঁথাত সোণ থকা** ক্রি. মূল্যহীন ব্যক্তিৰ গাত বহুমূলীয়া গুণ থকা।

**ফটা বাঁহ জোৰা লগাৰ নোৱাৰা** ক্রি. গভীৰ মিলাপ্রীতি থকা মানুহ বেলেগ হলে, পুনৰ লগহোৱা অসম্ভৱ কথা।

**ফটাকানি** বি. ফটা কাপোৰৰ টুকুৰা a piece of rag.

**ফটা-ছিটা** বিণ. ফাটি ছিৰাছিৰ হোৱা, জীৰ্ণ tattered.

**ফটিক** বি. এবিধ বগা উজ্জ্বল বহুমূলীয়া পাথৰ a rock-crystal.

**ফটিকৰ ধাৰ** বি. পৰিষ্কাৰ, নিৰ্ম্মল।

**ফটিকা** বি. বাগিয়াল বস্তু পানীত সিজাই তাৰ ভাপৰ পৰা কৰা মদ wine or liquor produced by distillation.

**ফটুৱা** বিণ. চেলবেলীয়া, অকামিলা shallow, babbling, worthless.

**ফটুৱাই** বি. ভৰি ফটা ৰোগ a disease affecting the foot. **ফটুৱাই ফটা** দে ফাটি ছিৰাছিৰ হ to be cracked.

**ফটুৱৈ চোলা, ফটৌ চোলা** বি. হাত নথকা, বুকুফলা কঁকাললৈকে পৰা এবিধ চোলা a waistcoat.

**ফণধৰ** বি. সাপ a snake.

**ফণা** বি. সাপৰ ফোঁট hood of a snake.

**ফণি** বি. চুলি আঁচোৰা আৰু সেওঁতা ফলা সঁজুলি a comb. সক. ধা. **ফণিয়া** ফণিৰে আঁচুৰি পৰিষ্কাৰ কৰি চুলি মেল to comb.

**ফণী** বি. সাপ a snake.

**ফতিহা দোৱাজ দাহাম** বি. হজৰত মহম্মদৰ জন্ম আৰু তিৰোধানৰ বাবে অনুষ্ঠিত হোৱা উৎসৱ। মুছলমানী

"ৰবিউল আৱৱাল" মাহৰ ১২ তাৰিখে এই উৎসৱ হয়। ফতিহা দোৱাজ দাহামৰ অন্য এটা নাম হৈছে "য়াও মুন্নবী"।

**ফণীন্দ্ৰ** বি. বাসুকী, সাপৰ ৰজা Vasuki the king of snake.

**ফত্তোৱা** বি. মুচলমান শাস্ত্ৰৰ হুকুম।

**ফত্তা** বি. ফানতি, ভৰি তলুৱাত কাইটে নিবিন্ধিবৰ কাৰণে পিন্ধা ছাল বা তক্তাৰ সঁজুলি a kind of rude sandal or slipper.

**ফন্দ** অক. ধা. কঁপ, লৰ (চকু বা মঙহত থাটে) to throb as the eye or muscles.

**ফন্দ** অক. ধা. ফান্দত পৰ to be entangled.

**ফন্দ, ফন্দি** বি. কুমন্ত্ৰণা, ছল, কোনো কুকাৰ্য্য কৰিবলৈ গোপনে কৰা বুদ্ধি a stratagem, 'a secret design.

**ফন্দিয়ক, ফন্দিয়াৰ** ফন্দি কৰিব পৰা মানুহ a designing person, কুমন্ত্ৰণা কৰা designing.

**ফন্দিয়া** বি. সিৰ কোঁচ খাই ভৰি ঠেৰেঙা হোৱা বেমাৰ a spasm.

**ফন্দী** বিণ. ফন্দি জনা, টেঙৰ, ধূৰ্ত্ত crafty, designing.

**ফন্দে-ফন্দে** ক্ৰি. বিণ. যেনে তেনে প্ৰকাৰে, ছলেবলে by hook or by crook.

**ফপৰা, ফপৰীয়া** বিণ. ফাপৰে ধৰা, খহটা scabby, rough.

**ফপাহুতা** বিণ. ৰিহি বা নিকা নোহোৱা, অাবেৰে মিহলি unclean, coarse, অমূলক, অপদাৰ্থ।

**ফপুৰা** বিণ. পুৰণি হৈ অকামিলা হোৱা old and inefficacious.

**ফয়** বি. ডাঙৰ জৰী a big rope.

**ফয়চলা** বি. মোকৰ্দ্দমাৰ ৰায় থকা কাকত judgment paper. **ফয়চলা-মৰিচ** a clerk in-charge of records of cases.

**ফৰ** বি. দীঘল ঢাল a long shield.

**ফৰকাল** বি. পৰিষ্কাৰ clear as the body, মুকলি, বৰষুণ ডাৱৰ নথকা clear, not rainy or cloudy (day), পানী বোকা নথকা, শুকান free from mud, dry.

**ফৰ্চা** বিণ. নিৰ্ম্মল pure.

**ফৰ্মা** বি. শালি ধানৰ নিচিনাকৈ বোৱা এবিধ আহুধান a kind of Ahu paddy.

**ফৰ্মাচ** বি. কোনো বস্তু সাজিবলৈ বা যোগান ধৰিবলৈ দিয়া হুকুম an order to supply a thing.

**ফৰমান্** বি. বাদ্‌ছাহ, নবাব আদিৰ আদেশ পত্ৰ।

**ফৰাচী** বি. ফৰাচী দেশৰ মানুহ, ফ্ৰান্স দেশৰ ভাষা a Frenchman, the French language. বিণ. ফ্ৰান্স দেশৰ belonging to France.

**ফৰিং** বি. এজাতি পাখিলগা কীট a grasshopper. **ফৰিংফুটা** বৰ

জোনাক, বৰ উজ্জ্বল very bright or clear (said of moon light).

**ফৰিঙতি, ফৰিংতলী** বিণ. বাম খেতিৰ উপযোগী ( মাটি ) fit for high land crop.

**ফৰিঙা** বি. ছিটিকা গুলবাৰলৈ লগোৱা ফিটিপ a trigger. **ফৰিঙাজাহ** দুঃসাহস, আপোন ইচ্ছাৰে কৰা প্ৰাণনাশক কাৰ্য্য a rash fatal act deliberately undertaken.

**ফৰিয়াদ** বি. মকৰ্দ্দমা।

**ফৰিয়াদী** বি. গুচৰীয়া a plaintiff.

**ফৰ্দ্দ** বি. তালিকাৰ কাকত, বস্তু আদিৰ নাম লিখা কাকত a list.

**ফৰ্ফৰা** অক. ধা. মোহাৰত বা ঘঁহনি খোৱাত গাৰ ছালত খজুৱতি বা পোৰণি উঠ to feel the skin burning as from friction উত্তেজিত হ to be excited. বি. **ফৰ্ফৰণি**। ক্রি. বিণ. **ফৰ্ফৰ কৰে** পৰিষ্কাৰ আৰু স্পষ্টৰূপে clearly and fluently. **ফৰ্ফৰাই** ভেঁওপাৰি excitedly, impatiently.

**ফৰ্মাইচ** বি. কোনো বস্তু সাজিবলৈ বা যোগাবলৈ আগেয়ে কৰা অনুৰোধ an order to supply a thing. বিণ. **ফৰমাচী**।

**ফৰ্মাছি** বি. গওপ, ফুটনি pride, vanity.

**ফৰ্ফৰীয়া** বিণ. বোকা পানী নথকা, ফৰকাল, পৰিষ্কাৰ dry, clear, tidy.

**ফৰট** বি. 'ফৰ্মুটি' চোৱা।

**ফৰ্মা** বি. ছপা কাগজৰ এক তাও, তাত চাৰি, আঠ, বাৰ, ষোল এইদৰে কেবা পিঠি হব পাৰে a sheet of printed paper divided into four, eight. twelve or sixteen pages, ইটা মৰা কাঁঠৰ সাঁচ, কোনো বস্তু তৈয়াৰ কৰা সাঁচ a mould for making bricks etc.

**ফৰ্মাণ** বি আদেশ, হুকুম a decree, an order.

**ফৰ্ম্মুটি, ফৰ্ম্মুঠি** বি. আঘাত কৰিবলৈ বা গছৰ গুটি পাৰিবলৈ দূৰৰ পৰা মাৰি পঠিওৱা এডোখৰ মাৰি a missile thrown by the hand. অক. ধা. **ফৰ্ম্মুটি মাৰ, ফৰ্মুটিয়া**।

**ফল** বি. গছৰ গুটি fruit, কোনো কাৰ্য্যৰ পৰিণাম result, consequence, সিদ্ধিলাভ success, অঙ্কৰ উত্তৰ result of a sum. অক. ধা. মনত উদয় হ, উৎপন্ন হ to occur to bear fruit. **ফলকামনা, ফলাকাঙ্ক্ষা** কোনো কামৰ ফল পাবলৈ কৰা ইচ্ছা। **ফলদৰ্শী** পৰিণাম দৰ্শী। **ফলদায়ক** লাভজনক, ভাল ফল দিয়া। **ফলন্ত** গুটিধৰা, লাগনী। **ফলপ্ৰদ** ফলদায়ক, উপকাৰক। **ফলপ্ৰসূ** ফলদায়ক। **ফলভোগী** উৎপন্ন বস্তুৰ লাভ লোকচান ভোগ কৰা, কাৰ্য্যৰ পৰিণাম ভোগ কৰা। **ফলৱন্ত, ফলৱান**

ফলন্ত, গুটি ধৰা। স্ত্রী. ফলৱতী। ফলশালী লাগনী, ফলধৰা। ফল-শ্রুতি বি. ফললাভ কৰাৰ আগতেই কৰা কোনো কাম, কোনো কামৰ ফল শুনা কাৰ্য্য, hearing the result of action. ফলাকাঙ্ক্ষা বি. কোনো কাৰ্য্য সিদ্ধিৰ ইচ্ছা, লাভৰ কামনা, desire of gain or of acquiring some benefit. ফলাগম ফললাভ কৰা। ফলাফল লাভালাভ, লাভ-লোকচান, সিদ্ধি-অসিদ্ধি।

ফলক বি. শিল বা কাঠৰ ফলি a board, a slate.

ফলাহাৰ বি. ফলমূল আদিৰ ভোজন food consisting of fruit and roots only.

ফলাহাৰী বি. ফলমূল খাই জীৱন ধাৰণ কৰোঁতা one who lives on fruits.

ফলি বি. আখৰ লেখা কাঠ বা শিলৰ পাট a slate, a black-board, সোণাবীৰ গুণা-টনা বহুত বিন্ধা থকা ধাতুৰ সৰু পাট, ৰজাই দান কৰা মাটি আদিৰ কথা লেখা তামৰ পাত্র a copper plate having royal grants of land etc. inscribed on.

ফলি লোৱা অক. ধা. ফলিত আখৰ লিখিবলৈ শিকা to learn to write.

ফলিক বিণ. উজ্জ্বল, বগা clean, white (said of the human body).

ফলিকাৰ বিণ. পৰিষ্কাৰ clean.

ফলি-গুটি বি. ফলিত লিখা মাটিৰ বা শিলৰ গুটি a slate-pencil.

ফলিত বিণ. প্রফুল্লিত, ফুলি পৰা blooming, সফল, ফলযুক্ত। ফলিতজ্যোতিষ বি বিদ্যাৰে ভূত-ভবিষ্যৎ শুভাশুভ জনা যায় astrology.

ফলিতা বি. সপোন বা কোনো অস্বাভাবিক ঘটনাৰ ফলৰ ব্যাখ্যা the interpretation of a dream or an unusual phenomenon.

ফলিতাৰ্থ বি. স্পষ্ট বা ভালকৈ প্রকাশ কৰা অৰ্থ clear meaning, সাৰমৰ্ম purport.

ফলিয়া অক. ধা. সঁচা হ, সিদ্ধ হ to be fulfilled.

ফলীয়ধি বি. কোবাবলৈ ব্যৱহাৰ কৰা ফলা বাঁহৰ চলা a piece of flat split bamboo to strike with.

ফলীয়া বিণ. কোনো এক পক্ষৰ থকা, কোনো এক পক্ষৰ belonging to a party, ফলা, ছিৰ split.

ফলোদয় বি. কোনো কাৰ্য্যৰ ফল উৎপত্তি result, attainment of an object.

**ফলোন্মুখ** থিয়ে সোনকালে ফল দিব।

**ফল্গু** বি. গয়া তীৰ্থত থকা এখন তল মুঁৱীয়া অৰ্থাৎ মাটিৰ তলে তলে বোৱা নৈ subterranean stream at Gaya Shrine.

**ফল্গুৎসৱ** বি. ফাগুন মাহত কৰা ৰাধাকৃষ্ণৰ পূজা আৰু তাৰ উপলক্ষে এজনে আন জনৰ গাত ফাকু ছটিয়াই কৰা খেমালি, ফাকুৱা the Holi festival.

**ফষ্টি** বি. ভেম, গপ show of greatness, vanity.

**ফ'হতি** বি. ডোল, জৰী a string.

**ফহফহীয়া** বিণ. সিজা বা পকা বস্তুৰ দৰে ঢিলা, বালীয়া soft, not tough or sticky.

**ফাঁকি** বি. পদ্যৰ একচৰণ, বাক্য, sentence, a verse.

**ফাই** বি. উত্তেজনা excitement. **ফাই উঠ** উত্তেজিত হ to be excited.

**ফাইক** বিণ. অধিক, সৰহ much, many.

**ফাইদাংমাৰ** গুচি যা to go away.

**ফাও** বি. কিনা-বেচা কৰাত জোখ বা লেখত বাজে এনেই লগাই দিয়া অলপ অতিৰিক্ত বস্তু a small quantity given gratis over and above what is actually purchased. ক্রি. **ফাওমাৰ**।

**ফাওচ্-ফাওচ্** অনু. শব্দ সাপৰ ফোঁচ্ ফোঁচ্ শব্দ, পানী লগা মানুহৰ গলৰ মাত।

**ফাং** বি. চিপৰাং, খুন্তী a small iron tool for digging. অক. ধা. ফাংমাৰ।

**ফাং** বি. ফাকি দিবৰ নিমিত্তে কোৱা মিছা কথা a pretence. অক. ধা. ফাংপাত লোকক বঞ্চনা কৰিবলৈ মিছা কথা সাজ to invent a falsehood to deceive. ফাং বাজীমাৰ ফাকি দে।

**ফাঁচ** বি. অপৰাধীৰ ডিঙিত লগাই প্ৰাণ বধ কৰা খোবোচা জৰী a halter for hanging men, হাতী ধৰা খোবোচা গাঁঠি দিয়া জৰী।

**ফাঁচি** ডিঙিত ফাচ লগাই ওলমাই প্ৰাণ বধ কৰা execution by hanging. **ফাঁচিকাঠ** ফাঁচি দিবলৈ সজা কাঠৰ যতন scaffold. ক্রি. **ফাঁচি দি**।

**ফাক** বি. তৰোৱাল, দা, কটাৰী আদি সুমাই থোৱা ছালৰ বা কাঠৰ মোনা a scabbard, ফাঁকাই বেন্দু বা হিলৈৰ কাঠ the stock of a gun or a cross bow, সৰভা, ফাট crack, সুযোগ opportunity, গীত গাঁওতে যি তালত আঘাত নপৰে a blank in marking time in music.

**ফাকতি** বি. ভাও জোৱা কাৰ্য্য feigning, ছলনা, [illegible]

প্ৰবঞ্চনা pretence, trick. ফাকতি-ফুকুতা ফাকিফুকা।

**ফাকি** বি. ছলনা a deception, a trick. **ফাকিজোৰ ভাওজোৰ** to feign illness. **ফাকিদাৰ** ফাকি দিয়া মানুহ। অক. ধা. **ফাকি দে** ছলনা কৰ। **ফাকি-ফুকা** বঞ্চনা, টাটক-নাটক, তলা নলা tricks and false-hood. **ফাকিয়াল** ফাকি দিয়া মানুহ a deceit.

**ফাকু** বি. এবিধ ৰঙা গুড়ি a kind of red powder. **ফাকুৱা** ফাগুন মাহত কৰা শ্ৰীকৃষ্ণৰ দোল যাত্ৰা, ফল্গুৎসৱ the Holi festival.

**ফাগুন** বি. একাদশ মাহ the eleventh month. **ফাগুনা** বি. ফাগুন মাহত ওপজা মানুহৰ নাম, the name of a man born in phaguna, স্ত্ৰী. **ফাগুনী**। **ফাগুনীয়া** ফাগুন মাহত জন্মা বা উৎপন্ন হোৱা।

**ফাচ্‌ফুচ্‌, ফাচাংফুচুং** বিণ. ফাকি দিয়া, ছল কৰা rubble, deceptive, মিছা false.

**ফাজলামি** বি. 'চুপতি' চোৱা।

**ফাজিল** বিণ. অতিৰিক্ত surplus, চুপতি কৰি থকা joking.

**ফাট** বি. বেহা কৰিবলৈ বেপাৰী একত্ৰ হোৱা আৰু ৰাজহ দিয়া ঠাই।

**ফাট্** অক. ধা. চুফাল হ, ছিটাছিট হ to be torn, to crack or split, চাৰিওফালে ব্যক্ত হ বা প্ৰকাশ পা to be spread abroad. বি. **ফাটন, ফাট** ফটা বস্তৰ হোৱা আঁচ বা বেঙণি a crack. **ফাট মেল** অক. ধা. ঠায়েঠায়ে অলপ ফাট্ to crack. **ফাট মাৰ** পলাই একেবাৰেই কোনেও বাতৰি শুনা হ to abscond and be unheard of.

**ফাটক** বি. বন্দী শাল, কাৰাগাৰ a prison, jail. **ফাটকিয়াল** ফাটকত পৰা মানুহ a prisoner.

**ফাটি-ছিটি যোৱা** বিণ. ফাটি ছিৰা-ছিৰ হোৱা tattered.

**ফাটেক** বি. 'ফাটক' চোৱা।

**ফাটোৱাল** বি. বেপাৰীৰ ৰাজহ তোলোঁতা one who collects duties upon trade.

**ফাত্‌ৰা** বিণ. অপ্ৰয়োজনীয়,. ফালতু, বাহিৰা, extra, besides the point.

**ফাতিমা** বি. হজৰত মহম্মদৰ কন্যাৰ নাম।

**ফাতিহা** বি. গপপ, ডাংকোপ, boast, brag, pride.

**ফাত্ৰা** বিণ. মিছলিয়া untrust-worthy.

**ফাদিল** বিণ. ব্যক্ত, জনাজাত revealed.

**ফান** বি. জন্তৰ নেজৰ মূৰত থকা দীঘল চুলি বা চুলিৰ কোছা tuft

of hair at the end of the tail of an animal, ফিচা।

**ফান ফান কৰ** সক. ধা. ডাল ডাল কৰ to scatter.

**ফানতি** বি. 'ফন্তা' চোৱা।

**ফানুচ** বি. বেলোনৰ আবৰণ the chimney or shade of a lamp, তুলাপাতৰ আবৰণ দিয়া চাকি paper lamp.

**ফান্দ** বি. পহু বা চৰাই ধৰা যতন a trap, হাতী ধৰা ফাছ বা খোৰোচা জৰী a noose, লোকক অন্যায় কৰিবলৈ গোপনে কৰা উপায় বা কৌশল, ফন্দি crafty design.

**ফান্দনি** বি. কলাফুলৰ তল আৰু ভৰিৰ গেৰোৱাৰ ওপৰৰ ভাগ the lower part of the calf.

**ফান্দী** বি. ফান্দ পেলাই বনৰীয়া হাতী ধৰোঁতা an elephant-catcher.

**ফাপ** অক. ধা. গুণ ধৰ (দৰৱ আৰু মন্ত্ৰত খাটে) to be effective.

**ফাপৰ** বি. জন্তুৰ মাখিছাল ছিগি নোম সৰা বেমাৰ scruf or mange, মানুহৰ ছাল শুকান আৰু খহটা হোৱা the roughness of the human skin, দুৰৱস্থা।
**ফাপৰী কঠিয়াৰ স চ নাবাখা** ক্ৰি. সবংশে শত্ৰু নিধন to ruin an enemy with his whole family.

**ফায়দা** উপকাৰ, লাভ।

**ফাৰাক** বি. আঁতৰ distance. বিণ. দূৰ, বেলেগ distant, separate.

**ফাৰাকাতি** এক পৰিয়াল ভুক্ত মানুহক বেলেগ কৰা কাকত a partition deed.

**ফাৰ্চ** প্ৰহসন farce.

**ফাৰ্চী** বি. পাৰস্য দেশৰ ভাষা the Persian language.

**ফাৰ্ডিনাণ্ড** বি. স্পেন দেশৰ এজন ৰজাৰ নাম।

**ফাৰ্ম্ম** বি. চুকনীয়া মাটি farm

**ফাৰ্ম্মিং** কৃষি ব্যৱসায় farming.

**ফাল** বি. নাঙলৰ মুখত লগোৱা চেপেটা লো বা বাঁহৰ ছটা a plough share.

**ফাল** সক. ধা. ছিৰ, ছিটাছিট কৰ to tear, rend or split. বি. ফলা এভাগ a part torn, দিশ direction, side, পক্ষ a party. কৃদ. কৰ্ত্তা. ফালোঁতা। বি. ফলা, ফালন। বিণ. ফলা, ফাল ফাল অনেক ফাল হোৱা।

**ফালৰি মাৰ, ফালৰি কাট** এফলীয়া কাটি গুচি যা, আঁতৰৱে পৰা আন এফালে গতি কৰ to keep at a distance, to take another direction at a distance.

**ফালি** বি. মূৰত মেৰাই পিন্ধা ঠেক কাপোৰ a strip of narrow cloth for wrapping round

the head, সূতাৰ জৰী a string.

ফালা 'ফলা' চোৱা।

ফালেঙী বি. লাভৰ কাৰণে লোকৰ বস্তু বেচি দিওঁতা, লোকৰ পৰা বস্তু আনি বেচি ফুৰা মানুহ a broker, a hawker. বিণ. মিছলীয়া, ফাকি দিয়া deceitful.

ফালোঁতা কৃদ. বি. যিজনে ফালে, ডুফাল কৰোঁতা one who strips.

ফাল্গুন বি. ফাগুন মাহ।

ফাল্টু বিণ. অতিৰিক্ত, বাহিৰা, উপকৰা extra.

ফাহ অক. ধা. অলপ টানিলেই ফাট to be easily torn.

ফাহাল বিণ. বহল আৰু মুকলি open and broad.

ফাহিয়ান বি. চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যৰ দিনত ভাৰতলৈ অহা এজন চীনদেশীয় ভ্ৰমণকাৰী।

ফিং ফিং কৰে ; ফী ফী কৰে ক্ৰি. বিণ. বেগেৰে বৈ যোৱা in a rapid stream.

ফিংফিঙীয়া বিণ. খিঙখিঙীয়া, বেগেতে খং উঠা easily provoked.

ফিক অক. ধা. উথহ, বাঢ়, বৃদ্ধি পা to swell, to rise, খং বা গপত ওফন্দ to be sulky with anger. বিণ. ফিকা। ফিকা বি. গৰাত খুন্দা খাই হোৱা পানীৰ টান কোৱ। ফিকা বেমাৰ বি. ৰোগ বিশেষ।

ফিকিৰ বি. কৌশল, ছলনা contrivance, deception.

ফিঙ বি. কেঁহ বা কেঁচু।

ফিচকাৰী বি. চেৰেকা a syringe, a clyster.

ফিচ ফিচীয়া বিণ. লাহেকৈ ধৰিলেই ছিগা easily torn.

ফিচা বি. মাছৰ ফান্দ the caudal fins of a fish.

ফিচাহিনী বি. অশুৱনী বা কদাকাৰ দিবোতা an ugly looking woman.

ফিচিক অক. ধা. ছুলেই বা অলপকৈ টানিলেই ফাট to be easily or slightly torn as a cloth. বিণ. ফিচকা, ফিচফিচীয়া।

ফিচিঙা-ফিচিঙি চকুৰ ভঙ্গিৰে কোনো কথালৈ উন্মুকিয়াই এজনৰ মুখলৈ আনজনে চাই মিচিকা মিচিক কৰা কাৰ্য্য exchanging significant glances and smiles.

ফিট ঠিকমতে হোৱা, মূৰ্চ্ছা।

ফিটকিৰী বি. এবিধ খাৰ মাটি, পানী নিৰ্ম্মল কৰা খাৰ যুক্ত মাটি alum.

ফিটফাট সুসজ্জিত, পৰিপাটি।

ফিড়িয়াচ বি. গ্ৰীচদেশৰ এজন ভাস্কৰ।

ফিতা বি. কাপোৰৰ নিচিনাকৈ বোৱা চেপেটা জৰী a tape, a ribbon.

**ফিতাহি** বি. নিজক ডাঙৰ দেখুওৱা কাৰ্য্য, ভেম, ফুটনি show of greatness or pride, vanity. **ফিতাহি মাৰ** ফুটনি কৰ, বৰ কথা ক to boast.

**ফিন্দ** অক, ধা. ওফন্দ to swell. **ফিন্দ খা** ওফন্দ to be inflated সক. ধা. **ফিন্দা** ওফন্দা to cause to swell.

**ফিৰ** অক. ধা. ঘূৰি আহ, উলটি আহ to turn, to come back.

**ফিৰঙ্গ** বি. যৌন ব্যাধি বিশেষ।

**ফিৰফিৰিয়া** বিণ. ৰিব্‌ৰিবীয়া, অলপকৈ বলা lightly blowing, বৰ পাতল very thin. ক্রি. বিণ. ফিৰ্‌ফিৰ্‌ কৰে।

**ফিৰত** বিণ. ওভোতাই, উলটি coming back. সক. ধা, **ফিৰত দে**। অক. ধা, **ফিৰত আহ**।

**ফিৰা** অ. ধা. ঘূৰা, ওলটা to cause to turn back.

**ফিৰাই আন** ক্রি. ওলটাই আন, to take or bring back.

**ফিৰি** 'ফিৰা' চোৱা।

**ফিৰি আহা** ক্রি. ঘূৰি অহা to turn back.

**ফিৰিঙতি** বি. জুইৰ পৰা ছিটিকি অহা সৰু আঙঠা, জুইৰ কণিকা a spark of fire. **ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ** সামান্য কাৰণৰ পৰা হোৱা ডাঙৰ ঘটনা।

**ফিৰিঙ্গী** বি. ইউৰোপীয় আৰু ভাৰতীয় জাতিৰ সংস্ৰৱত ওপজা জাতি বা মানুহ Eurasian.

**ফিৰিস্তা** বি. এজন ঐতিহাসিক।

**ফিৰিস্তি** বি. গোচৰীয়া বা পদৰীয়াই বিচাৰকৰ আগত দাখিল কৰা কাকতৰ তালিকা a list of papers or documents submitted before the court.

**ফিল্** বি. দাবাখেলৰ হাতী, হাতী।

**ফিলখানা** বি. হস্তীশালা।

**ফী** দৰ্শনী, পাৰিশ্ৰমিক, fee, যেনে—ডক্টৰৰ ফী, উকিলৰ ফী।

**ফু, ফুই** বি. ওঠ চেপি ধৰি উলিওৱা বায়ু a current of air produced with the mouth. **ফুইমাৰ** ফুৰা to blow with the mouth. **ফু-তে উৰা** তুচ্ছ insignificant.

**ফুক** ফু, ফু মৰা কাৰ্য্য, শিঙা আদি মুখেৰে বজোৱা যন্ত্ৰৰ ধ্বনি, উকি the sound of blowing, as a musical instrument. সক. ধা. মুখেৰে ফু দে।

**ফুকন** বি. আহোম ৰজাৰ দিনৰ এজন বিষয়াৰ উপাধি the designation of an officer under the Ahom Rajas.

**ফুকলীয়া** বিণ. পোনেই ওপজা নিচেই কমবয়সীয়া newly born.

**ফুকা** অক. ধা. প্ৰসব কৰ, জন্ম দি to give birth to, কণিৰ পৰা পোৱালি জগা।

**ফুঙ্গী** বি. ব্ৰহ্মদেশীয় সন্ন্যাসী।

**ফুচ্ফাচ্** সক সকৈ কথা কোৱা কাৰ্য্য act of whispering. বিণ. মিছা, অমূলক without substance, bubble. **ফুচ্ফুচ্** সকৈ কোৱা কথাৰ শব্দ। **ফুচ্ফুচ** বি. বুকুৰ ভিতৰৰ শ্বাসতন্ত্ৰ lungs. **ফুচফুচা** সকৈ কথা ক to whisper. বি. **ফুচফুচনি**। বিণ. **ফুচ্ফুচীয়া**।

**ফুচুং, ফুচুৰি** বিণ. অকামিলা worthless, গহীন নোহোৱা not grave, মিছলীয়া, অমূলক untrust worthy, worthless.

**ফুচুলা** সক. ধা. মনে মনে কথাকৈ মন ভুলা to seduce, to persuade. বি. **ফুচুলনি**। বি. **ফুচুলোৱা**।

**ফুট্** বি. ফলৰ ভিতৰত কোহ (টেঙা, কঠাল আদিৰ) a division of the pulp of a fruit containing the seed.

**ফুট্** বি. জুতি test.

**ফুট্কা ফুট্কী** বিণ. 'ফুটুকা ফুটুকী চোৱা।

**ফুট্পা** ক্রি. খবৰ পোৱা, to know.

**ফুট** অক. ধা. বিন্ধা ওলা, বিন্ধা যুক্ত হ to have a hole, শব্দ কৰ to sound, বিকদ্ধ বা বিপৰীত হ (কপাল ফুটিল), প্রচাৰ বা ব্যক্ত হ to be public or exposed, বিন্ধা to pierce, নষ্ট হ to be spoiled. বি. গুপ্ত কথা বা বস্তুৰ অলপকৈ ওলোৱা সম্বাদ a clue, বিন্দু a point, a dot, তাপ বা আন কাৰণত' জুলীয়া বস্তুৰ ওপৰত ওলোৱা বুৰবুৰণি a bubble, জোখ standard, **ফুট ল** গোপনে বুজ বা সম্বাদ ল to enquire secretly.

**ফুটন্ত** যি ফুটিছে, প্রস্ফুটিত blooming.

**ফুটা** বি. বিন্ধা a puncture. **ফুটা** বিণ. বিন্ধা ওলোৱা punctured. **ফুটা বিয়া** বি. (কথ্য ভাষা) তোলনি বিয়া।

**ফুট্খাৰ** বি. ফুট ছাইত পানী দিলে তাৰ পৰা জৰি ওলোৱা খাৰণি। **ফুট্ গধুলি** বি. গধুলিৰ আৰম্ভ the early evening. **ফুট-চিন** ক্রি. কোনো মানুহৰ স্বভাৱ-চৰিত্ৰ জনা। **ফুট্ছাই** বি. তুহঁ আদি অতিশয় কণে পুৰি মিহি হোৱা ছাই। **ফুট-ফাট** বি. সন্ধেদ, উৰা a trace or clue.

**ফুট্ফুটীয়া** বিণ. ফুটুকা ফুটুকী spotted, অনেক সক সক খহু থকা rough, scabby.

**ফুট্-পাথ** বি. ডাঙৰ ৰাস্তাৰ দুয়ো কাষে মানুহ অহা-যোৱা কৰিবলৈ ওখকৈ বন্ধা ৰাস্তা।

**ফুট্বল** বি. ভৰিৰে খেলা বায়ুপূৰ্ণ বল foot ball.

**ফুটনি** বি. ভেম, নিজক ডাঙৰ দেখুওৱা কাৰ্য্য boasting, show of vanity or pomp.

**ফুটনি** বি. লেখা ওকণী the egg of the louse.

**ফুটনি, ফুটনি বিন্ধনি** বি. জোঙা বস্তুৰে খোঁচাৰ দৰে বেদনা বা ৰোগ,

খোচনি বিন্ধনি a sharp piercing pain.

**ফুটা** সক. ধা. বিন্ধা দে, কৰ to pierce, শব্দ কৰা to crack. বি. বিন্ধা a hole.

**ফুটাই** সকলোৰে শুনাকৈ, স্পষ্টকৈ audibly, clearly.

**ফুটাকড়ি** বি. মূল্যহীন কড়ি a worthless thing.

**ফুটি গজাল** বি. এবিধ সৰু চুটি গজাল a small nail.

**ফুটি-ফাটি যোৱা** অ. ধা. চাৰিওফালে প্ৰকাশ হোৱা, বুকুৰ বিষ।

**ফুটিয়া গাখীৰ** এৱাঁ গাখীৰ milk.

**ফুটিয়াৰ** বিণ. 'ফুটিয়াল' চোৱা।

**ফুটিয়াল** বিণ. টেঙৰ, চতুৰ clever, cunning.

**ফুটুকা** বিণ. বহুতো ফুট থকা বা সৰু সৰু কোঁটৰ নিচিনা চিন থকা, সৰু সৰু ফুলৰ নিচিনা চিন থকা, dotted, spotted. স্ত্রী. ফুটুকী।

**ফুটুকাৰ ফেন** বি. অমূলক বা অকামিলা বস্তু a useless ephemeral thing.

**ফুটুকি** বি. কাপোৰত বছা বা লগোৱা ফুল, embroidered spots or flowers on a cloth.

**ফটোগ্ৰাফ** আলোক চিত্ৰ, চমুকৈ ফটো।

**ফুটেনি**-ফুটনি চোৱা।

**ফুটেনি** বুকু ফাটি-ফুটি যোৱা ৰোগ।

**ফুটুকা-ফুটুকী** বিণ. ফুটফুটীয়া spotted.

**ফুতি** বি. ভঁৰালৰ ধান আদি শস্য খোৱা এবিধ সৰু বগা পাখি থকা পোক a kind of small fly.

**ফুতি** বি.-সৰু গজাল a small stud or pin.

**ফুতি** বি. তিৰোতাই কাণত পিন্ধা এবিধ অলঙ্কাৰ।

**ফুতিমণি** বি. এবিধ কাচৰ সৰু মণি।

**ফুৰ** অক. ধা. ভ্ৰমণ কৰ to walk. ফুৰণ, ফুৰা।

**ফুৰচত** বি. অবকাশ, আজৰি leisure.

**ফুকু ফাকা কৰা** মনে মনে আনৰ বদনাম প্ৰকাশ কৰা।

**ফুৰণ** কৃদ. বি. ভ্ৰমণ, এঠাইৰ পৰা আন ঠাইলৈ যোৱা কাৰ্য্য, ভ্ৰমণ কৰা to walk, to travel.

**ফুৰণি** বি. মূৰ ঘূৰণি giddiness of the head.

**ফুৰা** সক. ধা. আনক ভ্ৰমণ কৰোৱা to cause to walk, ঘূৰা to cause to turn. অক. ধা. ফুৰা হ বাহিৰ ফুৰ, শৌচ কৰ to ease one self.

**ফুৰালুং** আহোমৰ ধৰ্ম্ম পুথিৰ নাম, আহোমসকলৰ জাতীয় বৰ সবাহৰ নাম।

**ফুকলি** বি. অনেক গোট খাই একেবাৰেই মৰা আটাহ বা চিঞৰ

a simultaneous yell. অক. ধা. ফুকলি মাৰ।

**ফুকহা** বি. এবিধ বন a kind of plant, কোমোৰা আদি ফলৰ গাত থকা বগা মিহি নোম white fur on the surface of a fruit like pumpkin, অলঙ্কাৰ আদি ওলমাবলৈ তাৰ গাত লগাই দিয়া সৰু আঙঠি।

**ফুৰ্ত্তি** বি. বং ধেমালি pleasure, উৎসাহ zeal.

**ফুৰ্ফুৰ কৰে** ক্রি. বিণ. মৃদুৰূপে with pleasing mildness, অবাধে easily. বিণ. ফুৰ্ফুৰীয়া।

**ফুল** পুৰা মাপৰ, পূৰ্ণ full.

**ফুল** বি. কুসুম, পুষ্প a flower, ফুলৰ গছ flower plant, কাপোৰ আদিত থকা ফুলৰ নিচিনা ধুন a flowery decoration worked on a cloth, মাছৰ কল the gills of fish, তিৰোতাৰ গৰ্ভত সন্তান আৱৰি থকা আৰু সন্তান জন্মৰ পাছত হোৱা ছাল বা মোনা placenta, চকুৰ মণিত পৰা বগা চাকনী a film on the eye blinding the sight. পুষ্পিতা নোহোৱা কাল the age before attaining puberty. অ. ধা. মুকুলি হ, পাখি মেল to blossom. ফুলধৰ to flower, উখহি পৰ to swell. বিণ. ফুলা। ফুলন্ত কুসুমিত blooming. ফুলকটা বিণ. ফুলৰ আকৃতিযুক্ত, ফুল কাটি শোভিত কৰা adorned with engraved figures of flowers. ফুলকবি এবিধ বিদেশী কবিশাক the cauliflower, ফুল কাট কোনো বস্তুৰ ওপৰত ফুলৰ নিচিনা আকৃতি কাট। ফুল বাছ, ফুল তোল কাপোৰত বৈ বা বেজীৰে ফুলৰ আকৃতি কৰ। ফুল চতি যাই চতিৰ ওপৰত লগোৱা সৰু চতি। ফুল কোঁৱৰৰ গীত a popular ballad in Assam. ফুলচুৰি গোপনে আনৰ তিৰোতাৰ সৈতে কৰা সহবাস adultery. ফুল চেউতি বি. ফুল-চতি চোৱা। ফুল-জাৰী বি. এবিধ খাৰৰ বাজী a kind of fire work. ফুলতা ৰৰশীৰ পুঙা। ফুলদানী ফুল সজাই ৰখা পাত্ৰ। ফুলধনু ফুলবাণ, ফুলশৰ মদনৰ পুষ্পবাণ, মদন। ফুল-পাঠী গাভিন নোহোৱা ছাগলী। ফুলবাবু যিজনে চৌখিন কাপোৰ-কানি পিন্ধে। ফুলশয্যা বিয়াৰ পিছত দম্পতিৰ পুষ্প-শোভিত বিছনাত প্ৰথমবাৰ একেলগে শোৱা wedding bed, ফুলৰ বিছনা bed of flowers. ফুলমটা খাৰৰ বাজী। ফুলতী কাপোৰত ভালকৈ ফুল বাছিব পৰা তিৰোতা, ফুলতে বাৰী হোৱা ক্রি. স্বামীৰ লগত সহবাস কৰিবলৈ নোপাওতেই স্বামীৰ মৃত্যু হোৱা, to be widowed before

the consummation of marriage. **ফুলনি** ফুলৰ বাৰী। **ফুলৱী** ফুল ধৰ flowering.

**ফুলা** সক. ধা. ফুলধৰা to cause to flower, উখহা to cause to swell. বি. পকি ফাটি ওলোৱা কপাহৰ ফুটা, জোলা। **ফুলাম** ফুল-থকা, ফুল বছা adorned with figures of flowers. **ফুলিহা** কাপোৰ বওঁতে সূতাৰ মাজে মাজে দিয়া সৰু ফুলী।

**ফুলেশ্বৰী** বি. আহোম ৰজা শিব-সিংহৰ প্ৰথম ভাৰ্য্যা, আহোম-ৰাজসিংহাসনত আৰোহণ কৰা প্ৰথম নাৰী। এওঁক 'বৰ-ৰজা ফুলেশ্বৰী' ৰূপেও জনা যায়। **ফুল্ল** প্ৰস্ফুটিত, blooming.

**ফুৰা** সক. ধা. ফু মাৰ to blow with the mouth.

**ফুহুৰি-উগাৰ** বি. অজীৰ্ণৰ পৰা হোৱা উগাৰ fetid eructation due to indigestion.

**ফেঁচা** বি. নিশাচৰ চৰাই the owl. স্ত্ৰী. **ফেঁচী**। **ফেঁচানকা** ফেঁচা চৰাইৰ নাকৰ নিচিনা চেপেটা নাক থকা flat-nosed. স্ত্ৰী. **ফেঁচানাকী**। **ফেঁচামুৰা** ওফোন্দামুৰা, অশুবনি, স্ত্ৰী. **ফেঁচামুৰী**।

**ফেঁচু** বি. জন্তুৰ পোৱালি জগা মাত্ৰেই খাবোৰা অলপ হালধীয়া গাখীৰ, ফেঁচু চৰাই। **ফেঁচুজালি** ফেঁচু চৰাইৰ প্ৰথমে মতা সময়, নিচেই পুৱা the early dawn.

**ফেউ** বি. ফেকৰাৰ নিচিনা শব্দ an imitative sound used to express the cry of a jackal. **ফেউৰা, ফেকৰা** ফেউ ফেউ শব্দ কৰি মতা শিয়াল। **ফেউৰীয়া** 'ফেকৰা' চোৱা।

**ফেকুৰ** অক. ধা. উচুপি উচুপি কান্দ to sob.

**ফেঙুচা** বি. কমতাপুৰৰ এজন ৰজাৰ নাম।

**ফেচকুৰি** বি. চকুৰ পৰা ওলোৱা বগা মলি discharge from the eye. অক. ধা. **ফেচ্কুৰিয়া**।

**ফেচ্‌ফেচ্** বি. অসাৰ কথোপকথন useless talk. বিণ. **ফেচফেচীয়া** ঢিলা, কোমল soft, অমূলক unsubstantial, ৰবকৈ কথা কৈ থকা।

**ফেচু** ফেচু চৰাই a kind of bird.

**ফেচুলুকা** বি. এবিধ কলা সৰু চৰাই a kind of small bird.

**ফেচেকা** বিণ. পানী নোহোৱা হোৱা কিন্তু সম্পূৰ্ণৰূপে টান নহবা soft, immature.

**ফেচেৰা** বিণ. পেচাৰৰ গোন্ধ।

**ফেছন** বি. সুন্দৰ ৰীতি fashion.

**ফেট** বি. সাপৰ ফণা the hood of a snake. অক. ধা. **ফেট খা** ওপৰলৈ দাং খা to be bent upward. **ফেট তোল** ফণা দাং।

**ফেটা** সক. ধা. অনিষ্ট কৰিবলৈ উচটাই বা লগাই দি to instigate, **ফেটা** বিণ. একাষিলৈ মেচ খোৱা bent outward, ওপৰলৈ মেচ খোৱা bent upward. **ফেটা-পৰা** মেচ খোৱা।

**ফেটীগোম, ফেটীসাপ** বি. ফেট থকা এবিধ বিষাল সাপ the cobra

**ফেটী সাপৰ পোৱালি** বি. বৰ উগ্ৰ, খঙাল।

**ফেটী সাপৰ পোৱালি পোহা** ক্রি. ভবিষ্যত শত্ৰুক আশ্ৰয় দিয়া।

**ফেণা** বি. সাপৰ ফেট the hood of a snake. ঘাই মূলৰ পৰা বহল কৈ বাটি ওলোৱা ঠেঙুলি সমূহ, গছৰ গুৰিৰ পৰা কেউ ফালে ওলোৱা গজালি।

**ফেনাইল** বি. বীজাণুনাশক তৰল দ্ৰব্য বিশেষ।

**ফেদ্‌ফেদা** অক. ধা. অনৰ্থক বহু কথা ক, ফেচ্‌ফেচা to prate. বিণ. **ফেদফেদীয়া**।

**ফেদা** বি. মলি, মল dirt, filth. বিণ. **ফেতুৰা, ফেদেলা** মলযুক্ত dirty. স্ত্ৰী. **ফেদেলী**। (কথ্য-ভাষাত) বীৰ্য্যকো বুজায়।

**ফেদেলী পুৰাণ** বি. বিভিন্ন ধৰণৰ বিশৃঙ্খল কথা a rambling statement.

**ফেন** বি. বৰকৈ লৰাত বা উতল খৰাত জুলীয়া বস্তুৰ ওপৰলৈ উঠা ফুটফুটীয়া মল বা ঢৌৰ সমষ্টি froth, foam. **ফেনিল** ফেনযুক্ত। **ফেনফেনীয়া** বিণ. ফেনৰ নিচিনা বৰ কোমল froth like, very soft. ক্রি. বিণ. **ফেনেকোট-কাৰে** ঢৌ আৰু অন্যান্য বস্তুৰে সৈতে বাঢ়নী পানী। অক. ধা. **ফেনা** ফেন ধৰ, ফেন উৎপন্ন কৰ।

**ফেনী** বি. এবিধ পিঠা a kind of cake.

**ফেনেক** সক. ধা. খচি ফেন তোল, মৰ্দ্দন কৰ to mix up by squeering and heating. বিণ. **ফেনেকা-ফেনেক**।

**ফেপা** বিণ. কোমল, ঢিলা soft, delicate.

**ফেপেৰি** বি. খঙত ফোপোৱা কাৰ্য্য, ডাবি defiance, angry intimidation. **ফেপেৰিপাত** ডাবি বা গেঙেৰি দে to defy.

**ফেব্ৰুৱাৰী** বি. ইংৰাজী বছৰৰ দ্বিতীয় মাহ।

**ফেৰ** বি. কপালৰ গতি changes of fortune, মেখেলা, চোলা আদিৰ মেৰ বা ঘেৰ the width or circumference of a garment, হেৰফেৰ a difference of weight in the scale, প্ৰতি-যোগিতা, অৰিয়া অৰি rivalry. **ফেৰৎ** 'ফিৰত চোৱা। **ফেৰ দৌচি** বি. এজন বিখ্যাত পাবস্ত কবি।

**ফেৰধৰ** উন্নত অৱস্থা পা, পুষ্ট হ to prosper, to be healthy. **ফেৰপাত** যুজিবলৈ সাজু হ to be ready to fight, অৰিয়া অৰি কৰ। **ফেৰমাৰ** তৰ্জুৰ দুয়োফালৰ গধুৰতা সমান কৰ to balance, প্ৰতিযোগী হ to compete **ফেৰমেল** বহল হৈ যা।

**ফেৰ্‌ফেৰণি** বি. একেবাহে কিছু প্ৰবল বতাহ বৈ থাকিলে হোৱাৰ নিচিনা শব্দ। অক. ধা. **ফেৰফেৰা**। **ফেৰফেৰীয়া**। ক্ৰি. বিণ. **ফেৰফেৰ কৰে**।

**ফেৰা** (উপশব্দ) অলপ, অকণ, এখুদ an article used with a noun to denote a small quantity, ভাল বা সৰু বস্তু বুজাবলৈ ফেৰি হয়।

**ফেৰাৰ** বিণ. পলাই যোৱা absconding.

**ফেৰি** বি. এক প্ৰকাৰ জাহাজ।

**ফেৰিয়াফেৰি** বি. অৰিয়াঅৰি, প্ৰতিযোগিতা rivalry, competi tion.

**ফেৰিৱালা** বি. ঘৰে ঘৰে বা ৰাস্তাই ৰাস্তাই পণ্য বিক্ৰী কৰি ফুৰা লোক।

**ফেৰেকা** বিণ. আঁতৰা আঁতৰি, ডালমেলা set farther apart than usual, স্ত্ৰী. **ফেৰেকী**।

**ফেৰেকা-ফেৰেকুঁ** বি. পাতি-হাঁহৰ নিচিনা গতি, waddling gait.

**ফেৰেঙণী** বি. একে ঠাইৰ পৰা বেলেগ হৈ যোৱা দুটা ডালৰ এটা one of two branches forking out, ফেৰেঙণীৰ গুৰি বা জোৰা a fork of a tree. ক্ৰি. **ফেৰেঙণী মেল**।

**ফেল** অনুত্তীৰ্ণ fail, দেউলিয়া (বেঙ্ক)।

**ফেল-জামিন** বি. ভাল স্বভাৱত থাকিবলৈ আদালতৰ পৰা লোৱা জামিন security for good behaviour.

**ফেষ্টা** বিণ. পেটা উঠা crushed.

**ফেছুৰা-উগাৰ** বি. 'ফুহৰি-উগাৰ' চোৱা।

**ফৈজী** বি. আকবৰৰ ৰাজসভাৰ এজন বুৰঞ্জীবিদ্‌।

**ফৈদ** বি. বংশ, গোত্ৰ a family or class. বিণ. **ফৈদীয়া** কোনো এক ফৈদৰ বা বংশৰ।

**ফৈৰাম** বি. দালাল a broker. বি. **ফৈৰামি**।

**ফৈলং** বিণ. মুকলি, open.

**ফোচ্‌, ফোচ্‌ফোচ্‌** বি. সাপৰ দৰে শব্দ a hissing sound. অক. ধা. **ফোচ্‌ফোচা**। বি. **ফোচ ফোচনি**।

**ফোপ চুঙা** বি. জ্ঞান বুদ্ধি নথকা মূৰ্খ মানুহ a block-head. **ফোপ ডাং** গণ্ডগী মানুহ। **ফোপ মৰা** নিজকে নিজে মিছাই প্ৰশংসা কৰা।

**ফোপা ঊঁৰ** বি. সাপে খণ্ডত

নাকেৰে কৰা ডাঙৰ শব্দ, খঙেৰে ভাঙৰকৈ দিয়া ভাবি।

**ফোপাল,-ফোপোলা** বিণ. ফোপ থকা, নলিৰ নিচিনা hollow, tubular.

**ফো-ফোৱা** অক. ধা. বতাহ বলাৰ নিচিনা শব্দ কৰ।

**ফোহা** বি. ছালৰ ওপৰত হোৱা সক খহু a pimple.

**ফোহোৰা** বি. ডাঙৰ ফোঁহা a boil.

**ফোকাৰ** সক. ধা. বিৰিয়াই মাত to call aloud, ঘনে ঘনে উশাহ ল to pant.

**ফোচ্‌কা চুৰী** বিণ. মূল্যহীন valueless.

**ফোচ্‌কা-পানী** ঠিলা বা সোপা খুলি দিলে বটল বা আন পাত্ৰৰ পৰা ফোচ্‌ শব্দ কৰি উতলি ওলোৱা পানী।

**ফোট** বি. কপালত লোৱা চন্দন, সিন্দুৰ আদিৰ চিন a mark made with a paint on the forehead, নিচেই অলপ পৰিমাণ a very small quantity, জন্তুৰ কপালত থকা চিন a mark on the forehead of an animal. বিণ. **ফোটা, ফোটাল** কপালত ফোট থকা।

**ফোড়** সক. ধা. ফাল, বিদীৰ্ণ কৰ।

**ফোপ** বি. চুঙাৰ বিন্ধা, ভিতৰৰ শূন্য ভাগ a hollow, a cavity.

**ফোপচুঙা** অপদাৰ্থ বস্তু বা মানুহ a worthless person or thing.

**ফোপ দাং** বি. বৰ ডাঙৰ কথা কোৱা লোক (কাৰ্য্যত একো নাই)।

**ফোপ্‌ মহ** বি. নিজৰ মিছা যশস্যা, আত্ম প্ৰশংসা, vainglorious.

**ফোপা** অক. ধা. খৰকৈ চুটি উশাহ ল to pant. বি. **ফোপনি**।

**ফোকনি** বি. বৰ কথা কোৱা tall talk.

**ফো-ফোৱা** অনু. শব্দ বতাহ বলাৰ নিচিনা শব্দ কৰা।

**ফোৰ্‌** বি. পোন-পটীয়া সেৰেঙা সিয়নি a thin stitch. ক্ৰি. **ফোৰ্‌মাৰ্‌**।

**ফোৰমেন** বি. যন্ত্ৰ পৰিচালনাৰ তত্ত্বাবধায়ক।

**ফোৰণ** বি. আঞ্জাত দিবলৈ তপত কৰা মচলা আৰু তেল বা ঘিউ heated oil or ghee for seasoning curry.

**ফোৰোহনি** কোনো জন্তুৱে খাইকৈ হাতীয়ে খং প্ৰকাশ কৰি নাকেদি মৰা গোঁজৰণি a snoring sound by an angry animal.

**ফৌজ** বি. সৈন্য an army.

**ফৌজদাৰী** বিণ. দোষী আৰু দণ্ড সম্পৰ্কীয় relating to criminal court.

**ফৌত** বিণ. মৃত, মৰা dead. **ফৌত মাৰা** ক্ৰি. পলাই যোৱা, **ফৌত**

বিণ. মৰা মানুহৰ, মৰা মানুহ সম্বন্ধীয়।

**ফৌ ফৌৱা** বিণ. শুকান, পিঠাগুৰিৰ দৰে নীৰস dry, dry like rice powder, not sticky.

**ফ্ৰক** বি. সৰু ছোৱালীৰ চোলা।

**ফ্ৰয়ড** বি. খ্ৰী: ১৮৫৬—১৯৩৯ চনৰ অষ্ট্ৰিয়াৰ এগৰাকী প্ৰসিদ্ধ বৈজ্ঞানিক আৰু মনস্তত্ত্ববিদ। এওঁ মানসিক ৰোগৰ চিকিৎসক আছিল, Freud.

**ফ্ৰয়েডীয়** ফ্ৰয়ড সম্বন্ধীয়।

**ফ্ৰাচেংমুং বৰগোঁহাই** মূলা গাভৰুৰ স্বামী।

**ফ্ৰালং** আহোম সকলৰ দ্বাৰা অনুষ্ঠিত জাতীয় 'বৰ সবাহ'।

**ফ্ৰি** স্বাধীন।

**ফ্ৰিডম** স্বাধীনতা।

**ফ্ৰেম** কোনো বস্তু ঠিক কৈ ৰাখিবৰ বাবে কাঠ বা ধাতুৰে সজা যতন।

**ফ্ল’ৰেন্স নাইটিঙ্গেল** বি. প্ৰথম বাৰৰ বাবে 'নাৰ্চিং' পদ্ধতি উলিয়াওতা, ক্ৰিমিয়াৰ যুদ্ধত আহত সৈন্যবিলাকক পৰিচৰ্য্যা কৰিছিল। এওঁক "Lady with the lamp" বুলিও জনা যায়। এওঁ খ্ৰী: ১৮২০ চনত জন্মিছিল আৰু খ্ৰী: ১৯১০ চনত তেওঁৰ মৃত্যু হৈছিল।

**ফ্লানেল** বি. পচুমী কাপোৰ বিশেষ।

**ফ্লেট চৰিত্ৰ** বি. বিকাশ বৰ্জ্জিত নাট্য চৰিত্ৰ flat character.

—o—

# ব, ৱ

**ব, ৱ** ব্যঞ্জন বৰ্ণৰ তেইশ আৰু উনত্ৰিশ সংখ্যাৰ আখৰ। শব্দৰ আদিত অসমীয়া ভাষাত 'ৱ' ৰ উচ্চাৰণ 'ব' ৰ দৰেই হয়, আকৃতিও একে হয়; সেই কাৰণে একে ঠাইতে লিখা হল। the twenty third and twenty-ninth letter of the consonants.

**ব** সক. ধা. গুটি সিঁচ, ৰোপণ কৰ to sow, broadcast.

**ব** সক. ধা. কাঠী বা সূতাৰে নিৰ্ম্মাণ কৰ to weave or plait, তাঁতৰ বানীৰ সূতা সুমাবলৈ দীঘৰ সূতাবোৰ বেলেগোৱা জৰী healds, heddles. **ব তোল** তাঁতৰ দীঘল সূতাবোৰ ব-ৰ মাজত সুমা to furnish with healds.

**ব** সক. ধা. কান্ধ মূৰ বা হাতত তুলি নে, কঢ়িয়া to carry. অক. ধা. খাট, চাকৰি কৰ, লোকৰ তলত কাম কৰ to serve, to do domestic service. বি. বলধৰ গলধন the shoulder of a bullock.

**ব** অক. ধা. বল, সোঁত বা বতাহৰ দৰে চল to flow as water, to blow as wind, টিক, চল to endure, to last.

**বইটূ** ভা. অব্য. হাতীৰ ওপৰত মানুহ উঠিবলৈ নাইবা মালপত্ৰ তুলিবলৈ

যাতে সহজ হয় সেই উদ্দেশ্যেৰে হাতীক আঠু কাঢ়ি বহিবলৈ সততে এই শব্দটো ব্যৱহাৰ কৰা হয় a word used to make an elephant kneel down.

**বইঠা** বি. 'ব'ঠা চোৱা।

**বইনা** বি কিনিব খোজা বস্তু নেবেচাকৈ ৰাখিবলৈ দিয়া অলপীয়া ধন, কোনো কথাৰ বন্দবস্ত ঠিক ৰাখিবলৈ দিয়া আগতীয়া ধন earnest money, advance.

**বওঁতা** বি. গুটি সিচোঁতা a sower of seeds, সূতা বা কাঠিৰে নির্ম্মাণ কৰোঁতা one who weaves or plaits, কঢ়িয়াওঁতা one who carries, ভৃত্যৰ কাম কৰোঁতা one serving as a servant. স্ত্রী. **বঁ-তী**।

**বং** যাঠী বটালীৰ নাল the handle of a spear or a chisel, জৰী a rope, জোৰা দিয়া কথা a word or phrase not necessary to the sense but for the sake of ornament. **বং লগা, বং দি** অর্থ বুজাবলৈ নলগা কথা ব্যৱহাৰ কৰ, কথা জোৰা দে। বিণ. **বং লগোৱা, বং দিয়া**।

**বংশ** বি. একেজন আদি পুৰুষৰ পৰা বঢ়া সন্তান সন্ততি, গোষ্ঠী a race, a family, বাঁহ bamboo. **বংশ-গত** পুৰুষানুক্রমে লাভ। **বংশগতি** বংশানুক্রমে দৈহিক আৰু মানসিক লক্ষণৰ সংক্রমণ, heredity. **বংশ গৌৰৱ** য'ৰ পৰা বংশৰ বা ঘৰৰ মান-মর্য্যাদা বৃদ্ধি হয়। **বংশ-ছেদ** বংশ নষ্ট হোৱা extinction of the race or family, বংশ বা সম্বন্ধ এৰাএৰি হোৱা severence of relationship. **বংশজ** বংশ জাত, ভাল বংশৰ। **বংশধৰ** বংশৰ ঘাই লোক the principal man of a family, কোনো বংশৰ সন্তান a descendant. **বংশধ্বজ** বংশৰ নাম অলোৱা মানুহ ( বিদ্রূপ অর্থত ) one who makes his family famous ( ironically ). **বংশপৰম্পৰা** বংশধৰ বিলাকৰ ধাৰাবাহিকতা বা অনুক্রম। **বংশ বৃদ্ধি** বংশত সন্তান সন্ততি বৃদ্ধি। **বংশ মর্য্যাদা** বংশৰ প্রাপ্য সম্মান। **বংশ ৰক্ষা** সন্তান জন্মদি বংশৰ ধাৰা প্রবাহমান কৰি ৰখা। **বংশ লতা** শাখা প্রশাখা ক্রমে বিন্যস্ত বংশ তালিকা। **বংশানুক্রম** বংশৰ পৰম্পৰা। **বংশানুচৰিত্র** বংশৰ ইতিবৃত্ত। **বংশলোচন** বাঁহৰ ভিতৰত থকা থপথপিয়া বস্তু বা বীজন bamboo manna. **বংশাবলী** কোনো এক বংশৰ লোক বিলাকৰ পৰম্পৰৰ সম্বন্ধ দেখাই লিখা নাম সমূহ a pedigree, a geneological tree. **বংশক্ষয়** বংশৰ নাশ decay of a family.

**বংশী** বি. বাঁহী, মুৰলী a flute.

**বংশী গোপাল** বি. হাতত বাঁহী লৈ থকা কৃষ্ণৰ মূৰ্ত্তি, an image of a Krishna with a flute in his hand. **বংশী গোপাল** বি. এজন বৈষ্ণৱ সন্ত, এওঁ মাধৱ-দেৱৰ ওচৰত শৰণ লৈ উজনি অসমত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰিছিল ; গড়মুৰ, কুৰুৱাবাহী, ডিফলু আদি সত্ৰ স্থাপন কৰাৰ গুৰিতেই আছিল বংশী গোপাল, a saint. **বংশীধৰ** কৃষ্ণ, বিষ্ণু Krishna, Vishnu. **বংশীবদন** কৃষ্ণ।

**বংশী, বংশীয়** বি. কোনো এক বংশৰ belonging to a particular family.

**বঁকিয়া** 'বক্সিয়া' চোৱা।

**বঁজা** বিণ. গুটি নধৰা, সন্তান বা পোৱালি জন্মাবৰ শক্তি নথকা unable to produce an off-spring, barren. স্ত্ৰী. **বাঁজী**।

**বঁটা** বি. পুৰস্কাৰ reward.

**বঁটা** সক. ধা. আনৰ দ্বাৰা ভগাই দিয়া to cause to be distri-buted.

**বঁতিয়া** অক. ধা. বাঁতি কৰ, পেটৰ বস্তু মুখেদি উলিয়া to vomit.

**বঁ-ভী, বোৱঁতী** বিণ. সোঁত বৈ থকা, পানী চলি থকা flowing, not stagnant.

**বঁহোৱা** বিণ. বাঁহী stale, ঈষৎ মলিন আৰু গোমোঠা dull, pale.

**বক** বি. বগ, এবিধ দীঘল ঠুঁটীয়া মাছ খোৱা চৰাই, এবিধ ফুল আৰু তাৰ গছ a paddy bird, kind of flower and its tree, ভীমে বধকৰা এটা ৰাক্ষস। **বক-ধাৰ্ম্মিক** ভণ্ড a cheat. **বক-বৃত্তি** বি. কপট সাধুতা hypocratic. **বক-ব্ৰতী** ভণ্ড, প্ৰবঞ্চক a cheat.

**বক** অক. ধা. বলক, নিৰৰ্থক কথা ক to rave, to babble, অতিৰিক্ত কথা ক to talk too much, তিৰস্কাৰ কৰ to scold. বি. বকনি।

**বক্‌চিচ** বি. পুৰস্কাৰ a reward.

**বক্ৰীদ, বকৰীদ** বি. মুচলমান পৰ্ব্ব বিশেষ ইদ্-উজ্-জুহা।

**বকটা** বি. বখলা, চেপেটা বা পাতল বস্তুৰ খণ্ড a scale, a flat por-tion. বিণ. **বকটা-বকট** বখলা-বখল।

**বকটু** বি. বাঁহ বা বেতৰ দৈৰ বুকুৰ বা ভিতৰৰ ভাগ the inner part of a bamboo or cane strip.

**বকলা** বিণ. পিয়ন-এৰা ( গৰু ম'হৰ পোৱালি ) grown up.

**বকনি** বি. অনৰ্থক ভাবে বহুতো সময় কথা কৈ থকা foolish talk.

**বকুৰা** বিণ. খোনা stammerer.

**বকৰা** বি. জাবৰ rubbish. **বকৰাণি** জাবৰ পেলোৱা ঠাই।

**বক্ পঞ্চক** বি. কাতি মাহৰ শুক্ল

একাদশীৰ পৰা পাঁচদিন, এই কেই দিনত হিন্দুমতে মাছ খোৱা নিষিদ্ধ।

**বক্-ফুল** বি. 'বক্' গছৰ ফুল, বকফুল ভাজি খোৱা হয়।

**বক্‌বকা** অক. ধা. বলক, সবহকৈ অমূলক কথা ক to prate uselessly, বক্‌বক্ শব্দ কৰি উতল to bubble. বি. বক্‌বকনি।

**বক্-যন্ত্র** বি. যি যন্ত্রত কোনো পদার্থৰ অংশ বাষ্পীভূত কৰি পৃথক কৰা যায়, পাতন-যন্ত্র retort.

**বকলম** বি. বদলি, সলনি, লেখিব নজনা মানুহৰ সলনি অইন এজনে চহি কৰাৰ চিন স্বৰূপে দিয়া 'বঃ' বা 'বং' আখৰ।

**বকলা** বি. গছৰ ছাল বা পাতল চেপেটা বস্তুৰ খণ্ড a piece of board or bark of tree, হাতে লিখা পুথি ঢকা গছৰ ছালৰ ঢাকনী the bark covering of a manuscript, ছপা কিতাপ ঢকা তুলাপাতৰ ঢাকনী the paper covering of a printed book. **বকলা মেল** ঢাকনী গুচা অর্থাৎ কোনো পুথি পঢ়িবলৈ বা কাহিনী কবলৈ আৰম্ভ কৰ to begin to read a book or tell a story.

**বক্‌লেছ** বি. ফিতা আদি টানকৈ বন্ধা যতন, buckles.

**বকহা** বি. ফালি ছিৰি একৰাই নিয়া বস্তুৰ সোপা a mass or lump of crushed things. বিণ. **বকহা-বকহ** সোপা সোপ, সোৱাদহীন lumpish, tasteless.

**বকাসুৰ** ভীমে বধ কৰা এটা ৰাক্ষসৰ নাম।

**বকুল** বি. এবিধ গছ আৰু তাৰ সুগন্ধ ফুল a kind of tree and its flower.

**বক্তব্য** বিণ. কবলগীয়া to be said or spoken. বি. কবলগীয়া কথা anything to be said. **বক্তা** বক্তৃতা দিওঁতা a speaker. স্ত্রী. বক্ত্রী। **বক্তৃতা** সভাত কোৱা কথা a speech, a lecture.

**বক্ত্র** বি. মুখ mouth.

**বক্র** বিণ. কুজা, বেকা, কেকোৰা crooked, পিছ হুইকি যোৱা (গ্রহৰ গতি) retrograde, অশুভ (গ্রহ) malignant (said of a planet).

**বক্রগামী** বিণ. বেঁকা হৈ যোৱা, দুর্জন going crookedly.

**বক্রীকৰণ** বেঁকা কৰা।

**বক্রী** বাম, বিৰূপ, প্রতিকূল।

**বক্রোক্তি** শ্লেষবাক্য innuendo.

**বখ্‌ত** বি. সৌভাগ্য, শুভযোগ happiness.

**বখলিয়া** বিণ. পিয়ন ছৰা, পিবলৈ এৰা weaned (said of a calf).

**বখলা** বি. গছৰ ছাল নাইবা আন চেপেটা বস্তুৰ একখণ্ড, বকটা a portion of a bark or skin. বিণ. **বখলা-বখল** অনেক বখলা

হোৱা, বহুত বখলা কৰা divided into many pieces of bark or skin. সক. ধা, **বখলিয়া** বাকলি গুচা to peel.

**বখান** সক. ধা. প্ৰশংসা কৰ to praise, বাহুল্য কৰি কৰ to explain.

**বখিয়া** বি. ঘন মিহি শিয়নি a kind of fine stitching.

**বগ, বগলী** বি. বক, দীঘল ঠেং আৰু ঠোটেৰে এবিধ মাছ খোৱা চৰাই heron.

**বগৰা** বিণ. নিজৰ ঘৰ বাৰী নথকা বাবে আনৰ ঘৰত বাস কৰি ফুৰা vagabond, homeless.

**বগৰি** বি. এবিধ কাঁইটীয়া গছ আৰু তাৰ সৰু ফল the plum.

**বগল** বি. কাষলতি the armpit, কাষলতিত ওলোমাই লোৱা কাপোৰ খোৱা মোনা a cloth-bag, দাঁতি কাষ side, edge. বিণ. এদঁতীয়া aside.

**বগলা** বি. দশ মহাবিদ্যাৰ একবিদ্যা।

**বগলী** বি. বগ জাতিৰ মাইকী সাধাৰণতে ই বগ মতা মাইকী দুয়োকে বুজায় a female paddy bird.

**বগা** বি. শুভ্ৰ, শুক্ল, শ্বেত white. স্ত্ৰী. বগী।

**বগা** অক. ধা. বুকু চোঁচৰাই বা পেট পেলাই যা to crawl, to creep, বা বাঢ়ি যা (লতা) to climb. অক. ধা. পিঠিত উঠ to mount. **বগা ওলা** বগা কুষ্ঠ ৰোগে ধৰ to be attacked with white leprosy. **বগা বাহক** অলপ দীঘলীয়া পাতেৰে এবিধ ঔষধত লগা সৰু গছ a medicinal plant. বগা-মেদেলুৱা বি. বিহলঙনী। **বগা-মাটি** খড়িমাটি chalk. **বগা-সৰিয়হ** এবিধ সৰিয়হ।

**বগিয়াবগি** অৰিয়া অৰি rivalry, আন এজনে কৰিব বুলি কৈ কোনো কাম নকৰা।

**বগীতাম** বি. ৰাং চৰোৱা লোৰ পাত, টিন tin.

**বগুলা** বি. "বগলী" চোৱা।

**বগুৰা** বি. দুই হাত আৰু দুই আঁঠু মাটিত পেলাই কৰা গতি moving on all fours. ক্ৰি. **বগুৰা বা।**

**বঙলা** বি. চাৰি চালৰ ডাঙৰ মানুহ থকা ভাল ঘৰ bunglow.

**বঙলুৱা** বিণ. বঙালীৰ নিচিনা resembling Bengali.

**বঙহ** বি. গোত্ৰ, বংশ a race, family, বংশৰ এজন a scion of a family. **বঙহ খা** অকালত গৰ্ভ নষ্ট হ to miscarry.

**বঙহৰ দেউ** উচ্চশ্ৰেণীৰ আহোম ৰমণীয়ে স্বামীক সম্বোধন কৰোতে ব্যৱহাৰ কৰে, a term used by

of the Ahoms in addressing their husbands.

**বঙাল, বঙালী** বি. বঙ্গদেশৰ মানুহ a man of Bengal. স্ত্রী. **বঙালনী**।

**বঙিয়া** বি. পথাৰৰ মাজেদি মানুহ যোৱা আলি an embankment across a rice-field.

**বঙ্ক** বিণ. বেঁকা, নির্দ্দয় crooked, cruel.

**বঙ্কিম** বেঁকা।

**বঙ্গ** বি. আসামৰ পশ্চিমে থকা ভাৰতবর্ষৰ এখন ৰাজ্য বা প্রদেশ the province of Bengal.

**বচ্** বি. এবিধ তামোলৰ পোক a kind of insect.

**বচ্** বি. এবিধ দৰৱত দিয়া মল the orris root.

**বচ্ভাৰ**. অব্য. বাহ্, কেনে মজা ইত্যাদি good, best etc.

**বচন** বি. বাক্য, কথা, কোনো বিষয়ত বিধান কৰা শ্লোক speech, a text, an aphorism, উপদেশ মূলক কথা a moral saying, ব্যাকৰণত একত্ব বহুত্ব ইত্যাদি number.

**বচনীয়** বাচ্য, কব পৰা, কথনীয়।

**বচন-বাগীশ** কথকু, বহু কথা কোৱা পাতল প্রকৃতিৰ লোক।

**বচ্-বাচ্, বইচ্-বাইচ** বি. ঠোঁটা মোজা, মুখ চুপতি altercation.

**বচা** সক. ধা. জীয়াই ৰাখ, ৰক্ষা কৰ to keep alive, to save.

**বচা** বি. এবিধ বাকলি নথকা বৰ তেলী মাছ a kind of fatty fish.

**বচাৰী** বি. আহোমৰ ৰাজত্ব কালত যুদ্ধত ব্যৱহাৰ কৰা এবিধ নাও a kind of war boat used by the Ahoms.

**ব-চুঙা** বি. 'ব'-তোলা বাঁহৰ চুঙা a weaver's implement.

**বচোৱাল** বি. আহোম ৰজাৰ দিনত ৰজাৰ বৰ চৰাৰৈ যোৱা বিষয়া-বিলাকে চুৰিয়াৰ ওপৰত মেৰাই কঁকালত টঙালিৰে বান্ধি পিন্ধা আৰু আঠুলৈকে ওলমা এবিধ কপাহী কাপোৰ a court dress worn by the officers of Ahom Rajas.

**বছৰ** বি. বাৰ মাহ কাল a year. **বছৰি** ক্রি. বিণ. প্রতি বছৰত, বছৰেকত yearly, every year. **বছৰ উদাসি, বছৰ বন্ধীয়া** বিণ. এবছৰৰ কাৰণে বন্দৱস্ত কৰা contracted for a year. **বছৰ পিয়নি, বছৰ বিয়নি** বিণ. প্রতি বছৰে পোৱালি দিয়া producing a calf or young one every year. **বছৰীয়া** বিণ. বছৰ হোৱা passing a certain number of years. **বছৰেক** এবছৰ one year. **বছৰেকীয়া** বিণ. এবছৰ

বয়সৰ one year old, এবছৰৰ কাল ব্যাপি থকা lasting for a year, এবছৰত এবাৰ হোৱা annual, মৰাৰ প্ৰথম বছৰৰ অন্তত মৃতকৰ উদ্দেশে কৰা শ্ৰাদ্ধ a ceremony performed at the end of the first year after death.

বছা অক. ধা. আনৰ হতুৱাই পৃথক কৰোৱা বা বাছি লোৱা কাৰ্য্য কৰা to cause to be selected.

ব-ছিগা বি. গলধনত বা লগা with galled-neck.

ব-ছেৰা বিণ. আপোনাৰ সম্বন্ধীয়া মানুহৰ মৰম নজনা stranged from one's own relations.

বজ্‌ৰা বি. শস্য বিশেষ।

বজৰা বিণ. সৰু আৰু বৰ টান stoney, very hard. বজৰীয়া সৰু সৰু গুটিৰে পূৰ্ণ (কল) full of seeds.

বজৰুৱা বিণ. বজাৰৰ, বজাৰত থকা বা পোৱা belonging to a bazar, available in a bazar, সামান্য common, vulgar.

বজা সক. ধা. বাদ্য যন্ত্ৰ বা অন্য কোনো বস্তুৰ ধ্বনি তোল to play upon, as a musical instrument, to cause anything to sound. বি. বজোৱা। বি. বজাওঁতা।

বজা অক. ধা. জয়লাভ কৰ, বেছি লাভ কৰ to attain victory, to have much profit.

বজাই ৰাখ ক্রি. ৰক্ষা কৰ, বলবৎ ৰাখ to save, to maintain.

বজাৰ, বাজাৰ বি. বস্তু বেচা-কিনা ঠাই, হাট market. বজাৰী বজাৰৰ relating to bazar. বি. বজাৰত বস্তু বেচোঁতা, দোকানী a shop-keeper.

বজাল বি. এবিধ বনৰীয়া বাঁহ a kind of wild bamboo.

বজুৱা বিণ. বাহিৰফালে থকা staying outside, নিজৰ ঘৰৰ বা পৰিয়ালৰ নোহোৱা not of one's family. বজোৱা সক. ধা. আনৰ দ্বাৰাই কোনো যন্ত্ৰৰ ধ্বনি তোল to cause to be played.

বজোৱাৰ বি. বৰ শব্দ কৰি উঠা ঢৌ a roaring wave.

বজ্র বি. ইন্দ্ৰৰ প্ৰধান অস্ত্ৰ the thunder-bolt of Indra, ভয়ঙ্কৰ গাজনি মাৰি অতি বেগেৰে পৃথিবীলৈ অহা বিজুলী thunder-bolt. বজ্ৰকল্প বজ্ৰৰ নিচিনা। বজ্ৰকীট বৰ টান আৰু চোকা দাঁত থকা এবিধ পোক। বজ্ৰ-গম্ভীৰ বজ্ৰৰ নিচিনা গম্ভীৰ। বজ্ৰধৰ, বজ্ৰপাণি ইন্দ্ৰ। বজ্ৰপাত চৰক পৰা, বিজুলী পতন, হঠাৎ হোৱা ডাঙৰ বিপদ। বজ্ৰ-চিহ্ন '×' চিন। বজ্ৰ-পুৰণ এবিধ পূৰণ অঙ্ক। বজ্ৰময় বৰ টান। বজ্ৰমুষ্টি বৰ

টান ভুকু। বজ্ৰলেপ বৰ টানকৈ লাগি থকা। একবাৰ নোৰৰা। বজ্ৰশলাকা বজ্ৰপাত নিবাৰণৰ বাবে দালানৰ ওপৰত লোহাৰ যি চিক্ বহুৱা হয়। বজ্ৰাঘাত বজ্ৰপাত। বজ্ৰাসন যোগ সাধনৰ আসন বিশেষ।

**বৰ্জ** সক. ধা. অলপকাল বাস কৰ, খপ, টোপনি নোযোৱাকৈ থাক, পৰিত্যাগ কৰ to forego, to avoid. বি. বৰ্জন।

**বঞ্চ** সক. ধা. ছল কৰ, ফাকি দে to deceive. বি. বঞ্চোতা। স্ত্ৰী. বঞ্চতী। বঞ্চক প্ৰতাৰক, ঠগ a cheat. বঞ্চন প্ৰতাৰণা কৰা কাৰ্য্য। বঞ্চনা প্ৰতাৰণা, প্ৰবঞ্চনা deceit, fraud. বঞ্চিত প্ৰতাৰিত, ঠগত পৰা cheated, আশা পূৰ্ণ নোহোৱা deprived of.

**বট** বি. বড় গছ the Indian fig tree.

**বটন** বি. আগ্নাত দিয়া বটা বস্তু pounded rice etc, used in a curry.

**বটলছি** বি. তলত খুৰা নথকা এবিধ পিতলৰ পাত্ৰ বা ভাঙৰ ঘটি a kind of water vessel.

**বটলা** বি. বিয়া নকৰাকৈ তিৰোতা ৰখা মতা a man keeping a woman as his wife without a formal marriage.

**বটা** বি. চাপৰ শৰাই a kind of tray with a foot. এবিধ সৰু চৰাই a quail.

**বটালি** বি. খুন্দা, মাৰপিট beating, thrashing.

**বটালী** বি. এবিধ কাঠ খোলা ধাতুৰ অস্ত্ৰ a chisel.

**বটিয়া** সক. ধা. বিন্ধাত হেচি সুমা to thrush into.

**বটীয়া** বি. সূতা পকাই কৰা মিহি জৰী twine, string, এবিধ সৰু মাছ a kind of small fish.

**বটু, বটুক** বি. ব্ৰাহ্মণৰ পুত্ৰ।

**বটুক-ভৈৰৱ** বি. বালক ভৈৰৱ।

**বটুৱা** বি. তামোল থোৱা, সৰু জোলোঙা a small bag for betel nuts, খুৰা নথকা বটলহিৰ নিচিনা ঘটি a brass pot.

**বঠা** বি. এবিধ চেপেটা আক বহল আগেৰে নাও চলোৱা শঁজুলি an oar. বঠাপতীয়া বিণ. বঠাৰ আকৃতিৰ।

**বঠি** বি. মৈদাৰ পইৰা বা খুৰা, বেন্দাৰ কাঠ a wooden handle, as of a carpenter's plane, ধুপ-দানী, ধূপৰ কাঠি গুজি ৰখা শঁজুলি an incense pot or stand.

**বঠী** বি. মৈদা, তৰকাৰি, মাছ আদি কটা অস্ত্ৰ a kind of bow-shaped knife.

**বডিচ** তিৰোতা মানুহে পিন্ধা পোছাৰ বিশেষ।

**বড়** বিশ. বৰ, ডাঙৰ, প্ৰধান, শ্ৰেষ্ঠ big, large, chief, principal. (পু. অ.) বড়ি।

**বড়** বি. বটা মাহৰ গুৰি পিঠা, তাক ভাজি বা আজাত দি খোৱা হয় a round cake used in a curry.

**বড়গছ** বি. এবিধ বৰ ওখ ডাঙৰ আও কাঠৰ গছ the Indian fig tree.

**বড়নী** বি. ধান বানোতে খুবলিলৈ ধান ঠেলা মাৰি a rod used in pushing paddy under the pestle of rice-cleaning pedal.

**বড়া** বি. বাড়নী মাৰিবে ঠেলি ঠেলি খুবলিত বাখিবলৈ লোৱা ধানৰ পৰিমাণ, ওনা the quantity of paddy taken at a time to the mortar.

**বড়া** সক. ধা. বেছি কৰ, বৃদ্ধি কৰ to increase, to enlarge, দীঘল কৰা to produce, আগলৈ ঠেল to push forward. বিশ. শ্ৰেষ্ঠ, উত্তম, আনতকৈ অধিক superior, surpassing. বড়া কথা, বড়া বচন কৰ নলগীয়া কথা, অনুচিত কথা improper word or speech. বড়াবড়ি পৰস্পৰে বিবাদ কৰিবলৈ আগ বাঢ়ন the act of defying one another.

**বড়িয়া** বিশ. অতি উত্তম, বৰ ভাল very good. excellent.

**বৰ্ণক্** সক. ধা. বৰণ লগা, ৰঞ্জিত কৰা to paint with dyes. বিশ. বৰ্ণকীয়া।

**বণিক্** বি. বেপাৰী, বেহা-বেপাৰ কৰা মানুহ a trader.

**বণিয়া** বি. বেহেৰুৱা, বেপাৰী a petty trader, সোণৰ অলঙ্কাৰ গঢ়া মানুহ a goldsmith.

**বণ্টন** বি. অংশীকৰণ, বিভাজন, ভাগ। বিশ. বণ্টক।

**বতৰ** বি. বায়ুমণ্ডল বা আকাশৰ অৱস্থা weather, শস্য বোৱা কটা আদি খেতিৰ উপযুক্ত সময় a particular season for agricultural operations. বতৰ দাং বতৰ মুকলি হ, বৰষুণ নাইকিয়া হ to be cloudless or cleared. বতৰ দে ভাল বতৰ হ, উপযুক্ত বতৰ হ। বতৰীয়া বিশ. কোনো বতৰত হোৱা growing or happening in a particular season.

**বতৰা** 'বাৰ্তা' চোৱা।

**বতা** বি. ইকৰা a kind of grass.

**বতা-চৰাই** বি. বতাশি বা উলুবনিত বাহ লৈ থকা এবিধ চৰাই a kind of bird.

**বতাহ** বি. চলি থকা বায়ু wind. **বতাহী** বিশ. বতাহৰ দৰে অস্থিৰ restless.

**বতুৱা** বিণ. বাত ৰোগে ধৰা rheumatic, কপীয়া, বেয়া unhealthy, bad.

**বত্রিছ, বত্রিশ** বি. একুৰি বাৰ thirty two.

**বত্রিছ পুতলা** বি. উজ্জয়িনীৰ ৰজা চক্রবর্ত্তী বিক্রমাদিত্যৰ সিংহাসনত থকা বত্রিছটা পুতলা।

**বৎ** অব্যয়. নিচিনা, সদৃশ similar, like.

**বৎস** বি. গৰু ম'হৰ পোৱালি a calf, ল'ৰাক মৰমেৰে মতা মাত a term of endearment used to a boy. **বৎসপাল** গৰখীয়া cow-herd.

**বৎসৰ** বি. বছৰ a year.

**বৎসল** বিণ. কৃপাময়, দয়ালু affectionate, kind.

**বদ** বি. বিধ sort, kind.

**বদ** বিণ. বেয়া, মন্দ bad. বি. **বদ্ খেয়াল** কু প্রবৃত্তি, দুর্নীতি। **বদ্জাত** বেয়া বা হীন জাত low birth or origin. **বদ্নাম** অপযশ, দুর্নাম bad reputation. **বদ্মাচ** বিণ. দুষ্ট প্রকৃতিৰ of bad character, দুষ্ট প্রকৃতিৰ মানুহ a man of bad character. গুণ বি. **বদ্মাচি, বদ্মাচালি**।

**বদ্হজম** অপৰিপাক indigestion.

**বদতি** ( পু. অ. ) সক. ধা. কয় to speak.

**বদন্তী** বি. চিনিব নোৱাৰা দুষ্ট মানুহ a man of strange character.

**বদন** বি. মুখ the mouth, মুখমণ্ডল the face. **বদন-কমল** পদুমৰ দৰে ধুনীয়া মুখ a handsome face, বৰ প্রিয় লোকৰ মুখ the face of a very beloved person. **বদন-চন্দ্র** জোনৰ নিচিনা ধুনীয়া মুখ a lovely face.

**বদনচন্দ্র** বি. অসমলৈ মান অনা বৰফুকন।

**বদৰিকাশ্রম** বি. হিমালয় পর্ব্বতত থকা তীর্থ বিশেষ।

**বদৰী** বি. বগৰী a kind of fruit.

**বদৰীনাথ** বি. বদৰিকাশ্রমৰ তীর্থ পতিদেৱ বিগ্রহ।

**বদল, বদলি** বি. সলনি, এটাৰ ঠাইত আন এটা exchange. **বদলি, বদলে** সলনি, পৰিবর্ত্তে in exchange. বিণ. **বদলী** স্থানান্তৰিত transferred.

**বদান্য** বিণ. দানী, উদাৰ liberal. বি. **বদান্যতা**।

**বদিয়া** বি. 'বদিয়াৰ' চোৱা।

**বদিয়াৰ** বি. বাদ দিওঁতা, দোষাৰোপ কৰোঁতা an accuser.

**বদিয়াৰ** বি. কণী খুন্দি গৰুক নপুংসক কৰা মানুহ one emasculating a young bull.

**বদীয়া** বিণ. বাদ উঠা, দোষত পৰা accused, guilty. বি. দোষত

পৰা মানুহ an accused. স্ত্ৰী. বন্দিনী।

বহুৱা বিণ. বাহুযুক্ত, যঁহি চোকা নকৰা, ধাৰ নথকা blunt as a knife.

বহুৱা বিণ. "বদীয়া" চোৱা।

বন্ধ বিণ. বান্ধ খোৱা, এৰাব নোৱৰা tied, fixed.

বন্ধজীৱ সংসাৰৰ প্ৰতি অতি আসক্ত।

বন্ধ পৰিকৰ যি কোমৰ বন্ধা হৈছে।

বন্ধমূল বিণ. দকৈ শিপা মেলি লাগি ধৰা, দৃঢ়ৰূপে মনত লগা firmly rooted. বন্ধমুষ্টি দৃঢ়মুষ্টি, কৃপণ close-fisted, miserly.

ব-দ্বীপ বি. নৈৰ মুখত হোৱা তিনি চুকীয়া দ্বীপ a delta.

বধ সক. ধা. প্ৰাণনাশ কৰ to kill বি. প্ৰাণ নাশ কৰা কাৰ্য্য, হত্যা murder. বধী বধ কৰোঁতা murderer. বধাৰ্হ, বধ্য বধৰ যোগ্য fit to be killed, deserving death. বধ দে বধ কৰা দোষে চুব বুলি শপত দে। বধ লা কাৰো মহা দুৰ্গতি বা মৃত্যুৰ কাৰণ হ। বধ-লাগ বধ কৰাৰ দোষে ছো। বধোপায় বধিবৰ উপায়।

বধিৰ বিণ. কলা, কাণে নুশুনা deaf.

বধী বি. বধ কৰোঁতা, প্ৰাণ মাৰোঁতা (অন্য শব্দৰ পাছত থাকে)—যেনে গোবধী a murderer.

বধূ বি. ভাৰ্য্যা, বোৱাৰী a daughter-in-law or sister-in-law.

বধে ছো সক. ধা. বধকৰাৰ পাপ লগা to be saddled with the sin of murder.

বধ্য বিণ. বধকৰাৰ উপযোগী, বধ কৰিব লগীয়া fit to be killed.

বধ্য-ভূমি বি. য'ত বধ কৰা হয়, place where to be killed.

বন বি. হাবি, জঙ্গল a forest, a jungle. বি. তৃণ, ঘাঁহ grass.

বন বি. কাম, কাৰ্য্য work, অলঙ্কাৰ বা কাপোৰৰ ওপৰত কৰা কাৰুকাৰ্য্য ornamental workmanship, embroidery. ক্ৰি. বন কৰ কাম কৰ to work, কাপোৰ বা অলঙ্কাৰৰ ওপৰত নক্সা তোল। বিণ. বন কৰা।

বন-কৰ বি. গৰু ম'হ আদি জন্তু চৰ্কাৰী বননিত চৰোৱা বাবে চৰ্কাৰে লগোৱা কৰ বা খাজনা grazing-tax. বন-কুকুৰা বি. বনৰীয়া কুকুৰা চৰাই wild fowl. বন-ফুহুম বি. এবিধ সৰু গছ, a kind of small plant. বন-গৰু মেঠোন। বন-গুটি কাপোৰত লাগি ধৰা এবিধ বনৰ গুটি আৰু তাৰ বন। বন ঘোষা গাৱঁলীয়া সুৰৰ গৰখীয়া ল'ৰাই গোৱা গীত a pastoral song. বন-চকা টোকোৰা চৰাই। বন-চৰ হাবিত থকা জন্তু, বনৰীয়া জন্তু a wild animal, বনৰীয়া wild. বনচাৰী বিণ. হাবিত ফুৰা।

**বনজ** বিণ. হাবিত জন্ম হোৱা, বনৰীয়া wild born or produced in the forest.

**বন-জাত** 'বনজ' চোৱা।

**বন-জালুক** বি. ঔষধত ব্যৱহাৰ হোৱা জালুকৰ নিচিনা এবিধ বন।

**বনজি** বি. বনেৰে ঢাক খাই থকা ঠাই, ঘাহনি grass-land.

**বন-দবর** বি ঔষধত দিয়া বন a medicinal herb.

**বন-দেৱতা** বি. হাবিৰ উপদেৱতা বিশেষ a Sylvan god.

**বন-দেৱী** বি. বনৰ অধিষ্ঠাত্রী কল্পিতা দেৱী।

**বন-ফুল** বি. বনৰীয়া ফুল, হাবিত আপুনি হোৱা ফুল wild flower.

**বনফুল** বি. ৺যতীন্দ্রনাথ দুৱৰাদেৱে লিখা এখন কবিতা পুথি। এই পুথিখনৰ বাবে তেওঁ ভাৰত চৰকাৰৰ পৰা পুৰস্কাৰ লাভ কৰিছিল।

**বন-বনা** অক. ধা. অকাই পকাই ফুৰ, কাম বন নকৰাকৈ ঘুৰি ফুৰ to wander about.

**বন-ববাগী** বি. চাৰিওফালে ঘুৰি ফুৰা লোক a vagabond.

**বন বাৰি** বি. কাম কাজ work, business.

**বন-বাৰী** বি. ঘৰুৱা কাম house-hold work.

**বন-বাস** বি. হাবিত বাস কৰা, হাবিত থকা কাৰ্য্য living in a forest, নির্ব্বাসন banishment.

**বন-বাসী** বিণ, হাবিত থকা মানুহ a man living in a forest. স্ত্রী. বনবাসিনী।

**বন-ভোজ** বি. ঘৰৰ পৰা আঁতৰৰ কোনো মুকলি ঠাইত ভোজ সৰাহ খাই কৰা আমোদ picnic.

**বন-মল্লিকা** ভাল গোন্ধ থকা ফুল।

**বন-মানুহ** বি. নেজ নথকা এবিধ ডাঙৰ জাতৰ বান্দৰ orang utang.

**বন-মালা** বি. এবিধ বনৰীয়া গছ, তাৰ পাতেৰে গঁথা মালা, কৃষ্ণই গলত পিন্ধা মালা।

**বনমালী** বি. বনমালা পিন্ধোতা, শ্রীকৃষ্ণ Krishna.

**বন-ৰজা** বি. হাবিৰ ৰজা, বাঘ a tiger.

**বন-ৰক্ষক** বি. বনবিভাগীয় এজন বিষয়া।

**বন-ৰাজি** বন শ্রেণী।

**বনৰা** বি. তিৰোতা লুভীয়া মতা-মানুহ, লম্পট মানুহ a libertine, a debauchee. স্ত্রী. বনৰী।

**বনৰীয়া** বি. হাবিত থকা বা উৎপন্ন হোৱা wild, found in the jungle.

**বন-ৰৌ** বি. ৰৌ-মাছৰ নিচিনা বাকলি থকা এবিধ চাৰি ঠেঙীয়া জন্তু a pangoline.

**বন-জগা** প্রথমতে বন কৰিবলৈ অর্থাৎ হাল বা নাঙল টানিবলৈ

শিকা ( গৰু, ম'হ ) to break in, as an animal.

বন-লট বি. এবিধ বন শাক a kind of pot-herb.

বনস্পতি বি গছৰ ফুল নোহোৱাকৈ ফল হয়।

বন-হালধী বি. কেঁতুৰি wild turmeric.

বনা অক. ধা. উৰ, আকাশত উৰি ঘুৰি ফুৰ soar about in the air ঘুৰি পকি ফুৰ, থিতাপি নোহোৱাকৈ ভ্ৰমি ফুৰ, বনবনা to wander about, to move about.

বনা সক. ধা. আনৰ দ্বাৰা ধান খুন্দাই চাউল কৰ to cause to be husked, as paddy.

বনা অক. ধা. শোভাযুক্ত হ to look beautiful. সক. ধা. তৈয়াৰ কৰ to make.

বনাগ্নি বি. হাবিত লগা জুই a jungle fire.

বনাত বি. সম্মানীয় লোকে লোৱা কাপোৰ বিশেষ a kind of cloth.

বনাম ( অব্যয় ) বিৰুদ্ধে, বিপক্ষে versus.

বনি বি. ৰোগৰ কাৰণ a primary exciting cause of illness. ক্রি. বনি লা কোনো এটা কাৰণৰ আশ্ৰয় কৰ to be the primary cause.

বনিতা বি. তিৰোতা, ভাৰ্য্যা a woman, a wife.

বনি ধান বি. কোমল চাউল হোৱা ধান, বৰাধান।

বনিয়ন বি. সূতা শুঠি তৈয়াৰ কৰা চোলা a jersey.

বনিয়া সক. ধা. লেৰেঙা কৰ, থিয়ান হব লাগে পিয়ান পাতল কৰ to thin out as plants, মাজে মাজে পক to become ripe here and there.

বনিয়া বি. জাতি বা উপাধি বিশেষ যোনে সোণ-ৰূপৰ অলঙ্কাৰ বনায় তেওঁলোকক বনিয়া বোলে। ( হাড়ী, বনিয়া, সোণাৰি )।

বনুৱা বি. কাম কৰা মানুহ বা তিৰী a worker, a labourer, ভৃত্য a servant. বিণ. কাম কৰা labouring.

বনৌষধি বি. দৰৰ স্বৰূপে ব্যৱহাৰ কৰা উদ্ভিদ a herb used as a drug.

বন্য বিণ. হাবিয়নীয়া wild.

বন্যা বি. 'বান-পানী' flood.

বন্তি বি. প্ৰদীপ, জ্বলি থকা চাকি a lighted lamp.

বন্দ সক. ধা. সেৱা কৰ, প্ৰণাম কৰ। বি. বন্দন প্ৰণাম, সেৱা salutation, obeisance. বন্দনা গুণ কীৰ্ত্তন কৰি কৰা পূজা, স্তুতি recitation of praise, prayer, বিণ. বন্দনীয় পূজনীয়, সেৱা পাবৰ যোগ্য fit to be worshipped or saluted.

•**বন্দবস্ত, বন্দবস্তি** বি. কোনো কাৰ্য্য কৰিবলৈ কৰা বিধিব্যৱস্থা, মাটিৰ পিয়ল, খাজনা আদি নিৰ্ণয় কৰা কাৰ্য্য arrangement, settlement.

**বন্দৰ** বি. সাগৰ বা নৈৰ পাৰত থকা জাহাজ বন্ধা আৰু বেপাৰৰ ঠাই a port.

**বন্দী** বি. ভৃত্য, পুৰুষ ভৃত্য, ৰণত ধৰা পৰা মানুহ a slave, a prisoner of war. বিণ. আবদ্ধ confined, নিযুক্ত, আজৰি নথকা engaged. **বন্দীকৰ** ক্রি. বন্ধ কৰি ৰাখ, আবদ্ধ কৰ to confine.

**বন্দীয়াৰ** বি. কইদী a prisoner, ৰণত বন্দী কৰা মানুহ a captive. **বন্দীশাল** বন্দীৰখা ঘৰ, ফাটক a prison.

**বন্দুক** বি. গুলি মৰা অস্ত্র, ছিলৈ a gun.

**বন্দুলি** বি. এবিধ ৰঙা ফুল ধৰা সৰু গছ a kind of garden flower and its plant.

**বন্দে** বন্দনা কৰা।

**বন্দে মাতৰম্** মাতৃ, তোমাক বন্দনা কৰোঁ।

**বন্দেগি** চেলাম, অভিবাদন।

**বন্দ্য** বিণ. সেৱা বা পূজাৰ যোগ্য deserving respect.

**বন্ধ** বিণ. ৰুদ্ধ, মেল খাই নথকা, জাপ খাই থকা closed, shut up, [illegible] stagnant, [illegible] হোৱা closed, আবদ্ধ confined, ছুটি a vacation. **বন্ধ যা, বন্ধ খা** আবদ্ধ হৈ থাক। **বন্ধন** কৰলৈকো যাব নিদিয়া কাৰ্য্য act of confining. **বন্ধ** a tie, আবদ্ধ কৰা অৱস্থা confinement.

**বন্ধক** বি. অইনৰ ওচৰত কোনো বস্তু থৈ ধাৰ লোৱা কাৰ্য্য a mortgage. বিণ. **বন্ধকী** বন্ধকত ৰখা mortgaged.

**বন্ধনী** বি. কোনো অঙ্ক বা বাক্য আদি বেৰি ৰখা চিন—"[ ], { }, ( )" a bracket.

**বন্ধা** বি. কোনো এক নিৰ্দ্দিষ্ট কালৰ নিমিত্তে ধাৰ শুজিৰ নোৱাৰালৈকে খাটিবৰ নিয়মে চাকৰ হোৱা মানুহ। সক. ধা. আনৰ হতুৱাই বন্ধন কৰা, অণ্ডকোষ বা কণী খুন্দ to castrate. **বন্ধা-কবি** পাতবোৰ মেৰ খাই হোৱা এবিধ কবি শাক cabbage.

**বন্ধু** বি. মিত্র, সখি, লগৰীয়া, হিতকাৰী a friend, a companion, a well-wisher. বি. **বন্ধুতা, বন্ধুত্ব** বন্ধু বা মিত্র ভাব, বন্ধুৰ দৰে আচৰণ friendship.

**বন্ধুৱা** বি. বন্ধা one who binds oneself to serve in payment of a debt. বিণ. বন্ধা হোৱা, বন্ধক অৱস্থাত থকা mortgaged.

**বন্ধ্যা** বি. বাঁজী তিৰোতা a barren woman. বিণ. বাঁজী barren.

বপন সিঁচা, সিঁচৰি দিয়া।
বপু বি. শৰীৰ the body.
বপুৰা বি. পুতৌ কৰা মাত, বেচেৰা a word expressing pity or sympathy স্ত্ৰী. বপুৰী।
বপ্ৰ ক্ষেত্ৰ, ভূমি।
বপ্ৰক্ৰীড়া দাঁত বা শিঙৰ দ্বাৰা মাটি খোচা, শিং বা দাঁত ধৰোৱা।
ববচা বি. এবিধ সৰু বন a kind of grass.
ববলা পৰ কোনো কাৰ্য্যত বৰকৈ হানি বা অকৃতকাৰ্য্য হ to be unsuccessful.
বভ্ৰুবাহন বি. অৰ্জ্জুন আৰু চিত্ৰাঙ্গদাৰ পুত্ৰ, মণিপুৰৰ অধিপতি।
বম্, বমা বি. গাড়ীৰ চাং পাতিবলৈ আৰু যুৱলি লগাবলৈ দিয়া দীঘল কাঠ বা বাঁহ the shaft of a cart.
বম্ বি. শিৱক সম্বোধন কৰি মতা মাত।
বম্ বি. অৰ্থহীন, worthless.
বম্ দিয়া অৰ্থহীন ভাবে কথা কোৱা।
বম্ বম্ শিৱ-পূজাত আঙুলিৰে গালত কৰা শব্দ।
বমকি উঠ সক. ধা. অকস্মাৎ বৰকৈ খং কৰ to burst into sudden anger, হঠাৎ বেছি হ, উক দে (নৰিয়া) to relapse, to revive.

বমন বি. বমি কৰা কাৰ্য্য act of vomiting.
বমি বি. বাঁতি vomit.
বম্-গোলা বি. এবিধ তোপেৰে মৰা গুলি a bomb shell.
বম্‌ভোলা বিণ. পেটত কথা নথকা, ভলভলীয়া frank.
বয়ঃপ্ৰাপ্ত বিণ. পূৰ্ণ বয়স পোৱা, ডাঙৰ হোৱা arrived at maturity.
বয়ঃসন্ধি বাল্য কালৰ শেষ অৱস্থা আৰু যৌৱন কালৰ আৰম্ভণি।
বয়কট বৰ্জ্জন boycott.
বয়ন বি. মুখ the face.
বয়ন বি. ৰকম, ধৰণ nature, manner.
বয়নামা বি. বিক্ৰী সিদ্ধ বা প্ৰমাণ কৰা কাকত sale certificate, a deed of sale.
বয়বস্তু বি. লাগতিয়াল বস্তু, বস্তু-বাহানি necessary things.
বয়লাৰ বি. বাষ্প তৈয়াৰ কৰা যন্ত্ৰ boiler.
বয়স বি. জন্মৰ পৰা জীৱনৰ অতীত হোৱা কাল age. বিণ. বয়সস্থ অধিক বয়স হোৱা aged. বয়সীয়া কোনো এক বয়স পোৱা a certain age, অধিক বয়স হোৱা aged. বয়সে বয়সত in age. বয়সোচিত বয়সৰ উপযুক্ততা।
বয়স্য বি. একে বয়সৰ মানুহ, বন্ধু,

সঙ্গী one of same age, companion.

বয়োজ্যেষ্ঠ বয়সত ডাঙৰ।

বয়োতীত গত যৌবন, বৃদ্ধ।

বয়োবৃদ্ধ বয়সত ডাঙৰ।

বয়ান (পুঃ অঃ) বি. মুখ, বদন the face.

বয়াম বি. মাটি বা কাচৰ পাত্ৰ a kind of vessel made by clay or glass.

বয়োধৰ্ম্ম বয়স বা যৌবনৰ স্বাভাৱিক গুণ।

বয়োব্ৰণ কৈশোৰ অবস্থাত সাধাৰণতে গাল আৰু মুখত যি ব্ৰণ জন্মে।

বৰ বিণ. শ্ৰেষ্ঠ, উত্তম, ভদ্ৰ, প্ৰধান best, excellent, noble. বি. দৰা bridegroom, দেৱতা আদিয়ে দিয়া আশীৰ্ব্বাদ a boon granted by a deity, সক. ধা. স্বামী বাছি ল to select as a husband, আগ বঢ়াই আন, অভ্যৰ্থনা কৰ, আদৰ কৰ to welcome formally or ceremoniously, কোনো কাৰ্য্য কৰিবলৈ প্ৰতিনিধি নিযুক্ত কৰ to appoint to do work. অধীনতা স্বীকাৰ কৰ to acknowledge allegiance or superiority. বি. বৰণ। ক্ৰি. বৰণ কৰ।

বৰ-আই বি. বৰ বাপেকৰ ঘৈণী wife of father's elder brother, বসন্তৰোগ small pox.

বৰ কটকী বি. উপাধি বিশেষ।

বৰ-কৰ্ত্তা বিয়াত বৰপক্ষীয় প্ৰধান ব্যক্তি।

বৰ-কথা বি. অহঙ্কাৰ কৰি কোৱা কথা, গপ্প boast, brag. বিণ. বৰকথীয়া অহঙ্কাৰী, গপ্পী boastful.

বৰ-কাপৰ, বৰ কাপোৰ বি. ডাঙৰ কাপোৰ a coarse cotton cloth.

বৰ বিণ. ডাঙৰ, বিপুল, বহুত big, great, large, much, বয়সত ডাঙৰ older. ক্ৰি. বিণ. অতি, অতিশয় very. ক্ৰি. বিণ. বৰকৈ অতিকৈ greatly.

বৰ-কাঁহ বি. এবিধ কাঁহৰ বাস্ত।

বৰ কাকতী বি. উপাধি বিশেষ।

বৰখাস্ত বিণ. কামৰ পৰা গুচুৱা, পদচ্যুত dismissed from office or post.

বৰ-গজা বি. বাহু মাছ a kind of fish.

বৰ গোঁহাই বি. আহোম ৰজাৰ তিনিজন মন্ত্ৰীৰ দ্বিতীয় জন the second of the three ministers of the Ahom-kings. উক্ত বংশৰ মানুহৰ উপাধি।

বৰ-গিৰী বি. জেঠেৰি wife's elder brother, কেতিয়াবা গাঁৱৰ বয়সস্থ মানুহক দিয়া উপাধি a title sometimes given to a village elder.

**বৰ-গীত** বি. মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত, শাস্ত্ৰীয় সুৰেৰে গোৱা গীত।

**বৰঘৰ** বি. গৃহস্থৰ থাকি ঘৰ the main house of a family.

**বৰ জনা** বি. স্বামীৰ ককায়েক husband's elder brother.

**বৰ টেঙা** বি. এবিধ টেঙা a kind of sour lime.

**বৰ-টোকোলা** বি. দীঘল ঠোঁট আৰু ঠেঙেৰে বগলীৰ আকৃতিৰ এবিধ ডাঙৰ চৰাই stork.

**বৰ টোপ** বি. ডাঙৰ হিলৈ a cannon.

**বৰ-থেকেৰা** বি. এবিধ টেঙা ফল a kind of acid fruit.

**বৰদবকিনা** বি. ডাঙৰ মাছ।

**বৰ দিন, বড় দিন** বি. যীশুখ্ৰীষ্টৰ জন্ম তিথিৰ উৎসৱৰ দিন Christmas day.

**বৰ দেউৰি** বি. কোনো মন্দিৰৰ পূজা সেৱা চলোৱা পূজাৰী the chief priest in a temple.

**বৰদৈচিলা** বি. বহাগৰ বিহুৰ সময়ত হোৱা প্ৰবল ধুমুহা বতাহ stormy wind usually occurring in Assam at the time of Bahag Bihu.

**বৰদৈয়া** বি. ৰবদোৱা মাছ।

**বৰদোৱী** বি. এবিধ মাছৰ নাম।

**বৰদোৱা** বি. নগাঁও জিলাৰ অন্তৰ্গত এখন ঠাইৰ নাম, শঙ্কৰদেৱৰ জন্মস্থান, এখন সত্ৰ আছে।

**বৰ-ধেমালি** বি. তাল, খোল বা মৃদঙ্গৰ গায়নৰ শেষত বুজোৱা এটা অংশ, ইয়াত গায়নবিলাকে হাত ভৰি চলাই নানা ভাবে ঘূৰি পকি বাজনা বজায়।

**বৰপানী** বি. বানপানী, ধল inundation.

**বৰ পাত্ৰ গোঁহাই** বি. অসম ৰজাৰ তিনিজন মন্ত্ৰীৰ শেহৰ জনা।

**বৰ-পুত্ৰ** দেৱতাৰ বৰত জন্ম হোৱা পুত্ৰ। **বৰপ্ৰদ** অভীষ্টগতা।

**বৰ-পেৰা** বি. ডাঙৰ বাকচ a very large chest.

**বৰ ফুটীয়া** বিণ. ডাঙৰ বিধৰ, মিহি নোহোৱা coarse (said of sand).

**বৰ-বিহ** বি. সাধাৰণ বিহতকৈ বেছি শক্তি থকা বিহ poison.

**বৰ বেমাৰ** বি. কুষ্ঠ ৰোগ leprosy.

**বৰমুখ** বি. গঢ়-গতি লগাই কথা কব পৰা লোক one who can talk well.

**বৰমূৰীয়া** বিণ. ডাঙৰ মূৰ থকা having a large head, প্ৰধান principal. প্ৰধান মানুহ a leading man.

**বৰ-মেথি** বি. মেথিৰ ওপৰত থকা বিষয়াক বৰ-মেথি বোলে।

**বৰ-মোহ** অক. ধা. ব'দ-বৰষুণত

থকা বাবে পচি বা তেকুৰি কোমল হ to rot.

**বৰলাই** বি. ডাঙৰ পাতেৰে এবিধ লাই শাক।

**বৰলাট** বি. সম্রাটৰ প্ৰতিনিধি Viceroy and Governor-General.

**বৰলোক** বি. ডাঙৰ মানুহ, ধনী আৰু মানী লোক a great man, a rich man. গুণ. বি. বৰ লোকালি।

**বৰ্কান্দাজ** বি. হিলৈদাৰি, বন্দুক লৈ থকা চিপাহী a soldier armed with a gun.

**বৰং** (অব্যয়) দুটা কাৰ্য্যৰ বা কথাৰ ভিতৰত এটাক ভাল বুলি বাছি লোৱা বা বুজোৱা মাত rather.

**বৰঙণি** বি. কোনো ৰাজহুৱা কাম কৰিবলৈ প্ৰত্যেক মানুহৰ পৰা তোলা ধন, পঁচা subscription, বজাই অলপ দিনৰ কাৰণে লগোৱা ৰাজহ a temporary cess.

**বৰঙা** বি. 'বতা' চোৱা।

**বৰছা** বি. বৰ দীঘল নাল লগোৱা এবিধ যাঠি a kind of spear.

**বৰঞ্চ** অব্য. বৰং।

**বৰটি** বি. ছালৰ জৰী, পাতল আৰু দীঘলকৈ কটা ছাল a thong or strap.

**বৰণ** বি. বৰ্ণ, ৰং colour. **বৰণীয়া** বিণ. কোনো এক বিশেষ বৰণৰ, কোনো ৰঙৰ of a particular colour. **বৰণীয়** বিণ. বৰণ বা সম্ভাষণ কৰিবৰ যোগ্য, পূজ্য, মান্য worthy of respect.

**বৰণ** কৃদ. বি. কোনো পূজা শ্ৰাদ্ধাদি কৰিবলৈ নিযুক্ত কৰা the act of appointing to do religious ceremony.

**বৰণ দিয়া** কোনো পূজা-পৰ্ব্বণাদি কৰিবলৈ নিযুক্ত কৰি, সেই উদ্দেশ্যে পুৰোহিতক কাপোৰ, টকা, পান-তামোল, ফুল ইত্যাদি দিয়া।

**বৰতা** বি. বতা। **বৰতালি** অধিক বৰতা বন থকা ঠাই।

**বৰত** বি. 'ব্ৰত' চোৱা। **বৰতীয়া** বিণ. বৰত ধৰা, উপবাস কৰা fasting. বি. উপবাস কৰা মানুহ one who fasts.

**বৰতমণি** বি. এবিধ সুগন্ধি ফল।

**বৰদ** বি. বৰ দাতা। স্ত্ৰী. **বৰদা** দুৰ্গা, সৰস্বতী।

**বৰনৈ** বি. ব্ৰহ্মপুত্ৰনৈ the Brahmaputra river.

**বৰনৈ** বি. দৰং আৰু কামৰূপ জিলাৰ সীমাত থকা এখন উপ-নদীৰ নাম a river.

**বৰফ** বি. চেঁচা হৈ গোট মৰা পানী ice.

**বৰ বগুলা** বি. ডাঙৰ বগলী চৰাই big paddy bird.

**বৰ বৰুৱা** বি. আহোম ৰজাৰ দিনৰ এজন ডাঙৰ বিষয়া, বৰ বৰুৱাই গোচৰ সুধিছিল civil and

sessions judge under the Ahom kings.

**বৰবৰ্ণিনী** সুন্দৰী তিৰোতা।

**বৰ বাঘ** বি. ঢেকীয়া পতীয়া বাঘ a tiger.

**বৰ-বাদ** নষ্ট কৰা অপব্যয় কৰা।

**বৰমণি** বি. যঁতৰ শলাত লগোৱা লাওখোলাৰ ঘূৰণীয়া আঙঠি।

**বৰমতা** বি. বৰ কথায়া বা গওপী মানুহ a bully. বি. **বৰমতালি**।

**বৰ-মা** বি. বৰপিতাকৰ পত্নী, the wife of the father's elder.

**বৰ মানুহ** ধনী মানুহ rich man.

**বৰমাল্য** বিয়াত কন্যাই দৰাক দিয়া মালা।

**বৰযাত্ৰা** বিয়াৰ কাৰণে কন্যাৰ ঘৰলৈ দৰা অহা।

**বৰ-যাত্ৰী** দৰাৰ লগত কন্যাৰ ঘৰলৈ যি সকল লোক আহে।

**বৰয়িতা** বৰণ কৰ্ত্তা, স্বামী।

**বৰৰুচি** বি. প্ৰাকৃত ভাষাৰ ব্যাকৰণ লিখোঁতা এজন পণ্ডিত,বিক্ৰমাদিত্যৰ সভাৰ এজন পণ্ডিত।

**বৰল** বি. এবিধ বিষাল ডুং থকা পতঙ্গ a wasp.

**বৰলা** বি. তিৰী মৰা বা বিয়া নকৰা মানুহ a widower, an unmarried man. বিণ. বিয়া নকৰা বা ভাৰ্য্যা নথকা having no wife.

কাঠ খোৱা পৰুৱা a kind of white ant.

**বৰশী** বি. এবিধ আগ বেঁকা ডাংযুক্ত মাছ ধৰা যতন a fish-hook. **বৰশী** বা, **বৰশী টোপা** বৰশীৰে পানীত মাছ ধৰ to angle.

**বৰষ** অক. ধা. বৰষুণ দে to rain, বৰষুণৰ নিচিনা বীৰে আৰু অধিক পৰিমাণে নিক্ষেপ কৰ to throw like a shower of rain.

**বৰষা** 'বৰ্ষা'ৰ পৰা উদ্ভৱ হোৱা, বাৰিষা rainy season.

**বৰষুণ** বি. মেঘে বৰষা পানী, বৃষ্টি rain. বিণ. **বৰষুণীয়া** বৰষুণ হৈ থকা rainy.

**বৰহাত** বি. দানী, দান কৰা লোক, a liberal person.

**বৰা** বি. গাহৰি boar, sow or pig.

**বৰা** বি. বানিবলৈ নিয়া বা খুৰলিত পেলোৱা ধান paddy ready to be husked.

**বৰা** বি. পানীৰে তিতালেই কোমল চাউল হোৱা এবিধ ধান a species of paddy.

**বৰা** বি. আহোম ৰজাৰ দিনৰ কুৰিজন কাঁৰীৰ ওপৰত থকা বিষয়া।

**বৰা** সক. ধা. আদৰ বা মিলেৰে বশ কৰ to bring to allegiance.

**বৰাই** বি. অহঙ্কাৰ boasting [illegible]

লোকৰ আচৰণ behaving like a great man.

ৰবাই বুজাই বুজনিৰে সম্মত কৰি by persuasion and appeal to one's reason.

ৰবাক বি. কাছাৰ জিলাৰ এটা নদীৰ নাম name of a river.

ৰবাকু বি. দুৰ্ভগীয়া, নিঃকিন, দুখীয়া poor, pitiable, miserable.

ৰবাগী বি. সংসাৰৰ কাৰ্য্য এৰি ঈশ্বৰত মন লগোৱা লোক an ascetic.

ৰবাঙ্গনা সুন্দৰী, উত্তমা স্ত্ৰী।

ৰবাত বি. অদৃষ্ট luck.

ৰবাবৰ ক্ৰি. বিণ. সদায় always, ওচৰ, সমীপ। ৰবাবৰেষু ওচৰত।

ৰবাভয় আশীৰ্ব্বাদ আৰু অভয়।

ৰবাৰোহা যি নাৰীৰ নিতম্ব সুন্দৰ, • সুমধ্যমা।

ৰবালি বি. এবিধ বাকলি নথকা মাছ a kind of fish.

ৰবালি বুকুৰা বি. এবিধ বন দৰৱ a kind of medicinal herb.

• ৰবাসন শ্ৰেষ্ঠ আসন।

ৰবাহ বি. বৰা গাহৰি a hog, a boar, ৰবাৰ আকৃতি লোৱা বিষ্ণুৰ এক অৱতাৰ।

ৰবাহ-মিহিৰ বি. প্ৰাচীন ভাৰতৰ এজন শ্ৰেষ্ঠ জ্যোতিৰ্ব্বিদ। ৰবাহ-মিহিৰৰ আশীৰ্ব্বাদত হেনো ডাক পুৰুষৰ জন্ম হৈছিল।

ৰবাহী বি. অসমৰ এজাতি আদিম-বাসী লোক an aboriginal tribe of Assam.

ৰবি বি. গুলিৰ নিচিনাকৈ ঘূৰণীয়া কৰি বৰা ঔষধ a pill.

ৰবি বি. ওখ আৰু বননি হৈ থকা (মাটি) high and waste. বি. ছন পৰি থকা ওখ মাটি high waste land.

ৰবিয়লা বি. এবিধ সৰু মাছ a kind of small fish.

ৰবিষ বি. বৰ্ষ, বছৰ a year. ৰবিষণ বৰষুণ, বৃষ্টি rain.

ৰবিষ্ঠ বিণ. শ্ৰেষ্ঠ, উত্তম best, excellent.

ৰবী বিণ. বশ হৈ থকা, কোনো ৰজাৰ লগতে মিলিজুলি থকা living in peace with the ruling authority. অবৰী বশ নোহোৱা, কথা বাৰ্ত্তা নুশুনা।

ৰবীয়া বি. বাঁৰী বামুণীৰ জহৰা ল'ৰা an illegitimate son of a Brahmin widow, বামুণীত আন জাতিৰ লোকৰ পৰা হোৱা ল'ৰা a son begotten of a Brahmin woman by a non Brahmin, জাতিভ্ৰষ্ট বামুণ a degraded Brahmin. স্ত্ৰী. ৰবীয়ানী।

ৰৰুণ বি. পানীৰ অধিপতি দেৱতা the God of water, the Hindu Neptune, এবিধ আও-কাঠৰ গছ a kind of tree.

ৰৰুৱা বি. আহোম ৰজাৰ দিনৰ

কোনো এক খেলৰ প্ৰধান বিষয়া।
বৰেণ্য বিণ. বৰণীয়, শ্ৰেষ্ঠ।
বৰেন্দ্ৰ বি. প্ৰাচীন গৌড় দেশ, উত্তৰ বঙ্গ।
ৰ্ণ বি. ভাল দেখিবলৈ কোনো বস্তু ওলোমাই দিয়া সোণ ৰূপ আদিৰ সক মণি।
বৰোৎসৰ্গ বি. মৃতকৰ বাবে শ্ৰাদ্ধত দিয়া উৎসৰ্গ।
বৰ্গ (ব্যাকৰণত) ক, চ, ট, ত, প বৰ্গ (ধৰ্ম্মশাস্ত্ৰত) ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গ।
বৰ্গ বি. সমূহ, গণ, জাক a series, multitude, দুটা সমান সংখ্যাৰ পূৰণ a square number. বৰ্গ পৰিমাণ কোনো বস্তুৰ দীঘ পথালিৰ জোখ square measure. বৰ্গক্ষেত্ৰ যি ক্ষেত্ৰ বা যি ঠাই দীঘে পথালিয়ে সমান a square. বৰ্গমুল দুটা সমান সংখ্যাৰ পূৰণৰ মূল square root. বৰ্গীয়, কোনো বৰ্গত থকা belonging to a certain class. বৰ্গীয়, বৰ্গ্য বৰ্গ সম্পৰ্কীয়। বৰ্গীয় বৰ্ণ স্পৰ্শ বৰ্ণ "ক"ৰ পৰা 'ম'লৈ'।
বৰ্জ্জ সক. ধা. এৰ, ত্যাগ কৰ to exclude, to abandon. বি. বৰ্জ্জন। বিণ. বৰ্জ্জিত ত্যক্ত, ত্যাগ কৰা excommunicated, abandoned. বৰ্জ্জনীয় এৰিবৰ যোগ্য, ত্যাগৰ যোগ্য।

বৰ্ণ বি. জাতি a caste, আখৰ a letter, ৰং, ৰবণ colour. বৰ্ণক্ৰম বৰ্ণমালাৰ আখৰবিলাকৰ, যাৰ পাছত যিটো হব লাগে সেইৰূপে কৰা শ্ৰেণী the order of the letter of the alphabet. ক্ৰি. বিণ. বৰ্ণক্ৰমে। বৰ্ণন বৰ্ণোৱা কাৰ্য্য act of describing. বৰ্ণনা বাহুল্যৰূপে কোৱা কথা, বিৱৰণ description, আচামীয়ে কোনো গোচৰত ৰূপক্ষে লিখি দিয়া কাগজ a statement made in a case by an accused. বৰ্ণনীয় বিণ. বৰ্ণনা কৰিব লগীয়া fit to be described. বৰ্ণজ্ঞান আখৰৰ পৰিচয়। বৰ্ণ জ্যেষ্ঠ ব্ৰাহ্মণ। বৰ্ণবিন্যাস শব্দৰ ভিতৰত থকা আখৰ বোৰ বেলেগ কৰি দেখুৱা কাৰ্য্য। বৰ্ণ বিশ্লেষণ বানান spelling. বৰ্ণ ব্ৰাহ্মণ যি ব্ৰাহ্মণে নিম্ন শ্ৰেণীৰ পৌৰহিত্য কৰে। বৰ্ণমালা কোনো ভাষাৰ আখৰ সমূহ alphabet. বৰ্ণসঙ্কৰ বিভিন্ন জাতিৰ স্ত্ৰী-পুৰুষৰ মিলনৰ পৰা উৎপন্ন of mixed descent, cross-bred. সক. ধা. বৰ্ণা বৰ্ণনা কৰ, বহলাই ক বা লেখ to describe. বিণ. বৰ্ণিত।
বৰ্ণনাতীত যাক বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি, অনিৰ্ব্বচনীয়।
বৰ্ণালী তিনি ফলীয়া কাচৰ মাজেৰে পোহৰৰ ৰশ্মি প্ৰৱেশ কৰিলে, যায়

যেনুৰ মিচিনা যি বৰ্ণৰ সমাবেশ দেখা যায় তাকে বৰ্ণালী বোলে, spectrum.

বৰ্ণিত যাৰ বৰ্ণনা কৰা হৈছে, বিবৃত।

বৰ্ণিনী সুন্দৰী।

বৰ্ণী ব্ৰহ্মচাৰী।

বৰ্ণাশুদ্ধি বি. ভুল বানান, অশুদ্ধ আখৰ a wrong spelling.

বৰ্ণাশ্ৰম ধৰ্ম্ম বি. ব্ৰাহ্মণাদি চাৰি বৰ্ণৰ আৰু ব্ৰহ্মচৰ্য্যাদি চাৰি আশ্ৰমৰ বিহিত কৰ্ম্ম।

বৰ্ত্ত অক. ধা. টিক, নষ্ট নোহোৱাকৈ থাক to last, ৰক্ষা পা, বিপদৰ পৰা সাৰ to escape from danger.

বৰ্ত্তমান বিণ. জীয়াই থকা, জীৱিত living, being alive. উপস্থিত থকা, হৈ থকা present, existing, চলি থকা present time, ক্ৰিয়াৰ চলি থকা কাল the present tense.

বৰ্ত্তন স্থিতি, বৃত্তি, জীবিকা, দৰমহা।

বৰ্ত্তা বিদ্যমান থকা, জীয়াই থকা।

বৰ্ত্তী যি আছে, স্থিতিশীল।

বৰ্ত্তুল বিণ. ঘূৰণীয়া round, বৰ্ত্তুলাকাৰ বিণ. ঘূৰণীয়া round.

বৰ্দ্ধক বিণ. বঢ়োৱা, বৃদ্ধিকাৰক causing to increase, বৰ্দ্ধন বঢ়োৱা কাৰ্য্য। বৰ্দ্ধনশীল ক্ৰমে বাঢ়ি যোৱা স্বভাৱৰ, ক্ৰমে ডাঙৰ হোৱা increasing gradually, বৰ্দ্ধিত বঢ়া increased, বঢ়োৱা cause to increase.

বৰ্দ্ধমান বৃদ্ধিশীল, পশ্চিম বঙ্গৰ এখন ঠাইৰ নাম।

বৰ্দ্ধিষ্ণু বৃদ্ধিশীল।

বৰ্ফি গাখীৰৰ খীৰ মিহলাই কৰা এবিধ মিঠাই a kind of sweetmeat.

বৰ্ব্বৰ বিণ. অসভ্য, নীচ, দুষ্ট barbarian, wicked. বি. বৰ্ব্বৰতা।

বৰ্ব্বাদ বি. ধ্বংস, নষ্ট ruin, destruction.

বৰ্ম্ম বি. অস্ত্ৰাঘাত নিবাৰণৰ কাৰণে শৰীৰৰ আবৰণ, কবচ armour.

বৰ্ম্মা ক্ষত্ৰিয়ৰ উপাধি বিশেষ।

বৰ্ম্মা ব্ৰহ্মদেশ Burma.

বৰ্শা লাঠি, অস্ত্ৰবিশেষ।

বৰ্ষ বি. বছৰ a year, পৃথিবীৰ ন ভাগৰ এভাগ one of the nine divisions of the earth.

বৰ্ষা বি. এটা ঋতুৰ নাম, বৰষুণ হোৱা সময় the rainy season.

বৰ্ষণ বি. বৰষুণ হোৱা কাৰ্য্য the act of raining, বি. বৰ্ষা বাৰিষা কাল the rainy season.

বৰ্ষজীবী যি উদ্ভিদ কেবল এবছৰ জীয়াই থাকে।

বৰ্ষ-পৰ্ব্বত পুৰাণত বৰ্ণনা কৰা সাতখন পৰ্ব্বত। যেনে—হিমবান,

হেমকূট, নিষধ, মেৰু, শ্বেত, নীল, শৃঙ্গবান।

**বল** অক. ধা. চল, গতিকৰ to blow, টানিলে দীঘল হ to lengthen, সক. ধা. পিটি বা টানি দীঘল কৰ to lengthen by drawing.

**বল** বি. পৰাক্ৰম, শক্তি, ক্ষমতা strength, force, সৈন্য an army, উদগনি encouragement, ক্ৰি— **বল** কৰ বাধ্য কৰ, বলেৰে শাস্ত কৰ to compel ; **বল** দি জোৰ প্ৰয়োগ কৰ to apply force, বলেৰে টান to draw forcibly.

**বলক** অক. ধা. বক, অৰ্থ শূন্য কথা ক to rave, to babble, বলকনি।

**বলচ্ছেদিক** প্ৰাচীন কালৰ শাসন ব্যৱস্থা সম্পূৰ্ণ ভাবে উচ্ছেদ কৰি যিবিলাকে ৰাষ্ট্ৰ শাসনৰ ক্ষেত্ৰত সম্পূৰ্ণ ভাবে সাম্যতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ কামনা কৰিছিল।

**বলদ, বলধ** বি. ষাঁড়, বলদ গৰু a bullock.

**বলদায়ক** বিণ. শক্তিকাৰক strengthening.

**বলদেৱ, বলভদ্ৰ, বলৰাম** বি. কৃষ্ণৰ সতীয়া ভায়েক, বসুদেৱ ৰোহিণীৰ পুত্ৰ, হলধৰ, বিষ্ণুৰ অষ্টম অৱতাৰ, the elder brother of Krishna.

**বলধা** বি. অণ্ডকোষ ডাঙৰ হোৱা ৰোগ hydrocele.

**বলধি** বি. এবিধ বিদেশী ডাঙৰ গৰু। যেনে—বলধি গাই।

**বলনাচ** চাহাব আৰু মেমৰ নৃত্য-উৎসৱ।

**বলপূৰ্ব্বক** বৰ বলেৰে very forcefully.

**বলহীন** দুৰ্ব্বল weak.

**বলয়** বি. হাতৰ ঠাৰিত পিন্ধা এডলীয়া খাৰু a bangle worn over the wrist.

**বলবৎ** বিণ. দৃঢ়, অলৰ firm, unshaken, কাৰ্য্যত পৰিণত, চলিত in force, prevailing. **বলৱন্ত, বলৱান** বলী, শক্তিমন্ত strong, powerful. **বলৱন্তি** বলেৰে কাম কৰা বা কৰোৱা।

**বলম্‌** বি. পথাৰৰ পানী যোৱা লোখ, অস্ত্ৰ বিশেষ।

**বলা** সক. ধা. আনৰ দ্বাৰা পিটাই বা টনাই দীঘল কৰ to cause to be lengthened, চলা, ফুৰা, ঘূৰা to turn.

**বলাই-ঘটাই** কৈ মিলি, কাৰ্য্য কৰিবলৈ উদগাই coaxing and persuading.

**বলাকা** বি. বক, বগলী a heron.

**বলাৎকাৰ** বি. বল পূৰ্ব্বক কাম কৰোৱা compulsion, বলেৰে স্ত্ৰী-সম্ভোগ কৰা কাৰ্য্য rape.

**বলি** বি. এজন দৈত্য ৰজা, দেৱতালৈ

উছৰ্গা কৰা জন্তু, দেৱতালৈ উছৰ্গা আনবস্তু animal or other things sacrificed before a deity. **বলি-কটীয়া** বলি কটা মানুহ। **বলিদান** দেৱতাৰ আগত বলিদান কৰা বা দিয়া কাৰ্য্য immolation, sacrifice.

**বলি** বি. গাৰ শোটোৰা পৰা ছাল folds of skin, **বলিত** বিণ. কুন্দি বা সাঁচত ঢালি কৰাৰ দৰে পুষ্ট গোটা আৰু ঘূৰণীয়া well shaped as if in a lathe or mould, কপাল, পেট আদিৰ কুঞ্চিত মাংসযুক্ত।

**বলি-ভুক্** যিবোৰ চৰাই মানুহৰ দ্বাৰা পৰিত্যক্ত খাদ্য খায়, যেনে—কাউৰী।

**বলিয়ন** বি. হাত চলন বা বুলন manipulation of the hands.

**বলিয়ৰা** বি. এবিধ মাছ a kind of fish.

**বলিয়া** বি. কুমাৰে মাটিৰ সাজ গঢ়োঁতে ব্যৱহাৰ কৰা মাটিৰে সজা আৰু জুইত পোৰা হাঁতুৰীৰ নিচিনা সঁজুলি, ইয়াৰে মাটি বলি সাজ তৈয়াৰ কৰে an earthen hammer used by a potter.

**বলিষ্ঠ** বিণ. বৰ বলী, অত্যন্ত বলবান very strong, স্ত্রী. বলিষ্ঠা।

**বলী** বিণ. শক্তি থকা, বল থকা strong, vigorous, বৰকৈ বৃদ্ধি পোৱা thriving, সাৰুৱা fertile. ক্রি. বিণ. **বলীকৈ**। বি. বলবান পুৰুষ বা তিৰোতা a strong person. **বলীদানী** বিণ. অতি দানী very bountiful.

**বলীয়া** বিণ. উন্মত্ত, পাগল mad, বি. পাগল মানুহ a mad man, স্ত্রী. **বলীয়ানী**। **বলীয়ান** অতিশয় বলবান। **বলিয়ালি** বি. পাগলৰ স্বভাৱ madness. **বলীয়া তিয়া** অক. ধা. কাম ভাবত উন্মত্ত হ (হাতীত খাটে), এই সময়ত হাতীৰ কাণৰ সঁতাৰপৰা হেমেজু ওলাই বৈ পৰে to be in rut (said of an elephant).

**বলুকা** বি. নৈৰ মাজ বা দাঁতিত ওখহৈ ওলোৱা বালি চাপৰি, চৰ a sand bank, সাগৰৰ দাঁতি the beach.

**বলেপাৰ** সক. ধা. বলেৰে সমান বা অধিক হ to be equal or to excel in strength, to over-come, বলেৰে তুলিব বা দাঙিব পাৰ to be strong enough to raise or carry a thing.

**বল্কল** বি. গছৰ ছাল the bark of a tree, ফলৰ বাকলি the rind or peel of a fruit.

**বল্গা হৰিণ** বি. চিৰ তুষাৰ অঞ্চলত পালিত এবিধ হৰিণ reindeer.

**বল্মিক, বল্মীক** বি. উঁই, হাফলু an ant-hill.

**বল্লভ** বি. প্রিয় লোক, বন্ধু, স্বামী a

beloved person, a husband, স্ত্রী. বল্লভা।

বশ বিণ. অধীন, তলতীয়া, পৰাজিত, মোহিত, কথাশুনা subdued, subjugated, submitting to, charmed, abiding. বি. অধীনতা, তলতীয়া অবস্থা subjugation, obedience, ক্রি. বিণ. বশে। বি. বশতা। বশম্বদ বিণ. অধীন বুলি স্বীকাৰ কৰা, বাধ্য, আজ্ঞানুবৰ্ত্তী obedient, বশবৰ্ত্তী বিণ, অধীন, বাধ্য submissive, obedient. বি. বশবৰ্ত্তিতা।

বশিতা যোগলব্ধ ঐশ্বৰ্য্য বিশেষ, বশ কৰা শক্তি, স্বাধীনতা।

বশিষ্ঠ বি. সূৰ্য্যবংশৰ কুলগুৰু the family-priest of the Solar kings of Ayodhya, গুৱাহাটী নগৰৰ দক্ষিণ কালে সন্ধ্যাচল পৰ্ব্বতত থকা এখন তীৰ্থস্থান। বশিষ্ঠ-গঙ্গা বি. দিখৌ নৈ the river Dikhow.

বশীকৰণ বি. মন্ত্ৰেৰে বশ কৰা কাৰ্য্য act of subduing by charm, বশ কৰা, মন্ত্ৰেৰে মোহিত কৰা subduing or enchanting. বিণ. বশীকৃত বশলৈ অনা, মোহিত কৰা subjugated, enchanted. বশীভূত বিণ. বশ হোৱা, অধীন subjugated.

বশ্য বিণ. বাধ্য, তলতীয়া docile, submissive. বি. বশ্যতা অধীনতা।

বষট্, বষট্কাৰ অগ্নিত হোমৰ আহুতি দিয়া মন্ত্ৰ।

বস্ অক. ধা. বহ (পণ্ডিত) to sit.

বসতি বি. বাস কৰা ঠাই, বস্তি a place of residence, a settlement, বাস কৰা কাৰ্য্য act of dwelling.

বসতীয়া বি. তলতীয়া ৰায়ত a subtenant. বিণ. আনৰ মাটিত থকা occupying land as a subtenant.

বসন বি. কাপোৰ, বস্ত্ৰ a cloth.

বসন্ত বি. এটা ঋতু, চ'ত বহাগ মাহ the spring season. বসন্ততিলক সংস্কৃত ছন্দ বিশেষ। বসন্ত-দূত কুলি চৰাই। বসন্ত-পঞ্চমী শ্ৰীপঞ্চমী।

বসন্ত বি. গুটি ওলোৱা নৰিয়া, আই small-pox. ক্রি. বসন্ত ওলা আই ওলা to suffer from small pox.

বসবাস সদায় থকা।

বসু 'অষ্টবসু' চোৱা।

বসুদেৱ বি. শ্ৰীকৃষ্ণৰ বাপেক the father of Krishna.

বসুধা, বসুন্ধৰা, বসুন্ধৰী বি. পৃথিৱী। বসুমতী বি. পৃথিৱী the earth.

বসুসেন, বসুষেণ বি. সূৰ্য্যপুত্ৰ

অঙ্গবাজ কর্ণ, দাতা কর্ণ the name of Karna.

**বস্তা** বি. মৰা পাটৰ ডাঙৰ মোনা a sack, a gunny bag.

**বস্তি** বি. মানুহে ঘৰ সাজি থকা ঠাই a home-stead, গাওঁ a village.

**বস্তু** বি. পদাৰ্থ, দ্ৰব্য, সম্পত্তি substance, matter, property. **বস্তু গ্ৰহণ** গুৰুৰ জপমালা আদি লোৱা কাৰ্য্য। **বস্তুজাত** দ্ৰব্যসমূহ, বস্তু বাহানি। **বস্তু-তত্ত্ব** পদাৰ্থ-বিজ্ঞান physical science. **বস্তুতঃ** প্ৰকৃত পক্ষে। **বস্তু-তন্ত্ৰ** বাস্তৱ বিষয়ক প্ৰাধান্য দিয়া realism. **বস্তু-নিষ্ঠ** প্ৰকৃতি বিষয়ক objective. **বস্তু-বাচক** বস্তু বুজোৱা denoting a thing. **বস্তু-বাহানি** বয় বস্তু। **বস্তুবিচাৰ** জগতৰ বস্তু বিলাকৰ স্বৰূপ গুণ আৰু পৰস্পৰ সম্বন্ধৰ আলোচনা। **বস্তু-সত্তা** বস্তু সত্য।

**বস্ত্ৰ** বি. কাপোৰ, গাৰ আবৰণ cloth, clothing.

**বহ্** অক. ধা. উপবেশন কৰ, আসন ল, নিবাস কৰ, ঘৰ-বাৰী কৰি থাক, স্বামী ৰূপে ল, খাল পৰ, তললৈ সোমা to sit, to settle, to take as husband, to sink, খাই ধৰ to be fixed properly, কোনো কাম কৰিবলৈ লগ হ to assemble. বি. **বহন** বহা কাৰ্য্য act of carrying or holding. **বহনীয়** বহন যোগ্য।

**বহঁত** বি. ভেৰা গছৰ গুটি আৰু গছ a kind of fruit and its tree.

**বহু-গাঁও** বি. অনেক মানুহে বাস কৰা গাওঁ a populous village.

**বহুগুৰা** বিণ. বহাগ মাহত হোৱা born or produced in the month of Bahag.

**বহুতা**, **বহুতীয়া** 'খাতোৱাল' চোৱা।

**বহুনা** বি. মৰম, চেনেহ, প্ৰীতি love, affection, pleasure, চেনেহৰ লোক (স্ত্ৰী. পু.) a beloved person.

**বহুনি** বি. মৈদাৰ খুৰা।

**বহনি** বি. বাতিপুৱা প্ৰথমে বস্তু বেচি পোৱা ধন earnest money. **বহনি কৰ** বাতিপুৱাই প্ৰথমে নগদ ধন লৈ কোনো বস্তু বেচ নাইবা কোনো কাম কৰ।

**বহুৰী** বি. বৰ ডাঙৰ জাতিৰ শেন the largest species of hawk.

**বহল** বিণ. বিস্তৃত, পথালিয়ে অধিক broad, wide, পুতল width, breadth. **বহলা** সক. ধা. বহল কৰ, বিস্তৃত কৰ to widen, to extend in breadth. ক্ৰি. বিণ. **বহলে** পথালিয়ে, পথালিৰ ফালে breadthwise.

**বহা** বি. অলপ দিন থকা বা প্ৰবসুৱা ঘৰ, পঁজা, সামান্য ঘৰ a temporary house, a hut, **বহা কৰ** ক্ৰি. অলপ দিনৰ কাৰণে ঘৰ লৈ বাস

কৰ to take up a temporary lodging.

**বহা** সক. ধা. দবা, তললৈ সুমা to press down, বহুৱা to place upon something.

**বহা** সক. ধা. অধীনলৈ আন, শাস্তি দে to subdue, to punish. অক. ধা. জয়লাভ কৰ, কৃতকাৰ্য্য হ to succeed fully, বান্ধিবলৈ আৰম্ভ কৰ to begin to cook.

**বহাগ** বি. হিন্দুমতে প্ৰথম মাহ the first month of the Hindu year. বিণ. **বহাগী**।

**বহাগি** বি. দোলা খোৱা মুৰত কেপ দিয়া মাৰি.।

**বহাগু** বি. বহাগত ওপজা পুৰুষ, স্ত্ৰী. **বহাগী**।

**বহাৰ** বি. বসন্ত ঋতু।

**বহাৰী** (পু. অ.) বি. বোৱাৰী daughter-in-law.

**বহি** (পু. অ.) অব্যয়. বিনে।

**বহিঃস্থ** বিণ. বাহিৰৰ ফালে থকা external.

**বহি খোৱা** বিণ. এলেহুৱা, কাম নকৰি পৰৰ আৰ্জ্জন খোৱা lazy, on other's earning, চতিৰ ওপৰত বহি, মাৰলী ধৰি থকা ডাং the king post.

**বহিনাই** বি. বৈনাই। **বহিনী** ভনী sister.

**বহিবজা** বি. নামত হে বজা কামত নহয়।

**বহিৰিন্দ্ৰিয়** বি. দেহৰ বাহিৰত থকা কৰ্ম্মেন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয় চকু, কাণ, হাত ভৰি আদি an organ of sense or action.

**বহিৰ্গত** বিণ. বাহিৰ হোৱা, বাজত থকা gone out, outside.

**বহিৰ্গমণ** বি. বাহিৰলৈ যোৱা বা ওলোৱা কাৰ্য্য act of coming or going out. বিণ. **বহিৰ্গামী**।

**বহিৰ্জগৎ** বি. দৃশ্যমান জগত visible world.

**বহিৰ্দ্বাৰ** বি. বাহিৰৰ দুৱাৰ a gateway, মলৰ দ্বাৰ the anus.

**বহিৰ্বাণিজ্য** বি. অন্য দেশৰ সৈতে বাণিজ্য external trade.

**বহিৰ্ভূত** বিণ. বাহিৰ কৰা, সমাজৰ পৰা দূৰ কৰা, বাহিৰ হোৱা expelled, come out.

**বহিৰ্মুখ, বহিৰ্মুখী** বিণ. বাহিৰলৈ মুখ কৰা বিষয়ী, অসাৰ বা পাৰ্থিব বস্তুৰ সোৱাদ লোৱা bent on worldly pleasures, বাহিৰ beyond.

**বহিষ্কৃত** বিণ. দূৰ কৰা, খেদাই দিয়া, সমাজৰ পৰা দূৰ কৰা turned out, expelled, বি. **বহিষ্কৰণ**।

**বহী** বি. কোনো কথা লিখিবৰ কাৰণে জাপ কৰি বান্ধি থোৱা কাকত a writing book.

**বহু, বহুত** বিণ. অনেক, সৰহ, বিস্তৰ many, much. **বহুত্ব** অধিক পৰিমাণ, প্ৰচুৰতা abundance.

**বহুদৰ্শী** বিণ. বহু দেখিশুনি জ্ঞান-পোৱা, অভিজ্ঞ practically wise, experienced, বি. **বহুদৰ্শিতা**।

**বহুনা** বি. হাতীৰ গলধন বা কান্ধত মাউতঁ বহা ঠাই ডোখৰ the part of the shoulder of an elephant where the driver sits. নাৱৰ গুৰিয়াল বা বঠা বাওঁতাই বহা ঠাই the part of an Assamese boat on which the steersman or the rowers sit.

**বহুনায়কীয়া** বিণ. অনেক অধ্যক্ষ থকা, অনেকে নিজ নিজ ইচ্ছামতে চলোৱা।

**বহুপত্নীক** বি. যাৰ বহু ভাৰ্য্যা আছে।

**বহু প্ৰসৱিনী** বহু সন্তানৰ গৰ্ভ-ধাৰিণী।

**বহুবচন** বি. ব্যাকৰণত এটাতকৈ অধিক বুজোৱা ৰূপ the plural number.

**বহুবক্তা, বহুভাষী** বিণ. বহু কথা কোৱা, বৰ কথকি talkative, garrulous.

**বহুবিবাহ** বি. এজন মুনিহে কেবাজনী তিৰোতা বিয়া কৰা নিয়ম polygamy.

**বহুব্ৰীহি** বি. ব্যাকৰণত এবিধ সমাস a kind of compound in grammar.

**বহুভুজ** বি. চাৰিটাৰ অধিক বাহু থকা ক্ষেত্ৰ a polygon.

**বহুমুখী** বিণ. বহুত মুখথকা multi-faced.

**বহুমূত্ৰ** বি. জলসাৰ, যি ৰোগত ঘনে ঘনে মুতিব লাগে diabetes.

**বহুমূলীয়া, বহুমূল্য** বিণ. বৰ মূল্য-বান, দামী costly, very valuable, expensive.

**বহুৰঙী** বিণ. কেবা ৰঙৰ, নানা স্বভাৱৰ of several colours, of changing character.

**বহুৰাশিক** বি. দুটা বা তাতকৈ অধিক ত্ৰৈৰাশিক থকা (অঙ্ক) double rule of three (Arith).

**বহুৰূপী** বিণ. নানা ৰূপ বা বেশ ধৰা assuming various guises, নানা বেশ লৈ প্ৰবৰ্ত্তন হোৱা লোক।

**বহুল** বি. বিস্তৰ much, abundant, বিবিধ various, ব্যাপ্ত wide-spread. ক্ৰি. বিণ. **বহুল পৰিমাণে** অধিক পৰিমাণে, সৰহকৈ abundantly.

**বহুৱা** সক. ধা. স্থাপন কৰ to place upon something, আসনত উপ-বেশন কৰা to cause to seat, বসতি কৰোৱা to settle, তললৈ সুমা to impress.

**বহুৱা** বি. নানা প্ৰকাৰে ভাওভঙ্গী দেখুৱাই মানুহৰ মনত আমোদ জন্মোৱা লোক, ভাওৱীয়া a buffoon, mimic. গুণ. বি.

**বহুৰূপী** বহুৰূপ আচৰণ বা স্বভাৱ mimicry.

**বহ্নি** বি. অগ্নি, জুই, fire.

**বক্ষ, বক্ষস্থল** বি. হৃদয়, বুকু the breast, bosom.

**বা** সক. ধা. হাত বা বাউসি চলাই কোনো কাম কৰ (নাও বায়, হাল বায়, জাল বায়) to do any work by the use of the hands. বি. **বাওঁতা**। বজা, বাদ্য কৰ play on a musical instrument.

**বা** সক. ধা. কাম কৰোৱা, খটোৱা to cause to work or serve.

**বা, বায়** বি. চলি থকা বতাহ the wind.

**বা** অব্যয়. নাইবা, নতুবা, অথবা either, or.

**বাই** বি. জ্যেষ্ঠা ভগিনী, ডাঙৰ ভনী an elder sister or cousin, বয়সত ডাঙৰ সাধাৰণ তিৰুতাক মতা মাত, সম্ভ্ৰমাৰ্থত **বাইদেও** বোলা হয়। **বাইটি** বায়েকক নাইবা বয়সত ডাঙৰ তিৰুতাক চেনেহেৰে মতা মাত an affectionate form of addressing an elder sister or an elderly woman.

**বাইচিকেল** দুই চকা বিশিষ্ট ভৰিৰে চলোৱা-গাড়ী, দ্বিচক্ৰযান, সংক্ষেপে চাইকেল bicycle.

**বাইক** বি. বাক্য word, speech, প্ৰতিশ্ৰুতি word given, promise.

**বাইচ** বি. বিদেশত তৈয়াৰ হোৱা চাঁচ a carpenter's adze.

**বাইচা** বি. যি নাও বায় rower.

**বাইশ, বাইছ** বি. একুৰি দুই twentytwo. বিণ. বাইছ সংখ্যাৰ twentysecond.

**বাইবখ** বি. মচোৱা সাপ a kind of snake.

**বাইলুং** 'দেওধাই' চোৱা।

**বাইবেল** বি. খৃষ্টান বিলাকৰ প্ৰধান ধৰ্ম্মপুথি।

**বাউ, বাও** বি. খৰাহি, পাচি আদিৰ মুখত বন্ধা কামী a bamboo lath attached to the brim or upper edge of a basket.

**বাওঁতা** কৃদ. বি. হাল বোৱা মানুহজন, নাও বোৱা মানুহজন a plougher, a rower.

**বাউল, বাউলা** বিণ. উন্মত্ত, বলিয়া mad, crazy. স্ত্ৰী. **বাউলী**।

**বাউলি পাক** বি. অতি অলপ সময়ৰ বাবে কাকো দেখা কৰি বা দেখা দি ঘূৰি অহা কাৰ্য্য a flying visit.

**বাউলী** বি. টৌ আদি জুইৰ ওপৰৰ পৰা নমোৱা লো-ৰ যতন a pair of iron tongs used for removing hot cooking pots from fire.

**বাউসি** বি. কাঠৰ অলপ ভলত থকা

হাতৰ গুৰি ভাগ the part of the arm above the armpit.

**বাও** বি. দুই বাহু দুই কালে পোনকৈ মেলিলে যিমান দীঘল হয় two yards.

**বাও, বাওধান** বি. দ মাটিত হোৱা এবিধ ধান a kind of paddy.

**বাও-কণী** বি. পোৱালি জগোৱা গুণ নথকা কণী an egg having no vital principle, জহৰা সন্তান a bastard child. **বাও ভলী** বি. বাও ধানৰ খেতি কৰা মাটি।

**বাওনা** বি. কটীয়া, বৰ চুটি মানুহ a dwarf. স্ত্রী. **বাউনী**।

**বাংকৰী** বি. কেবাবিধ পাচলি মিহলাই বন্ধা a hotch-potch. বিণ. অকামিলা worthless.

**বাংপিটা** বি. বৰকৈ মৰা, কিল মাৰ severe beating. ক্রি. **বাংপিটা দি**।

**বাংফঙীয়া** বিণ. নানা ধৰণৰ, নানা ভাৱৰ inconsistent, incongruous.

**বাংবিং** বিণ. মিছামিছি, অৰ্থ নথকা, অসঙ্গত meaningless, inconsistent.

**বাংশ** বি. বাঁহ bamboo. **বাংশী** বি. বাঁহী, মুৰুলী a flute.

**বাওঁ** বিণ. সোঁ কাণৰ বিপৰীত left.

**বাওঁকা** বি. বিৰিয়া a piece of split bamboo with pointed ends used in carrying things.

**বাওঁ পকীয়া** বি. বাঁওকালে ঘুৰা revolving to the left. **বাওঁপাকে** ক্রি. বিণ. বাওঁকাললৈ পকাই to the left. **বাওঁফলীয়া** বাওঁফালৰ, বাওঁফালে থকা। **বাওঁহতীয়া** বাওঁফালে থকা, লেবেৰা হতীয়া।

**বাঁক** বি. এবিধ পানীত থাকি মাছ খোৱা ভূত a spirit supposed to live on fish.

**বাঁকবাজ** বি. এবিধ সাপ a kind of snake.

**বাঁকোহ** সক. ধা. আচুৰি ঘা লগা to scratch.

**বাঁট** সক. ধা. ভগাই দে, ভাগ ভাগ কৰি দে to divide or distribute. বি. **বাঁটোতা**। স্ত্রী. **বাঁটতী**।

**বাঁটন** বি. ভাগ কৰি দিয়া কাৰ্য্য।

**বাঁতি** বি. পেটৰ পৰা মুখেদি উলিওৱা আহাৰ আদি বস্তু, বমি vomit.

**বাঁৰী** বি. বিধবা তিৰোতা, স্বামী মৰা তিৰোতা widow.

**বাঁশৰী** বি. বাঁহী।

**বাঁহ** এবিধ কোঁপোলা গাঁঠিযুক্ত গছ a bamboo. **বাঁহনি** land covered with bamboos. **বাঁহগাজ** বাঁহৰ গুৰিৰ পৰা ওলোৱা গজালি। **বাঁহ পতীয়া** বাঁহ পাতৰ নিচিনা।

াহপাতা এবিধ চেপেটা সৰু মাছ।

**বাঁহাৰ** বি. জন্তুৰ ফাটক ঘৰ a cattle pound.

**বাঁহী** বি. বিন্ধা থকা মুখেৰে বজোৱা সৰু গোটা বাঁহৰ বাদ্য a flute.

**বাক্** বি. বাক্য, কথা a speech, a word spoken. **বাক্-চতুৰ** বিণ. কথা কোৱাত পাৰ্গত eloquent বি. **বাক্চতুৰতা, বাক্-পটু** কথা কোৱাত নিপুণ expert in speaking. বি. **বাক্পটুতা**।

**বাক্চাতুৰী, বাক্চাতুৰ্য্য** কথা কোৱাৰ দক্ষতা।

**বাক্-পটু** কথা কোৱাত পাৰ্গত।

**বাক্-পতি** এজন কবিৰ নাম।

**বাক্-সিদ্ধ** যাৰ কথা সফল হয়।

**বাক্যদান** কথাদিয়া, অঙ্গীকাৰ কৰা।

**বাক্য পৰম্পৰা** অনুক্ৰম।

**বাক্য-বাণ** তীক্ষ্ণ বা নিষ্ঠুৰ কথা।

**বাক্য-ব্যয়** মিছাকৈয়ে বেছি কথা কোৱা।

**বাক্যালাপ** কথাবাৰ্ত্তা conversation.

**বাক্স** বাকচ, box.

**বাক্শক্তি** বি. কথা কোৱাৰ ক্ষমতা faculty of speaking. **বাক্-বিতণ্ডা** কৰ্কৰ্থনা, তিৰস্কাৰ abuse, reproach.

াক্ সক.ধা. ঢাল, পাত্ৰ কাত্তি কৰি বোৱাই দে to pour.

বাকচ বি. চন্দুক a box.

**বাকৰি, বাকৰিয়ণি** বি. ছন পৰি থকা মুকলি মাটি open waste land.

**বাকলি, বাকল** বি. গুটিৰ ছাল a husk or rind, মাছৰ গা ঢাকি থকা ঢাকনি scale of a fish. **বাকলি বসন** কাপোৰ স্বৰূপে পিন্ধা গছৰ বাকলি বা ছাল a bark-garment. **বাকলীয়া** বিণ. গাত বাকলি থকা (মাছ) scaly, চোকোৱা মুগুঃচাৱা not husked.

**বাকাৰা** বি. 'বাকৰি' চোৱা।

**বাকাৰাকুৰা** য'তে ত'তে কুৰা, শৌচ কৰিবলৈ যোৱা।

**বাকী** বি. শেষত ৰৈ যোৱা বা থকা ধন বা বস্তু a balance, বিয়োগৰ ফল the result of a subtraction, শেষলৈ থকা, অৱশিষ্ট remaining, নগদ দাম নিদিয়া, উঠনা on credit, ক্ৰি. বিণ, বাকীকৈ।

**বাক্য** বি. অৰ্থযুক্ত কথা, বচন a speech, a sentence, উপদেশ a dictum, an instruction.

**বাক্যবিন্যাস** বি. কোনো এটা ভাব বুজাবলৈ সুশৃঙ্খলা আৰু নিয়মমতে সুবলা কৰি বাক্য শব্দবিলাক গঁথা (ব্যাকৰণৰ নিয়ম) syntax.

**বাখৰ** বি. হীৰা, পানা, জালিমা, আদি চকমকীয়া শিল a precious stone. **বাখৰ পাত** ক্ৰি. to set.

with precious stones. বিণ. **বাখৰ পতা**।

**বাখৰ** বি. আঙ্গাত দিয়া জলা সুগন্ধি গুটি, ছাল, পাত আদি, লং-জাইফল এলাচি আদি spice, ফিলৈৰ খাৰ gun powder, powder used in fire-works **বাখৰৰ বন** নানাবিধ খাৰ বাজী fire-works. **বাখৰামি** বিণ. বাখৰ খুওৱা, বাখৰ পতা।

**বাখৰু** বি. খাৰ বাজী তৈয়াৰ কৰা বা তাৰ ব্যৱসায় কৰা লোক a maker of or dealer in fire-works.

**বাখৰু** বি. গুটি ধান থোৱা যেৰ a corn-bin.

**বাখৰুৱা** বিণ. বাখৰ লগোৱা set with precious stones.

**বাগ** বি. কাষ, দাঁতি side, দিশ direction.

**বাগতি** বি. সঁচা কথা লুকাবলৈ নাইবা সঁচা কৰৰ অনিচ্ছাৰে ঘুৰাই পকাই কোৱা কথা prevarication. **বাগতি খেলা** চাঁচৰি কোৱা to prevaricate.

**বাগ্ যন্ত্র, বাক্ যন্ত্র** বি. কথা কোৱা যন্ত্র, নিশ্বাসৰ নলীৰ ওপৰৰ অংশ য'ত ঠেকা খাই মাত ওলায় the organ of speech, the larynx.

**বাগৰ** অক. ধা. তলৰ দাঁতি ওপৰ আৰু ওপৰৰ দাঁতি তল কৰি গতি কৰ, জুলীয়া বস্তুৰ দৰে গতি কৰ to roll. to roll downwards as water, খিতাপি নোহোৱাকৈ লোকৰ ঘৰে ঘৰে থাক to live in other's house like a vagabond. বি. লুটি খোৱা কাৰ্য্য act of rolling. **বাগৰ খা** অক. ধা. লুটি খাই পৰ to tumble. **বাগৰ দি** লুটিয়ালুটি কৰ, অলপ সময়ৰ কাৰণে শো। **বাগৰ মাৰ** লুটি খা। **বাগৰ সলা** ই কাতিৰ পৰা সি কাতি হ to change sides, as a sleeping man. **বাগৰা** সক. ধা. লুটিয়াই পেলা to cause to roll or turn over. বি. **বাগৰাবাগৰি** লুটিয়ালুটি। **বাগৰিফুৰ** বেদনাত তত নেপাই সঘনে ওপৰৰ দাঁতি তল, তলৰ দাঁতি ওপৰ কৰি এঠাইৰ পৰা আন ঠাই পা।

**বাগাড়ম্বৰ** বি. অতিৰিক্ত আৰু অনাৱশ্যকীয় বঞ্জিত শব্দৰ ব্যৱহাৰ bombast.

**বাগান** বি. চাহ, ফল, ফুল আদি উৎপন্ন কৰা ডাঙৰ বাৰী a garden, an orchard.

**বাগাৰা** বিণ. থান থিত নোহোৱা লোক, নিলাজ।

**বাগি** বি. এবিধ কাঁইটীয়া ফুলৰ গছ a kind of flowering shrub, চাতুৰী, টেঙৰালি subterfuge. **বাগি দে, বাগি মাৰ** গা সৰাবলৈ মিছা ক। **বাগি ধৰ** এজনে কোনো কাম নকৰিলে কৰিবলৈ অস্বীকাৰ কৰ। **বাগি লা** সাৰিবৰ কাৰণে

কোনো বস্তুৰ দাঁতিয়ে ঘূৰি যা।
বাগি কুঠাৰ মাৰ কোণো বস্তুৰ চাৰিওফালে কুঠাৰেৰে আঘাত কৰ।
বাগি বুগা ফাঁকি ফুকা trickery and deception. বাগিয়াৰ টেঙৰ মানুহ an artful person. বিণ. ধূৰ্ত্ত, টেঙৰ artful.
বাগিচা বি. বাগান garden.
বাগী বি. ঘোঁৰাই টনা মানুহ উঠা পাতল গাড়ী buggy.
বাগীশ বি. কথা কোৱাত পাৰ্গত লোক an eloquent man, পণ্ডিতৰ উপাধি a title given to a learned man.
বাগীশ্বৰী বি. সৰস্বতী the Indian goddess of speech.
বাগে (অব্যয়) পোনে, ফালে in the direction of.
বাগ্দত্ত বিণ. দিম বোলা, দিবলৈ অঙ্গীকাৰ কৰা promise. স্ত্ৰী. বাগ্দত্তা বি. বাগ্দান বাক্যেৰে কৰা দান।
বাগ্দেৱী বি. বাগীশ্বৰী, সৰস্বতী।
বাগ্মী বিণ. কথা কোৱাত পটু eloquent, oratorial. ভ. বি. বাগ্মিতা।
বাঘ বি. এবিধ হিংসুক জন্তু a tiger, a leopard. স্ত্ৰী. বাঘিনী। বাঘ আচোঁৰা এবিধ কাঁইটীয়া বনৰীয়া লতা, বাঘ জৰী ৰথৰ ঘোঁৰাৰ লেকাম a rein of horse. বাঘ চকা বি. ঘুৰোহাত একেলগ কৰি টানকৈ মৰা চাপৰ। বাঘ ভেলে খা বা ধৰ বৰকৈ উত্তণালি কৰ। বিণ. বাঘ ভেলে খোৱা। বাঘ নখ আঙুলিৰ মূৰত সুমাই লোৱা। এবিধ সৰু অস্ত্ৰ। বাঘ নেজী খণ্ডা বি. এবিধ গৰম কাপোৰ a kind of rug. বাঘ মকৰা এবিধ ডাঙৰ মকৰা। বাঘমুই হঠাৎ বাঘ দেখি ভয়ত মোৰে ধৰা মূৰ্চ্ছা হোৱা ৰোগ। বাঘ মোৰ "বাঘমুই" চোৱা। বাঘাম্বৰ কাপোৰ স্বৰূপে পিন্ধা বাঘৰ ছাল। বাঘে খোৱা হতশ্ৰী হোৱা।
বাঙৰ বি. বিদেশী ম'হ a buffalo of foreign breed.
বাঙৰা বি. অকামিলা worthless.
বাঙী বি. এবিধ ছিৰাল জাতীয় ফল a variety of melon.
বাঙ্ময় বাক্যময়, বাক্যৰ দ্বাৰা গঠিত, যিয়ে কথাৰ ৰূপ পাইছে।
বাচ্ বি. যাত্ৰী কঢ়িওৱা ডাঙৰ গাড়ী, bus.
বাচ বি. গোন্ধ smell.
বাচক বিণ. বুজোৱা, কোৱা signifying.
বাচন বি. বস্তু থোৱা পাত্ৰ utensil, vessel.
বাচনি বি. মুখেৰে সমাচাৰ spoken words, saying. বাচনিক বিণ. মৌখিক, মুখেৰে কোৱা verbal, oral.
বাচস্পতি বি. বিদ্বান, বৃহস্পতি,

পণ্ডিতৰ উপাধি scholar, Vrihaspati, a title given to a scholar.

বাচাল বি. বৰ কথকী talkative.

বাচ্য বিণ. কবৰ যোগ্য fit to be spoken, যাৰ বিষয়ে কোৱা যায় spoken, ব্যাকৰণত ক্ৰিয়াৰ অৱস্থা বিশেষ the voice of a verb.

বাচ্যাবাচ্যি বি. উধনা-উধনি, বাক্‌ যুদ্ধ an altercation, a dispute.

বাচ্যোৎপ্ৰেক্ষা কাব্যৰ অলঙ্কাৰ বিশেষ।

বাছ সক. ধা. বেয়া ভাগ এৰি ভাল ভাগ ল to select, বেয়া বুলি সমাজ বা জাতিৰ সঙ্গৰ পৰা আঁতৰা to excommunicate, কাটিছিঙি ভাল থিনি বাছিবলৈ লোৱা chop or cleanse for cooking, কাপোৰত ফুল দে to form ornamental figures. অক. ধা. জীয়াই থাক, ৰক্ষা পৰ্ to remain alive, to escape from death, danger, ধৰ্ম্ম অধৰ্ম্ম, ভাল বেয়াৰ বিচাৰ discrimination. বি. বাছোঁতা। স্ত্ৰী. বাছঁতী। ৮

বাছকবনিয়া বিণ. ভালকৈ বাছি লোৱা, অতি উত্তম choicest. বাছি ল বহুতৰ মাজত ভালটো বাছি ল to select. বাছনি বাছি লোৱা কাৰ্য্য selecting.

ভাবে বিচাৰ কৰা, critical examination.

বাছুৰ বি. দামুৰি a calf.

বাছা বি. বৎস, চেনেহৰে মতা মাত, বোপা a word showing sympathy or affection, to a child or young person.

বাজ বি. বাহিৰ ফালে the out side বাহিৰত থকা, বাহিৰৰ external, outward, সম্পৰ্ক নথকা unconnected, প্ৰচাৰিত made public, বেলেগ separate.

বাজফুৰ শৌচ কৰ।

বাজপেয় বি. এবিধ যজ্ঞ a particular sacrifice.

বাজ অক. ধা. ধ্বনি কৰ, শব্দ কৰ to make sound, বাজি উঠ, কোনো এক পক্ষৰ হকে কথা ক to speak on behalf of a party, খুন্দা খা to come in contact. বাজন বি. বাদ্যৰ দৰে শব্দ কৰা কাৰ্য্য। বি. বলদ গৰু a bullock.

বাজ্ এক প্ৰকাৰ চিকাৰী চৰাই hawk.

বাজনা বি. বজোৱা যন্ত্ৰ a musical instrument, বাদ্যৰ শব্দ।

বাজি বি. খেল play, পণ a wager, ক্ৰি. বাজি মাৰ আৰি মাৰ to lay wager.

বাজি বি. ভেলকী খেল tricks,

works. **বাজিকৰ** টাটকীয়া a juggler. **বাজি উঠ** দুই বিবাদীৰ এজনৰ ফালে কথা ক।

**বাজী** বি. ঘোঁৰা a horse.

**বাজু** বি. কেয়ূৰ, বাহুত পিন্ধা এবিধ অলঙ্কাৰ a bracelet.

**বাজুৱা** বিণ. বাজুৰ, বাহিৰৰ belonging to the outside.

**বাজে** বিণ. সম্পৰ্ক নথকা, অলাগতিয়াল unconnected, (অব্যয়) বাহিৰে, বিনে except, উপৰি besides.

**বাজে খৰচা** বি. কৰবালৈ যাওঁতে বাটত খৰচ কৰিবলৈ নিয়া পইচা, travelling expenses.

**বাজেবাজে** ক্রি. বিণ. বাহিৰে। **বাজেমাৰ্কা** আচল নোহোৱা, বেয়া বিধৰ। **বাজেয়াপ্ত** ৰজাৰ অধিকাৰলৈ যোৱা, ৰজাই হস্তগত কৰা confiscated.

**বাঞ্ছ** অক. ধা. কামনা কৰ, ইচ্ছা কৰ to desire. বি. **বাঞ্ছোতা**। স্ত্রী. **বাঞ্ছুতী**। **বাঞ্ছন** বি. বাঞ্ছা কৰা কাৰ্য্য। **বাঞ্ছনীয়** বিণ. প্ৰাৰ্থনীয়।

**বাঞ্ছা** বি. ইচ্ছা, কামনা desire.

**বাঞ্ছিত** বিণ. ঈপ্সিত, যাক পাবলৈ ইচ্ছা কৰা যায়।

**বাঞ্ছাকল্পতৰু** যি সকলো কামনা পূৰ্ণ কৰে, ভগবান।

**বাট্** বি. জন্তুৰ ওহাৰৰ বাট, the dung of an animal.

গাখীৰ অহা বাবে খীৰাবৰ সময় হোৱা ready for milking.

**বাট** সক. ধা. পকা, মেৰা to twist, পটাত পিহ to grind. বি. **বাটোঁতা**। স্ত্রী. **বাটতী**। বিণ. **বটা**।

**বাট** বি. পথ, আলি a path, a road, বিন্ধা a hole, উপায় means, জন্তুৰ পিয়াহ বা স্তন। **বাট কুৰি বা** বহুত দূৰ খোজ কাঢ়ি ভ্ৰমণ কৰ। **বাট কেঁৰা লগা** কণামুৰি লগা, ভেটাভেটি হোৱা। **বাট খৰচ** উপকৰা খৰচ, contingent expenses. **বাট চৰা** পদুলিৰ ওপৰত সাজি থোৱা ঘৰ a gateway, shed. **বাট চা** অপেক্ষা কৰ to wait. **বাটবুল** ভবিৰে গতি কৰ। **বাট মাৰ** উপায় বা সুযোগ নাইকিয়া হ, মুদা মৰ। **বাটে পোৱালী মেলা** খৰালি মহীয়া যেনি তেনি বাট ওলোৱা।

**বাটকৰা** বিণ. পথিক, ভ্ৰমণকাৰী, যাত্ৰী wayfarer, a traveller.

**বাটলু** বি. বিয়া নকৰাকৈ নিজ ঘৰলৈ আনি ৰখা তিৰোতা a concubine. **বাটলু গুটি** ধেনুৰে মৰা মাটিৰ ধুৰণীয়া গুটি a clay pellet shot from a bow. বিণ. **বাটলু গুটীয়া**।

**বাটাম** বি. ঘৰ আদিত লগাবলৈ দীঘলীয়া ফলা কাঠ batten.

গোটোং পাত্ৰ a cup, বাজহাড়ৰ দুই দাঁতিত থকা ফইৰ নিচিনা দীঘলীয়া মঙহ, তাঁতৰ বৰ এলেছা বা এভাগ। **বাটিকৰ** তাঁত আৰম্ভ কৰ, তাঁত বৰলৈ দীঘল সূতা মেল।

**বাটে-ঘাটে, বাটে পথে** ক্ৰি. বিণ. য'তে ত'তে সকলো ঠাইতে any where and every where.

**বাটোৱাৰা** বি. বস্তু বিশেষকৈ মাটি ভগাই দিয়া কাৰ্য্য partition of land. **বাটোৱাৰি** ডকাইত a robber.

**বাটোৱালী** এবিধ ভূতুনী, a she-devil.

**বাড়বাগ্নি** বি. সাগৰৰ তলত থকা জুই submarine fire.

**বাঢ়** অক. ধা. বৃদ্ধি হ, সৰহ বা ডাঙৰ হ to increase, to grow bigger. সক. ধা. ভোজনৰ পাত্ৰত ভাগ ভাগ কৰি খাবলৈ দে to serve on plate as food. বি. বাঢ়োঁতা। স্ত্ৰী. বাঢ়ঁতী। বিণ. বঢ়া। বি. বাঢ়ন, বঢ়া।

**বাঢ়ন্তি** বি. বৃদ্ধি, অতিৰিক্ত ভাগ increase, surplus.

**বাঢ়নী** বি. বাঁহৰ কাঠীৰ ঠাই সৰা সজুলি a broom.

**বাঢ়নী, বাঢ়নীয়া** বিণ. বাঢ়ি অহা, উঠি অহা rising, growing.

**বাঢ়ি** বি. সুত interest on money lent.

**বাঢৈ** বি. সজাৰ, কাঠৰ কাম কৰা মানুহ, কাঠ মিস্ত্ৰী a carpenter. **বাঢৈটোকা** ঠোঁটেৰে কাঠ খোলা এবিধ চৰাই wood-pecker, কৃপণ মানুহ ( নিন্দাৰ্থত ) a miser.

**বাণ** বি. কাঁড়, শৰ an arrow, কুমন্ত্ৰ an injurious incantation, কামৰূপৰ শোণিতপুৰৰ ৰজা, বলিৰ পুতেক।

**বাণ** বি. কাঠী বা সূতা পাতল বা ঘনকৈ বোৱা অৱস্থা texture, মাছ বাধিবলৈ সোঁতৰ পানীত পথালিকৈ বৈ দিয়া বেৰ a fence raised across a stream to catch fish.

**বাণভট্ট** বি. 'কাদম্বৰী' কাব্য প্ৰণেতা এজন সংস্কৃত কবি।

**বাণা** বি. গীতৰ দীঘল ৰাগিণী a lengthened note of music.

**বাণি** বি. বোৱা কাপোৰৰ পথালি দিশ, নাৱৰ দাঁতি the breadth of a cloth, the side of a boat. **বাণি সূতা** কাপোৰৰ পথালি ফালৰ সূতা। **বাণিজ্যৰ** বি. বেপাৰী।

**বাণিজ্য** বি. বণিজ, বেপাৰ commerce, trade.

**বাণী** বি. বাক্য, কথা speech, saying. সৰস্বতী the goddess of speech.

**বাণ্ডা** বি. হাতীৰ ঠেং জোঁটাই বন্ধা ৰতন বা ফই a fetter for the legs of an elephant. ক্ৰি.

বাণ্ডা মাৰ হাতীৰ আগ বা পাছ ঠেং জুঁটি বান্ধ।

বাণ্ডিল একেলগে বন্ধা কাগজ-পত্ৰ bundle.

বাত সক. ধা ভগা বস্তু ভাল কৰ to repair. বি. বাতন।

বাত বি. বায়ু, বতাহ air, wind, শৰীৰৰ জোৰা উখহি বিষ হোৱা ৰোগ rheumatism. বাতগ্ৰস্ত বাত ৰোগে ধৰা। বাতবৃষ্টি বতাহ বৰষুণ rain and storm.

বাত বি. কুচি মাছৰ নিচিনা এবিধ সৰু মাছ a kind of fish.

বাতন কৃদ. বি. ভগা বা ফুটা বস্তু ভাল কৰা কাৰ্য্য the act of repairing.

বাত-পিত্ত বি. বায়ু আৰু পিত্তৰ বিকাৰ the morbid state of bile.

বাতৰি বি. বাৰ্ত্তা, সমাচাৰ news. বাতৰি কাকত সম্বাদ পত্ৰ, খবৰৰ কাগজ a newspaper.

বাতাচা বি. চেনি পগাই কৰা এবিধ মিঠাই a kind of sweetmeat.

বতাপি বি. অগস্ত্য ঋষিয়ে বধ কৰা এজন অসুৰ।

বাতায়ন বি. গবাক্ষ, খিৰিকী window.

বাত্তি বি. বন্তি, চাকি, প্ৰদীপ a lamp.

বাৰ্জ্জিত বিণ. অগ্ৰাহ্য rejected.

বাতুল বিণ. বলিয়া mad. বি. বলিয়া মানুহ a madman.

বাতৌতা ফটা-ফুটা বস্তু ভাল কৰোঁতা a repairer.

বাৰ্ত্তা বি. বাতৰি news.

বাৎসৰিক বিণ. বাৰ্ষিক, বছৰে বছৰে হোৱা বা দিবলগীয়া yearly.

বাৎসল্য বি. স্নেহ, সন্তানৰ প্ৰতি ভাল পোৱা।

বাৎস্যায়ন বি. 'কামশাস্ত্ৰ' প্ৰণেতা এজন ঋষি।

বাথান বি. গৰু ম'হৰ খুঁটি, সহৰীয়াকৈ গৰু ম'হ ৰখা ঠাই a place where animals are kept together at night.

বাদ বি. বদনাম, অপবাদ an accusation, especially of adultery, তৰ্কবিতৰ্ক debate, মত opinion, theory, বিয়োগ subtraction. বাদক বাদ্য বজাওঁতা। বাদবাকী যিখিনি বাকী থাকে balance. বাদচাহ মুচলমান সম্ৰাটৰ উপাধি the title of a Mohammedan sovereign. বাদবিবাদ তৰ্ক বিতৰ্ক oral dispute.

বাদৰায়ণ বি. বেদান্ত সূত্ৰ ৰচয়িতা।

বাদল বি. মেঘ, ডাৱৰীয়া বতৰ cloud, cloudy weather, এলেহুৱা lazy.

বাদানুবাদ বি. তৰ্ক বিতৰ্ক act of debating.

বাদাম বি. এবিধ বিদেশী গছৰ গুটি

almond. বিণ. বাদামী বাদামৰ ৰৰণীয়া whitish brown.

বাদি বি. ফাঁকি, ছলনা subterfuge, act of feigning.

বাদিয়াৰ বি. ঢোল খোল আদি বাদ্য ভাল কৰা মানুহ one who repairs drums etc.

বাদী বি. কওঁতা, ব্যক্ত কৰোঁতা a sayer, গুচৰীয়া a plaintiff, অপবাদ উঠা accused of adultery. স্ত্রী. বাদিনী।

বাদু বি. কোনো কোনো ফলৰ বাকলিৰ ভিতৰৰ কোমল, ৰসাল আৰু ডাঠ ভাগ, কঁঠালৰ কোঁহ ঢাকি থকা কোমল ভাগ।

বাদুলি বি. ছালৰ নিচিনা পাখীৰে উৰি ফুৰা এবিধ জন্তু a bat. বাদুলি সঁচাৰ বাদুলিৰ নিচিনাকৈ ওলমি থকা এবিধ সঁচাৰ, তলা a padlock.

বাদ্য বি. বাজনা a musical instrument. বাদ্যভাণ্ড বি. অনেক বিধৰ বাজনা a number of musical instruments.

বাধ সক. ধা. নিষেধ কৰ, মানা কৰ, হাক দে to forbid, to prohibit. বি. বাধা, নিষেধ, হাক prohibition. বাধক বি. বাধা কৰোঁতা a preventer, বাধন্তা বাধা কৰোঁতা।

বাধা বি. প্রতিবন্ধক, নিষেধ, হাক obstruction, prohibition.

বাধিত বিণ. উপকাৰৰ দাৰাই বন্ধা, অনুগৃহীত obliged.

বাধ্য বিণ. আজ্ঞা অনুসৰি চলা obedient, কৃতজ্ঞ grateful, obliged. ধৰাবন্ধা compelled. বাধ্যতামূলক নিজৰ ইচ্ছা নেথাকিলেও বাধ্য হৈ কৰিবলগা compulsory.

বাধ্যবাধকতা বি. পৰস্পৰৰ দ্বাৰা বাধ্য হোৱা mutual obligation.

বান বি. এবিধ খুৰা লগোৱা ভোজনৰ পাত্র a dish with a foot.

বান বি. বাঢ়নী পানী, বেগেৰে অহা পানীৰ ধল a high flood, একেবাৰে উৎপন্ন হোৱা ফল আদিৰ সমূহ a crop. বান পানী বাঢ়না পানী। বান পৰ উজান পৰ, অতিকৈ হ। বান-বাৰিষা ভৰ-বাৰিষা in the middle of the rainy season. বান-পিঠা এবিধ পিঠা। বানবাই থাক সৰহকৈ কথা কৈ থাক। বান বাটি খুৰা লগোৱা বাটি।

বান সক. ধা. উৰাল বা ঢেঁকীত খুন্দি তুহ গুচা to husk as paddy. বি. বনা, বানন,। বানোতা যেয়ে বানে। স্ত্রী. বানতী।

বানচ বি. বেতন বা মূল্যৰ ওপৰঞ্চি দিয়া ধন bonus.

বানত বি. এবিধ নোমৰ ডাঠ কাপোৰ।

বানতীয়া বিণ. জলাত্মক, বান পানীয়ে তল নিওৱা occasionally flooded.

**বানপ্ৰস্থ** বি. গৃহস্থী সুখ ভোগ কৰি পাছত ঈশ্বৰ চিন্তাৰ কাৰণে হাবিলৈ যোৱা ধৰ্ম্ম a stage of life when a family man leaves the world for meditation in the woods.

**বানৰ** বি. বান্দৰ a monkey.

**বানাহ** বি. ধুমুহা storm.

**বানু** সম্ভ্ৰান্ত মহিলা।

**বানে বানে** ক্ৰি. বিণ. চামে চামে জাকে জাকে batch after batch.

**বান্দৰ** বি. মানুহৰ আকৃতিৰ কিন্তু নেজ আৰু নোম থকা এবিধ জন্তু a monkey. **বান্দৰ কেকোঁৰা** শুং থকা আৰু গাত লাগিলে চোৰাতৰ নিচিনাকৈ ডকা ফল হোৱা এবিধ লতা a kind of nettle. **বান্দৰালি** বান্দৰৰ স্বভাৱ বা আচৰণ silliness.

**বান্দা** বি. বন্দী, চোৰাঁ।

**বান্দী** বি. দাসী a famale servant or salve.

**বান্ধ** বি. বন্ধন, গাঁঠি a tie, a knot.

**বান্ধ** সক. ধা. জৰীৰে আবদ্ধ কৰ, গাঁঠি লগা to tie, to fasten, আবদ্ধ কৰ, আটকি ৰখা to confine মাটি তুলি নিৰ্ম্মাণ কৰ, to construct as a road, ধাতুৰ পাতেৰে ঢাক to cover with metallic leaf, কণী খুন্দি নপুংসক কৰ to emasculate, বি. গাঁঠি, আটক কৰা কাৰ্য্য a tie, confinement, মন বা শৰীৰৰ স্বাভাৱিক অৱস্থা বা গঠন physical or mental constitution, **বান্ধকানি** বি. কৰাইচ, কিপিণ miserly.

**বান্ধ** বি. ইষ্ট, বন্ধু-বান্ধৱ a friend.

**বান্ধ পেলা,** বান্ধ থ বাজি মাৰ, আৰি মাৰ to lay wager.

**বান্ধনি** বি. গাঁঠি, বান্ধ a knot, a tie. ঢাকনীৰে সৈতে কিতাপৰ বান্ধ the binding of a book.

**বান্ধনী** বি. বান্ধা-জৰী a string with which a thing is tied.

**বান্ধৱ** বি. বন্ধু a friend.

**বান্ধৈ** বি. মতাই তিৰোতাক মৰমেৰে মতা মাত a term of endearment used in addressing a beloved woman.

**বাপ** বি. পিতা a father, গুৰু মহন্তক সম্বোধন কৰা মাত a term used towards a religious preceptor. **বাপ্‌-ধন** বি. মৰমৰ মাত, সক লৰাক মতা হয়। **বাপা** ল'ৰা মানুহক মতা মাত a term used in addressing a young man, ডাঙৰ মানুহৰ ল'ৰা হলে 'বাপাদেও'। **বাপ্‌ বাপ্‌ সোঁৱৰ** বৰ ভয় পাই চিঞৰ। **বাপদায়** পিতৃৰ দায়িত্ব the responsibility of a father. **বাপ দায় দি** পিতৃ স্বৰূপে কোনো মানুহৰ আশ্ৰয় ল। **বাপদায় ল**

কোনো মানুহৰ পিতৃস্থানীয় হবলৈ স্বীকাৰ কৰ। **বাপ ভাই** বি ইষ্ট মিত্ৰ, বংশপৰিয়াল relations, **বাপতি সাহন, বাপতি সাহোন** বি. পৈতৃক সম্পত্তি ancestral property.

**বাপতীয়া** বিণ. বাপেকে অৰ্জা, পৈতৃক ancestral, paternal.

**বাপু** বি. পণ্ডিত ব্ৰাহ্মণ বা পুৰোহিতক মতা মাত a term used in addressing a learned Brahmin or priest. চেনেহৰ ল'ৰাক মতা মাত। **বাপু চাং** বি. খামটি বিলাকৰ পুৰোহিত থকা চাংঘৰ। **বাপুটি** বামুণৰ ল'ৰাক মতা মাত। **বাপুদেও** বামুণক মান কৰি মতা মাত।

**বাব্** বি. পদ, বিষয় a post or position, প্ৰয়োজন, দৰ্কাৰ necessity, কৰ-কাটল a tax or cess, সলনি exchange. **বাবকাটি** কোনো বস্তুত আঁক কাটি চিন লগা বা লেখ ৰাখ।

**বাবতি** বি. তৰ্কাতৰ্কি controversy.

**বাবৰি** বি. এবিধ সুগন্ধি শাক a kind of pot herb.

**বাবাজী** বি. সাধু, সন্ন্যাসী।

**বা-বতাহ** বি. পৰিবেশ atmosphere.

**বা-বাতৰি** বি. খা-খবৰ, বাতৰি আদি news etc.

**বা-বিচনী** বি. কান্ধৰ পাছ ফালৰ চেপেটা বহল ভাগ, বাহুৰ মূল the shoulder blade, scapula, কান্ধৰ তলৰ ভাগ the lower part of the shoulder.

**বাবু** বি. কেৰাণী, বঙালি আদি হিন্দু ভদ্ৰলোকৰ উপাধি, ধুন পেচ মৰা এলেহুৱা মানুহ।

**বাবুগিৰি** বিলাসিতা।

**বাবুৰ্চী** বি. চাহাব বিলাকৰ ৰান্ধনী a cook of an European gentleman.

**বাবুৰ্চীখানা** বাবুৰ্চীৰ ৰন্ধা ঘৰ।

**বাবে** (অব্যয়) কাৰণে, নিমিত্তে on account of, পৰিবৰ্ত্তে, সলনি in place of, instead of.

**বাম** বিণ. ওখ আৰু পানীত তল নোযোৱা (মাটি) high, so as not liable to be inundated, অবাং (পানী) shallow. বি. ওখ ঠাই high-land.

**বাম** বি. বাওঁ, সোঁফালৰ বিপৰীত left, not right, বিপৰীত, বিৰুদ্ধ adverse, as luck.

**বামদেৱ** বি. মুনি বিশেষ, বশিষ্ঠৰ পুত্ৰ, শিব।

**বামন** বি. বাওনা মানুহ a dwarf, বাওনা ৰূপে বিষ্ণুৰ অৱতাৰ *the* dwarf incarnation of Vishnu.

**বা'মাবলী, বা'মড়লী** বি. অতি কোমেৰে পাক মাৰি ধূলি আৰু

খেৰকুটা আদি উৰাই নিয়া বতাহ ঘূৰ্ণী বায়ু a whirlwind.

**বাম্বা** বি. সুন্দৰী নাৰী a beautiful woman.

**বামাচাৰ** বি. বিৰুদ্ধাচাৰ, দেশবিৰুদ্ধ পন্থা, তান্ত্ৰিক সাধন পদ্ধতি। বিণ. **বামাচাৰী** বামাচাৰৰ মত মতে চলা, বামাচাৰত চলোঁতা, a man who follows the vamachari.

**বামানয়** বিণ. চলিত মতৰ আৰু বেদৰ বিৰুদ্ধ ( শাস্ত্ৰ ) heretical.

**বামাৱৰ্ত্ত** যি বাঁওফালে ঘূৰে counter clock-wise.

**বামী** বি. এবিধ দীঘল গাঁতত থকা মাছ an eel.

**বামুণ** বি. বিপ্ৰ, ব্ৰাহ্মণ a Brahmin. স্ত্ৰী. **বামুণী**।

**বামুণীয়া** বিণ. বামুণৰ প্ৰয়োজনীয়, বৈদিক ক্ৰিয়া কাণ্ডৰ কথা থকা শাস্ত্ৰ Brahmanical, মহাপুৰুষীয়া মতত সম্পূৰ্ণৰূপে নচলি কিছুদূৰ প্ৰাচীন-মতে চলা। **বামুণী-ভেকোলা** বৰ ভাওৰ বিধৰ পানী বেং। **বামুণী সাপ** এবিধ বিষ নাইকিয়া সাপ a kind of snake.

**বায়ং** বিণ. বেলেগ, পৃথক separate, distinct.

**বায়ন** বি বাদ্য, বিশেষকৈ খোল মৃদং বজোঁৱাত পৈণত মানুহ one skilled in playing on a musical instrument.

**বায়না, বয়না** কোনো বস্তুৰ দাম, ভাড়া বা মজুৰি আদিৰ যি অংশ অগ্ৰিম দিয়া হয় advance money.

**বায়ৱ** বিণ. বায়ুৰ পৰা উৎপন্ন originating from air, বায়ু সদৃশ ethereal. **বায়ৱীয়, বায়ব্য** বায়ু সম্বন্ধীয়, বায়ুৰ নিচিনা gaseous.

**বায়স্কোপ** বি. চলচিত্ৰ, চিনেমা cinema.

**বায়ু** বি. বতাহ, পৱন, সমীৰণ air, wind, বায়ুদেৱতা the god of wind, শৰীৰত থকা পঞ্চবায়ু, শৰীৰৰ এক ধাতু ( আয়ুৰ্ব্বেদ মতে ) বায়ু ধাতুৰ পৰা হোৱা স্নায়বিক দুৰ্ব্বলতা বা মূৰ ঘূৰণি giddiness, বহিৰ্বিৰেদি ওলোৱা বতাহ gastric wind, মনৰ কোনো বিষয় লৈ সদায় হোৱা বাউতি বা ভাব passion. **বায়ুকোণ** উত্তৰ আৰু পশ্চিম দিশৰ মাজ দিশ। বা ৰু এ বায়ুবেগে। ক্ৰি. বিণ. বায়ুৰ নিচিনা বেগেৰে very swiftly. **বায়ু-পৰিৱৰ্ত্তন** কোনো মানুহৰ স্বাস্থ্যৰ উন্নতিৰ নিমিত্তে কৰা স্থান পৰিৱৰ্ত্তন, change of air. **বায়ুপুত্ৰ** বি. হনুমন্ত, ভীম। **বায়ুবেগে** ক্ৰি. বিণ. বতাহৰ নিচিনা বেগেৰে। **বায়ুভুক্** বি. সৰ্প snake. **বায়ুমণ্ডল** পৃথিবীৰ চাৰিওফালে বেৰি থকা বায়ু atmosphere. **বায়ুমান** , যন্ত্ৰ কোনো ঠাইত বতাহৰ হেঁচা কিমান তাক পৰীক্ষা কৰা যন্ত্ৰ barometer.

বায়ুযান বি. আকাশেদি যোৱা বাহন an aeroplane.

বাৰ বি. উকিলসকলৰ সমাজ আৰু প্ৰতিষ্ঠান।

বাৰ বি. ঘৰৰ চাৰিওফালৰ বা মাজৰ কোঁঠালীৰ আৱৰণ, নাৱৰ দাঁতি the wall of a house, the side of a house, the side of a boat.

বাৰ বি. সপ্তাহৰ এদিন the day of the week, বেলি, কোনো কাম কৰা সময় a time or occasion.

বাৰ বি. দুই অধিক দহ twelve.

বাৰকোছ বি. মিঠাই কৰা মানুহৰ কাঠৰ কাঁহী a wooden plate for the sweetmeat maker.

বাৰটা বি. বেৰৰ খৰুৱা ভাঙি ধৰি থকা চেপেটা কাঠ a long piece of flat wood placed under a reed wall.

বাৰণ বি. বাধা, নিষেধ, হাক prohibition, prevention, হাতী an elephant.

বাৰণীয় নিষেধ যোগ্য।

বাৰবধূ, বাৰনাৰী, বাৰবণিতা, বাৰবিলাসিনী, বি. বেশ্যা।

বাৰবাখৰ বি. লং জাইফল, ডালচেনি, ধনিয়া, ধনী, ভোগজিৰা, মিথি, জাই পত্ৰ, এলাচি, চৰলি আদি বাৰবিধ নাইবা বেচি মছলা। বাৰকুৰি অসংখ্য। বাৰমিহলি কেবা বিধৰ মিহলি, নানা ৰকমৰ composed of many things or ingredients. বাৰ্ বাৰ্ ক্রি. বিণ. পুনঃ পুনঃ, বাৰে বাৰে again and again. বাৰবেলা বি. নিষিদ্ধ সময়। বাৰমুখ্যা প্ৰধান বেশ্যা।

বাৰম্বাৰ ক্রি. বিণ. বাৰে বাৰে, ঘনে ঘনে repeatedly.

বাৰাঙ্গনা বি বেশ্যা a whore.

বাৰাণসী বি. কাশী the city of Benares.

বাৰভঁজীয়া বিণ. অনেক ভাঁজ থকা crooked.

বাৰভূঞা বি. আহোম ৰজাৰ পূৰ্ব্বে অসমদেশ শাসন কৰা বাৰজন লোক।

বাৰমতৰা বি. স্বৰ বিলাকেৰে সৈতে ব্যঞ্জন বিলাক লগলগাই মাতিবৰ প্ৰকাৰ the mode of joining the vowels with the consonants.

বাৰমহীয়া বিণ. বাৰ মাহ বা গোটেই বছৰ থকা, সদায় গুটি ধৰা lasting or producing fruit throughout the year.

বাৰ শত্ৰু, বাৰে শত্ৰু বি. শত্ৰু দেহৰ ছয় ৰিপু; ঘৰত জুই দিয়া, বিষ ভক্ষণ কৰোৱা, অস্ত্ৰেৰে হত্যা কৰা, ধন-সম্পত্তি চুৰ কৰা, মাটিৰ সীমা ঠেলা, স্ত্ৰী অপহৰণ কৰা, আদি নানা প্ৰকাৰে হিংসা কৰা লোক an enemy.

**বাৰাণ্ডা** বি. ঘৰৰ সমুখত বা দাঁতিত আগ বঢ়াই সজা মুকলি ঘৰ বা চালি veranda.

**বাৰি** বি. পানী water.

**বাৰি, বাড়ি** বি. মাৰি, এছাবি a stick.

**বাৰিক** বি. পঁচা তোলা আদি কাম কৰিবলৈ গঞাই পতা বিষয়া a village officer.

**বাৰিধি** বি. সাগৰ sea.

**বাৰিষা** বি. বৰ্ষাকাল, বৰকৈ বৰষুণ হোৱা কাল the rainy season.

**বাৰী** বি. চাৰিওফালে বেৰি লোৱা আৰু ঘৰ, চোতাল, ফল, ফুল আদি থকা ঠাই a compound, a flower or fruit garden. **বাৰী চোৱা** বাৰী ৰখীয়া a gardener. **বাৰী-লুৰা** বিণ. বাৰীত সোমাই শস্যাদি নষ্ট কৰা injure crops by tresspassing.

**বাৰু** (অব্যয়) ভলাগ লোৱা বা সন্মত হোৱা মাত very well. বিণ. কিছু ভাল better, কিছু বেছি, ডাঙৰ large, greater. ক্রি. বিণ. **বাৰুকৈ** ভালকৈ, বেছিকৈ।

**বাৰুণী** বি. এবিধ ফটিকা a kind of spirituous liquor, বৰুণ দেৱতাৰ অধীনৰ শতভিষা নক্ষত্ৰত মিলা চ'ত মাহৰ কৃষ্ণা ত্ৰয়োদশী।

**বাৰুদ** বি. বন্দুকৰ খাৰ gun powder.

**বাৰ্ক** বি. বণুৱাৰ গা ঢকা ঢাল a shield. **বাৰ্কৰতি** বাৰ্ক আৰু ঢাল লৈ ৰণ কৰা মানুহ।

**বাৰে** বি. বাৰ, দুই অধিক দহ twelve. **বাৰেওকাল, বাৰেও-কালি, বাৰেওটিকাল,** ক্রি. বিণ. বছৰ জুৰি, সদায় always. **বাৰেও-মাহ** গোটেই বছৰ জুৰি। **বাৰেপতি** ঘনে ঘনে, প্ৰতি বছৰ। **বাৰে-পৈয়ঁাতি** বহু মতা লোৱা তিৰোতা, বেশ্যা a harlot. **বাৰে বঙ্গলুৱা** নানা জাতিৰ মিহলি mixed of various kinds. **বাৰেবাৰে** বাৰে পতি repeatedly. **বাৰে বাং** কৰা বাৰে মিহলি বস্তু। **বাৰেকুৰি** অনেক বিধৰ। **বাৰে ভঁজীয়া** অনেক ভাজ থকা। **বাৰে ভচহু** নানা প্ৰকাৰৰ আৰু অমূলক। **বাৰেমতৰা** স্বৰ আৰু ব্যঞ্জন বা ব্যঞ্জনৰ নানা বৰ্গৰ বাৰে মিহলি কৰি লিখা আখৰৰ সমূহ। **বাৰে মিহলি** কেইবা বিধো মিহলি।

**বাৰোৱাৰী** বিণ. বহু লোক গোট-খাই কৰা, ৰাজহুৱা done with the help of public subscription, public.

**বাট্টা** প্ৰাপ্য মূল্যৰ পৰা যি বাদ যায় discount.

**বাৰ্ণিচ** উজ্জ্বল কৰিবলৈ যি বং দিয়া হয় varnish.

**বাৰ্ত্তা** বি. খবৰ, বাতৰি, সমাচাৰ news.

**বাৰ্ত্তাকু** ( পু. অ. ) বি. বেঙেনা the egg fruit.

**বাৰ্দ্ধক্য** বি. বুঢ়া অৱস্থা, জৰা the old age.

**বাৰ্লি** বি. যবৰ গুৰি barley.

**বাৰ্ষিক** বিণ. এবছৰৰ মূৰত হোৱা, বছৰেকীয়া annual, এবছৰ পঢ়িব লগা স্কুল কলেজৰ শ্ৰেণী a class of a college or training school.

**বাল, বালক** বি. সৰু ল'ৰা an infant. স্ত্ৰী. **বালিকা**। **বাল-গোপাল** কৃষ্ণৰ ল'ৰা কালৰ নাম

**বালকত্ব** বি. নাবালক অৱস্থা boyhood.

**বাল-খিল্য** বি. ব্ৰহ্মাৰ নোমৰ পৰা জন্ম হোৱা বুঢ়া আঙুলিৰ সমান ৭০ হাজাৰ ঋষিৰ ভিতৰৰ এজন।

**বাল বিধবা** সৰু অৱস্থাতে বিধবা হোৱা child-widow.

**বাল-ভাষিত** সৰু লৰাৰ উক্তি।

**বাল-সুলভ** সৰু লৰাৰ স্বভাৱ জনিত।

**বাল-সূৰ্য্য** নতুনকৈ উদয় হোৱা সূৰ্য্য।

**বালা** বি. বালিকা, যুৱতী a girl, a young woman.

**বালা** বি. এডলীয়া গোটা খাৰু a bangle.

**বালাই** বি. বিপদ, অমঙ্গল misfortune, untoward event.

**বালাৰ্ক** নতুনকৈ উদয় হোৱা সূৰ্য্য।

**বালি** বি. নৈয়ে উটাই অনা মিহি শিলৰ গুৰি, বালিৰে আবৃত ঠাই sand, a beach. **বালি অঁহীয়া** বালি মিহলি থকা ( মাটি ) sandy. **বালি ঘোৰা** এবিধ মাছ খোৱা চৰাই। **বালি চন্দা** বালিৰ লগত মিহলি হৈ থকা অভ্ৰৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশ mica. **বালি চঁহীয়া** বালি অঁহীয়া। **বালি চাহী** বগা বালিৰ ধৰণৰ এবিধ চাহী। **বালি ভাত, বালি ভোজ** বি. বালি বা মুকলি ঠাইত লগ ভাত picnic. **বালিভেটা** মাছ ধৰিবলৈ বালিৰে বন্ধা ভেটা আলি, নিষ্ফল উপায়। **বালিময়** বিণ. বালিৰে ভৰপূৰ full of sand. **বালী মাহী** খঞ্জৰী চৰাই।

**বালী** বি. কপিৰাজ বালি, সুগ্ৰীৱৰ ডাঙৰ ভায়েক, ৰামে বধ কৰিছিল, বালি ইন্দ্ৰৰ পুত্ৰ বুলি জনা যায়, name of a monkey-king-son of Indra and killed by Ramachandra.

**বালীয়া** বিণ. বালিময় sandy, বালিৰ দৰে ফহফহীয়া of soft and grainy consistency.

**বালুকা** বি. বালুস্তূপ a sand heap.

**বাল্টি** বি. মুখ বহল আৰু তললৈ অলপ ঠেক ধাতু বা কাঠৰ পাত্ৰ a bucket.

**বাল্মীকি** বি. ৰামায়ণ ৰচনা কৰা বিখ্যাত মুনি a famous sage and author of the Ramayana.

**বালেন্দু** অমাবস্যাৰ পিছত দেখা নতুন চন্দ্ৰ কলা।

**বাল্য** বিণ. ল'ৰা কালৰ, ল'ৰা সম্বন্ধীয় pertaining to a child, ল'ৰাৰ যোগ্য proper for a child. **বাল্য বন্ধু** শিশুকালৰ পৰা যাৰ লগত বন্ধুতা, মিত্ৰতা। **বাল্য বিবাহ** অকুমাৰী কালতে দিয়া বিয়া early marriage. **বাল্যাৱস্থা** ল'ৰা কাল childhood.

**বায়** বি. বা, বতাহ air in motion, হাতেৰে কৰা সঙ্কেত a gesture of the hand. **বায়ছিটা** বি. বতাহে কোবাই পেলোৱা বৰষুণৰ ছিটিকনি, আছাৰেকণি।

**বায়ন** বি. দুকুৰি বাৰ fiftytwo.

**বাশুলী** বাগীশ্বৰী, কবি চণ্ডীদাসৰ দ্বাৰা পূজিতা দেৱী।

**বাষষ্ঠি** বি. তিনি কুৰি দুই sixty-two.

**বাষ্প** বি. পানীৰ ভাপ, তাপৰ দ্বাৰা পাতল আৰু ধোঁৱাৰ নিচিনা হৈ উঠা পানী vapour, steam.

**বাষ্প-যান, বাষ্প-ৰথ, বাষ্প-শকট** ৰেল গাড়ী train.

**বাস** সক. ধা. সুগন্ধযুক্ত কৰ to perfume, সুগন্ধ sweet scent.

**বাস** বি. নিবাস, বাস কৰা কাৰ্য্য the act of residing, থকা ঠাই abode.

**বাস** বি. বস্ত্ৰ, বসন clothing.

**বাসক সজ্জা** বাস সজ্জা বাসকৰ উপস্থিতি কামনা কৰি থাকি সজ্জিত হৈ থকা নায়িকা।

**বাসত্তৰ** বি. তিনি কুৰি বাৰ seventytwo.

**বাসনা** বি. অভিলাষ, কামনা, আশা ভাৰসা desire, hope, কপাল, দশা luck, দুৰ্গতি misfortune. **বাসনা-বন্ধীয়া** দৈৱৰ নিৰূপিত ordained by fate.

**বাসন্তিক, বাসন্ত** বসন্ত কালীন।

**বাসন্তী-পূজা** বি. বসন্ত কালত কৰা দুৰ্গাপূজা Durga puza in the spring season.

**বাসৰ** বি. ঘৰ থকা ঠাই, বাহৰ abode দিন, বাৰ।

**বাসৱ** বি. ইন্দ্ৰ Indra.

**বাসা** বি. বহা, প্ৰবসুৱা বা অলপ দিন থকা ঘৰ a temporary residence, a hut.

**বাসিন্দা** বি. নিবাসী, বাস কৰোঁতা a permanent resident.

**বাসী** বিণ. বাস কৰা dwelling in যেনে—'ভাৰতবাসী'।

**বাসুকী** বি. সৰ্পৰাজ the king of snake.

**বাসুদেৱ** বি. বসুদেৱৰ পুতেক, কৃষ্ণ a name of Krishna.

**বাস্তৱ** বিণ. প্ৰকৃত, যথাৰ্থ, অস্তিত্ব থকা true, real, substantial. বি. সত্য truth, reality. ক্ৰি. বিণ. বাস্তৱত, বাস্তৱিকতে

প্ৰকৃততে, দৰাচলতে। **বাস্তৱবাদী** যথাৰ্থ কওঁতা, স্পষ্টবাদী।

**বাহ্‌বা** বিস্ময় সূচক অব্যয়, প্ৰশংসা,

**বাহ** বি. খেৰ, কুটা আদিৰে সজা, চৰাই, মৌ আদিৰ থকা ঠাই a nest, বস্তু ৰখা ঢাকনী থকা সঁফুলি a small case. মুখৰ পৰা আঁহ উলিয়াই পোকে সজা আৱৰণ a cocoon. জাক a crowd. **বাহ বান্ধ** একে ঠাইতে গোট খা to meet together. **বাহ ল** বাহ সাজি থাক to build a nest.

**বাহক** বি. এবিধ ঔষধত লগা তিতা পাতেৰে সৰু গছ, ইয়াৰ দুবিধ—'ৰঙা বাহক' আৰু 'বগা বাহক'।

**বাহক** বি. কোনো বস্তু বৈ নিওঁতা a carrier.

**বাহটুৰা** বিণ. অনেক লোকে ব্যৱহাৰ কৰা, সঞ্চালনি, অনেকৰ আগত ব্যক্ত used by many, public, made public.

**বাহন** বি. মানুহ উঠি ফুৰা যান বা জন্তু a thing or animal used as a vehicle.

**বাহৰ** বি. ৰজা, গোসাঁই আদিৰ প্ৰৱসুৱা ঘৰ, ৰণলৈ যোৱা সৈন্য থকা ঠাই, শিবিৰ houses for the temporary residence of a king or other great man, a camp for troops.

**বাহাদুৰ** বি. বৰলোক বা ক্ষমতা-শালী মানুহৰ উপাধি। **বাহাদুৰি** ক্ষমতা প্ৰকাশ।

**বাহাৰ** শোভা, সৌন্দৰ্য্য, সঙ্গীতৰ ৰাগিণী বিশেষ।

**বাহাল** বিণ. সলনি বা লৰচৰ নোহোৱা intact.

**বাহিনী** বি. সৈন্যৰ দল an army. বিণ নৈৰ দৰে বৈ যোৱা flowing as a river.

**বাহিৰ** বি. বাজ ফাল, ভিতৰৰ বিপৰীত ফাল outside. বিণ. বাজত থকা, ভিতৰৰ পৰা ওলোৱা living or going outside, প্ৰকাশিত, ব্যক্ত published, exposed.

**বাহিৰা** বিণ. সম্পৰ্ক নথকা, নিজৰ নোহোৱা, বাজত থকা not having any relation, irrelevant, not belonging to one's family, living outside.

**বাহিৰে** ক্ৰি. বিণ. বাজফালে on the outside.

**বাহী** বিণ. খাবলৈ তৈয়াৰ কৰা বস্তু পিছ দিনালৈ থৈ দিয়া stale.

**বাহী:কাপোৰ** আগদিনাই ব্যৱহাৰ কৰা, অপৰিষ্কাৰ কাপোৰ।

**বাহী ঘৰ** সাৰা মোচা নকৰা ঘৰ।

**বাহী চোতাল** ৰাতি পুৱাই উঠি সাৰা মোচা নকৰা চোতাল।

**বাহী গা** ৰাতিপুৱা স্নান নকৰা গা। ক্ৰি. বিণ. **বাহী গাই**। **বাহীবন** পৰাই গা নোধোৱাকৈ কৰা বন-

বাৰী। **বাহীবিয়া** বিয়াৰ পাছ-দিনা বাতিপুৱা কৰা বিয়াৰ কাৰ্য্য **বাহীমুখ** বাতিপুৱা শুই উঠি নোধোৱা মুখ। ক্রি. বিণ. **বাহীমুখে**।

**বাহু** বি. কিলাকুটিৰ ওপৰৰ ভাগ the fore-arm, ভুজ, হাত the arm, the hand, জ্যামিতিৰ কোনো ক্ষেত্ৰৰ দাঁতিৰ ৰেখা the side of a geometrical figure.

**বাহু দাঙি কোৱা** নিশ্চিত ভাবে কোৱা, সাহসেৰে কোৱা।

**বাহুড়া ব্ৰহ্মাণি** বি. মনসা দেৱীৰ এটা নাম, a name of the goddess Manasa.

**বাহু** বি. ৰৌ মাছৰ নিচিনা এবিধ মাছ a kind of fish. **বাহুভি** এবিধ বাহুত পিন্ধা কৱচ an amulet. **বাহুবল** পৰাক্ৰম, ক্ষমতা strength. বিণ. **বাহুবলী**। **বাহুমূল** বাউসি, হাতৰ ঠাবিৰ গুৰি ভাগ। **বাহুযুদ্ধ** মাল যুঁজ wrestling.

**বাহুৰ** বি. ( বহুড়না-উলটি আহ ) অক. ধা. উলটি আহ। সক. ধা. **বাহুৰা** ওভোটাই দি, নাইকিয়া কৰ।

**বাহুল্য** বি. অধিক পৰিমাণ, প্ৰচুৰ পৰিমাণ plenty. বিণ. দীঘলীয়া long. ক্রি. বিণ. **বাহুল্যকৈ**, **বাহুল্যৰূপে**।

**বাহ্য** বিণ. বাজৰ external, বাহিৰৰ কাল outside.

**বাহ্য-জ্ঞান** বাহিৰা বিষয়ৰ জ্ঞান, চেতনা sense.

**বাহ্যিক** বিণ. বাহিৰা, উপকৰা, external.

**বাহ্যেন্দ্ৰিয়** বহিৰিন্দ্ৰিয়।

**বাহ্লিক** বি. আফগানিস্থানৰ উত্তৰ পশ্চিম দিশত থকা প্ৰাচীন দেশ এখনৰ নাম, মহাভাৰতৰ এজন ৰজাৰ নাম।

**বাহ্‌য়** বি. দ্বাদশ twelve.

**বি** ( উপসৰ্গ ) অভাব, বৈপৰীত্য, বিকাৰ, আধিক্য আদি অৰ্থত ব্যৱহাৰ হয়, যেনে—বিধৱা, বিপক্ষ, বিজাতৰীয়া, বিশিষ্ট ইত্যাদি।

**বিংবিঙা** অক. ধা. অস্পষ্টৰূপে অৰ্থহীন কথা ক to talk indistinctly and irrationally. **বিংবিঙনি** বি. অস্পষ্ট কথা, বুজিব নোৱাৰা কথা unintelligible speech.

**বিংশতি** বি. একুৰি twenty.

**বিক্‌** সক. ধা. বেচ, মূল্য লৈ দে to sell.

**বিকৃচিনা** বি. ঘৃণা, ঘিণ disgust.

**বিকট** বিণ. ভয়ানক, দেখিলে ভয়লগা terrible. **বিকট মূৰ্ত্তি** বিণ. ভয়াবহ মূৰ্ত্তি horrible.

**বিকটা** সক. ধা. বেঁকা কৰ, বেয়া আস্বাদ বা সম্বাদ পাই সংকোচিত

কৰ, ( মুখ ) to distort ( as face ).

**বিকটাকাৰ** ভীষণ আকৃতি, ভয়লগা আকাৰ horrible form. বিণ. ভয়ানক আকৃতিযুক্ত। **বিকটামুৰা** ভেঙুৰামুৰা, ভয়লগা মূৰ্ত্তিযুক্ত।

**বিকক্ৰয়া** বিণ. বেচিবলৈ কৰা বা অনা intended for sale.

**বিকৰ্ণ** বি. দুৰ্য্যোধনৰ এজন ভায়েক, a brother of Duryodhana.

**বিকৰ্থ** সক. ধা, নিন্দা কৰ, পৰিহাস কৰ to revile, to abuse. বি. **বিকৰ্থনা** তিৰষ্কাৰ, পৰিহাস reproach, abusing.

**বিকম্পিত** অতিশয় কম্পিত।

**বিকৰ্ম্ম** বি. বেয়া কাম bad action.

**বিকৰ্ষণ** বি. আকৰ্ষণৰ বিপৰীত repulsion.

**বিকল** বিণ. অসম্পূৰ্ণ, বিকৃত defective, deformed, ব্যাকুল, বিবুদ্ধি perplexed. বি. **বিকলতা**, **বিকলাঙ্গ** বিণ. অঙ্গহীন, ঘূণীয়া অঙ্গ থকা devoid of limb, having useless limbs.

**বিকল্প** বি. অইন এটা an alternative. **বিকল্পে** পৰিবৰ্ত্তে as an alternative. বিণ. **বিকল্পিত**।

**বিকস** ফুলি, মেল খোৱা, প্ৰস্ফুটিত। **বিকসিত** বিকাশপ্ৰাপ্ত, প্ৰস্ফুটিত blown, expanded.

**বিকা** সক. ধা. আনৰ দ্বাৰাই বেচা. বিক্ৰয় কৰা to cause to be sold.

**বিকাৰ** বি. স্বাভাবিক অৱস্থাৰ পৰিবৰ্ত্তন change of evolution from the natural state. ৰোগ disease, ৰোগৰ প্ৰলাপ delirium. বিণ. **বিকাৰী** পৰিবৰ্ত্তনশীল changeable.

**বিকাশ** বি. প্ৰকাশ, অভিব্যক্তি, ওলোৱা কাৰ্য্য manifestation, unfolding. বিণ. **বিকশিত**।

**বিকুল** বি. বণুৱাই মুখেৰে বজোৱা এবিধ শিঙা bugle. **বিকুলদাৰ** বিকুল বজোৱা বিষয়া a bugler.

**বিকিৰণ**, **বিকীৰণ** বি. বিক্ষেপণ radiation. **বিকীৰ্ণ** বিণ. ছটিওৱা, সিচৰতি scattered.

**বিকৃত** কৃদ. বিণ. কু-ৰূপ, অশুৱনি become ugly.

**বিকৃতি** বিণ. স্বভাৱ পৰিবৰ্তন হোৱা changed from the natural state, অশুৱনি, কুৰূপ হোৱা corrupted, becoming ugly. বি. **বিকৃতি**।

**বিক্ৰম** বি. প্ৰতাপ, পৰাক্ৰম, শক্তি strength, valour, power.

**বিক্ৰমী** বিণ. পৰাক্ৰমী, ক্ষমতাশালী, powerful.

**বিক্ৰমাদিত্য** বি. উজ্জয়িনী দেশৰ বিখ্যাত ৰজা a famous king of Ujjain.

**বিক্ৰমাব্দ** সংবৎ।

**বিক্রয়** বি. বেচাকার্য্য the act of selling. **বিক্রীত** বিণ. বিক্রয় কৰা, বেচা sold. **বিক্রেতা** বেচোঁতা seller. **বিক্রি** বিক্রয় sale.

**বিখ্যাত** বিণ. প্রসিদ্ধ, প্রখ্যাত famous, celebrated.

**বিগঢ়ী** বিণ. আগঢ়ী, কুৰূপ ugly, ৰূপ বা গঢ় সলনি হোৱা changed in form or features.

**বিগত** বিণ. গত হোৱা, অতীত gone, past.

**বিগতি** বি. পৰিহাস ইতিকিং a jest, a joke.

**বিগৰ** অক. ধা. সচা ঠিক অৱস্থাৰ পৰা লৰচৰ হ, ভাল বা সুস্থ অৱস্থা এৰ to be altered, to go out of order.

**বিগৰ্হিত** বিণ. অতিশয় নিন্দনীয়, অতি অধম greatly censured, low, vile.

**বিগলিত** বিণ. গলি যোৱা, পমি ওলাই অহা melt, coming out melting. 'অশ্রু বিগলিত'।

**বিগ্ন** বিণ. উদ্বিগ্ন, উৎকণ্ঠিত anxious.

**বিগুণ** বি. দুৰ্গুণ, দোষ bad quality, fault.

**বিগুতি** বি. যন্ত্রণা, পৰিহাস, নিন্দা।

**বিগ্রহ** বি. যুদ্ধ, ৰণ hostilities, strife, দেৱতাৰ মূৰ্ত্তি an image.

**বিঘট** সক. ধা. চূৰ্ণ কৰ, ভাং। বি. **বিঘটন**।

**বিঘা** বি. পাঁচ কঠা মাটি বা এহালিচা (মাটি) one-fourth of a pura.

**বিঘাত** বি. বিঘিনি, দুৰ্ঘটনা, অনিষ্ট trouble, misfortune, mishap.

**বিঘিনি** বি. বাধা, আপদ, জঞ্জাল obstacle, misfortune, danger.

**বিঘ্ন** বি. 'বিঘিনি' চোৱা। **বিঘ্ন-নাশক** গণেশৰ আন এটা নাম। বিণ. বিঘিনি দূৰ কৰা। **বিঘ্ন-হৰ** বিঘিনি-গুচোৱা।

**বিচ্** বি. বিচনীৰে বা তাৰ নিচিনা বস্তুৰে বতাহ দে to fan. বি. **বিচন**। **বিচনী** বি. বতাহ দিয়া সঁজুলি a fan, মৌৰ বাঁহৰ বিচনীৰ দৰে ওলমি থকা অংশ the part of the bee-hive hanging like a fan. বি. **বিচোঁতা** যি বিচে। স্ত্রী. **বিচঁতী**।

**বিচৰণ** বি. ইফালে সিফালে ফুৰা কাৰ্য্য the act of roaming about.

**বিচৰা** সক. ধা. আনৰ দ্বাৰাই অন্বেষণ কৰা, অনুসন্ধান কৰা to cause to search.

**বিচল** বি. অস্থিৰ, চঞ্চল, বিজুতি, ধৰিবৰ বা কৰিবৰ অসুবিধা un-steady, inconvenience, আওহতীয়া not easily reached.

**বিচলিত** বিণ. লৰচৰ হোৱা, এফলীয়া হোৱা, চঞ্চল shaken, moved, disturbed.

**বিচক্ষণ, বিচক্ষণীয়া** বিশ. পাৰ্গত skilful, উত্তম, সুন্দৰ good. beautiful.

**বিচাট** বি. বিৰক্তি, বিৰাগ sadness, indifference. **বিচাট লাগ** বিৰক্তি জন্মা, বিৰক্তি উপজা to be indifferent.

**বিচাৰ** বি. বিবেচনা considera-tion, সোধ trial, অনুসন্ধান search, ন্যায়-অন্যায় নিৰূপণ judging সক. ধা. অনুসন্ধান কৰ, বুজ ল to search, to enquire. **বিচাৰক, বিচাৰ-কৰ্ত্তা** গোচৰ সোধা মানুহ a judge, বিচাৰি উলিয়াওঁতা investigator. বিশ. বিচাৰণীয়, বিচাৰ্য্য, বিচাৰ কৰিব লগীয়া fit to be investigated. **বিচাৰ খোঁচৰ** অনুসন্ধান, বুজবাজ search. **বিচাৰালয়** আদালত court. **বিচাৰপতি** জজ, বিচাৰক। **বিচাৰ ফল** ৰায়, বিচাৰকৰ সিদ্ধান্ত। **বিচাৰণীয়, বিচাৰ্য্য** বিচাৰ কৰিব লগীয়া, বিচাৰ্য্য।

**বিচিত্ৰ** বিশ. নানা বৰণীয়া verie-gated, সুন্দৰ beautiful আচৰিত strange. বিশ. **বিচিত্ৰিত** নানা ৰবণেৰে চিত্ৰিত বা অঙ্কিত, সুশোভিত। **বিচিকিৎসা** সন্দেহ, ভ্ৰম, **বিচিত্ৰবীৰ্য্য** বি. শান্তনুৰ পুত্ৰেক, ধৃতৰাষ্ট্ৰৰ পিতৃ। **বিচিত্ৰানুষ্ঠান** নানা আবৃত্তি গীত নৃত্যেৰে কৰা অনুষ্ঠান variety show.

**বিচুৰ্ত্তি** বিশ. আচৰিত হোৱা, বিস্মিত, বিস্ময়াপন্ন, বিবুদ্ধি wonder-struck, astonished, perplexed.

**বিচেষ্টা** বিশ. বেদনাত অস্থিৰ বা সংজ্ঞাহীন, উপায়হীন, বিভত, উভ্ৰাৱল senseless or restless with pain, at the end of one's wit, agitated.

**বিচোঁতা** কৃদ. বি. যিয়ে বিচে a fanner

**বিছাত ৰৰলে তাক দুখৰ উপৰি দুখ।**

**বিচ্ছিন্ন** বিশ. সম্পূৰ্ণ ছিন্ন, বিযুক্ত fully separated.

**বিচ্ছুৰণ** অনুলেপন, পোহৰ-ৰশ্মিৰ নানা বৰ্ণত বিশ্লেষণ, dispersion.

**বিচ্ছেদ** বি. সঙ্গ এৰি পৃথক্ হৈ থকা কাৰ্য্য, বিৰহ separation, বিৰাম cessation, দুটা বস্তুৰ মাজৰ শূন্য ঠাই space. বিশ. বেলেগ, লগ এৰা separated.

**বিচ্যুত** বিশ. স্খলিত, পতিত। বি. বিচ্যুতি।

**বিছনা** বি. শয্যা, চাৰি-পাটী bed-ding.

**বিছা** সক. ধা. বহলাই মেল, পাত to spread out.

**বিছা** বি. গাত বিষাক্ত ভুং থকা

এবিধ পোক a hairy caterpiller, অষ্টম বাশি।

**বিছালি** বি. কোনো জন্তু শুবলৈ পাত্তি দিয়া ভূণৰ শয্যা a straw bed for animal.

**বিজতবীয়া, বিজতুৱা** বিণ. জাত এবা, নিজ জাতত নথকা, অধোগত degenerate, deteriorated.

**বিজ্‌বিজা** অক. ধা. গাৰ ছালত খজুৱা বা অসুখ জন্মা to cause irritation of itching sensation, বি. **বিজবিজনি**।

**বিজন** বিণ. জনহীন।

**বিজনন** উৎপত্তি, প্রসব।

**বিজন্মা** জাৰজ।

**বিজয়** বি. জয়, জিকা victory, বিষ্ণুৰ এজন পাৰিষদ। বিণ. **বিজিত** পৰাজিত defeated. বি. **বিজেতা** one who defeats.

**বিজয়া** বি. দুর্গা Durga, দুর্গাৰ এগৰাকী সহচৰী। **বিজয়া দশমী** দুর্গা প্রতিমা বিসর্জ্জনৰ দিন।

**বিজয়ী** বিণ. জয়লাভ কৰা, জয়ী victorious. স্ত্রী. **বিজয়িনী**।

**বিজল** বি. লেউ-লেউৱা পিছল পনীয়া বস্তু slime, কণীৰ ভিতৰৰ বগা পনীয়া বস্তু the white of an egg. বিণ. **বিজলুৱা** slimy, **বিজলধৰ** পৰিহাস কৰ to joke.

**বিজাত** বিণ. অকামিলা, আপচু useless, nasty.

**বিজাতবীয়া** বিণ. 'বিজতবীয়া' চোৱা।

**বিজাতীয়** বিণ. অন্য জাতিৰ, বিদেশী belonging to a different caste or nation, foreign.

**বিজাল** বি. সদায় লোকক ফাকি দিয়া মানুহ a habitual cheat.

**বিজিত** বিণ. পৰাজিত defeated.

**বিজুতি** বিণ. জুতি বা চলৰ অভাব want of convenience. সোৱাদ নোহোৱা not to taste.

**বিজুৰী** বি. বিজুলী। **বিজুলী** 'বিদ্যুৎ' চোৱা। **বিজুলী চাকি, বিজুলী বাতি** তড়িৎ শক্তিৰ দ্বাৰাই জলোৱা চাকি an electric-lamp. **বিজুলী-সঞ্চাৰে** ক্রি. বিণ. বিদ্যুৎ সঞ্চাৰে। **বিজুলী বাঁহ** এবিধ গা সৰু বাঁহ।

**বিজেতা** যিয়ে জয় কৰে।

**বিজোখ** বিণ. ঠিক জোখৰ নোহোৱা, ঠিক পৰিমাণতকৈ সৰু বা ডাঙৰ disproportionate.

**বিজোগ** বি. চিঠিৰ লেফেফাৰ ওপৰত লিখা নাম আৰু ঠিকনা the address of a letter.

**বিজ্ঞ** বিণ. জ্ঞানী, জনা বুজা, নিপুণ wise, clever.

**বিজ্ঞতা** বি. জ্ঞান wisdom.

**বিজ্ঞপ্তি, বিজ্ঞাপ্তি** বিজ্ঞাপন, সূচনা, নিবেদন।

**বিজ্ঞাত** বিশেষ ভাবে জনা, অৱগত।

**বিজ্ঞান** বি. জগতৰ বস্তু বিলাকৰ

স্বৰূপ, গুণ আদি বিচাৰ কৰা শাস্ত্ৰ বা. বিদ্যা science. **বিজ্ঞানবিদ**, **বিজ্ঞানবেত্তা** বিজ্ঞানত পণ্ডিত লোক a scientist.

**বিজ্ঞান** বিণ. জ্ঞান নথকা, অচেতন, মূৰ্চ্ছিত senseless, unconscious.

**বিজ্ঞান ভিক্ষু** বেদান্তৰ বিখ্যাত ভাষ্যকাৰ।

**বিজ্ঞানী** বিজ্ঞানবিদ scientist.

**বিজ্ঞানাগাৰ** বৈজ্ঞানিক শিক্ষাৰ কাৰণে পৰীক্ষাগাৰ laboratory.

**বিজ্ঞাপন** বি. জাননী notice, advertisement.

**বিজ্ঞেয়** বিশেষ ৰূপে জ্ঞাতব্য।

**বিটপ** বি. গছৰ ডাল a branch.

**বিটপী** বি. গছ, বৃক্ষ a tree.

**বিটলীয়া** বিণ. দুষ্ট, অসৎ, অক্ষম wicked, base (বামুণক গালি দিয়া মাত)। বি. দুষ্ট বা অধম বামুণ।

**বিট্‌লোণ** বি. দৰৰত লগা এবিধ ক'লা লোণ a kind of medicinal black salt.

**বিঠিক** বিণ. ঠিক নথকা, অনিশ্চয় uncertain.

**বিড়ম্ব** সক. ধা. বঞ্চনা বা নিৰাশ কৰ to deceive or disappoint, উলাই কৰ to ridicule. অক. ধা. মনত দুখ পা, নৈৰাশ হ to be afflicted, to be disappointed. বি. **বিড়ম্বনা**, প্ৰতাৰণা, বঞ্চনা, নিৰাশ কৰণ, অনৰ্থক কষ্ট ভোগ deceit, trick, disappointment. **বিড়ম্বিত** বিণ. নিৰাশ, প্ৰতাৰিত, বঞ্চিত।

**বিড়ম্বন** বি. ভেশ, ভাও disguise, imitation, মায়া illusion.

**বিড়াল** বি. মতা মেকুৰী a male cat. স্ত্ৰী. **বিড়ালী**। **বিড়াল তপস্বী** ভণ্ড তপস্বী, কপটীয়া সাধু a peck sniff.

**বিঢ়া** বি. বুঢ়া ওকণী a full-grown louse.

**বিতং** বিণ. বহল কৰা, বাহুল্য detailed. ক্ৰি. বিণ. **বিতংকৈ** বেলেগ বেলেগ কৈ, ভাঙি পাতি separately, in detail.

**বিত্‌** বি. ধন, টকা money.

**বিত্‌-চকু** বি. চচ্‌মা a pair of spectacles.

**বিতণ্ডা** বি. নিজৰ মত ৰাখিবলৈ কৰা মিছা তৰ্ক controversy, গালি, তিৰস্কাৰ abuse, reproach.

**বিতত** বিণ. অজ্ঞান, অচেতন senseless, বিবুদ্ধি, অসাৱধান at one's wit's end, heedless, শোকত বা আনন্দত মগ্ন distracted with pleasure or sorrow.

**বিতৰণ** বি. বিলাই দিয়া কাৰ্য্য distribution.

**বিতৰ্ক** অক. ধা. ভালকৈ তৰ্ক কৰ, আলোচনা কৰ to discuss carefully.

**বিতল** বি. পাতাল one of the seven regions below.

**বিতাৰিখ** বিণ. তাৰিখ সহিত, মহাজনৰ বহিত লিখা শব্দ under date, dated.

**বিতুষ্ট** বিণ. অসন্তুষ্ট, বেয়া পোৱা displeased. **বিতুষ্টি** বি. অসন্তোষ dissatisfaction.

**বিতৃষ্ণা** বি. অনিচ্ছা, অনাদৰ want of desire.

**বিতোপন** বিণ. অতি সুন্দৰ বৰ ভাল very good, excellent. স্ত্রী. **বিতোপনী**।

**বিত্ত** বি. ধন, সম্পত্তি money, property. **বিত্তমন্ত্রী** বি. টকা পইচা সংক্রান্ত বিষয় পৰিচালনা কৰা প্ৰধান বিষয়া Finance Minister.

**বিদগ্ধ** বিণ. অতিশয় পাৰ্গত, নিপুণ, very learned, expert, skilful.

**বিদৰ** অক. ধা. দুফাল হ to be rent asunder. বি. **বিদৰণ** দুফাল হোৱা কাৰ্য্য fission.

**বিদৰা** সক. ধা. আনৰ দ্বাৰা ফলা to cause to be cleft.

**বিদৰ্ভ** বি. বেৰাৰ দেশ the modern Berar.

**বিদৰ্ভ ৰাজকন্যা** দময়ন্তী।

**বিদা** বি. বিদ্যা, নৈপুণ্য skill, knowledge বুধিৰে সজা বস্তু।

**বিদায়** বি. মেলানি farewell, অনুপস্থিত থাকিবৰ অনুমতি leave of absence, গমন, বিচ্ছেদ parting. **বিদায়-অভিনন্দন** অৱসৰ গ্ৰহণৰ সময়ত প্ৰশংসাদি বৰ্ণনা কৰি অভ্যৰ্থনা জ্ঞাপন। **বিদায়ী** যিজনে বিদায় গ্ৰহণ কৰিছে। **বিদায়মান** যিয়ে বিদায় মাগিছে।

**বিদাৰ** সক. ধা. ছিৰ, ফাল, বিদীৰ্ণ কৰ to rend asunder. বি. **বিদাৰণ**। বিণ. **বিদাৰিত**। **বিদাৰক** বি. ফালোঁতা।

**বিদিক** দুটা দিশৰ মাজৰ কোন।

**বিদিত** বিণ. জনা, বুজ পোৱা, জ্ঞাত known, revealed. ক্রি. বিণ. **বিদিতে**।

**বিদিশ** বি. দুই দিশৰ মাজৰ চুক an intermediate point of the compass.

**বিদিশা** মালৱদেশৰ এখন নগৰৰ নাম।

**বিদীৰ্ণ** বিণ. বিদাৰণ কৰা. ফলা rent, torn.

**বিদুৰ** বি. ধৃতৰাষ্ট্ৰৰ কনিষ্ঠ ভাই (দাসীপুত্র)

**বিদুৰৰ খুদ** কঙালৰ দান।

**বিজুলী** বি. আকাশত ওলোৱা জন্তেকীয়া চকমকীয়া পোহৰ lightning. **বিজুলী-চমক** বিজুলীৰ জন্তেকীয়া পোহৰ। **বিজুলী মাৰ** ক্রি. বিজুলীয়া। **বিজুলী-ডাক** তড়িৎ শক্তিৰ সহায়েৰে ডাক পঠোৱা

প্ৰণালী telegraph. **বিজুলী বাৰ্তাবি** তড়িৎ বাৰ্তা telegraphic message. **বিজুলীয়া** অক. ধা. বিজুলী মাৰ to lighten.

**বিদুষী** বিণ. শিক্ষিতা, বিদ্যাৱতা learned ( woman ) ।

**বিদুৰ** বিণ. অধিক দূৰত থকা distant, far off. বি. বহুদূৰ ঠাই distant place.

**বিদূষক** বি. বহুৱা jester.

**বিদেশ** বি. নিজ দেশত বাজে আইন দেশ, পৰদেশ a foreign country. বিণ. **বিদেশী** পৰ দেশৰ, নিজ দেশৰ নোহোৱা foreign. বি. আন দেশৰ মানুহ a foreigner.

**বিদেহ** মিথিলা প্ৰদেশ ।

**বিদেহ ৰাজ** ৰাজৰ্ষি অশোক ।

**বিদ্যমান** বিণ. উপস্থিত, আগতে থকা, বৰ্তমান present, existing. ক্ৰি. বিণ. **বিদ্যমানে** ।

**বিদ্যমানতা** বি. বিদ্যমান থকা গুণ বা অৱস্থা existance.

**বিদ্যা** বি. অভ্যাস কৰি পোৱা জ্ঞান learning, knowledge, কৌশল art. **বিদ্যাধৰ** গন্ধৰ্ব । স্ত্ৰী. **বিদ্যাধৰী** । **বিদ্যাৰ্থী** বিদ্যা শিকোতা a student. **বিদ্যাদায়িনী** সৰস্বতী । **বিদ্যানুৰাগ** বিদ্যা অৰ্জন কৰিবলৈ বিশেষ আগ্ৰহ । **বিদ্যাপীঠ** শিক্ষা প্ৰতিষ্ঠান । **বিদ্যাৰতী** কালিদাসৰ পত্নী । **বিদ্যাবিশাৰদ** বহুতো বিদ্যাত পাৰ্গত । **বিদ্যাৰম্ভ** বিদ্যাশিক্ষাৰ আৰম্ভ । **বিদ্যাভ্যাস** বিদ্যাৰ শিক্ষা study.

**বিদ্যালয়** বি. বিদ্যা শিকা ঠাই, পঢ়াশালি a school or college for learning. **বিদ্যাৱন্ত, বিদ্যাৱান** বিদ্বান, বিদ্যা থকা learned. স্ত্ৰী. **বিদ্যাৱতী** ।

**বিদ্যালাপ** বিদ্যাবিষয়ক কথোপকথন ।

**বিদ্যুৎ, বিদ্যুতিকা** বি. বিজুলী lightning. ক্ৰি. বিণ. **বিদ্যুৎ গৰ্ভ** মেঘ । **বিদ্যুৎ সঞ্চাৰে** বিজুলীৰ গতিৰে with lightning speed.

**বিদ্যোৎসাহী** বি. বিদ্যাৰ উৎসাহদাতা ।

**বিদ্যুম** বি. পোৱালমণি ।

**বিদ্ৰূপ** বি. পৰিহাস, ইতিকিং joking, ridiculing.

**বিদ্ৰোহ** বি. শত্ৰুতা enmity, বৰ্তমান শাসনতন্ত্ৰ গুচাবলৈ কৰা চেষ্টা, ৰাজদ্ৰোহ rebellion.

**বিদ্ৰোহী** বিণ. দ্ৰোহ আচৰণ কৰা, শত্ৰুতা কৰা rebellious.

**বিদ্বৎ সমাজ** বিদ্বান লোকৰ সমাজ ।

**বিদ্বান** বি. বিদ্যা জনা, বিদ্যাবান, শিক্ষিত learned. স্ত্ৰী. **বিদুষী** ।

**বিদ্বেষ** বি. শত্ৰুতা, হিংসা ভাব ill-feeling, enmity. বিণ. **বিদ্বেষী** হিংসা কৰোতা, অপকাৰী hostile, inimical. বি. শত্ৰু an enemy.

**বিধ** বি. বকম, প্ৰকাৰ, জাতি sort, kind.

**বিধতা** 'বিধাতা' শব্দৰ অপভ্ৰংশ।

**বিধৰণ** বি. চলি অহা ধৰণ বা নিয়ম-মতে নোহোৱা contrary to existing order.

**বিধৰম** বি. বিধৰ্ম্ম, পাপ sin, vice. বিণ. **বিধৰমী**।

**বিধৰী** বিণ. বিবস্ত্ৰ, সম্পূৰ্ণ নাঙঠ stark naked.

**বিধৰ্ম্মী** বি. আন ধৰ্ম্মৰ মানুহ a follower of different religion, ধৰ্ম্ম এৰা মানুহ renegade. বিণ. পাপী, অধৰ্ম্মী sinful, vicious.

**বিধবা** বি. বাঁৰী a widow.

**বিধাতা** বি. ব্ৰহ্মা, সৃষ্টিকৰ্ত্তা, বিধান কৰ্ত্তা Brahma the god who is said to have created the world, providence.

**বিধাতা পুৰুষ** ভাগ্য নিয়ন্ত্ৰণ কৰোঁতা দেব পুৰুষ।

**বিধাতাৰ লিখন** বি. ব্ৰহ্মাৰ লিখা কাৰ্য্য, destiny, lot.

**বিধান** বি. বিধি, নিয়ম, ব্যৱস্থা rule, dispensation. শাস্ত্ৰবিহিত নিয়ম, খেতিৰ কাৰণে ৰখা সঁচ, কঠীয়া ধান seed kept for cultivation.

**বিধায়ক** বি. ব্যৱস্থাপক, নিয়ম কৰোঁতা। বিণ. ব্যৱস্থা বা নিয়ম কৰা prescribing.

**বিধি** বি. ব্ৰহ্মা, বিধাতা the creator, Brahma, নিয়ম, ব্যৱস্থা rule, precept, কাৰ্য্যৰ প্ৰণালী procedure, ব্যৱস্থা শাস্ত্ৰ a book of procedure. **বিধিজ্ঞ** বিণ. নিয়ম জনা, ব্যৱস্থা শাস্ত্ৰ জনা conversant with rules. **বিধি পথালি কৰ** বাধা জন্মা, আগোৰাহ উলিয়া। **বিধিৱদ্ধ** বিধিমতে থোৱা। **বিধিৰ বিড়ম্বনা** নিয়তিৰ পৰিহাস irony of fate. **বিধিবেত্তা** নিয়ম বা ব্যৱস্থা শাস্ত্ৰ জনা মানুহ। **বিধিমত** ৰীতিমত, দস্তৰমত। **বিধিমতে, বিধিৱতে** নিয়ম বা ব্যৱস্থা অনুসৰি। **বিধিসিদ্ধ** নিয়ম বা ব্যৱস্থা অনুসৰি হোৱা। **বিধিহীন** নিয়মৰ বিৰুদ্ধ। **বিধিলিপি** বিধাতাৰ লিখন, অদৃষ্ট।

**বিধিৰ বিধান** বিধাতাই বিধান দিয়া।

**বিধি শাস্ত্ৰ** স্মৃতি বা ব্যৱস্থা শাস্ত্ৰ, ব্যৱহাৰ শাস্ত্ৰ।

**বিধু** বি. চন্দ্ৰ, জোন the moon.

**বিধু-বদন** সুন্দৰী।

**বিধুতি** বিণ. অপবিত্ৰ, অশুচি not clean, চুব নোৱাৰা বা ঋতু স্নান হোৱা in monthly course.

**বিধুমুখী** বি. চন্দ্ৰবদনী, সুন্দৰ স্ত্ৰী a beautiful woman.

**বিধৃত** গৃহীত, অধিষ্ঠিত।

**বিধেয়** বিণ. কৰিব লগীয়া, কৰা উচিত lawful, proper. বি.

কোনো বাক্যত কর্ত্তাক উদ্দেশ্য কৰি যি কোৱা হয় a predicate.

**বিধ্বংস** সক. ধা. নষ্ট কৰ, হানি কৰ to destroy, to injure. বি. বিনাশ, বিলোপ destruction. বি. **বিধ্বংসনা, বিধ্বংসন**। বিণ. **বিধ্বস্ত** বিনষ্ট।

**বিনচ্, বিনাচ** বি. জন্তুৰ অকালত হোৱা গৰ্ভপাত বা প্ৰসৱ abortion of an animal. **বিনাচ্ কৰ, বিনাচ পেলা** মৰা পোৱালি জগা to give birth to dead off-spring.

**বিনত** বিণ. অবনত, নম্ৰ। বি. **বিনতি** বিনয়, নম্ৰতা, কাকূতি supplication.

**বিনতা** বি. অৰুণ আৰু গৰুড়ৰ মাতৃ, কশ্যপৰ পত্নী।

**বিননি** বি. বিনাই কৰা শোক, বিলাপ lamentation.

**বিনন্দ, বিনন্দীয়া** বি. আনন্দময়, অতিশয় শুৱনি blissful, beautiful. **বিনন্দ বিলাস** বি. আনন্দময় খেমালি pleasing pastime. বি. আনন্দময় আৰু মনোৰম blissful and pleasing.

**বিনম্ৰ** বিণ. বিনয়ী submissive, obedient.

**বিনয়** বি. নম্ৰতা humility, মিনতি supplication.

**বিনশ্বৰ** বিণ. নষ্ট হোৱা, বিনাশশীল, perishable.

**বিনষ্ট** বিণ. নষ্ট, বিনাশপ্ৰাপ্ত, হত destroyed, lost, dead.

**বিনা** অক. ধা. গুণ বৰ্ণাই শোক কৰ to lament.

**বিনা** (অব্যয়) বাজে, বাহিৰে except, নোহোৱা, নথকা without, devoid. **বিনামূল্যে, বিনামোলে** ক্ৰি. বিণ. ভুদাই, বেচ নিদিয়াকৈ বা নোলোৱাকৈ without price. **বিনামেঘে বজ্ৰপাত** নভবা নিচিন্তাকৈ হোৱা বিপদ a bolt from the blue.

**বিনাশ** বি. ধ্বংস destruction. মৃত্যু death. **বিনাশক** নাশ কৰোঁতা, ধ্বংস কৰোঁতা destroyer, killer. **বিনাশন** ধ্বংস কৰা বা মৰা কাৰ্য্য destruction, killing. **বিনাশী** বিণ. নাশ কৰা, (স্ত্ৰী. **বিনাশিনী**), নশ্বৰ, সদায় নথকা perishable, frail.

**বিনিদ্ৰ** বিণ. নিদ্ৰাহীন without sleep.

**বিনিন্দিত** বিণ. চেৰ পেলোৱা surpassing.

**বিনিময়** বি. সাল সলনি, পৰিবৰ্ত্তন change, barter.

**বিনিয়ন্ত্ৰণ** বি. নিয়ন্ত্ৰণ নোহোৱা having no control.

**বিনিয়োজিত** অৰ্পিত, নিযুক্ত, যি টকা খটোৱা হৈছে invested.

**বিনিয়োগ** অৰ্পণ, নিয়োগ, investment.

**বিনির্গত** বাহিৰ ওলোৱা।
**বিনীত** বিণ. নম্র, অহঙ্কাৰ নথকা mild, gentle.
**বিনে** (অব্যয়) বিনা, বাজে save, except.
**বিনেতা** নিয়ন্তা, শিক্ষক।
**বিনে** বি. আহুধানৰ মাজত গজা এবিধ বন a kind of grass.
**বিনোদ** বি. ৰং, খেমালি, আহ্লাদ, ৰহস্য amusement, pastime, pleasure. বিণ. আমোদজনক, খেমেলীয়া amusing, playful. **বিনোদন** বি. তুষ্টিসাধন। স্ত্রী. **বিনোদিনী**। বিণ. **বিনোদিত**।
**বিনোদ বেণী** সুন্দৰ খোপা।
**বিন্তি** বি. তাচৰ এবিধ খেল a kind of card-playing.
**বিন্দু** বি. বীর্য্য, বেতস semen, human seed, অতি ক্ষুদ্র চিন বা ফুট point, dot, কোনো বস্তুৰ ক্ষুদ্র কণা বা টোপা a particle, a minute drop. **বিন্দুপাত** বীর্য্য পতন। **বিন্দুমান** অকণমান। **বিন্দু সৰোবৰ** ভুবনেশ্বৰ মন্দিৰৰ ওচৰৰ ডাঙৰ সৰোবৰ। **বিন্দুসাৰ** পুৰুষৰ গুপ্তাঙ্গৰ পৰা আৰু তিৰোতাৰ যোনিৰ পৰা পনীয়া বা পাতল বীর্য্য ওলাই থকা ৰোগ spermatorrhœo, leucorrhœa. **বিন্দুসাৰ** ৰজা অশোকৰ পিতৃ, মগধ-ৰাজ।
**বিন্ধ** সক. ধা. সৰু জোঙা বস্তুৰ আগেৰে খোঁচ to prick. ফুটাকৰ, বিন্ধাকৰ to pierce, to bore. বি. **বিন্ধন**।
**বিন্ধনা** বি. বিন্ধা বা ফুটা কৰা শলা, জোঁহৰ a borer, an awl.
**বিন্ধা** বি. ফুটা, জলা a hole, a bore.
**বিন্ধা** বি. আহু ধান পাতলোৱা জবকাৰ নিচিনা শঁজুলি an instrument for thinning out ahu dhan. সক. ধা. বিন্ধাৰে পাতল কৰ।
**বিন্ধ্য, বিন্ধ্যাচল** বি. ভাৰতবর্ষৰ ঠিক মাজত থকা পর্ব্বতমালা The Vindhyas. **বিন্ধ্যবাসিনী** বিন্ধ্য পর্ব্বতত প্রতিষ্ঠাতা মহাদেবী।
**বিন্যস্ত** বিণ. স্থাপিত, যথাক্রমে ৰক্ষিত arranged properly.
**বিন্যাস** বি. শৃঙ্খলারূপে স্থাপন orderly arrangement or disposal.
**বিপত্তি** বি. বিপদ, কষ্ট misfortune, distress.
**বিপত্নীক** বি. যাৰ ভার্য্যা মৰিছে widower.
**বিপথ** বি. যি পথেদি যাব নেলাগে a wrong way, বেয়া আচৰণ evil course. বিণ. **বিপথগামী** অবাটে যোৱা, অাৰবাটে চলা following an evil course. **বিপথে** ক্রি. বিণ. অবাটে by a wrong way.
**বিপদ** বি. আপদ, বিপত্তি, দুর্ঘটনা

distress, danger, দুৰৱস্থা, বিলাই misfortune. **বিপদগ্ৰস্ত** বিণ. বিপদত পৰা fallen into danger.

**বিপদাপন্ন** বিপদে আবৰি ধৰা ।

**বিপন্ন** বিণ. বিপদগ্ৰস্ত fallen into adversity.

**বিপৰীত** বিণ. বিৰুদ্ধ, ওলোটা, অসঙ্গত opposite, contradictory, inconsistent. বি. আচৰিত, অতিৰিক্ত extraordinary, excessive. **বিপৰীত বুদ্ধি** দুৰ্বুদ্ধি । **বিপৰীতমুখী** বিৰুদ্ধাচাৰী।

**বিপৰ্য্যয়** বি. বিৰুদ্ধ, বিপৰীত inconsistent.

**বিপল** পলৰ ১/৬০ অংশ ।

**বিপক্ষ** বি. বিৰোধী মানুহ, শত্ৰুৰ ফলীয়া মানুহ, শত্ৰু an adversary, an antagonist, an opposite party. বিণ. শত্ৰুৰ ফলীয়া, inimical. বি. **বিপক্ষতা** । ক্ৰি. বিণ. **বিপক্ষে** বিৰুদ্ধে against.

**বিপাক** বি. দুৰ্গতি, সঙ্কট, লেঠা scrape, trouble, embarrassment. ক্ৰি. বিণ. **বিপাকে, বিপাকত** সঙ্কটত পৰি, নিৰুপায় অৱস্থাত in a helpless state.

**বিপাক** দেহত খাদ্যৰ পৰিণাম, metabolism.

**বিপাশা** পাঞ্জাবৰ এটা নদীৰ নাম।

**বিপিন** বি. হাবি, বন jungle, forest.

**বিপুল** বিণ. বৃহৎ, প্ৰশস্ত, মহৎ, ডাঙৰ, বিস্তাৰ large, extensive, much abundant.

**বিপোষ** বি. দেহ, শৰীৰ the body.

**বিপোহো** বি. প্ৰতাপ, শক্তি, বং ।

**বিপ্ৰ** বি. ব্ৰাহ্মণ a Brahmin.

**বিপ্ৰকৰ্ষ** সংযুক্ত ধ্বনিৰ মাজত স্বৰ-ধ্বনিৰ আগম সংযুক্ত ব্যঞ্জন ধ্বনিক বিশ্লেষিত কৰি উচ্চাৰণ সহজ কৰে, ইয়াকে বিপ্ৰকৰ্ষ বা স্বৰভক্তি বোলে, anaptixis.

**বিপ্ৰতীপ** প্ৰতিকূল opposite.

**বিপ্ৰিয়** বিণ. কঠোৰ, নিমৰমিয়াল unkind, harsh.

**বিপ্ৰকৰ্ষণ** বি. বিকৰ্ষণ repulsion.

**বিপ্ৰলব্ধ** বিণ. প্ৰভাবিত deceived.

**বিপ্ৰলব্ধা** সঙ্কেত দিয়া মিলন স্থানলৈ গৈ যি নায়িকাই দেখে যে নায়ক অহা নাই ।

**বিপ্ৰলাপ** মূল্যহীন বিবাদ ।

**বিপ্লৱ** বি. আমূল পৰিবৰ্ত্তন revolution, ঘোৰ বিপদ great calamity.

**বিফল** বিণ. নিষ্ফল, অনৰ্থক unsuccessful, useless, vain. বি. **বিফলতা** । ক্ৰি. বিণ. **বিফলে** ।

**বিবদমান** বিণ. বিবাদকাৰী । স্ত্ৰী **বিবদমানা** ।

**বিবৰ** বি. গাঁত a hole. সং. ধা.;

বহলাই বা ভাঙি পাতি ক to explain.

বিবৰণ বি. বহলকৈ কোৱা বা লিখা বৃত্তান্ত a description.

বিবৰ্জ্জিত বিণ. বৰ্জ্জিত, এৰা abandoned, given up. বিবৰ্জ্জন বি. পৰিহাৰ, পৰিত্যাগ abandonment.

বিবৰ্ণ বিণ. বেয়া বৰণ হোৱা, মলিন, নিস্তেজ pale, discoloured.

বিবৰ্ত্তন বি. এক অৱস্থাৰ পৰা অন্য অৱস্থালৈ ক্ৰমে পৰিবৰ্ত্তন হৈ গৈ থকা passing through various stages. বিণ. বিবৰ্ত্তনশীল।

বিবৰ্ত্তিত বিণ. প্ৰত্যাবৰ্ত্তিত, ঘূৰ্ণিত।

বিবৰ্ত্তবাদ, বিবৰ্ত্তনবাদ বি. ক্ৰম-বিকাশনীতি the theory of evolution. বেদান্ত দৰ্শনমতে— মায়াবাদ।

বিবশ বি. বিবুদ্ধি, বিহ্বল, অবল perplexed, confounded.

বিবস্ত্ৰ বিণ. নাঙঠ, উলঙ্গ naked. ক্ৰি. বিণ. বিবস্ত্ৰে।

বিবাদ বি. দন্দ, হাই-কাজিয়া, বিৰোধ quarrel, প্ৰতিবাদ contradiction. বিবাদী বি. দন্দ কৰা মানুহ a man who quarrels, পৰকীয়া defendant, বিণ. দন্দুৰা disputing. স্ত্ৰী. বিবাদিনী।

বিবাহ বি. বিয়া, পৰিণয় marriage. বিণ. বিবাহিত বিয়া কৰা married. স্ত্ৰী. বিবাহিতা।

বিবি মহিলা।

বিবি-জান বিবিক প্ৰেম সম্ভাষণ।

বিবিধ বিণ. নানাবিধ, অনেক ৰকমৰ of various sorts. বিবুদ্ধি বিণ. বুদ্ধিহীন, নিৰুপায়, বিমোৰ।

বিবৃত বিণ. বৰ্ণিত, ব্যাখ্যাত। বি. বিবৃতি বৰ্ণন, ব্যাখ্যা।

বিবেক বি. ধৰ্ম্মজ্ঞান conscience, ন্যায়, অন্যায় বা ভাল বেয়া বুজা শক্তি discrimination. বিণ. বিবেকী ন্যায় অন্যায় বুজা discreet.

বিবেচক বিণ. ভাল বেয়া বিচাৰ কৰা, বিবেচনাৰে চলা considerate.

বিবেচনা বি. ভালকৈ ভাবি চিন্তি চোৱা deliberation, ভাল বেয়াৰ বোধ discretion. বিবেচনীয়, বিবেচ্য বিবেচনাৰ যোগ্য। বিবেচিত নিৰূপিত, বিচাৰিত।

বিব্ৰত বিণ. ব্যতিব্যস্ত, বিপদত পৰা।

বিবৃত বিণ. বিস্তাৰিত explained in detail.

বিভক্ত বিণ. ভাগ কৰা, অংশ কৰা divided, partitioned, খণ্ডিত, বেলেগ হৈ থকা parted.

বিভক্তি বি. বিভক্ত কৰা কাৰ্য্য division, ধাতু বা প্ৰাতিপদিকৰ পাছত যি প্ৰত্যয় যোগ হলে পুৰুষ, কাৰক, বচন কাল আদি বুজা যায়।

**বিভগ** বিণ. বিভিন্ন, পৃথক্ separate, distinct. সক. ধা. বিভগা। ক্রি. বিভগে।

**বিভঙ্গ** বি. ভাগি ছিগি যোৱা, থান থান হোৱা dispersed, dissipated.

**বিভঙ্ক** বিণ. কুৎসিৎ odd-looking (পু. অ.) অক. ধা. ভাগ কৰ।

**বিভৱ** বি. ধন, ঐশ্বৰ্য্য, বিভূতি wealth, property.

**বিভা** বি. প্ৰভা, কিৰণ, দীপ্তি lustre, light.

**বিভাগ** বি. ভাগ division, খণ্ড, অংশ section, কোনো বৃহৎ প্ৰতিষ্ঠান বা কাৰ্য্যৰ অংশ deparment. বিণ. **বিভাগীয়** কোনো এক বিভাগৰ, বেলেগ belonging to a deparment, separate.

**বিভাজক** বি. বিভাগকাৰী, ভাজক divider. **বিভাজ্য** বিণ. বিভাগৰ যোগ্য divisible, ভাজ্য dividend.

**বিভাৱন** বি. সঠিক বা দকৈ অনুভব কৰা clear perception.

**বিভাৱৰী** বি. ৰাতি night. **বিভাবসু** সূৰ্য্য the sun, অগ্নি, চন্দ্ৰ fire, the moon.

**বিভাষা** বি. বিকল্প।

**বিভিন্ন** বিণ. বেলেগ, পৃথক্ distinct, separate. বি. **বিভিন্নতা**।

**বিভীষণ** বি. ৰাৱণৰ এজন ভায়েক।

**বিভীষিকা** বি. ভয় terror, ভয়-জনক দৃশ্য anything that terrifies.

**বিভু** বি. পৰমেশ্বৰ the supreme being.

**বিভূতি** বি. ঐশ্বৰ্য্য, বিপুল সম্পত্তি abundant wealth, শিৱৰ আঠোটা ঐশ্বৰিক শক্তি—the eight superhuman powers of Shiva or a Jogi. অণিমা (অতি সৰু হোৱা), লঘিমা (অতি পাতল হোৱা) প্ৰাপ্তি (হাত মেলি সকলোকে পোৱা), প্ৰকাম্য (ইচ্ছাৰ সফলতা), মহিমা (বৰ ডাঙৰ হোৱা), ঈশিতা (সকলোকে সৃষ্টি কৰা), বশিতা (সকলোকে বশ কৰা) আৰু কামাৱশায়িতা (ইচ্ছাক দমন কৰা)। প্ৰভাৱ magnificence. গাত ঘঁহা ভস্ম the ashes.

**বিভূষণ** বি. অলঙ্কাৰ ornament, কাপোৰ আদিৰে সজোৱা কাৰ্য্য adornment. বিণ. **বিভূষিত** অলঙ্কাৰ আদিৰে সজোৱা adorned.

**বিভেদ** বি. প্ৰভেদ, পাৰ্থক্য difference.

**বিভোল** বিণ. মগ্ন, মুগ্ধ, charmed, নিজক পাহৰা, বিহ্বল wonder-struck, lost in amazement.

**বিভ্ৰম** বি. ভ্ৰম, ভ্ৰান্তি illusion, error.

**বিভ্ৰাট** বি. বিপ্লৱ, হুলস্থূল, বিপৰ্য্যয়, inconsistent, contrary.

**বিভ্ৰান্ত** বিণ. ভ্ৰমৰা ভুলযুক্ত erring.

**বিমঙ্গল** বি. অশুভ, অমঙ্গল, আপদ-বিপদ ill-luck. বিণ. **বিমঙ্গলীয়া** অশুভজনক, inauspicious.

**বিমত** বি. অমত, অসম্মতি disagreement. বিণ. অসম্মত dissagreeing.

**বিমন** বিণ. আনন্দহীন, মন মৰা sad, cheerless.

**বিমৰ্দ্দন** বি. নাশ কৰণ বা নাশ কৰোঁতা act of grinding, destroyer.

**বিমৰিষ** (পু. অ.) বি. যন্ত্ৰণা, পৰামৰ্শ, বেজাৰ।

**বিমৰ্ষ** বিণ. বিমন, মনমৰা, cheerless. বিণ. **বিমৰ্ষিত**।

**বিমল** বিণ. নিৰ্ম্মল, পবিত্ৰ, অকলঙ্ক clean, pure. স্ত্ৰী. **বিমলা**। বি. **বিমলতা**।

**বিমা** বি. ভাবী হানিৰ প্ৰতিকাৰৰ কাৰণে চুক্তি insurance.

**বিমাতা, বিমাতৃ** বি. মাহী আই, মাকৰ সতিনী a step-mother.

**বিমান** বি. আকাশেদি যোৱা বাহন বা ৰথ a flying chariot.

**বিমুখ** বিণ. প্ৰতিকূল, কাৰ্য্যত পাছ হোহঁকা, নিৰাশ কৰি ওলটাই পঠোৱা not helpful, not forward, sent away disappointed. **বিমুখে** ক্ৰি. বিণ. পাচলৈ মুখ দি behind the back.

**বিমূৰ্চ্ছিত** বিণ. 'মূৰ্চ্ছিত' চোৱা।

**বিমৃশা** বি. বিবেচনা, আলোচনা reflection, deliberation.

**বিমৃষ্যকাৰী** যি বিবেচনা কৰি কোনো কাম কৰে। **বিমৃষ্যকাৰিতা** সতৰ্কভাবে সৈতে কোনো কাম কৰা, বিচক্ষণতা carefulness.

**বিমোচন** বি. মুক্তি, মুকলি release, liberation, মুক্ত কৰোঁতা liberator.

**বিমোড়ন** বি. মৰ্দ্দন, নামাকৰণ।

**বিমোৰ** বিণ. বিবুদ্ধি perplexed. বি. বিবুদ্ধি হোৱা অৱস্থা perplexity.

**বিমোহ, বিমোহিত** বিণ. মুগ্ধ charmed. **বিমোহন** বি. মুগ্ধকৰণ।

**বিম্ব** বি. আৰ্চী বা পানীত প্ৰতিফলিত হোৱা বস্তুৰ নক্সা an image reflected in mirror or water. কোৱা ভাতুৰী a kind of fruit. **বিম্বাধৰ** যাৰ অধৰ বিম্ব ফলৰ নিচিনা ৰঙা। বিণ. **বিম্বিত** প্ৰতিফলিত।

**বিম্বা শবদে, বিম্বা শবদে** ক্ৰি. বিণ. অতি বেগেৰে, ধ্বনিৰ গতিৰে with the speed of sound.

**বিয়ন** বি. সন্তান প্ৰসৱ childbirth.

**বিয়নী** বি. 'বিয়ৈ' চোৱা। **বিয়নী-মেল** বি. দৰাৰ মাক আৰু কইনাৰ মাকে নানা ধৰণৰ মকৰা কথা উলিয়াই কৰা মেল, অতি আপোন মানুহ যেন বুজাবলৈ কৰা আলাপ।

**বিয়নী সাৰটী** এবিধ বনৰীয়া গছ a kind of wild plant.

**বিয়প** অক. ধা. বহঠাই জোৰ, বহলহৈ যা to spread, to extend, বৰকৈ প্ৰকাশিত হ to be widely published.

**বিয়ৰ, বিয়াৰ** বি. গৰু বা ম'হৰ পূৰ্ণ অৱস্থা, বন লগাৰ পৰা হোৱা, maturity.

**বিয়ল** অক. ধা. ফাটিবলৈ বহল হ, বিস্তৃত হ to spread, to extend.

**বিয়লি, বিয়লি-বেলা** বি. ভাটি বেলা, দিনৰ শেষভাগ the afternoon.

**বিয়লী মাহ** বি. তেল বা ঘিউ সনা ডলা মাহ pulse husked and smeared with oil or ghee.

**বিয়া** বি. বিবাহ, ভাৰ্য্যা বা স্বামী স্বৰূপে গ্ৰহণ কৰা কাৰ্য্য marriage ক্ৰি. **বিয়া কৰ, বিয়া দে**।

**বিয়াগোম** বি. বৰ ডাঙৰ very large.

**বিয়াজ** বি. বাঢ়ি, সূত interest on money borrowed. বিণ. **বিয়াজুৱা** সূত দিব লগা।

**বিয়াহ** বি. ওজা পালীয়ে গোৱা ব্যাসে লিখা কোনো পুৰাণৰ অসমীয়া পদ।

**বিয়াহৰ ওজা** বি. ব্যাসদেৱৰ দ্বাৰা ৰচিত মহাভাৰত, পুৰাণাদিৰ পৰা অনূদিত অসমীয়া পদ গাওঁতা ওজা-পালি অনুষ্ঠানৰ কেন্দ্ৰীয় চৰিত্ৰ। এওঁ চাপ্‌কন চোলা পিন্ধে, মূৰত সূত্ৰধাৰে লোৱাৰ দিচিনাকৈ টুপি পিন্ধে আৰু কঁকালত 'জামা' পিন্ধে।

**বিযুৰীয়া** বিণ. যোৰৰ এটা নথকা, যোৰ ভগা without one of a pair, সমান আকাৰ বা বলৰ নোহোৱা of unequal size or strength. **বিযুৰীয়া সংখ্যা** odd number.

**বিয়ৈ** বি. জী বা পোৰ শহুৰেক a son's or daughter's father-in-law. স্ত্ৰী. **বিয়নী**। **বিয়ৈষৰ** বি. ভূত, উপদেৱতা a ghost.

**বিয়ৈবাঁজী** বি. এবাৰ প্ৰসৱ কৰি বাজী হোৱা তিৰোতা।

**বিয়োগ** বি. বিচ্ছেদ, বিৰহ separation, এটা ৰাশিৰ পৰা আন এটা ৰাশি বাদ দিয়া কাৰ্য্য subtraction. বিণ. **বিয়োগী**। স্ত্ৰী. **বিয়োগিনী**।

**বিয়োজন** বি. বিয়োগ, মৃত্যু, বিচ্ছেদ death, separation.

**বিযোৰ** বি. যোৰৰ এটা আনটোৰ তুল্য নোহোৱা ill matched.

**বিৰক্ত** বিণ. আসক্তি নথকা, অসন্তুষ্ট void of attachment, displeased, মনত তিতা লগা annoyed. বি. **বিৰক্তি**।

**বিৰচ** সক. ধা. লিখ, ৰচনা কৰ to write, to compose. বি. **বিৰচন** লিখন, ৰচনা, ৰচনাৰ এক আধ্যা বা খণ্ড। **বিৰচিত** কৃদ. বিণ. ভণিত, লিখিত compared

compiled. **বিৰজা** বি. বাধিকাৰ নদীয়েক। **বিৰজা-ক্ষেত্ৰ** বি. জগন্নাথ ধাম।

**বিৰত** বিণ. ক্ষান্ত, নিবৃত্ত ceased.

**বিৰতি** বি. কামনা-বাসনাৰ পৰিতৃপ্তি, নিবৃত্তি refrainment.

**বিৰ** বি. চুলিৰ মাজত ওকণী বিচৰা কাৰ্য্য। **বিৰ দে** আঙুলিৰে ফালি বাট উলিয়া। **বিৰ দি বাট** নোপোৱা বাট বিচাৰি উলিয়াব নোৱাৰা।

**বিৰল** বিণ. ঘন নোহোৱা, সেৰেঙা, not dense, thin, পাবলৈ টান scarce. বি. নিজান ঠাই lonely place. ক্ৰি. বিণ. **বিৰলে** অকলশৰীয়াকৈ, নিৰলে।

**বিৰস** বি. নীৰস dry, মনমৰা cheerless.

**বিৰহ** বি. বিয়োগ বা বিচ্ছেদৰ পৰা হোৱা দুখ pang of separation. **বিৰহিত** বিণ. বিহীন, নথকা। **বিৰহী** বিণ. বিচ্ছেদৰ পৰা দুখ পোৱা। স্ত্ৰী. **বিৰহিণী**।

**বিৰা** বি. এপাত বা এখিলা ( পাণ ) a betel leaf.

**বিৰাগ** বি. ঔদাসীন ভাব, বিৰতি indifference, cessation of desire or affection for anything. বিণ. **বিৰাগী**।

**বিৰাজ** অক. ধা. দীপ্তি কৰ, প্ৰকাশ হ to shine.

**বিৰাজমান** বিণ. জাজ্জ্বল্যমান, কান্তিযুক্ত shining, brilliant. বিণ. **বিৰাজিত** শোভিত।

**বিৰাট** বি. ব্ৰহ্ম, বৰ ডাঙৰ, বিশ্বজোৰা very big, covering the whole universe, ভাৰতবৰ্ষৰ এখন দেশ। **বিৰাট** মৎস্যদেশ, উত্তৰাৰ পিতৃ। **বিৰাট পৰ্ব্ব** বি. মহাভাৰতৰ এটা পৰ্ব্বৰ নাম।

**বিৰোধ** বি. এটা ৰাক্ষসৰ নাম।

**বিৰানব্বৈ** বি. চাৰিকুৰি বাৰ ninety two.

**বিৰাম** বি. জিৰণি, কামৰ পৰা বিশ্ৰাম rest, cessation from work. **বিৰাম চিহ্ন** যতি চিন mark of punctuation.

**বিৰাৱ** বি. চিঞৰ, আৰাও a scream.

**বিৰাশী** বি. চাৰিকুৰি দুই eighty-two.

**বিৰি** বি. মাদলী a kind of ornament. ক্ৰি. এৰি দে ( মাউতে হাতীক কোৱা মাত ) to let it go.

**বিৰিখ** বি. বৃক্ষ, গছ tree.

**বিৰিং** অক. ধা. অলপ কৈ জৰি জৰি ওলা to ooze out. বি. **বিৰিঙনি**।

**বিৰিঞ্চি** বি. ব্ৰহ্মা Brahma.

**বিৰিণা** বি. দ মাটিত গজা এবিধ ওখ বন a kind of grass.

**বিৰিয়া** বি. বেঁতৰ জাধাৰি, মত কচিঁওৱা বাওঁকা।

**বিৰী** বি. গছৰ পাতেৰে ধপাত মেৰিয়াই কৰা এবিধ চুৰত।

**বিৰুদ্ধ** বিণ. বিপৰীত, ওলোটা opposite. contrary. বি. **বিৰুদ্ধতা**। ক্রি. বিণ. **বিৰুদ্ধে** অহিতে, বিপৰীতে against.

**বিৰূপ** বিণ. কুৰূপ, আগঢ়ী ugly. **বিৰূপাক্ষ** বি. শিব।

**বিৰেচক** বি. যি খালে ভেদ হয় purgative.

**বিৰোচন** বি. প্ৰহ্লাদৰ পুত্ৰ, বলি-ৰজাৰ বাপেক সূৰ্য্য, অগ্নি।

**বিৰোধ** বি. শত্ৰুতা, অমিল, বৈৰভাৱ enmity, antagonism. কাব্যা-লঙ্কাৰ বিশেষ, য'ত বিৰুদ্ধ ভাৱৰ প্ৰতীতি হলেও অৰ্থ সঙ্গতিত বিৰোধ নাই, rhetorical contradiction. যেনে :—

"চন্দনৰ লেপে কৰে শৰীৰ শীতল ;
মোৰ দেখো তাপ কৰে যেমত
অনল।"
(শকুন্তলা কাব্য)।

**বিৰোধা বিৰোধি** পৰস্পৰ শত্ৰুতা mutual enmity. **বিৰোধী** শত্ৰুতা থকা, বিপৰীতে যোৱা opposed to, contrary to. ক্রি বিণ. **বিৰোধে** বিপক্ষে, অহিতে against. বি. **বিৰোধিতা**।

**বিৰোধাভাস** যাক বিৰোধ যেন অনুমান হয়, কিন্তু আচলতে বিৰোধ নহয়, তাক বিৰোধাভাস বোলে। যেনে :—

"চকু নাই দেখিছে সকল।
আকাশ, পাতাল, জল, স্থল
কাণ নাই সকলো শুনিছে।
হাত নাই সকলো ধৰিছে।"

**বিল** বি. সোঁত নথকা পানী থকা বহল আৰু দীঘল ঠাই a lake.

**বিল** কোনো বস্তু বেচোঁতাৰ দ্বাৰা সেই বস্তুটো কিনোতাক দিয়া কাগজ, য'ত বস্তুৰ পৰিমাণ আৰু মূল্যৰ হিচাব লিখা থাকে।

**বিলকুল** সমূলি।

**বিলগ** বিণ. লগ এৰা, পৃথক্ parted, separated.

**বিলনিয়াৰ, বিলনীয়া** বি. ভোজ সবাহ আদিত খাদ্য বস্তু বাঁটি দিওঁতা one who distributes food at a feast.

**বিলনীয়া** বিণ. ধন নোলোৱাকৈ বিলাই দিয়া (বস্তু) distributed gratis.

**বিলম্ব** বি. পলম, গহবি delay. ক্রি. বিণ. **বিলম্বে**। **বিলম্বিত** পলমকৈ বিলম্বযুক্ত, দীঘল।

**বিলয়** বি. ধ্বংশ, নাশ destruction.

**বিলক্ষণ** বিণ. বিভিন্ন separate. বি. কুলক্ষণ evil omen. বিণ. **বিলক্ষণী বিলক্ষণীয়া**।

**বিলা** সক. ধা. গাইপতি ভগাই দে, বাঁটি দে to distribute, to serve out.

**বিলাই** দুখ, কষ্ট, দুৰবস্থা misery, distress.

**বিলটি** বি. জাহাজ বা ৰেলগাড়ীত বোজাই কৰা মালৰ ৰচিদ bill of loading.

**বিলাত** বি. ইংৰাজৰ দেশ, ইউৰোপৰ আন কোনো দেশ England, European country. **বিলাতী** বিণ. বিলাতত জন্মা বা উৎপন্ন, বিদেশী foreign.

**বিলাপ** বি. বিননি, খেদ lamentation.

**বিলাস** বি. সুখভোগ, ধেমালি luxury, লীলা, ইন্দ্ৰিয় সুখ sensual pleasure. **বিলাস কলা** চিত্তবিনোদনৰ কাৰণে কৰা শিল্প কৰ্ম্ম। **বিলাস প্ৰিয়** বিণ. আমোদী, লাস বিলাস ভাল পাওঁতা, sportive. **বিলাস বিভ্ৰম** হাৱ-ভাৱ। **বিলাস ব্যাসন** ভোগ-বাসনা চৰিতাৰ্থ কৰা। **বিলাস ভৱন** প্ৰমোদ ভৱন। **বিলাসী** বিণ. খুন-পেচ আদি ভাল পোৱা, ইন্দ্ৰিয় সুখত আসক্ত indulging in sensual pleasures, luxurious. স্ত্ৰী. **বিলাসিনী**। বি. **বিলাসিতা**।

**বিলাহী-বেঙেনা** বি. এবিধ বেঙেনা জাতিৰ গছ আৰু তাৰ ফল the tomato

**বিলি** বি. ডাকঘৰৰ চিঠি আদি গ্ৰাহকক ভগাই দিয়া কাৰ্য্য delivery of letters, parcels etc. to the addressee.

**বিলীন** বিণ. দ্ৰৱ হৈ মিহলি হোৱা, একেলগ হোৱা absorbed, blended with.

**বিলুপ্ত** 'লুপ্ত' চোৱা।

**বিলুলিত** বিণ. ওলমি লৰি থকা swinging.

**বিলেপন** বি. মচা বা লিপা কাৰ্য্য the act of smearing, গাত ঘঁহা সুগন্ধি বস্তু a cosmetic, perfumery.

**বিলৈ** বি. দুৰ্দ্দশা, দুৰ্গতি distress, misery.

**বিলোকন** বি. দৰ্শন look.

**বিলোচন** দৰ্শন, চকু।

**বিলোপ** বি. লোপ হোৱা কাৰ্য্য, ধ্বংস, বিনাশ।

**বিলোম** প্ৰতিকূল, বিপৰীত।

**বিলোল** বিণ. চপল, চঞ্চল waving.

**বিল্ব** বি. বেল the Bell tree.

**বিবস্বান** বি. সূৰ্য্য, the sun.

**বিবক্ষা** বি. বক্তাৰ ইচ্ছা desire of the speaker.

**বিশদ** বিণ. স্পষ্ট, পৰিষ্কাৰ clear, lucid.

**বিশল্য** শল্যহীন, ব্যথা শূণ্য।

**বিশল্যকৰণী** বি. মৃতকক আয়াৰ পৰা বা গাৰ বেদনা গুচোৱা এবিধ বন দৰৱ।

**বিশল্যা** প্ৰসৱ বেদনা নোহোৱা।

**বিশাখা** বি. নক্ষত্র বিশেষ।

**বিশাবদ** বিণ. জনাবুজা, পাৰ্গত, দক্ষ learned, skilled.

**বিশাল** বিণ. ডাঙৰ, বহল large, broad.

**বিশালাক্ষী** ডাঙৰ চকু থকা, আয়ত নয়না, দেৱীবিশেষ।

**বিশালা** বি. উজ্জয়িনী নগৰৰ এটি নাম।

**বিশিষ্ট** বিণ. শ্ৰেষ্ঠ, উত্তম superior, excellent, যুক্ত possessing. বি. **বিশিষ্টতা, বৈশিষ্ট্য**।

**বিশুদ্ধ** বিণ. নিৰ্ম্মল, নিকা limpid, pure, নিভাঁজ, মিহলি নথকা unalloyed, শুচি holy.

**বিশুদ্ধি** বিণ. অশুচি, ঋতুমতী menstruous.

**বিশৃঙ্খল** বি. আউল বাউল, শৃঙ্খলা-হীন, অসংযত disordered, scattered about. বি. **বিশৃঙ্খলা**।

**বিশেষ** বিণ. অসামান্য, অসাধাৰণ, প্ৰধান, খাই principal, special, not common, বিভিন্ন different. ক্ৰি. বিণ. **বিশেষকৈ**। **বিশেষক** বৈশিষ্ট্য জ্ঞাপক characteristic. বি. **বিশেষত্ব** কোনো এটা বিশেষ গুণ, যিটো সকলোতে নেথাকে। **বিশেষজ্ঞ** বি. কোনো বিষয়ে বিশেষভাবে জনা লোক a specialist.

**বিশেষণ** বি. যি পদে অন্য পদৰ গুণ বা অৱস্থা প্ৰকাশ কৰে adjective, লক্ষণ specification. **বিশেষণীয় বিশেষণ** এটা বিশেষণৰ গুণ দেখোৱা বিশেষণ।

**বিশেষত** ক্ৰি. বিণ. বিশেষকৈ, খাই কৈ particularly, specially.

**বিশেষে** ( অব্যয় ) প্ৰতি বা প্ৰত্যেক বুজোৱা অব্যয় যেনে 'মানুহ বিশেষে'।

**বিশেষ্য** ( ব্যাকৰণত ) বস্তু, ব্যক্তি, জাতি, ক্ৰিয়া, গুণ নাইবা ভাববাচক শব্দ noun.

**বিশ্ৰম্ভ** প্ৰণয়, মুক্তভাবে বিহাৰ, কেলি-কলহ।

**বিশ্ৰম্ভালাপ** প্ৰেমালাপ।

**বিশ্ৰান্ত** যিজনে বিশ্ৰাম কৰিছে।

**বিশ্ৰান্তি** বিশ্ৰাম, বিৰতি।

**বিশ্ৰাম** বি. জিৰণি, বিৰাম rest, cessation.

**বিশ্ৰী** বিণ. শ্ৰীহীন, কুৰূপ awk-ward.

**বিশ্ৰুত** বিণ. প্ৰখ্যাত, প্ৰসিদ্ধ। বি. **বিশ্ৰুতি** বিণ. বিস্মৃতি, বিস্মৰণ wonder struck.

**বিশ্লিষ্ট** বিণ. বিযুক্ত, বিচ্ছিন্ন, যাৰ বিবিধ উপাদান বেলেগ কৰি দেখুৱা হৈছে analysed.

**বিশ্লেষ** বি. বিচ্ছেদ, বিয়োগ, পৃথক-কৰণ, কোনো লোকে, কোৱা কথাৰ অন্য প্ৰকাৰে অৰ্থ কৰি কৰা পৰিহাস separation, banter, jest.

**বিশ্লেষণ** বি. বেলেগ কৰা act of separating.

**বিশ্ব** বি. জগত, ব্ৰহ্মাণ্ড the universe. **বিশ্বকৰ্ম্মা** সৃষ্টিকৰ্ত্তা, দেৱতা-বিলাকৰ শিল্পকাৰ the architect of the gods. **বিশ্বকবি** গোটেই জগতে যাক শ্ৰেষ্ঠ কবি বুলি স্বীকাৰ কৰিছে। **বিশ্বকেতু** বি. অনিৰুদ্ধ, উষাৰ স্বামী। **বিশ্বকোষ** বি. যি গ্ৰন্থত সকলোবোৰ শাস্ত্ৰৰ সম্বন্ধে জানিব লগীয়া কথাৰ উত্তৰ পোৱা যায়। **বিশ্বজন** সৰ্ব্বসাধাৰণ মানুহ। **বিশ্বজননী** জগতৰ মাতৃ। **বিশ্বজনীন** বিণ. সৰ্ব্বলোকৰ হিতকৰ।

**বিশ্বজিত** বি. বিশ্বৰ গৰাকী হবলৈ কৰা এবিধ যজ্ঞ a kind of sacrifice.

**বিশ্বদেৱ** বি. দেৱগণ বিশেষ, এবিধ যজ্ঞ a kind of sacrifice.

**বিশ্ব নিন্দুক** যিজনে নিজৰ বাহিৰে আন সকলোকে নিন্দা কৰে। **বিশ্বপা** জগত পালন কৰোতা।

**বিশ্বদ্ৰোহী** বি. সমুদায় জগতৰ অপকাৰ কৰা লোক, জগতৰ শত্ৰু one who injures the whole world.

**বিশ্বনাথ** বি. জগতৰ গৰাকী, পৰমেশ্বৰ শিৱ।

**বিশ্ব পালক** বি. সংসাৰ পালন কৰোঁতা, ঈশ্বৰ God.

**বিশ্ব-প্ৰেম** জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো মানুহৰ প্ৰতি প্ৰীতি।

**বিশ্ব প্ৰেমিক** বি. জগতক ভাল পাওঁতা, দয়ালু philanthropic.

**বিশ্ব মানৱতা** সকলো জাতিৰ মানুহৰ প্ৰতি প্ৰীতি।

**বিশ্ববিদ্যালয়** বিণ. নানাপ্ৰকাৰ বিদ্যা শিকা ঠাই a university. বিণ. **বিশ্ববিশ্ৰুত** জগদ্বিখ্যাত। **বিশ্বম্ভৰ** জগতক পালোঁতা, বিষ্ণু। **বিশ্বৰূপ** (গীতাত বৰ্ণিত) ঈশ্বৰৰ অনন্ত ৰূপ। **বিশ্বব্যাপী** জগত জুৰি হোৱা all-pervading.

**বিশ্বশ্ৰবা** বি. ৰাৱণ, কুম্ভকৰ্ণ, বিভীষণ আৰু কুবেৰৰ বাপেক, এজন ঋষি।

**বিশ্বস্ত** বিণ. বিশ্বাসী, বিশ্বাসৰ পাত্ৰ trustworthy.

**বিশ্বস্ততা** বিশ্বাস যোগ্যতা, bonafide.

**বিশ্বামিত্ৰ** বি. এজন ডাঙৰ মুনি।

**বিশ্বাস** বি. প্ৰত্যয়, পতিয়ন trust, belief. বিণ. **বিশ্বাসঘাতক, বিশ্বাসঘাতী, বিশ্বাসঘাতকী** গোপনীয় কথা প্ৰকাশ কৰোঁতা a traitor. বি. **বিশ্বাসঘাতকতা**। স্ত্ৰী. **বিশ্বাসঘাতিনী, বিশ্বাস-ঘাতকিনী**। **বিশ্বাসভাজন** বিশ্বাস কৰিব পৰা লোক।

**বিশ্বাসী** বিণ. বিশ্বস্ত, বিশ্বাস কৰিব পৰা trustworthy, গোপনীয় confidential. ক্ৰি. বিণ. **বিশ্বাসে, বিশ্বাসত্তে** secretly. **বিশ্বাস্য** বিণ. যাক বিশ্বাস কৰিব পাৰি, যাক

সজাত কৰিব পাৰি trustworthly, faithful.

**বিশ্বেশ্বৰ** বি. বিশ্বনাথ।

**বিষ** বি. বেদনা pain, বিহ poison, **বিষকণ্ঠ** বি. শিব, মহাদেৱ, **বিষকুম্ভ** বিষৰ কলহ, যাৰ মন বিদ্বেষ পূৰ্ণ। **বিষক্রিয়া** বি. বিষে শৰীৰত জন্মোৱা ক্রিয়া বা কাৰ্য্য, বিষেৰে কৰা ক্রিয়া বা চিকিৎসা। **বিষঘ্ন** যিয়ে বিষ নাশ কৰিব পাৰে। **বিষপানী** বিষ থকা যাৰ পৰা বৈ পৰা ৰস।

**বিষণ্ণ** বিণ. বিষাদযুক্ত, বিমৰ্ষ sad, cheerless. বি. বিষণ্ণতা।

**বিষদন্ত,** বিষদাঁত সাপৰ যি দাঁতৰ গুৰিত বিষ থাকে।

**বিষ দুষ্ট** বিষাক্ত, বিষময়।

**বিষদৃষ্টি,** বিষ নয়ন হিংসা কুৰীয়া দৃষ্টি, শত্রুভাৱাপন্ন দৃষ্টি।

**বিষধৰ** বি. সাপ a snake.

**বিষম** বিণ. অসমান unequal, বিযুৰীয়া odd, বেয়া, দুষ্ট wicked, কঠোৰ, উগ্র serious, excessive, বিপৰীত opposite. **বিষমবাহু** বিষম বা অসমান বাহু থকা having unequal sides. **বিষমুখী** টান কথা কওঁতা ভিৰোতা, কটুভাষিণী। **বিষমশৰ** মদন, কন্দৰ্প। **বিষমালঙ্কাৰ** বিসদৃশ গুণ বা বস্তুৰ বৰ্ণণাক বিষমালঙ্কাৰ বোলে। যেনে—
সাগৰ বেষ্টিত পৃথ্বী, মহান সম্রাট
তুমি যাৰ।
প্ৰৱিষ্টা শ্মশানে আজি, চণ্ডালৰ
লৈ কাৰ্য্যভাৰ।

**বিষয়** বি. সংসাৰৰ কাৰ্য্য বা সুখ, ইন্দ্ৰিয় গ্ৰাহ্য পদাৰ্থ worldly pursuits or pleasures, বৰ্ণনীয়, জ্ঞেয় বা অনুভৱনীয় পদাৰ্থ subject, matter, ভোগ্যবস্তু, ধন সম্পত্তি আদি property, পদ, ৰাৰ, চাকৰি situation, post, employment. **বিষয়ক** সম্বন্ধীয়। **বিষয় বাসনা** বি. সাংসাৰিক কামনা-বাসনা-আদি ভোগ কৰাৰ ইচ্ছা desire for wordly objects. **বিষয় বুদ্ধি** সাংসাৰিক লাভ লোকচানৰ বিষয়ে জ্ঞান থকা। **বিষয়-বৈৰাগ্য** জাগতিক কামনা-বাসনাৰ প্ৰতি অনাসক্তি। **বিষয়া** বি. বিষয় বা পদত নিযুক্ত মানুহ an officer. **বিষয়ী** বিণ. বিষয়াসক্ত, সংসাৰ সুখত আসক্ত devoted to worldly objects or pursuits. বি. বিষয়াসক্ত লোক a worldly man. **বিষয়ে** ( অব্যয় ) সম্পৰ্কে concerning.

**বিষহৰী** বি. সাপৰ বিষ নাশি, জৰৎকাৰু মুনিৰ ভাৰ্য্যা, বাসুকীৰ ভনী, কাশ্যপৰ কন্যা, আস্তিক মুনিৰ মাক।

**বিষা** অক. ধা. বেদনা পা to be painful.

**বিষাক্ত** বিণ. বিহযুক্ত, বিহ লগা poisoned.

**বিষাণ** বি. শিঙা, বাদ্য a horn.

**বিষাদ** বি. মনৰ দুখ, বেজাৰ অসন্তোষ sorrow, cheerless state. বিণ. **বিষাদিত** দুঃখিত মনমৰা।

**বিষাল** বি. বিষ থকা poisonous.

**বিষুৱ** বি. দিন ৰাতি সমান হোৱা কাল equinox. **বিষুৱ ৰেখা** নিৰক্ষবৃত্তৰ সমান্তৰাল কল্পিত বৃত্ত the equinoctial line.

**বিষুৱ লম্ব** বিষুব বৃত্তৰ পৰা গ্ৰহ-নক্ষত্ৰ আদিৰ কৌণিক দূৰত্ব declination.

**বিস্কুট** বি. ময়দাৰ শুকান পিঠা biscuit.

**বিষ্কম্ভক** মূল নাটক আৰম্ভ হোৱাৰ আগতে নাটকৰ যি অংশত প্ৰদৰ্শনীয় ঘটনা সূচিত হয়।

**বিষ্ঠা** বি. পুৰীষ, মল, গু ordure.

**বিষ্ণু** বি. নাৰায়ণ. হৰি, পালককৰ্ত্তা ঈশ্বৰ God, Vishnu. **বিষ্ণুগুপ্ত** চাণক্যৰ প্ৰকৃত নাম। **বিষ্ণু দূত** বি. বিষ্ণুৰ অনুচৰ। **বিষ্ণুপদ** গয়া তীৰ্থত থকা বিষ্ণুৰ ভৰিৰ খোজৰ চিন থকা এটা শিল, ভাত হিন্দু বিলাকে পিণ্ড দিয়ে। **বিষ্ণুপদী** জেঠ, ভাদ, আঘোণ আৰু ফাগুণৰ সংক্ৰান্তিক বিষ্ণুপদী সংক্ৰান্তি বোলে। **বিষ্ণু পাদোদকী গঙ্গা** বি. বিষ্ণুৰ পাদোদকৰ পৰা উৎপন্ন হোৱা গঙ্গা। **বিষ্ণুপুৰী** বৈকুণ্ঠ, সংস্কৃত ৰত্নাৱলী গ্ৰন্থৰ ৰচক এজন সন্ন্যাসী। **বিষ্ণুপুৰাণ** বিষ্ণুৰ কথা থকা এখন প্ৰসিদ্ধ পুৰাণ। **বিষ্ণু-মায়া** বি. ঈশ্বৰৰ মায়া। **বিষ্ণুশৰ্ম্মা** বি. ভাৰতীয় শিক্ষাবিদ্, পঞ্চতন্ত্ৰ ৰচয়িতা। **বিষ্ণুলোক** বৈকুণ্ঠ।

**বিসঁচ** বি. বেয়া গঁচ, নৰম জাতৰ কঠীয়া seed of bad quality. বিণ. **বিসঁচীয়া** বেয়া গঁচৰ পৰা উৎপন্ন, বিজতুৱা।

**বিসঙ্গত** বিণ. অনুচিত, অযুগুত unreasonable, অসুবিধাযুক্ত inconvenient. **বিসঙ্গতি** অসুবিধা বেমেজালি, দুৰ্ব্বিপাক inconvenience, confusion, misfortune.

**বিসদৃশ** বি. বিভিন্ন, পৃথক্ different. বি. **বৈসাদৃশ্য**।

**বিসম্বাদ** বি. বিবাদ, বিযোগ, অমিল dispute, quarrel.

**বিসম্বাদী** বিবাদী, বিৰুদ্ধবাদী।

**বিসৰ্গ** বি. ':', বিসৰ্গ আখৰ the letter ':' বিকিৰণ emission.

**বিসৰ্গ সন্ধি** পূৰ্ব্ব পদৰ অন্তত থকা বিসৰ্গৰ লগত পৰৱৰ্ত্তী পদৰ আদ্য ধ্বনিৰ যি সন্ধি হয় তাকে বিসৰ্গ সন্ধি বোলে।

**বিসৰ্জ্জ** সক. ধা. ত্যাগ কৰ, বিদায় দে to give up, to send off. বি. **বিসৰ্জ্জন** পূজাৰ শেষত দেৱতাক বিদায় দিয়া কাৰ্য্য, প্ৰতিমা পানীত

পেলোৱা কাৰ্য্য immersion, ত্যাগ abandonment.

**বিসূচিকা** বি. ভহনী ৰোগ cholera.

**বিসোৱাদ** বিণ. একো সোৱাদ নথকা distasteful, insipid.

**বিস্তৰ** বি. অনেক, প্ৰচুৰ much, abundant.

**বিস্তাৰ** বি. বহু ঠাই জোৰা অৱস্থা extension, ব্যাপ্তি expanse, বিণ. **বিস্তাৰিত** বিস্তৃত, বহলোৱা spread. ক্ৰি. বিণ. **বিস্তাৰিত** ৰূপে। **বিস্তীৰ্ণ** বিণ. বহল, ডাঙৰ, বহুত ঠাই জোৰা large, vast.

**বিস্তৃত** কৃদ. বিণ. বহল কৰা spread.

**বিস্ফোটক** বি. খহু, খড, খুজলি abscess.

**বিস্ফোৰক** যি বৰ ডাঙৰ শব্দ কৰি ফুটে বা জ্বলি উঠে explosive.

**বিস্ফোৰণ** বৰ ডাঙৰ শব্দ কৰি ফটা।

**বিস্বাদ** বিণ. সোৱাদ নথকা, tasteless.

**বিস্ময়** বি. আশ্চৰ্য্যবোধ wonder, astonishment. **বিস্ময়কৰ**, **বিস্ময়াবহ** আচৰিত, আশ্চৰ্য্যজনক। **বিস্ময়াবিষ্ট** বিস্ময়ৰ দ্বাৰা অভিভূত। **বিস্ময়ান্বিত**, **বিস্ময়াপন্ন** বিণ. আচৰিত, বিস্মিত astonished, amazed.

**বিস্মৰণ** বি. পাহৰণ act of forgetting.

**বিস্মিত** বিণ. আচৰিত astonished.

**বিস্মৃত** বিণ. পাহৰি যোৱা forgotten. বি. **বিস্মৃতি** বিভোল, পাহৰণ oblivion.

**বিহ** বি. খালে বা তেজত লাগিলে প্ৰাণনাশ কৰা বস্তু poison, venom.

**বিহ** সক. ধা. বিধান কৰ, উপদেশ কৰ, দণ্ডৰ আজ্ঞা কৰ to lay down, as a rule for, to award, as a punishment.

**বিহকৰ্ম্মা** বি. বিশ্বকৰ্ম্মা। **বিহ-ঢেকীয়া** বি. এবিধ বিষাক্ত ঢেকীয়া। **বিহকোঁহোৰা** বৰ বিষাল খহু a very painful boil. **বিহলঙনী** বি. এবিধ ঢেকীয়া জাতিৰ বন a kind of fern.

**বিহগ, বিহঙ্গ, বিহঙ্গম** বি. চৰাই, পক্ষী bird. স্ত্ৰী. **বিহগী, বিহঙ্গী, বিহঙ্গিনী, বিহঙ্গমী**।

**বিহৰা** (পু. অ.) বিণ. বিবাহিত married.

**বিহনে** (অব্যয়) অবিহনে, নথকাত, অভাবে in the absence of.

**বিহৰ** অক. ধা. আনন্দেৰে ফুৰ to wander with joy. কৃদ. বি. **বিহৰণ** আনন্দেৰে ভ্ৰমণ।

**বিহা** বি. কুৰিৰ লেখ a score, (পু. অ.) বিয়া marriage. সক. ধা. বাহুল্যৰূপে ক, অধিক কৈ ক enlarge upon, to expatiate.

**বিহান** বি. পুৱা morning. ক্ৰি.

বিণ. **বিহানে** পুৱাতে in the early morning.

**বিহাৰ** বি. আনন্দ মনেৰে কৰা ভ্ৰমণ, ধেমালি act of roaming about for pleasure. বিণ. **বিহাৰী**। স্ত্ৰী. **বিহাৰিণী**।

**বিহি** (পু. অ.) সুখ-দুখ বিহোতা, বিধি, বিধাতা।

**বিহিত** বিণ. উচিত, উপযুক্ত proper. বিধান কৰা prescribed by law, 'বেদ বিহিত কাৰ্য্য।

**বিহীন** (অব্যয়) নথকা, শূন্য, হীন destitute, void of.

**বিহু** বি. আহিন, পুহ আৰু চ'তৰ শেষ দিন—ইহঁতক ক্ৰমে **কাতিবিহু**, **মাঘবিহু** আৰু **বহাগবিহু** বোলা হয়, কাতি বিহুক কঙালী বিহু, মাঘৰ বিহুক ভোগালী বিহু আৰু বহাগ বিহুক ৰঙালী বিহু বোলে the last day of Aswin, Pousa and Chaitra observed as the day of pleasure and festivity by the Assamese people. সক. ধা. **বিহুলাগ** আনন্দ হবিষেৰে পূৰ্ণ হ। **বিহুৱা** বিণ. বিহুৰ সময়ত ওলোৱা, বিহু সম্পৰ্কীয় relating to Bihu, ধেমেলীয়া jovial. **বিহুৱা চবাই** বি. চ'তৰ বিহুৰ সময়ত 'বিহু বিহু' বুলি মতা এবিধ সক চৰাই। **বিহুৱান** বি. বিহুত দিয়া নতুন কাপোৰ। **বিহুৱ** বি. 'বিহুৱান' চোৱা।

**বিহ্বল** বি. অভিভূত, ব্যাকুল, আতুৰ overcome or distracted with the sorrow, pain or fear. বি. **বিহ্বলতা**।

**বিক্ষত** বি. ঘা, ক্ষয়, ধ্বংস wound, injury, destruction.

**বিক্ষিপ্ত** বিণ. বিকীৰ্ণ, ইফালে সিফালে সিচৰিত হোৱা, চঞ্চল হোৱা, 'বিক্ষিপ্ত চিত্ত' scattered, agitated.

**বিক্ষুব্ধ** বিণ. আলোড়িত, চঞ্চল, অস্থিৰ।

**বিক্ষেপ** বি. দলি মাৰি পেলোৱা কাৰ্য্য, নিক্ষেপ act of throwing off.

**বিক্ষোভ** বি. চঞ্চলতা, অস্থিৰতা great anxiety or agitation of mind.

**বীজ** বি. গুটি, উৎপাদন কৰা শক্তি বা মূল বস্তু seed, germ, বীৰ্য্য semen, পিছল, লেতকেতীয়া বস্তু, 'ঔৰ বীজ', কণীৰ ভিতৰৰ বগা ভাগ any albuminous or viscid matter. ক্ৰি. **বীজ মৰ** সন্তান উৎপত্তিৰ শক্তি গুচ। বি. **বীজকোষ** গুটিৰ ভঁৰাল।

**বীজগণিত** বি. এবিধ অঙ্কশাস্ত্ৰ algebra.

**বীজমন্ত্ৰ** বি. মূল মন্ত্ৰ।

**বীজল** বি. লেতকেতীয়া জুলীয়া অথচ ডাঠ বস্তু a kind of viscid

matter. বিণ. **বীজলীয়া** বীজল-যুক্ত। **বীজাল** পিছল slimy.

**বীট পালং** বি. এবিধ শাক beet-root.

**বীণ, বীণা** বি. তাঁৰ লগোৱা এবিধ বাদ্য a sort of Indian lute. **বীণাপাণি** বি. সৰস্বতী the goddess of learning and music'

**বী-বিয়া** অক. ধা. বিং বিঙা, অস্পষ্ট কথা ক to speak incoherently. বি. **বীবিয়নি**।

**বীতকাম** কামনাৰ পৰা মুক্ত।

**বীতনিদ্ৰ** নিদ্ৰাহীন।

**বীতৰাগ** আসক্তিৰ পৰা মুক্ত।

**বীতশ্ৰদ্ধ** শ্ৰদ্ধাহীন, আস্থাহীন।

**বীতস্পৃহ** যাৰ কামনা বাসনা নোহোৱা হৈছে।

**বীভৎস, বীভচ্** বিণ. অতিশয় কুৰূপ, ঘিণ লগা ugly.

**বীমা** বি. জীৱন চুক্তি, জীৱন-বীমা ক্ষতি-পূৰণ চুক্তি, insurance.

**বীৰ** বি. বলবান আৰু সাহসী ৰণুৱা a warrior. গু. বি. **বীৰত্ব**। স্ত্ৰী. **বীৰাঙ্গনা, বীৰনাৰী** বীৰ প্ৰসবিনী।

**বীৰপ্ৰসৱিনী.** বীৰ প্ৰসূ বীৰৰ জননী।

**বীৰবল** বি. সম্ৰাট আকবৰৰ ৰাজ-সভাৰ এজন হাস্য ৰসিক সভ্য।

**বীৰবাহু** বি, ৰাৱণৰ পুত্ৰ।

**বীৰভদ্ৰ** বি. পশুপতি শিৱৰ অনুচৰ।

**বীৰভোগ্য** বা **ভোগ্যা** বীৰপুৰুষ সকলৰ দ্বাৰা ভোগ কৰা।

**বীৰা** বি. এটা বলবান ভূত a kind of evil spirit.

**বীৰাচাৰ** তন্ত্ৰৰ মতে সাধন কৰা পদ্ধতি।

**বীৰাচাৰী** যি লোকে তন্ত্ৰৰ মতে সাধন কৰে।

**বীৰাসন** বি. বাওঁভৰি সোঁফালৰ উৰুত আৰু সোঁভৰি বাওঁফালৰ উৰুত ৰাখি বীৰৰ দৰে বহা কাৰ্য্য।

**বীৰ্য্য** বি. ধাতু, ৰেতস semen, virile, বীৰত্ব, বল আৰু সাহস heroism. **বীৰ্য্যহীন** বিণ. সাহস নথকা, দুৰ্ব্বল cowardly, weak. **বীৰ্য্যবান** শক্তিশালী।

**বুকিং অফিচ** টিকেট কটা আৰু মাল বস্তু বুক কৰা স্থান booking office.

**বুকু** বি. বক্ষ, পেট আৰু ডিঙিৰ মাজ ভাগ the chest, the breast. **বুকু চোলা** বি. অসমীয়া তিৰোতা সকলে ব্যৱহাৰ কৰা এবিধ চোলা, a kind of Assamese jacket. **বুকু জুৰা** অ. ধা. হৃদয় শান্ত হোৱা, মনৰ দুখ আঁতৰ হোৱা to be consoled. **বুকু ভাঠ** বিণ. সাহিয়াল courageous. ক্ৰি. বিণ. **বুকুভাঠি**।

**বুকু পাতল** বিণ. ভয়াতুৰ timid.

**বুকু ফিন্দাই** ক্ৰি. বিণ. অহঙ্কাৰ কৰি, গওপ মাৰি haughtily.

বুকুত কাপোৰ লোৱা যৌবনত ভৰি দিয়া to approach puberty. বুকুৰ বান্ধ বি. অতি মৰমৰ বন্ধু a dear friend. বুকুৰ শাল বি. মনত বৰ দুখ পোৱা। বুকু লৰ অ. ধা. ভয় খোৱা, ভয়ত বুকু কঁপা to be affraid of. বুকুৱা বি. বুকুৰ সমান দ breast-deep, বুকুৰ সমান ওখ as high as the chest.

বুজ সক. ধা. জানি ল, বোধগম্য কৰ, মনেৰে ধৰ to understand. বি. বুজোঁতা। স্ত্রী. বুজতী, বি. জ্ঞান, বিবেচনা power of understanding সন্ধান, খবৰ information. বুজ পা সন্ধান পা, খবৰ পা। বুজ ল খবৰ ল, অনুসন্ধান ল। বুজি পা জান, অৰ্থ ভেদ কৰ। বুজন বি. বুজা কাৰ্য্য বুজবাজ খবৰা-খবৰ, উবাদিহ, অনুসন্ধান। বুজনি বি. মৌখিক উপদেশ, অৰ্থ বুজোৱা কাৰ্য্য, প্ৰবোধ, সান্ত্বনা moral instruction, explanation, consolation. বুজৰ বৰুৱা বি. আহোম ৰজাৰ দিনৰ ৰজাঘৰীয়া এশ্ৰেণী বিষয়া an officer of the Ahom Kings.

বুজা. সক. ধা. প্ৰবোধ দে, শিকনি দে, to console, to explain, সপ্ৰমাণ কৰ to prove. কৃদ. কৰ্ত্তা. বুজাওঁতা। বুজাবুজি এজনে আন এজনৰ কথা বুজা কাৰ্য্য mutual understanding.

বুজোঁতা কৃদ. বি. বুজা মানুহ a man who understands, স্ত্রী. বুজঁতী।

বুট বি. এবিধ বিদেশী মাহ gram. বুটজোতা ভৰিৰ সক গাঠিলৈকে ঢকা জোতা boot. বুট নাও বি. জাহাজ ঘাটত ৰখা ডাঙৰ নাও, a boat.

বুটা বিণ. চুটি-চাপৰ of short stature.

বুটা বি. কাপোৰত বেজী বা লেখনীৰে তোলা ফুল figures worked on cloth. বুটা তোল, বুটা দি কাপোৰত বেজী বা লেখনীৰে ফুল তোল।

বুটি বিণ. খয়ংগৈ তোওা বা চুটি হোৱা blunt. বুটি বাঢ়নীৰ কোক খোৱা বিণ. নিলাজ, দগাবাজ, shameless,wicked.

বুটী বি. শাল কাঠৰ সক নাও a small boat of sal tree.

বুঢ়া বি. বেছি বয়স হোৱা মানুহ an old man. বিণ. বৃদ্ধ, বেছি বয়সৰ old, aged, পুৰণি old, পৈণত, পকা matured, ripe. স্ত্রী. বুঢ়ী। বুঢ়া-আঙুলি হাত বা ভৰিৰ খাই আঙুলি। বুঢ়াকাল বুঢ়া বয়স। বুঢ়া গোঁহাই বি. মহাদেৱ, সদাশিৱ। বুঢ়া গোঁহাই বি. আহোম ৰজাৰ খাই মন্ত্ৰী, প্ৰধান

মন্ত্ৰী prime minister of the Ahom Kings উপাধি বিশেষ।

বুঢ়া ডাঙৰীয়া বি. এজন গ্ৰাম্য দেৱতা, a village god. বুঢ়া তামোল গাঁতত গোবাই থোৱা পকা তামোল। বুঢ়াবুৰা দেখিবলৈ বুঢ়াৰ নিচিনা। বুঢ়া মেথা বি. বুঢ়া ভকত বা মান্যৱন্ত লোক old and respectable person. স্ত্ৰী. বুঢ়ী-মুঞ্চ। বুঢ়ী আই পিতামহী বা মাতামহী, আবু। বুঢ়ী আই বি. পাৰ্ব্বতী, শীতলা। বুঢ়ী ঘৈণী বি. গৃহস্থিত থকা আটাইতকৈ ডাঙৰ জনী তিৰোতা, গৃহস্থিণী। বুঢ়ী ঘৰ্ম্মী বি. "বুঢ়ী ঘৈণী" চোৱা।

বুদবুদ বি. পানীৰ ওপৰত উঠা বুৰবুৰণি।

বুদ্ধ বি. শাক্য সিংহ, গৌতম the founder of Budhism, জ্ঞানী wise.

বুদ্ধি বি. বুজা শক্তি the power of understanding. উপায়, কৌশল, পৰামৰ্শ means, tactics, counsel, সাংখ্যমতে এটা তত্ত্ব। বুদ্ধি-গম্য যাক বুদ্ধিৰ দ্বাৰা বুজিব পাৰি। বুদ্ধি জীবী যি সকলে বুদ্ধিৰ দ্বাৰা জীবন নিৰ্ব্বাহ কৰে বা কাৰ্য্য সাধন কৰে, intellectual. বুদ্ধিনাশ বুদ্ধি নাইকিয়া হোৱা। বুদ্ধিভ্ৰংশ বুদ্ধি লোপ। বুদ্ধিভ্ৰষ্ট সুবুদ্ধি নষ্ট হোৱা, বেয়া বুদ্ধিয়ে ধৰা। বুদ্ধিবান, বুদ্ধিমন্ত, বুদ্ধিমান বিণ. বুদ্ধি থকা, বুধিয়ক। স্ত্ৰী-বুদ্ধিমতী।

বুদ্ধিহীন বিণ. বুদ্ধি নথকা। বি. বুদ্ধিহীনতা।

বুধ বি. চন্দ্ৰৰ ঔৰসত তেওঁৰ গুৰু-ভাৰ্য্যা তাৰাৰ গৰ্ভত জন্মা পুত্ৰেক the son of the moon god, বুধ গ্ৰহ the planet mercury, সপ্তাহৰ এটা বাৰ Wednesday, পণ্ডিত, জ্ঞানী wise, learned. বুধ বৰীয়া বুধবাৰে হোৱা।

বুধি বি. বুদ্ধি শব্দৰ কোমল ৰূপ। বুধিকৰ উপায় উলিওৱা। বুধি দি পৰামৰ্শ দি, বেয়া পৰামৰ্শ দি to counsel, to instigate.

বুধিয়ক বিণ. বুদ্ধিমন্ত intelligent.

বুনিয়াদ বি, পকাঘৰ সাজিবৰ কাৰণে মাটিত গাঁত খানি কৰা ভেটি foundation.

বুনিয়াদী বিণ. ওখ শকত, ডাঙৰ বংশৰ of good origin, প্ৰাথমিক basic.

বুন্দা বি. মুঠা bundle. ক্ৰি. বিণ. বুন্দা কৰি সৰহকৈ গোটাই in large quantity. বুন্দামাৰ বি. সমূলি নষ্ট, ধ্বংস totally destroyed. বুন্দিয়া বি. এবিধ মিঠাই।

বুবু-বাবা বি. কেঁচুৱাৰ অস্পষ্ট কথা the babbling of infants, গোপনে কোনো অনিশ্চিত অভি

গুপ্ত কথাৰ বিষয়ে মানুহে কোৰাকুই কৰা বুজোৰা শব্দ।
বুবুৰা অক. ধা. সকৈ আক অস্পষ্ট কৈ কথা ক to speak indistinctly and in a low voice.
বুভুক্ষা বি. খাবৰ ইচ্ছা, ক্ষুধা hunger. বিণ. বুভুক্ষিত ক্ষুধিত। বুভুক্ষু ক্ষুধার্ত্ত hungry.
বুৰ বি. জোবোৰা, ডুব, গোটেই শৰীৰ পানীৰ তললৈ নিয়া immersion in water. অক. ধা. পানীৰ তললৈ যা to sink under water, হানি হ, সর্ব্বনাশ হ to be lost, to be ruined. বুৰ খা, বুৰ যা অক. ধা. ডুব খা, ডুব যা। বুৰ দি, বুৰ মাৰ ডুব মাৰ, পানীত জোবোৰা মাৰ। বি. বুৰণ ডুবা কার্য্য, ডুবন act of sinking, পানীত থকা জন্তু creatures living in water.
বুৰঞ্জী বি. পুৰণি কথাৰ বর্ণনা বা বিবৰণ, পুৰাবৃত্ত, ইতিহাস history.
বুৰবুৰণি বি. পানীৰ তলৰ পৰা ওলোৰা সৰু সৰু ফুট বা ফেনৰ সমূহ, বুদবুদ small bubbles, মূর্চ্ছিত মানুহৰ মুখেদি ওলোৰা ফেন। অক. ধা. বুৰবুৰণি উঠা। অক. ধা. বুৰবুৰণি কাঢ়. বুৰ বুৰি কাঢ় মূর্চ্ছিত হৈ মুখেদি ফেন উলিয়া।
বুৰা সক. ধা. পানীৰ তললৈ নি ডুবুৰিয়া, ডুবা cause to sink.
বুৰি বি. একুৰি a score, twenty.
বুৰিয়া অক. ধা, জোবোৰা মাৰ, বুৰ দি to dive.
বুৰুজ বি. জন্তুৰ নোম বা সেই নিচিনা বস্তুৰে সজা ধুলি আদিৰ পৰিষ্কাৰ কৰা যতন, চুণ বা ৰং লগোৱা যতন a brush.
বুৰুজ বি. নৈৰ পাৰ নখহিবলৈ দিয়া গোট বাঁহৰ হেঙেৰা a bamoo palisade protecting a river bank against the current. গড়ৰ চুকত আৰু মাজে মাজে সজা খোঁটালী, ইয়াত গড় ৰখীয়া বিলাক থাকে a bastion of a fortification, যুদ্ধত বৰ হিলৈ পাতিবলৈ ওখকৈ তোলা চাপ the foundation for a cannon used in battle, এবিধ তাচৰ খেলা a kind of play with cards.
বুৰুজি-খেৰ বি. ঘৰৰ চালৰ পুৰণি খেৰ old thatch of a roof.
বুল্ বুল্, বুল্ বুলি সুৰদী সঙ্গীত গাব পৰা এবিধ চৰাই, thrush.
বুল অক. ধা. খোজ কাঢ় to walk. বি. বুলন চলন, খোজ কঢ়া গঢ় gait.
বুলনী-কাপোৰ মাটিত ভৰি নলগাকৈ খোজ কাঢ়ি যাবলৈ পাৰি দিয়া কাপোৰ। বুলনী-ঘৰগাভ ব'দ ৰবযুণ নপৰাকৈ যাবলৈ এটা ঘৰৰ পৰা আন এটা ঘৰলৈ যোৱা দীঘলীয়া ঘৰ।

**বুলা** সক. ধা. আনক খোজ কঢ়া to cause another to walk. খেলব গুটি চলা, হাত ফুৰা, মোহাৰ to rub gently with the hand.

**বুলাৱত** অক. ধা. ইফাল সিফাল কৰিছে।

**বুলি** (অব্যয়) লক্ষ্য কৰি, কাৰণে, নিমিত্তে towards, on account of, for the reason of, বোল, বাক্য, ভাষা, 'ব্ৰজবুলি'।

**বৃকোদৰ** বি. ভীম, মধ্যম পাণ্ডৱ।

**বৃক্ক** পেটৰ বেমাৰ kidney.

**বৃতি** আবৰণ, ভিত্তি।

**বৃত্ত** বি. (জ্যামিতিত) ঘূৰণীয়া ক্ষেত্ৰ বা আকৃতি a circle. **বৃত্তাৰ্দ্ধ** বৃত্ত এটাৰ এফাল semi circle. **বৃত্তাংশ** বৃত্তৰ কোনো এক অংশ any portion of a circle. **বৃত্তাকাৰ** ঘূৰণীয়া round, **বৃত্তাভাস** ডিম্বাকাৰ ক্ষেত্ৰ ellipse.

**বৃত্তান্ত** বি. বাৰ্ত্তা, বিবৰণ a description, a narrative, সম্বাদ news.

**বৃত্তি** বি. জীবিকা, ব্যবসায় means of livelihood, profession, মনৰ ধৰ্ম্ম faculty, প্ৰবৃত্তি, স্বভাৱ, জলপানী scholarship. **বৃত্তিচ্ছেদ** জীবিকা নাইকিয়া কৰণ। **বৃত্তিধাৰী, বৃত্তিয়া** বিণ. কোনো এক ব্যবসায় কৰি খোৱা লোক। **বৃত্তিমূলক শিক্ষা** vocational, education. **বৃত্তিয়াল** লোণ ৰূপৰ কাম কৰা মানুহ।

**বৃত্ৰ** বি. এটা অসুৰৰ নাম, দধীচি মুনিৰ অস্থিৰে নিৰ্ম্মিত বজ্ৰ নামক অস্ত্ৰেৰে ইন্দ্ৰই বৃত্ৰক বধ কৰে।

**বৃত্ৰহা** বি. ইন্দ্ৰ।

**বৃথা** বিণ. নিৰৰ্থক, নিষ্ফল fruitless.

**বৃদ্ধ** বি. বুঢ়া মানুহ an old man, বয়সস্থ old. বি. **বৃদ্ধত্ব, বৃদ্ধকাল** বুঢ়া কাল old age. **বৃদ্ধাঙ্গুলি** বুঢ়া অঙ্গুলি।

**বৃদ্ধপ্ৰপিতামহ** প্ৰপিতামহৰ পিতাক।

**বৃদ্ধি** বি. অধিক হোৱা, বাঢ়ন increase, growth.

**বৃন্দ** বি. সমূহ a multitude, এশ-কোটি a hundred crores.

**বৃন্দা** বি. ৰাধিকাৰ দূতী আৰু সখী তুলসীৰ এটি নাম।

**বৃন্দাবন** বি. মথুৰাৰ ওচৰৰ যমুনা নৈৰ পাৰত থকা বন, বৈষ্ণৱৰ পবিত্ৰ তীৰ্থ।

**বৃন্ত** বি. চুপহি।

**বৃন্তচ্যুত** চুপহিৰ পৰা সোলকি পৰা।

**বৃশ্চিক** বিছা scorpion, ৰাশিচক্ৰৰ অষ্টম ৰাশি।

**বৃষ** বি. ভতৰা, দ্বিতীয় ৰাশি a bull, the sign taurus. **বৃষকেতু, বৃষধ্বজ** শিৱ। **বৃষকেতু** কৰ্ণৰ পুতেক। **বৃষপৰ্ব্ব** শৰ্ম্মিষ্ঠাৰ বাপেক।

**বৃষভ** বি. ষাঁড়. ভতৰা গৰু a bull **বৃষভবাহন** শিৱ।

**বৃষভানু** বি. ৰাধিকাৰ পিতৃ, the father of Radhika.

**বৃষল** বি. শূদ্র, lowest caste.

**বৃষলী** বি. ১২ বছৰীয়া ঋতুমতী অবিবাহিতা কন্যা।

**বৃষসেন** বি. কৰ্ণৰ পুত্ৰ।

**বৃষোৎসৰ্গ** বি. আদ্যশ্ৰাদ্ধত উৎসৰ্গা কৰি ষাঁড় মেলি দিয়া কাৰ্য্য।

**বৃষ্ণি** বি. শ্ৰীকৃষ্ণৰ এজন পূৰ্ব্বপুৰুষ। **বৃষ্ণিবংশ** যদুবংশ।

**বৃষ্টি** বি. বৰষুণ rain.

**বৃষ্টিমান যন্ত্ৰ** বি. বৰষুণ জোখা যন্ত্ৰ।

**বৃষ্য** বি. আম্ৰলখি।

**বৃহতী** বি. বেদৰ ছন্দ বিশেষ।

**বৃহদ্ৰথ** বি. এজন বীৰৰ নাম।

**বৃহৎ** বিণ. ডাঙৰ, দীঘল আৰু বহল large, great. **বৃহৎ কোণ** সমকোণতকৈ ডাঙৰ কোণ an obtuse angle. **বৃহন্নলা** বিৰাট ৰজাৰ ঘৰত অজ্ঞাত বাস কৰোঁতে অৰ্জ্জুনে লোৱা নাম।

**বৃহস্পতি** বি. দেৱতাৰ গুৰু the preceptor of the gods, পঞ্চম গ্ৰহ the planet Jupiter, সপ্তাহৰ এদিন Thursday.

**বৃক্ষ** বি. গছ, তৰু a tree.

**বে** অভাব, বিৰোধ, নিন্দা ইত্যাদি প্ৰকাশক উপসৰ্গ।

**বে-আইনি** বি. আইন নেমানি কৰা কাৰ্য্য, আইন বিৰোধী কাম an act disobeying law. বিণ. বে আইনী।

**বে-আক্কেল** বুদ্ধিহীন।

**বেই** বি. বিয়াত দৰা-কন্যাক গা-ধুওৱা ঠাইৰ ওপৰত সজা চাৰি চুকীয়া আচ্ছাদন বিশেষ। **বেইমান** বিশ্বাস ঘাটক। **বে এক্তিয়াৰ** অধিকাৰ বা ক্ষমতাৰ বাহিৰৰ, ওজৰ-নোহোৱা। **বে-কচুৰ** দোষ নোহোৱা। **বে-কায়দা** অসুবিধা। **বেকাৰ** জীবিকা নোহোৱা। **বেই-ঘৰ** দৰা-কন্যাৰ গা ধুৱাবৰ কাৰণে ওপৰত বেই দি যুগুত কৰা ঠাই the covered bathing place of a bride or bridegroom.

**বেইতা** বিণ. বিয়া কৰা married.

**বেওঁ** বি. এটাঁৰ, আঠ হাত a land measure equal to four yards.

**বেওঁচলীয়া** বিণ. এচলীয়া হৈ যোৱা, আওপকীয়া going askance, having a side meaning. বি. হাড়ৰ গাঁঠিত খোৱা মোচোকা a sprain.

**বেং** বি. ভেকুলী a frog.

**বেংছটা** বি. পানীত বেঙৰ কণী ঢাকি থকা বীজল।

**বেংছতা** বি. ছাতিৰ আকৃতিৰ কাঠ-ফুলা fungus.

**বেঁকা** বিণ. কেঁকোৰা, ভাঁজ থকা not straight, bent. বিণ. **বেঁকা-বেঁকী** কেঁকোৰা কেঁকুৰি having many curves, zigzag.

**বেঁকোৰ-বেঁকুৰি** কেঁকোৰা-কেঁকুৰি zigzag.

**বেঁত** বি ফাট a crack. ক্ৰি.

**বেঁত-মেল** ফাট মেল, মুখমেল to be cracked.

**বেঁৱা** বি. চিকত হোৱা দীঘলীয়া গাঁড় a bubo, কণীৰ ডাঙৰ মূৰ the bigger end of an egg, নাঙল বা ঢেঁকী ঠোৰাত মৰা সক চেপেটা শাল।

**বেকত** বিণ. বিদিত, প্ৰকাশিত made known, revealed. ক্ৰি. বিণ. স্পষ্টকৈ।

**বেকেটা** বিণ. ভেঙুৰা, বেঁকা distorted. **বেকেটা-বেকেটি** ভেঙুৰা-ভেঙুৰি। **বেকেটামুৰা** বেঁকা মুৰা। স্ত্ৰী. **বেকেটামুঙী**।

**বেগ** চামৰা, ৰবৰ ইত্যাদিৰে নিৰ্ম্মিত মোনা, যাক হাতত বা কান্ধত সহজে লৈ ফুৰাব পাৰি bag.

**বেগ** বি. শীঘ্ৰ গমন বা গতি speed, শীঘ্ৰতা swiftness. ক্ৰি. বিণ. **বেগতে** শীঘ্ৰে quickly.

**বেগবান** বেগী।

**বেগম** বি. মুচলমান ৰজাৰ ৰাণী a Moslem queen.

**বেগৱন্ত, বেগৱান** বিণ. বেগ থকা, বেগাল swift.

**বেগাই** ক্ৰি. বিণ. খৰকৈ, শীঘ্ৰে quickly. বি. **বেগাবেগি** লৰা-লৰি, খৰখেদা hurry.

**বেগানা** চিনি নোপোৱা, অনাত্মীয়।

**বেগাৰ** বি. গোলাম, বন্দী an enforced labour, a slave.

**বেগাল** বিণ. বেগ থকা, বেগী swift, fast. **বেগী-বেগাল**।

**বেগেতাই** ক্ৰি. বিণ. বেগতে, সোণ-কালে quickly, swiftly.

**বেগেত** বি. বহলকৈ মেলা বুঢ়া আৰু মাজৰ আঙুলিৰ মাজৰ জোখ, আধা হাত a span, nine inches. বিণ. **বেগেতীয়া**।

**বেঙা** বিণ. ফুটাই কথা কব নোৱৰা, লেৰা not able to speak distinctly, একো নজনা, স্বাভাৱিক জ্ঞান নথকা foolish, idiotic বি. **বেঙা**। স্ত্ৰী. **বেঙী**।

**বেঙা** বি. দীঘলকৈ ভৰি মেলি কঢ়া খোজ a long stride ভৰিৰ আঙুলিত ভৰ দি থিয় হোৱা to stand upon tip-toe. ক্ৰি. **বেঙামেল, বেঙাদি**।

**বেঙেটি** বি. জন্তুৰ খুৰাৰ পাছফালে অলপ ওপৰত থকা খুৰীয়া নখ, খুৰাৰ পাছ ফালৰ খাল ভাগ।

**বেঙেনা** বি. এবিধ কাঁইটীয়া গছ আৰু তাৰ ফল the egg plant and its fruit. **বেঙেনা আটী সত্ৰ** বি. আহোম ৰজা লক্ষ্মীসিংহৰ দিনত শিৱসাগৰ জিলাৰ মাজুলীত স্থাপন কৰা এখন মহাপুৰুষীয়া সত্ৰ।

**বেঙেনা-বুলীয়া** বিণ. বেঙেনা বৰণীয়া, জামু কলীয়া purple.

**বেঙে মুতা** গৰু ভয় পাই অস্থিৰ হোৱা।

**বেহ** টকা পইচা ইত্যাদি ৰখাৰ

প্রতিষ্ঠান আৰু আদেশ অনুসাৰে টকা পইচা জমা থওতাক দিয়ে, bank.

**বেচ্, বেহ্** বিণ. ভাল, উত্তম good, excellent.

**বেচ্** সক. ধা. বিক্রি কৰ, মূল্য লৈ বস্তু দি to sell. বিণ. **বেচা**। বি. কিনা বস্তুৰ মূল্য price, কাম কৰাৰ বাবে দিয়া ধন wage, remuneration.

**বে চৰ্কাৰী** বিণ. চৰ্কাৰে নিযুক্ত নকৰা, চৰ্কাৰৰ অধিকাৰ নথকা non-official.

**বেচা** সক. ধা. আনৰ দ্বাৰা বিক্রয় কৰা to cause to be sold.

**বেচাৰা** বি. নিৰুপায়, মানুহক পুতৌ কৰা মাত a term used to express pity on a person. স্ত্রী. **বেচাৰী**।

**বেচি, বেছি** বিণ. অধিক, সৰহ many, much. ক্রি. বিণ. **বেচিকৈ, বেছিকৈ**।

**বেচু** বি. পানী ওলাই থকা গাৰ ছালত হোৱা এবিধ ঘা eczema.

**বেছা** বি. ঘৰ ছাওঁতে মেলা এখলপা খেৰ one of the several layers of thatch spread on the roof of a house.

**বেজ** বি. ৰোগ চাওঁতা, চিকিৎসক a physician, নাপিত a barber. স্ত্রী. **বেজিনী**। **বেজকচু** বি. এজাতি বনৰীয়া কচু। **বেজবৰুৱা** আহোম ৰজাৰ দিনৰ প্রধান বেজক দিয়া উপাধি।

**বেজ্‌বেজা** অক. ধা. শৰীৰ বা মনত দুখ পা to feel pained or distressed. বিণ. **বেজবেজীয়া**। ক্রি. বিণ. **বেজ্‌বেজ্ কৰে**।

**বেজাই** বিণ. অতিপাত, কষ্টদায়ক excessive, painful.

**বেজাৰ** বি. অসন্তোষ ভাৱ displeasure, শোক, সন্তাপ sorrow, grief. ক্রি. বিণ. **বেজাৰ মনে** অসন্তোষেৰে। **বেজাৰ-মুৰা** বিমৰ্ষ, আমন-জিমন। **বেজাৰ লাগ** অসন্তোষ পা, শোক পা।

**বেজালি** বি. বেজ বা চিকিৎসকৰ ব্যৱসায় the medical profession. **বেজালি পুথি** বৈদ্যশাস্ত্র।

**বেজিনী** বি. মহিলা চিকিৎসকৰ a female physician, প্রসৱৰ সময়ত সহায় কৰা তিৰী a midwife, নাপিতনী a female barber.

**বেজী** বি. এমূৰ জোঙা, ইমূৰত বিন্ধা থকা কাপোৰ সিয়া ধাতুৰ সৰু শলা a needle used in sewing. শৰীৰত দৰৱ সুমোৱা ফোঁপোলা বেজী a physician's needle for injecting medicine into the body. সক. ধা. **বেজী দি**। **বেজীমুৰা** সৰু জোঙা মুখ থকা।

**বেজেনী** বি. "বেজিনী" চোৱা।

**বেজেৰা** বিণ. মনত অসন্তোষ জন্মোৱা, চোকা।

**বেজেৰা-বেজেৰি** বি. কেটেৰ কেঙেৰ, তিতামাত harsh language.

**বেঞ্চ, বেঞ্চি** আসন বিশেষ, bench.

**বেটা** পুত্ৰ, অনাদৰ বা অবহেলা অৰ্থত ব্যৱহাৰ কৰা সম্বোধন।

**বেটী** বি. দাসী a female slave or servant

**বেটীপাত** বি. কিতাপৰ বাই ঢাকনীৰ ভিতৰত থকা ডাঠ পাত the thick leaf immediately under the outer cover of a book, কলফুলৰ লগত ওলোৱা চুটি ডাঠ পাত, গছৰ গুটিৰ অঙ্কুৰ ঢাকি ওলোৱা পাত।

**বেটু** বি. সক ফলৰ ঠাৰি থকা ফালৰ মূৰ, চুপহি থকা ফাল the end of a fruit to which the stalk is attached. বিণ. **বেটুৱা** বেটু থকা।

**বেঠিক** স্থিৰতা নোহোৱা।

**বেড়** সক. ধা. চেষ্টা কৰ, চাৰিওফাল আবৃত কৰ to surround, to enclose.

**বেড়** তিনিটা খুটি থকা এবিধ সঁজুলি।

**বেণ** বি. পৃথুৰজাৰ পিতৃ।

**বেণি, বেণী** বি. চেলা গোঁঠা চুলি braided hair.

**বেণী সংহাৰ** বি. ভট্টনাৰায়ণৰ দ্বাৰা ৰচিত এখন সংস্কৃত নাটক, বেণী বন্ধন।

**বেণু** বি. বাঁহী, মুৰুলী a flute.

**বেত** বি. লতাৰ দৰে বগোৱা এবিধ কাঁইটীয়া বন, ইয়াৰ জপী কৰিব পাৰি the rattan cane. **বেতনি** অধিক বেত থকা ঠাই।

**বেতন** বি. দৰমহা, কামৰ বেচ pay, wages.

**বেতাৰ** তাৰ নোহোৱাকৈ যি কৰিব পাৰি।

**বেতাল** বি. মৰিশালিৰ ভূত an evil spirit. **বেতাল ভট্ট** বি. ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাত থকা নৱৰত্নৰ ভিতৰৰ এজন।

**বেতেৰি** বি. বেতেৰে .সজা তেল পেৰা প'লা a cane-basket used in pressing oil.

**বেতেৰি** চোৱা ৰাবে ৰাবে একে কথাকে কৈ থাক to repeat again and again, একে কথাকে ধৰি থাক not to yield. **বেতেৰিবন্ধীয়া** জটিল মেৰ পাক খোৱা, নিজৰ মত নেৰা complicated, obstinate.

**বেত্তা** যি মনে জানে, অভিজ্ঞ।

**বেত্ৰাঘাত** বেতেৰে আঘাত কৰা।

**বেত্ৰাসন** বেতেৰে তৈয়াৰ কৰা আসন।

**বেত্ৰৱতী** এখন দেশৰ নাম।

**বেথা** বি. চেনেহ, অনুকম্পা affec-

tion, sympathy. ক্রি. **বেথা কৰ, বেথা লাগ**। ক্রি. বিণ. **বেথাৰূপে** মৰমত out of love.

**বে-দখল** বি. ন্যায় বা আইন মতে পোৱা ভোগ দখল বা ক্ষমতাৰ পৰা বঞ্চিত কৰণ dispossession.

**বেদ** বি. হিন্দুৰ প্ৰধান আৰু প্ৰাচীনতম শাস্ত্ৰ,—ঋক্, যজুঃ, সাম আৰু অথৰ্ব্ব, ইয়াৰ আন এটা নাম শ্ৰুতি the Vedas. **বেদজ্ঞ** বিণ. বেদজনা versed in the Vedas.

**বেদবাক্য** বি. বেদৰ উক্তি, বেদৰ মত যাক ইফাল্ সিফাল কৰিব নোৱাৰি a text of the Vedas.

**বেদনা** বি. যন্ত্ৰণা, শৰীৰত পোৱা পীড়া, বিষ pain, ache.

**বেদপাৰগ** বেদত নিপুণ। **বেদবিদ্, বেদবিৎ** বেদজ্ঞ। **বেদবিশাৰদ** বেদপাৰগ। **বেদব্যাস** কৃষ্ণদ্বৈপায়ন মুনি, এওঁ বেদ সম্পাদন কৰিছিল। **বেদব্ৰহ্ম** ঈশ্বৰ স্বৰূপ বেদ।

**বেদ মাতা** বি. গায়ত্ৰী, the mother of the Vedas.

**বেদৰ বাণী** বি. 'বেদ-বাক্য' চোৱা।

**বেদৱতী** বি. কুশধ্বজ ৰজাৰ কন্যা।

**বেদাঙ্গ** বি. বেদৰ অঙ্গ স্বৰূপ ছয়বিধ শাস্ত্ৰ—শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ।

**বেদাচাৰ** বি. বেদ বা শাস্ত্ৰমতে কৰা আচৰণ।

**বেদানা** বি. এবিধ বিদেশী সোৱাদ ডালিম pomegranate.

**বেদান্ত** বি. ব্যাসপ্ৰণীত দৰ্শনশাস্ত্ৰ, উপনিষদ্। **বেদান্তবাদ** বেদান্ত দৰ্শনৰ মত। **বৈদান্তিক** বিণ. বেদান্ত জনা পণ্ডিত। **বেদান্তী** বিণ. বেদান্তত নিপুণ versed in vedanta philosophy.

**বেদী** বি. যজ্ঞ বা হোম কৰিবলৈ কৰা ওখ ভেটি a sacrificial altar, ঘৰ সাজিবলৈ বা আন কামৰ নিমিত্তে ওখকৈ কৰা ঠাই বা ভেটি a raised bed or platform.

**বেদুইন** আৰবদেশৰ অঘৰী জাতি bedouin.

**বেদোক্ত** বেদত যি কোৱা হৈছে।

**বেদ্য** বিণ. জানিব লগীয়া fit to be known.

**বেধ** গভীৰতা, চিন, বিন্ধা কৰা।

**বেনা** বি. বেপাৰ commerce.

**বেনামী** বিণ. আচল গৰাকী বা লিখকৰ নাম নথকা বা গুপ্ত ৰখা anonymous.

**বেনীয়া লাগ** অক. ধা. ভ্ৰষ্ট হ to degenerate.

**বেন্ত** ( পূ. অ. ) মুখ মেল to open the mouth.

**বেপত্ত** বি. অসময় improper time.

**বেপৰোৱা** ভয় নকৰা।

**বেপাৰ** বি. কিনা-বেচা কাৰ্য্য,

বাণিজ্য trade. **বেপাৰী** ব্যৱসায় কৰা মানুহ a trader. **বেপেকৰা** বেচিবৰ নিমিত্তে তৈয়াৰ কৰা made to be sold, বেপাৰ সম্বন্ধীয় relating to trade.

**বেকাই** বি. নিৰুপায় অৱস্থা, দুৰ্গতি a helpless state.

**বেৰা** অক. ধা. গৰু ছাগলীৰ দৰে মাত to bellow or bleat, বৰকৈ কেঁকা to groan. বি. বেবনি।

**বেবুৰা** বিণ. পেপুৰা, বিবুদ্ধি deprived of self-possession. **বেবুৰা লাগ** ভয়ত বিবুদ্ধি হ।

**বেবেজীয়া** বিণ. আগগুৰি নথকা, বাৰে মিহলি of mixed origin.

**বেবেৰিবাং** বিণ. বিশৃঙ্খল disorderly.

**বেমটৰ** বিণ. উলঙ্গ naked.

**বেমাৰ** বি. নৰিয়া disease. বিণ. বেমাৰী।

**বেমুলীয়া** বিণ. বিশৃঙ্খল devoid of order.

**বেমেজালি** বি. বিশৃঙ্খল অৱস্থা want of method or harmony.

**বেমেলি** বিণ. সিচৰিত, গোট গোট হোৱা dispersed, scattered about.

**বেয়া** বিণ. নিকৃষ্ট, নৰম inferior in quality, অধম, অসৎ vile, wicked, অসুস্থ indisposed, অশুভ inauspicious. বি. কুকৰ্ম an evil act, অনিষ্ট, হানি harm, suffering, অসন্তোষ dissatisfaction. **বেয়া কৰ** নষ্ট কৰ, হানি কৰ। **বেয়া পা** অসন্তুষ্ট হ।

**বেয়াবিং** ডাক টিকিট নলগোৱা চিঠি bearing.

**বেৰ** বি. ঘৰৰ আবৰণ বা বাৰ a house-wall, কোনো বস্তুৰ ঘেৰ বা পৰিধি the circumference of a thing. সক. ধা. বেৰ দে, কেউ ফালৰ পৰা আগুৰা। বি. বেৰোঁতা।

**বেৰটি** বি. কঁকালত মেৰোৱা পেটি।

**বেৰসিক** ৰস নোহোৱা।

**বেৰা** সক. ধা. আনৰ দ্বাৰাই বেৰ দিয়া to cause to be enclosed, চকোৱা, টাটি a fence round a compound. বি. বাৰ a house-wall. **বেৰি** ধৰ চাৰিওফালে আগুৰি আটক কৰ to surround.

**বেৰি বেৰি** শোথ ৰোগ।

**বেৰী** বি. দা কটাৰী আদিৰ নালত লগোৱা আঙঠি a flat iron ring.

**বেৰীয়া** বি. চক আদিৰ তলত দিয়া আধাৰি, শাৰী ভাঙি গজা (দাঁত)। বিণ. শাৰী ভাঙি গজা।

**বেল** বি. এবিধ কাঁইট থকা গছ আৰু তাৰ ফল the wood apple.

**বেল** সক. ধা. চেপি বা হেঁচি বহল

কৰ 'লুচি বেলিছে' to roll paste. **বেলনা** লুচি আদি বহল কৰা পীৰা। **বেলন-আৰি** লুচি বেলা মাৰি a rolling-pin.

**বেলবৰণ, বেলবোধন** বি. দুৰ্গা-পূজাৰ ষষ্ঠীৰ দিন বা প্ৰথম দিনৰ পূজা।

**বেল্‌বেলা** অক. ধা. 'লেব্‌লেবা'।

**বেলা** বি. কোনো এক বিশেষ সময় a particular time, আধা দিন a half day. **বেলাই পোহৰে** বেলি আৰু পোহৰ থাকোঁতে before dusk.

**বেলি** বি. সময় time, সূৰ্য্য the sun, বাৰ turn, পলম delay, বছৰ year. **বেলি ঘড়ী** বি. সূৰ্য্যৰ ছাঁৰ সহায়ত সময় ঠিক কৰা, সূৰ্য্য ঘড়ী a dial, sun dial.

**বেলি পকা** বি. এবিধ বনৰীয়া লতা আৰু তাৰ ফল।

**বেলিফুল** বি. সূৰ্য্যৰ ফালে মুখ কৰি থকা এবিধ ফুল the sun flower.

**বেলিকা** বি. বেলি, সময় time. **বেলিয়েপতি** প্ৰতি বাৰত every time.

**বেলুন** বি. ব্যোমযান, বায়ুত উঁহা গ্যাচপূৰ্ণ মোনা balloon.

**বেলেগ** বিণ. পৃথক, ভিন্ন separate. **বেলেগতীয়া** বিণ. বেলেগে থকা, নিলগীয়া living separately, distant. **বেলেগা** সক. ধা. আঁতৰ কৰ, বেলেগ কৰ to separate, to keep apart. **বেলেগে** ক্রি. বিণ. পৃথকে, একেলগ নকৰি separately, apart.

**বেলোৰ** বি. কাচ glass. **বেলোৰাৰী** বিণ. কাচেৰে সজা made of glass.

**বেণ্টা** সক. ধা. লুটিয়া, ওলটা to turn up.

**বেণ্টা-বেণ্টি** সেমেনা-সেমেনি nervous disposition.

**বেশ** বি, সাজ, পোছাক dress, সাজ-পাৰ, state of being dressed, সাজ guise. ক্রি. বিণ. বেশে কোনো এক বেশত বা সাজত।

**বেশছন, বেশছদ্ম** বি. ছদ্মবেশ disguise.

**বেশ বিন্যাস** কাপোৰ অলঙ্কাৰ আদি পিন্ধন, ধুনপেছ orderly dressing of the body.

**বেশ্যা** বি. গণিকা, নটিনী a prostitute. **বেশ্যা গমন** বি. বেশ্যাৰ লৈতে ৰতিক্রিয়া, sexual intercourse with a prostitute. **বেশ্যা যোগ** বি. ছোৱালীৰ আগত ঋতুত হোৱা এটা অশুভ যোগ। **বেশ্যালয়** বি. বেশ্যাৰ ঘৰ, a brothel. **বেশ্যালি** বি. বেশ্যাৰ বৃত্তি বা ব্যৱসায় prostitution.

**বেষ্টন** বি. বেৰা কাৰ্য্য act of surrounding, বেৰা, প্ৰাচীৰ an enclosure, a fence. বিণ.

বেষ্টিত আবৃত, চাবিওফালে বেৰা enclosed, surrounded.

·বেষ্টনী, বেষ্টন বেথা যাবে কোনো কথা আগুবি বথা হয় brackets.

বেসা ( পূ. অ. ) সক. ধা. বেহা কৰ, বেচা-কিনা কৰ to trade.

বেসাতি নি. বেপাৰ।

বেসাৰ ( পূ. অ.) বি. বেহাৰ, সবিয়হ mustard.

বেস্থৰ, বেস্থৰা সুৰঠিক নথকা, শ্ৰুতি কটু।

বেহা বি. বেপাৰ, লাভৰ কাৰণে বেচা-কিনা কৰা কাৰ্য্য trade অক. ধা. বেহা কৰ বেপাৰ কৰ to trade.

বেহানি বি. বস্তু, বেহা বা বেপাৰ কৰা বস্তু a thing in general, an article of commerce.

বেহাৰ বি. সবিয়হ mustard.

বেহি বি. ২০ দোন, ৫ পুৰা twenty Dons.

বেহিচাবী বিচাৰ কৰি কাজ নকৰা লোক।

বেহী বি. কলহ আদিৰ পৰা তেল উলিয়াবলৈ নাল লগোৱা সক চুঙা বা একালে কটা আম্ঠু a small laddle.

বেহীয়া বি. মুখত খোৱা ধপাত লোৱা বেহী।

বেহুঁ বি. বিহলঙনী।

বেহু বি. যুদ্ধত সৈন্য বিলাক ভাগ ভাগকৈ ৰখাৰ প্ৰণালী military array.

বেহুচ বিণ. অজ্ঞান, অচেতন, senseless. বি. অসাৱধানতা carelessness.

বেহুচিয়াৰ বিণ. অসাৱধান careless.

বেহুলা, বেউলা বি. লখিন্দাৰৰ সতী ভাৰ্য্যা।

বেহুৰা, বেহুৰা বটা বি. আঙ্গাত দিয়া বটা সবিয়হ।

বেহেৰা বি. দোলা বাহক a palki-bearer, লগুৱা a bearer.

বেহেকৰা বি. বেপাৰী a trader. বিণ. বেপাৰ কৰা trading.

বেহেলা বি. চাবিডাল তাঁৰ থকা এবিধ বাদ্য যন্ত্ৰ a violin.

বৈকল্পিক বিকল্পে সিদ্ধ, বৈ-ভাবিক, alternative.

বৈকল্য বি. বিকলতা, অঙ্গহীনতা।

বৈকাল বি. এটা হ্ৰদৰ নাম।

বৈকুণ্ঠ বি. গোলোক, বিষ্ণু থকা ঠাই।

বৈকুণ্ঠপ্ৰয়াণ স্বৰ্গী হোৱা, দেহ এৰ।

বৈগুণ বি. দুৰ্গুণ, হানি harm, injury. বি. বৈগুণ্য।

বৈচক্ষণ্য বিচক্ষণতা, পাণ্ডিত্য।

বৈচিত্ৰ্য বি. বিচিত্ৰভাৱ, বিচিত্ৰ শোভা variety.

বৈচ বিণ. বন লগোৱা বা হাল বোৱাত নিযুক্ত হোৱা অৱস্থা।

বৈছা বি. বাৰ, বেলি a turn, a time.

বৈজয়ন্ত বি. ইন্দ্ৰৰ কাৰেং the palace of Indra.

বৈজয়ন্তী বি. ইন্দ্ৰপুৰী, অমৰাৱতী, পতাকা, ধ্বজা a flag.

বৈজয়ন্তী বি. আজানুলম্বিত বিষ্ণুৰ পাঁচ বৰণীয়া মালা, জয়ন্তী গছ।

বৈজ্ঞানিক বিজ্ঞানবেত্তা, বিজ্ঞান জনা মানুহ a scientist. বিণ. বিজ্ঞান সম্বন্ধীয় scientific.

বৈঠ অক. ধা. বহ to sit down. হাতীক আঁঠু কাঢ়িবলৈ কোৱা মাত। বৈঠ পৰ আঁঠু কাঢ়ি বহা। বৈঠ পেলা আঁঠু কাঢ়া।

বৈঠক বি. কোনো বস্তু থোৱা আধাৰ বা খুৰা a stand, সভা meeting. বৈঠকখানা বি. বহাঘৰ বা কোঠা a drawing room.

বৈঠকী মজলিছৰ যোগ্য।

বৈতৰণী বি. যমপুৰীলৈ যোৱাৰ বাটত থকা নৈ।

বৈতালিক বি. গায়ন, স্তুতিপাঠক a bard, a minstrel.

বৈদগ্ধ্য ৰসজ্ঞান, পাণ্ডিত্য, চাতুৰ্য্য।

বৈদর্ভ বিদর্ভ দেশীয়।

বৈদান্তিক বেদান্ত সম্বন্ধীয়, বেদান্তবাদী।

বৈদিক বিণ. বেদৰ মতে চলা বা প্ৰবৰ্ত্তা following the Vedas, বেদে বিধান বা ব্যৱস্থা কৰা laid down by the Vedas, বেদ সম্বন্ধীয় Vedic.

বৈদূৰ্য্য বি. এবিধ ক'লা বৰণৰ পাথৰ cat's eye.

বৈদেশিক বিণ. বিদেশীয়, অন্য দেশৰ পৰা অহা foreign.

বৈদ্য বি. চিকিৎসক, বেজ a physician, বৈদ্যনাথ শিৱ। বৈদ্যবৃত্তি বি. বেজালি, the profession of a physician

বৈদ্যুতিক বিণ. বিজুলী সম্বন্ধীয়, বিজুলীৰ electric.

বৈধ বিণ. বিধি সম্মত, আইন মতে কৰা lawful.

বৈধব্য বি. বিধবা হোৱা অৱস্থা widowhood.

বৈনতেয় বিনতাৰ পুতেক, অৰুণ আৰু গৰুড়।

বৈনাই বি. ভনীৰ গিৰিয়েক younger sister's husband.

বৈপৰীত্য বি. বিৰুদ্ধ বা বিপৰীত হোৱা অৱস্থা reverse.

বৈবাহিক বিণ. বিবাহ সম্বন্ধীয় relating to marriage.

বৈভৱ বি. ঐশ্বৰ্য্য, সম্পত্তি wealth, grandeur.

বৈভাষিক বিকল্পেসিদ্ধ, বৈকল্পিক, alternative.

বৈমাত্র, বৈমাত্ৰেয় বি. বিমাতাৰ, মাহী মাকৰ ল'ৰা a step-mother's son. স্ত্ৰী. বৈমাত্ৰী, বৈমাত্ৰেয়ী।

**বৈমানিক** বি. যি বিমানত ফুৰে, দেৱতা।
**বৈয়াকৰণ** বি. ব্যাকৰণ জানোতা a grammarian.
**বৈয়াজ** বিণ. সহিব পৰা, সহনি গুণ থকা placid, forbearing.
**বৈৰ** বি. শক্ৰতা, বৈৰীভাব enmity. **বৈৰনিৰ্য্যাতন** প্ৰতিশোধ, প্ৰতিহিংসা revenge, retaliation. **বৈৰভাৱ** শক্ৰভাব enmity. ক্ৰি. বিণ. **বৈৰভাৱে**।
**বৈৰাগী** বি. সংসাৰৰ সুখভোগ এৰি ঈশ্বৰত মন লগোৱা লোক, বৰাগী an ascetic.
**বৈৰাগ্য** বি. সংসাৰৰ প্ৰতি অনুৰাগ নথকা অৱস্থা asceticism.
**বৈৰাগ্য শতক** ভৰ্ত্তৃহৰিৰ দ্বাৰা ৰচিত এশ শ্লোকৰ বৈৰাগ্য উদ্দীপনমূলক কাব্য।
**বৈৰূপ্য** বিকৃতি।
**বৈৰিতা** বি. শত্ৰুতা enmity. **বৈৰী** শক্ৰ an enemy.
**বৈৰেণী** বি. দৰা-কন্যাৰ লগত থকা আলধৰা সধৱা তিৰোতা a bride's maid.
**বৈলথ** (পু. অ.) লাজ, অপমান shame, insult.
**বৈলক্ষণ্য** লাজ, বিষমতা, প্ৰভেদ, অন্যপ্ৰকাৰ contrariety, difference.
**বৈৱস্বত** বি. সপ্তম মনু, বৰ্ত্তমান যুগ, এই মনুৰ ৰাজত্বকাল।
**বৈশম্পায়ন** বি. ব্যাসৰ শিষ্য, এওঁ জন্মেজয় ৰজাক মহাভাৰত শুনাইছিল।
**বৈশাখ** বি. বহাগ মাহ the first month of the Hindu year.
**বৈশাখী** বি. বহাগ মাহৰ পূৰ্ণিমা তিথি।
**বৈশালী** প্ৰাচীন বিহাৰৰ মহানগৰী, জৈন ধৰ্ম্মৰ প্ৰবৰ্ত্তক মহাবীৰৰ জন্ম স্থান।
**বৈশিষ্ট্য** বি. বিশেষত্ব, অসাধাৰণতা।
**বৈশেষিক** বি. কণাদ প্ৰণীত দৰ্শন শাস্ত্ৰ।
**বৈশ্য** বি. খেতি-বাতি বা বেহা-বেপাৰ কৰি খোৱা জাতি।
**বৈশ্বানৰ** বি. অগ্নি fire.
**বৈশ্ৰৱণ** বি. বিশ্ৰৱন মুনিৰ পুতেক, কুবেৰ, ৰাৱণ, বিভীষণ, কুম্ভকৰ্ণ।
**বৈষম্য** বি. অসমতা, প্ৰভেদ difference.
**বৈষয়িক** বিণ. সাংসাৰিক কাৰ্য্য সম্পৰ্কীয় concerning worldly affairs, worldly.
**বৈষ্ণৱ** বি. বিষ্ণুৰ উপাসক one who worships Vishnu, বিষ্ণু সম্বন্ধীয়, ধৰ্ম্ম সম্প্ৰদায়। স্ত্ৰী. **বৈষ্ণৱী**।
**বৈসাদৃশ্য** অমিল, প্ৰভেদ, contrast
**বোক্-বোকনি** বি. মুখৰ ভিতৰৰ কৰা অব্যক্ত শব্দ।
**বোক্ বোকা** অ. ধা. মুখৰ ভিতৰতে বুজি নোপোৱাকৈ কোৱা।

**বোকণ্ডা** বি. বুঢ়া গোৱালি।

**বোকণ্ডী** বি. জুলি, মোনা bag.

**বোকা** বি. পঙ্ক, পেক, পানী মিহলি কোমল মাটি mud, নির্ব্বোধ, বোকোচা। **বোকা চাউল** কোমল চাউল। **বোকা ভাওনা** বি. জন্মাষ্টমীৰ দ্বিতীয় দিনা বোকাৰে কৰা ভাওনা বা খেমালি a sport with mud.

**বোকোচা** বি. মানুহ বা বস্তু বৈ নিয়া মানুহৰ পিঠি। **বোকোচাবান্ধ** ক্রি. পিঠিত তুলি বান্ধি ল to carry on the back.

**বোজা** বি. মুৰ বা পিঠিত নিয়া গধুৰ বস্তু load. **বোজাই** বিণ. বোজা দিয়া loaded.

**বোদ্‌বুদীয়া** বিণ. মৌন, নেমাতি থকা স্বভাৱৰ taciturn, habitually silent.

**বোধ** বি. অনুভব perception, জ্ঞান, বুজা শক্তি understanding, বুদ্ধি intellect. **বোধক** বিণ. বুজোৱা signifying. **বোধগম্য** বিণ. বুজিব পৰা comprehensible. **বোধন** বি. বোধ বা জ্ঞান দিয়া কাৰ্য্য act of giving knowledge. জগোৱা কাৰ্য্য act of rousing one from sleep. **বোধ্য** বোধ যোগ্য, বুজিব পৰা intelligible.

**বোধি** বি. পৰম জ্ঞান, যি আঁহত গছৰ তলত বহি শাক্যসিংহই বুদ্ধত্ব লাভ কৰিছিল। **বোধিসত্ত্ব** বৌদ্ধ শাস্ত্রোক্ত মহাপুৰুষ, তেওঁ বুদ্ধৰ পাছৰ অৱস্থা পাইছিল।

**বোন্দা** বি. ডাঙৰ মতা মেকুৰী a male cat. **বোন্দাকেঁচু** এবিধ ডাঙৰ কেঁচু। **বোন্দাকাঁহ** বি. বেয়া কাঁহ। **বোন্দাচৰ** টানচৰ। **বোন্দাপৰ** দি কোনো কাৰ্য্যৰ নিমিত্তে বহুত পৰ বৈ থাক।

**বোন্দোৰা** বিণ. কঁটীয়া, গঠীয়া dwarf. স্ত্রী. বুন্দৰী।

**বোপা-ককা** বি. পূৰ্ব্বপুৰুষ সকল fore-fathers.

**বোপাই** বি. পিতা father.

**বোপা, বোপাটি** কম বয়সীয়া মানুহক মৰমেৰে মতা মাত।

**বোবা** বি. কথা কব নোৱৰা লোক, অঁকৰা মানুহ a dumb person. বিণ. অঁকৰা mute.

**বোবোৰা** বি. সক সক কোঁহাযুক্ত pimple. **বোবোৰা-বোবোৰ** অনেক বোবোৰা যুক্ত।

**বোমা** বি. লোৰ ঘূৰণীয়া গোলা, কলাই খাৰ bomb.

**বোম্বাই** পশ্চিম ভাৰতৰ এখন শ্রেষ্ঠ নগৰ।

**বোম্বামলে, বোম্বালে** ক্রি. বিণ. ধাৰাসাৰে ceaselessly.

**বোৰ** (অব্যয়) সমূহ, বহুবচন বুজোৱা শব্দ।

**বোবোকা** বিণ. ওখোৰা-মোখোৰা,

সক সক উঠঙা থকা uneven, pitted. বিণ. বোবোকামুৱা।

**বোবোলা** বিণ. বৰণ আদিয়ে কামোৱা সাঁচৰ নিচিনা চকলা blotch. **বোবোলা-বোবোল** অনেক বোবোলা যুক্ত।

**বোৰ্কা** বি. পৰ্দাত থকা মুচলমান তিৰোতা বাহিৰলৈ যাবলৈ হলে পিন্ধা মূৰৰ পৰা ভৰিলৈকে গিলিপ মাৰিধৰা এবিধ সাজ।

**বোল** বি. আমৰ কলি an immature mango.

**বোল** বি. ৰং; বৰণ colour. **বোল খুৱা** বৰণ লগা to colour, to dye. **বোল খা, বোল ধৰ** বৰণ ধৰ to be coloured.

**বোল** সক. ধা. কথা ক, মাত to speak, to utter. বি. বাক্য, মাত কথা speech, তবলা, ঢোল আদিৰ শব্দ sound of drums. **বোল মাত** গালি শপনি abuse. **বোল-মাত কৰ** গালি শপনি কৰ। **বোল-মাত খা** গালি শপনি খা।

**বোলা** সক. ধা. কথা কোৱা, মতা to cause to speak, পৰিচয় দে to make known.

**বোলা** সক. ধা. বৰণ লগা to colour.

**বোলাবুলি** বি. উৎমনা উৎমনি, বাচ্যাবাচ্যি exchange of harsh words. **বোলা বচন, বোলা বাক্য** গালি শপনি।

**বোৱঁতী** বিণ. বৈ থকা, সোঁত থকা flowing.

**বোৱন** বি. কাপোৰ বোৱাৰ বেচ বা মূল্য cost of weaving.

**বোৱনী** বি. বেচ লৈ কাপোৰ বোৱা তিৰোতা, কাপোৰ বোৱাৰ বেচ a woman who weaves for wages, wages for weaving.

**বোৱা** সক. ধা. বৈ যাবলৈ দে to cause to flow, আনৰ হতুৱাই বৈ নিয়া to cause to be carried. আনৰ দ্বাৰা মাটি কৰা to cause to be ploughed, কাপোৰ কৰা, নাও চলোৱা cause to be woven or rowed.

**বোৱাৰী** বি. পো বা সক ভাইৰ ভাৰ্য্যা the wife of the son or younger brother ( পূ. অ. ) বোহাৰী।

**বোৱাল** বি. এবিধ গছ a kind of tree.

**বৌ** বি. ককাইৰ ঘৈণীয়েক ( কোনো কোনোৱে মাককো বৌ বোলে ) the elder brother's wife.

**বৌ-কথা-কৌ** বি. এবিধ চৰাইৰ নাম the name of a bird.

**বৌধা** বি. কলপটুৱাৰ, কচুৰ বা তালগছৰ পাতৰ ঠাৰিৰ তলৰ বহল ভাগ the sheath.

**বৌদ্ধ** বি. বুদ্ধৰ মতত চলা মানুহ,

ঈশ্বৰ আৰু পৰকাল নমনা লোক a Buddhist. বিণ. বৌদ্ধ ধৰ্ম্ম সম্বন্ধীয়। বৌদ্ধিক বুদ্ধি সম্বন্ধীয়।

**ব্যক্ত** বিণ. প্ৰকাশিত, বিদিত, স্ফুট expressed, manifest, made known.

**ব্যক্তি** বি. কোনো লোক person. **ব্যক্তিগত** individual. **ব্যক্তিত্ব** কোনো লোকৰ স্বাতন্ত্ৰ্য বা নিজত্ব individuality. **ব্যক্তি বাচক, ব্যক্তি বোধক** কোনো মানুহক বুজোৱা signifying an individual. **ব্যক্তি স্বাতন্ত্ৰ্য** নিজৰ ব্যক্তিগত মতামতৰ অনুবৰ্ত্তিতা।

**ব্যগ্ৰ** বিণ. আগ্ৰহযুক্ত eager, ব্যস্ত, উতলা impatient. বি. **ব্যগ্ৰতা**।

**ব্যঙ্গ** বি. উপহাস, বিদ্ৰূপ sarcasm.

**ব্যঞ্জক** বিণ. প্ৰকাশক, বোধক, সূচক expressing.

**ব্যঞ্জন** বি. ক ফলাৰ আখৰ বোৰ consonants, আঞ্জা curry. **ব্যঞ্জনা** অভিধা আৰু লক্ষণাৰ দ্বাৰা বাক্যাৰ্থ প্ৰকাশ নেপালে ইয়াৰ অৰ্থ বোধৰ নিমিত্তে যি অন্যশক্তিৰ আৱশ্যক সিয়েই ব্যঞ্জনা শক্তি, suggestiveness. **ব্যঞ্জনা বৃত্তি** যি বৃত্তিৰ দ্বাৰা বক্তাৰ বক্তব্যৰ অতিৰিক্ত গূঢ়াৰ্থ বোধ হয়। **ব্যঞ্জনান্ত** ব্যঞ্জন আখৰ শেষত থকা।

**ব্যঞ্জনা** বি. প্ৰকাশ expression.

**ব্যতিক্ৰম** বি. লঙ্ঘন, নিয়মৰ বাহিৰ হোৱা অৱস্থা deviation from the rule, বৈপৰীত্য reverse.

**ব্যতিব্যস্ত** বিণ. অত্যন্ত ব্যস্ত, বিব্ৰত।

**ব্যতিৰেকে** (অব্যয়) বিনা, বাজে except, save.

**ব্যতিহাৰ** বিনিময়; পৰস্পৰৰ একে আচৰণ, reciprocity.

**ব্যতীত** বিনা, ব্যতিৰেকে without, except.

**ব্যথা** বি. বেদনা pain, দুখ sorrow.

**ব্যথিত** বিণ. পীড়িত, দুখ পোৱা, pained.

**ব্যপদেশ** বি. ছল pretext.

**ব্যভিচাৰ** বি. অনাচাৰ, বেয়া আচৰণ conduct against morality, স্ত্ৰী পুৰুষৰ অবৈধ সংসৰ্গ adultery. বিণ. **ব্যভিচাৰী** যি ব্যভিচাৰ কৰে, ভ্ৰষ্ট। স্ত্ৰী. **ব্যভিচাৰিণী**।

**ব্যয়** বি. খৰচ expenditure. বিণ. খৰচ কৰা expended, spent. **ব্যয়শীল** খৰচী, অপব্যয়ী prodigal.

**ব্যৰ্থ** বিণ. নিষ্ফল, বিফল fruitless. বি. **ব্যৰ্থতা**। **ব্যৰ্থ-কাম** বিফল মনোৰথ।

**ব্যৱধান** বি. দুটা বস্তুৰ মাজত থকা শূন্য ঠাই, আঁতৰ intervening space between two things.

**ব্যৱসায়** বি. বৃত্তি, জীৱিকা pro-

fession, কাৰবাৰ, বেপাৰ, বাণিজ্য business, trade.

**ব্যৱসায়াত্মিকা** বিণ. দৃঢ় সংকল্পযুক্ত determined to succeed.

**ব্যৱসায়ী** বি. বেপাৰী a trader জীৱিকা অৰ্জ্জন কামত নিযুক্ত engaged in business. জীৱিকা অৰ্জ্জা লোক one engaged in any business.

**ব্যৱস্থা** বি. কোনো কাম কৰাৰ উপায় বা দিহা, বন্দবস্তু arrangement for doing a thing, পণ্ডিত, শাস্ত্ৰ বা সমাজে দিয়া বিধি বা আইন legal opinion or principle laid down by the society, a learned man or a law-giver. **ব্যৱস্থাপক** বিণ. ব্যৱস্থা কৰা, আইন গঠন কাৰক ( সভা ), বিধান কৰ্ত্তা making law, legislative. **ব্যৱস্থাপন,** বিধি নিৰ্দ্ধাৰণ, আইন প্ৰণয়ন legislation. বিণ. **ব্যৱস্থাপিত।** **ব্যৱস্থা-শাস্ত্ৰ** বি. আইনৰ পুথি, স্মৃতি-শাস্ত্ৰ a code of laws.

**ব্যৱহৰ্ত্তা** বি. ব্যৱহাৰ কৰ্ত্তা, বিচাৰক।

**ব্যৱহাৰ** বি. আচৰণ behaviour, dealings, প্ৰয়োগ কাৰ্য্যত নিয়োগ বা লগোৱা act of using a thing, ৰীতি, নিয়ম usage, খোৱা লোৱাৰ চলাচল social intercourse, আইন শাস্ত্ৰ। **ব্যৱহাৰ-জীৱী** আইন ব্যৱসায়ী, উকীল।

**ব্যৱহাৰিক** ব্যৱহাৰ সিদ্ধ, প্ৰয়োগ বিষয়ক applied, practical.

**ব্যৱহাৰ্য্য** কাৰ্য্যত লগাবৰ উপযুক্ত, ব্যৱহাৰ যোগ্য fit for use.

**ব্যৱহৃত** কামত লগোৱা, আচৰিত অনুষ্ঠিত used.

**ব্যষ্টি** বি. পৃথক পৃথক ভাৱ individuality.

**ব্যসন** বি. অকৰ্ত্তব্য কৰ্ম্ম, নকৰিব লগীয়া কাম, দোষ vice, ব্যসন দহবিধ (১) মৃগয়া, (২) পাশা খেলা, (৩) দিনত শয়ন, (৩) লোক নিন্দা, (৫) বেশ্যাগমন, (৬) মদ খোৱা (৭) অত্যাচাৰ, (৮) প্ৰতাৰণা, (৯) পৰশ্ৰীকাতৰ, (১০) হিংসা।

**ব্যস্ত** বিণ. অতিশয়ৰূপে কোনো কামত নিযুক্ত deeply engaged in work, ব্যাকুল agitated. **ব্যস্ততা** বি. ব্যস্ত থকা অৱস্থা, perplexity.

**ব্যাকৰণ** বি. যি শাস্ত্ৰৰ দ্বাৰাই ভাষাৰ গঠন প্ৰণালী ভালকৈ জানিব পাৰি a grammar. **ব্যাকৰণজ্ঞ** ভালকৈ ব্যাকৰণ জনা। **ব্যাকৰণসিদ্ধ** ( সঙ্গত ) ব্যাকৰণ মতে হোৱা according to the rules of grammar. **ব্যাকৰণবিৰুদ্ধ** ব্যাকৰণৰ নিয়মৰ বিপৰীত।

**ব্যাকুল** বিণ. অতিশয় আকুল বা অস্থিৰ, উৎকণ্ঠাযুক্ত perplexed,

distracted. বি. ব্যাকুলতা। বিণ. ব্যাকুলিত উৎকণ্ঠিত।

ব্যাখ্যা বি. ভালকৈ বুজাই কোৱা, বৰ্ণনা explanation (পু. অ.) ব্যাখ্যান।

ব্যাঘাত বি. বিঘিনি, প্ৰতিবন্ধক, বাধা obstacle, impediment.

ব্যাঘ্ৰ বি. বাঘ, বন বজা a tiger. স্ত্ৰী. ব্যাঘ্ৰী।

ব্যাজ ছল।

ব্যাজোক্তি দ্ব্যৰ্থ বাক্য equivocal term.

ব্যাজস্তুতি নিন্দা কৰাৰ ছলত স্তুতি নাইবা স্তুতি কৰাৰ ছলত নিন্দা কৰা বুজালে ব্যাজস্তুতি অলঙ্কাৰ হয়।

ব্যাদান বি. মেলা কাৰ্য্য (মুখ) act of opening.

ব্যাধ বি. বনৰীয়া জন্তু মাৰি মঙহ বেচি প্ৰবৰ্ত্তা মানুহ a hunter.

ব্যাধি বি. ৰোগ, নৰিয়া disease, illness, ব্যাধিগ্ৰস্ত পীড়িত, ৰোগে-ধৰা sick, ill.

ব্যান বি. যোগ শাস্ত্ৰমতে শৰীৰৰ এটা বায়ু।

ব্যাপ অক. ধা. বিয়প, বহু ঠাই জুৰি পৰ to spread. সক. ধা. বহল হৈ ঢাকি ধৰ to spread over. কৃদ. বিণ. ব্যাপ্ত। বি. ব্যাপ্তি।

ব্যাপক বিণ. বহু ঠাই জুৰি থকা extending over a large space. বি. বহু ঠাই বিয়পি থকা বস্তু that which pervades, যি বহু বিষয় আশ্ৰয় কৰে comprehensive.

ব্যাপাৰ বি. কাৰ্য্য, শয়ন ভোজন আদি কাম act, business.

ব্যাপী বিণ. ব্যাপ্ত, বহু ঠাই জোৰা extending widely.

ব্যাপৃত বিণ. লাগি থকা, নিযুক্ত থকা engaged.

ব্যাপ্ত বিণ. বহু ঠাই জুৰি থকা out-spread, সকলো ফালে থকা pervaded, ব্যাপ্তি বি. পৰিসৰ, বিস্তাৰ। ব্যাৱহাৰিক ব্যৱহাৰ সিদ্ধ, applied, বাস্তৱ নহলেও বাস্তৱ বুলি যাক মানি লোৱা হয়।

ব্যায়াম বি. পৰিশ্ৰম, অঙ্গ পৰিচালনা gymnastics.

ব্যাৰিষ্টাৰ বি. উচ্চশ্ৰেণীৰ উকিল barrister.

ব্যাস বি. ঘূৰণীয়া বস্তুৰ মাজৰ ৰেখা, যি ৰেখাই বৃত্তৰ কেন্দ্ৰ ভেদ কৰি দুয়োফালে পৰিধি স্পৰ্শ কৰে diameter. ব্যাসাৰ্দ্ধ ব্যাসৰ আধা radius.

বেদ-ব্যাস বেদ-বিভাগ কৰ্ত্তা মুনি।

ব্যাহত বিণ. বাধা প্ৰাপ্ত obstructed.

ব্যুৎপত্তি বি. জ্ঞান, অভিজ্ঞতা, শাস্ত্ৰত নিপুণতা proficiency, শব্দৰ মূল, শব্দৰ প্ৰকৃতি প্ৰত্যয়াদিৰ বিভাগ derivation, etymology.

**ব্যুৎপন্ন** বিণ. ভালকৈ ব্যুৎপত্তি থকা thoroughly proficient.

**ব্যূহ** বি. বেহ, যুদ্ধত সৈন্য বিন্যাস a phalanx of troops.

**ব্যোম** বি. আকাশ the sky. **ব্যোমকেশ** শিব। **ব্যোমযান** আকাশী বথ aeroplane.

**ব্রজ** বি. মথুবাব অন্তৰ্গত এখন গুবাল গাওঁ, কৃষ্ণব শিশুলীলাব ঠাই, গোকুল Gokul, a village near Mathura. **ব্রজনাথ, ব্রজবল্লভ** কৃষ্ণ। **ব্রজভাষা** মথুবা, আগ্রা আদি ঠাইত চলিত পছিম-হিন্দী ভাষা। **ব্রজাবলি, ব্রজবুলি** বৈষ্ণব সাহিত্যত ব্যবহৃত ভাষা।

**ব্রজন** ভ্রমণ।

**ব্রণ** বি. খহু, গাঁড়, ফোঁহোবা a boil.

**ব্রত** বি. পুণ্যাব কাবণে কবা উপবাস, পূজা আদি an austerity, as fasting, প্রধান উদ্দেশ্য, দৃঢ় সঙ্কল্প an avowed object, a vow. **ব্রতী** বিণ. ব্রত কবা, কোনো কার্য্যত নিযুক্ত।

**ব্রহ্ম** বি. পবমেশ্বব, নিৰ্গুণ পবমাত্মা God, অতিশয়, অতিপাত 'ব্রহ্ম অকাল' severe. **ব্রহ্ম-আকাল** বি. বব দুৰ্ভিক্ষ, একো বস্তু পাবলৈ নোহোবা severe famine. **ব্রহ্ম-কণ** চাউলব খুদ। **ব্রহ্মকুণ্ড** আসামব পূবফালে মিচিমি পৰ্বতত থকা এটা পবিত্র কূপ। **ব্রহ্মচৰ্য্য** ইন্দ্রিয় সংযম কবি বেদ পাঠ আদি কবি থকা অবস্থা। **ব্রহ্মচাবী** ব্রহ্মচৰ্য্য পালনকাবী। স্ত্রী. **ব্রহ্মচাবিণী**। **ব্রহ্মজ্ঞ** ঈশ্বৰক জনা, পবমার্থ জনা। **ব্রহ্মজ্ঞান** পবমার্থ জ্ঞান। **ব্রহ্মজ্ঞানী** ঈশ্বৰব তত্ত্ব জনা মানুহ, পবমার্থ জনা লোক। **ব্রহ্মডিম্ব** ব্রহ্মাণ্ড, জগত। **ব্রহ্মঠগ** বব ডাঙব ঠগ। **ব্রহ্মত্ব** বামুণৰ অবস্থা বা গুণ, ঈশ্বৰত্ব।

**ব্রহ্ম-তিতা** বব তিতা, very bitter.

**ব্রহ্মদৈত্য** বি. পিশাচ, ব্রাহ্মণ প্রেত। **ব্রহ্মনির্ব্বাণ** মুক্তি, ঈশ্বৰত লয় পোবা অবস্থা। **ব্রহ্মণ্য** বি. নাবায়ণ, বিষ্ণু। **ব্রহ্মপদ** ঈশ্বৰত্ব। **ব্রহ্মপুত্র** হিমালয় পৰ্ব্বতবপবা ওলাই আসাম আক বঙ্গদেশৰ মাজেৰে বৈ যোৱা নদী। **ব্রহ্মবধ** বামুণ বধ কবা কাৰ্য্য। **ব্রহ্মবধী** বি. বামুণক মবা লোক। **ব্রহ্ম বাদী** বি. বেদ অধ্যয়ন কবোঁতা, বেদান্ত মতাবলম্বী, follower of vedas. **ব্রহ্ম-ভোজ, ব্রহ্মভোজন** পুণ্যাব কাবণে অনেক বামুণক খুওৱা ভোজ। **ব্রহ্মময়** ঈশ্বৰ স্বৰূপ, ঈশ্বৰব দ্বাবা ব্যাপ্ত। **ব্রহ্মমুহূৰ্ত্ত** বেলি ওলোবাব আগব দুই দণ্ডকাল two dandas or 44 minutes just before sun-rise. **ব্রহ্মযজ্ঞ** বেদাদি পাঠ কবা কাৰ্য্য। **ব্রহ্মযোনি** ব্রহ্মা। **ব্রহ্মবস্ত্র** তালুব ওপবত থকা সৰু

ফুটা। ব্ৰহ্ম-ৰাক্ষস বি. ব্ৰাহ্মণৰ পৰা উৎপত্তি হোৱা ৰাক্ষস, যেনে—ৰাৱণ। ব্ৰহ্মৰ্ষি বশিষ্ঠাদি ঋষি। ব্ৰহ্মসূত্ৰ উপবীত, লগুণ। ব্ৰহ্মলোক ব্ৰহ্ম থকা ঠাই। ব্ৰহ্মবাদী যি বেদ শিকায় বা ব্যাখ্যা কৰে। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ ১৮ খন পুৰাণৰ ভিতৰত এখন পুৰাণ। ব্ৰহ্মশাপ ব্ৰাহ্মণে দিয়া অভিশাপ। ব্ৰহ্মসংহিতা বি. ব্ৰহ্মজ্ঞান সম্পৰ্কে বেদৰ পৰিশিষ্টি। ব্ৰহ্মসূত্ৰ বি. লগুণ। ব্ৰহ্মস্ব বামুণৰ বস্তু বা ধন। ব্ৰহ্মহত্যা ব্ৰহ্মবধ।

ব্ৰহ্মা বি. সৃষ্টি কৰ্ত্তা, প্ৰজাপতি, বিধাতা the creator of the universe. ব্ৰহ্মানন্দ ঈশ্বৰৰ সৰ্ব্বদা আনন্দময় অৱস্থা, ঈশ্বৰ চিন্তা কৰোঁতে পোৱা আনন্দ।

ব্ৰহ্মাণ্ড বি. জগত the world. ব্ৰহ্মাবৰ্ত্ত সৰস্বতী আৰু দৃষদ্বতী নদীৰ মাজৰ প্ৰাচীন দেশ।

ব্ৰহ্মাবৰ্ত্ত সৰস্বতী আৰু দৃষদ্বতী নদীৰ মাজৰ অঞ্চল।

ব্ৰহ্মাস্ত্ৰ বি. মহা তেজবান অব্যৰ্থ অস্ত্ৰ, ব্ৰহ্মোত্তৰ বামুণক দিয়া নিষ্কৰ মাটি।

ব্ৰাত্য বিণ. সংস্কাৰহীন, পতিত।

ব্ৰাহ্ম একমাত্ৰ নিৰাকাৰ ঈশ্বৰক ভজা আৰু সকলো মানুহকে সমান জ্ঞান কৰা মানুহ, ব্ৰহ্মজ্ঞানী, তেওঁলোকৰ সম্প্ৰদায়ক ব্ৰাহ্মসমাজ বোলে।

ব্ৰাহ্মণ বি. বামুণ a Brahmin. স্ত্ৰী. ব্ৰাহ্মণী। ব্ৰাহ্মণ্য ব্ৰাহ্মণৰ ধৰ্ম্ম, ব্ৰাহ্মণত্ব।

ব্ৰাহ্মী বি. এবিধ শাক। ব্ৰাহ্মীলিপি প্ৰাচীন ভাৰতৰ একপ্ৰকাৰ বৰ্ণমালা।

ব্ৰীড়া বি. লাজ shame.

ব্লটিং কাগজ চিয়াহী শুকোৱা কাগজ blotting paper.

ব্লাউজ বি. মাইকী মানুহে পিন্ধা চোলা।

---



ভ ব্যঞ্জনবৰ্ণৰ চৌবিছ আখৰ the twentyfourth letter of the consonants.

ভংভঙীয়া বিণ. ভলভলীয়া, পেটত কথা নথকা open-hearted, frank.

ভঁইৰা বি. তোমোৰা গছ অ'ক তাৰ গুটি a tree and its fruit.

ভঁজ বি. বিকৃত বা ক্ষীণ ৰূপ, বঠি distorted or emaciated form. ভঁজীয়া বিণ. বেঁকা, ভাঁজ থকা crooked or distorted.

ভঁজুৱা বিণ. মিহলি থকা, কৃত্ৰিম alloyed.

ভঁৰলুৱা বিণ. ভৰালত থোৱা kept in a store-house

ভঁৰাল বি. ধান থোৱা চাংঘৰ a granary, ধানৰ বাহিৰে অইন বস্তু

থোৱা ঘৰ বা কোঠা a store-house or room.

**ভঁৰালী** বি. ভঁৰালত বস্তু সামৰি ৰখা মানুহ a store-keeper. স্ত্রী. **ভঁৰালীনী, ভঁৰালিয়নী।**

**ভকত** বি. ঈশ্বৰৰ উপাসক a votary or devotee of god, কোনো সত্রত গোসাঁইৰ আশ্রয়ত থকা লোক a disciple of a Gossain living in a Satra, কোনো বস্তুত বৰকৈ ৰত হোৱা মানুহ a man much attached to a particular thing, স্ত্রী. **ভকতনী। ভকত-সেৱা** ভকতক খুৱাই তেওঁলোকৰ দ্বাৰাই নামকীৰ্ত্তন কৰোৱা কাৰ্য্য a feast given to Bhakatas. **ভকতালি** বি. ভকতৰ আচাৰ বা স্বভাৱ।

**ভকতি** বি. ঈশ্বৰ নাইবা পূজনীয় লোকৰ প্রতি শ্রদ্ধা বা অনুৰাগ devotion, worship, আসক্তি attachment. **ভকতীয়া** বিণ. অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ আচাৰ নীতি আদিত প্রবৰ্ত্তা, ভকতৰ সম্বন্ধীয়। **ভকতীয়া বান্ধ** মিঠা মুখেৰে টানকৈ ধৰা বা কোমল কথাৰে হেঁচি ধৰা কাৰ্য্য।

**ভকৃভক্** বি. জুইয়ে পুৰিলে হোৱা বেদনা বুজাবলৈ ব্যৱহাৰ কৰা শব্দ। অক. ধা. **ভকৃভকা** চেং চেঙা, পোৰণি ধৰ। বি. **ভকভকনি** পোৰণি। ক্রি. বিণ. **ভকৃভক্ কৰে।**

**ভকৰা মাত** বি. গালি, টেঙা মাত angry or abusive speech.

**ভকা কপাহ** বি. বেছি বগা আৰু দীঘল জোলাৰে কপাহ cotton containing long fibres. **ভকা-পুঠি** ডাঙৰ পুঠি মাছ।

**ভকুৰা, ভকুৰা টেপা** বি. বাহু মাছৰ পোৱালি a small or young Bahu fish. **ভকুৰা মুখা** বোন্দা having a big face. স্ত্রী. **ভকুৰা মুখী।**

**ভক্ত** বিণ. ভক্তিমান, পূজক devotee, অনুৰক্ত, অনুগত। **ভক্তবৎসল** ভক্তৰ প্রতি স্নেহশীল merciful to votaries. **ভক্তাধীন** ভক্তৰ অধীন।

**ভক্তি** বি. পূজ্য ব্যক্তি বা ঈশ্বৰৰ প্রতি অনুৰাগ devotion, শ্রদ্ধা, সেৱা humble solicitation. বিণ. **ভক্তিমান, ভক্তিমন্ত।** স্ত্রী. **ভক্তি-মতী। ভক্তি-ভাবে** ক্রি. বিণ. বৰ সম্মানেৰে, বৰ শ্রদ্ধাৰে, reverently. **ভক্তিভাজন** ভক্তিৰ পাত্র। **ভক্তিপৰ** বিণ. ভক্তিৰস পূৰ্ণ, ভক্তিৰসক প্রাধান্য দিয়া। **ভক্তিমাৰ্গ** ভক্তিপথ। **ভক্তিবাদ, ভক্তিযোগ** ভক্তিৰে কৰা ঈশ্বৰ সাধনা। **ভক্তি ৰত্নাকৰ** বি. শ্রীমন্ত শঙ্কৰদেৱে নানা সংস্কৃত গ্রন্থৰ পৰা শ্লোক সংগ্রহ কৰি প্রস্তুত কৰা এখন সংস্কৃত পুথি। **ভক্তিৰত্নাৱলী** মাধৱদেৱে অনুবাদ কৰা এখন পুথিৰ নাম। **ভক্তি ৰস** বি. ভগৱানৰ

ওচৰত আত্মনিবেদন আৰু তেওঁৰ কৃপা লাভ কৰিবলৈ ভগৱানৰ যি ঐশ্বৰ্য্য-বিভূতি আৰু মাহাত্ম্য কীৰ্ত্তন বা শ্ৰৱণ কৰা হয় আৰু ইয়াত যি ৰসৰ সৃষ্টি হয় তাকে ভক্তিৰস বোলে। ভক্তিহীন বিণ. ভক্তি নোহোৱা, শ্ৰদ্ধাহীন devoid of devotion. ভাৰ্গৱ বি. প্ৰাগজ্যোতিষপুৰৰ অধিপতি নৰকাসুৰৰ পুত্ৰ।

ভগ বি. যোনি, মলদ্বাৰ, ঐশ্বৰ্য্য, বীৰ্য্য, যশ, শ্ৰী, জ্ঞান আৰু বৈৰাগ্য, সৌভাগ্য, সৌন্দৰ্য্য।

ভগন বি. ধন খৰচ, ব্যয় expenditure, শত্ৰুৱে দেশ আক্ৰমণ কৰিলে প্ৰজাৰ পলায়ন, বিপ্লৱ desertion of homes by people during an invasion. ভগনিয়াৰ নিজৰ দেশ এৰি গৈ আন ঠাইত বসতি কৰা মানুহ an emigrant. ভগনীয়া বিণ. ভয় বিপদ বা কোনো দুখ যন্ত্ৰণাৰ গতিকে পলাই যোৱা, আপদৰ নিমিত্তে স্থানান্তৰ হোৱা, নিজৰ ঘৰ-দুৱাৰ এৰি অইন ঠাইত থকা মানুহ fugitive, refugee.

ভগন্দৰ বি. গুহ্যাঙ্গ আৰু বহিৰ্দ্বাৰৰ মাজত ঘা হোৱা এবিধ ৰোগ a fistula in the anus region.

ভগৱতী বি. দুৰ্গাদেৱী, দেৱী a goddess specially Durga, ভগৱতী-ওলা আই ওলা, বসন্ত ৰোগ হ to be attacked with small-pox.

ভগৱদ্ গীতা মহাভাৰতৰ অন্তৰ্গত অৰ্জ্জুনৰ প্ৰতি কৃষ্ণৰ উপদেশ।

ভগৱান, ভগৱন্ত বি. ঈশ্বৰ, বিষ্ণু the supreme being, Vishnu. বিণ. ঈশ্বৰ স্বৰূপ, মহিমাময় divine.

ভগা বিণ. নষ্ট হোৱা, ভাগিছিগি যোৱা, ছিগা broken, cracked, ruined, ভাগি অন্ত হোৱা dispersed. পদৰ পৰা চ্যুত হোৱা removed. ভগা-বটা পুৰণি বস্তু মেৰামত কৰা repaired. সক. ধা. ভাগ কৰ, বিলা to divide, to distribute, ভগা-ভাগি ভাগ ভাগ কৰি দিয়া কাৰ্য্য।

ভগিনী বি. ভনী a sister.

ভগিনী-নিবেদিতা বি. এখেতৰ আচল নাম কুমাৰী মাৰ্গেৰেট নোবেল। তেখেতৰ ঘৰ আছিল আয়াৰ্লেণ্ডত আৰু স্বামী বিবেকানন্দৰ মতত আকৃষ্ট হৈ খ্ৰীঃ ১৮৯৮ চনত ভাৰতলৈ আহি তেওঁৰ ওচৰত আত্মনিবেদন কৰে।

ভগিয়াৰ বি. ভাগ পাওঁতা, অংশী a co-sharer. ভগীয়া সক. ধা. ভাগ কৰ, ভগা। ভগীয়া বিণ. অংশ বা ভাগ পোৱা getting a share, ভাগ সম্বন্ধীয়।

ভগীৰথ বি. এজনা সূৰ্য্যবংশীয় ৰজা, এওঁ পৃথিবীলৈ গঙ্গাক নমাই আনিছিল।

ভগ্ন বি. ভগা, খণ্ড হোৱা broken. ভগ্নদূত বি দূতে পৰাজয়ৰ সংবাদ

আনে। **ভগ্নপ্ৰায়** ধ্বংসপ্ৰায়। **ভগ্নস্তূপ** ধ্বংসাৱশেষ। **ভগ্ন-হৃদয়** হতাশ, উদ্যমহীন, নিৰুৎসাহ। **ভগ্নাংশ** ভগ্নবস্তুৰ অংশ, এক অঙ্কক অইন অঙ্কেৰে ভাগ কৰি যি বাশি পোৱা হয় যেনে—$\frac{1}{2}$, $\frac{3}{4}$, a vulgar fraction. **ভগ্নাৱশেষ** ধ্বংসাৱশেষ, কোনো বস্তু ভাগি ছিগি যোৱাৰ পাছত থকা অংশ ruins, remnants. **ভগ্নোৎসাহ** উৎসাহ হীন। **ভগ্নোদ্যম** উৎসাহহীন।

**ভঙনীয়া** বি. খুচুৰা, সৰু, কম মূল্যৰ of small values, সৰু মুদ্ৰা small coins.

**ভঙা** সক. ধা. আনক ভাঙিবলৈ দে to cause to be broken, বুধি দি লগ এৰুৱা to lead astray, যুক্তি দেখুৱাই মনৰ পৰা আঁতৰোৱা, মাত্তি নহবলৈ শিকা to dissuade, বেছি মূল্যৰ মুদ্ৰা বা নোটৰ পৰিবৰ্ত্তে কম মূল্যৰ বেছি সংখ্যক মুদ্ৰা বা নোট লোৱা।

**ভঙা লভাত বাগ দিয়া** কোনো এটা কাৰ্য্যৰ সময় পাৰ হৈ যোৱাৰ পিছত সেই কামটো কৰিবলৈ অহা।

**ভঙুৱা** বি. ভাং খোৱা লোক। বিণ. ভাং খোৱা। স্ত্ৰী. **ভাঙুৰী**।

**ভঙ্গ** বি. পৰাজয় defeat, ভগা broken, নিষ্ফল frustrated, হানি, নাশ ( স্বাস্থ্যভঙ্গ ), লঙ্ঘন ( প্ৰতিজ্ঞা ভঙ্গ )।

**ভঙ্গি, ভঙ্গী** বি. অঙ্গ বিন্যাস, হাত, ভৰি মুখ, চকু আদিৰ ঠাৱ attitude, posture, মনৰ ভাব বুজাবলৈ অঙ্গচালনা gesture, ধৰণ manner. **ভঙ্গিমা** ভঙ্গী।

**ভঙ্গুৰ** বি. ঠুনুকা, সোনকালে নষ্ট হোৱা fragile.

**ভচহ** বি. ফচহ, নগণ্য মানুহ a man of no worth.

**ভচহ** বি. এবিধ ঔষধত লগা গছ a kind of medicinal shrub.

**ভচা** বি. বিষ্ঠাৰ লদা। **ভচি** বস্তু কিনা বেচা কৰোতে দিয়া 'ফাও'।

**ভজ** সক. ধা. উপাসনা কৰ, পূজা কৰ to worship, বৰণ কৰ, স্বামীৰূপে ল to accept as a husband, আশ্ৰয় ল to seek help. **ভজন** উপাসনা কৰা, দেৱতাৰ মহিমা গান। **ভজনা** উপাসনা। **ভজনীয়** পূজিবৰ যোগ্য, পূজনীয়।

**ভজন্তা** যি ভজে বা পূজে।

**ভজলুক** বি. জলকীয়া।

**ভজা** সক. ধা. গুৰুক ভজিবলৈ বা আৰাধনা কৰিবলৈ শিকা, কোনো দেৱতাৰ পূজাৰ ক্ৰম শিকা।

**ভজা** সক. ধা. আনৰ হতুৱাই তেলত বা ঘিউত কোনো বস্তু সিদ্ধ কৰা to cause to be fried. **ভজা** বি. গুকানে বন্ধা আজা, এবিধ গছ, পোজাৰ গছ।

**ভঞ্জ** সক. ধা. ভাং, নাশ কৰ to break, to destroy. **ভঞ্জন** ভাঙন, নাশ কৰণ, ভাঙোতা।

**ভটং** কোনো গোটা বস্তু পানীত পৰাৰ নিচিনা শব্দ।

**ভটৰ্ ভৰী** ছিগোঁতে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **ভটৰাই**।

**ভটা** বি. পুৰিবৰ কাৰণে দমোৱা ইটা বা চূণ শিলৰ দম a brick or lime kiln.

**ভটা** বি. টাংগুটি খেলৰ মাৰি a club with curved end. **ভটা গুটি** টাংগুটি খেলৰ গুটি, ভণ্টা।

**ভটিমা** বি. স্তুতি পদ্য, ঈশ্বৰ, গুৰু বা ৰজাৰ গুণ বৰ্ণনা কৰি ৰচনা কৰা পদ্য (বিশেষকৈ শঙ্কৰদেৱ আৰু মাধৱদেৱে লিখা) a class of Vaishnavite hymns.

**ভটীয়নি** বি. নৈৰ ভাটী বা নামনি ফাল, ভটীয়াই যোৱা সোঁত the lower course of a stream, down stream.

**ভটীয়া** অক. ধা. নৈৰ নামনি ফালে যা, ভটীয়াই যা to go down stream, কোনো দেশৰ পশ্চিম ফাললৈ যা, বিচনাৰ ভৰিৰ ফাললৈ যা। বিণ. ভটীয়াই যোৱা, ভাটী ফাললৈ যোৱা।

**ভট্ট, ভট্টদেৱ** বি. পণ্ডিত অধ্যাপক, উপাধি বিশেষ। **বৈকুণ্ঠনাথ-ভট্টদেৱ** ভাগৱত কথা আৰু গীতা কথা ৰচয়িতা।

**ভট্টাচাৰ্য্য** বি. ভাঙৰ পণ্ডিত লোক a great scholar, ৱাম্ভণৰ এটা উপাধি the title of a Brahmin

**ভট্টাৰক** বি. পণ্ডিত, ব্ৰহ্মা, দেৱতা।

**ভট্টি** বি. সংস্কৃত ভাষাত লিখিত এখন কাব্যৰ নাম।

**ভঠেলি** বি. কামৰূপত বহাগ মাহত কৰা উৎসৱ, এই উৎসৱত বাঁহ সজোৱা হয়। **ভঠেলি ভাং** এদলে আনন্দলক বৰকৈ মাৰ।

**ভণ** সক. ধা. লিখ, ৰচনা কৰ to compose. বি. **ভণন**। **ভণিত** বিণ. ৰচিত, লিখিত composed.

**ভণিতা** পদ পুথিৰ আধ্যাৰ অন্তত পদ-পুথি লিখোঁতাই লিখা তেওঁৰ নাম আদি।

**ভণ্টা** বি. টাংগুটি খেল, হাতুতলৈ ধেমালি কৰা গুটি।

**ভণ্ড** বিণ. বঞ্চক, মিছলীয়া, ছলাহী মানুহ a hypocrite, a deceiver. **ভণ্ডল কৰ** নষ্ট কৰ, চুৰা নিকা একে কটি কৰ।

**ভণ্ড তপস্বী** লোকক দেখুৱা সাধু, প্ৰবঞ্চক hypocritical ascetic.

**ভণ্ডতা** বি. ভণ্ডৰ স্বভাৱ hypocritical piousness.

**ভণ্ডামি** বি. ফাকি-ফুকা, প্ৰবঞ্চনা hypocricy.

**ভণ্ডাৰ** বি. ভঁৰাল a store-room. **ভণ্ডাৰী** ভঁৰালী।

**ভতৰা** বি. নবক্ষোৱাকৈ ৰখা মতা গৰু a bull.

**ভতা** স. ধা. তাহোন দিয়া, সূতাত মাৰ দিয়া।

**ভতাৰ** বি. স্বামী a husband.

**ভতিজা** বি. দাদা, ককাই বা ভায়েকৰ লৰা brother's son.

**ভাতিজা** বি. ভাই বা ককাইৰ পুতেক a brother's son. স্ত্রী. **ভাতিজী**।

**ভতুৰা** বিণ. খাব পৰা, কিন্তু কোনো কামৰ অযোগ্য worthless, ভাত কৰিবৰ যোগ্য fit to be cooked, as rice.

**ভতুৰা** বি. জিলমিল শাক a kind pot herb.

**ভত্তা** বি. চকৰ কৰা কৰ্ম্মচাৰীক দিয়া ওপৰঞ্চি ধন travelling allowance.

**ভদন্ত** বি. বৌদ্ধ শ্ৰমণ আদিৰ সম্মান সূচক আখ্যা।

**ভদৰকণী** বি. এবিধ সৰু চৰাই a kind of small bird.

**ভদীয়া** বিণ. ভাদত উৎপন্ন বা ওপজা produced or born in the month of Bhada.

**ভদ্ৰ** বি. মাৰ্জ্জিত, সভ্য, শিষ্ট, ভাল polite, gentle, excellent, ভাল আচৰণ pleasing manners. বি. **ভদ্ৰতা, ভদ্ৰকালী** দুৰ্গাৰ এটা মূৰ্ত্তি। **ভদ্ৰমণ্ডলী** বি. সম্মানিত ব্যক্তিসকল, সম্ভ্ৰান্ত লোক, the gentry. **ভদ্ৰাসন** বি. সিংহাসন, throne. **ভদ্ৰা** বি. ধনপতি কুবেৰৰ ভাৰ্য্যা। **ভদ্ৰোচিত** ভদ্ৰলোকৰ যোগ্য।

**ভন্‌ভন্** বি. মাখীৰ দৰে কৰা শব্দ। অক. ধা. **ভন্‌ভনা** মাখীৰ দৰে শব্দ কৰ to hum. বি. **ভন্‌ভননি**।

**ভনী** বি. ভগিনী younger sister. **ভনী-জোঁৱাই** the husband of a younger sister.

**ভবকাৰ** বি. চুলি, ডাটি বাটি ভোৰোৰা হোৱা covered with long hairs.

**ভবৰি উঠ** অক. ধা. ভয়ত নোম শিয়ৰি উঠ to be errect as the hairs of the body in fear.

**ভব্য** বিণ. বৃহৎ ডাঙৰ-দীঘল, বৰ শকত grand looking, large.

**ভমক** বি. হঠাৎ বৰকৈ জ্বলি উঠা জুইৰ শব্দ, অকস্মাৎ অতিপাতকৈ উঠা খং, হঠাৎ বেগেৰে ওলোৱা তেজ, পানী বা আন জুলীয়া বস্তুৰ কোৰ, তাপ বা খঙৰ আধিক্য। ক্রি. বিণ. **ভমকাই, ভমক কৰে**।

**ভমকাল** বিণ. অলপতে খং উঠা easily irritable.

**ভমকা-ফুলীয়া** বিণ. বৰ ডাঙৰ ডাঙৰ ফুল বচা adorned with large figures of flowers.

**ভম্‌ভমা** বি. পোৰণিয়ে ধৰা বোধ কৰ to feel a burning sensation. বি. **ভমভমনি** গাৰ পোৰণি। বিণ. **ভমভমীয়া** বৰ

ভগাত, ৰবকৈ জলি উঠা very hot, burning excessively.

**ভয়লা** বিণ. ডাঙৰ বিন্ধা থকা having a large bore.

**ভয়াপৰ** অক. ধা. ব্যৰ্থ হ, নিষ্ফল হ to fail, to be set back.

**ভয়** বি. ভীতি, শঙ্কা, ত্ৰাস fear, dread, **ভয়-পাতুৰা** বিণ. বৰ ভয়াতুৰ very timid. **ভয়-ভীত** ভয় fear. **ভয়ঙ্কৰ** ভয়ানক, বৰ ভয় লগোৱা terrible. **ভয়-ভ্ৰান্তি** ভয়ৰ পৰা হোৱা ভ্ৰান্তি error due to fear. **ভয়হাৰক, ভয়হাৰী** ভয় গুচাওঁতা, ভয় গুচোৱা। স্ত্ৰী. **ভয়হাৰিণী, ভয় হাৰিকা**।

**ভয়ত ভগৰত্ত পলোৱা** যথেষ্ট বয়স হোৱা স্বত্তেও বৰ ভয় কৰা।

**ভয়াই** বি. ভাই brother.

**ভয়াতুৰ, ভয়াৰ্ত্ত** বি. ভয়ত আতুৰ, ভীত afraid, timid.

**ভয়ানক** বিণ. ভয়ঙ্কৰ, ভয় লগা dreadful, terrible. বস বিশেষ।

**ভয়াল** বি. ভয়াতুৰ, ভীত timid.

**ভয়াবহ** বিণ. বৰ ভয় লগা terrific.

**ভয়ো** অক. ধা. (পু. অ.) হোৱা to be.

**ভৰ** বি. ভাৰ, গধুৰ গুণ weight, pressure, নিৰ্ভৰ, আশ্ৰয় reliance, support.

**ভৰ** অক. ধা. পূৰ হ, ভৰি পৰ to be full. বি. **ভৰণ** ভৰা কাৰ্য্য। বিণ. পূৰ্ণ অবস্থা পোৱা, কামৰ ভিৰ পৰা full, heavy. **ভৰ খা** ভৰি পৰা। **ভৰ দে** কাৰো কথাত সম্মতি প্ৰকাশ কৰ, সমৰ্থন কৰ to support, to agree. **ভৰ-দুপৰ, ভৰ-দুপৰীয়া** বি. বেলি ঠিক মূৰৰ ওপৰ হোৱা কাল midday. **ভৰ্-পক** সৰহকৈ পকিবৰ সময়, অতি বেছি উৎপন্ন হোৱা বা কৰিব লগা সময়। **ভৰপূৰ** পৰিপূৰ্ণ। **ভৰ-বয়স** ডেকা বয়স। **ভৰ-বাৰিষা** বাৰিষাৰ গোঁ মাজ।

**ভৰক** বি. বৰ কথা, মিছা ভাবি vain boast, a false threat. **ভৰক কৰ** অভিমান কৰ, গপ পাত। ক্ৰি. বিণ. **ভৰক কৰে, ভৰকাই** হঠাৎ বৰকৈ শব্দ কৰি বা গগুপ মাৰি। বি. **ভৰকালি**।

**ভৰকাল** বিণ. জিলিকি থকা, সঁচা, ফৰকাল showy, real, clear.

**ভৰকীয়া** বিণ. ফুটনি মৰা, showy.

**ভৰণ** বি. ভৰা কাৰ্য্য act of filling in. বোগৰ বিকাৰ শাঁত কৰিবৰ কাৰণে মূৰত লোৱা চেঁচা দৰৱ a cold application to the head.

**ভৰণি** বি. অনৰ্থক খৰচ, বাধ্যত পৰি কৰা ব্যয় compulsory payment, loss.

**ভৰণী** বি. দ্বিতীয় নক্ষত্ৰ the second lunar mansion.

**ভৰণ-পোষণ** বি. ভাত কাপোৰ আদিৰে কাকো প্ৰতিপালন কৰা কাৰ্য্য, পোহ পাল mainte-nance.

**ভৰত** বি. কৈকেয়ীৰ পুত্ৰেক আৰু ৰামচন্দ্ৰৰ ভায়েক, দুষ্মন্ত শকুন্তলাৰ পুত্ৰ, নাট্য শাস্ত্ৰ প্ৰণেতা ভৰত মুনি।

**ভৰদ্বাজ** বি. এজন ঋষি a saint.

**ভৰা** সক. ধা. পুৰা, পূৰ্ণ কৰ to fill, আনৰ দ্বাৰা পূৰ্ণ কৰ বা ভিতৰলৈ সুমোৱা to cause to be filled or put in, আনক খৰচত পেলা। বিণ. ভৰা।

**ভৰা** বি. নাৱত, গাড়ীত বা ভাৰ কৰি অনা বস্তু, বোজা a load, a burden. সক. ধা. ভৰা দি to load.

**ভৰি** বি. এবাৰত নিৰ পৰা বস্তু, ভৰা।

**ভৰি** বি. পদ, চৰণ, ভৰিনাৰ পৰা গাৰ তলৰ অংশ, ঠেং a foot, a leg. **ভৰি-পথাল** বিছনাৰ পাছ ফাল।

**ভৰি পৰ** ক্ৰি. গোটেই পূৰ হৈ পৰ, ভিতৰত একেবাৰে ঠাই নাইকিয়া হ to be full completely.

**ভৰি চেঙেলা** কোনো স্বাৰ্থ সিদ্ধিৰ বাবে নীচ ভাবে তোষামোদ কৰা।

**ভৰিত পৰ** স. ধা. কাকুতি মিনতি কৰা, প্ৰাৰ্থনা কৰা to ask ear-nestly.

**ভৰি হাত ধো** অ. ধা. শৌচাচাৰ কৰা to purify by ablution.

**ভৰুণ** বিণ. ভৰপূৰ, পৰিপূৰ্ণ, পূৰ্ণাৱস্থা পোৱা।

**ভৰ্কা** বি. ভুমুক, উহ spring.

**ভৰ্ৎসনা** বি. গালি, ককৰ্থনা, তিৰস্কাৰ abuse, reproach.

**ভৰ্ত্তা** বি. স্বামী, গৰাকী a husband, a master.

**ভৰ্ত্তি** বি. স্কুল বা চাকৰিত সোমোৱা কাৰ্য্য admission to a school or post. বিণ. পূৰ্ণ filled.

**ভৰ্ত্তৃহৰি** বি. ভট্টিকাব্যৰ ৰচয়িতা।

**ভৎসনা** বি. ভৰ্ৎসনা, তিৰস্কাৰ, নিন্দা।

**ভল্** অক. ধা. অলপ ভাঁজ ল to bend. সক. ধা. **ভলা** to cause to bend.

**ভল্টেয়াৰ** ফৰাচী দেশৰ এজন দাৰ্শনিক।

**ভল্ভলীয়া** বিণ. ভংভঙীয়া, পেটত কথা নথকা out-spoken, un-reserved.

**ভলা** বি. এবিধ গছ a kind of tree.

**ভলুকা, ভলুকা বাঁহ** বি. এজাতি ডাঙৰ আৰু শকত বাঁহ a bigger variety of bamboo.

**ভল্ল** বি. এবিধ অস্ত্ৰ a kind of weapon.

**ভল্লুক** বি. ভালুক a bear.
**ভব** বি. সংসাৰ, জগত the world, শিৱৰ এটা নাম a name of Shiva. **ভব-ৰোগ** সংসাৰ ৰূপ যন্ত্ৰণা। **ভব সাগৰ ; ভৱাৰ্ণব** সংসাৰ ৰূপ সাগৰ, সংসাৰ সাগৰ। **ভব-তাৰণ** যি ভববন্ধনৰ পৰা ত্ৰাণ কৰে। **ভব-বন্ধন** সংসাৰত থকা ৰূপ বন্ধন, বাৰে বাৰে জন্মলাভ।
**ভৱভূতি** বি. 'উত্তৰ ৰামচৰিত'ৰ ৰচয়িতা সংস্কৃত কবি। **ভব-লীলা** সংসাৰৰ খেলা, জীৱিতাৱস্থা।
**ভৱন** বি. গৃহ, ঘৰ house.
**ভৱানী** বি. দুৰ্গা, পাৰ্ব্বতী Durga.
**ভৱিতব্য** বি. হবলগীয়া ঘটনা,ভবিষ্যৎ ঘটনা the future, the future event. বিণ. ভবিষ্যতে হব লগা destined to happen, অৱশ্যম্ভাবী predestined. বি. **ভৱিতব্যতা**।
**ভৱিষ্যৎ, ভবিষ্যৎ** বিণ. ভাবী, যি পিছত ঘটিব future, আগলৈ হব লগা about to come. **ভৱিষ্যৎ কাল** ব্যাকৰণগত ভবিষ্যতে হোৱা ঘটনা বুজুৱা ক্ৰিয়াৰ ৰূপ the future tense ( in grammar ). **ভৱিষ্যৎবাণী** ভবিষ্যৎ কালত যি ঘটনা হব তাক কোৱা বা কৰ পৰা a prediction. **ভৱিষ্যদ্বক্তা** যি ভবিষ্যৎ ঘটনাৰ কথা কয় predictor.
**ভস্ম** বি. ছাই ashes. **ভস্মাৱশেষ** পোৰাৰ পিছত যি বাকী থাকে। **ভস্মীকৃত** পুৰি সমূলি ছাই কৰা। **ভস্মীভূত** ছাই হোৱা, পুৰি সমূলি নষ্ট হোৱা। **ভস্মলোচন** এজন ৰাক্ষসৰ নাম। **ভস্মসাৎ** ভস্মত পৰিণত।
**ভক্ষ** সক. ধা. খা বা ভোজন কৰ to eat. বি. **ভক্ষণ**। বিণ. **ভক্ষিত**। **ভক্ষক** যি খায় an eater.
**ভক্ষণীয়** খাবৰ যোগ্য eatable, edible. **ভক্ষ্য** ভক্ষণীয়, খাবৰ যোগ্য, খোৱা বস্তু an eatable. **ভক্ষ্যাভক্ষ্য** ভক্ষ আৰু অভক্ষ্য বস্তু।
**ভাই** বি. ভ্ৰাতৃ, একে মাক বাপেকৰ পৰা হোৱা নিজতকৈ বয়সত সৰু ল'ৰা a younger brother, দদাই, মোমাই আদি সম্পৰ্কীয় মানুহক নিজতকৈ সৰু ল'ৰা a cousin, সমনীয়া বা বয়সত সৰু মানুহক মতা মাত। **ভাই বঞ্চা ধন** ভাইক বঞ্চিত কৰি পোৱা ধন। **ভাই বোৱাৰী** ভাইৰ ভাৰ্য্যা। **ভাই ভাগী** লগাভগা বা সম্বন্ধীয় মানুহ blood relations. **ভাই শহুৰ** স্বামীৰ ককায়েক, বৰ জনা the elder brother of husband.
**ভাও, ভাব** বি. আনৰ কাৰ্য্য বা কথাৰ অনুকৰণ, ভেশহন imitation of another's act or manners, guise. **অঙ্গ ভঙ্গি** gesture, অৱস্থা, গতি state, mode, মূল্য price. **ভাও খোৱ**

ফাঁকি জোৰ to feign. **ভাও দেখা** ধেমালিৰ কাৰণে আনৰ অনুকৰণ কৰ to mimic. **ভাও ধৰ** ভাও জোৰ to feign. **ভাও ল** নাটকত লিখা কোনো এক লোকৰ কাৰ্য্য অভিনয় কৰ to take part in a dramatic performance.

**ভাওনা ভাৱনা** বি. ভাও ধৰা কাৰ্য্য act of feigning. অসমীয়া নাটৰ অভিনয়, আচল কথা ঢাকি কৰা কাৰ্য্য, বাহ্যিকতা।

**ভাং** বি. এবিধ বাগিয়াল গছ hemp. **ভঁাউৰী** 'ভাৱৰী' চোৱা।

**ভঁাকৰা** বিণ. মুখ মেলি চাই থকা, অযোগ্য dull, worthless. স্ত্রী. **ভঁাকৰী**।

**ভঁাজ** বি. বস্তুৰ পৰিমাণ বঢ়াবলৈ মিহলি কৰা বেয়া বস্তু adulteration. ক্রি. **ভঁাজ দে** মিহলি কৰ to adulterate.

**ভঁাজ** বি. পাক, মেৰ a bend. **ভঁাজ মাৰ** পোন কৰ। **ভঁাজ ল** বেঁকা হ। **ভঁাজ লগা** বেঁকা কৰ। **ভঁাজুৰা** বিণ. ভঁাজ লগা, বেঁকা bent.

**ভঁাটৌ** বি. এবিধ চৰাই a parrot.

**ভঁাড়, ভঁাৰ** সক. ধা. ঠগ, ছল কৰ to deceive, অস্বীকাৰ কৰ, আঁৰ মাত to disown, to suppress truth from.

**ভাকি ভুকা** বি. ছলনা, ফাকটি a pretence, মিছাকৈ মন্ত্ৰ মাতি কৰা অঙ্গি-ভঙ্গী।

**ভাকুটুকুটা, ভাকুৰ্‌কুৰা** সক. ধা. গাৰ কোনো ঠাইত বিশেষকৈ কাষলতিত সুৰসুৰণি তোল। বি. **ভাকুট-কুটনি**।

**ভাকুলুকা** বি. এবিধ লুকালুকি খেলা the play of hide and seek.

**ভাকৰী, ভাখৰী** বি. ধানৰ ভঁৰাল a granary.

**ভাখেৰী** বি. 'ভাকৰী, ভাখৰী' চোৱা।

**ভাগ** বি. অংশ, খণ্ড a share, a part অক. ধা. খণ্ড হ, কাট to crack, নিস্পত্তি হ, শেষ হ to be settled, to come to end, ব্যয় হ, খৰচ হ to be expended, দেশান্তৰ হ, পলাই যা to abscond, পদচ্যুত হ to be dismissed from an office. বি. **ভগা, ভগন**। বিণ. **ভগা**। **ভাগধৰ** লগৰ এজনে নকৰিলে আন জনে নকৰোঁ বুলি থাক। **ভাগফল** এটা ৰাশিক আন এটাৰে ভাগ কৰিলে যি ৰাশি পোৱা যায় quotient. **ভাগশেষ** ভাগ কৰিলে যি বাকী থাকে, reminder. **ভাগাভাগি** বগিয়া-বগি।

**ভাগতী** বি. ভাগৱত পুথি ভাঙি কওঁতা one who reads and explains the Bhagabat.

**ভাগৰ** অক. ধা. কাম কৰি শ্ৰান্ত হ বা বল নাইকিয়া হ to be

exhausted or fatigued. বি. শ্ৰান্ত অৱস্থা fatigue. বি. ভাগৰণ। সক. ধা. ভাগৰ লগা to tire. ভাগৰুৱা বিণ. শান্ত হোৱা, ভাগৰ লগা tired.

ভাগৱত বি. বিষ্ণুৰ ভক্ত a man devoted to God, ভগৱানৰ লীলা আৰু মাহাত্ম্য বৰ্ণনা কৰা এখন পুৰাণ শ্ৰীমদ্ভাগৱত one of the 18 Purans. ভাগৱতী ধৰ্ম্ম, ভাগৱত ধৰ্ম্ম এক ঈশ্বৰ কৃষ্ণ বা বিষ্ণুক উপাসনা কৰা ঐকান্তিক ধৰ্ম্ম।

ভাগিন বি. ভনী বা বাইৰ পুতেক a sister's son. স্ত্ৰী. ভাগিনী।

ভাগী বি. অংশীদাৰ, ভাগ পাওঁতা a sharer, একে বংশৰ লোক a kinsman.

ভাগীৰথী বি. গঙ্গা the Ganges.

ভাগুৱা বিণ. লগৰ জনে নকৰিলে নিজেও নকৰা, বাগি থকা। স্ত্ৰী. ভাগুৱী।

ভাগে ক্ৰি. বিণ. ভাগত, ভাগ কৰি into parts, (অব্যয়) ৰকমে, দৰে according to.

ভাগে ভাগে ক্ৰি. বিণ. বেলেগে বেলেগে separately.

ভাগ্য বি. অদৃষ্ট, কপাল, দশা destiny, luck. ভাগ্য-গণনা অদৃষ্টৰ ফলাফল বিচাৰ। ভাগ্য-গুণে সৌভাগ্য বশতঃ। ভাগ্য-চক্ৰ চকৰিৰ নিচিনাকৈ ঘূৰি থকা ভাগ্য। ভাগ্য-দেৱতা অদৃষ্টৰ অধিষ্ঠাত্ৰী নিয়ন্তীদেৱী। ভাগ্য-দোষ অদৃষ্টৰ দোষ। ভাগ্য-বিধাতা অদৃষ্টক যিয়ে নিয়ন্ত্ৰণ কৰে। ভাগ্যলিপি কপালৰ লিখন। ভাগ্য-লক্ষ্মী বি. সৌভাগ্য good fortune, লখিমী তিৰোতা।

ভাগ্যৱন্ত, ভাগ্যৱান বিণ. ভাগ্য থকা, সুখী। স্ত্ৰী. ভাগ্যৱতী।

ভাগ্যশালী বিণ. ভাগ্যবান।

ভাগ্যে ভাগ্যক্ৰমে, সৌভাগ্যৰ বাবে।

ভাঙ্ সক. ধা. ভগ্ন কৰ, ডোখৰ ডোখৰ কৰ to break into pieces, খৰচ কৰ to spend, ধ্বংস কৰ to devastate, এক ভাষাৰ পৰা অন্য ভাষাত লিখা to translate, হাবি কাটি মুকলি কৰ to cultivate, নিস্পত্তি কৰ, শেষ কৰ to settle, to end. বি. ভঙা, ভাঙন ভাঙা-কাৰ্য্য। ভাঙনি তৰ্জ্জমা, অনুবাদ। (কৰ্ত্তা) ভাঙোতা। স্ত্ৰী. ভাঙতী।

ভাঙন বি. নৈত থকা এবিধ সৰু মাছ a kind of fish.

ভাঙতী বিণ. হাবি ভাঙি মুকলি কৰা cultivated.

ভাঙনিয়াৰ বি. বৰকৈ ধন ব্যয় কৰা মানুহ one who spends much, স্ত্ৰী. ভাঙতী।

ভাঙি-পাতি ক্ৰি. বিণ. বিতংকৈ, বহলাই in detail.

ভাঙুৰী বি. ভঙুৱা a ganja-smoker.

**ভাজ** সক. ধা. গুদাই বা তেল আদিৰে জুইৰ ভাপত সিজা to fry, বৰকৈ দুখ যাতনা দে to put to great trouble. বি. **ভাজন**। কৃদ. বিণ. **ভজা**। কৃদ. কৰ্ত্তা **ভাজোঁতা**। স্ত্রী. **ভাজতী, ভাঁজনী**।

**ভাজক** বি. যি অঙ্কেৰে ভাগ কৰা হয় a divider.

**ভাজন** বি. পাত্র, যোগ্য ব্যক্তি a fit person.

**ভাজ্য** বি. যিটো অঙ্ক ভাগ কৰা হয় a dividend.

**ভাজী** বি. ভজা শাক আদি fried vegetables.

**ভাট** বি. স্তুতিপাঠক one who sings other's praises.

**ভাটা** বি. চন্দ্ৰ সূৰ্য্যৰ আকৰ্ষণত সাগৰৰ পানী ওপৰলৈ উঠি আহি আকৌ তললৈ যোৱাকে ভাটা বোলে ebb-tide.

**ভাটি** বি. মাটিৰ যি পাত্রত খোৱাই কাপোৰ উহায়।

**ভাটিখানা** বি. মদ তৈয়াৰ কৰা ঠাই, distillery.

**ভাটী** বি. নৈৰ নামনি ভাগ, দেশৰ পশ্চিম দিশ the lower part of a river, the western part of a country.

**ভাটীবেলা** বি. আবেলি, বেলি পশ্চিমফালে যোৱা সময় the afternoon. **ভাটী দে** বয়স বা দিনৰ সৌঁ মাজ পাৰ হ to decline.

**ভাটীয়ালি** বি. বৰগীতৰ এবিধ ৰাগ।

**ভাড়া** বি. গাখীৰ খোৱা সক পাত্র a milk pail.

**ভাণ্ড** বি. পাত্র a vessel. সক. ধা. ভুৰা দে, ঠগ কৰ, বঞ্চনা কৰ to deceive. বি. **ভাণ্ডনা** deception. **ভাণ্ডক** ঠগাওঁতা a cheat.

**ভাণ্ডাৰ** বি. ভঁৰাল। **ভাণ্ডাৰী** বি. চাকৰ a servant.

**ভাত** বি. চাউল সিজোৱা, অন্ন boiled rice. **ভাত কাপোৰীয়া** ভাত আৰু কাপোৰ লৈ কাম কৰা। **ভাত কেৰেলা** তিতাগুণ নথকা এবিধ কেৰেলা। **ভাত-ঘৰ** বি. আপোন মানুহ, সম্বন্ধীয় মানুহ a kinsman **ভাত-ঘিলা** বি. ঘিলাৰ দৰে ডাঙৰ ছেই ধৰা এবিধ গছ a kind of tree. **ভাত-ঘুমটি** বাতি ভাত খোৱাৰ পাছতে ধৰা প্ৰথম ঘুমটি। **ভাতজ্বৰ** এবিধ খন্তেকীয় সামান্য জ্বৰ। **ভাত-তিতা** বি মানুহে খোৱা এবিধ তিতা গুটি। **ভাত-জাৰ** বি. জাৰৰ দিনত ভাত খাই উঠাৰ পিছত বৰ বেছিকৈ অনুভৱ কৰা জাৰ। **ভাতমৰ** জীৱিকাৰ উপায় নষ্ট হ। **ভাত মাৰ** জীৱিকাৰ উপায় নষ্ট কৰ।

**ভাতাৰ** বি. মতা, গৈ (নিন্দা অৰ্থত) ভাতাৰ ধৰ মতা ল।

**ভাতী** বি. ধাতুৰ কাম কৰা শাল

জুইত বতাহ লগোৱা যতন bellows.

**ভাতৃ** বি. ভাই brother.

**ভাতে ভড়ালে** বি. অভাব নোহোৱা কৈ।

**ভাদ** বি. ভাদ্র মাহ the fifth month of the Hindu year. **ভাদমহীয়া** ভাদ মাহত হোৱা, ভাদ মাহ সম্বন্ধীয়।

**ভানু** বি. সূৰ্য্য, বেলি the sun.

**ভানুমতী** বি. বিক্রমাদিত্য ৰজাৰ পত্নীৰ নাম। ভগদত্তৰ জীয়ৰী, দুৰ্য্যোধনৰ পত্নীৰ নাম।

**ভান্তি** বি. দীপ্তি lustre.

**ভাপ** বি. বাষ্প, তাপৰ দ্বাৰা পাতলহৈ ধোঁৱাৰ দৰে উৰি যোৱা জলীয় বস্তু vapour, invisible form of water in the atmosphere, তাপৰ কাৰণে কোনো বস্তুৰ গাৰ পৰা ওলোৱা তপত বায়ু। **ভাপ জাহাজ, ভাপ নাও** ভাপেৰে চলোৱা জাহাজ moved by steam.

**ভাব** সক. ধা. চিন্তা, গুণ to think, no reflect, ধ্যান কৰ to contemplate. বি. চিন্তা a thought, উদ্দেশ্য, ইচ্ছা purpose, desire, গূঢ় অৰ্থ underlying meaning, মনৰ বিষয় idea, চিত্তবৃত্তি feeling. **ভাব-গতি** বি. অন্তৰৰ ভাব আৰু সেইমতে কৰা আচৰণ, ভাবভঙ্গী feelings and tendencies. **ভাবগ্ৰাহী** কোনো কথাৰ অৰ্থ বুজিব পৰা। **ভাব-বোধক** বিণ. মনৰ ভাব বুজোৱা, indicating a sentiment or passion. **ভাব-ভক্তি** বি. ধৰ্ম্মত মতি, অনুৰাগ, গভীৰ ভক্তি devotion. **ভাববোধক কুট** খং, আচৰিত আদি মনৰ ভাব বুজোৱা চিন। **ভাব-শূন্য, ভাবহীন** বিণ. ভাল অৰ্থ নথকা, ৰসহীন devoid of sentiment or thought. **ভাব-ভঙ্গী** বি. অভিপ্ৰায়, লক্ষণ।

**ভাবন** বি. ভবা কাৰ্য্য act of thinking.

**ভাবনা, ভাবনি** বি. মনৰ চঞ্চলতা, উগুল থুগুল anxiety. **ভাবিত** বিণ. চিন্তিত, উদ্বিগ্ন।

**ভাবৰ, ভাবৰি** বি. খেৰ, কুটা আদি অকামিলা বস্তু sweepings.

**ভাবলি-জহা, ভাবেলি জহা** বি. এবিধ ধান আৰু তাৰপৰা হোৱা চাউল a kind of paddy.

**ভাৱন্তিৰে** ক্রি. বিণ. নম্ৰতা পূৰ্ব্বক, বিনয়েৰে সৈতে।

**ভাবাৰ্থ** বি. গূঢ়াৰ্থ, মৰ্ম্ম, তাৎপৰ্য্য the inner meaning, purport. **ভাবাত্মক** ভাবপূৰ্ণ।

**ভাবান্বিত** বিণ. চিন্তাযুক্ত, চিন্তিত anxious.

**ভাবান্তৰ** অৱস্থাৰ পৰিবৰ্তন।

**ভাবাবেশ** ভাবৰ দ্বাৰা বিচলিত হোৱা, ভাবৰ উদয় হোৱা।

**ভাবি-চিন্তি** ক্রি. বিণ, বিবেচনা কৰি contemplatively.

**ভাবিত** বিণ. চিন্তিত, উদ্বিগ্ন anxious.

**ভাবিনী** জ্ঞানৱতী, সুন্দৰী, মান্যৱতী তিৰোতা।

**ভাবী** বিণ. ভবিষ্যৎ, ভবিষ্যতে হোৱা destined to happen in future.

**ভাবুক** বিণ. চিন্তাশীল thoughtful, ভাবার্থ বুজোৱা, ভাবেৰে বুজোৱা idiomatical.

**ভাবুকি** বি. মিছাভাবি, মিছা ভয় প্রদর্শন a false threat, বনৰীয়া হাতী খেদাবৰ কাৰণে দীঘল ডাঁৰৰ আগত বন্ধা জোৰ।

**ভাবুৰী** বিণ. কাম কৰিব নজনা unskilful ( woman ).

**ভাবোঁতা** বি. যি মানুহে ভাবে বা চিন্তা কৰে a man who thinks. স্ত্রী. ভাবঁতী।

**ভাবোচ্ছ্বাস** ভাবৰ বিকাশ।

**ভাবোন্মাদ** ভাবৰ আতিশয্যত নিজক পাহৰি যোৱা, বিহ্বলিত হোৱা ecstasy.

**ভায়া** বি. সমনীয়া মানুহক আদৰেৰে মতা মাত।

**ভাৰ** বি. গধুৰতা weight, কান্ধ মাৰিৰ দুফালে ওলোমাই নিয়া বোজা, কোনো কার্য্য কৰিবলৈ দিয়া ক্ষমতা, দায়িত্ব responsibility.

**ভাৰকেন্দ্ৰ** বি. বস্তুৰ ভাৰৰ মধ্যবিন্দু centre of gravity. **ভাৰপাচি** কাণত ভাৰ কৰি বস্তু বেহানি নিয়া এবিধ পাচি। **ভাৰপেলা** স. ধা. বিয়া কৰাবলৈ ছোৱালী গোধাৰ পিছত পকা বন্দবস্ত হবলৈ কন্যাৰ ঘৰত বস্তু বাহানি দিয়া। **ভাৰপ্ৰাপ্ত** যাৰ ওপৰত দায়িত্ব অর্পণ কৰা হয়। **ভাৰ-ভেঁটী** বি. উপ-ঢৌকন a present. **ভাৰমাৰি** কাণ-মাৰি।

**ভাৰসাম্য** দুই দিশৰ ভাৰৰ সমতা মূলক সামঞ্জস্য।

**ভাৰত, ভাৰতবর্ষ** হিন্দুস্থান India. ভাৰত মহাভাৰত। **ভাৰতযুদ্ধ** কুৰুপাণ্ডৱৰ যুদ্ধ। **ভাৰত চন্দ্ৰ** কবি ৰাম সৰস্বতীৰ প্রকৃত নাম।

**ভাৰতী** সৰস্বতী, বাণী the goddess of learning, সন্ন্যাসীৰ উপাধি বিশেষ।

**ভাৰতৰত্ন** ভাৰতৰ শ্ৰেষ্ঠ মানুহক দিয়া এটা সর্ব্বশ্রেষ্ঠ উপাধি। ৰাষ্ট্ৰপতিয়ে এই উপাধি দিয়ে। ভাৰত ৰত্নৰ তিনিটা উপাধি আছে। যেনে (১) পদ্ম বিভূষণ, (২) পদ্ম ভূষণ, আৰু (৩) পদ্মশ্ৰী।

**ভাৰতীয়** ভাৰত সম্বন্ধীয়।

**ভাৰতেশ্বৰী** মহাৰাণী ভিক্টোৰিয়া।

**ভাৰবি** 'কিৰাতাৰ্জ্জুনীয়' নামৰ সংস্কৃত কাব্য ৰচয়িতা কবি।

**ভাৰসা** বি. আশা, নির্ভৰ hope, dependence.

**ভাবত** বি. পৃথিবী, জগৎ world. **ভাবতব কথা** বহুত কথা।

**ভাবা** বি. কেবেয়া, ভেবণ hire. **ভাবাক্রান্ত** ভাবব কাবণে অভিভূত।

**ভাবী** বি. ভাব লোবা মানুহ, পইচা লৈ বস্তু কঢ়িওবা মানুহ a porter. বিণ. গধুৰ heavy.

**ভাকৰা** বি. ভাব বোবা মানুহ, সামান্য বা মূৰ্খ মানুহ।

**ভাবোত্তাব** বি. অত্যাচাবী দৈত্য আদিক ধ্বংস কবি জগতব দুখ গুচোবা কাৰ্য্য।

**ভাৰ্গৱ** বি. ভৃগু মুনিব পুত্ৰেক পৰশুবাম, শুক্ৰাচাৰ্য্য।

**ভাৰ্জিল** বোমব এজন বিখ্যাত কবি।

**ভাৰ্য্যা** বি. পত্নী, বিয়া কবোবা তিবোতা a wife.

**ভাল** বিণ. উত্তম, শ্ৰেষ্ঠ good, ভদ্ৰ respectable নিবোগী healthy. শুভ auspicious, মঙ্গল welfare, সন্তোষ দিয়া pleasing, পৰিষ্কাব neat, ধুনীয়া nice. উচিত proper. ক্ৰি. বিণ. **ভালকৈ**।

**ভাল** (অব্যয়) শলাগ, সম্মতি বা বিদায় বুজোবা মাত very well, yes. বি. কপাল the forehead **ভাল পা** চেনেহ কব to love, সন্তোষ পা to be pleased. **ভাল মুখে** মিঠা কথা কৈ।

**ভালবি** বি. বন্ধুতা, মিল friendship. বিণ. বন্ধু যেন দেখুওবা showing friendship. **ভালবি বোলা, ভাল বোলা** আনব দ্বাবাই ভাল পোবা হ, আনব মনত লোমা।

**ভালুক** বি. এবিধ ভয়ানক নোমাল জন্তু a bear. **ভালুকী নাচ** বিকৃত নাচ। **ভালুক জ্বৰ** বৰকৈ কঁপি কঁপি উঠা জ্বৰ। **ভালুকীয়া** গৰুব খুবা দীঘল হৈ খোজ কাঢ়িব নোববা বোগ।

**ভালে** ক্ৰি. বিণ. কুশলে, নিবাপদে, মঙ্গলে well, safely, without any misfortune.

**ভালেখিনি, ভালেটি, ভালেটিমান** বি. বহুত much, many, a large number.

**ভালেতো, ভালেহে** ক্ৰি. বিণ. এই কাবণেহে that is why.

**ভালেদিন** বি. বহুদিন many days, অনেককাল a long time. **ভালে-বেলি** ভালেমান বেলি, বহু বেলি pretty long time. **ভালে ভালে** আপদ বা অসুবিধা নোহোবাকৈ। **ভালেমান** অনেক, বহুত।

**ভাল্লাথোল** মালায়ালাম্ ভাষাব এজন কবি।

**ভাৱ** বি. মিনতি, নম্ৰতা, প্ৰীতি, ভক্তি regard, respect, love, devotion, কামভাব amorous gestures, অস্তিত্ব being, উৎপত্তি

occurring, অৱস্থা, প্ৰকাৰ state, condition, চিত্তবৃত্তি feeling, চিত্তবিকাৰ emotion.

**ভাৱক** বি. যি চিন্তা কৰে a thinker, উপাসক, ভক্ত one who devotes his mind to the worship of God. **ভাৱগৰ্ভ** সুচিন্তিত বিষয়পূৰ্ণ।

**ভাৱ-প্ৰৱণ** বিণ. সহজতে ভাবাবেগত অধীৰ হৈ পৰা sentimental.

**ভাৱনা** বি. কোনো দৰৱত কোনো বস্তুৰ ৰস মিহলাই তাক ব'দত শুকোৱা কাৰ্য্য।

**ভাৱনা** বি. ভাও দেখুওৱা কাৰ্য্য।

**ভাৱৰীয়া** বি. ভাও দেখুওৱা মানুহ, অভিনেতা an actor in a performance, বহুৱা a clown.

**ভাৱে** (অব্যয়) প্ৰকাৰে in a certain manner.

**ভাৱেভাৱে** ক্ৰি. বিণ. ৰকমে ৰকমে separately.

**ভাৱেপৰ** বিনয় কৰ, নম্ৰ ভাৱ দেখুৱা to humble one's self.

**ভাষ** সক. ধা. কথা ক, মাত to speak, বাক্য speech. **ভাষণ** বি. কথা কোৱন, কথন act of speaking. **ভাষা** কোনো এক দেশৰ বা জাতিৰ মানুহ বিলাকে ব্যৱহাৰ কৰা মাত language. **ভাষাতত্ত্ব** ভাষাৰ মূল আৰু পৰিবৰ্ত্তনৰ নিয়ম সম্বন্ধে জ্ঞান philology. **ভাষাতত্ত্বজ্ঞ** ভাষাতত্ত্ব জনা মানুহ a philologist. **ভাষাতীত** যাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। **ভাষান্তৰ** অন্য ভাষা। **ভাষান্তৰিক** এজনৰ ভাষা এজনক বুজাই দিওঁতা। দোভাষী interpreter. **ভাষান্তৰিত** অনুবাদ কৰা translated, **ভাষাপৰিচ্ছেদ** ন্যায় শাস্ত্ৰৰ পৰিভাষা গ্ৰন্থ। **ভাষাবিজ্ঞান** ভাষাতত্ত্ব। **ভাষিক** ভাষা সম্বন্ধীয়। **ভাষী** যিয়ে কয়।

**ভাষ্য** বি. টীকা, টিপ্পনি a commentary. **ভাষ্যকাৰ** টীকা লিখোঁতা a commentator.

**ভাস** অক. ধা. প্ৰকাশিত হ, দীপ্তি পা to shine.

**ভাস** বি. সদাচাৰ, শুচি-অশুচিৰ বিচাৰ ceremonial purity, sense of purity.

**ভাস** এজন সংস্কৃত নাট্যকাৰ। **ভাস্কদিগামা** ইউৰোপৰ পৰা ভাৰতলৈ অহা জলপথ আবিষ্কাৰক।

**ভাস্কৰ** বি. সূৰ্য্য the sun.

**ভাস্কৰ** বি. শিল্পকৰ্ম্ম, শিল আদিত মূৰ্ত্তি সজা কৰ্ম্ম work of art, sculpture.

**ভাস্কৰাচাৰ্য্য** বি. প্ৰাচীন জ্যোতিষী বিশেষ।

**ভাস্বৰ** উজ্জ্বল, দীপ্তিমান।

**ভাহ** অক. ধা. উট to float. বি. উটাই নিয়া দ পানী—'গৰুটো ভাহত পৰিছে'। বিণ. **ভাহনীয়া** উটাই

বুবাই নিয়া inundating. সক. ধা. ভাহা উটা।

**ভিকহু** বি. দবিদ্র, দুখীয়া, নিছলা indigent, needy ( a term of contempt ).

**ভিকাচন ভাং** সক. ধা. উপায় বা লাভব বাট মাব put an end to the means of resources. **ভিকাচন ভাগ** অক. ধা. লাভব উপায় বা মূল নষ্ট হ to be lost as means of resources.

**ভিখাবী** বি. ভিক্ষুক, মগনিয়াব a beggar.

**ভিজা** অক. ধা. তিত to be wet, **ভিজ্রা** সক. ধা. তিয়া to cause to be wet.

**ভিজাববল ভিজাবোবল** দেখাত ভাল মানুহ কিন্তু ভিতবি টেঙব।

**ভিজা মেকুবী** ভয় খোবা। **ভিজিট** চিকিৎসকক দিয়া টকা।

**ভিটামিন** খাদ্যপ্রাণ, খাদ্যত থকা শক্তিবৰ্দ্ধক উপাদান।

**ভিঠিমবিয়া, ভিঠাছন** বিণ. মবি মবি বংশব এটাও নথকা, বংশ নির্মূল হোবা।

**ভিণ্ডাকাব** বিণ. ওফন্দি ভাঙব হোবা ভয় লগা swollen.

**ভিতব** বি. মাজ, অন্তব, মধ্য, গুপ্তভাগ the inside, inner part, secret part. **ভিতব-গুটি** পেটব ভিতবত বা নাড়ীত হোবা ঘা। **ভিতবফালে** অব্য. ভিতবত, মাজ ভাগত, **ভিতবি,** ভিতবত থকা, গুপ্ত। **ভিতবি, ভিতবি** ক্রি. বিণ. ভিতবে, ভিতবে গুপ্তভাবে। **ভিতকৰা** বিণ. খবব ভিতবত থকা বা ব্যবহাব হোবা, প্রকাশ নোহোবা, গুপ্ত। **ভিতক-গুৰাল** কোনো মানুহব খবব ভিতবত থকা বা তাৰে যাব পথা, বাহিবব নোহোবা। **ভিতবে** মাজেদি, ভিতব-ফালে। **ভিতবে ভিতবে** ক্রি. বিণ. মাজেদি, ভিতবফালে, অনেক দূৰলৈকে, মনে মনে, গুপ্তভাবে।

**ভিতি** বি. ফালে, দিশ side, direction.

**ভিত্তি** বি. মূল, বুনিয়াদ, আদি base origin.

**ভিত্তিহীন** মূল্যহীন, অমূলক baseless.

**ভিন** বিণ. বেলেগ, পৃথক separate, different. বি. পাৰ্থক্য, প্ৰভেদ difference. **ভিন পব** বি. আপোন পব ভাব, পক্ষপাত partiality. **ভিন ভাব** প্ৰভেদ, অমিল difference, disagreement. ক্রি. বিণ. **ভিন ভিন** কৈ বেলেগ বেলেগ কবি, এটা এটা কবি separately, one by one.

**ভিনীহি** বি. বাইব স্বামী husband of one's elder sister.

**ভিন্ন** বিণ. ভিন, বেলেগ। **ভিন্নকচি** বিভিন্ন কচি সম্পন্ন। **ভিন্নে ভিন্নে** বেলেগ বেলেগ।

**ভিমৰাজ** বি. এবিধ বন a kind of herb.

**ভিৰ** সক. ধা. হেঁচি ধৰ, গচকি ধৰ বা মোহাৰ to press down, to crush, অক. ধা. বেঁকা হ, ভাঁজ লাগ to be bent. **ভিৰ খা, ভিৰ লা** ভাঁজ ল, বেঁকা হ। বি. **ভিৰ** ভৰ, হেঁচা, পূৰ্ণ অবস্থা fullness, pressure, ভাঁজ curve. সক. ধা. **ভিৰ দি** হেঁচা দে to press down.

**ভিৰা** সক. ধা. ভাঁজ দে বেঁকা কৰ to bend, গতি বেঁকা কৰ to direct the course of, এজনী ম'হৰ ঠেং আন এজনী ম'হৰ ঠেঙৰ লগত জেঁাট, কণী গুটি কাঢ (বলদৰ) to emasculate, ভালকৈ সেকা দে to beat severely. **ভিৰাই লৰ** মাৰ ঘূৰি লৰ মাৰ।

**ভিৰাল** বিণ. গধুৰ heavy, পুষ্ট শকত-আৱত plump.

**ভিৰি** ক্রি. বিণ. হেঁচি আৰু দকৈ pressing in deeply, উলটি বেগাই, টানি, হেঁচি।

**ভিৰি** বি. মোহৰ নমৰা, টকাৰ দৰে নচলা, অকামিলা হোৱা, আগৰ ক্ষমতা বা সন্মান হেৰুওৱা, টকাৰ নিচিনা নচলা বা মোহৰ নমৰা সোণ বা ৰূপ gold or silver bullion.

**ভিৰীয়া** বিণ. ভিৰ খোৱা, ভাঁজ লোৱা 'ধেনু ভিৰীয়া' curved.

**ভিল** বি. ভাৰতৰ আদিম জাতি।

**ভিক্ষা** বি. খুজি মাগি পোৱা বস্তু alms, খোজা কাৰ্য্য act of begging. **ভিক্ষাটন** খোজা কাম। **ভিক্ষান্ন** মাগ অনা চাউল আদি বস্তু। **ভিক্ষাৰী** ভিখাৰী, মগনিয়াৰ **ভিক্ষুক** খোজনীয়া মানুহ a beggar. **ভিক্ষাশী** মাগি খোৱা। **ভিক্ষাবৃত্তি** ভিক্ষা কৰা কাম। **ভিক্ষাজীৱী** ভিক্ষাৰ দ্বাৰা যেয়ে জীৱিকা নিৰ্ব্বাহ কৰে।

**ভিক্ষু** বি. বৌদ্ধ সন্ন্যাসী, ভিক্ষুক।

**ভীত** বিণ. ত্ৰাসিত, ভয় পোৱা, afraid, terrified.

**ভীতি** বি. ভয়, আশঙ্কা fear, apprehension.

**ভীম** বি. দ্বিতীয় পাণ্ডৱ the second Pandava prince. বিণ. ভয়ানক, ডাঙৰ fearful, terrible.

**ভীম** বি. কুঁহিয়াৰ শালৰ কাঁতৰিৰ লগত ঘূৰি কুঁহিয়াৰৰ ৰস উলিওৱা ডাঙৰ কাঠ। **ভীম-একাদশী** মাঘ মাহৰ শুক্ল পক্ষৰ একাদশী। **ভীমকল** এবিধ ডাঙৰ আৰু গুটি থকা কল, আঠীয়া কল। **ভীমকাৰ, ভীমদল** ৰৰকৈ উখহা, ডিঙাকাৰ। **ভীমৰ গদা** দায়িত্ব পূৰ্ণ কাম। **ভীমচৰিত** বি. অসমৰ বৈষ্ণৱ কবি ৰাম সৰস্বতীয়ে ৰচনা কৰা এখন হাস্যমুখৰ পুথি। **ভীমসেন** দ্বিতীয় পাণ্ডৱ। **ভীমাকাৰ** ৰৰ ডাঙৰ।

**ভীৰু** বিণ. ভয়াতুৰ timid. বি. **ভীৰুতা**।

**ভীষণ** বিণ. ভয়ানক, ভয়ঙ্কৰ terrible.

**ভীষ্ম** বি. গঙ্গা দেৱীৰ গৰ্ভত হোৱা শান্তনু ৰজাৰ পুতেক, এওঁ কুৰু আৰু পাণ্ডৱ দুয়ো বংশৰ পিতামহ। **ভীষ্মপৰ্ব্ব** বি. মহাভাৰতৰ এটা পৰ্ব্বৰ নাম।

**ভীষ্মক** বি. বিদৰ্ভ দেশৰ ৰজা, ৰুক্মিণীৰ বাপেক।

**ভু** বি. খবৰ, বাতৰি information, বুজ, বোধ understanding.

**ভুঁৰু** বি. পেটৰ ভিতৰত আহাৰ ভৰি থকা আৰু জীণ যোৱা জোলোঙা the stomach. **ভুঁৰুলা** বি. ডাঙৰ ভুঁৰু থকা, তলপেট ডাঙৰ bigbellied. স্ত্রী. **ভুঁৰুলী**।

**ভুক** অক. ধা, কুকুৰৰ দৰে শব্দ কৰ to bark. বি. **ভুকনি** ভুকা কাৰ্য্য।

**ভুকীয়া** বিণ. ভোক লগা, ক্ষুধিত hungry.

**ভুকু** বি. হাতৰ মুঠিৰে কৰা আঘাত a blow with the fist.

**ভুকুতে কল নপকা** লাগ বুলিলেই কোনো এটা কাম কৰিব নোৱাৰা।

**ভুকুৱা** সক. ধা. হাতৰ মুঠিৰে প্ৰহাৰ কৰ, ভুকু মাৰ to give a blow with the fist. **ভুকুৱা ভুকি** ইজনে সিজনক ভুকুৱৰা কাৰ্য্য।

**ভুক্ত** বি. খোৱা, ভোজন কৰা eaten, eatable, অন্তৰ্গত, ভিতৰ কৰা, ভৰোৱা included. **ভুক্তভোগী** যি আগতে কোনো বিষয় ভোগ কৰিছে নাইবা তাৰ কাৰণে কষ্ট পাইছে। বি. **ভুক্তি** ভোজন, সংসাৰ সুখ।

**ভুখাৰী** ( পু. অ. ) বৰ ভোক লগা।

**ভুচি** বি. ধান মাহ আদিৰ চোকোৱা, তুঁহ গুৰি husk of paddy.

**ভুচুংপছু** বি. উপহাসৰ পাত্ৰ, অকামিলা মানুহ a ridiculous or worthless man.

**ভুজ** বি. বাহু, হাত the arm, the hand, ত্ৰিভুজ আদি ক্ষেত্ৰৰ কোনো এটা ৰেখা a side of a geometrical figure.

**ভুজং** বি. কথাৰ নাল।

**ভুজঙ্গ, ভুজঙ্গম** বি. সাপ a snake. স্ত্রী. **ভুজঙ্গী, ভুজঙ্গিনী**।

**ভুজীয়া** বি. বুটৰ গুৰি, ময়দা, লোণ, জালুক আদিৰে কৰা এবিধ খাদ্য।

**ভুঞ্জ** সক. ধা. ভক্ষণ কৰ, খা to eat, ভোগ কৰ to suffer or enjoy. বি. **ভুঞ্জন, ভুঞ্জা**। সক. ধা. **ভুঞ্জা** ভোজন কৰা, ভোগা to cause to eat or enjoy.

**ভুটকুৰা** বি. সৰু, চুটি, বাঢ়িব নোৱৰা small, short স্ত্রী. **ভুটকুৰী**।

**ভুটান** ভাৰতৰ উত্তৰ পূৱ ফালে থকা এখন দেশ।

**ভুটীয়া** বি. ভোটৰ দেশত থকা বা উৎপন্ন হোৱা born or produced in Bhutan.

**ভুটুঙাই, ভুটুং কৰে** ক্রি. বিণ. পুটুং

কৰে, অকস্মাৎ suddenly, unexpectedly.

**ভুন্‌ভুন্** বি. মাখি আদিৰ দৰে সৰু শব্দ। অক. ধা. **ভুনভুনা** ভুনভুন শব্দ কৰ to buz like flies, নিচেই সৰুকৈ কথা ক। বি. **ভুনভুননি**।

**ভুনি** বি. ডাঙৰ বহল চুৰীয়া।

**ভুব** বি. চেলাউৰী।

**ভুবলোক** বি. আকাশ লোক, অন্তৰীক্ষ the region between the earth and the heaven.

**ভুবুৰি** বি. গাৰ নোম the hair of the body. **ভুবুৰিয়া** সক. ধা. অক. ধা. গাৰ নোম থিয় কৰ বা থিয় হ to erect or bristle up, as the hair.

**ভু-ভটং, ভু-ভা** বি. বা-বাতৰি, খবৰ খাবাৰ information or slight understanding.

**ভুবন** বি. জগৎ ব্ৰহ্মাণ্ড the world. **ত্ৰিভুবন** স্বৰ্গ, মৰ্ত্ত্য, পাতাল।

**ভুমুকি** বি. আঁৰৰ পৰা অলপকৈ মুখ উলিয়াই আকৌ লুকোৱা কাৰ্য্য, কোনো লোকৰ সাক্ষাতহে ভতালিকে গুচি যোৱা কাৰ্য্য। **ভুমুকিমাৰ, ভুমকিদি** আঁৰৰ পৰা অলপকৈ মুখ উলিয়া, অলপ সময়ৰ কাৰণে কোনো ঠাইলৈ যা। অক. ধা. **ভুমুকিয়া, ভুমুকা** ভুমুকি আঁৰৰ পৰা সঘনে মুখ উলিয়াই আকৌ লুকোৱা কাৰ্য্য। **ভুমবতি**

বি. এবিধ গছ a kind of tree.

**ভুৰ** বি. মাটি মাহ আদি শস্যৰ পাত খাই নষ্ট কৰা এবিধ সৰু বিছাৰ নিচিনা পোক।

**ভুৰভুৰীয়া** বিণ. ঢিলা, চহাবলৈ উজু soft.

**ভুৰা** বি. গাত সেক দিয়া তপত বস্তুৰ টোপোলা a bundle of hot things used in fomenting.

**ভুৰাবৰা** বি. পেটুৰা গাহৰি a big-bellied boar.

**ভুৰামাছ** বি. বহুবিধ সৰু মাছ সমূহ small fishes of many kinds, taken collectively.

**ভুৰুং** বি. সৰু চৰাই মাটিৰ পৰা উৰা মাৰোঁতে হোৱা শব্দ। ক্ৰি. বিণ. **ভুৰুং কৰে, ভুৰুঙাই** ভুৰুং শব্দ কৰি অতি বেগেৰে।

**ভুৰুকা** বি. মাটিৰ সৰু টেকেলি a small earthen pot. বিণ. **ভুৰুকাগলা** ওফন্দাগলা।

**ভুৰুকিয়া** সক. ধা. এটা বস্তু বুলি আন এটা দি, ছল to deceive, to cheat, মনভুলা to console with false promises.

**ভুল** বি. পাহৰণ, ভ্ৰম forgetfulness. বি. অশুদ্ধ an error, a mistake. বিণ. অশুদ্ধ not correct. সক. ধা. পাহৰা to forget. অক. ধা. ভ্ৰমত পৰ, মুৰ্ছ হ to be bewildered, to be

charmed. সক. ধা. ভুলা পাহৰা, মুগ্ধ কৰা।

**ভুবনেশ্বৰ** বি. উৰিষ্যাৰ এখন তীৰ্থস্থান, ইয়াত শিবলিঙ্গ আছে।

**ভুবনেশ্বৰী** বি. কামাখ্যাত থকা এটা মন্দিৰ, দশমহাবিদ্যাৰ এক বিদ্যা।

**ভুবনেশ্বৰ বাচস্পতি** এজন অসমীয়া লেখক।

**ভুৱা** বি. ফাকি, প্ৰবঞ্চনা, ছল deception, deceit. **ভুৱা দি** ছল কৰ, ফাকি দি to deceive.

**ভূ** বি. পৃথিবী the earth, মাটি ground. **ভূকম্প** ভুঁই কঁপ। **ভূগোল** পৃথিবী আৰু বিভিন্ন দেশৰ বিবৰণ থকা পুথি geography. **ভূচৰ** বামত থকা প্ৰাণী, স্থলচৰ। **ভূচিত্ৰ** পৃথিবীৰ চিত্ৰ বা নক্সা, মেপ। **ভূচ্ছায়া** বি. পৃথিবীৰ ছাঁয়া। **ভূতত্ত্ব** পৃথিবীৰ উৎপত্তি, পৰিণতি উপাদান আদি বিষয়ক বিদ্যা geology. **ভূদেৱ** বি. ব্ৰাহ্মণ।

**ভুঁই** বি. মাটি land, ground, খেতি কৃষি, cultivation. **ভুঁই ৰো** ধানৰ পুলি ৰো to transplant paddy seedlings. **ভুঁইকঁপ** পৃথিবীৰ কোনো এভাগৰ কঁপনি, ভূমিকম্প earthquake. **ভুঁইকোমোৰা** পতালী কোমোৰা। **ভুঁইখোৰা** মাটি ফুটি ওলোৱা শকত গাজ, কেঁচুমটা। **ভুঁইলতা** বি. কেঁচু an earthworm. **ভুজপাত** এবিধ গছৰ ছাল, আগেয়ে ইয়াক তুলাপাতৰ পৰিবৰ্তে ব্যৱহাৰ কৰিছিল।

**ভূঞা** বি. মাটিৰ গৰাকী a landholder, আহোম বিলাকে অসমদেশ লোৱাৰ আগতে উজনি অসমৰ একখণ্ড ভগাই বাৰ ভাগ কৰি স্বতন্ত্ৰৰূপে শাসন কৰোঁতা, এওঁবিলাক বাৰ ভূঞা বুলি প্ৰখ্যাত আছিল।

**ভূত** বিণ. অতীত, গত past, অতীত কাল the past, পিশাচ, উপদেৱতা an evil spirit, a ghost. স্ত্ৰী. **ভূতুনী**। শিবৰ অনুচৰ a follower of Shiba, জগৎ সৃষ্টি হোৱা মূল পদাৰ্থ primitive element of creation, প্ৰাণী a living being. **ভূতে ধৰা দে**, **ভূতলগা দি লাগ** নেৰানেপেৰাকৈ ধৰ বা প্ৰাৰ্থনা কৰ to persist. **ভূত-চতুৰ্দ্দশী** বি. কাতিমাহৰ কৃষ্ণ চতুৰ্দ্দশী। **ভূত জাৰ** বৰকৈ কঁপনি ধৰি উঠা জাৰ। **ভূত দয়া** ভূত বা প্ৰাণীৰ প্ৰতি দয়া। **ভূত-দ্ৰোহ** জীৱহিংসা। **ভূতনাথ** শিৱ। **ভূতপূৰ্ব্ব** আগৰ, আগেয়ে থকা বা হোৱা existing before, the former. **ভূত-ভাৱন** পৰমেশ্বৰ। **ভূতৰ ওপৰত দানহ** এটা সৰু আপদ বা লেঠাৰ ওপৰত আন এটা ডাঙৰ আপদ বা লেঠা। **ভূতে ধৰ** ভূতে পা, দেও লম্ভ to be possessed.

**ভূতল** বি. পৃথিবীৰ ওপৰ ভাগ the surface of the earth.

**ভূতি বৰ্ম্মণ** বি. প্ৰাচীন কামৰূপৰ এজন ৰজাৰ নাম।

**ভূতীয়া** বিণ. ভূত সম্পৰ্কীয়। বি. ভূত পোহা বা বশ কৰি ৰখা মানুহ। স্ত্ৰী. ভূতীয়ানী।

**ভূধৰ** বি. পৰ্ব্বত a mountain, শিব Shiva.

**ভূপ, ভূপতি, ভূপাল** বি. ৰজা a king. **ভূ-বিদ্যা** পৃথিৱী বিষয়ক জ্ঞান, geology. **ভূ-ভাৰ** পৃথিৱীৰ পাপৰ ভাৰ। **ভূ-ভাৰত** ভাৰত আৰু গোটেই পৃথিৱী। **ভূমণ্ডল** বি. পৃথিৱী the globe. **ভূমধ্য সাগৰ** বি. ইউৰোপ মহাদেশ আৰু আফ্ৰিকা মহাদেশৰ মাজত থকা সাগৰ।

**ভূমা** বিণ. বিৰাট, সৰ্ব্বব্যাপী, পূৰ্ণ absolute.

**ভূমি** বি. মাটি land, ground, পৃথিৱী, বসুন্ধৰা the earth, ঠাই a place, ত্ৰিভুজৰ তলৰ বাহুটো the base of a triangle, আধাৰ, বিষয় a base, a subject. **ভূমিকম্প** বি. "ভূঁইকঁপ" চোৱা।

**ভূমিজ** মাটিতে জন্মা।

**ভূমিচম্পা** এবিধ ফুল a kind of flower.

**ভূমি চুই কাণত হাত দিয়া** কোনো শুনিব নলগীয়া কথা শুনিলে, এনে কথা শুনিব নেপাই বুলি পৃথিৱী স্পৰ্শ কৰা কাৰ্য্য।

**ভূমিকা** বি. গ্ৰন্থৰ পূৰ্ব্বাভাস, পাতনি, কোনো পুথিৰ আৰম্ভতে সেই পুথিৰ সংক্ষেপ বিৱৰণ an introduction, a preface. **ভূমিকা গ্ৰহণ**, বেশ-লোৱা, অভিনেতাৰ বেশ, নাটকীয় চৰিত্ৰ বিশেষৰ অভিনেয় অংশ।

**ভূমিভাৰ** পৃথিৱীৰ ভাৰ, পৃথিৱীৰ বুকুত দেখা দিয়া পাপ ব্যভিচাৰ আদিকে পৃথিৱীৰ ভাৰ বুলি কোৱা হৈছে।

**ভূমুক** বি. মাটিৰ তলৰ পৰা পানী ওলোৱা বিন্ধা, পুং, উহ a spring, a crater.

**ভূমিষ্ঠ** বিণ. মাটিত পৰা falling on the ground, প্ৰসূত born.

**ভূমি-শয্যা** মাটিত শোৱা, ঘৰৰ মজিয়াত শোৱা।

**ভূম্যধিকাৰী** ভূস্বামী, জমিদাৰ land-lord.

**ভূমিস্যাৎ** মাটিত পৰা।

**ভূয়ঃ** পুনৰ, প্ৰচুৰ, স্ত্ৰী. ভূয়সী (প্ৰশংসা)।

**ভুৰ** বি. পানীত উটাই দিবলৈ বা নাৱৰ দৰে ব্যৱহাৰ কৰিবলৈ একেলগে বন্ধা ভালেমান বাঁহ, কাঠ কলগছ আদি a raft, a float.

**ভূৰি** বিণ. প্ৰচুৰ, বহু, 'ভূৰি ভূৰি প্ৰশংসা much, many.

**ভূৰিশ্ৰৱা** কুৰুক্ষেত্ৰৰ যুদ্ধত নিহত হোৱা এজন বীৰৰ নাম।

**ভূৰ্জ্জপত্ৰ** বি. এবিধ গছৰ ছাল ভূজপাত।

**ভুৰুকনি** বি. পানীফুটনি, বুৰবুৰণি bubbles.

**ভুৰুভঙ্গ, ভুৰ্ভং** বি. অলপো পৰোৱাই কৰা, অলপো মনোযোগ slight attention.

**ভূ-লুণ্ঠিত** মাটিতে পৰি যোৱা।

**ভূলোক** বি. পৃথিবী, জগৎ the earth, the world.

**ভূ-শায়ী** মাটিত পৰি যোৱা।

**ভূষ্** সক. ধা. ধুনীয়া কৰ, সাজ কৰ to decorate. **ভূষণ** অলঙ্কাৰ সাজ, ornament, dress, **ভূষিত** বিণ. শোভিত, অলঙ্কৃত, সজোৱা, deco rated, adorned.

**ভূষণ্ডী** বি. গাত বেটু থকা ডাঙৰ দীঘল এবিধ অস্ত্ৰ।

**ভূ-স্বৰ্গ** মাটিৰ পৃথিবীৰ স্বৰ্গ, কাশ্মীৰ।

**ভূস্বামী** বি. মাটিৰ গৰাকী, জমিদাৰ a land-lord.

**ভৃগু** বি. এজন মুনিৰ নাম,শুক্রাচাৰ্য্য।

**ভৃগুপতি** বি. পৰশুৰাম, ভৃগুৰাম।

**ভৃঙ্গ** বি. ভোমোৰা the black-bee.

**ভৃঙ্গৰাজ** বি. এবিধ চৰাই, ভিমৰাজ a kind of shrika.

**ভৃঙ্গাৰ** বি. ৰজা বা দেৱতাক পানী দিয়া ৰূপৰ, সোণৰ বা তামৰ নলা লগোৱা লোটা, ভোগজৰা a water vessel of silver, gold or copper with a spout.

**ভৃঙ্গী** বি. শিৱৰ এজন অনুচৰ।

**ভৃত্য** বি. লগুৱা, চাকৰ a servant, a slave, গুণ. বি. **ভৃত্যত্ব**।

**ভেউ** বি. এবিধ মাছ a kind of fish.

**ভেউ, ভেউ** ( অনু. শব্দ ) কুকুৰৰ মাতৰ নিচিনা শব্দ an imitative word used to express the sound of barking of a dog.

**ভেঁ** বি. ল'ৰাই মুখ মেলি কান্দোতে হোৱাৰ নিচিনা শব্দ।

**ভেঁকুৰ** অক. ধা. জেকা বা ব'দ বতাহ নোপোৱা ঠাইত থকাৰ কাৰণে সেমেকি অতি মিহি ধূলিযুক্ত হ, অকামিলা হৈ পৰি থাক to mould, to lie useless. বিণ. **ভেঁকুৰা** ভেঁকুৰা লগা। ক্রি. **ভেঁকুৰ লাগ** ভেঁকুৰ।

**ভেঁকো** বি. মূৰ্খ, ভেৰা foolish, stupid. **ভেঁকো-ভাৱনা** কোনো কাৰ্য্যৰ অসঙ্গত ৰূপ বা মিছা ভাও ( নিন্দাত ), কোনো কাৰ্য্যৰ আভাস মাথোন a mockery, a false show.

**ভেঁট-ভটি** বিণ. ভেঁটৰ গুটিৰ নিচিনা সৰু very small.

**ভেঁহিয়া** সক. ধা. ভেঙুচালি কৰ to make faces. বি. **ভেঁহনি**।

**ভেক** বি. ভেকুলী, ভেকোলা a frog.

**ভেকুভেক কৰে** ক্রি. বিণ. ভেক ভেক শব্দ কৰি, উচ্চ শব্দ কৰি

(হাঁহি) producing a loud noise.

**ভেকাহি** বি. খঙেৰে ডাঙৰকৈ মৰা ডাবি, মুখ বিকটা scolding. ক্রি. **ভেকাহি মাৰ**।

**ভেকুৰি** বি. বেঙেনা জাতিৰ গাত কাঁইট থকা এবিধ সৰু বনৰীয়া গছ।

**ভেকুলী** বি. সৰু বেং, ভেক a frog. **ভেকুলীৰ পিঠিত নেজ গজা** সাধাৰণ মানুহে ডাঙৰ কাম পোৱা। **ভেকুলীৰ নেজ ভেকুলীৰ গাতে মাৰ যোৱা** যিমান আৰ্জ্জন কৰা হয় খৰচো সিমান হয়।

**ভেকোলীয়া** বি. গৰুৰ ডিঙি উখহি হোৱা ৰোগ।

**ভেকেটা-ভেকেট** বিণ. দুৰ্গন্ধযুক্ত stenchy.

**ভেকোলা** বি. ডাঙৰ বেং, মণ্ডুক a frog.

**ভেঙুচালি** বি. মুখ ভেঙুচাই কৰা ইতিকিং, অঙ্গিভঙ্গি কৰি বিদ্রূপ কৰা mocking, buffoonery.

**ভেঙুচিয়া** সক ধা, মুখ বিকটাই বা ভঙ্গি কৰি ইতিকিং কৰ।

**ভেঙুৰ** বি. ভাঁজ a bend. বিণ. **ভেঙুৰা, ভেঙুৰা-ভেঙুৰি** বেঁকা বেকি zigzag. বিণ. **ভেঙুৰীয়া**।

**ভেচ্‌ভেচীয়া** নিস্ফল, বিফল fruitless.

**ভেচেলি** বি. এবিধ খলিয়া, এবিধ সৰু মাছ।

**ভেজা** বি. কোনো বস্তুত আওজা, হেঁচা act of leaning against weight, ঢোকা a prop.

**ভেজা** সক. ধা. তপত পানীত চেঁচা পানী মিহলা to mix.

**ভেজাল** বিণ. মিশ্রণ, মিহলি।

**ভেট** বি. কুমুদ, পদুম জাতীয় এবিধ পানীত হোৱা ফুল the water-lily.

**ভেট** সক. ধা. আগচি ধৰ, আগুৰ, নিৰোধ কৰা to obstruct the way of, to dam up. উপঢৌকন দি to make a present of.

**ভেটভেটীয়া** বিণ. পানী সোমাই ওফন্দি উঠা কিন্তু ভালকৈ নিসিজা, উখহি শেতা পৰা। **ভেট্‌চকুৰা** বেগতে মনিব নোৱৰা, হোজা dullsighted, simple.

**ভেটাই দে** ডাঙৰ মানুহৰ লগত সাক্ষাৎ কৰা।

**ভেটা** বি. পানী বন্ধ কৰিবলৈ কৰা আলি বা ঢাপ a dam. **ভেটাই** বি. এবিধ ফুল হোৱা বনৰীয়া গছ আৰু তাৰ ফুল।

**ভেটাভেটি** বি. পৰস্পৰক দেখাদেখি কৰা কাৰ্য্য, সাক্ষাৎ mutual visiting, an interview.

**ভেটি** বি. কোনো কাৰ্য্যৰ নিমিত্তে মাটি দি ওখ কৰা ঠাই a raised bed of earth. **ভেটি উছন হোৱা** পৰিয়ালটোৰ সকলোবোৰ মানুহ-দুনুহ মৰি শেষ হোৱা। **ভেটি উট, ভেটি মৰ** সপৰিয়াল মৰি

নাইকিয়া হ, উচ্ছন্ন হ to be extinct wholly, as a family. ভেটিত তিতা লাউ গজা "ভেটি উহন হোৱা" চোৱা।

**ভেটী** বি. উপঢৌকন a present out of respect. অন্যায় মতে সুবিধা বা উপকাৰ পাবলৈ কোনো বিষয়াক দিয়া ধন বস্তু a bribe. ক্রি. ভেটী খা, ভেটী দি।

**ভেটুৱা** বিণ. উপঢৌকন স্বৰূপে লোৱা বা দিয়া received or given as a present.

**ভেড়া** বি. দীঘল আৰু বৰ ডাঠ নোম থকা বিদেশী ছাগ a sheep, a ram স্ত্রী. ভেড়ী।

**ভেণামাখি, ভেন-ভেনী মাখি** 'পেন পেনী মাখি' চোৱা।

**ভেণ্টি** বি. এবিধ ফুল।

**ভেণ্ডী** বি. বাৰিষা হোৱা এবিধ তৰকাৰি।

**ভেথেৰা** বিণ, ভোঁতা blunt.

**ভেদ** বি. প্রভেদ difference, পেট চলা ৰোগ diarrhoea. ৰহস্য secret. অক. ধা. ভিতৰলৈ প্রবেশ কৰ to penetrate inward. বি. ভেদন্, ভেদক বিণ. ভেদী, বিদীৰ্ণকাৰী piercing or dividing, পেট চলোৱা, ৰেচক purgative. ভেদ-জ্ঞান বুদ্ধি পাৰ্থক্যভাৱ, সমদৰ্শিতাৰ অভাৱ। ভেদবমি ওলাউঠা। ভেদ-ভাঙ গুপ্ত বা ভিতৰৰ কথা প্রকাশ কৰ to give out the secrecy.

**ভেদা** সক. ধা. বিদীৰ্ণ বা পৃথক্ কৰা to cause to be divided or pierced.

**ভেদা-ভেদ** বি. পাৰ্থক্য বা ঐক্য agreement or difference.

**ভেদাই লতা, ভেদালী** বি. দৰৰত লগা এবিধ দুৰ্গন্ধ লতা a kind of creeping plant (ভেদেই লতা)

**ভেদী** বি. বিদীৰ্ণ কৰা, ৰেচক piercing, purgative. স্ত্রী. ভেদিনী।

**ভেদ্য** বিণ. ভেদ বা বিদীৰ্ণ কৰিব পৰা capable of being pierced, divided. বি. ভেদ্যতা।

**ভেবা** বিণ. মূৰ্খ, অজলা dull-headed. অক. ধা. ভেবালাগ ভয়ত বিবুদ্ধি হ to be amazed.

**ভেবুৱা** বিণ. ভয়াতুৰ timid, আজলা dull, stupid. অক. ধা. ভেবুৱা লাগ।

**ভেবেকা** বিণ. ভেবুৱা। অক. ধা. ভেবেকা লাগ।

**ভেবেণ্ডা** একো নজনা, অজলা dull-headed.

**ভেবেৰ, ভেবেৰি** বি. গেদেৰি, জুলীয়া বস্তুৰ ওপৰত উঠা ঘন মল scum.

**ভেম** বি. ফিতাহি, আয়স, নিজক ডাঙৰ দেখোৱা কাৰ্য্য vanity, pomp. ক্রি. ভেম ধৰ, ভেম মাৰ।

**ভেমেচা** বিণ. ভেঙুৰা crooked.

ভেমেচা ভেমেচি অনেক ভাঁজ থকা। বেঁকা-বেঁকি।

**ভেৰ** বি. গেদ, জুলীয়া বস্তুৰ তলত পৰা মল, গোবৰ বোকা আদি কোমল মলিয়ন বস্তুৰ দম। **ভেৰ্ উঠা** হাল বাই বা কোৰ মাৰি মাটিৰ তলৰ পাৰ ওপৰলৈ তোল, বেহা-বেপাৰত আগেয়ে হোৱা ক্ষতি পূৰ কৰ। **ভেৰ ভেৰ** কোমল বোকাত ভৰি সোমালে হোৱা শব্দ। বি. **ভেৰ ভেৰীয়া**। অক. ধা. **ভেৰ্ ভেৰা**। বি. **ভেৰণি** বোকা গোবৰ আদিৰে ভৰি থকা ঠাই।

**ভেৰণ** বি. কেৰেয়া, ঘৰ, মাটি আদি ব্যৱহাৰ কৰাৰ বানচ, hire, rent. বিণ. **ভেৰণীয়া** কেৰেয়া দি লোৱা hired, rented.

**ভেৰাকুটা** বি. হাত মুখ আদি বিক-টাই কৰা ধেমালি। বিণ. **ভেৰা-কুটীয়া**।

**ভেৰাপোঠ** সদায় বেমাৰ হৈ থকা, চিৰ ৰুগীয়া।

**ভেৰী** বি. মুখেৰে বজোৱা এবিধ ৰণবাদ্য।

**ভেৰেহা** বিণ. মঙহাল কিন্তু আটিল নোহোৱা fat and fleshy.

**ভেৰোনীয়া** "ভেৰেনীয়া" চোৱা।

**ভের্শেঠ** বি. ঠেহ, গপ। বিণ. **ভের্শেঠীয়া**। ক্রি. **ভের্শেঠ পাত**, **ভের্শেঠ জোৰ**। বি. **ভের্শেঠালি**।

**ভেল, ভেলা** বি. ভুৰ, জীৱ নথকা মনুষ্য দেহ a raft, lifeless human body. **ভেলা-ঘৰ** বি. মেজি।

**ভেলি** (ব্রজ) অক. ধা. হল।

**ভেলেউ** বি. এবিধ গছ a kind of jungle tree.

**ভেলেকা** বি. ভেৰা, আজলা, আচ-ৰিত বস্তু দেখাৰ দৰে চাই থকা simple-witted. স্ত্রী **ভেলেকী** অক. ধা. **ভেলেকা লাগ**।

**ভেলেকী** বি. যাদুবিদ্যা, ইন্দ্রজাল, এটা বস্তুক আন এটা যেন দেখোৱা বিদ্যা magic, jugglery. **ভেল্কী লণ্ঠন** বি. বস্তুৰ সক নক্সা বা ছবি ডাঙৰ কৰি দেখুওৱা যন্ত্র a magic lantern.

**ভেলেঙা** বিণ. ভেলেকা, আজলা simple, foolish. স্ত্রী. **ভেলেঙী**।

**ভেলেঙী** বি. এবিধ ডাঙৰ শৰ পহুৰ মাইকী a female deer, a hind.

**ভেশ, ভেষ** বি. বেশ, ভাও guise. **ভেশছল**, **ভেষচল** ছদ্মবেশ disguise. ক্রি. **ভেশধৰ** ছদ্মবেশ কৰ to disguise.

**ভেষজ** বি. ঔষধ medicine.

**ভেহ** বি. এবিধ ওখ ডাঙৰ আওকাঠি গছ a kind of forest tree.

**ভৈয়াই** বি. ভাই a brother, বৰ প্রিয় মৃতক a term used for a dear deceased person.

**ভৈয়াম** বি. পৰ্ব্বতৰ নামনি, সমতল ভূমি a plain.

**ভৈৰৱ** বি. ভয়ানক, ভয়ঙ্কৰ terrible, শিৱৰ পাৰিষদ, ৰৰগীভৰ এটা

বাগ। স্ত্রী. ভৈৰৱী দুৰ্গা, শিৱক পূজা সন্ন্যাসিনী। ভৈৰৱীচক্ৰ বি. বামাচাৰী বিলাকৰ মদ খোৱা সভা।

ভৈল (পু. অ.) হল, পালেহি।

ভোঁ বিণ. ডাঙৰ, শ্ৰেষ্ঠ (বিদ্ৰূপত) eminent (ironically used).

ভোঁ ভোঁৱা অক. ধা. ভোমোৰাৰ দৰে ভোঁ ভোঁ শব্দ কৰ। বি. ভোঁ-ভোঁৱনি। ভোঁভোঁৱাই, ভোঁ ভো কৰে ক্ৰি. বিণ. বৰ বেগাই hurriedly.

ভোহৰ বি. কাঠ আদি ফুটোৱা শলা, বিন্ধনা an awl, a drill. অক. ধা. ফুট, বিন্ধাওনা to become open.

ভোঁহাৰ সক. ধা. ফুটা, বিন্ধা কৰ lo break open, to pierce, (গুপ্ত কথা) ব্যক্ত কৰ to publish.

ভোক বি. ক্ষুধা, খাবৰ ইচ্ছা hunger, appetite. ক্ৰি. ভোক লাগ খাবৰ ইচ্ছা হ, ক্ষুধা লাগ। ভোক চৰ বৰকৈ ভোক লাগি পাছত ভোক নাইকিয়া হ। ভোকমৰীয়া ভোকৰ পৰা মোৰে ধৰা। ভোক-বিহা লঘোনৰ পাছত ভাত খালে জন্মা জাগৰ।

ভোকন্দি বি. মগনিয়াৰে ভিক্ষাৰ চাউল আদি লৈ ফুৰা জোলোঙা a beggar's wallet.

ভোকাল বিণ. ভোক লগা hungry.

ভোকোন্দা বিণ. ওফোন্দা, মঙহাল fleshy, puffed. ভোকোন্দা মুৰা ওফোন্দা মুৰা। স্ত্রী. ভোকোন্দামুখী।

ভোক্তা বি. খাওঁতা বা ভোগ কৰোঁতা one who eats or enjoys.

ভোগ বি. সুখ দুখ আদি অনুভৱ act of enjoying or suffering. অধিকাৰ, উপভোগ possession, enjoyment, সুখ, ইন্দ্ৰিয় সুখ pleasure, sensual pleasure, দেৱতাক নিবেদন কৰা বস্তু, পৰমান্ন, পায়স আদি cooked food offered to deity. সক. ধা. সুখ বা দুখ কৰ বা পা to enjoy or suffer.

ভোগ-চাউল বি. জহা চাউল, ভোগৰ বাবে উপযুক্ত চাউল।

ভোগ বাসনা সাংসাৰিক সুখ লাভৰ কামনা।

ভোগা সক. ধা. সুখভোগ কৰ, সম্ভোগ কৰ to enjoy.

ভোগ-জৰা বি. ভৃঙ্গাৰ।

ভোগধনী বি. উৎপন্ন বা লাভৰ পৰা দেৱতাৰ পূজা বা ভোগ চলাবলৈ দিয়া নিষ্কৰ মাটি।

ভোগৱতী বি. পাতালত থকা গঙ্গা নৈ the Ganges of the nether world.

ভোগাসক্ত কামনা-বাসনা আদি চৰিতাৰ্থ কৰাত প্ৰবৃত্ত।

ভোগ্য বিণ. ভোগৰ যোগ্য। স্ত্রী. ভোগ্যা।

**ভোগালি** বিণ. সুখ ভোগ কৰিবৰ কাৰণে সকলো বস্তু পোৱা abunding in pleasant and enjoyable things. **ভোগালি-বিহু** বি. মাঘৰ বিহু Magh-Bihu festival.

**ভোগী** বিণ. সুখী, সুখ ভোগ কৰা enjoying good things, দুখ ভোগ কৰা suffering, দখল কৰা possessing.

**ভোগ্য** বিণ. ভোগ কৰিব লগীয়া।

**ভো চক্র** বি. ডাঙৰ মেল (পৰিহাসত) a monster meeting.

**ভোজ** মালৱদেশৰ ভিতৰুৱা এখন পুৰণি ৰাজ্য, ইয়াৰ ৰজা।

**ভোজ-পুৰী** ভোজপুৰৰ পৰা অহা।

**ভোজ-ৰাজ** ভোজ ৰাজ্যৰ ধাৰা-নগৰীৰ ৰজা।

**ভোজ** বি. অনেক মানুহ লগ লাগি কৰা ভোজন a feast. **ভোজন** আহাৰ কৰা কাৰ্য্য, আহাৰ। **ভোজনান্তে** খোৱাৰ পাছত।

**ভোজখোৱা শিয়াল** নিজে কষ্ট নকৰি আনৰ আৰ্জ্জনেৰে চলা লোক।

**ভোজ-বাজী** বি. ইন্দ্ৰজাল বিদ্যা, ভেলেকী।

**ভোজনিয়াৰ** বি. সৰহকৈ খোৱা মানুহ a gluttonous person.

**ভোজনী** বি. কোনো পাত্ৰত ভৰাই দেৱতা, বামুণ আদিক দিয়া চাউল, মাহ আদি খাদ্য বস্তু।

**ভোজনীয়** বিণ. খাবৰ যোগ্য fit to be eaten.

**ভোজ্য** বি. খোৱা বস্তু an eatable. বিণ. খাব পৰা eatable.

**ভোট্-ভোট্** অণুক. পেটৰ অসুখ হোৱা বাবে পেটৰ ভিতৰত হোৱা শব্দ।

**ভোট** বি. আসামৰ উত্তৰে থকা পৰ্ব্বতীয়া জাতি।

**ভোট** বি. নিৰ্ব্বাচক সকলৰ বা সদস্য সকলৰ অভিমত vote.

**ভোটএৰা** বি. এজাতি বঙালী এৰা।

**ভোটগুটি** হাওঁফাওত হোৱা এবিধ ঘা বা খণ্ড a kind of absces in the lungs.

**ভোট-মৰিচ** বি. এবিধ ডাঙৰ জলকীয়া।

**ভোটা** বি. বাতি পহ মৰা মানুহে শকত শলাকানি দি লগোৱা বৰকৈ জ্বলা চাকি। বিণ বৰকৈ উজ্জ্বল হোৱা, বুটা, চোকা বা ধাৰ নথকা not sharp, blunt. **ভোটা-তৰা** বিখ্যাত মানুহ famous man.

**ভোটোকা, ভোটোঙা, ভোটোহা** বি. চুটি আৰু শকত short and bulky.

**ভোটোঙা-ভোটোং** বিণ. ডাঙৰ আৰু স্পষ্ট, গোটাগোট large and distinct.

**ভোদা** বি. ভেবা, অজলা simple, dull.

**ভোবোকাৰ** বিণ. নোমাল, বৰকৈ নোম থকা shaggy.

**ভোবোবা** বিণ. নোমাল, নোমযুক্ত, বিশেষকৈ থিয় নোম থকা having thick and standing hair.

**ভোবোলা** বিণ. দীঘল নোম থকা, ওলমি পৰা নোম থকা having long and hanging hair, খাহী নকৰা মস্ত ছাগলী a breeding he-goat.

**ভোম** বি. চকুৰ পিৰ্‌কটিৰ নোম the eye-lashes, বহল বিন্ধা a wide hole or bore.

**ভোমাল** সক. ধা. বৰ বহল বিন্ধা ভেঁটাৰ to make a wide hole through.

**ভোমোৰা** বি. ফুলৰ মৌ-পিয়া উৰি ফুৰা ক'লা কীট the black-bee.

**ভোমোৰা** বি. ভঁইৰা, এবিধ গছ a kind of tree.

**ভোমোলা** বিণ. ডাঙৰ বিন্ধাযুক্ত কোপোলা having a big hole, পেটত কথা নথকা out-spoken. **ভোমোলা-ভোমোল** বহুত বহল বিন্ধা থকা। **ভোমোলা-তকতি** বহুত ডাঙৰ ডাঙৰ ফুটা থকা বস্তু, ভিতৰি বাপ নথকা তকতি।

**ভোৰু** (পু. অ.) গধূলি।

**ভোৰ-তাল** বি. এবিধ ডাঙৰ তাল a large kind of cymbal.

**ভোৰ্‌ভোৰা** সক. ধা. মুখেৰে গুণ গুণ শব্দ কৰ, অসন্তুষ্ট মানুহে মুখৰ ভিতৰতে গুণ গুণ কৰি বক। বি. ভোৰভোৰণি।

**ভোল** বিণ. বিস্মৃত, মোহিত charmed, আসক্তি, মোহ attachment.

**ভোল** বি. এবিধ আঙ্গা খোৱা ফল।

**ভোলা** বিণ. সাধু, শান্ত, সৰল simple, frank. **ভোলানাথ** সদাশিব Shiva.

**ভোলোঙা** বিণ, ডাঙৰ বা অনেক বিন্ধা থকা having big or many holes, পাতল thin, woven. **ভলভলীয়া** out-spoken.

**ভৌতিক** বিণ. ভূত-পিশাচ সম্বন্ধীয় regarding evil spirits, পঞ্চভূত বা মূল পদাৰ্থৰ পৰা হোৱা বা তাৰ সম্পৰ্কীয় elemental, made of elements.

**ভৌভৌ** বি. জুই বৰকৈ জ্বলি উঠিলে বা কুকুৰে ভুকিলে হোৱা শব্দ। অক. ধা. **ভৌ-ভৌৱা** বৰ তাপ এৰি দে, বৰ উত্তপ্ত হ।

**ভৌম** মাটি সম্বন্ধীয় মঙ্গল গ্ৰহ, এজন ঋষিৰ নাম।

**ভৌমিক** বি. ভূমি বা মাটিৰ গৰাকী a land holder.

**ভ্ৰংশ** বি. নাশ, পতন downfall, ruin.

**ভ্ৰম** বি. ভুল, ভ্ৰান্তি mistake, error, বিস্মৰণ forgetfulness.

অক. ধা. ভ্ৰমণ কৰ to travel. ঘূৰি ফুৰ to roam about.

ভ্ৰমণ বি. পৰ্য্যটন, ঘূৰি ফুৰা walk, travel.

ভ্ৰমৰ বি. 'ভোমৰা' চোৱা।

ভ্ৰষ্ট বি. পতিত হোৱা, জাতি বা ধৰ্ম্ম নষ্ট হোৱা fallen, degraded, নষ্ট, নিষ্ফল spoiled, come to nought. স্ত্ৰী. ভ্ৰষ্টা ব্যভিচাৰিণী।

ভ্ৰষ্টাচাৰী বিণ. অনাচাৰী, ধৰ্ম্ম বা জাতৰ নিয়ম এৰা violating rules of caste or religion.

ভ্ৰাতা, ভ্ৰাতৃ বি. ভাই a younger brother. ভ্ৰাতৃ-দ্বিতীয়া কাতি মাহৰ শুক্ল-পক্ষৰ দ্বিতীয়া তিথিৰ দিনাখন ভনীয়েকৰ দ্বাৰা ভায়েকক ভাত-পানী খুৱাই কাপোৰ-কানি দি ফোট দিয়া এটা উৎসৱ। ভ্ৰান্তিমান কাব্যালঙ্কাৰ বিশেষ।

ভ্ৰান্ত বিণ. বিস্মৃত, পাহৰা, ভ্ৰমযুক্ত blundering, নিজক পাহৰা forgetful. বি. ভ্ৰান্তি। ভ্ৰাম্যমান যি ভ্ৰমণ কৰিয়ে আছে, ঘূৰি থকা।

ভ্ৰূ বি. ভুৰু, চকুৰ নোম eye-brow. ভ্ৰূকুটি খঙত বা ঘৃণাত কপাল কোঁচাই কৰা দৃষ্টি, ক্ৰোধ দৃষ্টি a frowning look, a frown. ভ্ৰূবিলাস, ভ্ৰূবিভ্ৰম ভ্ৰূভঙ্গী, মনোহৰ ভঙ্গীত ভুৰু লৰোৱা। ভ্ৰূক্ষেপ দৃষ্টিপাত, গ্ৰাহ্য বুলি ধৰা। ভ্ৰূভঙ্গী, ভ্ৰূভঙ্গ মনোহৰ ভঙ্গীত ভ্ৰূ সঞ্চালন, কটাক্ষ। ভ্ৰূসংকেত ভুৰুৰ দ্বাৰা সংকেত দিয়া। ভ্ৰূকুটিকুটিল ভ্ৰূকুটি যুক্ত frowning.

ভ্ৰূণ বি. গৰ্ভস্থ সন্তান embryo. ভ্ৰূণ হত্যা গৰ্ভনষ্ট কৰণ foeticide.

ভ্ৰূৰ বি. চেলাউৰি, ভুৰু an eye-brow.

---

# ম

ম অসমীয়া বৰ্ণমালাৰ ব্যঞ্জন বিলাকৰ পঁচিশ সংখ্যাৰ আখৰ the twenty-fifth letter of the consonants, ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ নাম।

মই (সৰ্ব্বনাম) বক্তাই স্বয়ং নিজক বুজোৱা শব্দ I, myself.

মইদা বি. ঘেঁহু ধানৰ পৰিষ্কাৰ কৰা মিহি গুৰি the finest flour of wheat.

মইন বি. কৌটকৰা a kind of tree and its fruit. মইনফিৰা বি. নাইপীয়া a kind of lizard.

মইনা বি. মানুহৰ মাত লোৱা এবিধ শালিকা জাতিৰ চৰাই a kind of bird, ল'ৰাছোৱালীক মৰমেৰে মতা মাত। মইনা গিৰি বি. এবিধ লাহী ধান a kind of fine paddy.

মইনামাত বি. গালি-শপনি abuse.

মইবৰ বিণ. 'মইমত্ত' চোৱা।

**মইমত** বিণ. নিজ ইচ্ছাৰে চলা, দাম্ভিক, লোকৰ কথা নুশুনা self-willed, proud. ও. বি. **মইমতালি** obstinacy, selfconceit. **মইমতীয়া** বিণ. 'মইমত' চোৱা।

**মইলা** বি. মলি dirt. বিণ. মলিয়ন dirty.

**মকটীয়া** বি. এবিধ সৰু জাতিৰ ফুলুকা বাঁহ।

**মকমকা** অক. ধা. ভালকৈ নুফুটাকৈ মুখৰ ভিতৰতে কথা ক, বৰ কথা ক। বি. **মকমকনি**।

**মকৰ** বি. জলহস্তী, মগৰ, হাতীৰ নিচিনা শুঁড় আৰু মাছৰ নিচিনা গাৰে এবিধ সাগৰৰ কাল্পনিক জন্তু, জ্যোতিষৰ ৰাশিচক্ৰৰ দশম ৰাশি। **মকৰ-কুণ্ডল** মগৰৰ আকৃতিৰ কাণত পিন্ধা এবিধ অলঙ্কাৰ। **মকৰক্ৰান্তি** বিষুব ৰেখাৰ পৰা পৃথিবীৰ কাল্পনিক বিভাগৰ ২৩½ অংশ দক্ষিণত থকা অঙ্ক ৰেখা the Tropic of Capricorn. **মকৰ-ধ্বজ, মকৰকেতু** কামদেৱ, মদন Cupid, the god of love **মকৰধ্বজ** এবিধ ঔষধ a kind of medicine.

**মকৰ্ সংক্ৰান্তি** বি. মাঘ বিহু the Magha Bihu.

**মকৰন্দ** বি. ফুলৰ মৌ flower honey.

**মকৰল, মকৰৰ** বিণ. নিযুক্ত, নিয়োজিত appointed. বিণ. **মকৰলী** ভৰ্ত্তি হোৱা already appointed. **মকৰলী কাকত** appointment letter.

**মকৰা** বি. মুখৰ পৰা সূতা উলিয়াই জালকৰা এবিধ পোক a spider. **মকৰা-জাল** মকৰাই সজা জাল a cobweb.

**মকৰ্দ্দমা** বি. গোচৰ, এজনে আইন এজনৰ বিপক্ষে বিষয়া বা গৰাকীক জনোৱা ওজৰ a law suit, a case.

**মকল** বি. ( কথ্য ভাষাত ) 'মকাল' চোৱা।

**মকা** বি. শকত, অকামিলা big, worthless.

**মকামিলা** বি. পৰস্পৰ আলোচনা, পৰামৰ্শ mutual discussion, মিটমাট compromise.

**মকাল** বি. এবিধ বাঁহ a kind of bamboo.

**মকুৰা** বি. ভেট ফুলৰ ঢোপ a seed-vessel of the water-lily.

**মকুৰা** বিণ. গুটি গুটি হৈ থকা imperfectly pounded.

**মক্কা** বি. আৰবদেশৰ ৰাজধানী আৰু মুচলমান ধৰ্ম্ম প্ৰবৰ্ত্তক মহম্মদৰ জন্ম ঠাই।

**মক্কেল** বি. মকৰ্দ্দমা চলাবলৈ কোনো উকিলৰ সহায় বিচৰা লোক a client.

**মখ** বি. যজ্ঞ, পূজা-অৰ্চ্চনা sacrifice.

**মখ্‌মল্‌** বি. এবিধ মিহি পাতল কাপোৰ velvet.
**মখনা** বি. দাঁত নথকা বা নিচেই চুটি দাঁতেৰে এবিধ মতা হাতী a kind of male elephant.
**মখা** বি. জাক, সমূহ a multitude, a herd, পোলা a large bundle.
**মগ** বি. মূৰ্ত্তি, চাকি আদি থবৰ কাৰণে দ'ল, দেৱাল আদিৰ গাঁত ত্ৰিভুজাকাৰ কৰি সজা খোলনি a recess in a wall.
**মগ** বি. আৰাকানৰ অধিবাসী, মান-দেশৰ মানুহ।
**মগ** বি. সাধাৰণ জাতিৰ কুঁহিয়াৰ a kind of sugarcane.
**মগ** বি. পাত্ৰবিশেষ mug.
**মগজ, মগজু** বি. মূৰৰ ভিতৰত থকা বিউৰ নিচিনা বগা বস্তু marrow.
**মগজু** বি. কাপোৰ বা বহা কঠৰ দাঁতিত লগোৱা কাপোৰ বা ছাল।
**মগধ** বি. বিহাৰ দেশ South Behar.
**মগন** 'মগ্ন' শব্দৰ কোমল ৰূপ।
**মগনিয়াৰ** বি. ভিখাৰী, ভিক্ষুক a beggar. **মগনীয়া** বিণ. মাগি খোৱা, ভিক্ষা কৰা living on alms, মাগি পোৱা obtained by begging.
**মগৰ** বি. 'মকৰ' চোৱা। বিণ. **মগৰ মুৰী** মগৰৰ মূৰৰ নিচিনা আকৃতিৰ।
**মগবাজি** বি. কথা বতৰা মুখুৱা স্বভাৱ, গপ obstinacy, pride.
**মগু** বি. এবিধ মাহ the mung pulse.
**মগ্ন** বিণ. বুৰা, তল যোৱা immersed, নিবিষ্ট, তন্ময়, বৰকৈ মন লগোৱা wholly absorbed in. **মগ্নচেতন** স্বপ্ন-বিভোল, উন্মনা।
**মঘা** বি. মাটিত খোঁচ খাই জোঙা ভাগ ওপৰলৈ ওলাই থকা হুল, জোং।
**মঘা** বি. জ্যোতিষৰ দহ সংখ্যাৰ নক্ষত্ৰ the tenth mansion of the moon. **মঘা পৰ** কোনো কাৰ্য্যত নিষ্ফল হ to fail. **মঘা মাৰ** আত্মসাৎ কৰ।
**মঘুৰা** বিণ. মাঘ মাহ সম্বন্ধীয়, মাঘত ওপজা বা মাঘত উৎপন্ন হোৱা। বি. কলাডিলৰ বৌখা, কলগছৰ ঢাকনী।
**মঙহ** বি. মাংস, জন্তুৰ ছালৰ তলৰ কোমল বস্তু, ফলৰ কোমল ভাগ flesh, pulp of a fruit. **মঙহ খা** বৰ অনিষ্ট বা ক্ষতি কৰ। **মঙহ-গাঁঠি** শৰীৰৰ কোনো ঠাইত থকা একোটা সৰু ঘিলাৰ আকৃতিৰ মঙহৰ খোপা a gland. **মঙহ ধৰ** পুষ্ট হ, মঙহ বাঢ় to become fleshy or fat, মঙহ চাপ খাই শুকাবলৈ ধৰ। **মঙহাল** বিণ. মঙহ থকা, নোদোকা fleshy, stout.
**মঙ্গল** বি. শুভ, কল্যাণ, কুশল, তৃতীয়

গ্রহ, সপ্তাহৰ তৃতীয় দিন, শুভাশুভ বুজিবলৈ কৰা গণনা prosperity, good fortune, the planet, Mars, Tuesday, divination. **মঙল ঘট** বি. মঙল সূচক পূর্ণ ঘট। **মঙল চণ্ডী** বি. দুর্গাদেবীৰ এটা ৰূপ। **মঙল চা** শুভাশুভ গণনা কৰ। **মঙল-বৰীয়া** মঙলবাৰে ওপজা বা হোৱা। **মঙলময়** কল্যাণময়, কল্যাণকাৰী। **মঙল মাৰ** আগ ঠেং দুটাৰে মাটি আচোঁৰ।

**মঙলতি** বি. মঙল চোৱা মানুহ, কাৰো ভাল বেয়া গণনা কৰা লোক one who practises divination. স্ত্রী. **মঙলতী**।

**মঙলদৈ** বি. দৰং জিলাৰ এটা মহকুমা আৰু এই মহকুমাৰ সদৰ নাম।

**মঙলদৈ নদী** বি. মঙলদৈ চহৰৰ ওচৰত থকা এটা উপ-নদীৰ নাম।

**মঙলৱন্ত, মঙলৱান** বিণ. ভাগ্যবান prosperous. স্ত্রী. **মঙলৱতী**।

**মঙলাচৰণ** বি. শুভসূচক অনুষ্ঠান, কোনো কাৰ্য্যৰ আৰম্ভতে কৰা মঙলজনক অনুষ্ঠান বা দেৱতাৰ বন্দনা a preliminary propitia tory invocation or ceremony.

**মঙলাদেৱী** বি. দৰঙী ৰজাৰ জীয়ৰী আহোম স্বৰ্গদেৱ প্ৰতাপ সিংহই ভেঁওক বিয়া কৰাইছিল আৰু মঙলীদেৱীৰ নামানুসাৰে ঠাইখনৰ নাম মঙলদৈ হয়।

**মঙলু** বি. মণিপুৰ।

**মঙলু জীয়েকৰ পুখুৰী** বি. মণিপুৰেশ্বৰৰ জীয়ৰীৰ আদেশ মতে খন্দোৱা এটা পুখুৰীৰ নাম।

**মগল-পাঠান** বি. গুটিৰে দুজনে খেলা এবিধ খেল।

**মচ** সক. ধা. মাজ, মোহাৰি গুচা to clean by rubbing, to wipe, লিপ to plaster. বি. **মচন** মচা বা লিপা কাৰ্য্য।

**মচ্‌মচ্‌** গছৰ কেঁচা পাত ছিঙিলে বা কেঁচা ফল চোবালে হোৱাৰ নিচিনা শব্দ। বি. **মচমচনি**। বিণ. **মচমচীয়া** মচমচ শব্দ কৰি ভঙা, ঠুমুকা। ক্রি. বিণ. **মচ্‌মচ্‌ কৈ, মচ্‌মচ্‌ কৰে**। অক. ধা. **মচমচা**।

**মচলমান, মছলমান** বি. মহম্মদ প্ৰবৰ্ত্তিত ধৰ্ম্ম মানি চলা লোক। বিণ. **মচলমানী**।

**মচলা** বি. বাখৰ, আঞ্জাত বা দৰবত দিয়া গুটি, ছাল, পাত আদি spice.

**মচা** সক. ধা. আনৰ দ্বাৰাই মাৰ্জ্জন কৰা বা লিপা to cause to be wiped or plastered.

**মচাকচা** বিণ. সাৰি পুচি পৰিষ্কাৰ কৰা cleaned and plastered over.

**মচাবিদা** বি. আঁচনি, খচৰা a rough draft.

**মচিদ** বি. মচলমানৰ ঈশ্বৰ উপাসনা কৰা ঘৰ mosque.

**মচ্‌মুমে** ক্রি. বিণ. তেনেই, সম্পূৰ্ণ,

নিচেই (নোহোৱা অৰ্থত) totally, entirely.

**মচুৰ** বি. এবিধ সৰু বঙচীয়া বৰণৰ মাহ lentil.

**মচোৱা গোম** বি. এবিধ ডাঙৰ ক'লা কেঁট নথকা বিষাল সাপ a kind of black snake.

**মছ্গুল** বি. বিহ্বল, আনন্দ-বিভোৰ, overcome.

**মছন্দৰী** বি. এবিধ বনবীয়া লতা শাক a kind of pot herb.

**মচলমান** বি. (কথ্য ভাষা) "মুচলমান" চোৱা।

**মছুৱা** বিণ. মাছ সম্বন্ধীয়, মাছ ব্যৱহাৰ কৰা relating to fish, taking fish.

**মজ** বি. এবিধ বনবীয়া গছ a kind of tree.

**মজ** অক. ধা. ভালকৈ সিজি বা পকি কোমল বা ৰসাল হ to be perfectly cooked or ripe, ডুব যা, মগ্ন হ, ৰবকৈ আসক্ত হ, মোহিত হ to be plunged, to be addicted, to be devoted, to be charmed.

**মজবুত** বিণ. দৃঢ়, শকত firm, strong.

**মজৰা** বি. ভিতৰত কোমল শাহ থকা এজাতি খাগৰি, এবিধ কেৰ্কেৰীয়া কুঁহিয়াৰ a kind of reed, a kind of hard sugar cane. **মজ্লিচ্** বি. সভা, গান-বাজনা আদিৰ বৈঠক a meeting, a merry party.

**মজলীয়া** বিণ. মধ্যমীয়া বৰ ডাঙৰ বা সৰু নোহোৱা of middle size.

**মজা** বি. মজ্জা, কোনো বস্তুৰ ভিতৰৰ সাৰ ভাগ, শাহ the core or inner part of anything, the karnel of fruit.

**মজা** বি. সুখ, সোৱাদ, আমোদ happiness, enjoyment. ক্রি. **মজা কৰ** সুখ ভোগ কৰ। **মজা পা** শাস্তি পা, দুখ পা।

**মজা** সক. ধা. অইনৰ হতুৱাই ধঁহা, মুগ্ধ কৰ।

**মজাঠি** বি, বঙা বৰণৰ এবিধ লতা the Indian madder. **মজাঠি-বুলীয়া** মজাঠিৰ বৰণৰ, বঙা।

**মজামজি** মাজে মাজে হোৱা, সদায় হৈ নথকা occurring now and then, occasional, আধাআধি partial. ক্রি. বিণ. **মজামজকৈ**।

**মজাৰলি** বি, এবিধ বঙচীয়া বিষাল পৰুৱা a kind of venomous ant.

**মজিন্দাৰ, মজুমদাৰ** বি. ৰজা যৰৰ হিচাব-পত্ৰ ৰখা আৰু আন দেশৰ ৰজালৈ চিঠি লিখাপঢ়া কৰা বিষয়া a private secretary to the king or the Viceroy.

**মজিয়া** বি. ঘৰৰ ভিতৰৰ মুকলি ঠাই the floor of a room.

**মজুত** বিণ. সঞ্চিত, জমা কৰা saved, collected.

**মজুৰ** বি. শ্ৰমজীৱী, চাকৰ a labourer. **মজুৰি** বি. মজুৰৰ কাম, পাৰিশ্ৰমিক work of labour, wage.

**মজ্জ** অক. ধা. মজ, বুৰ। বি. **মজ্জন**।

**মজ্জা** বি. হাড়ৰ মাজৰ বস্তু marrow, বস্তুৰ মাজৰ ভাগ pith, the inner part, **মজ্জাগত** বিণ. হাড়ৰ মাজত বা মগজুত সোমাবা centered in the marrow.

**মঝিয়া** বি. ( কথ্য-ভাষা ) 'মজিয়া' চোৰা।

**মঞি** ( পু. অ. ) [সৰ্ব্বনাম] মই।

**মঞ্চ** বি. চাং, ওখ আসন বা বেদী raised seat, dais, a platform, সন্মানসূচক আসন a seat of honour or state. **নাট্যমঞ্চ** a stage, বক্তৃতা কৰা মণ্ডপ বা ওখ ঠাই a pulpit.

**মঞ্জৰ্** অক. ধা. গজালি মেল, কুঁহি পাত ধৰ, কলি পেলা to sprout, to bud.

**মঞ্জৰি, মঞ্জৰী** বি. অঙ্কুৰ, গজালি a shoot, a sprout, ফুলৰ থোপা, ফুলৰ ঠাৰি a cluster of blossoms, a flower stalk. বিণ. **মঞ্জৰিত**।

**মঞ্জিৰা** বি. এবিধ নিচেই সৰু খুটিতাল a kind of very small cymbal.

**মঞ্জিষ্ঠা** বি. এবিধ ৰঙা লতা, মজাঠি Indian madder.

**মঞ্জীৰ** বি. ভৰিৰ অলঙ্কাৰ, নেপুৰ an anklet, ornament for the foot.

**মঞ্চস্থ** ৰঙ্গমঞ্চত অভিনীত।

**মঞ্জিল** বি. ধোবাৰ ঘৰ।

**মঞ্জিল** বি. প্ৰাসাদ, কাবেং palace.

**মঞ্জু** বিণ. সুন্দৰ, মধুৰ, মনোহৰ lovely, beautiful, sweet, pleasing.

**মঞ্জুভাষিনী** বিণ. যি ৰমণীৰ কথা মিঠা women possessing sweet voice.

**মঞ্জুশ্ৰী** বি. বৌদ্ধ আৰু জৈন ধৰ্ম্মত স্থানপোৱা দেৱতা বিশেষ।

**মঞ্জুৰ** বিণ. অনুমোদিত, গ্ৰাহ্য কৰা sanctioned, accepted. বি. মাজ্ঞি acceptance. ক্ৰি. **মঞ্জুৰ কৰ, মঞ্জুৰ হ**।

**মঞ্জুল** বি. সুন্দৰ, মধুৰ lovely, beautiful.

**মঞ্জুষা** বি. সৰু বাকচ a box, a receptacle.

**মট** ( অনু. শ. ) কোনো টান বস্তুৰ আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ।

**মটক** বি. মোৱামৰীয়া, মৰাণ, অসম দেশৰ এজাতি হিন্দুধৰ্ম্ম লোৱা আদিবাসী মানুহ, তেওঁলোকে নিষ্ঠুৰ ৰূপে অনেক মানুহক বধ কৰিছিল কাৰণে শেষত মটক শব্দে ৰব নিষ্ঠুৰ

মানুহক বুজাব ধৰিলে a race in upper Assam said to be very cruel, hence cruel.

**মটৰ** (অনু. শ.) কোনো বস্তু ছিগোতে বা ভাঙোতে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **মটৰাই, মটৰা কৰে।** **মটৰ মাহ** বি. খেতিত হোৱা এবিধ বিদেশী মাহ a pea. **মটৰ গাড়ী** বি. মেচিনেৰে চলা এবিধ গাড়ী motor bus.

**মটহা** বিণ. টান, শকত, মিহি আৰু কোমল নোহোৱা hard, rough.

**মটীয়া** বিণ. মাটিৰ নিচিনা, মাটি বৰণীয়া like earth. earth-coloured.

**মট মট্** (অনু. শ.) টান অথচ পাতল বস্তু মোহাৰোঁতে হোৱাৰ নিচিনা শব্দ। বি. **মটমটনি**। বিণ. **মট-মটীয়া**। ক্রি. বিণ. **মটমট কৰে।**

**মঠ** বি. গপ, ঠেহ, খং কৰি কোনো কাম নকৰোঁ বুলি থকা sulkiness, refusal to do a thing out of anger. অক. ধা, **মঠ ধৰ, মঠ জোৰ।**

**মঠঙা** বি. ডাঙৰ আৰু কঠিন stout and rough.

**মঠা** বিণ. ডাঙৰ আৰু টান (চাউল) coarse.

**মঠা** বিণ. ভালকৈ পূৰঠ নোহোৱা not matured.

**মঠীয়া** বি. মাটিৰ ডাঙৰ ডেগ, ডিঙি চুটি, পেট বহল মাটিৰ পাত্র a large earthen jar.

**মণ্ডল** বি.সূৰ্য্যৰ চাৰিওফালে ওলোৱা গোলাকাৰ ৰশ্মি a halo round the sun or moon, দেৱদেৱীৰ পূজা বা বিবাহ আদিত ঘট থাপনা কৰিবৰ নিমিত্তে পিঠাগুড়ি বা আন নানা ৰবণীয়া গুড়িৰে মাটিত সজা চক্রাকাৰ চিত্র।

**মণ্ডলী** বি. গাত ঘূৰণীয়া ফুলৰ নিচিনা চকৰ থকা এবিধ বিষাল সাপ a kind of poisonous snake.

**মণি** বি. হীৰা, মুকুতা আদি বহু-মূলীয়া বাখৰ a gem, a jewel, সোণৰূপ আদিৰে কৰা ডিঙিৰ অলঙ্কাৰ a necklace, চকুৰ পুতলী the pupil of the eye.

**মণিকৰ্ণিকা** বি. কাশীৰ এটা পবিত্র ঘাট a holy bathing place in the Ganges of Benaras, উত্তৰ গুৱাহাটীৰ পূবত থকা এটা শিৱৰ মন্দিৰ আৰু পৌৰাণিক তীৰ্থ।

**মণিকূট** বি. নামঘৰৰ পূব বা উত্তৰ মূৰে লগাই সজা মূৰ্ত্তি, ভাগৱত আদি থোৱা সৰু ঘৰ।

**মণিছাল** বি. হাইঠা গুটিৰ ছাল।

**মণিপুৰীয়া** বিণ. মণিপুৰত থকা বা উৎপন্ন হোৱা। বি. মণিপুৰৰ মানুহ a Manipuri.

**মণিৰাম দেৱান** বি. মুক্তি যুদ্ধৰ প্ৰথম অসমীয়া শহীদ।

**মণিহাৰী** বি. কম দামৰ মণি, অলঙ্কাৰ আদি নানা ৰকমৰ বস্তুৰ বেপাৰী a dealer of miscellaneous fancy thing.

**মণিৰাজ** বি. এবিধ ফুল a kind of flower.

**মণিবন্ধ** বি. হাতৰ গাঁঠি the wrist, **মণিমালা** মালা-মণি, জৰীৰে গাঁঠি পিন্ধা মণি a string or necklace of jewels.

**মণিহাৰী** বি. মণি, হাৰ, পুতলা আদি নানাবিধ সক-সুৰা বস্তু।

**মণিহাৰী দোকান** বি. মণিহাৰী বস্তুবোৰ বেচা দোকান।

**মণ্ড** বি. ভাত, আথৈ বা চিৰা পানীত গুলি ৰোগীয়ে খাবৰ নিমিত্তে কৰা মাড় rice gruel. সক. ধা. ভূষিত কৰ, বঞ্জিত কৰ to adorn.

**মণ্ডন মিশ্র** বি. প্রাচীন ভাৰতৰ এজন পণ্ডিত, এখেত বেদান্ত দর্শনৰ বিৰোধী আছিল।

**মণ্ডন** বি. শোভাকাৰক, আনন্দদায়ক, অলঙ্কাৰ adorning, decorating.

**মণ্ডপ** বি. কোনো উৎসৱৰ কাৰণে অস্থায়ীভাবে সজা ঘৰা ঘৰ a temporary hall erected on ceremonial occasions, দেৱালয়, মন্দিৰ a temple.

**মণ্ডল** বি. চক্র, গোলাকৃতি a circle, a sphere, জলবায়ু অনুসৰি ভাগ কৰা পৃথিবীৰ একোটা বিভাগ a zone, চন্দ্র-সূর্য্যৰ চাৰিওফালে থকা ৰশ্মিৰ বেৰ the halo of light round the sun and the moon, কোনো একখণ্ড দেশৰ মাটি বন্দবস্ত আৰু খাজনা সম্পৰ্কীয় কাৰ্য্য কৰা বিষয়া a fiscal officer incharge of a circle or lot.

**মণ্ডলাকাৰ, মণ্ডলাকৃতি** বিণ. গোলাকাৰ ঘূৰণীয়া, spherical. circular.

**মণ্ডলী** বি. কোনো ঠাইত সভা-সমিতিৰ কাৰণে গোট খোৱা মানুহ an assembly, কোনো এক বিশেষ ধৰ্ম্মৰ লোক সমূহ, ধৰ্ম্ম সমাজ, কোনো এক শ্ৰেণীৰ লোক সমূহ।

**মণ্ডা** বি. চেনি আদিৰে তৈয়াৰ কৰা এবিধ মিঠাই a kind of sweetmeat.

**মণ্ডিত** বি. ভূষিত, অলঙ্কৃত adorned, decorated.

**মণ্ডুক** বি. ভেকোলা, বেং a frog.

**মত** বি. ইচ্ছা, মনৰ ভাব, অভিপ্ৰায়, মন্তব্য, বিশ্বাস, সিদ্ধান্ত, বিধান, সম্মতি intention, desire, purpose, opinion, doctrine, consent. **মতবাদ** বৈজ্ঞানিক বা দার্শনিক মত, theory. **মতভেদ** মতৰ অনৈক্য, মতৰ অমিল। **মতান্তৰ** অন্যমত, মতভেদ।

**মত্‌গজ** বিণ. ডাঙৰ ভীষণ, শকত,

বলী strong and stout.

মত্গর্ব্ব বি. অহঙ্কাৰ, মইমতালি pride, self-conceit. বিণ. মত্গৰ্ব্বী।

মতঙ্গ বি. এজন ঋষিৰ নাম name of a sage.

মত্লব্ বি. উদ্দেশ্য, অভিপ্রায় intention, purpose. বিণ. মত্লবী।

মতগুা বি. লোকৰ অপকাৰ কৰিবলৈ গোপনে কৰা আলচ, কুপৰামৰ্শ a secret counsel.

মতৰ বি. তিৰোতাই মতাক বশ কৰা ঔষধ। মতৰী মতাক বশ কৰিবলৈ মন্ত্র বা ঔষধ ব্যৱহাৰ কৰা তিৰোতা, দুষ্টা তিৰোতা।

মতলীয়া বিণ. ৰাগী লগা বস্তু খাই হোৱা বলিয়া intoxicated.

ম’তা, মহতা বি. যথাৰ গন্ধকাদি মিহলাই কৰা জুই লগালে নীল বা ৰঙা দীপ্তি দিয়া এবধ বস্তু a kind of fire work giving a blue or red light.

মতা বি. পুৰুষ a male.

মতা সক. ধা. আনৰ হতুৱাই কথা কোৱা বা পাঠ কৰা to cause to be read or recited, নিমন্ত্রণ কৰা to cause to be invited.

মতামত বি. মত বা অমত, সম্মতি বা অসম্মতি opinion for or against.

মতামতি বি. মাতবোল, পৰস্পৰে মতা কাৰ্য্য act of calling or inviting each other.

মতাৱলম্বন বি. কোনো এক মত অনুসাৰে কৰা আচৰণ, কোনো বিধান বা মতত চলা কাৰ্য্য acting or following another's opinion, act of following a particular doctrine or tenet. বিণ. মতাৱলম্বী কোনো বিশেষ মত অবলম্বন কৰি চলা।

মতি বি. মন, বুদ্ধি, মনৰ প্রবৃত্তি mind, intellect, mental disposition. মতি গতি বি. মনৰ চাল আৰু গতি, আচৰণ conduct. মতিচুৰ লাড়ুকৈ কৰা এবিধ মিঠাই। মতিচ্ছন্ন হতবুদ্ধি, জ্ঞানহীন deranged in mind, মনৰ বিকাৰ loss of intellect. মতিভ্রম বুদ্ধিৰ ভ্রম a mistake. মতিমান বুধিয়ক, জ্ঞানী intelligent বুদ্ধিবন্ত লোক। মতিহীন বুদ্ধিহীন, অজ্ঞানী stupid, ignorant.

মতীয়া বিণ. চানেকীয়া, সদৃশ (লবা-মতীয়া) a suffix meaning like resembling.

মতুল বিণ. লোণ, তেল, মচলা আদি ঠিক মতে হোৱাত খাবলৈ ভাল লগা palatable.

মতে (অব্যয়) মত বা বিধান অনু-সাৰে according to the manner of.

**মতোৱাল** বিণ. 'মতলীয়া' চোৰা ;
**মৎচলী** বিণ. গুৰুৰ উপদেশ গ্ৰহণ নকৰি আপোন মতে চলা।

**মত্ত** বিণ. বলিয়া, উন্মত্ত, বাগিয়াল মদ খাই ৰৰকৈ আনন্দ পাই বা ৰৰকৈ খং উঠাত আপোন পাহৰা intoxicated, mad with any passion. বি. **মত্ততা**।

**মৎসৰ** বিণ. পৰশ্ৰীকাতৰ, বি. পৰশ্ৰী কাতৰতা, দ্বেষ, মাৎসৰ্য্য।

**মৎস্য** বি. মাছ fish. **মৎস্যাৱতাৰ** বিষ্ণুৰ প্ৰথম অৱতাৰ the first incarnation of Bishnu. ওঠৰ খন পুৰাণৰ এখন। **মৎস্যগন্ধা** ব্যাসৰ মাক, সত্যৱতী। **মৎস্যৰঙ্গ** মাছ-ৰোকা চৰাই। **মৎস্যৰাজ** বি. মৎস্যদেশৰ অধিপতি, বিৰাট ৰজা। **মৎস্যাশী** মাছখোৰা fish eating.

**মথ** সক. ধা. ঘোঁট, মাৰি আদিৰে খৰকৈ ঘূৰাই ঘূৰাই লৰা to churn, লৰচৰ বা বিচলিত কৰ to shake. **মথন** মথা বা ঘঁটা কাৰ্য্য, ধ্বংস কৰা, মৰ্দ্দন act of churning,destruction. **মথনী** ঘোঁটনী, ঘোঁটা মাৰি a churning stick.

**মথনী মথেনী** বি. আহিন আৰু কাতিমাহৰ সংক্ৰান্তিত হোৱা এটা উৎসৱ। দেৱতা আৰু অসুৰ সকলৰ দ্বাৰা সাগৰ মন্থনৰ আবৃত্তি কৰা হয়। মঙ্গলদৈ মহকুমাৰ অন্তৰ্গত ভাগৱতী সত্ৰত এই উৎসৱ অনুষ্ঠিত হয়।

**মথিয়ল** বিণ. শ্ৰেষ্ঠ, জ্ঞানী chief, wise.

**মথৰি** বি. পাগুৰিৰ দৰে মূৰত মেৰোৱা কাপোৰ a piece of cloth wrapped round the head.

**মথাউৰি, মথাৰি** বি. বাঢ়নী পানী ভেঁটিবৰ কাৰণে নৈৰ দাঁতিত বন্ধা ওখ আলি an enbankment along the edge of a river.

**মথিত** বিণ. মথা, ঘোঁটা stirred, churned.

**মথুৰা** বি. যমুনানৈৰ সোঁপাৰে থকা এখন তীৰ্থ ঠাই।

**মথুৰা পাগ, মথুৰাপুৰীয়া পাগ** বি. ডাঙৰ পাগ বা পাগুৰি a large turban or pugri.

**মদ** বি. অহঙ্কাৰ, গৰ্ব্ব, ষড়ৰিপুৰ এটা, মত্ত অৱস্থা মত্ততা state of excessive excitement, মদ, সুৰা, ফটিকা wine, বলিয়া হাতীৰ কাণসতাৰ বিজাই দি ওলোৱা এবিধ সুগন্ধ ৰস, হাতী হিমেজু the juice flowing from an elephant's temples when the animal is in rut. **মদগৰ্ব্ব** দাম্ভিকতা।

**মদত** বি. সহায় help. সক. ধা. **মদত দে** সহায় কৰ, ভিতৰি আশ্ৰয় পৰামৰ্শ দে to help, to incite.

**মদন** বি. কামদেৱ the god of love, cupid, কামভাৱ lust. **মদনকেলি, মদন ক্ৰীড়া** বি. শৃঙ্গাৰ

পুৰুষ আৰু ললনাই পৰস্পৰে কৰা চুম্বন, আলিঙ্গন ইত্যাদি, স্ত্ৰী পুৰুষৰ প্ৰেমালাপ, sextual inter course. মদন গোপাল, মদন-মোহন শ্ৰীকৃষ্ণ, মদনোৎসৱ বসন্ত বা হোলী উৎসৱ। মদন-পীড়া কামপীড়া pang of lust.

মদনা বি. এবিধ ভাল জাতিৰ ভাটৌ a kind of parrot.

মদপী বিণ. মদ খোৱা, মদাহী addicted to liquor. বি. মদ-খোৱা মানুহ a drunkard.

মদমত্ত বি. মদ খাই হোৱা বলিয়া drunk, অহঙ্কাৰত বলিয়া very proud, কুমৰ পৰা হিমেজু ওলাই হোৱা বলিয়া ( হাতী )।

মদয়ন্তী বি. বন মল্লিকা।

মদকৰা বিণ. গোমোঠা, বিবৰ্ণ dull, not bright.

মদলিয়া অক. ধা. ঘৰৰ চালৰ মুখত খেৰ বান্ধ।

মদবাৰি বি. হাতী হিমেজু। মদা-তঙ্ক বেছিকৈ মদ খোৱাৰ পৰা হোৱা এবিধ ৰোগ।

মদস্ৰাৱী বিণ. যি হাতীৰ গালৰ পৰা মদ ৰস ওলায়।

মদাৰ বি. এবিধ ৰঙা ফুল ধৰা কাঁইটীয়া গছ the coral tree, বগা ফুল হলে তাক বগামদাৰ বোলে।

মদান্ধ বিণ. মদমত্ত অহঙ্কাৰৰ বাবা কণা ( ভালবেয়া একো ধৰিব নোৱাৰা ), blind with pride.

মদালসা বি. হৰ্ষাদিৰ হেতু বিহ্বলা।

মদাহী বি. মদপী, বৰকৈ মদ খোৱা addicted to too much drinking. বি. মদপীলোক a drunkard.

মদিৰ বি. য'ৰ পৰা উন্মত্ত ভাবৰ সৃষ্টি হয়।

মদিৰা বি. মদ, ফটিকা wine, spirituous liquor.

মদিৰাক্ষী বিণ. যি তিৰোতাৰ চকুৱে মোহিত কৰে, মত্তনয়না।

মদীয় বিণ. মোৰ my, mine.

মদোন্মত্ত বি. মদ খাই হোৱা উন্মাদ, মদমত্ত drunk, arrogant.

মদ্য বি. সুৰা, ফটিকা wine. মদ্য-পায়ী মদপী, মদাহী।

মদ্গুৰ বি. মাগুৰ মাছ a kind of fish.

মদ্ৰ বি. এখন প্ৰাচীন দেশৰ নাম।

মধা বি. ডাঙৰ আটি, মুঠা, পোলা a large bundle of reed. মাজত থকা ভাগ, গাৰ the middle, centre.

মধাই (পু. অ.) বি. মাধৱ, কৃষ্ণ।

মধু বি. মৌ honey, ফুলৰ মিঠা ৰস flower honey, বসন্তকাল the spring or vernal season, চ'ত মাহ the month of Chaitra, বিষ্ণুৱে বধ কৰা এটা দৈত্য a demon killed by Bishnu. বিণ. সুন্দৰ, মনোহৰ, আনন্দদায়ক sweet, pleasant, delightful.

মধুউৎসৱ বসন্ত উৎসৱ। মধু-উদ্যান বসন্ত উদ্যান। মধুকণ্ঠ কুলি চৰাই the cuckoo. মধুকৰ মৌ-মাখি, ভোমৰা a bee, the humble bee. মধুকোষ মৌ কোহ, বহৰৰা honey comb. মধুচন্দ্র honey-moon. মধুচ্ছন্দা বি. এজন ঋষিৰ নাম, বিশ্বামিত্র ঋষিৰ পুতেক। মধুবিষ, মধুনিষূদন মধুমথন, মধু-ৰিপু, মধুসূদন বিষ্ণু, কৃষ্ণ। মধুবন বি. বৃন্দাবন বা লঙ্কাত থকা এখন বনৰ নাম। মধুমাস, মধুমাহ বি. চ'ত মাহ the month of chait. মধুমেহ বি. বহুমূত্র ৰোগ। মধুসখ বি. কুলি চৰাই cuckoo. মধুৎসৱ বি. বসন্ত উৎসৱ। মধুপ ভোমোৰা মধুপর্ক বি. ঘিউ, মৌ, এঠা গাখীৰ, দৈ গাখীৰ, গুৰ বা চেনি এই পাঁচবিধ বস্তু মিহলাই কৰা উপহাৰ, পঞ্চামৃত। মধুপুৰ কোচবিহাৰৰ ওচৰত শঙ্কৰদেৱে স্থাপন কৰা এখন সত্র বা থান। মধুফল অমৃতা, অমিতা। মধুময় মৌৰ দৰে, বৰ সোৱাদ। মধুৰ বিণ. মৌৰ নিচিনা, সোৱাদ, সন্তোষদায়ক sweet, agreeable. বি. মধুৰতা। মধুৰি-আম বি. এবিধ ফল, শঁফুৰি আম the guava.

মধুনা বি. কল গছৰ মাজৰ ডিলা বা সাৰ the heart of a plantain tree.

মধু ভাৰতী বি. অনন্ত কন্দলীৰ নাম।

মধুমতী বি. বাণ ৰজাৰ পত্নী। মধুমালতী বি. এখন অসমীয়া প্ৰণয়কাব্য।

মধ্য বি. মাজ, ভিতৰ, মাজৰ ঠাই middle, centre, কঁকাল the waist. মধ্যদেশ কঁকাল। মধ্যদেশ বি. ভাৰতৰ মাজ অঞ্চল, মধ্যভাৰত, mid-land of India. মধ্য-পদলোপী কর্মধাৰয় বি সমাসত মাজৰ পদ লোপ পায়। মধ্যগ মাজৰ। মধ্যৱৰ্ত্তী মাজত থকা, মধ্যস্থ central. মধ্যবিত্ত, মধ্যবিত্ত বি. মজলীয়া অৱস্থাৰ middle class.

মধ্যম বিণ. মজলীয়া middling, মাজু middle born, মাজত থকা central. মধ্যমীয়া বিণ. মজলীয়া middling.

মধ্যমা বি. মাজৰ আঙুলি the middle finger.

মধ্যস্থ বিণ. ভিতৰত থকা, মধ্যৱৰ্ত্তী, কোনো পক্ষৰ নোহোৱা central. neutral. বি. দুই পক্ষৰ দন্দ হাই ভঙা মাজৰ মানুহ an arbitrator. বি. মধ্যস্থতা, মধ্যস্থল মাজৰ ঠাই।

মধ্যা বি. নায়িকা বিশেষ।

মধ্যাজ পুষ্ট বিণ. ডাঙৰ কঁকাল বিশিষ্ট having a thick waist.

মধ্যাহ্ন বি. বেলি দুপৰীয়া, দুপৰ mid-day, noon. মধ্যাহ্ন-সন্ধ্যা

বি. দুপৰীয়া কৰা সন্ধ্যা mid-day worship.

**মন** বি. চিত্ত, অন্তঃকৰণ mind. স্মৃতি, বোধ, বিবেচনা, ইচ্ছা, প্ৰবৃত্তি intention. সক. ধা. চকুৰে পৰিষ্কাৰ কৈ দেখ to see distinctly, মনেৰে ভালকৈ বুজ to discuss. **মন উঠ** উৎসাহিত হ। **মন-ওকৰ** মন পিচল। **মন কৰ** ইচ্ছা কৰ, মনোযোগ কৰ। **মন খা, মন লাগ** পছন্দ কৰ, পাৰলৈ ইচ্ছা কৰ, ভাল পা। **মনচোৰ** বি. যিয়ে মন হৰণ কৰে, প্ৰেমিক, প্ৰেমাস্পদ lover. **মন ডাঠ** দৃঢ়মনা, স্থিৰ মনা, সাহসী। **মন পতিয়া** মনক বুজনি দি শান্তি পা। **মন-পৱন** বি. মন-প্ৰান (পৱন, শ্বাস, বায়ু, জীৱন) **মন পা** আশয় পা। **মন পাতল** অস্থিৰমনা, ভয়াতুৰ। **মনপোত** মনোযোগ দে। **মন বঢ়া** পাৰলৈ ইচ্ছা কৰ, উদ্ধত। **মন বলী** সাহিয়াল, উচ্চাকাঙ্ক্ষী। **মন বাঢ়** কোনো বস্তু এবাৰ পাই আকৌ পাবলৈ ইচ্ছা হ। **মনবান্ধ** মন-দমা, মনৰ লোভ সংযত কৰ। **মন ভাগ** আগ্ৰহহীন হ। **মনমৰা** বিমৰ্ষ। **মন-মাৰ** বিমৰ্ষ হ, নিৰানন্দ হ। **মন যা** পাবলৈ ইচ্ছা কৰ। **মনত পৰ** স্মৰণ হ। **মন হলে ছল কৰা** ক্ৰি. যেনি ইচ্ছা তেনি বাট, ইচ্ছা থাকিলে তাওৰ কাম কৰিব পৰা।

**মনকৰ** বি. প্ৰথম অসমীয়া মনসা কবি।

**মনঃশিলা** বি. এবিধ ৰঙচুৰা আঁকৰত পোৱা বস্তু red arsenic.

**মনঃকল্পিত** কাল্পনিক imaginary. **মনঃপুত** মনোনীত।

**মনন** বি. ভালকৈ চিন্তা কৰা কাৰ্য্য act of discerning.

**মনৰ বাঘ** বি. মিছা ভয় false fear.

**মনশ্চক্ষু** বি. অন্তৰ্দৃষ্টি spiritual or internal vision.

**মনসা** বি. দুৰ্গাৰ এক ৰূপ, বিষহৰী the goddess of snake.

**মনস্কাম, মনস্কামনা** বি. মনৰ কামনা. অভিলাষ desire.

**মনস্তত্ত্ব** বি. মনোবিজ্ঞান mental philosophy.

**মনস্তাপ** বি. অত্যধিক মনোকষ্ট, সন্তাপ agony, mental pain.

**মনস্থ** বিণ. মনত ভৰা intended, desired, ইচ্ছা, অভিপ্ৰায় intention, will.

**মনা** অক. ধা. লোকৰ দ্বাৰা সন্মান কৰা, বিশ্বাস কৰা to cause to be respected or to believe. বিণ. মনযুক্ত, 'ক্ষুদ্ৰমনা' minded.

**মনাই** (পদ্যত) বি. মন, চিত্ত mind.

**মনা-কচু, মানকচু** বি. এবিধ ডাঙৰ জাতিৰ ৰবকৈ খজুৱা কচু a kind of arum.

**মনান্তৰ** বি. মনোবিবাদ, বিৰোধভাৱ dispute.

**মণিঅৰ্ডাৰ** ডাকযোগে টকা পঠোৱা money order.

**মনিচ** বি. 'মনুষ্য' শব্দৰ অপভ্ৰংশ।

**মনিমুনি** বি. এবিধ সৰু মাছ a kind of small fish.

**মনিবাই** (পু. অ.) 'মুনিবাই' চোৱা।

**মনিব** বি. প্ৰভু master.

**মনিবেগ** টকা থোৱা সৰু মোনা money bag.

**মনিহাৰী** বিণ. চৌখিন বস্তু, মন হৰণ কৰিব পৰা।

**মনীষা** বি. বুদ্ধি। **মনাষী** বিণ. জ্ঞানী, বুদ্ধিমন্ত learned, intelligent. বি. শিক্ষিত লোক, জ্ঞানী লোক।

**মনু** বি. ব্ৰহ্মাৰ পুতেক আৰু মনুষ্য বিলাকৰ আদি পুৰুষ, শাস্ত্ৰৰ মতে মনু চৈধ্য জনা, এওঁলোকৰ প্ৰত্যেক জনে ক্ৰমে পৃথিবীৰ অধিপতি হয়; স্বায়ম্ভুৱ মনুৱে লিখা এখন স্মৃতি শাস্ত্ৰ।

**মনুজ** বি. মানুহ।

**মনুষ্য** বি. মানুহ, মানুহ জাতি man, mankind. **মনুষ্যগণ** বি. মানুহ বিলাক, (জ্যোতিষ মতে) মানুহৰ স্বভাৱ। **মনুষ্যত্ব** মানুহৰ গুণ, মানুহৰ স্বভাৱ manliness.

**মনে খনা পুখুৰীত পানী খাবলৈ নোপোৱা** ক্ৰি. ভবা মতে কাম নোহোৱা।

**মনেপতা** বিণ. কাল্পনিক imaginary.

**মনে মনে** ক্ৰি. বিণ. নমতাকৈ, কথা নোকোৱাকৈ, গুপ্তভাৱে without speaking, secretly.

**মনে মুখে** ক্ৰি. বিণ. মনেৰে আৰু মুখেৰে, পেটে সমন্বিতে with heart and speech.

**মনে সজা** বিণ. মনে পতা।

**মনেস্পৰ্শা** বিণ. মনে ধৰা, বোধগম্য, বিশ্বাসজনক convincible.

**মনোগত** বিণ. মনত ওপজা, আন্তৰিক, মনঃস্থিত formed in the mind, internal.

**মনোজ** বি. মদন, কামদেৱ।

**মনোজগত** বি. চিন্তাৰাজ্য, অন্তঃকৰণ ৰূপ বিশ্ব।

**মনোজৱ** বিণ. মনৰ সমান বেগী swift as thought.

**মনোজ্ঞ** বিণ. মনোহৰ, সুন্দৰ agreeable, charming.

**মনোনীত** বিণ. বাছি লোৱা, ভাল বুলি গ্ৰহণ কৰা chosen, approved. বি. **মনোনয়ন** ভালবুলি গ্ৰহণ কৰা কাৰ্য্য selection, nomination. **মনোনয়ন পত্ৰ** কোনো নিৰ্ব্বাচনী পদৰ কাৰণে কোনো লোকক মনোনীত কৰি আবেদন কৰা কাগজ nomination paper.

**মনোনিবেশ** বি. মনোযোগ attention. **মনোবাঞ্ছা** অভীষ্ট। **মনো-**

বিজ্ঞান বি. মনস্তত্ত্ব mental philosophy, psychology. মনোবৃত্তি বি. বুদ্ধি, ইচ্ছা, কল্পনা-শক্তি intelligence, will, a feculty. মনোবেদনা বি. মনৰ দুখ। মনোভাৱ বি. মনৰ ভাবনা, ইচ্ছা will. মনোমত বিণ. মনত সন্তোষ দিব পৰা, মনোজ্ঞ, সুন্দৰ satisfactory.

মনোময় বি. যেনে ইচ্ছা তেনেকৈ চলিব পৰা, অবাধ independent, unrestrained.

মনোমালিন্য বি. মনান্তৰ।

মনো মোহন মনোহাৰী।

মনোযোগ বি. মনোনিবেশ attention. মনোযোগী বি. অভিনিবিষ্ট attentive. মনোৰঞ্জক মনৰ আনন্দদায়ক।

মনোৰঞ্জন বি. মনৰ সন্তোষ সাধন।

মনোৰঞ্জিণী বি. মনৰ সন্তোষ সাধন কৰোঁতা।

মনোৰথ বি. বাঞ্ছা, ইচ্ছা, অভিলাষ wish, desire.

মনোৰম বি. মনোৰঞ্জক, ৰমণীয় lovely, pleasing. স্ত্ৰী. মনোৰমা।

মনোৰা বি. হেলচী, পানীত হোৱা এবিধ তিতা শাক an aquatic pot herb.

মনোৰাজ্য বি. মনোজগত, হৃদয় ৰূপ ৰাজ্য।

মনোলোভা বি. মনোহাৰিণী।

মনোহৰ, মনোহাৰী বি. সুন্দৰ, ধুনীয়া, চিত্তাকৰ্ষক, মন ভুলোৱা charming, pleasing. স্ত্ৰী. মনোহাৰিণী।

মনোহৰ বি. এজাতি কল, ইয়াৰ কেবাবিধো আছে—বৰ মনোহৰ, বগী মনোহৰ।

মন্তব্য বি. অভিমত remark, কোনো কথা বা কাৰ্য্যৰ ওপৰত কৰলগীয়া কথা opinion.

মন্ত্ৰ বি. দেৱতাক উপাসনা কৰা বচন বা বাক্য a hymn, কোনো দেৱতা ভূত, প্ৰেত, মানুহক বশ কৰা বা ৰোগ উপশম কৰিবৰ নিমিত্তে ব্যৱহাৰ কৰা বাক্য incantation, গুপ্ত কথা secret matter, সাধনাৰ সময়ত জপ কৰা গুৰুদত্ত বাক্য। মন্ত্ৰপুত মন্ত্ৰৰ দ্বাৰা পবিত্ৰ কৰা। মন্ত্ৰমুগ্ধ মন্ত্ৰৰ দ্বাৰা মুগ্ধ spell-bound.

মন্ত্ৰণা, মন্ত্ৰণ বি. গুপ্ত পৰামৰ্শ বা আলচ secret consultation, কৰ্ত্তব্য বিষয়ত উপদেশ।

মন্ত্ৰী বি. পৰামৰ্শ দিওঁতা a counsellor, ৰজাক শাসন আৰু যুদ্ধ-বিগ্ৰহ আদি কাৰ্য্যত উপদেশ দিওঁতা বিষয়া a minister. মন্ত্ৰিত্ব মন্ত্ৰিৰ পদ, মন্ত্ৰীগিৰি the office of a minister.

মন্থন বি. মথা বা ঘোঁটা কাৰ্য্য, গাখীৰ ঘূঁটি মাখন কৰা কাৰ্য্য, act of

churning, stirring or shaking.

**মন্থৰ** বি. .ধীৰ অলস, মন্দগামী। **মন্থৰ-গতি** ধীৰ গতি।

**মন্থৰা** বি. কৈকেয়ীৰ দাসী।

**মন্দ** বি. লেহেম, ধাৰ, প্ৰবল নোহোৱা slow, dull weak, অধম, বেয়া bad, vile, অহিত, অনিষ্ট injury, কম less. **মন্দ-কাৰী** অনিষ্টকাৰী। **মন্দগতি** ধীৰ গতি। **মন্দন** (বিজ্ঞানত) বেগৰ ক্ৰম হ্ৰাস retardation. **মন্দভাগী** দুৰ্ভগলীয়া unfortunate. **মন্দ-মতি** নিৰ্ব্বোধ, কুস্বভাৱ থকা stupid, of bad character.

**মন্দৰ** বি. সাগৰ মথোঁতে দেৱাসুৰে মথনীৰূপে ব্যৱহাৰ কৰা এটা পৰ্ব্বত। **মন্দৰ ধাৰী** বিষ্ণুৰ কূৰ্ম্মাৱতাৰ, বিষ্ণু।

**মন্দ ৰোগী** বি. অজীৰ্ণ ৰোগ থকা dyspeptic.

**মন্দাকিনী** বি. স্বৰ্গৰ গঙ্গা, আকাশী গঙ্গা Ganges of heaven.

**মন্দাগ্নি** বি. অজীৰ্ণতা indigestion.

**মন্দাৰ** বি. স্বৰ্গৰ পাৰিজাত ফুলৰ গছ, মদাৰ গছ।

**মন্দিৰ** বি. দেৱালয়, মঠ, ঘৰ a temple, a house.

**মন্দিৰা** বি. সৰু তাল symbal.

**মন্দোদৰী** বি. ৰাৱণৰ পত্নী, পঞ্চ সতীৰ এজনী।

**মন্দ্ৰ** বি. গভীৰ ধ্বনি deep sound, 'মেঘমন্দ্ৰ'।

**মন্মথ** বি. কামদেৱ, মদন the god of love, Cupid.

**মন্যু** বি. ক্ৰোধ, খং resentment. অসন্তোষ displeasure.

**মন্বন্তৰ** বি. পুৰাণমতে প্ৰতিজন মনুৰ ৰাজত্বকাল।

**মফচল** বি. ৰাজধানী বা নগৰৰ বাহিৰা ঠাই the country remote from head-quarters. ক্ৰি. **মফচল ফুৰ** to tour.

**মবলক** বি. নগদ টকা ready money, cash.

**মম** বি. মৌ-শিটা bee's wax.

**মমকাৰ, মমত্ব** বি. মোৰ কৰ্ম্ম বা মই কৰা কৰ্ম্ম এনেকুৱা ভাৱ egotism.

**মম-বাতি** বি. মাজত শলাকানি ভৰাই বত্তি স্বৰূপে ব্যৱহাৰ কৰিবলৈ যুগুত কৰা মৌ-শিটা বা তেনেকুৱা তেলীয়া বস্তু a wax candle.

**মমত** বি. 'মমতা' চোৱা।

**মমতা** বি. মৰম, বেথা, স্নেহ love, affection, compassion (মমতাৰ অপভ্ৰংশ—মমত্)

**মমৰ়া** বিণ. বৰকৈ ভাল পোৱা, বৰ মিল very favourite, intimate.

**ময়** বি. মদ, হাতী হিমেজু। **ময়মত্ত** মদমত্ত in rut of sexual excitement.

**ময়দা** বি. ঘেঁহ ধানৰ পৰা প্ৰস্তুত কৰা গুৰি flour.

**ময়দান** বি. মুকলি পথাৰ, খোলা ঠাই।

**ময়দানৱ** বি. মন্দোদৰীৰ পিতৃ, ইন্দ্রপ্রস্থ নগৰ নির্ম্মাণ কৰোঁতা এজন দানৱ a demon.

**ময়নামতী** বি. অসমীয়া লোকগীতত স্থান পোৱা ৰজা মানিকচন্দ্রৰ ৰাণী।

**ময়লা** বি. মল dirt.

**ময়ূৰ** বি. ম'ৰা চৰাই peacock. স্ত্রী. **ময়ূৰী**। **ময়ূৰকণ্ঠী** মৰা চৰাইৰ গলৰ নিচিনা ৰৰণ থকা। **ময়ূৰ সিংহাসন** বি. সম্রাট ছাহজাহানে সজোৱা অতি মূল্যবান এখন ৰাজসিংহাসন।

**মৰথক্** বি. ৰৰ হেঁপাহ strong desire.

**মৰ** অক. ধা. প্রাণ এৰ, নিৰ্জ্জীৱ হ, নাশ হ to die, to cease to exist. **মৰ-আঁউসী** বি. অমাবস্যা, আঁউসী।

**মৰ কামোৰ** কোনো কামত মৰোঁজীওঁকৈ লগা কার্য্য a desperate struggle to attain an object.

**মৰকুঁচীয়া** বি. কেঁচুৱা ল'ৰাক ধৰা এটা ৰোগ, এই ৰোগ হলে কেঁচুৱা ল'ৰা-ছোৱালী লাহে লাহে শুকাই খীণাই মৰে। **মৰ চৰাই** বি. যম ডাকিনী, ৰাতি মতা কলা ৰৰণৰ চৰাই এবিধ a kind of black bird. **মৰজাহ দিয়া** স.ধা. মৰণলৈ ভয় নকৰি লাগি যোৱা, গোলাই পচাই নষ্ট কৰা। **মৰ-টোপনি** বি. গভীৰ ভাবে অহা টোপনি dead sleep. **মৰ নৈ নৈৰ** এৰা সুতি। **মৰবল** প্রাণপণে দিয়া বল। **মৰ-ভাও জোৰ** মৰাৰ দৰে পৰি থাক।

**মৰবেশ** বি. কোনেও নিচিনা নজনা বা মৰাৰ নিচিনা।

**মৰ্‌মৰ্** (অনু. শব্দ.) শুকান, চনকা বস্তু ভাগোতে হোৱাৰ নিচিনা শব্দ। অক. ধা. **মৰ্‌মৰা**। বি. **মৰমৰণি**। বিণ. **মৰ্‌মৰীয়া**। ক্রি. বিণ. **মৰ্-মৰ্ কৰে**।

**মৰশাল** বি. এবিধ বনৰীয়া গছ a kind of tree.

**মৰ-শ্রী** বি. অতি শ্রী, মৰিবৰ সময়ত থকা শ্রী বা সৌন্দর্য্য। **মৰসাহ** দুঃসাহস, অতিপাত সাহ।

**মৰং** বি. শৌচ কৰা ঘৰ বা বেৰা ঠাই, মলমূত্র ত্যাগ কৰা ঘৰ a privy, a latrine. **মৰং চোৱা** বি. শৌচৰ ঘৰ আঁতোৰা মানুহ, মেতৰ a sweeper. **মৰং ঘৰ** চাং ঘৰ।

**মৰক** বি. মাউৰ, মহামাৰী an epidemic. বিণ. **মৰকীয়া**।

**মৰকত** বি. পান্না, এবিধ সেউজীয়া বা কলপতীয়া ৰৰণৰ বাখৰ an emerald.

**মৰকীয়া** বি. নিজৰ হাল গৰুৰ অভাৱত আনৰ হাল গৰু লৈ গৰাকীৰ আৰু তাৰ নিজৰ মাটিত পাল পাতি হাল বোৱা মানুহ, সাধাৰণতে গৰাকীৰ মাটিত দুদিন

আৰু নিজৰ মাটিত এদিন হাল বায়। .

**মৰগ** বিণ. অধিক মূল্য লগা, অধিক দৰৰ, কিনিবলৈ বহুত ধন লগা costly, dear. বি. কিনিবলৈ বহুত ধন লগা অৱস্থা। বিণ. **মৰগীয়া** দুৰ্মূল্য, অলপ দৰত বস্তু নোপোৱা।

**মৰগ** বি. কামভাৱ প্ৰবল হোৱাৰ গতিকে হোৱা উত্তেজনা (হাতীত খাটে) state of being in rut. অক. ধা. **মৰগ উঠ, মৰগ চৰ।**

**মৰণ** বি. মৃত্যু, মৰা কাৰ্য্য death, act of dying. **মৰণত শৰণ ল** কোনো কামত মৰোঁ জীওঁ বুলি বা প্ৰাণ টাঁকি লাগ। **মৰণত শৰণ লৈ** প্ৰাণপণে, প্ৰাণ টাঁকি। **মৰণশীল** যাৰ মৃত্যু আছে mortal.

**মৰণান্তিক** বিণ. মৃত্যুতুল্য, মৰিবৰ সমান। **মৰণাশৌচ** সম্বন্ধীয়া মানুহ মৰিলে লগা অশৌচ।

**মৰণা** বি. গৰু বা ম'হৰ দ্বাৰা খচকাই গুটি বেলেগাবলৈ মেলি লোৱা গছী ধান। ক্ৰি. **মৰণা মাৰ।**

**মৰণোন্মুখ** মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱা।

**মৰত** (কাব্যত) বি. মৰ্ত্ত্য, পৃথিৱী the earth.

**মৰদ** বি. ডেকা মুনিহ মানুহ the male adult.

**মৰমে** (পু. অ.) মৰিবৰ সময়ত, মৃত্যু কালত at the time of death.

**মৰপা** বি. কাঠ ঘঁহি সমান কৰা এবিধ ওৰ নিচিনা যতন a kind of file for smoothing wood.

**মৰম** বি. চেনেহ, বেথা, ভাল পোৱা affection, love, (পু. অ.) অন্তৰ, হৃদয়, মৰ্ম্মস্থান। সক. ধা. **মৰম কৰ** চেনেহ কৰ, পুতৌ কৰ। **মৰমৰ চুমাত নাকটো চিঙা** ক্ৰি. মিত্ৰ ভাৱে শত্ৰুতা আচৰণ কৰা। অক. ধা. **মৰম পতিয়া** পুতৌ কৰ, সহানুভূতি প্ৰকাশ কৰ। সক. ধা. **মৰম লগা** চেনেহৰ পাত্ৰ। অক. ধা. **মৰম লাগ** চেনেহ লাগ।

**মৰমীয়া** বিণ. স্নেহপূৰ্ণ, চেনেহৰ beloved.

**মৰমী** বিণ. যাক মৰম কৰা হয়, beloved.

**মৰমিয়াল** বিণ. মৰম থকা, দয়ালু kind, affectionate.

**মৰমী কবি** বি. যি কবিয়ে মৰমিয়া তত্ত্ব আলোচনা কৰে mystic poet.

**মৰল** বি. 'মড়ল' চোৱা।

**মৰলীয়া** বি. ডাঙৰ পাতেৰে সৈতে এবিধ গছ a kind of tree.

**মৰলীপাক** বি. বৰ খৰকৈ মৰা পাক a quick turn.

**মৰষ** ক্ৰি. মাৰ্জ্জনা কৰ to forgive.

**মৰহ** অক. ধা. খৰকৈ শুকাই জীৰ্ণ হ,

ৰবকৈ শুকাই মুৰমুৰীয়া হ to dry so as to crumble, to decay.

**ম'ৰা** বি. ময়ূৰ peacock.

**মৰা** বিণ. জীৱ নথকা, মৃত্যু হোৱা deceased, dead. বি. মৰা মানুহ a deceased person. **মৰাগৰু** বি. অপবিত্ৰ বস্তু, মূৰ্খ fool.

**মৰা** (পাচনী. ধা.) অন্যৰ দ্বাৰাই প্ৰহাৰ কৰা, শস্য মৰোৱা to cause to be beaten or thrashed.

**মৰাণ** বি. মটক, মোৱামৰীয়া, নিষ্ঠুৰ মানুহ।

**মৰাণ আদা** বি. এবিধ উগ্ৰ জাল থকা আদা a variety of Ginger.

**মৰাপাট** বি. মৰা গছৰ আঁহ jute.

**মৰা পিটা কৰ** পৰস্পৰ পাব লগীয়া আৰু দিব লগীয়া ধনত মাৰি ধাৰ শুধ to set off one's debt against another.

**মৰামৰি** বি. পৰস্পৰে আঘাত কৰা কাৰ্য্য a mutual beating.

**মৰা মুগা বেল** লাল-কাল, অতিক্ষীণ আৰু দুৰ্ব্বল very lean and weak.

**মৰামুছা** মূৰ্চ্ছা গৈ পৰি থকাৰ নিচিনা, অতি দুৰ্ব্বল senseless, very weak, অতি সাংঘাতিক বা টান (মৰিয়া) very severe.

**মৰামুৰা** বিণ. মনমৰা, বিমৰ্ষ sad, cheerless.

**মৰা শ** বি. শৱ, মৃত প্ৰাণীৰ শৰীৰ a dead body.

**মৰা, মৰাশাক** বি. এবিধ শাক গছ, ইয়াৰ তিনি প্ৰকাৰ দেখিবলৈ পোৱা যায় টেঙা মৰা, মিঠা মৰা, তিতা মৰা।

**ম'ৰা-হাতী** বি. মখনা, দাঁত নথকা মতা হাতী a male elephant having no tusks.

**মৰি, মৰিটেঙা** বি. এজাতি পকিলে বৰ মিঠা হোৱা টেঙা ফল a species of citron.

**মৰিচ** বি. জলকীয়া a chilli and its plant.

**মৰিচা** বি. এবিধ বাৰিষা খেতিত হোৱা শাক a kind of pot herb.

**মৰিচা** বি. আচোঁ বা আন চকচকীয়া বস্তুত ধৰা মল stain on a glass or shining metal.

**মৰিনৈ** বি. মৰ নৈ।

**মৰিপৰি, মৰিমুজি** ক্ৰি. বিণ. প্ৰাণ টাঁকি, প্ৰাণ যোৱালৈ ভয় নকৰি at the risk of life, desperately.

**মৰিয়তি** বিণ. আপুনি মৰি শুকাই থকা (মৰি) dead and dry as fuel.

**মৰিয়নি** বি. মৰি খোৱা মাটি, পানীত

তল গৈ মৰি তহি থাকিবলৈ হাবি কাটি খোৱা খেতিৰ মাটি।

**মৰিয়ম** যীশু খ্ৰীষ্টৰ মাতৃ।

**মৰিয়া** সক. ধা. মাৰিবে আঘাত কৰ, টাঙোনেৰে কোবা to stike with a stick or club. **ম'ৰিয়া মৰি'** এজনে আন এজনক মাৰিবে আঘাত কৰা কাৰ্য্য, টঙনা-টঙনি। **মৰিসাজি, মৰিহাজি** কেৰাটাও ওপজা আৰু মৰাৰ পাছত।

**মৰিশালি** বি. শ্মশান, মৰা শ খৰি দিয়া বা পোতা ঠাই a funeral place, a burial or burning ground.

**মৰিষণ** বি. ক্ষমা কৰণ pardon.

**মৰীচি** বি. ব্ৰহ্মাৰ এজন পুত্ৰ আৰু ঋষি, প্ৰধান বায়ু।

**মৰীচিকা** বি. মৃগতৃষ্ণা, মৰুভূমিৰ উষ্ণ বালিৰ ওপৰত সূৰ্য্য কিৰণ পৰিলে হোৱা জলভ্ৰম mirage.

**মৰীয়া** বি. পিতলৰ কাম কৰা এজাতি মুচলমান। স্ত্ৰী. **মৰীয়ানী**।

**মৰু** বি. পানী, উদ্ভিদ ইত্যাদি নোহোৱা বালিময় ঠাই।

**মৰুস্থান** বি. মৰুভূমিৰ মাজৰ সাৰুৱা ঠাই।

**মৰুভূমি** বি. শুকান বালিময় গছ গছনি, পানী আৰু মানুহ নথকা ঠাই a desert.

**মৰুৎ** বি. বায়ু।

**মৰুৱা** বি. মাৰ নকচা, সূতাত দিয়া তাহোন বা মাৰ সুগুচোৱা।

**মৰুৱা** বি. ছিৰলী ছিৰলা পাতেৰে এবিধ সুগন্ধি বন।

**মৰো জীওঁ সোঁ অধিককৈ** ক্ৰি. বিণ. জীৱনৰ প্ৰতি আশা নেৰাখি।

**মৰ্কট** বি. বান্দৰ a monkey.

**মৰ্কটীয়া** বিণ. মানুহ বা জন্তু বেছিকৈ মৰা সময়।

**মৰ্গ** বি. শ থোৱা ঘৰ।

**মৰ্গেজ** ধাৰ কৰাৰ কাৰণে সম্পত্তি বন্ধক দিয়া।

**মৰ্জ্জি** বি. ইচ্ছা will.

**মৰ্ত্ত্য** বি. ভূলোক, পৃথিবী the earth. বিণ. মৃত্যুৰ অধীন, মৰণশীল subject to death. **মৰ্ত্ত্যলীলা** পাৰ্থিব জীৱনত কৰা কাৰ্য্য worldly actions. **মৰ্ত্ত্যলোক** পৃথিবী, ভুবন the earth.

**মৰ্দ্দ** সক. ধা. পটাত বাট, গুড়ি কৰ, নাশ কৰ to grind, to crush, to subdue. বি. **মৰ্দ্দন**। বিণ. **মৰ্দ্দিত**।

**মৰ্ম্ম** বি. ভাব, তাৎপৰ্য্য purport, substance, মৰ্ম্মস্থান vital part of the body, সন্তাপ, শোক sorrow, grief. **মৰ্ম্মভেদী** মৰ্ম্মস্থান ভেদ কৰা, বৰ কষ্ট দিয়া penetrating the vitals, very painful. **মৰ্ম্মস্থল, মৰ্ম্মস্থান** শৰীৰৰ কোমল ঠাই delicate part of the body. **মৰ্ম্মস্পৰ্শী** যিয়ে হৃদয় বা অন্তৰ বিগলিত কৰে। **মৰ্ম্মান্তিক** হৃদয় বিদাৰক

heartrending. **মৰ্ম্মাৰ্থ** গূঢ় অৰ্থ, তাৎপৰ্য্য। **মৰ্ম্মভেদ** মৰ্ম্ম-ভেদক।

**মৰ্ম্মৰ** বি. মাৰ্‌বল পাথৰ।

**মৰ্ম্মৰতী** বি. এবিধ লতা a kind of creeper.

**মৰ্ম্মাঘাত** হৃদয়ৰ আঘাত।

**মৰ্ম্মাহত** হৃদয়ত বৰ আঘাত পোৱা।

**মৰ্ম্মোদ্‌ঘাটন** ৰহস্য ভেদ।

**মৰ্য্যদা, মৰ্য্যাদা,** বি. মান, সম্ভ্ৰম, গৌৰৱ honour, respect, esteem. **মৰ্য্যাদাৱন্ত** বি. মানী, সম্ভ্ৰান্ত respectable, honourable.

**মৰ্য্যাত** বি. অপমানৰ ভয়, সম্ভ্ৰম, আত্ম-সম্মান fear of being dishonoured, self-respect.

**মৰ্ষ** সক. ধা. ক্ষমা কৰ, দোষ এৰ to forgive. বি. **মৰ্ষণ** ক্ষমা pardon.

**মল** বি. ওখল, মলি, গু-মূত dirt, soil, ordure and urine, পাপ কলঙ্ক sin, scandal.

**মল** বি. আমৰ ফুল the blossoms of the mango tree. ক্ৰি. মলিয়া।

**মল** সক. ধা. মোচৰ, মোহাৰ, মোহাৰি মিহলা বা সান to squeeze, to crush, to mix. মোহাৰি পৰিষ্কাৰ কৰ to rub.

**মলমল** বি. এবিধ বগা মিহি কপাহী কাপোৰ soft muslin.

**মলমলা** অক. ধা. ভাল গোন্ধা to spread fragrance. বিণ. **মলমলীয়া** সুগন্ধি॥ ক্ৰি. বিণ. **মলমল্** কৰে।

**মলঙ্** বি. নাৱৰ ডিঙি, নাৱৰ টিং the prow of a boat.

**মলঙ** অক. ধা. ভেকুৰ, দুৰ্গন্ধ বা সোৱাদ নাইকিয়া হ to be musty.

**মলংগিৰি** বিণ. ওখ ডাঙৰ টিং থকা, ডাঙৰ ( নাও ) very large (said of a boat ).

**মলথু, মলথু চাউল** বি. চালনীত নসৰকা নভগা কঁকা চাউল unbroken rice which remains on the selve after sifting.

**মলঙা** সক. ধা. ভেঁকুৰা to cause to be musty. বিণ. ভেঁকুৰা musty.

**মলচ** সক. ধা. ঘঁহি ওচা, মচি ওচা to rub, to wipe.

**মলত্যাগ** বি. পেটৰ মলি উলিওৱা কাৰ্য্য, শৌচ the act of voiding excrement.

**মলদ্বাৰ** বি. পোকৰ, শৌচদ্বাৰ the anus.

**মলপ** বি. নৈৰ সোঁত নথকা পানী standing water in a river.

**মলম** বি. প্ৰলেপ, তৈলাদি ঘটিত ডাঠ প্ৰলেপ an ointment.

**মলমতি** বিণ. পাপী, দুৰাশয় sinful, vile.

**মলমা কৰা** বিণ. খটোৱা বা পানী চৰোৱা coated as with gold or silver.

**মলমাস** বি. জ্যোতিষৰ সৌৰ আৰু চান্দ্ৰ দুয়ো মতৰ গণনাৰ মিল কৰিবলৈ তিনি বছৰে তিনি বছৰে বেছিকৈ লোৱা মাহ, এই মাহত ছুটা ঋাউসী পৰে আৰু হিন্দুমতে কোনো শুভকাৰ্য্য কৰিব নেপায়।

**মলমূত্ৰ** বি. গু মূত ordure and urine.

**মলয় মলয়া, মলয়া বায়** বি. ভাৰতৰ দক্ষিণ-পশ্চিমে বোম্বাই প্ৰদেশত থকা পছিম ঘাট পৰ্ব্বতৰ উৎকৃষ্ট চন্দন কাঠৰ সুগন্ধ লৈ অহা ধীৰ বতাহ ; বসন্তৰ আৰম্ভণবে পৰা দক্ষিণ দিশৰ পৰা বলা সুগন্ধি আৰু শীতল বতাহ the breeze flowing from the mountain 'Malaya' at the beginning of the spring. **মলয়জ** মলয় পৰ্ব্বত জাত, মলয়া বতাহ, **মলয়াচল** মলয় পৰ্ব্বত। **মলয়ানিল** মলয়া বায়ু।

**মলহা** বি. নৈৰ ওচৰত গজা এবিধ ডাঙৰ আৰু বগাল খাগৰি a kind of large reed.

**মলা** বি. সৰু মাটিৰ পাত্ৰ a small earthen vessel. **মলা চক** মলাতকৈ অলপ ডাঙৰ চক।

**মলা** সক. ধা, লোকৰ দ্বাৰা মোচৰা বা মোহৰা to cause to rub, **মলা ধপাত** ধপাতৰ শুকান পাত লালীৰ লগত মলি বা খুন্দি চিলিমত লগাই ধোঁৱা খাবলৈ তৈয়াৰ কৰা বস্তু। **মলামুৰা** মলাৰ নিচিনা ঘুৰণীয়া মুখ থকা। স্ত্ৰী. **মলামুঙী**।

**মলি** বি. ওখল, মল dirt, filth. **মলিন** বিণ. মলিয়ন dirty, বিমৰ্ষ cheerless. বি. **মলিনতা**। **মলিয়ন** বিণ. মলযুক্ত, মলিলগা dirty, filthy.

**মলীয়া** বি. মালা-গঁথা মানুহ, মালা যোগনিয়াৰ।

**মলুক** বি. অঞ্চল, ঠাই, ৰাজ্য a region, a native place.

**মলুৰা, মলুৰা বান্দৰ** বি. শকত, ডাঙৰ মতা বান্দৰ a big male monkey.

**মল্ল** বি. মাল, বাহুযোদ্ধা a wrestler, **মল্লযুদ্ধ** মালযুঁজ wrestling.

**মল্লাৰ** বি. বৰগীতৰ এটা ৰাগ, আৰ্য্য সঙ্গীতৰ এটা সুৰৰ নাম a kind of tune in Hindu music.

**মল্লিকা** বি. এজাতি সুগন্ধি বগা ফুল the Arabian jasmine.

**মল্লিনাথ** বি. সংস্কৃত সাহিত্যৰ এজন বিশিষ্ট টীকাকাৰ।

**মশক** বি. এবিধ তেজ পিয়া মাখি জাতিৰ কীট, মহ mosquito.

**মৰিমূৰ** বিণ. ধ্বংস, নষ্ট, চুৰমাৰ, খণ্ড

খণ্ড totally destroyed, broken into pieces.

**মসৃণ** বিণ. মিহি, কোমল, স্নিগ্ধ smooth.

**মস্করা** বি. ঠাট্টা, বিদ্রূপ jest, ridicule.

**মস্কিল** বি. অসুবিধা, কষ্ট difficulty, trouble.

**মস্কিল হোৱা** ক্রি. চুৱ নোবাবা হোৱা, বিধুত্তি হোৱা to attend monthly course.

**মস্ত** বিণ. প্রকাণ্ড, বৰ ডাঙৰ big, large.

**মস্তক** বি. মূৰ, শিৰ the head. **মস্তকমণি** বি. সর্ব্বশ্রেষ্ঠ বা পুজনীয় লোক the supreme or highest being.

**মস্তবাম** বিণ. বৰ ডাঙৰ very big.

**মস্তানা** বিণ. পাগল, মাতাল mad.

**মস্তিষ্ক** বি. মূৰৰ ঘিউ, মগজ brain.

**মস্তুল** বি. নাৱৰ পাল তৰা খুটা a mast.

**মহ** বি. মধ্য, মাজ।

**মহ্** বি. এবিধ তেজ পিয়া কীট a mosquito.

**ম'হ** বি. এবিধ শিঙাল জন্তু a buffalo. **ম'হ-গুৱাল** ম'হ ৰখীয়া।

**মহৰ খুটি** বি. বহুতো ম'হ একেলগে ৰখা ঠাই a place where buffaloes are kept together at night.

**মহ্কুমা** বি. কোনো জিলাৰ একখণ্ড sub-division.

**মহ্ফিল** জনতা, বহুতো মানুহ একেলগে হোৱা উৎসৱ।

**মহ্মহ্ কৰে** ক্রি. বিণ. বৰ ইচ্ছা আৰু আনন্দেৰে।

**মহ্মহীয়া** বি. সুগন্ধি, ভাল বা সুখ লগা, কোমল pleasant to taste or smell, delicate; কাৰো লগত ৰবকৈ ভাল ভাব হোৱা friendly.

**মহ্ৰজীয়া** বিণ. কলা মুগা চানেকীয়া dirty brown.

**মহঙা** বিণ. মৰগ, মহার্ঘ costly, dear.

**মহ্টিয়া** সক. ধা. ভৰিৰে মোহাৰ, খচকি নষ্ট কৰ to crush by treading down.

**মহৎ** বিণ. ডাঙৰ, বৃহদাকাৰ, শ্রেষ্ঠ, উদাৰ great, large, chief. বি. **মহত্তালি** ৰবাই, ডাকোপ show of one's power and strength, মহত্ত্ব, গৌৰবgreatness, dignity. **মহত্ত্ব** বি. শ্রেষ্ঠতা, ডাঙৰ গুণ, উদাৰতা greatness, magnanimity, **মহত্তত্ত্ব** সাংখ্যদর্শনমতে চৌবিশ তত্ত্বৰ দ্বিতীয় তত্ত্ব, বুদ্ধি।

**মহন (মোহন)** বি. আহোম সকলৰ এটি পুৰোহিত সম্প্রদায় a priestly class of the Ahoms.

**মহন্ত** বি. মহাজন, ঈশ্বৰপৰায়ণ লোক, সাধু an honest man,

a pious man, নামধৰ্ম্ম প্ৰৱৰ্ত্তোৱা এই দেশৰ সত্ৰৰ গোসাঁই।

**মহম্মদ** বি. মুচলমান ধৰ্ম্মপ্ৰৱৰ্ত্তক Mahommed.

**মহম্মদ বিণ কাচিম্** বি. ভাৰত আক্ৰমণকাৰী প্ৰথম মুচলমান।

**মহৰম** বি. মুচলমান বছৰৰ প্ৰথম মাহ, উক্ত মাহত পালন কৰা এটা পৰ্ব্ব the first month of the Moslem year, a Mahomedan festival.

**মহৰি** বি. আঠুৰা a curtain.

**মহৰী** বি. কাকতী, লিখাপঢ়া কাম কৰা বিষয়া a writer, a clerk.

**মহৰ্ষি** বি. শ্ৰেষ্ঠ ঋষি a superior sage.

**মহল** বি. ঘৰৰ বেলেগ বেলেগ তলা, মহলা a storey. ঘৰ-বাৰী, চৌল a residential quarter, শাসন কৰিবলৈ বা কৰ কাটল আদায় কৰাৰ সুবিধাৰ কাৰণে ভাগ কৰি লোৱা দেশৰ কোনো এক খণ্ড a divison, a lot, **মহলদাৰ** বি. কৰ কাটল আদায় কৰিবলৈ দেশৰ কোনো খণ্ডৰ নাইবা অইন কোনো বস্তুৰ ভাৰ পোৱা লোক a lease-holder, a leasee.

**মহলা** বি. বিস্তাৰ পৰীক্ষা, আলচ an examination, secret counsel. **মহলা পাত** গোপনে আলচ কৰ। **মহলা মাৰ** কাম বন নকৰি কথা চোবাই থুৰ।

**মহলা** বি. আৰিয়া a torch, কেঁচুৰা ল'ৰাক গাখীৰ খুওৱা ফটা কাণিৰ সক টুপলি, ঘৰৰ খলপা।

**মহলীয়া** বি. গাৱঁত উৎপন্ন হোৱা বস্তু আনি থাউকতে বেচোঁতা a wholesale dealer of country-produce.

**মহলীয়া** বিণ. কেবা খলপীয়া having several storeys.

**মহলোক** বি. সত্য লোকৰ তলৰ এখন স্বৰ্গ।

**মহা** বিণ. ডাঙৰ, প্ৰধান, শ্ৰেষ্ঠ, প্ৰবল great, large, chief, excellent, violent.

**মহা** বি. চাৰি অনা, সিকি, চাৰি ভাগৰ এভাগ one-fourth of a rupee, এতোলাৰ চাৰি ভাগৰ এভাগৰ ওজন the weight of one fourth of a rupee. বিণ, **মহীয়া**।

**মহা** বি. আইৰ ভনীয়েকৰ স্বামী husband of mother's sister.

**মহাকৰণ** চৰকাৰী কাম সম্পাদন কৰিবলৈ ৰাজধানীত থকা অফিচ, secretariat.

**মহাকল্প** বি. মহাপ্ৰলয়।

**মহাকবি** বি. অসাধাৰণ প্ৰতিভাশালী কবি, মহাকাব্য প্ৰণেতা। **মহাকাব্য** পৌৰাণিক বা ঐতিহাসিক বৃত্তান্ত-মূলক বৃহৎ কাব্য epic.

**মহাকৰ্ষ** (বিজ্ঞান) জড়বস্তুৰ পৰস্পৰ আকৰ্ষণ gravitation.

**মহাকায়** বিণ. শকত আৰু ডাঙৰ গাৰ strong and stout.

**মহাকাল** বি. ৰুদ্ৰ, শিৱ the God Siva.

**মহাগুৰু** বি. পিতা, মাতা, আচাৰ্য্য, পতি।

**মহাজন** বি. সাধুলোক, মহন্ত, ধৰ্ম্ম শিক্ষা দাতা a sage, virtuous man, a religious instructor বেপাৰী, সদাগৰ a trader, a merchant ; সুদলৈ ধন ধাৰে দিয়া লোক a money-lender. **মহাজনী** কাৰবাৰ সম্বন্ধীয়। **মহাজনীয়া** মহাজন বা মহন্ত সম্বন্ধীয়।

**মহাতেজা** বিণ. অতিশয় তেজস্বী।

**মহাজ্ঞান** বি. পৰম জ্ঞান, তত্ত্বজ্ঞান supreme knowledge, divine truth. বিণ. **মহাজ্ঞানী**।

**মহাতল** বি. সাত পাতালৰ পঞ্চম তলা বা খলপা।

**মহাত্মা** বি. শ্ৰেষ্ঠ লোক, মহাপুৰুষ a great man, an eminent personage. **মহাত্মা-গান্ধী** বি. মোহনদাস কৰমচাঁদ গান্ধী, বাপুজী।

**মহাদ্বীপ** বি. বৰ ডাঙৰ দ্বীপ, পুৰ্ব্ব-মহাদ্বীপ, নতুন মহাদ্বীপ, জম্বু, প্লক্ষ, শাল্মলি, কুশ, ক্ৰৌঞ্চ, শাক আৰু পুষ্কৰ।

**মহাদেৱ** বি. শিৱ, মহেশ্বৰ a name of Shiva. **মহাদেৱী** বি. মহাদেৱৰ ভাৰ্য্যা, দুৰ্গা Durga, পাটমাদৈ, মহাৰাণী the chief queen.

**মহাদেশ** বি. বহুত দেশ জুৰি থকা পৃথিবীৰ এটা বৃহত্তম ভাগ a continent.

**মহা দৈ** বি. মাদৈ, ৰাই কুঁৱৰী the chief queen of a king.

**মহানগৰ** সাধাৰণ নগৰতকৈ ডাঙৰ নগৰ city.

**মহান্** মহা শ্ৰেষ্ঠ, ডাঙৰ great, grand, মাননীয়, পূজনীয় respectable, venerable.

**মহানন্দ** বি. বৰ আনন্দ extreme pleasure. মগধদেশত ৰাজত্ব কৰা নন্দবংশৰ শেষ ৰজা।

**মহানৱমী** বি. দুৰ্গোৎসৱৰ নৱমী পূজা।

**মহানিদ্ৰা** বি. মৃত্যু, মৰণ death.

**মহানিম** বি. বৰ তিতা পাতেৰে এজাতি নিম।

**মহানিশা** বি. মাজ ৰাতি midnight.

**মহানুভব** বিণ. উদাৰ স্বভাৱ।

**মহাপাতক, মহাপাপ** বি. ঘোৰ পাপ a sin of the highest order. বিণ. **মহাপাতকী, মহাপাপী**।

**মহাপাত্ৰ** বি. প্ৰধান মন্ত্ৰী a prime minister, জগন্নাথৰ প্ৰধান পাণ্ডা a chief priest of Jagannath temple.

**মহাপুৰাণ** বি. ১৮ খন প্ৰধান পুৰাণ

যেনে—ব্রহ্ম, পদ্ম, বিষ্ণু, শিৱ, ভাগৱত, নাৰদ, মাৰ্কণ্ডেয়, অগ্নি, ভৱিষ্য, ব্রহ্মবৈবৰ্ত্ত, লিঙ্গ, বৰাহ, স্কন্দ, বামন, কূৰ্ম্ম, মৎস্য, গৰুড়, ব্রহ্মাণ্ড।

**মহাপুৰুষ** বি. অসাধাৰণ শক্তিমান সাধু পুৰুষ a virtuous man, পুৰুষোত্তম, বিষ্ণু God, Vishnu, আসামৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তক শঙ্কৰ দেৱ আৰু তেওঁৰ শিষ্য মাধৱদেৱ Sankardeva and his disciple Madhabdeva, the founder of the Vaishnava religion in Assam, **মহাপুৰুষীয়া** বিণ. দুজনা মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱ দেৱৰ ধৰ্ম্ম মতত চলা।

**মহাপ্ৰকৃতি** বি. আদ্যাশক্তি, সৃষ্টি-কাৰ্য্যৰ শক্তি the great female energy in nature.

**মহাপ্ৰভু** বি. পৰমেশ্বৰ, বিষ্ণু।

**মহাপ্ৰয়াণ, মহাপ্ৰস্থান** বি. মৃত্যু, মৰণ death.

**মহাপ্ৰলয়** বি. সৃষ্টিৰ নাশ।

**মহাপ্ৰাণ বৰ্ণ** বি. বৰ্গৰ দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ an aspirated letter.

**মহাপেচ** বি. ৰাজকাৰ্য্য সম্পৰ্কীয় কাগজ-পত্ৰ আৰু আদালতৰ মকৰ্দ্দমা আদিৰ নথিৰ ভঁৰালী a record-keeper. **মহাপেচখানা** আদালতৰ কাগজ-পত্ৰ ৰখা ঠাই a record-room.

**মহাবাহু** বিণ. বৰ বলী, পৰাক্ৰমী strong, powerful.

**মহাবিদ্যা** বি. দুৰ্গাদেৱী the goddess Durga.

**মহাবিষুৱ** বি. সূৰ্য্য মেষ ৰাশিলৈ যোৱা কাৰ্য্য।

**মহাবিষুৱ সংক্ৰান্তি** বি. সূৰ্য্য মেষ ৰাশিলৈ যাওঁতে যি দোমাহী হয়, বহাগ বিহু Bahag Bihu.

**মহাবীৰ** বি. বৰ ডাঙৰ বীৰ, হনুমান, জৈন তীৰ্থঙ্কৰ বিশেষ, জৈন ধৰ্ম্মৰ জনক।

**মহাবোধি** বি. বুদ্ধ Buddha.

**মহাব্যাধি** বি. কুষ্ঠৰোগ leprosy.

**মহাভাগ** বি. দয়াদি সদ্‌গুণ সম্পন্ন, ঈশ্বৰ ভক্ত a saint, one devoted to God. মহা সৌভাগ্য a great blessing.

**মহাভাৰত** বি. কুৰু-পাণ্ডৱৰ বৃত্তান্ত-মূলক মহাকাব্য।

**মহাভিক্ষু** বি. বুদ্ধদেৱ Buddha-deva.

**মহাভৈৰৱ** বি. বজা বাপে সজোৱা এটা শিৱ মন্দিৰ।

**মহামতি** বি. অতি বুদ্ধিমন্ত, উচ্চমনা very intelligent, noble-minded. বি. উচ্চমনা লোক a highminded man.

**মহামহিম** বিণ. অতি গৌৰৱশালী, বৰ মান্যৱন্ত illustrious, honourable.

**মহামহোপাধ্যায়** বি. সংস্কৃত

পণ্ডিতৰ এটাইতকৈ ডাঙৰ উপাধি, বিখ্যাত পণ্ডিত।

**মহামাংস** বি. মানুহৰ মাংস flesh of the human body.

**মহামাত্য** বি. প্ৰধান মন্ত্ৰী prime minister.

**মহামাত্র** বি. প্ৰধান অমাত্য।

**মহামোহ** বি. সংসাৰৰ বাসনা, অজ্ঞান অৱস্থা।

**মহামোহকাব্য** বি. ৰামানন্দ দ্বিজে অসমীয়া ভাষাত ৰচনা কৰা এখন ৰূপক কাব্য।

**মহামাণিক্য** বি. খ্ৰীঃ চতুৰ্দ্দশ শতিকাৰ কছাৰী ৰজা, এখেতৰ নিৰ্দ্দেশমতে, কবিৰাজ মাধব কন্দলীয়ে সপ্তকাণ্ড ৰামায়ণ 'পদ-বন্ধে' অসমীয়া ভাষাত ৰচনা কৰে।

**মহীৰঙ্গ দানৱ** বি. কামৰূপৰ আদি ৰজা।

**মহামায়া** বি. সৃষ্টিকাৰ্য্যৰ কাৰণ-স্বৰূপিণী অবিদ্যা, আদ্যা প্ৰকৃতি a passive matter of creation.

**মহামাৰ** বি. দুৰ্ঘটনা, মহাবিপদ a mishap, a great distress.

**মহামাৰী** বি. মৰক, মাউৰ, অনেক জীৱৰ প্ৰাণ হানি কৰা ৰোগ an epidemic.

**মহামুদ্ৰা** বি. তন্ত্ৰশাস্ত্ৰত উল্লেখ থকা সাধনা উপযোগী যন্ত্ৰ, the phallus or emblem of Durga.

**মহাযজ্ঞ** বি. ডাঙৰ বা প্ৰধান যজ্ঞ, হিন্দুৰ পাঁচোটা দৈনিক কামৰ এটা —যেনে, বেদ পাঠ, অগ্নিহোত্ৰ, তৰ্পণ, অতিথি-সৎকাৰ আৰু প্ৰাণীক আহাৰ দান।

**মহাৰথ, মহাৰথী** বি. ডাঙৰ যুঁজাৰু a great or skilful warrior.

**মহাৰাজ** বি. ডাঙৰ ৰজা, ৰাজ চক্ৰবৰ্ত্তী an emperor. স্ত্ৰী. মহাৰাণী।

**মহাৰাষ্ট্ৰ** বি. এখন দেশৰ নাম।

**মহাৰাষ্ট্ৰীয়** মহাৰাষ্ট্ৰদেশ সম্বন্ধীয়।

**মহাৰোগ** বি. বৰ ৰোগ, কুষ্ঠ, ৰাজযক্ষ্মা ইত্যাদি a dangerous disease, leprosy, pthisis etc. বিণ. মহাৰোগী। স্ত্ৰী. মহাৰোগিনী।

**মহাৰ্ঘ** বিণ. মৰগ, বহুমূলীয়া dear, costly.

**মহাৰ্ণৱ** বি. মহাসাগৰ the ocean.

**মহালয়া** বি. চান্দ্ৰ আহিন মাহৰ আঁউসী, দুৰ্গা পূজাৰ আগৰ আঁউসী the day of the new moon in the month of Aswin ( lunar month ).

**মহাশক্তি** বি. দুৰ্গাদেৱী the goddess Durga.

**মহাশয়** বি. শ্ৰেষ্ঠ লোক, মানীলোক a superior person, a respectable man, ভদ্ৰলোকক কৰা সম্বোধন sir. স্ত্ৰী. মহাশয়া।

**মহাশয়ন** বি. মৃত্যু death.

**মহাশ্বেতা** বি. সৰস্বতী the

goddess Sarasawati, কাদম্বৰী গ্ৰন্থৰ উপনায়িকা।
**মহাষ্টমী** দুৰ্গাপূজাৰ অষ্টমী।
**মহাসাগৰ** মহাসমুদ্ৰ an ocean.
**মহাসিদ্ধি** বি. সিদ্ধপুৰুষৰ আঠোটা অদ্ভুত ধৰণৰ শক্তি।
**মহিমা** বি. মাহ month.
**মহিমা** বি. মাহাত্ম্য divine power, গৌৰৱ, প্ৰতাপ dignity, power.
**মহিলা** বি. ভদ্ৰলোকৰ তিৰোতা a woman, a lady.
**মহিষ** বি. ম'হ a buffalo. **মহিষাসুৰ** বি. ম'হৰ নিচিনা আকৃতিৰ এটা অসুৰ, দুৰ্গাদেৱীয়ে বধ কৰিছিল।
**মহিষী** বি. ৰাণী, ৰজাৰ ঘৈণী a queen.
**মহী** বি. চিয়াহী ink. **মহীচুঙা** মৈলাম, দোৱাত an ink-pot, an ink stand.
**মহী** বি. পৃথিবী, বসুমতী the earth, **মহীতল** পৃথিবী। **মহীধৰ** পৰ্ব্বত। **মহীপাল, মহীপতি** পৃথিবীৰ গৰাকী, ৰজা a king.
**মহীয়া** বিণ. মাহৰ, মাহ সম্বন্ধীয় relating to a month.
**মহুৰা** বি. তাঁত বৰৰ কাৰণে ইকৰাৰ চুঙাত মেৰাই থোৱা সূতা। **মহুৰা কাঠী** বি. তাঁত বৰৰ কাৰণে সূতা মেৰোৱা ইকৰা বা ব'তাৰ পাখ বা চুঙা, a weaver's quill. **মহুৰা** পকা, মহুৰা কুৰা গঁতৰৰ বাবে মহুৰা কাঠীত সূতা মেৰিয়া।
**মহুৱা** বি. এবিধ ওখ ডাঙৰ গছ Mohua tree.
**মহেন্দ্ৰ** বি. স্বৰ্গৰ ৰজা, ইন্দ্ৰ Indra.
**মহেন্দ্ৰ** বি. সম্ৰাট অশোকৰ পুত্ৰ।
**মহেন্দ্ৰ কন্দলী** বি. শঙ্কৰদেৱৰ শিক্ষাগুৰু।
**মহেশ, মহেশ্বৰ** বি. শিব, মহাদেৱ Siva. স্ত্ৰী. **মহেশ্বৰী** দুৰ্গা Durga.
**মহোৎসৱ** বি. ডাঙৰ উৎসৱ, অনেক লোক গোটখাই কৰা আমোদ-প্ৰমোদ a great rejoicing, পৰ্ব্ব a religious festival.
**মহোদধি** বি. মহাসাগৰ ocean.
**মহোদয়** বি. মনৰ উচ্চ ভাব elevated state of mind, মান্যবান লোক, ডাঙৰ মানুহ a great man, ডাঙৰ লোকক সম্বোধন কৰা শব্দ। স্ত্ৰী. **মহোদয়া**।
**মহৌষধ, মহৌষধি** বি. উৎকৃষ্ট ঔষধ, প্ৰমাণী দৰব an infallible medicine.
**মক্ষিকা** বি. মাখি a fly.
**মা** বি. মাতৃ, আই mother.
**মাই** বি. মাতৃ, আই mother, মোমাইৰ ঘৈণী, মামী a maternal uncle's wife. সৰু ছোৱালীক মৰমেৰে মতা মাত a word used in tenderly addressing a little girl.

**মাইকণ** বি. তুজনী ছোৱালীৰ সক জনীক মৰমেৰে মতা মাত।

**মাইকাঠী** বি. যঁতৰৰ ডিলা বা যঁতৰ ঘূৰা মাৰি।

**মাইকী** বি. স্ত্রী (জন্তু বা মানুহ) a female, মাতৃ mother, তিৰোতা a woman, a wife.

**মাইকেল এঞ্জেলো** বি. ইটালী-দেশৰ এজন চিত্রকৰ।

**মাইকেল মধুসূদন দত্ত** বি. এজন বঙ্গীয় কবি।

**মাইৰ** বি. প্রভাৱ, শক্তি, প্রবলতা force, violence.

**মাইৰি, মাইৰে** ভাব. অব্য. শপত বিশেষ।

**মাইল** (অব্যয়) হাতীক আঁঠুকঢ়াব পৰা তুলিবলৈ মতা মাত।

**মাইল** বি. আঠ ফার্লং mile.

**মাইহাং** বি. বজা আৰু আহোম ডাঙৰীয়া সকলে ভাত খোৱা এবিধ বান-কাঁহী a dish with a foot used by the Ahoms of rank.

**মাউথ** বি. মথা, জাক a group, a multitude, a company, **মাউথীয়া** বিণ. সৰহীয়া। ক্রি. বিণ. **মাউথে**। **মাউথপাত, মাউথবান্ধ** জাক পাত, দল বান্ধ।

**মাউত** বি. হাতী চলাওঁতা an elephant driver.

**মাউৰ** বি. মৰক, জহনী an epidemic disease, cholera.

**মাউৰা** বিণ. মাক-বাপেক দুয়ো জীয়াই নথকা having no parent or parents, মাক বাপেক এজনো জীয়াই নথকা ল'ৰা। স্ত্রী. **মাউৰী**।

**মাউৰীয়া** বিণ. মাউৰে ধৰা, জহনা ৰোগত পৰা attacked with cholera or some other disease.

**মাও, মার** বি. মাতৃ।

**মাংস** বি. মঙহ flesh, meat. **মাংসগ্রন্থি** মঙহ-গাঁঠি। **মাংসপিণ্ড** মঙহৰ চপৰা। **মাংসপেশী** শৰীৰৰ বেলেগ বেলেগ ঠাইলৈ তেজ সঞ্চালন কৰা নাড়ী বা শিৰ। **মাংসসাৰ** যি বস্তুৰ পৰা শৰীৰৰ মঙহ বৃদ্ধি হয়। **মাংসাশী** মাংসাহাৰী। **মাংসাহাৰী** বিণ. মঙহ খোৱা।

**মাকই** বি. গোমধান। **মাকন্ড** বি. জাব্রাঙৰ গছ।

**মাকণ** বি. তুজনী ছোৱালীৰ সক জনীক মৰমেৰে মতা মাত।

**মাকণি** বি. আদৰ অর্থত সক ছোৱালীক মতা মাত।

**মাকু** বি. (কথ্য ভাষা) 'মাকো' চোৱা।

**মাকৰি-থিলা** বি. এবিধ বনবীয়া লতা আৰু তাৰ থিলাৰ নিচিনা ফল।

**মাকো** বি. তাঁতৰ দীঘ-সূতাৰ মাজে বাণি-সূতা সৰকোৱা কন্তন a weaver's shuttle.

**মাকৌ** বি. (কথ্য ভাষা) সৰু হোৱালীক মৰমেৰে মতা মাত।

**মাখন** বি. নৱনী, গাখীৰ মথি উলিওৱা সৰভাগ butter.

**মাখি** বি. এবিধ পাখি থকা পোক, মক্ষিকা a fly.

**মাখিছাল** বি. গাৰ ছাল ঢাকি থকা অতি পাতল ছাল epidermis. **মাখিমাৰা** বি. কাগজত লাগি থকা মাখি পর্য্যন্ত নকল কৰা লোক। **মাখি মৌ** মাখিৰ নিচিনা সৰু এজাতি মৌ a variety of bee. **মাখিয়তী, মাখিলতী** বি. এবিধ বনবীয়া সৰু গছ।

**মাখুন্দী** বি. মাইকী হাতী a female elephant.

**মাগ** সক. ধা. ভিক্ষা কৰ, খোজ to beg, to ask. **মাগন** কৃদ. বি. খোজা কার্য্য begging, **মাগনাই** ক্রি. বিণ. ভুদাই gratis, **মাগনী** মাগি খোৱা ভিকোতা, ভিখাৰিণী। **মাগন্তা** খোজোঁতা।

**মাগধ** বিণ. মগধ দেশৰ, মগধ দেশৰ সম্বন্ধ থকা pertaining to Magadha. **মাগধী** মগধ দেশৰ বা বর্ত্তমান দক্ষিণ বেহাৰৰ ভাষা, সংস্কৃতৰ পৰা ওলোৱা এটা ভাষা।

**মাগী** বি. বেশ্যা a harlot.

**মাগুৰ** বি. এবিধ কাঠ মাছ a kind of mud-water fish. **মাগুৰি** বি. দ ঠাইত হোৱা এবিধ ধান।

**মাঘ** বি. 'শিশুপাল বধ' কাব্য ৰচয়িতা কবি।

**মাঘ** বি. বছৰৰ দশম মাহৰ নাম the tenth month of the Hindu year. **মাঘবিহু** বি. ভোগালি বিহু, পুহৰ সংক্রান্তি। **মাঘী সপ্তমী** মাঘ মাহৰ শুক্লা সপ্তমী।

**মাঙ্গলিক, মাঙ্গল্য** বিণ. মঙ্গলসূচক, শুভ, কুশল, শুভ আশীর্ব্বাদ।

**মাচিয়া** বি. এবিধ ওখ খুৰা থকা আসন, চকী a chair.

**মাচুল** বি. ডাক, ৰেল বা জাহাজত বস্তু পঠিয়ালে দিব লগা বেচ, ভাড়া postage, freight; স্কুল কলেজৰ মাহিলী দিবলগীয়া ধন, পাৰ ঘাটৰ বেচ, বেপাৰৰ বস্তুৰ ওপৰত লগোৱা কৰ a fee, a duty, a toll.

**মাছ** বি. মৎস্য, এবিধ পানীত থকা জন্তু a fish. **মাছ বাকলীয়া** বি. চকুৰ মণি ঢাকি চকুৰ দৃষ্টি নষ্ট কৰা এচটা মাছৰ বাকলীৰ নিচিনা মঙহ cataract of the eye. **মাছ-ভিয়াৰ, মাছুৱৈ** মাছ ধৰাত পার্গত লোক। স্ত্রী. **মাছুণী**। **মাছমৰীয়া** মাছ মৰা বা ধৰা fishing. বি. মাছ ধৰা মানুহ a fishing man, জালোৰা fisherman. **মাছ-ধৰীয়া** মাছ ধৰাত পার্গত expert at catching fish. **মাছ ৰোকা** ওপৰৰ পৰা থাপ মাৰি মাছ ধৰি খোৱা এবিধ চৰাই, হনুমন্তা the king-fisher.

**মাজ** বি. ভিতৰ, অন্তৰ, অভ্যন্তৰ inside, interior part, কেন্দ্ৰস্থল, সোঁমাজ centre. বিণ. মাজ বা ভিতৰত থকা, অন্তৰৰ middle, interior, central.

**মাজ** সক. ধা. ঘঁহ, মোহাৰ, মচ to wipe, rub. **মাজ খাল** মাজৰ ফালৰে দ বা চাপৰ। **মাজছোৱা** বি. মাজভাগ, মধ্যভাগ, middle part. **মাজ ভাঙৰ** মাজডোখৰ ভাঙৰ। কঁকাল ভাঙৰ। **মাজমুৰ** সোঁমাজ, ব্ৰহ্মৰন্ধ্ৰ, তালু the crown of the head.

**মাজতীয়া** বিণ. মাজৰ, মধ্যভাগত উৎপন্ন হোৱা বা ওপজা middle.

**মাজালী** বিণ. মাজৰ, মাজত থকা central, midmost.

**মাজিউ** বিণ. দুজনৰ মাজত ওপজা, মাজু born between two.

**মাজী** বি. নাৱৰ গুৰিয়াল, নাৱৰীয়া a steerman, a boat-man.

**মাজু** বিণ. মাজিউ। **মাজু আই** বৰ আইতকৈ অলপ সৰু এবিধ পকনি বা বসন্ত ৰোগ chicken pox

**মাজুলী** বি. পানীয়ে বেৰি থকা চাপৰি, দ্বীপ বা উপদ্বীপ island or peninsula, ব্ৰহ্মপুত্ৰৰ মাজৰ শিৱসাগৰ জিলাত থকা এটা দ্বীপ।

**মাজে** (অব্যয়) মাজেদি through the middle. **মাজে মাজে** ক্রি. বিণ. সোঁমাজেদি, মাজে সময়ে, কেতিয়াবা কেতিয়াবা occasionally, now and then. **মাজে মুখে** ক্রি. বিণ. আগগুৰি নোহোৱাকৈ, অনিশ্চিত ৰূপে। **মাজে সময়ে** মাজে মাজে।

**মাটি** বি. ভূমি, পৃথিবী, বসুমতী the earth, বসতি কৰা বা বাস কৰা ঠাই land, ground. বিণ. মূল্যহীন, অপদাৰ্থ, নিষ্ফল valueless, fruitless. **মাটি কৰ** ক্রি. সমূলি নষ্ট কৰা to ruin. **মাটি প্যানী জ** প্ৰস্ৰাৱ বা মল ত্যাগ কৰি মাটি ঘঁহি হাতভৰি ধো। **মাটি কঁঠাল** গাত কাঁইটীয়া বাকলি থকা এবিধ ফল the pine apple. **মাটি কাঁদুৰী, মাটি গাতুৰি** বি. এবিধ বন শাক, নেওঠনীয়া শাক a kind of pot herb **মাটি তেল** মাটি বা পুঙৰ পৰা ওলোৱা এবিধ তেল—ইয়াৰ পৰা পেট্ৰল কেৰাচিন আদি নিৰ্ম্মল তেল উলিয়াই ললে তাত মটীয়া বৰণৰ গেদ বয় ইয়াকে মাটি তেল বোলে earth oil. **মাটিমাহ** বি. এবিধ কলা বৰণীয়া মাহ। **মাটিমাহী** এবিধ সৰু চৰাই। **মাটি মিঠা** বিণ. কিছু পৰিমাণে মিঠা থকা। **মাটি যেন** বিণ. পৃথিবী যেন ধীৰ, শান্ত quiet, calm. **মাটোক টোকা** এবিধ দৰৱত লগা লতা।

**মাঠ** বিণ. চোকা নোহোৱা, ভোটা, লেহেম not sharp, blunt, dull, ধীৰ, শান্ত slow, mild.

**মাঠ** সক. ধা. লাহে লাহে কোৱাই

পিটি মিহৰ কৰ to smooth by lightly striking with a small hammer. মাঠনী অলঙ্কাৰ, কাঁহৰ পাত্ৰ আদি পিটি মিহি কৰা সৰু হাঁতুৰী small hammer.

মাঠি বি. মঠীয়া a large earthen jar.

মাঠি মুঠি ক্ৰি. বিশ. ভাবি চিন্তি thinking over and over again.

মাড় বি. তাঁতত তাহোন দিবলৈ ধান বা চাউল সিজাই কৰা পনীয়া আঠা a size made by boiling rice. ক্ৰি. মাড় দে মাড়লগা to size.

মাণিক বি. এবিধ বেছি দামী মণি বা ৰাখৰ, উৎকৃষ্ট ডালিমা ৰাখৰ the best kind of ruby, তামোলৰ ফুলৰ কলি the betel-nut flower bud.

মাণিকি মধুৰি বি. এবিধ সৰু আৰু সুগন্ধি জহাধান a kind of fragrant fine rice.

মাণিকী মাকৰ কৰীয়া ধুনীয়া তিৰোতাৰ গুৰনি অলঙ্কাৰ, ধুনীয়া বস্তু, respectable, wealthy.

মাণ্ডব্য বি. এজন ঋষিৰ নাম, name of a sage.

মাণ্ডলী, মাণ্ডল (পু. অ.) বি. বাজ হাড় the back-bone.

মাত বি. মানুহৰ ডিডিৰ স্বৰ voice, শব্দ, ধ্বনি sound, বাক্য, কথা speech, ভাষা language, টান কথা, গালি harsh words, মাতিবৰ অধিকাৰ right of voice.

মাত অক. ধা. শব্দ কৰ to make a sound, কথা ক to speak. সক. ধা. নিমন্ত্ৰণ কৰ to invite, পাঠ কৰ to read, আবৃত্তি কৰ to recite, দোষ এৰাবলৈ মিনতি কৰ to beg pardon. বি. মাতন।

মাত-কথা মুখৰ মাত, কথা বতৰা, মাত-বোল voice, conversation, গালি-শপনি reproach. মাত কথা খা গালি শপনি খা।

মাত কাঢ়্ ডাক, শব্দ কৰ, কথা ফুটাই কৰ পৰা হ। মাত দি সোধা কথাৰ উত্তৰ দে। মাত লগা দেখা কৰ। মাত ফুট কথা কব পৰা হ, বাক্য উচ্চাৰিত হ। মাতমৰ নিমাত হ, কথা কব নোৱাৰা হ।

মাত বোল মাত কথা। মাত মাত কথা ক। মাত মাৰ নিমাত কৰ, উত্তৰ বন্ধ কৰ। মাত ল আন জন্তুৰ মাত অনুকৰণ কৰিব পৰা। মাত লগা। সম্বোধন কৰ, দেখা সাক্ষাৎ কৰ।

মাতঙ্গ বি. মতা হাতী a male elephant. স্ত্ৰী. মাতঙ্গী।

মাতঙ্গী বি. দশমহাবিদ্যাৰ এক।

মাতঃবৰ বিশ. 'মাতব্বৰ' চোৱা।

মাতব্বৰ বিশ. শ্ৰেষ্ঠ, ধনী আৰু মানী superior, respectable and wealthy.

**মাতলি** বি. ইন্দ্র বা দেৱৰাজৰ ৰথৰ সাৰথি charioteer of Indra.

**মাতা** বি. আই, জননী a mother. **মাতামহ** বি. আইৰ বাপেক, ককা a maternal grand-father. স্ত্রী. **মাতামহী**।

**মাতি** ক্রি. বিণ. উন্মত্ত হৈ excitedly.

**মাতী** বি. জন্তুৰ মাইকী female animal.

**মাতুল** বি. মোমাই, আইৰ ভাই বা ককাই a maternal uncle.

**মাতৃ** বি. মাতা, জননী a mother (শাস্ত্রমতে—ব্রাহ্মী, মহেশ্বৰী, ঐন্দ্রী, বৰাহী, বৈষ্ণৱী, কৌমাৰী, চামুণ্ডা, চৰ্চ্চিকা এই আঠ জনা মাতৃমূৰ্ত্তি। গৌৰী, পদ্মা, শচী, মেধা, সাবিত্রী, বিজয়া, জয়া, দেৱসেনা, স্বধা, স্বাহা, শান্তি, পুষ্টি, ধৃতি, তুষ্টি, আত্মদেৱতা, কুলদেৱতা, এই ষোল-জনা মাতৃকা দেৱী)।

**মাতৃগামী** বি. নিজৰ মাকক অভিগমন কৰোঁতা। **মাতৃঘাতী, মাতৃবধী, মাতৃহন্তা** যি মাকক হত্যা কৰে। **মাতৃদুগ্ধ** বি. মাকৰ স্তনৰ পৰা ওলোৱা গাখীৰ, mother's milk. **মাতৃবৈৰী** বি. মাকৰ শত্রু, one's mother's enemy. **মাতৃদায়** মৃতা মাতাৰ শ্রাদ্ধ নিৰ্ব্বাহকৰণ কৰ্ত্তব্য। **মাতৃ পক্ষ** বি. মাকৰ লৈতে সম্বন্ধ লগা আত্মীয়লোক। **মাতৃস্বসা** বি. মাকৰ ভনীয়েক (মাহী), **মাতৃস্তন্য** বি. মাকৰ পিয়াহ। **মাতৃভাষা** জন্মভূমি বা নিজভাষাৰ ভাষণ mother tongue, **মাতৃভক্তি** মাকক চেনেহৰে সন্মান কৰা। **মাতৃহা, মাতৃহা যোগ** সন্তান জন্মৰ সময়ত কোনো গ্রহৰ মিলন, যাৰ দ্বাৰা মাকৰ মৃত্যু হব পাৰে। **মাতৃহীন** মাক নথকা। স্ত্রী. **মাতৃহীনা**।

**মাতে মাতে** ক্রি. বিণ. মাতৰ অনুসৰণ কৰি following one's voice, প্রত্যেক শব্দৰ অৰ্থ ভাঙি word for word.

**মাত্র** বিণ. সকলো, সমুদাই, আটাই (প্রাণী মাত্রই, বস্তু মাত্রকে), মাথোন, মুঠেই only. ক্রি. বিণ. তৎক্ষণাৎ তেতিয়াই instantly. **মাত্রকে, মাত্রকতে** তৎক্ষণাৎ, তত্তালিকে as soon as, instantly.

**মাত্রা** বি. পৰিমাণ, জোখ a measure, a quantity, নিৰূপিত ভাগ, পালি a dose, আখৰৰ ওপৰত দিয়া সৰু আঁচ, সুৰৰ স্থায়িত্ব-কাল। **মাত্রাতীত** যিয়ে সীমা অতিক্রম কৰিছে, অতিমাত্রা। **মাত্রাবৃত্ত** ছন্দ বিশেষ। **মাত্রাবোধ** ঔচিত্যজ্ঞান, পৰিমাণৰ প্রতি সচেতনতা। **মাত্রেই** মাত্রকেই, তৎক্ষণাৎ।

**মাৎসৰ্য্য** বি. খিয়াল হিংসা, পৰশ্ৰী-কাতৰ স্বভাৱ envy, malice.

**মথা, মাথা** বি. মস্তক, মূৰ the head.

**মাথা পাগল** বিণ. বলীয়া mad.

**মাথোন** ক্রি. বিণ. কেৱল মাত্র, মুঠেই only, merely.

**মাদক** বিণ. ৰাগী লগোৱা, ৰাগীয়াল intoxicating. বি ৰাগী লগোৱা বস্তু।

**মাদল** বি. এবিধ দীঘলীয়া ঢোল a kind of drum.

**মাদলী** বি. বিৰি, এবিধ অলঙ্কাৰ, তাবিজ।

**মাদলীয়া** বি. গঁৰল ৰোগ the goitre.

**মাদা** বি. মধুনা, দাঁতৰ আলু। মাদাপুৰ হৃষ্টপুষ্ট, শকত, ডাঙৰ stout and strong.

**মাদি** বি. এবিধ মাটিৰ কলহ a kind of earthen pot.

**মাদুৰি** বি. চাপৰিত হোৱা তৰোৱালৰ আকৃতিৰ পাত আৰু ৰঙা ডিল মেলা এবিধ বন a kind of grass.

**মা দৈ** বি. মহা দৈ' চোৰা।

**মাদ্রাচা** বিণ. মুচলমান বিলাকৰ বিদ্যালয় a moslem school.

**মাদ্রাজ** বি. ভাৰতৰ এখন প্রদেশৰ নাম আৰু ইয়াৰ প্রধান নগৰ।

**মাদ্রাজী** মাদ্রাজ প্রদেশ সম্বন্ধীয় আৰু ইয়াৰ অধিবাসী।

**মাদ্রী** বি. মদ্র ৰজাৰ কন্যা, নকুল আৰু সহদেৱৰ মাক।

**মাধ-মাৰ** বি. অতিপাত মাৰ-কিল a severe beating.

**মাধৱ** বি. লক্ষ্মীপতি, বিষ্ণু the name of Vishnu, বাল্যকাল।

**মাধৱ কন্দলী** বি. প্রাচীন অসমৰ এজন শ্রেষ্ঠ কবি। বৰাহী ৰজা মহামাণিক্যৰ নির্দ্দেশক্রমে এখেতে সপ্তকাণ্ড ৰামায়ণ ৰচনা কৰে সর্ব্ব-সাধাৰণে বুজিব পৰাকৈ। কন্দলী খ্রীঃ চতুর্দ্দশ শতিকাৰ লোক বুলি অনুমান কৰিব পাৰি। বর্ত্তমানলৈ পোৱা প্রমাণৰ ওপৰত নির্ভৰ কৰি মাধৱ কন্দলীকেই অসমীয়া আদি কবি বুলি কব পাৰি। পৰবর্ত্তী কবি সকলৰ ৰচনাৰ ওপৰত মাধৱ কন্দলীৰ ৰামায়ণৰ বিশেষ ভাবে প্রভাৱ লক্ষ্য কৰা যায়।

**মাধৱদেৱ** বি. শঙ্কৰদেৱৰ প্রধান শিষ্য আৰু মহাপুৰুষীয়া ধর্ম্ম-প্রবর্ত্তক। **মাধৱী, মাধৱীলতা** বি. মাধৈলতা, বসন্ত কালত অতি সুগন্ধি ফুলেৰে এবিধ লতা creeper bearing fragrant flower.

**মাধুৰী** বি মধুৰ গুণ, মধুৰতা sweetness.

**মাধুর্য্য** বি. মৌ যেন সোৱাদ, মধুৰতা, সৌন্দর্য্য sweetness, deliciousness.

**মাধৈ মালতী, মাধৈলতা** বি. মাধৱীলতা।

**মাধ্যম** বি. যাক অবলম্বন কৰি কোনো কাম কৰা হয় medium.

**মাধ্যমিক** বিণ. দুই শ্ৰেণীৰ মধ্যবৰ্ত্তী intermediate.

**মাধ্যাহ্নিক** বি. দুপৰীয়া, noon.

**মাধ্যাকৰ্ষণ** বি. পৃথিবী বা জড় বস্তুৰ পৰস্পৰ আকৰ্ষণীয়-শক্তি gravity, gravitation.

**মান** সক. ধা. সন্মান কৰ, আদেশ পাল, বশ হ to respect, to obey, to serve, স্বীকাৰ কৰ to acknowledge, বিশ্বাস কৰ to believe in, হিতকৰ হ to be agreeable. কৃদ. বি. **মানন** বি. সন্মান, মৰ্য্যাদা, আদৰ respect. বিশ্বাস, মত belief, opinion. **মান ধৰ** কানি কাপোৰ, তামোল পাণ আদি দি সন্মান কৰ।

**মান** বি. খোহ, ঠেহ pet, sulkiness. **মানভাঙ** খোহ ভাঙ to coax, to pet.

**মান** বি. পৰিমাণ, আকাৰ গধূৰত্বাৰ জোখ measure, size, weight; তালৰ ছেদ বা বিৰাম, থাঁত। **মানদণ্ড** তুলাদণ্ড, মাপকাঠি। **মান-মন্দিৰ** গ্ৰহনক্ষত্ৰাদি পৰ্য্যবেক্ষণ কৰা ঘৰ observatory.

**মান** (অব্যয়) প্ৰায় ওচৰা-উচৰি nearly, about সমান equal to.

**মান** বি. ব্ৰহ্মদেশৰ মানুহ Burmese. **মান ভগন** মানৰ আক্ৰমণত অসমীয়া মানুহ দেশান্তৰ হৈ ভাগি বা পলাই যোৱা কাৰ্য্য। **মান-ভগনীয়া** মানৰ আক্ৰমণত দেশৰ পৰা পলাই যোৱা।

**মান-কচু** এবিধ ডাঙৰ কচু a variety of arum.

**মানতৰা** বি. বৰ্ম্মা ৰাজ্যৰ এজন সেনাপতি।

**মাননি** মান বা ভক্তি কৰি দিয়া বস্তু anything offered as a token of homage, দিবৰ কাৰণে মন কৰা কাৰ্য্য act of offering.

**মাননীয়** বিণ. মান্য, সন্মানৰ যোগ্য respectable, honourable. মানিব লগীয়া credible.

**মানতা** বি. মানোঁতা, সন্মান কৰোঁতা one who respects or obeys.

**মান-পত্ৰ** বি. সন্মান বা বিদ্যাবত্তা সূচক অভিনন্দন পত্ৰ, certificate.

**মানপী** বিণ. মানবী human.

**মানৱ** বি. মনুষ্য, মানুহ, মনুষ্যজাতি man, mankind. স্ত্ৰী **মানৱী**। **মানৱলীলা** মনুষ্য জীৱনত কৰা কাম human life. **মানৱী** বিণ. মনুষ্য সম্বন্ধীয় human. **মানৱীয়** মানৱ সম্বন্ধীয়।

**মানস** বিণ. মনৰ, মন সম্বন্ধীয়, মনৰ পৰা ওপজা mental. বি. ইচ্ছা, বাঞ্ছা desire, will. ক্ৰি. **মানস কৰ**, ইচ্ছা কৰ, মন কৰ to desire. **মানস পুত্ৰ** বি. মনৰ পৰা উৎপন্ন হোৱা পুত্ৰ। **মানস সৰোবৰ** হিমালয় পৰ্ব্বতৰ মাজত থকা এটা ডাঙৰ হ্ৰদ the lake Manasa.

**মানসিংহ** বি. সম্রাট আকবৰৰ প্ৰধান সেনাপতি।

**মানসিক** বিণ. মন সম্বন্ধীয়, মনৰ mental.

**মানসী** বি. মনোজাতা, মন সম্বন্ধীয়।

**মান-হানি** বি. সন্মানৰ লাঘৱ defamation.

**মানা** বি. নিষেধ, বাধা, হাক prohibition.

**মানাহি** বি. কোনো কাৰ্য্য নকৰিবলৈ আদালতে দিয়া লিখিত হুকুম an injunction from the court.

**মানিনী** বি. নিজৰ ৰূপৰ গৰ্ব্ব কৰা তিৰী a woman proud of her beauty, অভিমান বা খোহ কৰা তিৰোতা a woman in pet.

**মানি মুনি** বি. এবিধ ঔষধত লগা মাটিত লগোৱা বন শাক, ইয়াৰ দুবিধ—বৰ মানিমুনি, সৰু মানিমুনি।

**মানী** বিণ. অভিমানী, গৰ্ব্বী, সম্ভ্ৰম পোৱা, লোকে মান কৰা respected, honoured. বি. সন্মান পোৱা ব্যক্তি। স্ত্ৰী মানিনী।

**মানী** বিণ. সম জোখৰ, কোনো বস্তুৰ সকলো অংশ সমান অনুপাতৰ symmetrical, well-proportioned.

**মানুৰ্ষ** (পূ. অ.) বি. মানুহ। স্ত্ৰী. **মানুষী**।

**মানুহ** বি. মনুষ্য, মানৱ man. **মানুহ-পিয়ল** বি. লোক সংখ্যা কৰা কাৰ্য্য census. **মানুহ-মুৰি** মানুহ-টোৱে প্ৰতি, গাইপতি per head. **মানুহমুৱা** ৰবৰ্কৈ গাঁথোৰা অৱস্থাৰ পৰা অলপ চিকণ হোৱা, ভাল অৱস্থা পোৱা। **মানুহ হ** প্ৰথম ঋতুমতী হ to attain puberty. **মানুহালি** মনুষ্যত্ব পুৰুষালি humanity.

**মানে** (অব্যয়) কোনো নিৰ্দ্দিষ্ট সময় লৈকে 'নেখায় মানে' যিমান পাৰি 'পাৰে মানে'।

**মানে** বি. অৰ্থ, তাৎপৰ্য্য meaning, purport.

**মানেমানে** ক্ৰি. বিণ. নিজৰ মান ৰাখি, ভালেভালে।

**মান্তি** বিণ. মত দিয়া, সন্মত agreed. consented বি. সন্মতি স্বীকাৰ consent, agreement.

**মান্ধাতা** বি. সূৰ্য্যবংশীয় এজন ৰজাৰ নাম।

**মান্ধাতাৰ আমোলৰ** অতি পুৰণি।

**মান্য** বিণ. সন্মান পাবৰ যোগ্য, পূজনীয়, বিশ্বাসৰ যোগ্য respectable, credible. **মান্যবৰ** বিণ. অতিশয় মাননীয়। **মান্যবন্ত, মান্যৱান** মান পোৱা, সম্ভ্ৰান্ত। স্ত্ৰী. **মান্যৱতা**।

**মান্যসাৰ** অক. ধা. থং পলুৱা, প্ৰতিফল দে, সেকা দে।

**মাপ** বি. পৰিমাণ, পৰিমাপ measure.

**মাপক** পৰিমাণকাৰী।
**মাপ কৰ** ক্ষমা কৰ।
**মাপকাঠী** বি. মানদণ্ড measure, মান standard.
**মাপা** সক. ধা. জোখা, পৰিমাণ কৰা. to measure.
**মাফ** বি. ক্ষমা, দোষ মৰ্ষণ pardon, excuse, এৰি দিয়া কাৰ্য্য, বহিস্তকৰণ remission, exemption. মাফ দি পাব লগা ধন এৰি দে।
**মাভৈ** ভয় নকৰিবা।
**মামৰ** বি. লোৰ বা আন ধাতুৰ ওপৰত ধৰা মৰিচা, iron-rust.
**মামৰী** বি. এবিধ খৰ ৰোগ a kind of ring-worm.
**মামলা** বি. বিবাদ, মকদ্দমা dispute litigation.
**মামা** বি. মাতুল, মাইৰ ভাই বা ককাই maternal uncle.
**মামুলী** বি. প্ৰচলিত, সাধাৰণ common.
**মামৈ তামোল** বি. এবিধ সৰু বন তামোল।
**মায়াং** বি. যাদু-মন্ত্ৰ আদিৰ কাৰণে প্ৰসিদ্ধ ঠাই এখনৰ নাম (নগাওঁ জিলাৰ অন্তৰ্গত।
**মায়া** বি. অবিদ্যা, অজ্ঞানতা বা তত্ত্বজ্ঞানৰ অভাৱ philosophical illusion, the unreality or all worldly objects, ভ্ৰান্তি, মিছা জ্ঞান dissimulation, মমতা, মৰম love, affection, attachment, ইন্দ্ৰজাল যাদু jugglery, magic, শঠতা, ঠগামি fraud, deceit, প্ৰকৃতি, দুৰ্গা the goddess Durga. **মায়াজাল** সংসাৰ বন্ধন, মোহিনী শক্তি। **মায়াদেৱী** বি. বুদ্ধদেৱৰ মাৰ, mother of Buddhadeva. **মায়া-পাশ** মায়াৰূপ জৰী, সংসাৰবন্ধন। **মায়াবাদ** সংসাৰ মায়াময় বুলি ভবা মত। **মায়াবাদী** মায়াবাদ বিশ্বাস কৰা লোক। **মায়াবী** যাদুবিদ্যাত পাৰ্গত, মায়া জনা। স্ত্ৰী. **মায়াবিনী**। **মায়াময়** মায়াপূৰ্ণ, মোহময়, illusive, deceptive.
**মায়ামোহ** বি. মায়া-মমতাত মুগ্ধ, মৰম, লোভ, affection, illusion.
**মায়া-মৃগ** বি. বিপদ বিবিধিত পেলাবৰ বাবে মৃগৰ ৰূপধাৰী মায়া।
**মায়া-সীতা** বি. মিছা সীতা false Sita.
**মায়িক** মায়াবী, মায়া বিশিষ্ট।
**মাৰ** সক. ধা. বধ কৰ, নষ্ট কৰ, নাইকিয়া কৰ to kill, to ruin, to put an end to, বন্ধ কৰা, জপা to stop, to close, মৰিয়া, কোবা, আঘাত কৰা to beat, to strike, বলেৰে দূৰলৈ পেলা to throw with force, অস্ত্ৰ চলা to shoot or fire, ব্যৱহাৰ কৰ, চলা to use, to handle, বঠাৰে চলা to propel by an oar, টকিয়াই নুমা বা পোত to drive as a

nail, তপত কৰি মিহলা to boil and mix up, হেঁচি চিন দে to mark by pressing. বি. প্ৰহাৰ, আঘাত, মৃত্যু, নাশ blow, death, destruction. কৃদ. বি. মাৰণ মৰা কাৰ্য্য।

**মাৰ** বি. কামদেৱ বা মদন। বৌদ্ধ ধৰ্ম্মৰ বিশ্বাসত স্থান পোৱা এজন দেৱতা। বুদ্ধদেৱে তপস্যা কৰি থকা অৱস্থাত এই দেৱতাজনে বুদ্ধদেৱৰ তপস্যা ভঙ্গ কৰিবলৈ চেষ্টা কৰিছিল।

**মাৰ খা** কিল খা, বন্ধ হ, জঁাপ খা to be beaten, to be closed.

**মাৰ-নাও** এখনৰ দাঁতিত আন এখন বান্ধি লোৱা যোৰ নাও two boats lashed together side by side.

**মাৰ বান্ধ** একমত হ, দুখন নাও একেলগে জোট to unite, to join together. **মাৰ যা** নাইকিয়া হ, নেদেখা হ to go out of sight.

**মাৰক** বিণ. মাৰাত্মক, জীৱ নাশ কৰা fatal, killing.

**মাৰণ** বি. 'মাৰণা' চোৰা, যুদ্ধ।

**মাৰণা** বি. আক্ৰমণ attack.

**মাৰলা ঘৰ** বি. শোৱা বা বৰঘৰৰ আগত থকা মানুহ বহা-মেলা কৰা ঘৰ an outer house used for sitting or working.

**মাৰলী, মাৰলি** বি. ঘৰৰ দীঘে, দীঘে চাল ধৰিবলৈ লগাই দিয়া বাঁহ বা কাঠ।

**মাৰাত্মক** বিণ. মাৰক, প্ৰাণনাশ কৰা fatal, deadly.

**মাৰৰ বিয়া দেখ** দুৰ্গতিত পৰা to be in great trouble or distress.

**মাৰা** ক্ৰি. বধ কৰা, নষ্ট কৰা, চুৰি কৰা, হঠাৎ লাভ কৰা, বৰ বেছিকৈ খোৱা।

**মাৰামাৰি** উভয়ে উভয়ক প্ৰহাৰ।

**মাৰাঠা** বি. মহাৰাষ্ট্ৰত বাস কৰা লোক।

**মাৰাঠী** বি. মহাৰাষ্ট্ৰত বাসকৰা লোকে ব্যৱহাৰ কৰা ভাষা।

**মাৰি** বি. টাঙন, লাঠি a rod, a stick.

**মাৰি, মাৰী** বি. মাৰক, সংক্ৰামক ৰোগ a plague.

**মাৰি পেলা** সম্পূৰ্ণৰূপে বধ কৰা to kill totally.

**মাৰীচ** বি. ৰাৱণৰ মোমায়েক—ই স্বৰ্ণমৃগৰ বেশ লৈ দণ্ডকাৰণ্যত সীতাৰ ওচৰৰ পৰা ৰামক আঁতৰাই নিছিল। পিছত ৰামৰ হাতত মৰে।

**মাৰুক** বিণ. মৰাত পাৰ্গত expert in killing.

**মাৰুক মনে** ক্ৰি. বিণ. বধ কৰোঁ বুলি, সাংঘাতিকৰূপে।

**মাৰুত** বি. বায়ু, বতাহ the air, the wind, বায়ু দেৱতা the god of wind.

**মাৰুতি** বি. বায়ুপুত্ৰ, হনুমন্ত Hanuman.

**মাৰোৱাৰী** বি. মাৰোৱাৰ দেশৰ মানুহ।

**মাৰৈ** বি. মনসা বা বিষহৰী দেৱীৰ এটা নাম, তেওঁৰ কোপত চান্দ সদাগৰৰ পুতেক লক্ষীন্দৰক সাপে খাই মৰাৰ আক লক্ষীন্দৰৰ ভাৰ্য্যা'ই তেওঁক পুনৰায় জীওৱাৰ আখ্যান।

**মাৰৈ পূজা** বি. মনসা পূজা, মাৰি মৰক নিবাৰণৰ বাবে মনসাদেৱীক কৰা পূজা।

**মাৰ্কণ্ডেয়** এজন ঋষিৰ নাম, name of a sage.

**মাৰ্কণ্ডেয় পুৰাণ** বি. এখন পুৰাণৰ নাম, name of a purana.

**মাৰ্কণ্ডেয় হ্ৰদ** বি. জগন্নাথ ক্ষেত্ৰত থকা এটা হ্ৰদৰ নাম।

**মাৰ্কা** বিণ. দাগ বা চিন থকা marked.

**মাৰ্কটোৱাইন** বি. আমেৰিকাৰ এজন বিখ্যাত লেখক।

**মাৰ্কপলো** ইটালীদেশৰ এজন দেশ ভ্ৰমণকাৰী।

**মাৰ্কিণ** বি. আমেৰিকাবাসী, আমেৰিকাত উৎপন্ন বা প্ৰস্তুত হোৱা, এবিধ মোটা কপাহী সূতাৰ তাঁত-কাপোৰ a kind of coarse longcloth.

**মাৰ্গ** বি. পথ বাট a path, a way, কঁকালৰ তলৰ ছোৱা the buttock, মলদ্বাৰ the anus.

**মাৰ্গশীৰ্ষ** বি. আঘোণ মাহ the month of Aghon.

**মাৰ্ঘাত** বি. বৰ বিপদ, বিশেষ হানি a great distress or misfortune, a heavy loss. বিণ. সাংঘাতিক very injurious.

**মাৰ্চ্চ** বি ইংৰাজী বছৰৰ তৃতীয় মাহ।

**মাৰ্জ্জ** সক. ধা. মচা to remove, পৰিষ্কাৰ কৰ to cleanse. বি. মাৰ্জ্জন পৰিষ্কাৰ কৰা বা ধোৱা কাৰ্য্য মাৰ্জ্জনীয় যাক ক্ষমা কৰিব পাৰি, ক্ষমাৰ্হ।

**মাৰ্জ্জনা** বি. ক্ষমা, মৰ্ষণ pardon. forgiveness.

**মাৰ্জ্জনী** বি. শোচা, বাঢ়নী a broom, a brush.

**মাৰ্জ্জাৰ** বি. মেকুৰী, বিৰাল a cat. স্ত্ৰী. মাৰ্জ্জাৰী।

**মাৰ্জ্জিত** বিণ. ঘঁহি পৰিষ্কাৰ কৰা, পৰিষ্কৃত cleaned, washed, তীক্ষ্ণ, চোকা sharp, acute, শুদ্ধ purified.

**মাৰ্টিন লুথাৰ** বি. খ্ৰীষ্টান ধৰ্ম্মৰ সংস্কাৰক।

**মাৰ্ত্তণ্ড** বি. সূৰ্য্য the sun.

**মাৰ্ব্বল** বি. পাথৰ বিশেষ, সৰু সৰু লৰা ছোৱালীয়ে খেলা গুটি, marble.

**মাৰ্লো** বি. ইংৰাজী ৰোমাণ্টিক নাটকৰ প্ৰকৃত ৰচয়িতা।

**মাৰ্ফত** ( অব্যয় ) হাতে, হাতে দি, যোগে through, from, by.

**মাল** বি. অস্ত্র-শস্ত্র নলৈ বাহুৰে বাহুৰে যুঁজ কৰোঁতা a wrestler.

**মাল** বি. ইঁতৰৰ শলা ঘুৰোৱা জৰী বা বটিয়া a belt of spring.

**মাল** বি. বস্তু, দ্ৰব্য, সম্পত্তি, বাণিজ্যৰ বস্তু an article, property, merchandise. **মালখানা** ধন বস্তুৰ ভঁৰাল a store room. **মাল গাড়ী** বি. বস্তু কঢ়িওৱা ৰেলগাড়ী goods train. **মাল পোৱা** ঘিঁউ বা তেলত ভজা এবিধ পিঠা। **মাল-ভূমি** সাগৰৰ পাৰৰ পৰা দূৰত থকা ওখঠাই a table land. **মাল-ভোগ** এবিধ উত্তম সুগন্ধি কল, এবিধ ধান আৰু তাৰ চাউল। **মাল-মচলা** বি. উপকৰণ, নানাবিধ মচলা। **মাল যুৰীয়া** সমনীয়া, প্ৰায়ে সমান বয়সৰ। **মালযুঁজ** অস্ত্ৰ-শস্ত্ৰ নলৈ হাতে হাতে কৰা যুদ্ধ wrestling.

**মালঞ্চ** বি. ফুলৰ বাগান, ফুলনি বাৰী a flower garden.

**মালতী** বি. এবিধ বৰ সুগন্ধি উত্তম ফুল a kind of jasmine.

**মালৱ** বি. মধ্য ভাৰতৰ এখন দেশৰ নাম, সঙ্গীতৰ ৰাগ বিশেষ।

**মালা** বি. মাটিৰ পাত্ৰ earth pot.

**মালা** বি. জৰীত গঁথা ফুল, মণি বা কাঠৰ গুটি a garland, a rosary. **মালাকাৰ** ফুলৰ মালা গাঁথোতা a garland-maker. **মালাগুটি** মালা গাঁথি লোৱা কাঠ আদিৰ গুটি। **মালা জপ** মনে মনে ইষ্ট দেৱতাৰ নাম উচ্চাৰণ কৰি মালাৰ গুটি লেখি তাৰ হিচাব কৰ।

**মালিক** বি. গৰাকী, অধিকাৰী an owner, a master.

**মালিচ** বি. ঘঁহা কাৰ্য্য rubbing. ক্ৰি. মালিচ কৰ।

**মালিতা** বি. লেখাৰি কৈ বৰ্ণনা দিয়া গীত বা পদ a continuous descriptive poem.

**মালিন্য** মলিনতা, অপ্ৰীতি, বিষণ্ণতা।

**মালিহা** বি. মিছাই দৰ-ভাও কৰা। **মালিহা মাৰ** মিছাই দৰ ভাও কৰ, অমূলক বা মিছামিছি কথা কৈ ফুৰ।

**মালী** বি. মালাকাৰ, মালাগঁথা মানুহ, ফুলৰ ব্যৱসায়ী a garland-maker, ফুলনি বাৰীৰ কাম কৰা মানুহ a gardener, মালাগঁথা ব্যৱসায় কৰা মানুহ। স্ত্ৰী. **মালিনী**।

**মালুম** বি. জ্ঞান, বোধ, বুজ perception.

**মালোপমা** বি. কাব্যালঙ্কাৰ বিশেষ, এটা উপমেয়ৰ একাধিক উপমান থাকিলে মালোপমা অলঙ্কাৰ হয়।

**মাল্য** বি. ফুলৰ মালা a garland.

**মাল্য দান** গলত মালা পিন্ধোৱা। **মাল্য বৰণ** মালা পিন্ধোৱা বা মালাৰে বৰণ কৰা কাৰ্য্য।

**মাল্যবান** বি. দণ্ডকাৰণ্যৰ এখন পৰ্ব্বত, এটা ৰাক্ষসৰ নাম।

**মাৱ** ( পূ. অ. ) মা, আই।

**মাস** বি. মাহ a month. **মাস** কাবাৰ মাহৰ শেষ।

**মাসিক** বিণ. মাহেকীয়া, মাহেকত এবাৰ হোৱা monthly, occurring once a month.

**মাষ্টাৰ** বি. শিক্ষক, অধ্যক্ষ, গৰাকী master.

**মাস্তুল** বি. পাল আদি তৰিবৰ নিমিত্তে নাও বা জাহাজৰ ওপৰত থিয়কৈ লগোৱা ওখ খুঁটা mast.

**মাহ** বি. মাস a month.

**মাহ** বি. মানুহে খোৱা ছেঁইত গুটি ধৰা এবিধ শস্যৰ সাধাৰণ নাম, মানুহৰ গাৰ ছালত থকা মাটি মাহৰ নিচিনা ক'লা দাগ। **মাহ তলী** মাহ খেতি কৰা ঠাই। **মাহনি** মাহ শস্য থকা ঠাই।

**মাহাত্ম্য** বি. মহিমা, দৈৱশক্তি glory, divine power; প্ৰতাপ, ক্ষমতা গৌৰৱ greatness, power.

**মাহিনা** বি. মাসিক বেতন, এমাহৰ শেষত পোৱা দৰমহা a monthly salary.

**মাহিমুহা** বিণ. হাত ঢিলা, মিজিং-মাজাং not prompt, not active and sharp.

**মাহিলি** ক্রি. বিণ. মাহে মাহে, প্ৰতি মাহত, মাহেপতি monthly, every month.

**মাহী** বি. আইৰ ভনীয়েক, বিমাতা, আইৰ সতিনীয়েক a maternal aunt, a step mother.

**মাহী কাটা** ধাঁ ভুকাবলৈ আৱস্ত কৰা, পেটা বক্ষামুগা।

**মাহীষ্মতী** বি. নৰ্ম্মদা নদীৰ পাৰত থকা এখন নগৰৰ নাম।

**মাহুদি** বি. এবিধ দৰৰত দিয়া লতাৰ নিচিনা গছ a kind of medicinal plant.

**মাহে** ক্রি. বিণ. মাহেকত, প্ৰতি মাহে monthly, per mensem.

**মাহেক** বি. এক মাহ, এমাহ one month.

**মাহেকীয়া** বিণ. এমহীয়া, এমাহ বয়স পোৱা one month old, এমাহত এবাৰ হোৱা occurring once a month, এমাহলৈ থকা lasting for a month. বি. মাহেকীয়া শৰাধ। **মাহে মাহে** ক্রি. বিণ. প্ৰতি মাহে।

**মাহেন্দ্ৰ যোগ, মাহেন্দ্ৰক্ষণ** বি. বৰ শুভ সময় বা যোগ a very auspicious moment.

**মিউনিচিপালিটি** বি. পৌৰসভা।

**মিকিৰ** বি. আসামৰ এটা পৰ্ব্বতীয়া জাতি a hill tribe of Assam.

**মিজিমাহা** তিলোৱা মান-সেনা-পতি।

**মিকাডো** জাপানৰ ৰজা।

**মিচ্‌কুৰি** বি. এবিধ গছ a kind of tree.

**মিচৰ দেশ** ইজিপ্ট দেশ।

**মিচিকিয়া** অক. ধা. অলপকৈ হাঁহ to smile. **মিচিকিয়া হাঁহি**

আনন্দ প্ৰকাশ কৰিবৰ কাৰণে অলপকৈ দাঁত উলিওৱা হাঁহি a smile. ক্ৰি. বিণ. **মিচিক্** কৰে। **মিচিকা** মিচিক এটাই আনটোৰ চকুলৈ চাই অলপ হঁহা কাৰ্য্য।

**মিচিমি** বি. অসমদেশৰ উত্তৰ-পূব কালৰ পৰ্ব্বতত থকা একজাতি মানুহ। স্ত্ৰী. **মিচিমিয়নী**। **মিচিমি তিতা** মিচিমি বিলাকে অনা একবিধ তিতা শিপা।

**মিচিল** বি. অনেক লোক গোট খাই জুম পাতি কৰা যাত্ৰা, সমদল a procession.

**মিছনাৰী** খ্ৰীষ্টধৰ্ম্ম প্ৰচাৰক।

**মিছলীয়া** বিণ. মিছা কথা কোৱা liar. বি. অসত্যভাষী লোক a liar.

**মিছা** বিণ. অসত্য, প্ৰকৃত নোহোৱা false, untrue, নিৰৰ্থক, নিষ্ফল fruitless; অচিৰস্থায়ী transient. বি. অসত্য কথা a falsehood, বেয়া বা অকামিল বস্তু a useless thing. ক্ৰি. **মিছামাত** আগৈ মাত to deny. ক্ৰি. বিণ. **মিছাই**, **মিছাকৈ**, **মিছাতে**।

**মিছা**, **মিছামাছ** বি. মাছ নহয় অথচ মানুহে খোৱা একবিধ পানীৰ পোক, ইয়াৰ ঠেং আৰু মুখত শুং থাকে a prawn.

**মিছাৰ ভঁৰাল** বি. বৰ মিছলীয়া মানুহ a habitual liar. **মিছালি** অসত্যতা।

**মিছিৰী** বি. পগাই পৰিষ্কাৰ আৰু গোটা কৰা চেনি sugarcandy.

**মিজিং-মাজাং** বিণ. মাহিমুহা পাকৈত বা খৰ নোহোৱা slow, not active and sharp.

**মিজিৰা** বি. চুটি চাপৰ আৰু দুৰ্ব্বল dwarfed and weak.

**মিঞা** বি. মুচলমান ভদ্ৰলোকক সম্বোধন কৰা মাত।

**মিট** বি. দীঘল আগ জোঙা একবিধ দা বা কটাৰী, ডাঙৰ হলে **মিট দা**, সৰু হলে **মিট কটাৰী** বোলে।

**মিট** অক. ধা. দন্দ কাজিয়া ভাগ, বিবাদ গুচ to be compromised, কাজিয়া একৰি আকৌ মিল হ to be reconciled, লেঠামৰ to be finally settled. **মিটু মাটু** বিবাদ একৰি পুনৰ মিল হোৱা কাৰ্য্য।

**মিটা** সক. ধা. বাদী বিবাদীক মিলাই দন্দ ভাঙ to cause to be compromised or settled, amicably; নিষ্পত্তি কৰ, লেঠামাৰ to cause to be settled.

**মিটমিট্** (অনু শব্দ) শুকান ডালি বা সৰু খাগৰি আদি ভাঙোতে হোৱাৰ নিচিনা শব্দ। অক. ধা. **মিটমিটা**। কৃদ. বিণ. **মিটমিটনি**। বিণ. **মিটমিটীয়া**। ক্ৰি. বিণ. **মিটিৰ** কৰে, **মিটিৰাই**।

**মিটিকিয়া** 'মিচিকিয়া' চোৱা।

**মিঠা** বিণ. মধুৰ, সোৱাদ sweet; মনোৰম, ৰুচিকৰ, সন্তোষজনক

agreeable, plaesant. বি. মিষ্টতা, সোৱাদ sweetness ; মিঠা বস্তু a sweet thing.

মিঠাই বি. মিষ্ট খাদ্য sweetmeat ; মিঠাইৱালা মিঠাই তৈয়াৰ কৰা নাইবা মিঠাই বেচা মানুহ a confectioner.

মিঠাতেল বি. সৰিয়হৰ তেল mustard oil.

মিঠা বৰণ বি. শাওঁ বৰণ, অতি বগা বা অতি ক'লা নোহোৱা বৰণ a fair or moderately dark colour. বিণ. মিঠাবৰণীয়া।

মিঠা নৰি বি. পকিলে বৰ মিঠা হোৱা এবিধ টেঙা। বিণ. মনোৰম, সুখজনক, মধুৰ pleasant, agreeable, sweet.

মিঠামুখ বি. সোৱাদ মাত, সন্তোষজনক মাত sweet words. বিণ. মিঠা মুখীয়া। ক্রি. বিণ. মিঠামুখে।

মিঠৈ বি. গুড়ে পিঠাগুড়িয়ে মিহলাই বন্ধা লাড়ু a ball of sweetened flour of rice.

মিতব্যয়ী বিণ. আয় বুজি ব্যয় কৰা, নিয়মিত খৰচী frugal, economical. বি. মিতব্যয়িতা।

মিতা বি. মিত্ৰ, বন্ধু, সুহৃদ a friend. একেনামৰ মানুহ name-sake. স্ত্রী. মিতিনী।

মিতাচাৰ বি. সংযত ব্যৱহাৰ, নিয়মিত আচৰণ temperateness, a properly regulated conduct. বিণ. মিতাচাৰী।

মিতালি, মিতাহাৰী বি. মিত্ৰতা, বন্ধুতা friendship.

মিতাহাৰী বিণ. পৰিমিত ভোজন কৰা, অতিৰিক্ত আহাৰ নকৰা temperate in eating. বি. অতিৰিক্ত ভোজন নকৰা মানুহ।

মিতাক্ষৰ বি. 'মিত্ৰাক্ষৰ' চোৱা।

মিতাক্ষৰা বি. স্মৃতিগ্রন্থ বিশেষ।

মিতিৰ বি. বিয়াৰ যোগে সম্বন্ধ লগা মানুহ a marriage connection. স্ত্রী. মিতিৰণী। ভ. বি. মিতিৰালি মিত্ৰতা, মিতিৰৰ দৰে আচৰণ।

মিত্ৰ বি. মিতিৰ, বন্ধু relation by marriage, a friend. মিত্ৰকলহ বিয়াত সখিয়ে যি ধৰ্মঘট ধৰি দৰাকন্যাক শাস্তি কৰে, সেই ঘট। ভ. বি. মিত্ৰতা বন্ধুতা। মিত্ৰবন্ধা কোনো এক বন্ধাৰ লগত মিত্ৰতা কৰি থকা বন্ধা। মিত্ৰদ্রোহ মিত্ৰৰ প্ৰতি কৰা অপকাৰ। বিণ. মিত্ৰদ্রোহী।

মিত্ৰৱতী বি. মিত্ৰতা, বন্ধুতা friendship.

মিত্ৰষড়্‌ষ্টক বিণ. জ্যোতিষমতে বৰ আৰু কন্যাৰ প্ৰশস্ত মিলন a happy matrimonial.

মিত্ৰাক্ষৰ বি. পদ্যৰ প্ৰতি দুই শাৰীৰ শেষ বৰ্ণ মিলি থকা ছন্দ rhyming verse.

**মিথিলা** বি. পুৰণি কালৰ জনক ৰজাৰ ৰাজ্য।

**মিথী** বি. এবিধ শাক আৰু ইয়াৰ ভাল গোন্ধ থকা গুটি।

**মিথুন** বি. মুনিহ তিৰোতা এযোৰ a couple, ৰাশি চক্ৰৰ তৃতীয় ৰাশি the third sign of the Zodiac.

**মিথ্যা** বিণ. অসত্য, মিছা false, untrue.

**মিথ্যাবাদ** বি. মিছা কথা, মিছা উক্তি। বিণ. মিথ্যাবাদী মিছলীয়া।

**মিনতি** বি. বিনীত প্ৰাৰ্থনা, কাকুতি an humble entreaty or solicitation.

**মিনিট** এঘণ্টাৰ ষাঠি ভাগৰ এভাগ।

**মিনা** বি. সোণ ৰূপ আদি ধাতুৰ অলঙ্কাৰ বা বস্তুৰ ওপৰত পাতলকৈ লগাই ৰবণ লগোৱা এবিধ উজ্জল-বৰণৰ বস্তু enamel. ক্ৰি. মিনা কৰ। বিণ. মিনা কৰা। মিনাৰ বি. স্তম্ভৰ আকৃতিৰ চূড়া বা মন্দিৰ।

**মিয়াদ** বি. নিৰ্দ্ধাৰিত সময় a term, a fixed time. বিণ. মিয়াদী কোনো নিৰ্দ্দিষ্ট সময়ৰ কাৰণে মঞ্জুৰ কৰা periodic.

**মিৰাণ** বি. আদালতৰ পৰা চমন, পৰৱানা আদি জাৰি কৰিবলৈ আদালতত দিব লগা ধন process fee.

**মিৰি** বি. বহুকাল ভৈয়ামত বাস কৰা এজাতি পৰ্ব্বতীয়া মানুহ the Miripepole. স্ত্ৰী. মিৰিয়নী।.

**মিৰিকা-টেঙা** বি. এবিধ টেঙা a kind of acid fruit.

**মিৰিকা মাছ** বি. বৌমাছৰ নিচিনা এবিধ মাছ।

**মিল** যি কাৰখানাত কলৰ দ্বাৰা কাম কৰা হয়, mill.

**মিল** অক. ধা. লগ লাগ, যোগ হ to be united, to be associated; জোৰা খা to fit; মিহলি হ to be mixed, আকাৰ বা বৰণত একে হ to be similar in form or colour. একে মত হ to agree. উৎপন্ন হ, ঘট to arise, to occur; সমান হ, একে হ to tally.

**মিল** অক. ধা. প্ৰাপ্ত হ, উপাৰ্জ্জিত হ to be obtained, to be gained.

**মিল** বি. একতা, যোগ, বন্ধুতা union, fellowship, intimacy, সাদৃশ্য resemblance.

**মিল্মিলা** অ. ধা. গা পা ধৰা, হৃষ্ট-পুষ্ট হোৱা।

**মিল্মিলীয়া** বিণ. গা ধৰা slightly fleshy.

**মিলন** বি. মিলা কাৰ্য্য, লগ লাগন, সম্মিলন, প্ৰাপ্তি act of being united, gain.

**মিলনান্ত** বিণ. যি নাটক, উপন্যাস বা গল্পৰ শেষ ভাগত নায়ক-নায়িকাৰ মিল হয় comedy.

**মিল্টন** বি. পেৰেডাইজ লষ্ট, মহাকাব্য প্ৰণেতা ইংৰাজ কবি।

**মিলা** সক. ধা. লগ লগা, সঙ্গী কৰ হোৱা লগা, বিজা, প্ৰাপ্তি কৰা to unite, to join, to reconcile, to compare, to cause to tally, to cause to be gained. কৃদ. বি. **মিলোৱা, মিলাওনা** বিণ. মিলিত সংযুক্ত, সমবেত, মিশ্ৰিত। কৰ্ত্তা, **মিলাওঁতা, মিলাঁতী**।

**মিলামিচি** সংসৰ্গ, ঘনিষ্ঠতা, সংমিশ্ৰণ।

**মিলাপ্ৰীতি** বি. একতা, বন্ধুতা, সদ্ভাব harmony, mutual good will.

**মিলিজুলি** ক্ৰি. বিণ. একেলগ হৈ in one ness.

**মিলিন্দ** বি. প্ৰাচীনদেশীয় এজন বজা।

**মিলিন্দপঞ্হ** বি. মিলিন্দৰ প্ৰশ্ন। বৌদ্ধ সন্ন্যাসী নাগসেনৰ সৈতে মিলিন্দ বজাৰ পালিভাষাত হোৱা ধৰ্ম্ম সম্পৰ্কীয় আলোচনা।

**মিশ্ৰ** বিণ. মিহলি কৰা, মিশ্ৰিত, ভঁাজ দিয়া mixed, মিহলি বস্তু, ভঁাজ দিয়া বস্তু a mixture, an alloy.

**মিশ্ৰ** বি. ব্ৰাহ্মণৰ এটা উপাধি।

**মিশ্ৰিত** বিণ. মিহলোৱা, ভঁাজ দিয়া mixed.

**মিষ্ট** বিণ. মিঠা, সোৱাদ, সুখ দিয়া sweet, agreeable. বি. **মিষ্টতা**।

**মিষ্টান্ন** বি. মিঠাই, সোৱাদ থোৱা বস্তু sweetmeat.

**মিস্ত্ৰি** বি. হাতৰ বিদ্যা চলাই খোৱা লোক a handicraftsman.

**মিহলন** বি. মিহলি হোৱা কাৰ্য্য বা অৱস্থা act of mixing. সক. ধা. মিশ্ৰিত হ, লগ লাগ to be mixed up. সক. ধা. **মিহলা** মিহলি কৰ to mix. **মিহলা-মিহলি** পৰস্পৰ বা কেইবাটা বস্তু মিহলি হোৱা কাৰ্য্য বা অৱস্থা। বিণ. **মিহলি** মিশ্ৰিত mixed, কেবাবিধ বস্তু লগ লগাই এটা কৰা a mixture, ভঁাজ an alloy.

**মিহি** বিণ. খহতা নোহোৱা, নিমজ smooth, পাতল thin, মৃদু, কোমল gentle, mild.

**মিহিৰ** বি. সূৰ্য্য the sun.

**মীন** বি. মৎস্য, মাছ a fish, ৰাশিচক্ৰৰ দ্বাদশ ৰাশি twelfth sign of the Zodiac. **মীনকেতন**।

**মীনকেতু** বি. কামদেৱ মদন।

**মিনাক্ষী** বি. মাছৰ নিচিনা চকু থকা তিৰোতা, দেৱীমূৰ্ত্তি বিশেষ।

**মীমাংসা** বি. গোচৰৰ বিচাৰ আৰু নিষ্পত্তি, সিদ্ধান্ত decision or settlement of a case, decision of a disputed point. ক্ৰি. **মীমাংসা কৰ**। বিণ. **মীমাংসিত** বিবেচিত, বিচাৰিত investigated and decided, **মীমাংসক** মীমাংসা বা বিবেচনা কৰোঁতা, নিষ্পত্তি কৰোঁতা an arbitrator. **মীমাংসা দৰ্শন** জৈমিনি কৃত দৰ্শন শাস্ত্ৰ, ইয়াক পূৰ্ব্ব মীমাংসা বোলে, ব্যাসদেৱে কৰা বেদান্তক উত্তৰ

মীমাংসা বোলা হয়। মীৰ প্ৰধান head. মীৰজুমলা বি. আওৰঙ্গ-জেবৰ সেনাপতি। মীৰ বহৰ নৌ-বিভাগৰ অধ্যক্ষ। মীৰাবাঈ বি. এগৰাকী বৈষ্ণৱ কবি। এওঁৰ শ্ৰেষ্ঠ গ্ৰন্থখনৰ নাম হৈছে 'ৰাগ গোবিন্দ'।

মুই বি. তামোলৰ বাগীৰ পৰা হোৱা মুৰ ফুৰণি।

মুই বি. মূৰ্ত্তি, আকৃতি form, shape.

মুই সৰ্ব্ব ( কথ্য ভাষা ) মই I.

মুকলি বিণ. মুক্ত, বন্ধন নথকা, free, released. মেল খোৱা open; আঁৰবেৰ নথকা, ঢাকি নোখোৱা unclosed, uncovered, আঁৰবেৰ নথকা আক হাবি বননি নথকা ঠাই an open place, মুকলি ফুৰ বাহিৰত গৈ শৌচ কৰ। মুকলি মুৰ কাৰো তলতীয়া নোহোৱা অৱস্থা। মুকলী মুৰীয়া স্বাধীন, আবদ্ধ নোহোৱা, উদং মূৰীয়া। ক্ৰি. বিণ. মুকলি মুৰে।

মুকুট বি. কিৰীট, ৰজা বা দেৱ-দেৱীৰ মূৰৰ অলঙ্কাৰ বা ভূষণ a crown, a diadem.

মুকুটি বি. হাতৰ মুঠিৰে গালত মৰা খুন্দা বা আঘাত a blow with the fist on the face. সক. ধা. মুকুটিয়া মুকুটি মাৰ, মুঠিৰে মুখত খুন্দা মাৰ।

মুকুতা বি. মুক্তা। মুকুতি মুক্তি।

মুকুন্দ বি. মুক্তিদাতা, বিষ্ণু a name of Vishnu.

মুকুৰ বি. দৰ্পণ, আৰ্চী a looking-glass, a mirror.

মুকুল বি. ফুলিবলৈ ধৰা, ফুলৰ কলি, চোপা কলি a flower bud about to open.

মুকুলিত বিণ. আধা ফুটা বা ফুলা।

মুক্ত বিণ. অবাধ, মুকলি liberated, freed; জনম-মৰণৰ হাত সৰা, মুক্তি পোৱা। স্ত্ৰী. মুক্তা। মুক্ত-কণ্ঠে স্পষ্টৰূপে, নিঃসন্দেহে, ডাঙৰ মাতেৰে loudly, clearly, boldly.

মুক্তকেশী বি. যি তিৰোতাৰ চুলি মেলা।

মুক্ত-পুৰুষ বি. জীৱন্মুক্ত সাধক।

মুক্তহস্ত বি. দানী।

মুক্তা বি. শামুকৰ পেটত হোৱা এবিধ বহুমূলীয়া মণি a pearl, মুক্তাৱলী বি. মুকুতাৰ মালা a string of pearls, এবিধ অসমীয়া ছন্দ।

মুক্তি বি. দুখ বা কষ্টৰ পৰা উদ্ধাৰ, আটকত থকাৰ পৰা মুকলি হোৱা অৱস্থা release, deliverance; মোক্ষ, সদ্গতি final beatitude, salvation. মুক্তি পাঁচ প্ৰকাৰৰ যেনে :—(১) সাৰ্ষ্টি—ঈশ্বৰৰ সম ঐশ্বৰ্য্যশালী হোৱা। (২) সালোক্য—ঈশ্বৰৰ লৈতে সম স্থানত বাস কৰা। (৩) সাৰূপ্য—ঈশ্বৰৰ সম ৰূপ লাভ

কৰা। (৪) সাযুজ্য—ঈশ্বৰৰ সৈতে সমতা প্ৰাপ্তি। (৫) নিৰ্ব্বাণ—ঈশ্বৰত লীন হোৱা।

**মুক্তিদাতা** বিণ. পৰিত্ৰাণকৰ্ত্তা।

**মুক্তিপদ** বি. মুক্তিস্থান।

**মুক্তি মাৰ্গ** বি. আত্মাৰ মুক্তিৰ পথ the way of emancipation.

**মুক্তিয়াৰ** বি. আনৰ প্ৰতিনিধি হৈ কাম চলাওঁতা an agent, a spokesman. **মুক্তি লাভ** বি. ভৱ-সংসাৰৰ পৰা উদ্ধাৰ পোৱা, escape from bondage. **মুক্তি-ক্ষেত্ৰ** বি. তীৰ্থস্থান।

**মুখ** বি. জন্তুৰ আহাৰ খোৱা আৰু মাত ওলোৱা দুৱাৰ বা বাট, মুখ-গহ্বৰ mouth ; বদন, আনন, মুখ-মণ্ডল face ; সম্মুখ, আগফাল front ; প্ৰৱেশপথ entrance ; অস্ত্ৰৰ চোকা ধাৰ থকা ফাল the edge of a cutting instrument ; মোহনা the mouth of a river ; কথা কব পৰা শক্তি power of speaking ; **মুখ-আন্ধাৰি** বি. গধূলি বা পুৱাৰ মুখ নেদেখা সামান্য আন্ধাৰ dusk, twilight. **মুখ উজ্জ্বল কৰ** নাম জলা, মুখ ওলোমা, মুখ ওফোন্দা, অসন্তোষৰ ভাব দেখা। **মুখ কৰ** মুখ ঘুৰা, **মুখ চতুৰ** কথা কোৱাত পাৰ্গত। **মুখ চা** মুখ মচা কাপোৰ। **মুখ চা, মুখলৈ চা** পুত্ৰৌ কৰ, দয়া কৰ। **মুখ চোকা** দন্দুৰী, চোকা মুখৰ। **মুখ থেকেচা খা** মুখ ভলৈ কৰি পৰ। **মুখ দি** খাবৰ ইচ্ছাৰে মুখ লগা। **মুখপাত্ৰ, মুখপাত** কোনো এক সম্প্ৰদায় বা অনুষ্ঠানৰ মত প্ৰকাশ কৰা কাকত। **মুখপদ্ম** পদুমৰ নিচিনা ধুনীয়া মুখ। **মুখ পাতি থৰ** অন্যে কিবা কৈ থাকোঁতে তাৰ প্ৰতিবাদ কৰিবলৈ থৰ। **মুখ পাত** পুথিৰ পাতনি, ভূমিকা। **মুখ-পাতা** বাহিৰ ফাল, সমুখৰ ফাল। **মুখ বজা** দুজনৰ মাজত এজনৰ ফালে কথা ক। **মুখ ভাং** মুখ লগাৰ দোষ গুচা। **মুখ মণ্ডল** বি. বদন, গোটেই মুখ খন, the face. **মুখ মৰ** নিমাত হ, মৌন হ। **মুখ মাৰ** নিমাত কৰ, বেজাৰত মুখ মলিন কৰ। **মুখ ৰাখ** কোনো এজনে খটা কাৰ্য্য কৰিবৰ ইচ্ছা নথকাতো কৰিব বোল। **মুখলাগ** কুচকু বা কুদৃষ্টিত পৰ। **মুখ লিখ** আনে কোৱা কথা লিখি ৰাখ। **মুখ লেখ** মুখেৰে কৰা গণনা। **মুখ শ্ৰী** বি. মুখৰ শোভা সৌন্দৰ্য্য বা কান্তি beauty of the face. **মুখ হৰ** কথা বা প্ৰাৰ্থনা নেৰাখ বা শুনা। **মুখ হাত ধো** মূত্ৰ ত্যাগ কৰ, মুত।

**মুখ চন্দ্ৰ** বি. চন্দ্ৰৰ নিচিনা মুখ, moonlike face.

**মুখচ্ছবি** বি. মুখশ্ৰী।

**মুখবন্ধ** বি. ভূমিকা, পাতনি।

**মুখ সৰ্ব্বস্ব** বি. কথাত পাৰ্গত, কামত অক্ষম।

**মুখৰ কথা** বি. সহজ কাম, easy work.

**মুখ-চন্দ্রিকা** বি. বিয়াৰ পাছত দৰা-কন্যাই কৰা প্ৰথম দৃষ্টি।

**মুখত্তে ধৰ** আনৰ কথাৰ ওপৰতে কথা ক। **মুখৰ কথা** মুখৰ মাত, অন্তৰে সৈতে নোকোৱা কথা, সহজ কাম।

**মুখৰ ছাই গুচা** অ. ধা. মৰা মানুহৰ শ্ৰাদ্ধাদি কৰি শুচি হোৱা।

**মুখৰ মহলা** অনৰ্থক কথা কৈ ফুৰা।

**মুখৰ** বি. কটু কথা কোৱা, মুখ চোকা foul-mouthed, uncivil. স্ত্ৰী. মুখৰা।

**মুখৰিত** বিণ. ধ্বনিত।

**মুখশুদ্ধি** বি. মুহদি act of chewing anything after food to purify the mouth.

**মুখস্থ** বিণ. মুখত থকা, নোচোৱাকৈ মুখেৰে মাতিব পৰা got by heart. ক্রি. **মুখস্থ** গা to recite.

**মুখা** বি. মুখত পিন্ধা কোনো বিশেষ মুখৰ আকৃতিৰ চোঁ, আকৃতি সলাবৰ কাৰণে পিন্ধিবলৈ সজা মুখ a mask.

**মুখাগ্নি** বি. চিতাত জুই লগোৱাৰ আগেয়ে শৱৰ মুখত জুই দিয়া কাৰ্য্য ceremony of putting fire on the face of the corpse. ক্রি মুখাগ্নি কৰ।

**মুখাপেক্ষী** বিণ. কাৰো মুখলৈ চাই থকা, কাৰো অনুগ্ৰহ পাবলৈ আশা-কৰি থকা expecting favour or aid from another.

**মুখামুখি** বি. দেখাদেখি an interview ; এজনে আনজনলৈ মুখ কৰা বা চোৱা কাৰ্য্য, বাচাবাচি an encounter, an altercation.

**মুখাল** বিণ. মুখ থকা, মুখ চতুৰ eloquent.

**মুখি** বি. চুণ পোৱা মানুহ one who burns lime.

**মুখিয়াল** বিণ. মুখ্য, প্ৰধান, বৰমূৰীয়া leading, principal.

**মুখীয়া** বিণ. মুখ থকা having a face.

**মুখে** (অব্যয়) মুখেদি, মুখৰ পৰা with the mouth or from the mouth.

**মুখে মুখে** ক্রি. বিণ. মুখৰ আগতে, সমুখতে, মুখলৈকে face to face, up to the brim ; বহু লোকৰ মুখত in the mouth of many persons.

**মুখ্য** বিণ. প্ৰধান, শ্ৰেষ্ঠ principal, chief.

**মুগ** বি. এবিধ দাইল।

**মুগলীয়া** বি. ভাঁহেচীয়া, আধাপকা slightly. ripe, about to ripen.

**মুগা** বি. এবিধ সুতা কৰা পলু আৰু তাৰ বাঁহ the Muga cocoon.

**মুগা** বিণ মুগাৰ নিচিনা বৰণযুক্ত, মুগা বৰণীয়া· light brown. স্ত্ৰী.

মুগা। বিং. মুগা বৰণ the light brown colour.

মুগা চুঙীয়া মুগা চোঙত থকা, মুগা ৰখা rearing Muga-worms, relating to a place where muga-worms are reared, বি. মুগা-চোঙত থকা বা মুগা পোহা মানুহ।

মুগুধ বিণ. মুঢ় foolish.

মুগুৰ বি. মুদ্গৰ শব্দৰ অপভ্ৰংশ।

মুগ্ধ বিণ. বিমুগ্ধ, মোহিত, বিচুৰ্ত্তি charmed, amazed. বি. অজ্ঞান বা হোজা মানুহ a simpleton. মুগ্ধা বি. নায়িকা বিশেষ, প্ৰেমিকৰ প্ৰতি যাৰ গভীৰ বিশ্বাস থাকে, সৰলা নায়িকা। মুগ্ধবোধ বি. বোপদেৱৰ দ্বাৰা ৰচিত এখন সংস্কৃত ব্যাকৰণ।

মুচলমান বি. হজৰত মহম্মদৰ প্ৰবৰ্ত্তিত ধৰ্ম্মমতে চলা মানুহ a Mahomedan. মুচলমানী বিণ. মুচলমান ধৰ্ম্ম সম্পৰ্কীয়।

মুচা বি. ইহুদী জাতিৰ ধৰ্ম্ম-প্ৰবৰ্ত্তক মহাপুৰুষ Moses.

মুচাফিৰ পথিক traveller.

মুচাফিৰ খানা—শালা পথিক শালা।

মুচায়েৰা কৰি সম্মেলন।

মুচ্‌লুমে সমূলি totally.

মুচি বি. কঁঠালৰ কলি an immature jack fruit. ক্ৰি. মুচিয়া মুচি পেলা। মুচিলিপি মোচা-সাৰা আৰু মাটিৰে লেপ দিয়া কাৰ্য্য।

মুচী, মুচীয়াৰ বিং. চৰ্ম্মকাৰ, চালৰ কাম কৰোঁতা a tanner, a cobbler.

মুচ্‌কাই ক্ৰি. বিণ. মুচুক কৰে, মুচুক শব্দ কৰি।

মুচ্‌লুকা বি. আদালতত লিখি দিয়া অঙ্গিকাৰ পত্ৰ a recognisance.

মুচুকিয়া মিচিকিয়াই।

মুচুকুন্দ বি. মান্ধাতা ৰজাৰ পুত্ৰ।

মু চোৰা বি. মুখ-চাৰনি, চেলামী।

মুজ সক. ধা, মুদ to shut.

মুজা বিণ. আগ কেকোঁৰা হোৱা wrinkled.

মুজুৰা বিণ. ক্ষীণ, গা কৰিব নোৱৰা, বাঢ়িব নোৱৰা lean, stunted. সক. ধা. মুজুৰা খা, মুজুৰা পৰ।

মুঞ্জ বি. এবিধ ঘাঁহ।

মুঞ্জৰা ক্ৰি. মুঞ্জৰিত বা মুকলিত হোৱা, মুঞ্জৰিত, মুকুলিত, পুষ্পিত।

মুটুকী বি. মাটিৰ বৰ ডাঙৰ পাত্ৰ a very big earthen jar.

মুটৰী বি. ডাঙৰ টালি টোপোলা a package.

মুটিয়া বি. ভাৰ বা বোজা বোৱা মানুহ a porter, a carrier.

মুটুকীয়া বিণ. আধৈ মুৱীয়া, একাল সিজা আন কাল নিসিজা half boiled.

মুঠ বি. সমষ্টি, যোগফল a total সমূহ, সংগ্ৰহ a collection. মুঠ

বান্ধ একত্র হ, সংগ্ৰহ হ to combine, to unite.

**মুঠতে** ক্রি. বিণ. সংক্ষেপে, বাহুল্য নকৰাকৈ, ভাঙিপাতি নোকোৱাকৈ briefly, without giving details; সৰ্বটাকৈ, সকলোবে মাত্ৰত in a lump, on the whole.

**মুঠন** বি. কিলাকুটিৰ পৰা মুঠি মৰা হাতৰ কেঞা আঙুলৰ ফালৰ মুৰলৈকে জোখ a measure of length from the elbow to the middle joint of the little finger. **মুঠনীয়া** এমুঠন দীঘল।

**মুঠা** বি. একেলগ কৰি বন্ধা সৰু দীঘলীয়া বস্তুৰ কোছা, আটি, পোলা a large bundle of sticks of similar things; কুৰি গুছি পাণ a bundle of 400 betel leaves, **মুঠা মুঠা** অনেক মুঠা কৰি বন্ধা divided into many bundles.

**মুঠামুঠ** অনেক মুঠা কৰা। **মুঠামুঠে** এমুঠা এমুঠা কৰি bundle by bundle.

**মুঠি** বি. আঙুলি কোঁচাই জপোৱা হাত the fist; হাতৰ মুঠিৰ ভিতৰত ধৰা জোখৰ বস্তু a hand full; সৰু আটি বা মুঠা a slender bundle. হাতেৰে মুঠি মাৰি ধৰিবৰ খেক the bundle. আধিপত্য, ক্ষমতা grasp, control

**মুঠি-খাৰু** বিণ. এবিধ খাৰু, a kind of bracelet. **মুঠি মাৰ** হাতৰ আঙুলি জপা। **মুঠি মুঠি** বহুত। মুঠি ধকা, অনেক, বহুত। ক্রি. বিণ. **মুঠিয়ে মুঠিয়ে**। **মুঠিয়া** সক. ধা. আঁটি আঁটিকৈ বা কোছা কোছকৈ বান্ধ to make bundle of; থুৰিয়া to contract into folds.

**মুঠে, মুঠেই** ক্রি. বিণ. সমষ্টিত, মুঠত সমুলি in total, in all, entirely.

**মুঠে** ( অব্যয় ) মাত্ৰ, কেৱল only

**মুড়ি** বি. চাউল ভাজি কৰা আখৈ husked rice blown by parching.

**মুড়ি** ( পু. অ. ) সক. ধা. মেলি।

**মুঢ়া** বি. কটা বা ভাগি পৰা গছৰ গুৰি the stump of a tree, খুৰোৱা চুলিৰ গুৰি stub.

**মুঢ়া** বি. বাহৰ কাঠিৰে সজা এবিধ আসন a bamboo stool.

**মুণ্ড** বি. মুৰ, শিৰ the head. shaving.

**মুণ্ডপাত** মুৰ ছেদন।

**মুণ্ডন** বি. চুলি খুৰোৱা কাৰ্য্য, মুৰ খুৰোৱা কাৰ্য্য the act of shaving.

**মুণ্ডমালা** বি. মানুহৰ মুৰ বা মুৰৰ খোলা গাঁথি কৰা মালা a necklace of human skulls. **মুণ্ডমালিনী** কালী গোসানী।

**মুণ্ডা** বি. মধ্য ভাৰতৰ সাঁওতাল

পৰগণা আদি কিছুমান ঠাইত বাস কৰা এজাতি 'কোল' শ্ৰেণীৰ মানুহ।

**মুথা** বি. এবিধ সুগন্ধি শিপা হোৱা বন a kind of grass.

**মুদ** সক. ধা. জঁপা, বন্ধ কৰ to close as the eyes. বি. বন্ধন, ঢাকনি। **মুদ খা, মুদ যা** জাপ খা. মুদ্ৰিত হ to be closed বন্ধ হ, মৰ, নাইকিয়া হ। **মুদা** সক. ধা. আনৰ চকু জাপ নিয়া to cause to be closed.

**মুদা** বি. সৰু বিন্ধা small hole. **মুদা মৰ** বিন্ধা হ, বাট মাৰ, উপায় নাইকিয়া হ। **মুদা মাৰ** বিন্ধা মাৰ, বাট মাৰ, উপায় নষ্ট কৰ।

**মুদি** বি. অলপীয়া বস্তুৰ কাৰবাৰ কৰা বেপাৰী a shop keeper.

**মুদিত** বিণ. জঁাপ যোৱা closed, আনন্দিত, হৰ্ষিত pleased.

**মুদৈ** বি. নাৱেৰে বেপাৰ কৰা বেপাৰী trader, merchant.

**মুদগৰ** বি. ব্যায়াম বা আঘাত কৰাত ব্যৱহাৰ কৰা এমূৰে ডাঙৰ এডোখৰ গধুৰ গোটা কাঠ a club.

**মুদ্ৰণ** বি. ছাপা printing.

**মুদ্ৰা** বি. ধন ৰূপে ব্যৱহাৰ হোৱা সোণ, ৰূপ, তাম আদি ধাতুৰ চাকতি a coin; ছাপ, মোহৰ a seal, a signet; পূজাত আঙুলি ভাঁজ লগাই দেখোৱা কোনো বস্তুৰ আকৃতি a mode of intertwining the fingers at a Puja; মনৰ ভাব বুজাবলৈ কৰা অঙ্গপ্ৰত্যঙ্গ বা মুখৰ নানা প্ৰকাৰ ভঙ্গি a gesture or gesticulation. **মুদ্ৰাস্ফীতি** বি. টকাৰ মূল্য হ্ৰাস কৰণ devaluation.

**মুদ্ৰাকৰ** বি. যিয়ে ছাপা কৰে printer.

**মুদ্ৰাকৰৰ প্ৰমাদ** ছপাৰ ভুল, printing mistake.

**মুদ্ৰাঙ্কন** বি. ছাপা কৰা বা ছাপ মৰা কাৰ্য printing, stamping; টকা আদিৰ মোহৰ মৰা কাৰ্য্য coinning. বিণ. **মুদ্ৰাঙ্কিত** ছাপা কৰা, মোহৰ কৰা printed, stamped.

**মুদ্ৰাযন্ত্ৰ** বি. ছাপা কৰা যন্ত্ৰ a printing press.

**মুদ্ৰাক্ষৰ** বি. ছপাৰ আখৰ printing letters.

**মুদ্ৰিত** বিণ. মুদ্ৰিত, জঁপোৱা closed; ছাপা কৰা, মোহৰ মৰা printed, stamped.

**মুধামাৰ** মুধচ কৰ।

**মুনচিফ্** বি. দেৱানী আদালতৰ তল শ্ৰেণীৰ বিচাৰক a subordinate judicial officer, munsiff.

**মুনফা** বি. লাভ profit.

**মুনি** বি. ঋষি. তপস্বী a holy sage, a saint.

**মুনি চুনি** গধূলিৰ মুখ দেখা নেদেখা*

হোৱা আন্ধাৰ the dusk or twilight of the evening.

মুনিব বি. প্ৰভু, গৰাকী a master.

মুনিয়া বিণ. সৰু আৰু পৈণত নোহোৱা হৈ থকা blasted or undeveloped as seed.

মুনিষ (পু. অ.) মনুষ্য, মুনিহ। মুনিষাই বি. পুৰুষত্ব, পুৰুষালি manliness. মুনিষালি, মুনিহালি মুনিষাই।

মুনিহ বি. পুৰুষ, মতা মানুহ a man. মুনিহ দি বেচ লৈ আনৰ ধান দাই দে to reap other's paddy for wages.

মুনীন্দ্ৰ বি. মুনিশ্ৰেষ্ঠ, প্ৰধান মুনি। মুনিবৰ, মুনিৰাজ a chief or superior sage.

মুনীয়া বিণ. এমোন ধৰা,এমোনৰ ভৰ থকা holding or weighing one maund.

মুন্সী বি. মুচলমানৰ এটা উপাধি a mahomedan title, হিচাব পত্ৰ ৰখা বিষয়া বা কেৰাণী, শিক্ষক an accountant, a clerk, a teacher.

মুমুক্ষু বিণ. মুক্তি বাঞ্ছা কৰা, মুক্তি-প্ৰাৰ্থী।

মুমূৰ্ষু বিণ. মৰিব লগীয়া হোৱা, মৃতপ্ৰায়, মৰণাপন্ন dying.

মুৰ্গী বি. কুকুৰা fowl, hen.

মুৰজ বি. এবিধ বাদ্য, মৃদঙ্গ।

মুৰনাশী, মুৰ-মথন, মুৰৰিপু, মুৰাৰি বি. মুৰ অসুৰক বধ কৰোঁতা বিষ্ণু।

মুৰমুৰীয়া বিণ. সহজে ভাঙা, চনকা brittle, crisp.

মুৰমাংসী বি. দৰৰত লগা এবিধ সুগন্ধি গছ।

মুৰৰী, মুৰুৰী, মুৰলী, মুৰুলী বি. বাঁহী, বংশী a flute. মুৰুলীধৰ কৃষ্ণ।

মুৰা বি. চন্দ্ৰগুপ্ত মৌৰ্য্যৰ মাকৰ নাম।

মুলতান বি. সঙ্গীতৰ ৰাগিণী বিশেষ।

মুলতুবি বিণ. স্থগিত, আকৌ দিন ধাৰ্য্য কৰা postoned. বি. স্থগিত কৰা কাৰ্য্য postponement.

মুলুক বি. দেশ, ৰাজ্য, ঠাই a country, locality.

মুলুণ্ড্ বি. ভেৰা বা অজলা মানুহ a simpleton.

মুৱা বিণ মুখৰ নিচিনা 'বেজীমুৱা', কোনো ফালে মুখ কৰা 'পূৱমুৱা'।

মুষল বি. উৰালমাৰি a pestle for cleaning rice, মুষলৰ নিচিনা এবিধ অস্ত্ৰ a kind of iron club.

মুষল ধাৰে একেৰাহে আৰু বেছি পৰিমাণে heavily and incessantly.

মুষ্টি বি. মুঠি, আঙুলি কঁপোৱা হাতৰ তলুৱা clenched fist.

মুষ্টিবদ্ধ মুঠা বান্ধা।

**মুষ্টি ভিক্ষা** এমুঠা চাউল বা অন্যবস্তু ভিক্ষা।

**মুষ্টিমেয়** বিণ. এমুঠি, অলপমান very small quantity.

**মুহ** ( পু. অ. ) বি. মুখ।

**মুহদি** বি. ভোজনৰ পাছত খোৱা বস্তুৰ আস্বাদ আৰু গন্ধ গুচাবৰ নিমিত্তে তামোল আদি চোবোৱা কাৰ্য্য, ভোজনৰ অন্তত চোবোৱা তামোল আদি বস্তু।

**মুহূৰ্ত্ত, মুহূৰ্ত্তক** বি. অতি অলপ কাল, এখন্তক a very short time, a moment. ক্রি. বিণ. **মুহূৰ্ত্তে** বেগাই, খন্তেকতে। **মুহূৰ্ত্তেক** বি. ক্ষণেক, অলপ সময় a very short time.

**মূক** বিণ. বোবা, ঁকবা dumb.

**মূছ-কঁছ** বি. মূৰ্চ্ছা, অজ্ঞান হোৱা অবস্থা a swoon, fainting. ক্রি. মূছকঁছ যা।

**মূঢ়** বিণ. জ্ঞানশূন্য, মূৰ্খ foolish, dull. বি. মূৰ্খ বা জ্ঞানহীন লোক a fool. বি. **মূঢ়তা**। **মূঢ়মতি** বিণ. জ্ঞানহীন, মূৰ্খ foolish, stupid.

**মূত** বি. মূত্র শৌচ, সৰু পানী urine. অক. ধা. সৰু পানী ছো to make water. সক. ধা. **মূতা** প্রস্রাব কৰা, সৰু পানী জোৱা to cause to make water. **মূতুৱা** বিণ. ঘনাই মূতা। স্ত্রী. **মূতুৱী**।

**মূত্র** বি. মূত, সৰু পানী, প্রস্রাব। **মূত্রকৃচ্ছ্র**, সৰু পানী হোঁতে পোৰা, বেদনা কৰা আৰু টোপাটোপে প্রস্রাব হোৱা ৰোগ strangury. **মূত্র দ্বাৰ** লিঙ্গ বা যোনি। **মূত্রাশয়** বি. জন্তুৰ তলপেটত থকা মূতৰ ভঁৰাল বা মোলোঙা the bladder.

**মূদগাৰ** বি. মূত্রকৃচ্ছ্র strangury.

**মূধ** বি. ঘৰৰ ওপৰৰ দুখন চালৰ জোৰা the ridge of the roof of a house, অতি ওখ ঠাই the top.

**মূধ-পচা** বি. ঘৰৰ মূধ আৰু পানী-পচাৰ মাজভাগ।

**মূধচ** বি. ঘৰৰ মূধ অৰ্থাৎ দুখন চালৰ জোৰাৰ ওপৰৰ ছাউনী বা ঢাকনী the covering over the ridge of a house. ক্রি. মূধচকৰ।

**মূধা** বি. ঘৰৰ মূধ, অতি ওখ ঠাই, উচ্চ পদ, ডাঙৰ পদৰী। **মূধা ছুট** অতিশয় ভাগৰ লাগ, অতিশয় বিকল হ, বিবুদ্ধি হ। **মূধা ফুটা** অতি উচ্চ পদ পা, সকলোতকৈ চাৰ হ। বিণ. **মূধাফুটা**।

**মূৰ** বি. মস্তক, শিৰ the head; থিয় বস্তুৰ ওপৰ ভাগ the top; মুখ্য লোক a leader; বস্তুৰ আগ বা গুৰি an end, সীমা, শেষ limit. **মূৰ কৰ, মূৰ ঘূৰা** কোনো একাল-লৈ মূৰ দি। **মূৰ খা** মৃত্যুৰ দায়ী হোৱা, মৃত্যুৰ কাৰণ হ। **মূৰ ঘমা** বৰকৈ চিন্তা ভাবনা কৰ। **মূৰ দুঁজা** বেজাৰ বা চিন্তাত মূৰ চাপৰাই থাক। **মূৰ ঘূৰণি মূৰ ফুৰণি**,

আচৰাই। মূৰটাঁলি মূৰ লবোৱা কাৰ্য্য। মূৰ টাঁলি মাৰ মূৰ জোকাৰ। মূৰ তুপিয়া সম্মতি প্ৰকাশ কৰ। মূৰ পৰ শেষ হ, অন্ত হ। মূৰ পেলা শেষ কৰ। মূৰ পোলোকা পখাৰ পৰা মূৰ পিছলাই গোলোকা বা মুকলি হ। ক্ৰি. মূৰ পোলোকা দে, মূৰ পোলোকা মাৰ কোনো দায়িত্ব বা কথাৰ বান্ধনৰ পৰা আঁতৰ হ বা গা এৰা দে। মূৰ ফুৰণি মূৰ ঘূৰণি। মূৰ মৰ বাট মৰ, উপায় নাইকিয়া হ। মূৰ মাৰ বাট মাৰ, উপায় নষ্ট কৰ।

মূৰকত ক্ৰি. বিণ. অন্তত, শেষত at the end, last.

মূৰব্বী বি. গুৰিয়াল, উপদেষ্টা adviser.

মূৰ শিতান বি. বিচনাৰ মূৰ দিয়া ফাল।

মূৰা বি. শিৰ, মূৰ the head.

মূৰামুৰি বি. ওচৰাউচৰি. চমূৰ-চুমি।

মুৰিয়ল বি. দৰা-কন্যাৰ মূৰত বা কপালত বান্ধি দিয়া শিৱ পাৰ্ব্বতীৰ মূৰ্ত্তি নাইবা ফুল-তুলসী আদিৰে কৰা ত্ৰিভুজাকৃতিৰ বস্তু।

মুৰিয়লি বি. এডৰা মাটিৰ এক মূৰ বা সীমা।

মুৰী বি. নেতা, মুখ্য মানুহ head-man.

মুৰীয়া বিণ. কোনো পাত্ৰৰ মূৰ, মুখ বা কাণ লৈকে ভৰা filled to the brim, মূৰ থকা। সীমাত থকা।

মূৰে ( অব্যয় ) সলনি, পৰিবৰ্ত্তে instead of, in place of ; বেচ স্বৰূপে as the price of.

মূৰেকত ক্ৰি. বিণ. শেষ ফলত as a result.

মূৰে কপালে হাত দি বৰকৈ বেজাৰ পা to be deeply agrieved.

মূৰে মূৰে ক্ৰি. বিণ. কোনো মতে জোৰাকৈ কথমপি কাণে কাণ মাৰি barely, without leaving a balance.

মূৰ্খ বিণ. মূঢ়, নিৰ্ব্বোধ stupid, ignorant. বি. এজোনজনা লোক an ignorant person. বি. মূৰ্খতা, মূৰ্খামি।

মূৰ্চ্ছনা বি. সঙ্গীতৰ সপ্ত সুৰৰ উঠা-নমাৰ ক্ৰম বা বিধি।

মূৰ্চ্ছা বি. মূহ্কঁছ a swoon, a fainting. অক. ধা. মূৰ্চ্ছা যা। বিণ. মূৰ্চ্ছিত অচেতন হোৱা।

মূৰ্জ্জাল্ পাৰ বেজাৰ লগা কথা সঘনে কৈ নিজেও অলি মৰ আনকো আমনি লগা।

মূৰ্ত্ত বিণ. মূৰ্ত্তিযুক্ত, সাকাৰ embodied, incarnate.

মুৰ্ত্তকীয়া বিণ বয়সীয়া মানুহৰ মূৰৰ সমনীয়া এগেৰে ডাঙৰ দীঘল হোৱা ; কৰিবলৈ টান আৰু পৰিশ্ৰম লগা, বৰ গধুৰ।

মূৰ্ত্তি বি. প্ৰতিমূৰ্ত্তি, প্ৰতিমা image;

গঢ়,চেহেৰা appearance ; আকৃতি body. মূৰ্ত্তি দেখি চুৰ্ত্তি হেৰা কাৰো খং বা প্ৰতাপ দেখি বিচুৰ্ত্তি হ, ববকৈ ভয় কৰ। মূৰ্ত্তি পূজক বি. প্ৰতিমা পূজা কৰা লোক an idol worshipper.

মূৰ্ত্তি-পূজা বি. প্ৰতিমাৰ পূজা, idolatry. মূৰ্ত্তিমান, মূৰ্ত্তিমন্ত দেহধাৰী, ভয়ানক, প্ৰচণ্ড fierce. স্ত্ৰী. মূৰ্ত্তিমতী।

মূৰ্দ্ধণ্য বি. মূৰৰ পৰা উচ্চাৰিত হোৱা বৰ্ণ cerebral. মূৰ্দ্ধা মস্তক, মূৰ।

মূল বি. শিপা, আলু; গছৰ মাটিত সোমাই থকা গুৰি a root ; আদি, প্ৰধান কাৰণ, উৎপত্তি স্থান original, source, শব্দৰ উৎপত্তি স্থান derivation, ধাৰে দিয়া বা বেপাৰত লগোৱা আচল ধন principal, capital. মূলধন বাণিজ্য বা বেপাৰত আচল পুঁজি ধন capital ; সুদলৈ ধাৰে দিয়া আচল ধন principal. মূলমন্ত্ৰ বীজমন্ত্ৰ, প্ৰধান সঙ্কল্প ।

মূল নাথা বিণ. মূল নথকা, লোকচানী causing loss. মূল সূত্ৰ প্ৰথম আৰু প্ৰধান হেতু the main cause.

মূলা বি. ঊনৈশ সংখ্যাৰ নক্ষত্ৰ the nineteenth lunar asterism.

মূলা গাভৰু বি. ফ্ৰাচেঙ্গুং বৰ গোহাঁইৰ বীৰাঙ্গনা পত্নী. এওঁ তুৰ্ব্বকৰ বিৰুদ্ধে যুঁজ কৰি প্ৰাণ ত্যাগ, কৰিছিল।

মূলা বি. এবিধ মানুহে খোৱা শকত আলু radish.

মূলাধাৰ বি. লিঙ্গ আৰু শৌচ দ্বাৰৰ মাজৰ ঠাই the space between the anus and the penis, মূল কাৰণ the primary cause.

মূলীভূত বিণ. কাৰণ-স্বৰূপ, আদি হেতুৰূপ।

মূলেই ক্ৰি. বিণ. সমূলি, নিচেই entirely, totally.

মূলে মূলে ক্ৰি. বিণ. মূল ধনৰ সমানে, লাভ লোকচান নোহোৱাকৈ barely, without gain.

মূলোচ্ছেদ, মূলোৎপাটন বি. নিৰ্ম্মূল কৰণ ।

মূল্য বি. বেচ, কোনো বস্তু কিনোতে দিয়া ধন, যোগ্যতা price, value, worth. মূল্যবান দামী costly, সাৰ থকা worthy.

মূল্যাঙ্কণ মূল্য নিৰ্ণয় কৰা।

মূল্যায়ণ মূল্য ঠিক কৰা।

মূষিক বি. এন্দুৰ, নিগনি a rat, a mouse.

মূহী বি. ধাতু লগোৱা মাটিৰ পাত্ৰ a crucible.

মৃকণ্ডু বি. মাৰ্কণ্ডেয় ঋষিৰ পিতৃ।

মৃগ বি. পহু, হৰিণা a deer, a stag. স্ত্ৰী. মৃগী। মৃগতৃষ্ণা মৰীচিকা a mirage. মৃগনয়নী,

**মৃগাক্ষী** সুন্দৰী তিৰোতা। **মৃগনাভি, মৃগমদ** কস্তুৰী, গন্ধ কলাই musk. **মৃগয়া** পহু চিকাৰ hunting, chase. **মৃগৰাজ** পশুৰাজ সিংহ a lion. **মৃগশিৰা** পঞ্চম নক্ষত্ৰ।

**মৃগাঙ্ক** বি. চন্দ্ৰ, the moon

**মৃগাক্ষী** বি. হৰিণৰদৰে চকু থকা তিৰোতা ; ছোৱালীৰ নাম।

**মৃগী** বি. এবিধ মূৰ্চ্ছা হোৱা ৰোগ epilepsy.

**মৃগেন্দ্ৰ** বি. মৃগৰাজ, সিংহ a lion.

**মৃচ্ছকটিক** বি. শূদ্ৰকে ৰচনা কৰা এখন সংস্কৃত নাটক।

**মৃণাল** বি. পদুমৰ মূৰ, পদুমৰ মোলান the white soft part of the root of the lotus.

**মৃন্ময়** বিণ. মাটিৰে সজা made of earth.

**মৃত** বিণ. মৰা, জীয়াই নথকা dead ; মানুহে ব্যৱহাৰ কৰিবলৈ এৰা gone out of use.

**মৃতক** বি. মৰা মানুহ. পৰলোক পোৱা লোক a deceased person.

**মৃতকল্প, মৃতপ্ৰায়** বিণ. মৰাৰ নিচিনা moribund.

**মৃতদাৰ** বি. ভাৰ্য্যা মৰা মানুহ, বৰলা a widower.

**মৃতবৎসা** বি. যি তিৰোতাৰ সন্তান জীয়াই নেথাকে।

**মৃতসঞ্জীৱনী** বিণ. মৰা মানুহক জীয়াব পৰা।

**মৃতাশৌচ** বি. মৃত্যুৰ বাবে হোৱা অশৌচ।

**মৃত্তিকা** বি. মাটি earth dug out.

**মৃত্যু** বি. প্ৰাণনাশ death, যমৰজা the regent of death.

**মৃত্যুঞ্জয়** মৃত্যুক জয় কৰোঁতা, শিৱ। **মৃত্যুমুখ** মৰণৰ মুখ, মৰণৰ সময়। **মৃত্যুলোক** প্ৰেতলোক, যমপুৰী।

**মৃদং, মৃদঙ্গ** বি. এবিধ খোলৰ নিচিনা বাদ্য a kind of drum.

**মৃদু** বিণ. মিহি, কোমল, মধুৰ soft tender, mild, sweet. বি. **মৃদুতা**। **মৃদুল** কোমল। স্ত্ৰী. **মৃদুলা**।

**মৃদু মন্দ** ধীৰে-ধীৰে, মন্থৰ ভাৱে।

**মৃষ্ট** বিণ. মাৰ্জ্জিত. শোধিত cleaned, washed.

**মে’** বি. ইংৰাজী বছৰৰ পঞ্চম মাহ the month of May.

**মেও** ( অনু. শব্দ. ) মেকুৰীৰ মাতৰ নিচিনা শব্দ।

**মেকাহি** বি. এবিধ গছ, তাৰ পৰা ওলোৱা ধূনাৰ নিচিনা আঠা a kind of tree and its resin.

**মেকুৰী** বি. বিড়াল a cat. **মেকুৰী-খুজীয়া** পুষ্ট আক মঙহাল. মানুহৰ গাত ওলোৱা মেকুৰী খোজৰ নিচিনা সৰু সৰু আচ a dimple.

**মেক্সমূলাৰ** বি. ভাষাতত্ত্ববিদ্ জাৰ্ম্মান দেশীয় পণ্ডিত।

**মেক্সিমগৰ্কী** বি. উনৈশ শতিকাৰ শ্ৰেষ্ঠ ৰাচিয়ান ঔপন্যাসিক।

**মেখেলা** বি. কটি সূত্ৰ, কঁকালৰ এবিধ অলঙ্কাৰ।

**মেখেলা** বি. তিৰোতাৰ অধোবস্ত্ৰ, চুটি কাপোৰ a kind of petticoat used by an Assamese female.

**মেখেলা ভাৰী** বি. অধম মানুহ।

**মেগেলা, মগেলা বন** বি. খাগৰিৰ নিচিনা এবিধ বন a kind of reed.

**মেগেস্থেনিচ** বি. চন্দ্ৰগুপ্ত মৌৰ্য্যৰ ৰাজত্বকালত ভাৰতলৈ অহা গ্ৰীচ-দেশীয় এজন পৰিব্ৰাজক।

**মেঘ** বি. ডাৱৰ, জলধৰ cloud, সঙ্গীতৰ ৰাগ। **মেঘদূত** কালিদাস ৰচিত কাব্য। **মেঘনাদ** ৰাৱণ পুত্ৰ ইন্দ্ৰজিৎ। **মেঘ বাহন** বি. ইন্দ্ৰৰ এটা নাম, a name of Indra the king of gods. **মেঘ মল্লাৰ** বি. সঙ্গীতৰ ৰাগিণী বিশেষ। **মেঘাত্যয়** বি. শৰৎ কাল, মেঘৰ অভাব the autumn season **মেঘাচ্ছন্ন** মেঘেৰে আবৃত cloudy. **মেঘাগম** বাৰিষা কাল।

**মেচ** বি. গোৱালপাৰা জিলাত বাস কৰা বড়ো বংশৰ মানুহ a branch of the great Bodo tribe.

**মেচ** বি. ভাঁজ, বেঁকা হোৱা অৱস্থা a bend, a curve. ক্ৰি. **মেচ খ.** মেচ খা বেঁকা হ, দোঁ খা।

**মেচ** যি ঘৰত কেইজনমান মানুহ থাকে আৰু প্ৰত্যেক জনে সমান পইচা তুলি থকা খোৱা ইত্যাদিত খৰচ কৰে, mess.

**মেচ-খেলা** দুই দলৰ ভিতৰত প্ৰতিযোগিতামূলক খেলা, দুই-ৰাহা, দেচ্‌লাই।

**মেচা** বিণ. কুঁজা হোৱা bent. স্ত্ৰী. **মেচী**। **মেচ্‌মেচীয়া** বিণ. চিকুচিকীয়া, অতিশয় (ক'লা) excessively (black).

**মেচী দা** বি. পিঠি ফাললৈ অলপ ঘোৰ লোৱা দা a slightly convex dao.

**মেচেকা** বি. গাত ক'লা ক'লা আঁচ থকা এবিধ জহামালৰ নিচিনা বনৰীয়া জন্তু a kind of wild animal.

**মেচেলা** বিণ. পুষ্ট, গা-গাৰি শকত fat.

**মেজ** বি. মেকণ a wen.

**মেজ** বি. লিখা পঢ়া কৰা বা খানা খোৱা ওখ থুৰা লগোৱা পীৰা a table.

**মেজাঙ্কৰি** বি. মেজাঙ্কৰি গছৰ পাত খুৱাই তোলা চোম-পতীয়া মুগা the mezankri silk worm.

**মেজাজ** বি. মনৰ গতি, স্বভাৱ temper, manner, nature.

**মেজাঠি** বি. পৰ্ব্বতীয়া ঠাইত হোৱা

এবিধ গছ, তাৰে কাপোৰ আদি বোৱায় a kind of plant.

**মেজি** বি. মাঘৰ বিহুৰ দিনা পুৱা মানুহে জুই ফুৰাবলৈ সজা খেৰ বা কাঠৰ দ'ম a stack of wood, a hay rick.

**মেজিষ্ট্ৰেট** বি. জিলাৰ শাসনকৰ্ত্তা magistrate.

**মেজেঙা** বি. খহটা পাতেৰে এবিধ বনৰীয়া সৰু গুচ।

**মেজেণ্টৰ, মেজেণ্টা** বি. আন কাৰ্য্যৰ পৰা তৈয়াৰ কৰা এবিধ বিদেশী ৰঙচীয়া ৰং।

**মেট মৰা, মেটমেটীয়া** বিণ. বৰ গধূৰ very heavy. অক. ধা. **মেটমেটা** মেটেৰ মেটেৰ শব্দ কৰ। বি. **মেটমেটনি**।

**মেটুৰা** বি. টেমুনা, উখহি থকা মাংস a tumour। বিণ. টেমুনা হোৱা। **মেটুৰা মেটুৰি** সৰহকৈ উঠা মেটুৰা ওখ-চাপৰ।

**মেটেকা** বি. পানী বন্ধ যোৱা ঠাইত হোৱা এবিধ গছ hayacinth **মেটেকা ভলী, মেটেকানি** বহুত মেটেকা গজি থকা ঠাই।

**মেটেৰ** বি. শুকান বাঁহ কাঠ আদি ভাঙিলে হোৱাৰ নিচিনা শব্দ। অক. ধা. **মেটেৰ কৰ**। ক্ৰি. বিণ. **মেটেৰাই, মেটেৰ কৰে**।

**মেটেলি** বি. তেলৰ টাবিৰ ঠিলা, সৰহকৈ মুখত ভৰাই গাল ওফোন্দাই খোৱা বস্তুৰ সোপা।

**মেঠ** বি. অনুগ্ৰহ পাবৰ আশাৰে দিয়া ভেঁটি।

**মেঠনি** বি. বুকুত তুলি পিন্ধা মেখেলা ক্ৰি. **মেঠনিয়াৰ**।

**মেঠনিয়া** অক. ধা. লাহে লাহে গতি কৰ, অলপ অলপকৈ কাম কৰ to move or work slowly.

**মেঠোন** বি. বনৰীয়া গৰু Indian Bison.

**মেডেল** প্ৰশংসা বা সম্মানৰ নিদৰ্শন স্বৰূপ ধাতুৰে নিৰ্ম্মিত অলঙ্কাৰ পদক medal.

**মেঢ়, মেহু,** (পু. অ.) বি. মেৰৰ নিচিনা অৰ্থাৎ ঘূৰণীয়াকৈ সজা কোঠা বা গড়, ঘূৰণীয়া ভেঁটি।

**মেতৰ** বি. শৌচৰ ঘৰ পৰিষ্কাৰ কৰা মানুহ a sweeper. স্ত্ৰী. **মেতৰণী**।

**মেথী** বি. বাম খেতিত হোৱা এবিধ বছৰেকীয়া সুগন্ধি শাক আৰু তাৰ ছেঁইত হোৱা গুটি।

**মেদ** বি. জন্তুৰ গাত থকা তেল, চৰ্ব্বি fat.

**মেদা, মেদনি** বি. জুলীয়া বস্তুৰ তলত পৰা মল dregs.

**মেদা** বিণ. গা-গধৰ লেহেম heavy-bodied, slow; ভালকৈ পাগত নুঠা not well baked.

**মেদিনী** বি. পৃথিৱী, ধৰা the earth.

**মেদেলা** বিণ. শকত-আৱত fat, corpulent, ধনী rich.

**মেদেলি** বি. তেলৰ গেদ, তেলৰ মলি dregs or sediment of oil.

**মেদেলুৱা** বি. এবিধ জুটুলা ক্ষুদ্ৰ গছ a kind of shrub.

**মেধ** বি. যাগ, যজ্ঞ a sacrifice.

**মেধা** বি. বুদ্ধি, বুজিব পৰা শক্তি understanding, intellect. **মেধাবী, মেধাবান** বুদ্ধিমান্।

**মেধি** বি. কোনো সত্ৰৰ শিষ্যৰ পৰা কৰ তোলা বিষয়াৰ উপাধি, কেবাজন মেধিৰ ওপৰঞ্চি বিষয়াক ৰাজমেধি, বৰমেধি বোলে।

**মেনকা** বি. হিমালয়ৰ ভাৰ্য্যা আৰু পাৰ্ব্বতীৰ মাক, এজনা অপেস্বৰা।

**মেনা** বিণ. তললৈ ওলমা শিং থকা (ম'হ, গৰু)। স্ত্ৰী. **মেনী**।

**মেনেজাৰ** বি. অধ্যক্ষ, পৰিচালক manager.

**মেনেকা** বিণ. লাহে লাহে কম কৰা। **মেনেক মেনেক** ক্ৰি. বিণ. লাহে লাহে।

**মেপ** বি. মানচিত্ৰ map.

**মেম** বি. চাহাবৰ তিৰোতা, ইউৰোপীয় ভদ্ৰ মহিলা।

**মেমেধু** বি. ধনিয়া শাক।

**মেমেৰা** বিণ. শেৰেলা, শুকাই খীণোৱা lean, emaciated.

**মেম্বৰ** বি. সদস্য, সভ্য member.

**মেৰ** বি. পাক, জৰী বা তাৰ নিচিনা বস্তুৰ পাক লোৱা ভাগ, নৈৰ বেঁকা ভাগ, মোচৰ a twist, a curl, a coil, a bend of a river. **মেৰ খা** পাক খা, মেৰাই ধৰা। সক. ধা. **মেৰা মেৰিয়া** পকা, ঘূৰিয়া, পাক খুৱা to wrap round, to twist.

**মেৰ-ছাগ** বি. মেষ, এবিধ নোমাল ছাগলী a ram, a sheep. **মেৰ ঢৰা** বি. ঘূৰণীয়াকৈ সজা ঢৰা। **মেৰ পাক** ঠাইতে ঘূৰি পাক মৰা কাৰ্য্য। **মেৰলাই** ডাঙৰ লাই শাক। ২০

**মেৰমেৰীয়া** বিণ. এলেহুৱা, খোদ lazy.

**মেৰা** বি. একেলগে পকোৱা দুই বা অধিক ডাল জৰীৰ এডাল, এগুণ, কেইবা ভনীয়া এধাৰ মণিৰ এডাল a strand of a rope.

**মেৰামতি** বি. ভগা ছিগা বটা কাৰ্য্য repair. সক. ধা. **মেৰামত কৰ** to repair.

**মেৰী** বি. যীশুখ্ৰীষ্টৰ মাতৃ।

**মেৰু** বি. পৃথিবীৰ উত্তৰ দক্ষিণ প্ৰান্ত pole, আধাৰ 'ধৰ্ম্মৰ মেৰু' a repository.

**মেৰু জ্যোতি, মেৰুপ্ৰভা** বি. আৰোৰাৰ আলোকচ্ছটা।

**মেৰুৰেখা** বি. পৃথিবী বা কোনো ঘূৰি থকা বস্তুৰ কেন্দ্ৰৰেখা axis.

**মেৰুটা মেৰুটি** ওখ-চাপৰ, টেমুনা-টেমুনি rough, undulating.

**মেৰুণ** বি. বিৰ নথকা টেমুনা গছৰ গাত হোৱা উঠঙা a wen, a wart on trees. **মেৰুণীয়া** মেৰুণ থকা।

**মেৰুদণ্ড** বি. বাজ হাড় পিঠিৰ মাজৰ ডাঙৰ হাড় the back-bone.

**মেৰুদণ্ডী** বি. যি প্ৰাণীৰ বাজ-হাড় আছে vertebrate.

**মেবেটা-মেবেটি** গা কোঁচাই আকৌ দীঘল কৰা আৰু লবোৱা কাৰ্য্য, কোনো কাম কৰোঁ নকৰোঁ ভাবি আগ পাছ কৰা কাৰ্য্য।

**মেল্** বি. আহোম ৰজাই ডেওঁৰ মন্ত্ৰী-বিলাকেৰে সৈতে একত্ৰে কৰা ভোজন, সেই ভোজনত ৰাজ্যৰ কোনো ঘাটু কথাৰ আলচ হৈছিল, আহোম ৰজাৰ কুঁৱৰী আদিৰ প্ৰতিপালন কাৰণে দিয়া মাটি আৰু মানুহ।

**মেল** বি. কোনো কথাৰ আলচ কৰিবলৈ বা গোচৰ সুধিবলৈ একে ঠাইতে বহা মানুহবিলাকৰ সমাজ a meeting, an assembly, a tribunal. ক্ৰি. **মেল-কৰ** মেলুৱৈ গোটখাই কোনো গোচৰ সোধ। **মেল চপা, মেল পাত, মেল মাত** মেল কৰিবলৈ মানুহ চপা। **মেল মাৰ** মেলুৱৈ হৈ মেল মাৰি ফুৰ, মানুহৰ লগত অদৰ্কাৰী কথাকৈ ঘূৰি ফুৰ, ( নিন্দাত )।

**মেল** সক. ধা. মুক্ত কৰ, সোলোকা, ঢাকনী গুচাই মুকলি কৰ, আগ বঢ়া to loose, to untie, to open, to extend, খৰি বা কাঠ ফাল to split. বি. **মেলন**।

**মেলা** সক. ধা. লোকৰ হতুৱাই মুকলি কৰা, ফণিয়া to cause to be united, to comb.

**মেলা** বি. প্ৰদৰ্শনী, বিক্ৰেতা, ক্ৰেতা আৰু দৰ্শকৰ সমাগম exhibition, fair.

**মেলা চিকাৰ** বি. গড় নমৰাকৈ হাবিত ঘৰচীয়া হাতীৰে বনৰীয়া হাতী খেদি ধৰা কাৰ্য্য।

**মেলান** বিণ. মুকলি হৈ থকা।

**মেলানি** বি. বিদায়, যাবৰ অনুমতি leave to go.

**মেলা মাৰ** হাতেৰে দূৰলৈ মাৰি পঠিয়া to hurl.

**মেলাহি** বিণ. গোতোং নোহোৱা, মুখ বহল wide-mouthed.

**মেলুৱাই, মেলুৱৈ** বি. মেলত বহি সোধ বা আলচ কৰোঁতা a member of a meeting.

**মেলেকা** বিণ. পুৰণি হৈ আচল গুণ নথকা insipid.

**মেলেকী** বি. মেলুৱৈ, মেল সোধা মানুহ an arbitrator. বিণ. মেলত পাৰ্গত।

**মেলেছ** 'ম্লেচ্ছ' শব্দৰ কোমল ৰূপ।

**মেলেৰিয়া** বি. এবিধ জ্বৰ, malaria.

**মেৰা** বি. এবিধ গছৰ গুটি a fruit. **মেৰা মেল** বিলাতী কোমোৰা।

**মেষ** বি. মেষ-ছাগ a ram, a sheep, ৰাশি-চক্ৰৰ প্ৰথম ৰাশি the sign Aries.

**মেস্কুৰী** বি. মুনি গছ।

**মেহ** বি. মূত্ৰ ৰোগ, মুতোঁতে

গোৰণিয়ে ধৰা আৰু পূঁজ ওলোৱা ৰোগ gonorrhoea.

**মেহগণি** বি. এবিধ গছ mahogany tree.

**মেহনত, মেহনতি** পৰিশ্ৰম, কষ্ট labour, trouble. বিণ. **মেহনতী** পৰিশ্ৰম কৰিব লগা।

**মেহমেহীয়া** বিণ. মিজিং মাজাং slow in work.

**মেহুন** বি. মেকণ, গছৰ উঠঙা a a wart. বিণ. **মেহুনীয়া** মেকণীয়া।

**মেহুৰা** বিণ. লাজকুৰীয়া timid, bashful.

**মেহেঙা** বিণ. অবাক হৈ মুখ মেলি চাই থকা, ভোদা dull. **মেহেঙা-মেহেঙি** সেমেনা-সেমেনি।

**মেহেৰবানি** বি. অনুগ্ৰহ, দয়া favour, kindness.

**মেহেৰুন্নিছা** বি. নুৰজাহানৰ এটা নাম।

**মৈ** বি. চাহ কৰা মাটি সমান কৰিবলৈ বা সিঁচা গুটি মাটিৰ তল পৰিবলৈ ব্যৱহাৰ কৰা হুচলা কলীয়া বাঁহৰ এখন খেতিৰ সঁজুলি a harrow. **মৈ টকা** মৈত লগাবৰ কাৰণে এমুৰ কলা এডোখৰ বাঁহ।

**মৈটা** বি. গছত উঠোত ব্যৱহৃত এডাল আঁচীয়া বাঁহৰ জখলা a single bamboo used as ladder.

**মৈত্ৰ** মিত্ৰ সম্বন্ধীয়।

**মৈত্ৰী** বিণ. মিত্ৰভাৱ থকা friendly. **মৈত্ৰীভাৱ** মিত্ৰতা, বন্ধুতা friendship.

**মৈত্ৰেয়** বি. পৰাশৰ শিষ্য, এজন ঋষিৰ নাম।

**মৈথিলী** বি. মিথিলাৰ ৰজা জনকৰ জীয়াৰী, সীতা।

**মৈথিলী** বি. মিথিলা দেশৰ অধিবাসীৰ ভাষা the language or dialect of Mithila.

**মৈথুন** বি. শৃঙ্গাৰ, স্ত্ৰী-পুৰুষৰ সহবাস copulation, মতা-মাইকী এহাল a pair.

**মৈদা** বি. এবিধ বেঁকা মাছ, পাচলি আদি কুটা অস্ত্ৰ a curved knife used in dressing fish, vegetables etc.

**মৈদাম** বি. মৰা মানুহ পুতি তাৰ ওপৰত দিয়া মাটিৰ দ'ম, সমাধিৰ ঠাই, কবৰ a tomb, a grave. **মৈদামনি** অনেক মৈদাম থকা ঠাই a graveyard

**মৈনাক** বি. লঙ্কাৰ ওচৰৰ এটা পৰ্ব্বত।

**মৈয়া** সক. ধা. মৈ চলাই সমান কৰা to harrow.

**মৈৰা** বি. ময়ূৰ, ম'ৰা চৰাই a peacock or pea-hen.

**মৈলাম** বি. মহী চুঙা, দোৱাত an inkpot.

**মো** সক. ধা. কোমল কৰিবৰ কাৰণে

পানী বা জুলীয়া বস্তু দি মোহাৰি লান।

**মোই** সৰ্ব. মোৰ, মোক।

**মোক-মোকা** অক. ধা. অস্পষ্ট কথা ক। বি. **মোক মোকনি।**

**মোকুচা** বি. মুখ মোচা কাপোৰ।

**মোকট** অক. ধা. মোকোটা খা, ভাঁজ লা to be folded, to curve. বি. **মোকটা।**

**মোকতাব** বি. মুচলমান পঢাশালি a school.

**মোকৰ্দ্দমা** বি. মকৰ্দ্দমা, গোচৰ, মামলা a case, a law suit

**মোকল্** বিণ. নবন্ধা, মুকলি কৈ থকা free, not tied, ঢাকনী নথকা uncovered. বি. বেৰ নিদিয়া ঠাই an open place. অক. ধা. গাঁঠি সোলক, মুকলি হ to be loosened, to be free **মোকল্ ফুল** শোচ কৰ। **মোকলা** মুকলি কৰ, খালাচ কৰ to set free, to release.

**মোকা** বিণ. বুদ্ধিহীন, মুৰ্খ foolish, stupid.

**মোকাম** বি. বাসস্থান, থকা ঠাই place of residence, address.

**মোকামিলা** বি. (কথা ভাষাত) **'মকামিলা'** চোৱা।

**মোকাল বাঁহ** বি. এবিধ বাঁহ a kind of bamboo.

**মোকোট** বি. মোটোক, জঁাপ a fold, ভাঁজ a bend সক. ধা. **মোকোটা** বেঁকা কৰ to bend, ভাঁজ লগা to fold. **মোকোটা খা** বেঁকা হ।

**মোকোৰা** বি. মুখ পূৰাই লোৱা গৰাহ a large mouthful. ক্রি. বিণ. **মোকোৰা-মোকোৰে** ই গৰাহৰ পাছত সি গৰাহ mouthful by mouthful.

**মোক্তাৰ** বি. **'মুক্তিয়াৰ'** চোৱা।

**মোক্তাৰ-নামা** বি. মুক্তিয়াৰ নিযুক্ত কৰা পত্ৰ a power of attorney.

**মোক্তাৰি** বি. মুক্তিয়াৰৰ কাম attorneyship. **মোক্তাৰী** বিণ. মুক্তিয়াৰ সম্বন্ধীয়।

**মোখ** সক. ধা. মোখনী দি, পচাছি আদিৰ মুখৰ কাঠি মোকোটাই বৈ নেসোলোকা কৰ to give the first binding to the edge, মুখ বন্ধ কৰ, নিৰুত্তৰ কৰ to put to silence, শেষ কৰ to put to stop বি. **মোখনী।** ক্রি. **মোখনী মাৰ।**

**মোখোৰা** বি. মৰণাৰ ধান খাব নোৱৰা কৰিবলৈ গৰুৰ মুখত দিয়া খাং a muzzle for oxen. বিণ. অসন্তোষ বা খঙত মুখ ওফন্দোৱা sulky. **মোখোৰা গলা, মোখোৰা মুৰা** বিণ. ওফন্দা মুৰা, ওফন্দা গলা having a bulk or fleshy face.

**মোগল** বি. এজাতি মুচলমানৰ নাম,

বাবৰে ভাৰতত প্ৰতিষ্ঠা কৰা ৰাজবংশ the Mughal.

**মোগোৰা** বি. ঋতুমান নোহোৱাকৈ গৰ্ভ হোৱাৰ পৰা জন্মা সন্তান।

**মোঘ** বিণ. ব্যৰ্থ fruitless.

**মোচ্** বি. কল গছৰ অলপকৈ ওলোৱা ভিল the spadix of the plantain tree.

**মোচ্** বি. গোঁফ, ওপৰ ওঁঠত গজা নোম mustache.

**মোচক** অক. ধা. পাক খাই হাড়ৰ জোৰা অলপকৈ লৰ বা জোৰাত দুখ পা to be sprained.

**মোচন** বি. বন্ধনৰ পৰা মুক্তি, পুনৰ্জন্ম হৰ নলগীয়া অৱস্থা salvation, the final beatitude, উদ্ঘাটন opening.

**মোচৰ্** বি. হাতেৰে ধৰি পকা to twist, to sprain, নৈৰ মেৰ বা পাক।

**মোচল** (পু. অ.) সক. ধা. মচিলে।

**মোচা** বিণ. কোঁচ খোৱা curled or contracted.

**মোচাবিদা** বি. পৰামৰ্শ consultation.

**মোচাহাৰ** বি. তুলনা, বিজনি comparison.

**মোচাহেজা** বি. চিন্তা, বিবেচনা contemplation.

**মোচোকা** বি. পাক খাই হাড় বা হাড়ৰ জোৰাত পোৱা দুখ a sprain. ক্রি. মোচোকা খা।

**মোচোৰা** বি. হাতেৰে দিয়া পাক twist. ক্রি. মোচোৰা মাৰ মোচৰ to twist.

**মোজা** বি. ভৰি ঢাকি পিন্ধা সাজ বা পোছাক stocking.

**মোট্** বি. মুঠ, সমষ্টি total.

**মোট** বি. ছালৰ মোনা, সাপ বা শল আদি গোটা মাছৰ বাহিৰৰ ছাল a leather bag, the slough of a snake, the skin of certain fish. মোট কাঢ় মোট শুচা।

**মোট মৰা** বিণ. বৰ ডাঠ, বৰ ঘন very thick, dense, বৰ গধুৰ very heavy.

**মোটক** বি. শৰাধত বস্ত উচৰ্গা কৰোঁতে তিলে সৈতে পানীত তিয়াই দিয়া তিনি ডাল বন্ধা কুশ।

**মোটৰী** বি. ডাঙৰ টোপোলা a big bundle.

**মোটা** বিণ. শকত, ডাঙৰ stout, fat, চৰীয়া, মিহি নোহোৱা coarse, rough. বি. বাঁচৰ শৰেকীয়া চিন।

**মোটাত পৰ** টানত পৰ, দুখত পৰ।

**মোটামুটি** বিণ. সংক্ষেপ, চমু concise, without detail.

**মোটে, মোটেই** ক্রি. বিণ. মুঠতে, সমুলি altogether.

**মোটোক** অক. ধা. 'মোকোট' চোৱা।

**মোট্টায়িত** নায়ক বা নায়িকাৰ নাম

গৌৰৱাই দিলে নায়ক-নায়িকাৰ যি উল্লাস হয় তাৰ অভাভিনয়।

**মোড়** (পু. অ.) সক. ধা. বৰ কৰ, মৰ্দ্দন কৰ; মোহাৰ।

**মোড়ণ** বি. মৰ্দ্দন কৰোঁতা, নাশ কৰোঁতা।

**মোড়া** বি. মূৰৰ অলঙ্কাৰ।

**মোতায়েন** বি. নিযুক্ত appointed.

**মোতি** বি. মুক্তা।

**মোতিম** বিণ. মুক্তাৰে সজা।

**মোদক** বি. ভাঙৰ গুৰিত চেনি, মহলা আদি মিহলাই পাক কৰা ঔষধ। (পু. অ.) লাড়ু।

**মোদন** বি. আনন্দদায়ক।

**মোদিত** বিণ. আনন্দিত, প্ৰফুল্ল, আমোদিত।

**মোদী** বিণ. আনন্দযুক্ত, আনন্দকাৰী।

**মোহ** সক. ধা. পিটা। বি. পিটি দিয়া জোৰা।

**মোন** বি. দুকুৰি সেৰৰ পৰিমাণ, আঠ দোন a maund, 80 pounds.

**মোনা** বি. সৰু জোলোঙা a small bag.

**মোপাচা** বি. ফ্ৰান্স দেশীয় ঔপন্যাসিক আৰু চুটি গল্প লিখক Maupassant.

**মোমাই** বি. আইৰ ভাই বা ককাই a maternal uncle. **মোমাশহুৰ** বি. স্বামী বা ভাৰ্য্যাৰ মোমায়েক।

**মোমাই তামূলী-বৰ বৰুৱা** বি. লাচিত বৰফুকনৰ পিতৃ।

**মোমাই কটাগড়** বি. মোগলক বাধা দিবৰ কাৰণে মোমাইয়েকক বধ কৰি একে ৰাতিৰ ভিতৰতে নিৰ্ম্মাণ কৰা গড়। লাচিত বৰফুকনে এই গড় নিৰ্ম্মাণ কৰিছিল আৰু ইয়াৰ সহায়তেই মোগল সৈন্যক শৰাইঘাটৰ যুদ্ধত লাচিতে পৰাজয় কৰিছিল।

**মোৰ** বি. এবিধ শৌচ-বাঁতি হোৱা ৰোগ diarrhoea.

**মোৰ** বি. মেৰাই থোৱা সূতাৰ মূৰ, আঁত the end of a ball of thread, যাকোৰে তাঁতত এবাৰ বোৱা সূতা। **মোৰ ধৰ, মোৰ পা** আঁতি গুৰি ধৰ। **মোৰ বোল** গ্ৰহণ কৰ। **মোৰ মাৰ** যাকোৰে তাঁতত সূতা ব। **মোৰ হেৰা** আঁত হেৰা, উপায় হেৰা, বিবুদ্ধি হ। **মোৰে ধৰ** মোৰ ৰোগ হোৱা।

**মোৰোকনি** বি. সোঁতৰ বেগত হোৱা পানীৰ পকনিয়া, চাকনৈয়া a whirlpool.

**মোল** বি. মূল্য, গুণৰ আদৰ value, worth.

**মোলা** সক. ধা. মূল্য ঠিক কৰ, দৰা to settle the price of, পাইকতে কিন to buy wholesale.

**মোলাকাত** বি. সাক্ষাৎ, দেখা কৰা meeting, interview.

**মোলাম** বি. পদুমৰ মূল the soft and white part of the root of the lotus. **মোলাম পৰ** মলি হ to be dirty.

**মোলায়েম** বিণ. কোমল, মৃদু tender.

**মোল্লা** বি. মুচলমানৰ পুৰোহিত বা শিক্ষক a Muslim priest or teacher.

**মোৱা, মোৱা আলু** বি. এবিধ সোৱাদ আলু a kind of sweet yam.

**মোৱা, মোৱা মাছ** বি. এবিধ সৰু মাছ a kind of small fish.

**মোৱা মৰীয়া** বি. মোৱা মৰা সত্ৰৰ শিষ্য হোৱা এজাতি আদিবাসী মানুহ, মটক, মৰাণ।

**মোৱাৰ মৰ** অক. ধা. ভিকাচন ভাগ, উপায় বা লাভৰ মূল নষ্ট হ to be lost, as the means or resource of something. সক. ধা. **মোৱাৰ মাৰ**।

**মোৱাৰী** বি. মোহৰ মৰা, সাঁচত মৰা coined, as gold or silver.

**মোষ** (পু. অ.) সক. ধা. খণ্ড খণ্ড কৰ, নষ্ট কৰ to destroy.

**মোহ** বি. মৰম, চেনেহ affection, আকাঙ্ক্ষা, লোভ avarice, মোহিত হোৱা fascination, অচেতন, মূৰ্চ্ছা fainting, swoon, মিছাক সঁচা বা লোহোৰাত হোৱা বোধ, মায়াৰ পৰা হোৱা ভ্ৰান্তি illusion, delusion. **মোহ যা** মোহিত হ, মুগ্ধ হ। **মোহ কৰ** লোভ কৰ। **মোহ লগা** মোহিত কৰা, দেখিবলৈ ধুনীয়া, সুন্দৰ। সক. ধা. **মোহ** মুগ্ধ কৰ, বশ কৰ to captivate, মিছাক সঁচা জ্ঞান কৰ to fascinate. বিণ. **মোহিত**। **মোহনিদ্ৰা** মায়া বা অজ্ঞান ৰূপ নিদ্ৰা। **মোহ-ঘ** অসাৰ্থক মোহ।

**মোহন** বি. বিমুগ্ধ কৰণ, সম্মোহন act of fascinating, সংসাৰত নিমগ্ন বা লিপ্ত কৰণ। বি. কৃষ্ণৰ এটা নাম। বিণ. মুগ্ধ কৰা। **মোহন ভোগ** বি. এবিধ মিঠাই a kind of sweet.

**মোহনী, মোহনী বাণ** বি. মনত ভ্ৰম জন্মাই তিৰোতাত বা পুৰুষত আসক্ত কৰা মন্ত্ৰ a charm or spell to excite love. শত্ৰুক বশ কৰা মন্ত্ৰ। **মোহিনী** সুন্দৰী। **মোহিনী ভাং** এবিধ বৰ বাগিয়াল বিদেশী ভাং।

**মোহৰ** বি. ছাপ a seal, সাঁচত মৰা এতোলা সোণ a gold coin. ক্রি. **মোহৰত** ব্যৱসায়ীৰ নতুন খাটা আৰম্ভ। **মোহৰ মাৰ** ছাপ মাৰ, সাঁচত মাৰ।

**মোহৰানা** বি. মুচলমান স্বামীয়ে বিয়াৰ সময়ত ঘৈণীয়েকক দিবলৈ প্ৰতিজ্ঞা কৰা ধন বা সম্পত্তি।

**মোহনা** বি. নৈৰ মুখ mouth of a river.

**মোহাৰ** সক. ধা. হাত বা ভৰিৰে মৰ্দ্দন কৰ বা পিহ to crush with the hand or foot, মাজ to rub, চেপ to squeeze. বি. **মোহাৰ, মোহোৰা**। সক. ধা. **মোহাৰ মাৰ**।

**মোহি** ( পু. অ. ) মোক me.

**মোহিত** বিণ. ভ্ৰান্ত হোৱা, মিছাত সঁচা জ্ঞান কৰা charmed, deceived.

**মোহিনী** বি. মুগ্ধকাৰিণী, মন মুহিব পৰা স্ত্ৰী. অতি সুন্দৰী a charming woman.

**মোহোৰা** বি. মৰ্দ্দন, হাতেৰে পিহন। ক্ৰি. **মোহোৰা মাৰ**।

**মোহে** ( পু. অ. ) মোক, মোৰ। **মোহৰা** মোৰ।

**মোহমান** মোহ প্ৰাপ্ত, অভিভূত, কাতৰ।

**মোক্ষ** বি. পৰম গতি, নিৰ্ব্বাণ, মুক্তি final beatitude. **মোক্ষ ধাম** মুক্তি স্থান, পৰম পদ পোৱা ঠাই। **মোক্ষ-প্ৰাপক** যাৰ দ্বাৰা মুক্তি লাভ হয়। **মোক্ষণ** মুক্তি। **মোক্ষদা** বিণ. মুক্তিপ্ৰদ।

**মৌ** বি. মৌ জোল, মধু, মাখিয়ে গোটোৱা ফুলৰ ৰস honey. **মৌ-কুঁৱৰী** মৌ-বাহত থকা ডাঙৰ মাইকী মৌমাখি the queen bee. **মৌ কোঁহ** বহৰা, মৌ-চাকৰ মৌথকা ভাগ a honey-comb.

**মৌকা** অৱসৰ, সুযোগ chance.

**মৌক্তিক** বিণ. মুকুতা লগোৱা, মুকুতাৰ সন কৰা set or inlaid with pearls.

**মৌখাপ** বি. এবিধ চিলনী জাতিৰ চৰাই the buzzard.

**মৌখিক** বিণ. মুখে মুখে কোৱা, নিলিখা, কথ্য oral, colloquial, বাচনিক verbal. **মৌখিক অঙ্ক** নিলিখাকৈ মনতে কৰা অঙ্ক mental arithmetic.

**মৌ-গুটি** বি. ফুলৰ মৌ-গটোৱা মাখি। **মৌ-চাক** মৌবাহ a bee-hive. **মৌ-চেপা** ধাৰ নিছিগা, ছেদ-ভেদ নোহোৱা incessant, as rain.

**মৌচুমী** বৰ্ষাকালীন।

**মৌচুমী-বতাহ** বৰ্ষাকালত প্ৰবাহিত জলীয় বাষ্পপূৰ্ণ বতাহ।

**মৌজ** বি. সমূহ, মানুহৰ জুম a multitude of people.

**মৌজ** বি. ৰাগিত ভোল হৈ থকা অৱস্থা stupor from intoxicating things.

**মৌজা** বি. ৰাজহ তোলাৰ সুবিধাৰ কাৰণে এজন বিষয়াৰ তলত দিয়া একখণ্ড দেশ, এজন মৌজাদাৰৰ অধীনৰ গাওঁসমূহ a division of a district in Assam in charge of a fiscal officer called a Mauzadar. **মৌজাদাৰ** মৌজাৰ খাজনা তোলা বিষয়া।

**মৌজুলীয়া** বিণ. মৌ জোলৰ বৰণ

of amber colour, মৌ-জোলৰ নিচিনা like honey.

**মৌ-জোল** বি. মধু, মৌ-ৰস honey. মৌ-জোলোণ্ডা মৌ গুটিৰ পেটত থকা মৌৰ ভঁৰাল। মৌ-ডিমৰু বি. এজাতি ডিমৰু a kind of fig.

**মৌদ্গল্য** বি. এটা গোত্ৰৰ নাম name of a gotra.

**মৌন** বিণ. নীৰৱ, নিমাত, কথা নোকোৱা silent, speechless. মৌনব্ৰত বি. ধৰ্ম্ম বা পুণ্যৰ নিমিত্তে কথা নকবলৈ এৰা কাৰ্য্য the vow of silence. মৌনতা বি. কথা কবলৈ এৰা কাৰ্য্য, নিমাত হৈ থকা অৱস্থা। মৌনী মৌনব্ৰতী। মৌনে ক্ৰি. বিণ. নীৰবে, নমতাকৈ in silence, silently.

**মৌ-পিয়া** বি. ফুলৰ মৌ-খোৱা সৰু চৰাই the honey-sucker bird. মৌ-বাহ মৌ-চাক a bee-hive. মৌ-বিচনী বি. মৌ-চাকৰ দাঁতিত চেপেটা, ঘূৰণীয়া বিচনীৰ নিচিনা ওলমি থকা ভাগ the outer edge of the honey comb. মৌ-মাখি বি. মৌ গুটি a honey-bee.

**মৌৰুচী** বি. পুৰুষানুক্ৰমে থকা, চিৰকাল ভোগদখল পোৱা hereditary, permanent.

**মৌৰ্য্য** বি. চন্দ্ৰগুপ্ত আৰু তেওঁৰ প্ৰৱৰ্ত্তিত এটা ৰাজবংশ।

**মৌল** মূল সম্বন্ধীয়।

**মৌলবী** বি. মুচলমান অধ্যাপক a learned Mahommedan.

**মৌলানা** বি. ডাঙৰ মুচলমান পণ্ডিতৰ উপাধি a title of a mahommedan scholar.

**মৌলি** বি. শিখা, চূড়া, মুকুট।

**মৌলিক** বিণ. মূল সম্বন্ধীয়, আদি original.

**মৌৱা** বি. মৌ-মাখিৰ দৰে আৰু পাতি শস্যত পৰি তাক নষ্ট কৰা সৰু সৰু পোক a kind of small insects destroying crops. মৌৱা নাম উখহি ওলমি পৰ to hang down as a swelling.

**মৌ-সৰাজি** বি. এবিধ পানীত গজা বন a kind of aquatic grass.

**মৌ-সিজা** বি. মৌ-জোল চেপি উলিওৱাৰ পাছত বাকী থকা তেলৰ হালধীয়াগুণ থকা গোট মৰা গেদ bee-wax, এবিধ ওখ ডাঙৰ বনৰীয়া গছ।

**ম্ৰিয়মান** বিণ. মৰাৰ তুল্য, মৰাৰ নিচিনা moribund.

**ম্যাদ** বি. 'মিয়াদ' চোৱা। ম্যাদী 'মিয়াদী' চোৱা।

**ম্লান** বিণ. মলিন, বিমৰ্ষ, আনন্দহীন morose, sad, cheerless.

**ম্লেচ্ছ** বি. অহিন্দু, হিন্দু ধৰ্ম্মৰ বাহিৰৰ মানুহ a non-Hindu. ম্লেচ্ছাচাৰ বি. অহিন্দু আচৰণ। বিণ. ম্লেচ্ছাচাৰী। স্ত্ৰী. ম্লেচ্ছাচাৰিণী।

—•—

## য

**য** অসমীয়া বৰ্ণমালাৰ ২৬ সংখ্যাৰ ব্যঞ্জন আখৰ। ই কোনো শব্দৰ মাজত বা শেষত থাকিলে প্ৰায় 'ইয়' এনেকৈ উচ্চাৰিত হয় the twentysixth letter of the consonants.

**যঁজা** বিণ. একেলগে গাত গা লাগি ওপজা বা উৎপন্ন হোৱা born or produced in an united condition.

**যঁতৰ** বি. অসম দেশৰ সূতা কটা যতন a spinning wheel.

**যঁতৰি** বি. মহুৰা পকোৱা সৰু যঁতৰ a small wheel. **যঁতৰি-ফেঁটী** বি. এজাতি ফেটী সাপ।

**যকৃত** বি. ৰোগৰ দ্বাৰা বৃদ্ধি পোৱা আগমঙহ a diseased liver.

**যখ** বি. পুতি থোৱা ধন লোপত লগা ভূত, কিৰ্পিণ মানুহ। স্ত্ৰী. **যখিনী**।

**যখিণী থুই** বি. কোনো গছৰ পাতত পৰি থকা থুইৰ দৰে বগা ফেন।

**য'খাৰ** বি. গৰু মূতৰ পৰা কৰা এবিধ খাৰ, তাক কলাই খাৰ আৰু দৰৱত দিয়া যায় saltpetre. বিণ. য'খৰীয়া।

**যচা** সক. ধা. খোজা, আনৰ দ্বাৰাই পাবলৈ প্ৰাৰ্থনা কৰা to cause to beg. অক. ধা. অনিচ্ছাৰে দি বা কৰ to do or give unwil-lingly.

**যজ** সক. ধা. পূজা কৰ, আৰাধনা কৰ to worship. বি. **যজন** পূজা কৰা কাৰ্য্য। **যজমান** বি. পুৰোহিতৰ দ্বাৰাই পূজা, শ্ৰাদ্ধ আদি কৰাওঁতা।

**যজমানী** বিণ. পুৰোহিতালি, পূজা পাতল কৰা, officiating as a priest.

**যজুৰ্ব্বেদ** বি. চাৰিবেদৰ এক বেদ, ইয়াৰ দুভাগ—এভাগৰ নাম বাজসনেয় বা শুক্ল যজুৰ্ব্বেদ আৰু আনভাগৰ নাম তৈত্তিৰীয় বা কৃষ্ণ যজুৰ্ব্বেদ। বিণ. **যজুৰ্ব্বেদী** যজুৰ্ব্বেদৰ মতে চলা।

**যজ্ঞ** বি. দেৱতাৰ উদ্দেশে বলি নৈবেদ্য দি কৰা পূজা, যাগ, হোম a worship with offerings, a sacrifice. বিণ. **যজ্ঞীয়**। **যজ্ঞ ডিমক** এবিধ ডিমক। **যজ্ঞকুণ্ড** হোমৰ জুই ধৰা গাঁত। **যজ্ঞপতি, যজ্ঞপুৰুষ, যজ্ঞেশ্বৰ** যজ্ঞৰ গৰাকী, বিষ্ণু। **যজ্ঞসূত্ৰ, যজ্ঞোপৱীত** উপবীত, লগুণ the sacred thread. **যজ্ঞবেদী** হোম কৰা ভেঁটা। **যজ্ঞ শালা** যজ্ঞ কৰা ঠাই।

**যঠা** বি. হাতী-মাউতে ব্যৱহাৰ কৰা এমূৰে লোৰ কাঁইট লগোৱা হাতী-খোঁচা মাৰি an iron pointed goad for elephant.

**য'ত** (স্থান. সৰ্ব্ব.) যি ঠাইত where.

**যত্কিঞ্চিত, যৎসামান্য** বিণ. অলপমান small in quantity.

**যত্‌কুটৰথাই** সকলো অনিষ্টৰ মূল বা গৰাকী, a root.

**যত্‌পৰোনাস্তি** বিণ. খুব বেছি, অতিশয় utmost, highest.

**যত, যতেক, যতক,** যিমান, যতেক, যি পৰিমাণ as much as, as many as.

**য'ত ত'ত** ক্ৰি. বিণ. যেই সেই ঠাইত, কোনো এঠাইত anywhere, somewhere.

**যতক** বি. বিয়াৰ সময়ত কন্যাৰ লগে লগে আলধৰি ফুৰা তিৰোতা a female attendant on a bride.

**যতন্** বি. যন্ত্ৰ, কল, সঁজুলি an apparatus, a machine or contrivance.

**যতন** বি. চেষ্টা, উদ্যোগ, কাৰবাৰ exertion, effort, endeavour. বিণ. প্ৰস্তুত, সাজু ready, prepared.

**যতনো** ক্ৰি. বিণ. যিমান হ, অধিক পৰিমাণে excessively, abundantly.

**যতয়ে** বিণ. যিমান আছে সমুদায়।

**যতা, যতনা** সক. ধা. যুগুত কৰ, সাজু কৰ to make ready, to prepare. বিণ. যতোৱা।

**যতি, যতী** বি. ইন্দ্ৰিয় দমন কৰা জ্ঞানী মানুহ, মুনি, সন্ন্যাসী a sage. পঢ়াৰ মাজত ৰখৰে দিয়া চিন a mark of punctuation.

**যতিপাত, যতি-ভঙ্গ** যথাস্থানত যতি নথকা হেতু হোৱা ছন্দৰ দোষ।

**য'তে ত'তে** ক্ৰি. বিণ, যেই সেই ঠাইতে anywhere and everywhere.

**য'তে বাতি ত'তে কাতি** বি. থকা ঠাইৰ নিশ্চয়তা নোহোৱা।

**যত্ন** বি. চেষ্টা, পৰিশ্ৰম effort, exertion, শুশ্ৰূষা, সাৱধান attendance, care. **যত্নপূৰ্ব্বক** যত্নেৰে, সাৱধানে carefully, attentively. **যত্নৱন্ত, যত্নৱান** উদ্যোগী, যত্নশীল, পৰিশ্ৰমী active, diligent. **যত্নশীল** যত্নবান।

**যত্ৰ** সৰ্ব্ব. যি ঠাইত, যি বিষয়ত, where.

**যত্ৰ-তত্ৰ** ক্ৰি. বিণ. য'তে ত'তে any where and every where.

**যথা** (অব্যয়.) যেনে, যি প্ৰকাৰে as, for instance, (সৰ্ব্বনাম) যি ঠাই where. **যথা কথঞ্চিতৰূপে** যি কোনো প্ৰকাৰে। **যথাক্ৰমে** ক্ৰমান্বয়ে, ক্ৰম অনুসাৰে। **যথা তথা** য'ত ত'ত। **যথা তথাৰূপে** যেনে তেনে প্ৰকাৰে, কোনো প্ৰকাৰে, কোনো মতে। **যথা দৃষ্টং তথা লিখিতং** হুবহু নকল কৰা। **যথাযোগ্য** যাৰ যি উপযুক্ত, যোগ্যতা, অনুসৰি। ক্ৰি. বিণ. যথাযোগ্যৰূপে।

**যথাৰ্থ** বিণ. প্ৰকৃত, সঁচা real. বি. **যথাৰ্থতা**। **যথাৰ্থবাদ** বাস্তৱবাদ realism. ক্ৰি. বিণ. **যথাৰ্থ ৰূপে**

সঁচাকৈ, আচলতে in truth, in reality.

**যথাপূৰ্ব্ব** আগৰ নিচিনা।

**যথাবিধি** ক্রি. বিণ. বিধি বা নিয়ম অনুসৰি according to rule or law. **যথাবিহিত** যথোচিত as is proper. **যথালাভ** যিমান পোৱা যায় সিমান। **যথারম্ভ** যথাবিধি। **যথাশক্তি, যথাসাধ্য** সাধ্য বা শক্তিৰে জোৰে মানে, সাধ্য মানে। **যথাযথ** পূৰ্ব্ববৎ। **যথাযোগ্য** যোগ্যতা অনুসৰি। **যথাসৰ্ব্বস্ব** সমুদায় ধনসম্পত্তি all that one possesses. **যথাস্থান** নিৰ্দ্দিষ্ট বা উপযুক্ত ঠাই। **যথেচ্ছ** ইচ্ছানুযায়ী। **যথেচ্ছাচাৰ** স্বেচ্ছাচাৰ। বিণ. **যথেচ্ছাচাৰী**।

**যথেষ্ট** বিণ. কাৰো ইচ্ছামতে হোৱা, প্রচুৰ, যিমান লাগে সিমান enough, sufficient.

**যথোচিত** যেনে উচিত তেনে proper or right.

**যদি** (অব্যয়.) আশঙ্কাবোধক অব্যয়, এনে হলে if, if it be so. **যদিও, যদিচ** যদ্যপি, এনে হলেও although, though. **যদিস্যাত** যদি এনে হয় if it be so.

**যদু** বি. যদুবংশৰ এজন পূৰ্ব্ব পুৰুষ আৰু ৰজা, কৃষ্ণৰ পূৰ্ব্ব-পুৰুষ the name of a lunar king and ancestor of Krishna. **যদুকুল প্রদীপ, যদুনাথ, যদুপতি, যদুনাথ** যদুবংশৰ গৰাকী কৃষ্ণ। **যদুবংশ** যদুৰজাৰ সন্তান সন্ততি কৃষ্ণ আদি। **যদুবংশী** যদুবংশত জন্মা। **যদুমণি, যদুৰায়** যদুবংশৰ ৰত্ন, কৃষ্ণ।

**যদুমণি** বি. 'শিয়াল গলা' চোৰা।

**যদৃচ্ছা** নিজ ইচ্ছা, অনায়াস, chance.

**যদ্যপি** (অব্যয়) যদি, যদিও if, though.

**য'ধান** বি. যৱ, এবিধ শস্য barley.

**য'নী** বি. এবিধ সুগন্ধি মচলাৰ গছ আৰু তাৰ গুটি a kind of plant and its seed. বিণ. **য'নীয়** য'নীৰ দৰে গন্ধোৱা।

**যন্ত্ৰ** বি. কল, যতন, সঁজুলি an instrument, an apparatus, an engine, বাদ্য musical instrument.

**যন্ত্ৰ-তন্ত্ৰ, যন্ত্ৰ-পাতি** যন্ত্ৰ আৰু অন্যান্য সৰঞ্জাম।

**যন্ত্ৰবিৎ** বি. যন্ত্ৰৰ অভিজ্ঞ engineer. **যন্ত্ৰ বিদ্যা** যন্ত্ৰৰ গঠন আৰু প্রয়োগ সম্বন্ধীয় বিদ্যা mechanics.

**যন্ত্ৰ-শালা** য'ত যন্ত্ৰৰ দ্বাৰা কাম কৰা হয়।

**যন্ত্ৰশিল্পী** যি শিল্পীয়ে যন্ত্ৰৰ দ্বাৰা বস্তু নিৰ্ম্মাণ কৰে।

**যন্ত্ৰণা** বি. যাতনা, পীড়া, বেদনা, কষ্ট pain, suffering, affliction.

**যন্ত্ৰী** বি. যন্ত্ৰ চলাওঁতা. যন্ত্ৰবিশাৰদ an engineer, a mechanic.

**যবহ** ( পু. অ. ) যদি, যদ্যপি।

**যম** বি. যি জীবৰ মৃত্যু ঘটায় the Indian Pluto. **যমৰ দক্ষিণ দুৱাৰ** দুৰ্ঘোৰ শাস্তি। **যমদুত** যম ৰজাৰ টেকেলা। **যমপুৰি** যম ৰজাৰ নগৰ। **যমযাতনা** যমৰ নগৰত দিয়া শাস্তি, দুৰ্ঘোৰ শাস্তি agonies of death. **যমৰজা** পাপীৰ শাস্তি দিয়া গৰাকী the regent of death. **যমলাখুটি** এবিধ ক্ষুদ্ৰ জাক পোন গছ।

**যমক** বি. একোটা শব্দেৰে বেলেগ অৰ্থ বুজাই কৰা ৰচনা a kind of alliteration.

**যমকাল** বি. যমৰ নিচিনা ভয়াবহ, ডাঙৰ শত্ৰু great enemy.

**যম কিঙ্কৰ** বি. মৃত্যুৰ অধিপতি ৰজা যমৰ দাস যম ৰজাৰ দূত বা টেকেলা, a messenger of yama, the god of death.

**যমজ** বি. একে গৰ্ভত একে সময়তে জন্মা দুটা সন্তান twins.

**যম ডাকিনী** বি. এবিধ চৰাই, সাধাৰণতে ই ৰাতি মাতে, যাৰ মাটিত থকা গছত পৰি এই চৰাই মাতে, সেই মানুহ যমৰ কাৰোবাৰ মৃত্যু হয় বুলি বিশ্বাস কৰা হয়।

**যমদগ্নি** বি. পৰশুৰামৰ বাপেক।

**যমদণ্ড** বি. যম ৰজাৰ ভয়ানক লাঠি।

**যমল** বিণ. যুগল, সক কালতে কৃষ্ণই বৃন্দাবনত উভালি পেলোৱা ৰঁজা অৰ্জুন গছ।

**যমৰ-যন্ত্ৰণা** যমৰ যাতনা চোৱা।

**যমলাৰ্জুন** বি. কৃষ্ণই উভালি পেলোৱা দুজোপা অৰ্জুন গছ।

**যমালয়** বি. যমপুৰী।

**যমুনা** বি. বৃন্দাবনৰ মাজেৰে বৈ থকা এখন নৈ the river Jamuna.

**যযাতি** বি. চন্দ্ৰবংশৰ পঞ্চম ৰজা, যদুৰ বাপেক।

**য'ৰ** ( সৰ্ব্বনাম ). যি ঠাইত of which place. **য'ৰ পৰা** যি ঠাইৰ পৰা from which place. **য'লৈ** ক্ৰি. বিণ. যি ঠাইলৈ to which place.

**যৱ** বি. য'ধান, কৃষ্ণৰ ভৰিৰ তলুৱাত থকা য'ধানৰ চিন।

**যৱদ্বীপ** বি. ভাৰত মহা-সাগৰৰ মাজত থকা দ্বীপ বিশেষ Java.

**যৱন** প্ৰাচীন গ্ৰীক জাতি, জাতিভেদ নমনা বিদেশী ম্লেচ্ছ। স্ত্ৰী. **যৱনী**।

**যৱনাণী** যৱন জাতিৰ লিপিসমূহ।

**যৱনিকা** বি. আঁৰ কাপোৰ, পৰ্দা a screen, a drop scene.

**যৱক্ষাৰ** বি. য'খাৰ। **যৱক্ষাৰ জান** য'খাৰৰ পৰা হোৱা বায়ুৰ নিচিনা এবিধ পদাৰ্থ nitrogen. **যৱক্ষাৰ দ্ৰাৱক**, **যৱক্ষাৰাম্ল** বি. য'খাৰৰ পৰা উৎপন্ন টেঙা ৰস বিশেষ nitric acid.

**যশ** বি. যশস্যা, সুখ্যাতি, কীৰ্ত্তি fame, renown, **যশস্কৰ** বিণ. সুনাম বঢ়োৱা glorifying. **যশস্ত** যশস্কৰ, খ্যাতিজনক। **যশস্কাম** যশ

প্ৰাৰ্থী। যশস্তা যশ। যশস্বত, যশস্বান যশবী, যশস্তা থকা। স্ত্ৰী. যশস্বতী। যশস্বী বিণ. যশস্তাশালী famous. স্ত্ৰী. যশস্বিনী।

যশোদা, যশোমতী বি. কৃষ্ণৰ তোলনীয়া মাক, নন্দৰ ভাৰ্য্যা the foster-mother of Krishna.

যশোধৰা বি. গৌতম বুদ্ধৰ পত্নী।

যষ্টি বি. লাঠি, লাখুটি।

যষ্টিমধু বি. এবিধ গছৰ মিঠা শিপা licorice.

যহ 'যশ' চোৱা।

যহন্ত (অব্যয়), কাৰণে, গুণত (যি ফল হব লাগে তাৰ বিপৰীত হোৱা বুজায়) in consequence, in spite of.

যহ্-তহ্, যহন-তহন বিণ. 'যেন-তেন' চোৱা।

যহা সক. ধা. যশস্যা কৰ to glorify.

যক্ষ বি. 'যখ' চোৱা। যক্ষৰাজ বি. কুবেৰ।

যক্ষ্মা বি. ক্ষয় বা খেহ ৰোগ consumption.

যা অক. ধা. গমন কৰ, গতি কৰ, স্থানান্তৰ হ to go. বি. যোৱা, যাওন। কৃদ. কৰ্ত্তা. যাওঁতা। বিণ. যোৱা গত হৈ যোৱা gone, past.

যা বি. স্বামীৰ সক নাইবা ডাঙৰ ভায়েকৰ ভাৰ্য্যা the wife of husband's elder or younger brother.

যাউতা বি. গৃহস্থৰ ঘৰত আহি বস্তু-বাহানি বেচা বেপাৰী a hawker.

যাউতি যুগীয়া বিণ. বহুকাললৈ থকা, যুগমীয়া very durable, বহুকলীয়া existing for a very long time.

যাওঁতা বি. যি যায় one who goes.

যাকি বি. ব'দ নোহোৱাত ধান শুকাবলৈ দিয়া যাগ বা জুইৰ তাপ। যাকি দি ধান শুকাবলৈ জুইৰ তাপ লগা।

যাকতাক বি. যেই সেই মানুহক anyone.

যাকেৰী, যাকৰ, যাকো (পু. অ.) যাৰ।

যাগ বি. যজ্ঞ, হোম a sacrifice, ফল পকাবলৈ বা মহ খেদাবলৈ খেৰ-জাবৰত জুই লগাই দিয়া ধোঁৱা fumigation. ক্ৰি. যাগ দি। যাগা (কথ্য ভাষা) ঠাই, স্থান।

যাচ সক. ধা. নোখোজাকৈ দিব খোজ to offer without being asked for. বি. যাচন। যাচক যি কোনো বস্তু যাচে one who offers a thing, মগনিয়াৰ a begger.

যাচনা, যাচ্ঞা বি. খোজন, ভিক্ষা কৰা কাৰ্য্য the act of begging or soliciting.

যাচাগুড়া বি. বাপেক-মাক মৰিলে ব্ৰত কৰি থকা মানুহক আত্মীয়-

যজনে যাচি দিয়া পিঠাগুৰি, ফলমূল আদি।

**যাজক** বি. পুৰোহিত, আনৰ কাৰণে পূজা কৰা বামুণ a priest. **যাজন** যাজকৰ কাৰ্য্য, পূজা হোম আদি কৰোৱা কাৰ্য্য।

**যাজ্ঞবল্ক্য** বি. স্মৃতি শাস্ত্ৰ কৰা এজন প্ৰাচীন মুনি।

**যাজ্ঞসেন** বি. দ্ৰোপদ ৰজা।

**যাজ্ঞসেনী** বি. দ্ৰৌপদী Draupadi.

**যাজ্ঞিক** বিণ. যজ্ঞ কৰা, যজ্ঞত লগোৱা। বি. যজ্ঞ কৰা বামুণ।

**যাঠি, যাঠী** বি. শূল a spear, a lance.

**যাঠি পতীয়া** বিণ. যাঠি পাতৰ নিচিনা।

**যাতনা** বি. যন্ত্ৰণা, পীড়া acute pain or suffering.

**যা-তা** যি ইচ্ছা তাকে, নতবা নিচিন্তাকৈ।

**যাতায়াত** বি. অহা-যোৱা কাৰ্য্য, গমনাগমন act of going and coming.

**যাতে তাতে** ক্ৰি. বিণ. যেই সেই মানুহত।

**যাতো, যাতোগুণে** (অব্যয়) যি হেতু, যি কাৰণে, যি গুণে, গতিকে as, for, as much as, because.

**যাত্ৰা** বি. গমন, ভ্ৰমণ, গতি travel, journey, কোনো ঠাইলৈ যাবলৈ কৰা উদ্যোগ the act of commencing a journey. যুদ্ধ বা তীৰ্থলৈ গমন movement of troops, pilgrimage, ভাওনা performance. **যাত্ৰাভঙ্গ** কোনো ঠাইলৈ যোৱাত ঘটা বাধা বা বিঘিনি, যাত্ৰানাশ। **জীৱন-যাত্ৰা** জীৱলীলা, প্ৰাণধাৰণ কাৰ্য্য। **মহাযাত্ৰা** মৃত্যু।

**যাত্ৰিক** বি. গতি কৰোঁতা, এঠাইৰ পৰা আন ঠাইলৈ গতি কৰোঁতা a traveller, a pilgrim.

**যাত্ৰী** বি. যাত্ৰাকাৰী, পথিক traveller, passenger, তীৰ্থলৈ যোৱা মানুহ a pilgrim. **বৰযাত্ৰী** দৰাৰ লগত যাওঁতা।

**যাদব** বি. যদুবংশীয় লোক, কৃষ্ণ। **যাদবৰায়** কৃষ্ণ।

**যাদু** বি. বাজী, ইন্দ্ৰজাল বিদ্যা ভেলেকী বিদ্যা magic, jugglery. **যাদুকৰ** বাজীকৰ, ভেলেকী বিদ্যা জনা লোক a magician, a juggler. বিণ. **যাদুকৰী** ইন্দ্ৰজাল কৰিব জনা।

**যাদুঘৰ** বি. পৃথিবীৰ নানা আচৰিত বস্তু থকা ঘৰ a museum.

**যাদুৰাম বৰুৱা** বি. প্ৰথম অসমীয়া ভাষাতত্ত্ববিদ্।

**যাদৃশ** বিণ. যেনে as, like. স্ত্ৰী. যাদৃশী।

**যান** বি. বাহন, যিহত মানুহে উঠি যায় a vehicle. **আকাশযান** বিমান। **জলযান** নাও। **বাষ্পযান**

বেল জাহাজ আদি বাষ্পচালিত যান।
যান্ত্রিক. বিণ. যন্ত্র সম্বন্ধীয়, যন্ত্র বিশাৰদ।
যাপ অক. ধা. কাল কটা। বি. যাপন কাল কটোৱা কাৰ্য্য passing.
যাম বি. এক প্ৰহৰ, তিনি ঘণ্টা।
যামল বি. এবিধ তন্ত্ৰ-শাস্ত্ৰ।
যামিনী বি. ৰাতি night.
যাযাবৰ বি. সন্ন্যাসী, যাৰ কোনো নিৰ্দ্দিষ্ট থকা ঠাই নাই, সপৰিবাৰে দেশে দেশে ঘুৰি ফুৰে। বিণ. সদায় ভ্ৰমণকাৰী।
যাৱত, যাৱতে ক্ৰি. বিণ. যি পৰ্য্যন্ত, যেতিয়ালৈকে as long as.
যাৱত চন্দ্ৰ-দিৱাকৰ চন্দ্ৰসূৰ্য্য থাকে মানে, সৃষ্টিৰ অন্তলৈকে eternally.
যাৱজ্জীৱন বি. চিৰজীৱন for life.
যাৱতীয় বিণ. সকলো, যিমান আছে সকলো।
যাৱনিক বিণ. মুচলমানী, ইংৰাজী, যৱনৰ ভাষাৰ পৰা উৎপন্ন pertaining to or used by a Mahommedan or Englishman.
যাৱক্ষাৰিক বি. যঁখাৰ সম্বন্ধীয়, যঁখাৰ থকা nitric.
যাৱে ক্ৰি. বিণ. যাৱত, যেতিয়ালৈকে।
যাস্ক বি. এজন ভাষ্যকাৰ।
যাহে (পু. অ.) সৰ্ব্ব. যাৰ।
যি সৰ্ব্ব. যি মানুহ that person.

যিমান বিণ. যি পৰিমাণ বা সংখ্যাৰ যতেক as much, as many. ক্ৰি. বিণ. যি পৰিমাণে, যি সংখ্যাৰে।
যিমূলা বাঢ়িব তাৰ দুপাততে চিন ভবিষ্যতে যি ভাল হব তাক সকতেই চিনি পোৱা।
যিশু বি. যিশুখ্ৰীষ্ট Jesus.
যিহকে-তিহকে, যিহকে পায় তিহকে ক্ৰি. বিণ. একো বাচ বিচাৰ নকৰাকৈ indiscriminately.
যুঁজ অক. ধা. যুদ্ধ কৰ, ৰণ কৰ, জোঁটাপুটি mutual fighting or struggling. যুঁজ বাগ বিবাদ fight.
যুঁজা সক. ধা. যুঁজ বা ৰণ লগা, মৰামৰি লগা, জোঁটাপুটি লগা to cause to fight, wrestle, খুন্দা লগা। যুঁজাৰু যি যুদ্ধ কৰে, যুঁজ কৰিবলৈ ভাল পোৱা a combatant, warlike.
যুকিয়া সক. ধা. শৃঙ্খলা কৰ, একেলগ কৰ to arrange, to collect, একেলগ কৰি বান্ধ to bundle.
যুক্ত বি. সংলগ্ন, মিলিত, লগোৱা joined, united, উচিত, যুগুত proper, right.
যুক্তি বি. যুগুতি, উচিত কথা propriety, দিহা, পৰামৰ্শ advice. কোনো তৰ্কৰ কাৰণ reason of an argument. যুক্তি কৰ যুগুত কৰি ৰাখ, আলোচনা কৰ to arrange, to consult.

যুক্তি মিঠে যুক্তিপূর্ণ। যুক্তি দিওঁতা পৰামৰ্শ দিওঁতা।

**যুক্তিমূলক, যুক্তিযুক্ত, যুক্তিসিদ্ধ** বিণ. উচিত, সঙ্গত reasonable, proper. যুক্তিসঙ্গত যুক্তিযুক্ত। যুক্তিহীন অযুগুত, অসঙ্গত।

**যুগ** বি. কালৰ এক প্ৰধান ভাগ an age, যুগল, এজোৰা a pair, বৰ দীঘল কাল a very long period of time. যুগধৰ্ম্ম কোনো যুগৰ প্ৰচলিত ধৰ্ম্ম বা আচৰণ আদি। যুগন্ধৰ বিণ. যুগ প্ৰবৰ্ত্তক।

**যুগপৎ** অব্য. একে সময়তে simultaneously.

**যুগমীয়া** বিণ. বহুকাল থকা very durable.

**যুগল** বি. এযোৰ, দুটা, যোৰা পাতি থকা a pair, remaining in a pair.

**যুগল্-পটল্** বি. ত্ৰিপদী ছন্দৰ লগত আৰু এক শাৰি পদ থকা এবিধ ছন্দ।

**যুগান্ত** বি. কোনো এক যুগৰ শেষ the end of an age, প্ৰলয়। যুগান্তৰ কাল পৰিবৰ্ত্তন, বেলেগ যুগ।

**যুগাৱতাৰ** বি. যুগ অনুসৰি অৱতাৰ manifestation.

**যুগী** বি. সাপ খেলি ধেমালী দেখুৱা মানুহ a snake-charmer, অসমৰ এজাতি মানুহ—আজিকালি তেওঁলোকে 'যোগী' বুলি পৰিচয় দিয়ে।

**যুগীয়া** বিণ. কোনো এটা যুগৰ, কোনো এক যুগ সম্পৰ্কীয় of a particular age, relating to a particular age.

**যুগুত** বিণ. সঙ্গত, যুক্তিযুক্ত, উচিত proper, reasonable, অনেক বস্তু গোটাই প্ৰস্তুত কৰা prepared, যুক্ত, লগলাগি থকা।

**যুগুতা** সক. ধা. প্ৰস্তুত কৰ, নিৰ্ম্মাণ কৰ to prepare, to make.

**যুগুতি** বি. যুক্তি, কাৰণ। বিণ. উচিত।

**যুগুতি** বি. যুগুত, যোগাৰ preparation or collection of proper things or means.

**যুগ্ম** বি. দুটা, যোৰ a couple, a pair. যুগ্ম-ৰাশি বি. বাকী নথকাকৈ দুই সংখ্যাৰে ভাগ কৰিব পৰা ৰাশি ২, ৪, ৬ আদি an even number.

**যুজন্তা** বি. যুঁজোতা, যোদ্ধা a fighter.

**যুটীয়া** বিণ. দুই বা তাতকৈ অধিক লোক যোগ থকা joint.

**যুত** বিণ. যুক্ত, সংযুক্ত।

**যুতক, যুতকীয়া** 'যৌতক' আৰু 'যৌতকীয়া' চোৱা।

**যুতি** বি. 'জোটনি' চোৱা।

**যুদ্ধ** বি. ৰণ, মৰামৰি war, fight. যুদ্ধ কাচে যুদ্ধ সাজেৰে। যুদ্ধক্ষেত্ৰ ৰণ কৰা ঠাই। যুদ্ধবিগ্ৰহ ৰণ, যুঁজ।

**যুদ্ধ-বিদ্যা** যুদ্ধ বিষয়ক শিক্ষা।

যুদ্ধ-যাত্ৰা অভিযান, যুদ্ধ কৰিবলৈ যোৱা।
যুদ্ধোত্তৰ যুদ্ধৰ পিছত postwar.
যুদ্ধাজিৎ ভৰতৰ মোমায়েক।
যুধ্যমান যি যুঁজ কৰি আছে।
যুধিষ্ঠিৰ বি. পাণ্ডৱৰ জ্যেষ্ঠ বা ডাঙৰ জন ভাই the eldest of the Pandavas.
যুযুৎসু বিণ. যুদ্ধ অভিলাষী, ৰণৰ কাৰণে ~ইচ্ছুক। যুযুৎসু বি. দুৰ্য্যোধনৰ এজন ভায়েকৰ নাম।
যুযুধান বি. সাত্যকী।
যুবীয়া বিণ. যোৰ পাতি থকা consisting of a couple or pair, বয়সত সমান equal in age.
যুবক বি. 'যুবা' চোৱা।
যুৱত বি. ডেকা মানুহ। স্ত্ৰী. যুৱতী। যুৱতকাল ডেকা কাল, যৌবন youth.
যুৱনাশ্ব সূৰ্য্যবংশীয় ৰজা এজনৰ নাম।
যুৱৰাজ বি. ৰজাৰ ডাঙৰ পুতেক, ডেকা ৰজা an heir apparent to a throne, a prince.
যুৱলি বি. হালবোৱাত এহাল গৰুৰ ডিঙিত দি হুইকো লগলগোৱা কাঠ a yoke, তৈ. বিলৰ পানী বামেৰে লগলগা ঠাই the edge of a river or lake.
যুৱা বি. ডেকা মানুহ a young man. বিণ. ডেকা full-grown. যুৱান বি. ডেকা a young man.
যুৱাই, যুৱায় অক. ধা. যোগ্য হয়।
যুনানী গ্ৰীচদেশীয়।
যুতি বি. এবিধ বগা সুগন্ধি সক ফুল আৰু তাৰ গছ a kind of Jasmine.
যূথ বি. পশুৰ জাক a flock, a herd. যূথপ, যূথপতি বি. জাকৰ প্ৰধানটো, বনবীয়া হাতীৰ জাকৰ খাই হাতী the leader of a herd of wild elephants. যূথে যূথে দলেদলে।
যূথ-ভ্ৰষ্ট দল এৰা, দলৰ পৰা আঁতৰি অহা।
যূথী বি. 'যুতি' চোৱা।
যূপ বি. যজ্ঞৰ জন্তু বন্ধা কাঠ, বিশেষকৈ বৃষোৎসৰ্গত ষাড় বন্ধা মূৰত ভতৰা গৰুৰ মূৰ্ত্তি থকা কাঠৰ খুঁটা a sacrificial post.
যেই-সেই (বিণ. সৰ্ব্ব.) কোনো এজন, কোনো এটা any one.
যেতিয়া ক্ৰি. বিণ. যি সময়ত, যি কালত when. (কা. সৰ্ব্ব.) যি সময়, যি কাল which time.
যেতিয়াই-তেতিয়াই ক্ৰি. বিণ. যেই সেই সময়তে, সময় অসময় একো বিচাৰ নকৰি in time and out of time.
যেতিকণে (পদ্যত) ক্ৰি. বিণ. যি ক্ষণত, যি সময়ত when.
যেতেক, যেতেকী সৰ্ব্ব. বিমান, যি পৰিমাণ as many, as much.
যে (অব্যয়) কোনো বাক্য বা বিষয়

উল্লেখ কৰিবলৈ নাইবা হেতু বুজাবলৈ ব্যৱহাৰ কৰা হয়।

**যেন** বিণ. তুল্য, নিচিনা like, ইচ্ছা বুজোৱা অব্যয় ( ভগৱান যেন তাক ৰক্ষা কৰে! ) a word expressing a wish, যেনে, যেনেকুৱা as desired.

**যেনতেন** বিণ. কোনো এক ৰকমৰ, কোনো ৰকমে কাম চলা tolerable, neither good nor bad. ক্রি. বিণ. **যেনতেনকৈ** কোনো প্ৰকাৰে, কষ্টেৰে, কথমপি।

**যেনি** ক্রি. বিণ. যি ফালে, যি ফালে in which direction.

**যেনুৱা, যেনে, যেনেকুৱা** বিণ. যি প্ৰকাৰৰ, যি বিধৰ as, like as, like, of which sort. ( অব্যয় ) যেনে, উদাহৰণ স্বৰূপে as for instance. ক্রি. বিণ. **যেনেকৈ, যেনেকুৱাকৈ**।

**যেৰে** ( পু. অ. ) ক্রি. বিণ. যদি if. **যেহি** ( পু. অ. ) বিণ. যি। **যেহেন** ( পু. অ. ) অব্যয়. যেনে, নিচিনা।

**যৈচন, যৈসন** ( পু. অ. ) ক্রি. বিণ. যেনেকৈ। **যৈসানি** ( পু. অ. ) ক্রি. বিণ. যেতিয়া। **যৈছন** ( ব্ৰজ. ) ক্রি. বিণ. যিৰূপে, যেনে। **যৈছে** (ব্ৰজ.) ক্রি. বিণ. যি প্ৰকাৰে, যিৰূপে।

**যো, যোহি** ( পু. অ. ) সৰ্ব্ব. যি জনা, যি লোক।

**যো** বি. উপায়, শক্তি, আয়োজন ability, means, preparations. যেতে, **যোকজৰী** বি. গৰুৰ ডিঙিৰে সৈতে যুৱলি বন্ধা জৰী the cord tying the neck of the plough-cattle to the yoke.

**যোকা** বি. একেডাল জৰীতে গি বা ওলমাই থোৱা বস্তুৰ সমূহ, জোটা a number or cluster of things strung from the same rope. ক্রি. বিণ. **যোকা-যোকে**।

**যোগ** বি. একত্ৰ কৰা কাৰ্য্য, লগ লগোৱা কাৰ্য্য act of uniting or joining together, দুই বা বেছি সংখ্যাৰ মুঠ উলিওৱা কাৰ্য্য addition, এক চিত্তে ঈশ্বৰৰ চিন্তা concentration of thought on God, কোনো বিশেষ মাহ আৰু বাৰত কোনো বিশেষ তিথি আৰু নক্ষত্ৰৰ মিলন a particular astronomical junction of stars and days, নিষ্কাম সাধনা ( কৰ্ম্মযোগ, জ্ঞানযোগ, ভক্তিযোগ ) যোগ্য।

**যোগ-চিহ্ন** বি. গণিতত দুটা বা বেছি অঙ্ক যোগ কৰা বুজোৱা চিন '+' the plus sign.

**যোগনিদ্ৰা** বি. মহাপ্ৰলয়ৰ পাছত বিষ্ণুৰ অনেক কাল চৌপনিত পৰি বা নিষ্কৰ্ম্মা হৈ নিজক ভাবি চিন্তি থকা অৱস্থা।

**যোগনিদ্ৰাৰ** বি. নিৰ্দ্দিষ্ট সময়ত বস্ত

গোটাই আনি দিওঁতা an appointed supplier.

যোগনীয়া, যোগোৱা বিণ. যোগনিয়াৰে আনি দিয়া supplied by an appointed supplier.

যোগফল সমষ্টি।

যোগ বশিষ্ঠ বি. যি গ্ৰন্থত বশিষ্ঠৰ উপদেশ বৰ্ণিত হৈছে।

যোগবল বি. যোগৰ অদ্ভুত শক্তি supernatural power of spiritual contemplation. যোগবাহী ঔষধ আদিৰ যোগ সাধক medium, সংযোগ ৰক্ষাকাৰী। যোগভঙ্গ যোগ-সাধন নষ্ট হোৱা। যোগভ্ৰষ্ট যোগ পৰিত্যাগ কৰা।

যোগমায়া বি. দুৰ্গা, মহামায়া Durga, যোগৰ অদ্ভুত শক্তি, অলৌকিক শক্তি supernatural power, সংসাৰ মায়া।

যোগ-ৰূঢ় যৌগিক বিশেষ অৰ্থ সূচক।

যোগশাস্ত্ৰ বি. পতঞ্জলি কৃত দৰ্শন শাস্ত্ৰ the Joga philosophy. যোগসিদ্ধি যোগৰ ফল, যোগীৰ আঠোটা শক্তি। যোগসিদ্ধ যোগৰ ফল পোৱা, কামনা সিদ্ধ হোৱা।

যোগাকৰ্ষণ বি. বস্তুৰ অণু সমূহৰ পৰস্পৰ আকৰ্ষণ।

যোগা সক. ধা. সংগ্ৰহ কৰি দে, গোটাই আন to collect, to supply, নিয়মমতে আৰু নিৰ্দ্দিষ্ট সময়ত বস্তু সংগ্ৰহ কৰি আনি দে to supply regularly. কৰ্ত্তা যোগাওঁতা। স্ত্ৰী. যোগাঁনী। বি. যোগান যোগোৱা কাৰ্য্য act of supplying.

যোগান বি. নিয়মমতে আৰু নিৰ্দ্দিষ্ট সময়ত বস্তু যোগোৱা কাৰ্য্য a regular supply of things, গোটাই আনি দিয়া কাৰ্য্য। ক্ৰি. যোগান ধৰ।

যোগাৰ বি. দৰকাৰী বস্তুৰ সংগ্ৰহ বা আয়োজন act of preparing, collecting or making ready.

যোগাযোগ বি. মিলন, ঐক্য, সম্বন্ধ।

যোগাৰূঢ় বিণ. আসক্তিহীন, মুক্ত।

যোগালি বি. কোনো কাম কৰোঁতাক সেই কামৰ কাৰণে আৱশ্যকীয় বস্তু যোগোৱা মানুহ an unskilled labourer employed to help a work.man doing any work.

যোগাসন বি. যোগ কৰিবৰ সময়ত বহা ধৰণ the sitting posture of a Jogi.

যোগিনী বি. যোগকৰা তিৰোতা a female Jogi, দুৰ্গাৰ লগত থকা পৰিচাৰিকা female attendant of Durga. যোগিনীতন্ত্ৰ যোগ তন্ত্ৰৰ আৰু কামৰূপৰ পুৰণি কথা থকা এখন সংস্কৃত পুথি।

যোগী বি. আন কৰ্ম্ম এৰি মনত ঈশ্বৰক ধিয়াই থকা মানুহ a

devout man always engaged in meditation.

যোগে ( অব্যয় ) দ্বাৰাই, 'মাৰ্ফত' অৰ্থত।

যোগেন্দ্ৰ, যোগেশ, যোগেশ্বৰ বি. মহাযোগী, কৃষ্ণ, শিৱ a great Jogi, Siva, Bishnu.

যোগ্য বিণ. উপযুক্ত fit, deserving. স্ত্ৰী. যোগ্যা। বি. যোগ্যতা। যোগোৱা বি. 'যোগনিয়াৰ' চোৱা।

যোগ্যানুক্ৰম বি. কোনো পদত এজনৰ পাছত তেওঁৰ পুত্ৰ নাইবা জ্যেষ্ঠ জন অধিকাৰ নহৈ উপযুক্ত এজন বাছি লোৱাৰ নিয়ম succession according to fitness.

যোজক বিণ. লগ লগোৱা, মিলোৱা joining, connecting. বি. যি ঠেক ঠায়ে দুখন ডাঙৰ বহল ঠাইক যোগ কৰে isthmus.

যোজন বি. যোৰা লগোৱা কাৰ্য্য, লগ লগোৱা কাৰ্য্য the act of joining, চাৰিক্ৰোশ ৮৷৯ মাইল।

যোজন গন্ধা বি. গন্ধ কলাই, ব্যাসদেৱৰ মাক সত্যবতী, সীতা।

যো-জা বি. আয়োজন, যো preparations, arrangements.

যোজিত বিণ. যোৰা লগোৱা, লগ লগোৱা joined, jointed.

যোজনা, যোজোনা বি. দৃষ্টান্ত, পটন্তৰ, উপমা a proverb.

যোজন-গন্ধা বি. স্ত্ৰী. কস্তুৰি musk, ব্যাসজননী সত্যবতী।

যোটক বি. মিলন, বৰ-কন্যাৰ ৰাশিৰ মিল।

যোড়া সক. ধা. যোগা, একত্ৰ কৰ, সংগ্ৰহ কৰ।

যোত বি. মাটি-সম্পত্তি landed property. যোতদাৰ মাটিৰ গৰাকী।

যোত্ৰ বি. ধন, সম্পত্তি property, wealth, উপায়, যুগুতি arrangement. যোত্ৰৱন্ত, যোত্ৰবান বিণ. ধন সম্পত্তি থকা rich, wealthy. যোত্ৰহীন বিণ. ধন নথকা poor. বি. যাৰ খাৱ ভজিবৰ উপায় নাই।

যোদ্ধা বি. যুদ্ধ কৰা মানুহ, বণুৱা a worrier, a combatant.

যোনি, যোনী বি. তিৰোতা মানুহৰ গুহ্য অঙ্গ the female organ, উৎপত্তিৰ স্থান, আকৰ source of origin, জন্ম birth. যোনিমুদ্ৰা বি. যোনিৰ চিন।

যোনো অব্যয়. কি জানি।

যোৰ বি. দুটা, যুগল a pair, a couple, সমান, সমান শক্তিৰ মানুহ equal state or power. যোৰ হ, যোৰ জ সমান হ to be equal. যোৰ খা ওৰ খা, মতা মাইকী সংযোগ হ ( চৰাই, পশু আদিত খাটে ) to copulate.

যোৰা বি. দৰা-কইনাৰ ৰাশি মিলন auspicious agreement of

the horoscopes of bride and bridegroom, গায়ন-বায়নৰ দল a band of musicians, দুটা বস্তুৰ একত্ৰ কৰণ, দুই এজন মানুহ some person or persons.

যোৰা আহ বাহি আহ, দৰা কইনাৰ ৰাশিৰ মিল হ।

যোৰাই দি কোনো সম্বন্ধ নথকা মানুহক আন কোনো মানুহেৰে কোনো এক সম্বন্ধ লগাই দি (বিশেষকৈ ঠাট্টা কৰাত)। যোৰা চা বিয়া দিব খোজা ল'ৰা আৰু ছোৱালীৰ ৰাশি মিলাই চা। যোৰা নাম বিয়াত দৰাঘৰীয়া আৰু কন্যা ঘৰীয়া তিৰোতাবিলাকে পৰস্পৰে নিন্দা কৰা গীত বা পদ।

যোৰা থোৰা হ মৃতপ্ৰায় হ to be almost dying.

যৌক্তিক যুক্তি মূলক।

যৌগিক বিণ. সংযোগ হৈ উৎপন্ন compound, প্ৰকৃতি প্ৰত্যয়ৰ যোগ হৈ গঠিত derivative.

যৌতক, যৌতুক বি. বিয়াত কন্যাক দিয়া ধন-বস্তু dowry, যৌতকীয়া বিণ. যতুকীয়া, যৌতকত দিয়া given as a dowry.

যৌথ বিণ. যুক্ত, মিলিত, যুটীয়া, বহু মানুহ লগ লাগি কৰা joint, in partnership.

যৌন বিণ. কাম বা স্ত্ৰী-পুৰুষৰ মিলন সম্বন্ধীয় sexual, যোনি সম্বন্ধীয়। যৌনপ্ৰবৃত্তি এটা প্ৰবৃত্তিৰ নাম।

যৌৱন বি. ডেকা কাল, যুৱাৰ অৱস্থা youth. স্ত্ৰী. যৌৱনী যুৱতী তিৰোতা a young woman.

যৌৱন কাল ডেকা বয়স youthfulness. যৌৱৰাজ্য যুৱৰাজৰ পদ।

যৌৱন-ৰঙা পূৰ্ণ যৌৱনা।

যৌৱনোচ্ছল যৌৱনৰ উচ্ছলতা।

—o—

# ৰ

ৰ ব্যঞ্জন বিলাকৰ একুৰি সাত সংখ্যাৰ আখৰ the twenty-seventh letter of the consonants.

ৰ ষষ্ঠী বিভক্তিৰ চিন। যেনে—'ৰামৰ পিতাক' 'যদুৰ ঘৰ' ইত্যাদি।

ৰ অক. ধা. থাক, গতি বন্ধ কৰ, বাকী বা বাচি থাক, বাট চাই থাক, সহ্য কৰি থাক, স্থিৰ থাক to stop, to halt, to remain as balance, to wait, to keep patience. ৰ দি, ৰ লাগ ৰৰকৈ ভবাৰ দৰে নিমাত হৈ থাক, আচৰিত হৈ চাই থাক।

ৰইনা বি. অৰ্দ্ধচন্দ্ৰাকৃতি এচলা তক্তা, তাত নাল লগাই বালি, গুটি ধান আদি চপোৱা হয়।

ৰং বি. আনন্দ, ধেমালি joy, pleasure sport.

ৰং বি. বৰণ colour, তাচ খেলত প্ৰাধান্য পোৱা তাচ the trump card.

ৰংঘৰ বি. ৰং ধেমালি কৰা ঘৰ, নাচ গান কৰা ঘৰ, ৰজা বা ডাঙৰ লোকে ৰংধেমালি কৰা আৰু তাত ৰহি বাহিৰৰ খেল-ধেমালি চোৱা ঘৰ a pleasure house.

ৰংচং বি. নানা বৰণৰ ধুন বা শোভা variegated or brilliant dress or splendour. বিণ. ৰংচঙীয়া showy, gaudy.

ৰংঢং বি. ৰংধেমালি, মৃগয়া আদি amusement, recreation.

ৰং তামচা বি. হাঁহি, স্ফূৰ্ত্তি, pleasure.

ৰং ৰূপ বি. আমোদ, ধেমালি play, joy, sport.

ৰকত (পত্ত) বিণ. ৰক্ত. ৰঙা red.

ৰকতি বি. আসক্তি, ৰতি।

ৰকম বি. ধৰণ, প্ৰকাৰ, বিধ sort, kind. ক্ৰি. বিণ. ৰকমে নিচিনাকৈ, প্ৰকাৰে, দৰে in the manner.

ৰক্ত বিণ. ৰঙা red, ৰঙা বৰণ red colour, তেজ blood. ৰক্তচন্দন ৰঙা চন্দন। ৰক্তপাত গাৰ তেজ ওলোৱা বা উলিওৱা কাৰ্য্য act of bleeding bloodshed. ৰক্ত-পান বি. তেজপান কৰা কাৰ্য্য, the act of drinking blood, ৰক্তপিত্ত নাক, মুখ নাইবা গুহ্যদ্বাৰেদি নাইবা কেৱল মুখেদি তেজ যোৱা এবিধ ৰোগ। ৰক্তবীজ দুৰ্গাই বধ কৰা এটা অসুৰ, তাৰ তেজ মতে পৰিছিল তাৰে পৰা আকৌ তাৰ উৎপত্তি হৈছিল a demon killed by Durga. ৰক্তময় তেজৰ নিচিনা blood-like, তেজেৰে ভৰা bloody. ৰক্ত শোষণ জোৰ জুলুম কৰি নাইবা অন্য উপায়েৰে নাইবা আইনৰ বলেৰে মানুহৰ টকা-পইচা, ধন সোপ হৰণ। ৰক্তস্ৰাৱ তেজ ওলোৱা বা বৈ যোৱা কাৰ্য্য discharge of blood, bleeding. ৰক্তাক্ত তেজেৰে তিতা, তেজ লাগি ৰঙা হোৱা। ৰক্তাভ ৰঙা বৰণ। ৰক্তাৰক্তি পৰস্পৰ ৰক্তপাত ৰক্তোৎপল ৰঙা পদুম the red lotus. ৰক্তিমা ৰঙা ৰং redness.

ৰখ্ সক. ধা. হানি বিঘিনিৰ পৰা ৰক্ষা কৰিবলৈ চাই থাক, সাৱধান ল to guard, to watch. কৰ্ত্তা, ৰখোঁতা। স্ত্ৰী. ৰখোঁতী।

ৰখা সক. ধা. আনৰ দ্বাৰাই ৰক্ষা কৰা বা সাৱধান লোৱা to cause to be guarded, গতি বন্ধ কৰ, যাবলৈ নিদি to stop. কৰ্ত্তা, ৰখাওঁতা। স্ত্ৰী. ৰখাওঁতী।

ৰখীয়া বি. ৰক্ষক a protector. ৰখীয়া দি ৰখীয়াৰ হতুৱাই সাৱধান লোৱাই থাক।

ৰগ বি. নাড়ী, শিৰ a vein, a nerve. ৰগত ধৰ কাৰো ভিতৰৰ মতাৱৰ কথা ক।

**বগব** বি. অতিশয় আনন্দিত হোৱা অৱস্থা elation, কৌতুক।

**বঘু** বি. এজন সূৰ্য্যবংশী ৰজা a solar king. **বঘুনন্দন** বঘুবংশৰ সন্তান, ৰাম Rama. **বঘুনাথ, বঘুপতি** বঘুবংশৰ শ্ৰেষ্ঠ লোক, ৰাম Rama. **বঘুবংশ** বঘু ৰজাৰ বংশ, সূৰ্য্যবংশ the solar race, কালিদাসে লিখা মহাকাব্য। **বঘুবৰ** বঘুনাথ।

**বঘুনাথ মহন্ত** বি. প্ৰাচীন অসমীয়া কবি, এওঁ অদ্ভুত ৰামায়ণ, শত্ৰুঞ্জয়, আক কথা-ৰামায়ণ আদি পুথি ৰচনা কৰে।

**বঘুৱৰা, বঘুমলা** বি. কোনো গছৰ গাতে শিপা মেলি বা মেৰাই জন্মা এবিধ লতা জাতীয় গছ a kind of parasitical plant.

**বঙচা** বি. অলপ ৰঙা বৰণ, অলপ ৰঙা চিন slight red, tinge. **বঙচীয়া, বঙচৰা** বিণ. ঈষৎ ৰঙা, অলপ ৰঙা বৰণীয়া reddish.

**বঙ্গ** বি. আনন্দ, কৌতুক, বং ধেমালি delight, pleasure. pastime, play, বৰণ colour. **বঙ্গভূমি** বং ধেমালি কৰা ঠাঁই, ব্যায়াম আদি দেখোৱা ঠাই, নাট্যশালা। **বঙ্গমঞ্চ** যি মঞ্চত অভিনয় হয় stage. **বঙ্গমন** আনন্দিত glad. **বঙ্গমনে** বঙেৰে gladly. **বঙ্গশালা বঙ্গশাল** গান বাদ্য কৰা ঘৰ। **বঙ্গস্থল** বি. "বঙ্গশালা" চোৱা।

**বঙ্গালয়** বি. নাট্যশালা, থিয়েটাৰ।

**বঙা** বিণ. তেজ বৰণীয়া red. বি. ৰঙা বৰণ, তেজৰ বৰণ red colour. **বঙা আলু** এবিধ কেঁচাই খোৱা আলু। **বঙা চন্দন** এবিধ চন্দন। **বঙা বচঙা** বং চং, নানা বৰণৰ, চিত্ৰ-বিচিত্ৰ। **বঙা লাউ** এবিধ সোৱাদ লাউ। **বঙালি** (স্ত্ৰী) বিণ. জ্যোতিৰ্ম্ময়, জুইৰ পোহৰ।

**বঙালী** (স্ত্ৰী) বিণ. বং বা আনন্দপূৰ্ণ, বঙিয়াল, ধেমেলীয়া joyful, merry, mirthful.

**বঙ্গিণী** বিণ. ধেমেলীয়া।

**বঙিয়াল** (স্ত্ৰি), **বঙুৱাল** (স্ত্ৰ) বিণ. আমোদী, আনন্দপূৰ্ণ বংলগোৱা sportive, cheerful, pleasing.

**বঙ্গীণ** বিণ. বং থকা।

**বঙ্গীলা** বি. ধেমালি ভাল পাওঁতা।

**বঙে চঙে** ক্ৰি. বিণ. কৌতুক কৰি, বং তামচা কৰি in pleasure.

**বচ্** সক. ধা. সাজ, প্ৰস্তুত কৰ to make, to construct, ৰচনা কৰ, লিখ to compose, to write. বি. **বচন**। বিণ. **বচিত**। কৰ্ত্তা. **বচক** ৰচনা কৰোঁতা, পদ্য বা গদ্য লিখোঁতা an author.

**বচকী** বি. গা সজাই বা ধুন্ মাৰি ফুৰা তিৰোতা a gaudy light-minded woman. বিণ. ধুন মাৰি ফুৰা, চঞ্চলা showy, light-minded.

**ৰচক্-পচক্** ধুন্ মাৰি গা দেখাই কৰা কাৰ্য্য।

**ৰচঙা** (দা) ৰং চং, চিত্ৰ বিচিত্ৰ showy.

**ৰচদ** বি. ৰোজ, দৈনিক সিধা ration.

**ৰচনা** বি. লেখা গদ্য বা পদ্য, প্ৰবন্ধ a literary composition, an essay, উৎসৱত গছৰ পাত, ফল, ফুল আদিৰে ঘৰ দুৱাৰত লগোৱা সাজ decoration on a festive occasion. **ৰচনা শৈলী** ৰচনা ৰীতি।

**ৰচয়িতা** বি ৰচক। স্ত্ৰী. **ৰচয়িত্ৰী**।

**ৰচা, ৰচি** বি. পগা, দৰধ, ডাঙৰ-দীঘল, ডোল বা জৰী, a rope.

**ৰচিত, ৰচিদ** বি. কোনো বস্তু পোৱাৰ লিখা প্ৰমাণ বা কাকত a receipt.

**ৰচু** বি. জেউতি, জিলিকিনি brightness, brilliance.

**ৰচুল** বি. ঈশ্বৰ প্ৰেৰিত পুৰুষ 'মহম্মদ ৰচুল' a prophet.

**ৰছা, ৰছী** বি. ডাঙৰ-দীঘল জৰী, জুলে a rope.

**ৰজ্** অক. ধা. উপযুক্ত হ, উচিত হ, শুৱা to befit, to be consistent with.

**ৰজ্,** ৰজ বি. ধূলি dust, ৰাজসিক গুণ, অহঙ্কাৰ আৰু সংসাৰৰ সুখ সম্ভোগৰ বাঞ্ছা জন্মোৱা গুণ।

**ৰজক** বি. ধোবা a washerman.

**ৰজত** বি. ৰূপ silver.

**ৰজন্‌জনা** বিণ. প্ৰখ্যাত, সকলোৱে জনা known to all, made public.

**ৰজনী** বি. ৰাতি night. **ৰজনীগন্ধা** ৰাতি বেছিকৈ গোন্ধ ওলোৱা এবিধ ফুল। **ৰজনী চৰ** নিশাচৰ। **ৰজনী নাথ, ৰজনী পতি** জোন, চন্দ্ৰ the moon. **ৰজনী কান্ত বৰদলৈ** বি. অসমীয়া উপন্যাস সম্ৰাট। এখেতে কেইবাখনো ঐতিহাসিক উপন্যাস ৰচনা কৰে।

**ৰজ, ৰজস্** বি. তিৰোতাৰ মাহেকীয়া স্ৰাৱ the monthly discharge of a woman, ৰজোগুণ।

**ৰজস্বলা** বিণ. মাহেকীয়া স্ৰাৱ হোৱা, ছুৱ নোৱৰা হোৱা having monthly course. বি. ছুৱ নোৱৰা হোৱা তিৰোতা a menstruous woman.

**ৰজা** বি. ৰজা, নৃপতি, দেশৰ গৰাকী a king.

**ৰজা** সক. ধা. উপযুক্ত কৰ, সদত কৰ to cause, to be suited to. **ৰজা শগুন** এজাতি শগুন the king vulture.

**ৰজিতা** বিণ. মিল, সঙ্গতি, জোখা জোখা হোৱা consistent, appropriate.

**ৰজোগুণ** বি. ৰাজসিক গুণ, সংসাৰ সুখৰ ইচ্ছা আৰু অহঙ্কাৰ আদি

উৎপন্ন কৰা গুণ। বিণ. ৰজো-গুণী।

**ৰজোদৰ্শন** বি. তিৰোতাৰ মাহে-কীয়া স্ৰাব হোৱা কাৰ্য্য। **ৰজো নিবৃত্তি** বি. তিৰোতাৰ ছুৱ নোৱাৰা বন্ধ হোৱা। **ৰজোবন্ধ** তিৰোতাৰ ছুৱ নোৱাৰা বন্ধ হোৱা ৰোগ dysmenorrhoea.

**ৰজ্জু** বি. ৰচী, জৰী।

**ৰঞ্জ** সক. ধা. ৰৰণ লগাই শোভিত কৰ, আনন্দিত কৰ, মোহিত কৰ to paint, to delight. **ৰঞ্জক** বিণ. আনন্দ দিয়া pleasing. **ৰঞ্জন** ৰৰণ লগাই শোভিত কৰা কাৰ্য্য the act of painting. আনন্দ বা সন্তোষ দিয়া কাৰ্য্য the act of pleasing, আনন্দ দিওঁতা। **ৰঞ্জন ৰশ্মি** বি. যি পোহৰৰ দ্বাৰা অস্বচ্ছ আৰু স্থূল বস্তুৰ ভিতৰ ভাগৰ বিষয়ে জানিব পাৰি, X-ray, Rontgen rays. **ৰঞ্জিকা, ৰঞ্জিণী** বি. আনন্দ দায়িনী। **ৰঞ্জিত** বিণ. ৰং বা ৰৰণৰ দ্বাৰা শোভিত, আনন্দিত, হৰ্ষিত delighted, pleased.

**ৰট্** অক. ধা. প্ৰকাশ কৰ, কৈ ফুৰ, ব্যক্ত কৰ to babble, to speak ill of, কাউৰীৰ দৰে মাত to caw as a crow. বি. **ৰটন**।

**ৰটনা, ৰটনি** দুৰ্নাম কৈ ফুৰা কাৰ্য্য, বদনাম ৰতি ফুৰা মানুহ speaking of one's ill-fame.

**ৰটন্তী** বি. মাঘৰ কৃষ্ণা চতুৰ্দ্দশী।

**ৰড়্** (পু. অ.) সক. ধা. মাত উচ্চাৰ।

**ৰণ** বি. যুদ্ধ war. **ৰণ-ঘোঁৰা** বি. বন্দুকৰ ঘোঁৰা the hammer or cock of a musket. **ৰণ-চালি** ৰণ কৰিবলৈ যোৱাৰ পূৰ্ব্বতে ধৰা চেও। **ৰণাজন** যুদ্ধক্ষেত্ৰ। **ৰণ-জেউতি** ৰণৰ উৎসাহ। **ৰণ-শিঙা** ৰণত বজোৱা এবিধ পেঁপাৰ নিচিনা বাদ্য।

**ৰণ্‌জনা** অক. ধা. জোকাৰ খোৱা কাঁহী বাটী বা অলঙ্কাৰৰ দৰে শব্দ কৰ to jingle. বি. **ৰণ্‌জনি**। বিণ. **ৰণ্‌জনীয়া**। **ৰণত পৰি ক'লীয়া হোৱা** ক্ৰি. আকস্মিক বিপদ-আপদত পৰি জুকলা হোৱা।

**ৰনক জনক** বি. অলঙ্কাৰবোৰ জোকাৰ খাই হোৱা শব্দ।

**ৰণ চণ্ডী** বি. মহিষাসুৰৰ লগত যুদ্ধ কৰোঁতে দুৰ্গাই ধৰা ৰূপ, উগ্ৰ স্বভাৱৰ তিৰোতা।

**ৰণ-পণ্ডিত** বি. ৰণ-পাৰ্গত, বিখ্যাত ৰণুৱা a great warrior.

**ৰণ-প্ৰিয়** বিণ. যুজ ভাল পোৱা, সাহসী, যুদ্ধত ৰত war like.

**ৰণ-মত্ত** বিণ. ৰণ কৰি থাকি অন্য সকলো পাহৰি যোৱা, অত্যন্ত নিষ্ঠুৰ হোৱা furiously engaged in war.

**ৰণ-বাদ্য** বি. যুদ্ধত বজোৱা বাদ্য-যন্ত্ৰ বা বাজনা military music.

**ৰণ-ভঙ্গ** বি. যুদ্ধত পৰাজয় defeat.

**ৰণ-ভেৰি** বি. যুদ্ধৰ সময়ত মুখেৰে বজোৱা এবিধ বাদ্য যন্ত্ৰ বা বাজনা military music.

**ৰণ-ভগণীয়া** বিণ. যুদ্ধত পৰাজিত হৈ নিজা ঠাইৰ পৰা আন ঠাইলৈ পলাই যোৱা।

**ৰণ-ৰঙ্গী, ৰণ-ৰঙ্গিণী** বিণ. ৰণ-প্ৰিয়, যুদ্ধত পাৰ্গত, war like.

**ৰণ্ডভণ্ড** বিণ. লণ্ডভণ্ড, লৰ্বাং তৰ্বাং harassed, troubled.

**ৰণ্ডী** বি. বেশ্যা a prostitute.

**ৰণৎ** শব্দ হোৱা।

**ৰণিত** বিকশিত, উৎফুল্লিত।

**ৰণুৱা** বি. সৈন্য, যোদ্ধা, যুজাৰু soldier.

**ৰণন** বি. শব্দ কৰণ।

**ৰত** বি. আসক্ত, ভালপোৱা abdicted, নিযুক্ত engaged in.

**ৰতন** বি. ৰত্ন শব্দৰ অপভ্ৰংশ।

**ৰত্‌ৰতীয়া** বি. তেজাল, পৰিষ্কাৰ, ছাল ছিগি ৰঙা মঙহ ওলোৱা an abrasion of the skin.

**ৰতি** বি. আসক্তি, প্ৰবল ইচ্ছা, হেপাহ attachment, strong desire, শৃঙ্গাৰ copulation, কামদেৱৰ ভাৰ্য্যা the wife of Kamadeva. **ৰতি-ক্ৰিয়া** মতা তিৰোতাৰ সঙ্গম coition.

**ৰতিপতি** বি. কামদেৱ the God of love.

**ৰতিবিহ্বল** বিণ. অতিশয় কামাতুৰ lustful.

**ৰতীয়া** বিণ. এক ৰাতি জোখৰ বা পৰিমাণৰ weighing one sixth of an anna.

**ৰভোৱাল** বেলি মাৰ যাবৰ সময়ত পশ্চিমফালে আকাশত পৰা ৰঙা ৰশ্মি the red rays of the setting Sun.

**ৰত্ন** বি. হীৰা মুকুতা আদি বহুমূলীয়া বস্তু a precious stone or jewel, অতি শ্ৰেষ্ঠ বস্তু anything the best of its kind. **ৰত্নগৰ্ভ** যাৰ গৰ্ভত ৰত্ন আছে, সমুদ্ৰ। স্ত্ৰী. **ৰত্নগৰ্ভা** বিণ. বহুমূলীয়া ৰত্ন বা সুসন্তান জন্ম দিয়া bearing jewels or good children. **ৰত্নপীঠ** আসামৰ সুবৰ্ণ ৰেখা নৈ আৰু ৰূপহী নৈৰ মাজত থকা দেশ খণ্ড। **ৰত্ন কন্দলী** বি. ৰুদ্ৰসিংহৰ দিনৰ এজন ব্ৰাহ্মণ কটকী আৰু বুৰঞ্জী প্ৰণেতা। **ৰত্ন প্ৰসবিনী, ৰত্নপ্ৰসবিত্ৰী, ৰত্নপ্ৰসূ** যি জনে ৰত্ন বা সু-সন্তান প্ৰসৱ কৰে। **ৰত্নধ্বজ** বি. এজন চুটীয়া ৰজা। **ৰত্নমণি** বি. বহুমূলীয়া খনিজ পদাৰ্থ a precious stone. **ৰত্নময়** নানা ৰত্নেৰে শোভিত বা সজা। **ৰত্নাকৰ** বি. সাগৰ the ocean, এজন ডকাইত, এওঁ পাছত ধাৰ্ম্মিক হৈ বাল্মীকি ঋষি হয়। **ৰত্নাভৰণ, ৰত্নালঙ্কাৰ,** ৰত্নৰ দ্বাৰা

নিৰ্মিত অলঙ্কাৰ। ৰত্নাৱলী বি. অনেক সুন্দৰ ভক্তিৰ কথা থকা এখন অসমীয়া পদ্য পুথি, ইয়াৰ মূল সংস্কৃত পুথি বিষ্ণুপুৰী সন্ন্যাসীৰ ৰচিত, মাধৱদেৱে ইয়াক অসমীয়া ভাঙনি কৰে। ৰত্নাৱলী বি. ৰত্নৰ দ্বাৰা নিৰ্মিত হাৰ, শ্ৰীহৰ্ষই লিখা এখন নাট। ৰত্নাসন বি. সোণৰ আসন a golden seat.

ৰথ বি. এবিধ চকৰি লগোৱা আৰু ওখ ঘোঁৰাবে টনোৱা প্ৰাচীন বাহন chariot. ৰথ-যাত্ৰা আহাৰ মাহৰ শুক্লা দ্বিতীয়াত জগন্নাথৰ মূৰ্ত্তিক ৰথত তুলি ভ্ৰমণ কৰোৱা এক উৎসৱ।

ৰথী বি. ৰথত উঠি যুদ্ধ কৰোঁতা, বীৰ, নায়ক a warrior who fights in a car, a leader. ৰথ্যা বি. ৰাস্তা, ৰথবোৰ।

ৰদ বিণ. অগ্ৰাহ্য কৰা, ৰহিত কৰা cancelled. ৰদী বিণ. অকামিলা, বিজোখ হোৱা unsuitable, out of proper measure.

ৰদ বি. ঘূণ, দোষ a defect. ৰদীয়া বিণ. ঘূণীয়া defective, পীড়িত diseased.

ৰ'দ বি. সূৰ্য্যৰ তপত ৰশ্মি বা পোহৰ the sun-shine. ৰ'দা সক. ধা. ৰ'দত দি শুকা to dry in sun-shine. ৰ'দালি ৰ'দ থকা sunny. ৰ'দ কাচলি, ৰ'দ কাচিয়লি পুবাৰ নপকা ৰ'দ, কাচি ৰ'দ, অলপ ৰ'দ পৰা ঠাই। ৰ'দঘাই বেছিকৈ ৰ'দ পৰা।

ৰন্ধন বি. ৰন্ধা কাৰ্য্য, আহাৰ সিজোৱা কাৰ্য্য the act of cooking. ৰন্ধন-শালা বি. ৰান্ধনি ঘৰ, পাক্ ঘৰ a kitchen.

ৰন্ধা সক. ধা. আনৰ দ্বাৰাই পাক কৰা to cause to be cooked, সিজোৱা cooked.

ৰন্ধ্ৰ বি. বিন্ধা, ফুটা a hole, a fissure.

ৰপ্তানি বি. বিক্ৰিৰ কাৰণে অন্য দেশলৈ পঠোৱা মাল export.

ৰফা বি. নিষ্পত্তি, কোনো কাৰ্য্যৰ সিদ্ধান্ত final settlement, adjustment.

ৰব বি. শব্দ, ধ্বনি sound.

ৰবাব, ৰবাব টেঙা বি. এবিধ ডাঙৰ টেঙা ফল।

ৰবৰ বি. গছৰ এঠাৰ পৰা কৰা স্থিতি স্থাপক বস্তু rubber.

ৰবি বি. সূৰ্য্য, দেওবাৰ the Sun. Sunday. ৰবিচ্ছবি বি. সূৰ্য্যৰ দীপ্তি বা শোভা। ৰবিতল ত্ৰিভুবন, জগত। ৰবিবৰীয়া দেওবাৰে জন্মা বা হোৱা। ৰবিবাৰ বি. দেওবাৰ Sunday.

ৰবি বি. খৰকালি, শীতকাল winter. ৰবিশস্য খৰকালি হোৱা শস্য।

ৰবীন্দ্ৰনাথ ঠাকুৰ বি. বিশ্ববিশ্ৰুত এজন কবি, এওঁ 'গীতাঞ্জলি' নামৰ

এখন কবিতা পুথিৰ বাবে 'নোবেল প্ৰাইজ' পাইছিল।

**ৰভা** বি. কোনো উৎসৱৰ উপলক্ষে অলপ কালৰ নিমিত্তে ডাঙৰ বহলকৈ বেৰ দুৱাৰ নিদিয়াকৈ কাপোৰ, খেৰ বা অইন বস্তুৰে সজা ঠাই a spacious open temporary shed.

**ৰম** সক. ধা. ক্ৰীড়. সন্তুষ্ট কৰ, সম্ভোগ কৰ to sport with, to enjoy, শোভিত কৰ।

**ৰম** বি. নীল, তাৰ গছ indigo, its plant.

**ৰমৰমিতে** ক্ৰি. বিণ. কোনো কথাৰ আৰম্ভতে in the beginning.

**ৰমক জমক** বিণ. কাপোৰ অলঙ্কাৰ আদিৰে বৰকৈ শোভিত হোৱা বা ধুন মৰা gaudy, showy.

**ৰম্‌ৰম্** ( অনু. শব্দ ) জলা বস্তুৰ পোৰণিৰ পৰা যেনে বোধ হয়। অক. ধা. ৰম্‌ৰমা। বি. ৰম্‌ৰমনি।

**ৰমজান** বি. মুচলমানী চনৰ নবম মাহ, ৰোজা পালন কৰা মাহ।

**ৰমণ** বি. মৈথুন, সঙ্গম copulation. স্বামী, পতি a husband, lover, আসক্তি, ৰতি।

**ৰমণী** বি. তিৰোতা, সুন্দৰী তিৰোতা a woman, a beautiful woman.

**ৰমণী গাভৰু** বি. স্বৰ্গদেউ জয়ধ্বজ সিংহৰ কন্যা।

**ৰমণীয়** বিণ. আনন্দ দায়ক, ৰং লগোৱা beautiful, pleasing. বি. ৰমণীয়তা সৌন্দৰ্য্য beauty.

**ৰময়া** বি. কৃষ্ণ, ঈশ্বৰ।

**ৰমলিয়া** অক. ধা. বহুত কাউৰীৰ নিচিনা শব্দ কৰ, হাই কৰ to crow as many crows.

**ৰমা** বি. লক্ষ্মী the goddess of wealth. তিৰোতা, ভাৰ্যা। ৰমাপুৰি ৰম্যস্থান a delightful place.

**ৰম্ভা** বি. এজনী স্বৰ্গৰ নৰ্ত্তকী, কল গছ।

**ৰম্ভা-উৰু** বি. যি তিৰোতাৰ উৰু কল গছৰ দৰে সুগঠিত।

**ৰম্য** বি. সুন্দৰ, মনোৰম delightful, charming. ৰম্যতা বি. সুন্দৰতা, beauty.

**ৰয়নী** ( পু. অ. ) বি. ৰজনী night.

**ৰ'ৰ কৰে** ক্ৰি. বিণ. সোৱাদ বা মিঠা লগাই, মৃদুৰূপে gently, pleasantly.

**ৰবৈ** বি, ৰেমেলীয়া কথকী তিৰোতা a gay and flirting woman.

**ৰবেয়া** বিণ. লাহে লাহে চলা, মৃদু ভাবে যোৱা blowing gently, flowing slowly.

**ৰৱ** বি. শব্দ, মাত, ধ্বনি a sound, a noise.

**ৰশ্মি** বি. কিৰণ, পোহৰ, দীপ্তি a ray, light. ৰশ্মিজাল বি. দীপ্তি বা কিৰণৰ চল a stream of

light, বব উজ্জ্বল দীপ্তি a blaze of light.

**বস** বি. আস্বাদ, সোৱাদ taste, flavour, নির্য্যাস. জলীয় ভাগ, জোল juice, কোনো বিষয়ত যি গুণ থাকিলে চিত্ত আকৃষ্ট হয় নাইবা মনত ভাবব সঞ্চাব বা আনন্দ হয়, তাব পবা হোৱা মনব বিকাব আদি, বীব, করুণ আদি বস sentiment, পাৰা quick silver.

**বসগৰ্ভ** বসাত্মক, বসবিশিষ্ট।

**বসগোল্লা** বি. চেনিব বসত তিয়াই বখা এবিধ ছানাব মিঠাই a kind of sweet meat.

**বসজ্ঞ** বি. বস বা বসব উৎকর্ষ অপকর্ষ যি বুজিব পাবে, কবিতা আদিব সোৱাদ বুজা, বসিক connoissuer.

**বসজ্ঞান** বি. খাদ্য বা কবিতা আদিব সোৱাদ বুজ।

**বসতে লাম থ** কোনো কথা বিষম নো-হওঁতেই তাক স্থগিত কব।

**বসনা** বি. জিভা the tongue. **বস পথ** বি. জীৱনব উপায়, সুস্থ অবস্থা। **বসৱতী** বিণ. বসাল, বসযুক্ত juicy. **বসবাত** দেহত অধিক বস জন্মি হোৱা বাত বেমাব। **বসবোধ** বি. বসজ্ঞান, বসাস্বাদন কবিব পৰা শক্তি। **বসভঙ্গ** বসাস্বাদন কবাব ক্ষেত্রত বাধা। **বসময়** বসাল, বসযুক্ত। **বসবাজ** বসিকশ্রেষ্ঠ। **বসশালা** বাসায়নিক পবীক্ষাগাব বা কাৰ্য্যশালা chemical laboratory. **বসসিন্দুব** গন্ধকব লগত পাৰা ভস্ম কবি তৈয়াব কবা সিন্দুবব নিচিনা দবব বস্তু sulphide of mercury. **বসহীন** বিণ. নীবস, শুকান, ভাব-শূন্য বসব সমাবেশ নথকা dry, prosaic. **বসাতল** সাত পাতালব নিচেই তলব খলপা, অধঃপাত। **বসাতললৈ যা** অধঃপতন হ, ধ্বংস হ। **বসাভাস** নিম্ন পৰ্য্যায়ব বস, যি বস কচিবিগৰ্হিত, বৈপৰীত্য পূৰ্ণ বসব সমাবেশত হোৱা বসভঙ্গ। **বসায়ন** বোগ নাশ কবা বীৰ্য্যবান ঔষধ। **বসায়ণী** বি. বসায়নজ্ঞ, chemist. **বসায়নশাস্ত্র** মূল আৰু যৌগিক পদাৰ্থব গুণ আৰু সেই বিলাকব পবস্পব সংযোগত কেনেকৈ আৰু কি কি আন বস্তুব উৎপন্ন হয় সেই বিষয়ে জ্ঞান দিয়া শাস্ত্র chemistry. **বসাল** বস থকা সাকবা, সোৱাদ থকা juicy, fertile, pleasing. **বসালাপ** বসযুক্ত আলাপ আলোচন। **বসালি** বসাল, সাকবা not dry. **বসাস্বাদন** বসব আস্বাদ লোৱা। **বসিক** কবিতা আদিব বস বুজা, ধেমেলীয়া, প্রেমিক। **বসিকতা** হাস্যবস বা শৃঙ্গাব বস মিশ্রিত হাস্যবস অবতাবণা। স্ত্রী. বসিকা।

**ৰহ** বি. ৰস, জোলা, মিঠা ৰস juice, sweet liquor. **ৰহ খা** জাক মুৰ, পাল খা (জন্তুত খাটে) copulate. **ৰহ, ৰহ দি** ৰবকৈ পক। **ৰহঘৰা** মৌ কোঁহ, সৰহকৈ উত্তম আক বহুমূলীয়া বস্তু থকা ঠাই। **ৰহ ৰহীয়া** ৰস থকা আক অলপ মিঠা। **ৰহ ৰবকৈ ভোক** লাগোতে আহাৰ নকৰাত পিত্ত উঠি ভোক মাৰ যা।

**ৰহন** বি. চকচকীয়া কৰা জুলীয়া বস্তু, সোণ ৰূপৰ বৰণ উজ্জ্বল কৰা জুলীয়া বস্তু বিশেষ varnish.

**ৰহমৎ** দয়া, কৃপা।

**ৰহৰ** বি. 'অৰ্হৰ' চোৱাঁ।

**ৰহস্য** বিণ. গুপ্ত, নিগূঢ় secret, hidden, নিৰ্জন private, গুপ্তত্ত্ব mystery.

**ৰহস্য** বি. আমোদ, আহ্লাদ pleasure, delight. **ৰহস্য আলাপ** ভিতৰৰা প্ৰেমালাপ।

**ৰহিত** বিণ. শূন্য, বঞ্চিত devoid of, deprived.

**ৰহিতল** তাছৰ পাত বিশেষ।

**ৰহিম** করুণাময়, সৰ্ব্বশক্তিমান।

**ৰহিমলা** বি. এবিধ গছৰ নাম a kind of forest tree.

**ৰহী** বি. তেল পেৰিবলৈ যুগুত কৰা সৰিয়হৰ গুড়ি কুঁহিয়াৰৰ কেঁচা ৰস। **ৰহীয়া** ৰসাল juicy. **ৰহীয়া বাহি** অহা, বাহি মিলা, সদায় বেছি পৰিমাণে পোৱা বা ভাল পোৱা।

**ৰক্ষ** বি. ৰাক্ষস।

**ৰক্ষ** সক. ধা. ৰাখ, ৰক্ষা কৰ to save, to protect. বি. **ৰক্ষণ**। বিণ. **ৰক্ষিত**।

**ৰক্ষক** বি. ৰাখোঁতা, আপদৰ পৰা ৰক্ষা কৰোঁতা, পালন কৰোঁতা a protector, a guard, a keeper. **ৰক্ষণশীল** বিণ. পূৰ্ব্বৰ ৰীতি-নীতি মতে চলা, পৰিবৰ্ত্তন বিৰোধী conservative. **ৰক্ষণাবেক্ষণ** যত্নৰ সৈতে ৰক্ষা। **ৰক্ষণীয়** বিণ. ৰক্ষা বা পালন কৰিব লগীয়া।

**ৰক্ষা** বি. ৰক্ষা কাৰ্য্য keeping, পালন, আপদ বা কষ্টৰ পৰা উদ্ধাৰ protection from danger or trouble. **ৰক্ষাকবচ** বি. বিপদ আপদৰ পৰা ৰক্ষা পাবৰ কাৰণে হাতত বন্ধা তাবিজ। **ৰক্ষাকৰ** উদ্ধাৰ কৰ, ৰাখ। **ৰক্ষাপৰ** আপদত বা কষ্টত নপৰাকৈ থাক। **ৰক্ষা বান্ধ** শৰীৰৰ কোনো ঠাইত মন্ত্ৰযুক্ত পানী মাৰি বা কবচ বান্ধি ভূত পিশাচৰ ভয়ৰ পৰা ৰক্ষা কৰ। **ৰক্ষামন্ত্ৰ** যি মন্ত্ৰই ভূত পিশাচৰ আক্ৰমণৰ পৰা ৰক্ষা কৰে।

**ৰক্ষিত** কৃদ. বিণ. ৰখা, ৰক্ষা কৰা protected. স্ত্ৰী. **ৰক্ষিতা**।

**ৰক্ষিয়া** বিণ. পৰ দি থকা, ৰক্ষা কৰা keeping guard.

**ৰক্ষী** বি. ৰখীয়া, ৰাখোঁতা a protector, a guard. স্ত্ৰী. **ৰক্ষিণী**।

**ৰা** বি. শব্দ, মাত sound.
**ৰাই কপাহ** একে গছৰ পৰা প্ৰথমবাৰ কপাহ তোলাৰ পাছত দ্বিতীয়বাৰ জেঠ আহাৰ মহীয়া তোলা কপাহ। **ৰাই সৰিয়হ** বগাসৰিয়হ।
**ৰাইজ** বি. ৰাজ্য, দেশ a country, প্ৰজা the public. **ৰাইজ হ'** **ৰাইজ ওঠ** বিদ্ৰোহ কৰিবলৈ ৰাইজ গোট খা। **ৰাইজ ঢাক দি** বহুত লোক একত্ৰ হৈ আছ।
**ৰাইজৰ লগত নমৰিলেও চকু মুদা** ক্ৰি. ৰাইজৰ মতৰ বিৰুদ্ধে নৈযোৱা।
**ৰাঁই জাঁই** বি. আচন্দ্ৰাই, ৰাগিযে ধৰাৰ নিচিনা বোধ giddines.
**ৰাই ডণ্ডীয়া** বিণ. ৰাই ডাঙৰ নিচিনা। **ৰাই ডণ্ডীয়া জাপি** কাপোৰৰ বন কৰা মিহি কাঠীৰ উত্তম জাপি। **ৰাইডাং** বি. এবিধ ডাঙৰ জাতিৰ বেত।
**ৰাইফল** ডাঙৰ বন্দুক rifle.
**ৰাইকই** বি. অতি সামান্য শব্দ slight noise or sound.
**ৰাইলা** বিণ. খিয়লীয়া envious. স্ত্ৰী. **ৰাইলী**।
**ৰাউচি** বি. উচ্চ, শব্দ, চিঞৰ, কান্দনৰ উচ্চ শব্দ a loud cry, a scream.
**ৰাউণ্ডেজ-চৰিত্ৰ** বিকাশ পূৰ্ণ নাট্য-চৰিত্ৰ।
**ৰাউলী** বি. চিঞৰি কন্দা বা দন্দ কৰা তিৰী বা ছোৱালী।
**ৰাউল** বি. স্বামী, গৰাকী a husband, a master.
**ৰাও** বি. চিঞৰ, আৰাও, মাত a noise, a scream. **ৰাও কাঢ়** শব্দ কৰ। **ৰাওজোৰ, ৰাও বান্ধ** আটাহ পাৰি কান্দ **ৰাও মুৰা** দন্দুৰা quarrelsome, কুলক্ষণীয়া। স্ত্ৰী. **ৰাওমুৰী**।
**ৰাং** বি. সীহৰ নিচিনা এবিধ ধাতু, বগিতাম tin.
**ৰাং** বি. চোবোৱা তামোলৰ ৰঙা বৰণ the red colour of chewed betelnuts.
**ৰাং কুকুৰ** বি. এবিধ কুকুৰ জাতিৰ বনৰীয়া হিংসুক জন্তু a wolf.
**ৰাংঢালী** বিণ. বৰ ৰঙিয়াল বা ধেমেলীয়া, চঞ্চলা lovely, gay, fickle.
**ৰাংপতা** বি. পিটি পাতৰ দৰে পাতল কৰা ৰাং tin-foil.
**ৰাংকা** বি. বেৰৰ বাটাম batten.
**ৰাংবৈয়া** বিণ. ৰাং পতাৰ দৰে পাতল very thin.
**ৰাঁচ** সৰু সৰু কাঠী গুঁঠি কৰা সূতা ভৰোৱা তাঁতৰ যতন the reed of an Assamese loom. **ৰাঁচভৰোৱা** ৰাঁচত সূতা ভৰোৱা পিতল বা ম'হৰ শিঙৰ হাকোটা।
**ৰাখ** সক. ধা. ৰক্ষা কৰা to save, to protect, বিপদ বা হানিৰ পৰা ৰাখ protect from danger or injury, সাৱধান হ to guard,

**লালী** বি. জুলীয়া গুড় treacle or molasses, লান, শাৰী a row, a series. **লালী নিছিগা** একে লালীয়ে বৈ বা চলি থকা continuous. **লালী লাগ** শাৰী হ।

**লাল, লালু** বি. প্ৰিয়, স্বামী beloved, husband.

**লালুং** বি. অসমৰ এজাতি আদিবাসী মানুহ।

**লাঁলুক, লালুকী** বি. বেঙৰ নেজ থকা পোৱালি a tadpole.

**লালৈ ভাদৈ** কাচৰ বা মাটিৰ অলপ মূল্যৰ কোতমণি।

**লালোঃভিণ্ডি** বিণ. গলগ্ৰহত পৰা troubled.

**লালোৱা-শিঙৰা** বি. এবিধ ডাঙৰ জাতৰ শিঙৰা।

**লাৱণ্য** বি.কোমলতাৰে পূৰ্ণ সৌন্দৰ্য্য, কান্তি loveliness, gracefulness, beauty.

**লাৱণ্যৱতী** বিণ. সুন্দৰী graceful, lovely.

**লাস** (পু. অ.) লাহ, ধুন পেচ। **লাসবেশ** বি. নাচিবৰ কাৰণে কৰা শৰীৰৰ শোভা, ধুন পেচ।

**লাসে** (পু. অ.) ক্ৰি. বিণ. লাহে লাহে।

**লাস্য** নাৰীৰ নৃত্য।

**লাহ** বি. ধুন-পেচ adornment of the body.

**লাহ-লোটন** বি. ধুন-পেচ, বং ধেমালি।

**লাহতী** বি. বৰকৈ ধুন-পেচ মাৰি গা দেখুৱাই ফুৰা তিৰোতা a very foppish woman.

**লাহন** বি. আহোম সকলৰ এটা ফৈদ।

**লাহ বিলাহ** বি. ধুন-পেচ, বিলাসিতা luxury.

**লাহৰ** বি. ধুনীয়া বস্তু, মৰমৰ লোক a beautiful or lovely person or thing. **লাহৰি** বিণ. সাদৰি, ধুনীয়া। বি. চেনেহি, সোণাই।

**লাহী** বিণ. গা-পাতল, লেহুকা flexible, কোমল, মিহি, সৰু tender, slender, fine.

**লাহী, লাহী ধান** বি. মিহি সৰু শালি ধান।

**লাহেকৈ** ক্ৰি. বিণ. মৃদুৰূপে, আলফুলকৈ, হেঁচা বা টেপা নমৰাকৈ gently, softly, slowly, সৰু মাতেৰে in a low voice.

**লাহে-ধীৰে** ক্ৰি. বিণ. লাহে লাহে, ধীৰে শাঁতে slowly, quietly.

**লাহে-লাহে** ক্ৰি. বিণ. ধীৰে ধীৰে slowly. অলপ অলপকৈ আগ বাঢ়ি step by step, সৰু সৰুকৈ in a low voice.

**লাক্ষণিক** বিণ. লক্ষণাৰ দ্বাৰা প্ৰকাশ কৰা, গৌন অৰ্থ এৰি ভাবৰ দ্বাৰা বুজোৱা figurative.

**লাক্ষা** বি. লা lac.

**লাক্ষাৰস** আলতা।

**লিওপার্ডি** ইটালীৰ এজন কবি।

**লিংলিঙীয়া** বিণ. পাতল আৰু ক্ষীণ, দাহী, স্ত্ৰী-নথকা thin, long, thin and sparse.

**লিক** বি. মাটিৰ ওপৰত বহা গাড়ীৰ চকাৰ দোৰ a rut.

**লিকুলিকীয়া** বিণ. গা সৰু আৰু দীঘল slender and long. ক্ৰি. বিণ. লিক লিক কৰে।

**লিকটা** বিণ. চিকটা, সহজে নিছিগা বা নভগা tough, elastic, tenacious, কৃপণ, চিকটা stingy. ক্ৰি. লিকটা যাব, লিকটা হ।

**লিকুচৌ** বি. অসম বজাই বিৰয়াক দিয়া হজুৰা।

**লিকুলিকা** 'লকুলকা' চোৱা।

**লিখ্** সক. ধা. আখৰৰ দ্বাৰা ব্যক্ত কৰ, লিপিবদ্ধ কৰ to write, চিত্ৰকৰ to paint. বিণ. লিখিত। **লিখক** বি. লিখোঁতা one who writes. **লিখন** বি. লিখা কাৰ্য্য act of writing, আখৰ hand-writing, লিপি, দলীল a written paper, a document. **লিখনাৰ্থে** ক্ৰি. বিণ. লিখিবৰ কাৰণে। **লিখনি** লিখিত প্ৰবন্ধাদি writings, **লিখনী, লেখনী** বি. এমুৰে সূতা বা নোম বান্ধি লোৱা কাপৰ নিচিনা যতন a painter's brush.

**লিখা** সক. ধা. আনৰ দ্বাৰা লিখা বা আখৰ দিয়া কাৰ্য্য কৰা to cause to be written, cause to be printed. বিণ. লিখিত written. বি. লিখি উলিওৱা কাকত a written paper. **লিখা-পঢ়া** বি. লিখা আৰু পঢ়া reading and writing. **লিখাৰু** বি. লিখোঁতা a writer. **লিখিত** বি. কপালত লিখিত কথা fate. **লিখোঁতা** বি. যি লিখে a writer. স্ত্ৰী. লিখন্তী।

**লিগিৰা** বি. ৰজা, মন্ত্ৰী আদিৰ লগুৱা a personal attendant of a noble man. স্ত্ৰী. **লিগিৰী**। **লিগিৰী খোপা** গলধনত ওলমাই বন্ধা খোপা।

**লিঙ্গ** বি. পুৰুষাঙ্গ, মানুহৰ যাই অঙ্গ the penis, পুৰুষাঙ্গৰ নিচিনা সজা শিৱৰ মূৰ্ত্তি, শিৱলিঙ্গ the phallus image of Siva, (ব্যাকৰণত) মতামাইকী আৰু এই দুইত বাজে আন বস্তু পৃথক কৰা চিন a gender ( in grammar ).

**লিঙ্গদেহ** বি. সূক্ষ্ম শৰীৰ, পঞ্চভূতৰ বাজে মন, বুদ্ধি, চিত্ত, অহংকাৰ থকা শৰীৰ।

**লিঙ্গায়েত** শিৱলিঙ্গ উপাসক সম্প্ৰদায়।

**লিচি, লিচু** বি. বগৰিৰ আকৃতিৰ বাকলিত খহ থকা এবিধ বিদেশী ফল আৰু তাৰ গছ litchi.

**লিজঞা** ( পু. অ. ) সক. ধা. লোৱা

**লিটিকৰি, লিটিকাই, লিটিকা** বি বামুনৰ লগুৱা ল'ৰা।

**লিটিকা, লিটিকাই** বি. লগুৱা লʼৰা an attendant.

**লিটিকা** বি. বাঢ়িব নোৱৰা, চুটি-চাপৰ of stunted growth.

**লিতা** বিণ. এসোপা ফটাকানিৰ নিচিনা লেউসেউ, পুৰুষশক্তি হীন impotent, ক্ষীণ আৰু দুৰ্ব্বল thin, not strong and stiff.

**লিপ** সক. ধা. বোকা বা তাৰ নিচিনা আন বস্তুৰে মাজ, লেও লোৱা বস্তু লগা to plaster or besmear with. বি. **লিপন**।

**লিপা পোঁচা** বিণ. লিপি মচি নিকা বা পৰিষ্কাৰ কৰা plastered and cleansed.

**লিপি** বি. চিঠি a letter, লিখা কাকত a writing paper. লেখা writing, বৰ্ণমালা alphabet. **লিপিকাৰ** লেখক, যিজনে নকল কৰে, চিত্ৰকৰ। **লিপিকাৰৰ প্ৰমাদ** লেখকৰ ভুল। **লিপিবদ্ধ** যি কথা লিখি থকা হয়, লিখিত writing.

**লিপিচ** বি. ছিদ্ৰ, হিংসা কৰিবৰ সুচল an opportunity of doing an injury.

**লিপিত** বিণ. টানকৈ খাই ধৰা, ভালকৈ মিলি পৰা fitting tightly. ক্রি. **লিপিত খা**।

**লিপ্ত** বিণ. যোগ থকা, সংসৰ্গ থকা connected with, concerned.

**লিপ্সা** বি. পাবৰ ইচ্ছা, লোভ, স্পৃহা eager desire, covetousness.

**লিপ্সিত** বিণ. বাঞ্ছিত, অভিলষিত coveted eagerly, anxiously desired. **লিপ্সু** বিণ. লুভীয়া anxious to have.

**লিপ্যন্তৰ** এক লিপিৰ পৰা অন্য লিপিত পুণৰ লিখা কাৰ্য্য।

**লিভাৰ** যকৃৎ, যকৃৎ ডাঙৰ হোৱা ৰোগ।

**লিয়ে** ( পু. অ. ) লয়, লৈ।

**লিবিক** সক. ধা. ঘনে ঘনে হাতেৰে চো বা লাৰ to handle frequently. **লিবিকি-বিদাৰি** ক্রি. বিণ. হাতেৰে ইলুটি পিলুটি কৰি।

**লিলাম** বি. অনেক লোকৰ মাজত কোনো বস্তু দেখুৱাই সকলোতকৈ অধিক মূল্য যচা মানুহত বস্তু বেচা কাৰ্য্য an auction. ক্রি. **লিলাম ডাক**।

**লিলি** পদুম।

**লিষ্টি** বি. তালিকা, ফৰ্দ্দ list.

**লিহ্‌লিহীয়া** বিণ. দীঘল কিন্তু গা সৰু long and slender. **লিহিৰী** বিণ. লাহী thin, slender.

**লিহিৰী-খোপা** বি. লিগিৰী খোপা।

**লীন** বিণ. আন বস্তুৰে সৈতে মিলি এক হোৱা absorbed. **লীন যা** আন এটা বস্তুত মিলি লয় পা।

**লীনমুক্তি** বি. ঈশ্বৰত সম্পূৰ্ণৰূপে লয় পোৱা মুক্তি।

**লীলা** বি. ধেমালি খেলা, ক্রীড়া play.

sport, অৱতাৰ বা অৱতাৰী পুৰুষৰ কাৰ্য্য the deeds of an incarnation, আনন্দপূৰ্ণ।

**লীলা-অৱতাৰ, লীলাতনু** পৃথিবীত জন্মি নানা কৰ্ম্ম কৰা ঈশ্বৰৰ নানা অৱতাৰ। **লীলা খেলা** বং খেমালি, জীৱনৰ ভিতৰত কৰা কাৰ্য্য বিলাক। **লীলাগতি** বি. খেমালি কৰি থোৱা কাৰ্য্য a slow graceful work. **লীলাময়** ভগবান। **লীলামালা** বি. শঙ্কৰদেৱে লিখা এখন পুথিৰ নাম।

**লীলাৱতী** বি. ভাস্কৰাচাৰ্য্যৰ জীয়েকৰ নাম, এগৰাকী বিদুষী মহিলা। **লীলায়িত** ধুনীয়া ভঙ্গীযুক্ত। **লীলাসঙ্গিনী, লীলা সহচৰী** যি নাৰীৰ লগত প্ৰণয় লীলা চলে। **লীলাস্থল** মহাপুৰুষ সকলে যি ঠাইত বাস কৰে। **লীলায়ে** ক্ৰি. বিণ. অনায়াসে, খেমালিকৰা ৰূপে easily.

**লীলিয়া** অক. ধা. জোকৰ নিচিনা কেৰমেৰাই বা বগাই ফুৰ to wriggle. বি. **লীলিয়নি**।

**লুই** বি. জন্তুৰ নোমেৰে কৰা এবিধ গাত লোৱা বিদেশী কাপোৰ a kind of woollen wrapper.

**লুইত** বি. ব্ৰহ্মপুত্ৰ নৈ the Brahmaputra river. বিণ. **লুইতীয়া**।

**লুইপাদ** বি. বৌদ্ধধৰ্ম্মৰ সাধক এজনৰ নাম

**লুই পাষ্টুৰ** ফৰাচী দেশীয় এজন বৈজ্ঞানিক আৰু চিকিৎসক।

**লুংলুং** বি. চুলি নোম আদি গাত লাগিলে হোৱা সুৰসুৰোৱা বোধ বুজোৱা শব্দ। অক. ধা. **লুংলুঙা**।

**লুলুঙা** অক. ধা. মনে মনে কোনো বস্তু বিচাৰি ফুৰ। ক্ৰি. বিণ. **লুংলুং** কৰে গোপনে, মনে মনে।

**লুংলুঙীয়া** বিণ. চোৰৰ দৰে লুকাই লুকাই ফুৰ, হাবিয়ে চেপি ধৰা।

**লুকচুক্** বি. অন্যায়ৰূপে আনৰ ধন-বস্তু গ্ৰহণ কৰণ misappropriation.

**লুক্ চুক্** বি. 'ঢাক চুক' চোৱা।

**লুকৰা** বি. জুই নিৰলৈ বন্ধা জুমুঠি।

**লুকা** সক. ধা. ঢাকি ৰাখ to conceal. অক. ধা. আনে নেদেখা হৈ থাক to lie hidden. বি. **লুকাওঁতা**। স্ত্ৰী. **লুকাঁতী**।

**লুকাওন** বি. লুকাই ৰখা কাৰ্য্য।

**লুকাভাকু, লুকালুকি** ল'ৰাই কৰা এক প্ৰকাৰ খেমালি।

**লুকাভুমুকা** বি. আঁৰৰ পৰা অলপকৈ দেখা দি আকৌ লুকোৱা কাৰ্য্য।

**লুকি** (পু. অ.) বি. লুকাই থাকন।

**লুকুৱাই** বি. ছোৱালীৰ যৌতুকত দিয়া বন্দী লৰা।

**লুকোৱা** সক. ধা. আনৰ দ্বাৰাই লুকাই ৰাখ to cause to be concealed. বিণ. লুকাই ৰখা concealed.

**লুক্কায়িত** বি. লুকোৱা, গুপ্ত ৰখা concealed.

**লুখুৰাখুন** বি. আহোম জাতিৰ এটা খেলৰ নাম a tribe of Ahom.

**লুঙি** বি. চুৰিয়াৰ পৰিবৰ্ত্তে পিন্ধা মেখেলাৰ নিচিনা কাপোৰ।

**লুচি** বি. তেলত বা ঘিউত ভজা আটাগুৰিৰ পিঠা।

**লুচ্চা** বিণ. কামুক, পৰস্ত্ৰী-আসক্ত licentious.

**লুট** সক. ধা. বলেৰে লোকৰ বস্তু নে, হৰণ কৰ to plunder, বলেৰে বস্তু নি শুদা কৰ to rob. বি. বলেৰে হৰণ কৰা কাৰ্য্য plundering. **লুটপাত** বেছিকৈ লুট কৰা কাৰ্য্য।

**লুটি** বি. গাৰ দাঁতি, কাষ a side of the body, ফাল, দিশ direction. **লুটি খা** ওপৰৰ ফাল তল হ, বাগৰ to turn upside down. **লুটি-বাগৰ** তলৰ লুটি ওপৰ আৰু ওপৰৰ লুটি তল কৰা কাৰ্য্য। **লুটি বাগৰ** দি ইকাতিৰ পৰা সিকাতি হ।

**লুটিয়া** সক. ধা. ওপৰৰ ফাল তল কৰ to turn upside down, উলটা to turn over. **লুটিয়া লুটি** বি. ইলুটি সিলুটি, ধৰফৰণি tossing about in pain.

**লুটিয়াৰ** বি. ডকাইত a robber.

**লুটি মুটি** ক্রি. বিণ. বৰ বিনয়েৰে খাটি with servility.

**লুঠুং ঠুঙীয়া** বিণ. দৰিদ্ৰ, ঘৰবাৰী নথকা আৰু অকলশৰীয়া poor and having no dwelling house nor family.

**লুণীয়া** বি. লোণৰ স্বাদ থকা, লোণ থকা saline, saltish.

**লুণ্ঠন** বি. বল কৰি ধন-সম্পত্তি কাঢ়ি নিয়া।

**লুণ্ঠিত** বিণ. কাঢ়ি নিয়া, লুটি নিয়া।

**লুতৰা** বিণ. ইন্দ্রিয় সুখ বা সোৱাদ বস্তুলৈ বৰকৈ লোভ কৰা fond of dainty thing or sensual pleasure.

**লুতুৰ-পুতুৰ, লুতুৰি-পুতুৰি** বিণ. বোকাত পৰি বা বোকা লাগি লেটি পেটি হোৱা smeared with mud.

**লুতপুতা** অক. ধা. ইন্দ্রিয়ক সুখ দিয়া বস্তু পাবৰ কাৰণে ব্যগ্ৰ হ to be eager, to enjoy things pleasing to the senses. বি. **লুতপুতনি**। বিণ. **লুত পুতীয়া**।

**লুথুৰী, লুথৰী** বি. মঙহ flesh. বিণ. **লুথুৰী** মঙহাল, কোমল fleshy, soft.

**লুথুৰী-পিঠা** বি. পানীত সিজোৱা পিঠাগুৰি cooked flour.

**লুথুমী** বি. গা শকত ভিৰোতা fat woman.

**লুপ** গৰ্ভনিৰোধক প্লাষ্টিকৰ এটা বস্তু. loop, (intra-uterine contraceptive device )

**লুপ লুপা** অক. ধা. ঘনে ঘনে খাই

খাক to eat frequently in small quantities.

**লুপ্ত** বিণ. নাইকিয়া হোৱা, লোপ পোৱা lost, disappeared.

**লুপ্তোদ্ধাৰ** নষ্ট হোৱা বা পাহৰি যোৱা বস্তু পুনৰ উদ্ধাৰ।

**লুব্ধ** বিণ. লুভীয়া covetous. **লুব্ধক** চিকাৰী, পহুমৰীয়া a hunter.

**লুব্ধদৃষ্টি** লোভনীয় দৃষ্টি।

**লুভীয়া** বিণ. লোভ কৰা, লোকৰ বস্তুলৈ ৰবকৈ হেপাহ কৰা covetous, eager to enjoy palatable things. বি. লোভ থকা মানুহ। স্ত্রী. **লুভুনী.**

**লুম্ফ** সক ধা. লাফ মাৰ, জপিয়া to leap.

**লুৰফুৰা** অক. ধা. লাহে লাহে হাত ফুৰা to rub gently, ধুচুলা to coax.

**লুৰলুৰা** অক. ধা. চুলি আদি গাত লাগি ধৰিলে হোৱা সুৰসুৰণি, লুংলুঙা to produce a slight tickling sensation.

**লুৰলুৰীয়া** বিণ. লৰলৰীয়া, আধৰ very old.

**লুৰি** বি. বাঢ়নী মাৰি।

**লুৰুম্মা** বিণ. বাঢ়িব নোৱৰা stunted in growth.

**লুৰ্ঠং**, **লুঠুং** বি. 'লুঠং ঠুঙীয়া' চোৰা।

**লুল** অক. ধা. ওলমি লৰি থাক to hang down.

**লুৰফুৰা**, **লুৰ্ফুৰা** অক. ধা. পাতল বা লঘা বস্তুৰে ওপৰে ওপৰে মাজ, লাহে লাহে হাত ফুৰা।

**লুৰলুৰা**, **লুলুৰা** অক. ধা. লুংলুঙা, অলপ সুৰসুৰণি জন্মা।

**লুকৰা** বিণ. লুভীয়া, লুকাই খাবলৈ বিচৰা greedy. স্ত্রী. **লুকৰী**।

**লুহীয়া** বি. লোহোৰা, লোৰ কেৰাহী an iron pan.

**লুহীয়া** বি. নৈৰ দাঁতীত গজা কঁহুৱা জাতিৰ এবিধ বন a kind of grass. **লুহীয়ানি** লুহীয়াৰ হাবি।

**লেই** বি. আটাগুৰি সিজাই তৈয়াৰ কৰা কঁবাল।

**লেই লেই ছেই ছেই** ৰবকৈ বিণ বা তুচ্ছ জ্ঞান কৰি ওচৰলৈ আহিব নিদিয়া ভাব বুজোৱা মাত।

**লেউ** বি. শৃঙ্খলতা order.

**লেউ লেৰা** বিণ. লেউ বা পাতল বোকাৰ দৰে।

**লেউ সেউ, লেউ লেৰা** বিণ. লেতু সেতু, ঠৰঙা নোহোৱা flexible, pliable.

**লেও, লের** বি. কোনো বস্তুৰ ওপৰত লিপি দিয়া পাতল বস্তু।

**লেং** বি. যক্ষ্মা, খেহ consumption, ল'ৰাৰ এবিধ সাংঘাতিক হাগনি a kind of infantile diarrhoea.

**লেংটি** বি. কেবল গুহ্যাঙ্গ ঢাকি পিন্ধা ঠেক কাপোৰ।

**লেং পেঙীয়া** বিণ. গা গাঁথি নথকা আক দীঘল tall and thin. স্ত্রী

**লেং পেঙী।** ক্রি. বিণ. লেং পেং কৰে।

**লেংলেঙীয়া** বিণ. লাহী আৰু লেঙা বা দীঘল। ক্রি: বিণ. লেং লেং কৰে।

**লেক্ লেকা** অ. ধা. অস্পষ্টকৈ · bable.

**লেকসেকীয়া, লেকো সেকো** বিণ. লেহকা।

**লেকাড** বিণ. ক্লান্ত, শ্রান্ত overcome by hunger and fatigue. ক্রি. লেকাড লাগ।

**লেকেচিয়া** অক. ধা. অলপকৈ খোৰাই খোজ কাঢ়, পেঙুৰিয়া to limp.

**লেকেচীয়া** বিণ. আঁপইতা, ভালকৈ পুৰঠ নোহোৱা not fully matured.

**লেকেটা, লেকটিয়া** 'লিকট' শব্দৰ অপভ্রংশ।

**লেখ** সক. ধা. লিখ, গণ, সংখ্যা কৰ to write, to count or number গণনা, হিচাব an account, a number. **লেখজোখ** পৰিমাণ আৰু সংখ্যা, সীমা-সংখ্যা limit, quantity and number. **লেখক** বি. লিখক, লিখোঁতা a writer. স্ত্রী. **লেখিকা**। **লেখন** আখৰ গণনা কৰা কাৰ্য্য। **লেখনী** কাপ a pen, লিখা কথা, ৰচনা a writing, a literary composition.

**লেখা** সক. ধা. আনৰ দ্বাৰা গণনা বা হিচাব কৰা to cause to be counted, আনৰ দ্বাৰা কাকত লিখা to cause to be written.

**লেখাৰু** বি. লিখক, সদায় যি লিখে বা লেখা যাৰ ব্যৱসায় writer.

**লেখালেখি** দুজনে পৰস্পৰলৈ লিখা কাৰ্য্য correspondence.

**লেখি** বি. ওকণীৰ কণী the rit of a louse.

**লেখিয়া** (অব্যয়) গঢ়ৰ, নিচিনা resembling, like.

**লেখোঁতা** বি. আখৰ বা কাকত লিখোঁতা a writer, গণনা বা হিচাব কৰোঁতা one who counts. স্ত্রী. **লেখঁতী**।

**লেগাম, লেকাম** বি. 'লাগাম' চোৱা।

**লেঙা** বি. বৰ ওখ, বৰ দীঘল very tall, very long.

**লেঙুৰ** বিণ. লেঙেৰা। **লেঙুৰ ভেঙুৰ** বেঁকাবেঁকি।

**লেঙেৰা** বি. খোৰা, পেঙুৰা lame, cripple, ছিদ্র, দোষ fault, defect. **লেঙেৰিয়া** লেকেচিয়া।

**লেঙেৰা লেঙেৰি** বি. পৰস্পৰে ডিঙিত ধৰাধৰি কৰি দেখোৱা মৰম, গা ঘঁহা ঘঁহি কৰি কৰা মৰম।

**লেচাৰ** বিণ. লালকাল exhausted.

**লেচাৰ** বি. খোজ কাঢ়োঁতে হাত জোকাৰা কাৰ্য্য।

**লেচাৰি** বি. এবিধ অসমীয়া ছন্দ a kind of Assamese metre.

**লেচিং** জাৰ্ম্মান দেশীয় এজন নাট্যকাৰ আৰু সমালোচক Lessing.

**লেচীয়া** বি. আধা শুকান (ধান) half-dried, as paddy. অক. ধা. লেচিয়া।

**লেচীয়া** বিণ. এফালে অধিক গধুৰ।

**লেচু** বি. ছিদ্ৰ, হিংসা কৰিবৰ সুফল an opportunity of doing injury, ৰোগৰ কাৰণ an exciting cause of any disease.

**লেছা, লেছেৰা** বি. চেলা বটা চুলি a braid of hair, সূতাৰ নিচিনা বস্তুৰ কোঁছা a bundle of thread, rage etc. **লেছালেছ** অনেক লেছাকৈ থকা।

**লেছেৰা মাহ** বি. উৰহি জাতিৰ এবিধ লতা আৰু তাৰ ছেঁইৰ ভিতৰত হোৱা গুটি।

**লেছেৰি** বি. পাত গুচাই মুঠি বা আটি বন্ধা ধানৰ থোক। **লেছেৰি বুটল** পথাৰত এৰি যোৱা ধানৰ থোক বুটলি আনা।

**লেজাই, লেজাইবেত** বি. এবিধ বেত a kind of cane.

**লেজু** বি. শকত আৰু দীঘল জৰী a rope.

**লেজুৱা** বিণ. টানিলে লেজুৰ নিচিনা দীঘল হৈ যোৱা stringy, বেগাই ছিঙ্গিব নোহোৱা।

**লেট** অক. ধা. মাটিত পৰি চুঁচৰি যা (কাপোৰ)। **লেট খা** সানমিহলি হ। **লেটপেট** লুতুৰি পুতুৰি, ভাল বেয়া, শুচি অশুচি একেলগ হোৱা। **লেটু** ল বোকা ধূলিত বাগৰ। **লেটা** সক. ধা. মাটিত বা বোকাত চোঁচৰাই নি, সানমিহলি কৰ।

**লেটা** বি. বাহৰ ভিতৰত থকা পলু a chrysalis.

**লেটা** সক. ধা. লেটাইত মেৰাই নেছা কৰ to reel as thread. **লেটাই** বি. উৰাতকৈ কিছু ডাঙৰ কিন্তু আগলৈ চিঁয়া এবিধ সূতা নেছা কৰা সঁজুলি।

**লেটাকুন্দ, লেটাকুন্দা** মুখৰ পৰা আঁহ উলিয়াই বাহ সাজ to form a cocoon, নিজৰ কামৰ পৰা নিজে মৰ বা আপদত পৰ, নিজৰ আপদ নিজে আন।

**লেটাগুটি** বি. লেটা কাঁইটৰ গুটি।

**লেটিপেটি** বিণ. 'লেট পেট' হোৱা। **লেটি** বহ কোমল মাটি বা বোকাত চিন বহ। **লেটি ল** বোকা ল। **লেটিয়া** ধূলি, বোকা আদিত চোঁচৰাই নে, সানমিহলি কৰ, দোষত লগ লগা বা সামৰ। **লেটিয়া লেটি** বাগৰাবাগৰি, পৰস্পৰে বোকা দিয়া কাৰ্য্য।

**লেটেকা** বিণ. লেকেটা।

**লেটেকু** বি. এবিধ ফল a kind of acid fruit.

**লেটেকুৰা** বি. গৰু ম'হ আদিৰ চকুৰ এবিধ ৰোগ।

**লেটেঙা** বিণ. লেঙা, লাহী আৰু দীঘল।

**লেঠা** বি. আসোঁৱাহ, জঞ্জাল, এবিধ বা শেষ কৰি আজৰি হব নোৱৰা কাম, দায়িত্ব, এবিধ নোৱৰা কাম difficulty, embarassment, responsibility.

**লেঠা** বি. গা ভাৰী pragnancy.

**লেঠিয়া** সক. ধা. প্ৰকাশকৈ নকৈ ভাবেৰে কোনো এজনলৈ দোষ ঠেল to blame by implication. **লেঠাঁচা-লেঠি** পৰস্পৰ দোষাৰোপ।

**লেঠু** বি. ঠেক, কোনো বস্তু ধৰিবৰ চল a catch.

**লেঠু দেখুৱা** বুঢ়া আঙুলি দেখুৱাই তুচ্ছজ্ঞান বা অসম্মান কৰ।

**লেণ** গলি।

**লেতকেত** বি. লাগিধৰা অবস্থা, বিজলীয়া অবস্থা। বিণ. লেতকেতীয়া বিজলীয়া। ক্ৰি. বিণ. লেতকেত কৰে।

**লেতুসেতু** বিণ. লেউসেউ।

**লেতেৰা** বিণ. অপৰিষ্কাৰ, মলিন dirty, untidy, শুচি অশুচিৰ বোধ নথকা unclean. স্ত্ৰী. লেতেৰী।

**লেতেৰ পেতেৰ** মলিন বস্তুৰে মিহলি, লেচিপেচি।

**লেথাৰি, লেথেৰি** বি. লানী, লগালগি হৈ কৰা অৱস্থিতি a row, a contiguity.

**লেদ্‌লেদীয়া** বিণ. এচপৰা মাটিৰ দৰে গধুৰ heavy. ক্ৰি. বিণ. লেদ্‌লেদ কৰে।

**লেদেৰা** বি. নৰিয়া বা ল'ৰা ছোৱালীৰ গু মুত। **লেদেৰা-ওকটু** গু মুত গুচাই প্ৰতিপালন কৰ।

**লেধা** বিণ. গা গধুৰ, লেহেম heavy-bodied, slow.

**লেধেমা** বি. গধুৰ heavy.

**লেন** বি. মৰম লগাবলৈ কোমল আৰু দীঘলীয়াকৈ উচ্চাৰণ কৰি কথা কোৱা কাৰ্য্য। **লেন লগা, লে-নিয়া** মৰম লগাবলৈ কোমল আৰু দীঘলকৈ কথা ক to speak in a soft tone to excite affection.

**লেনদেন** বি. অনা নিয়া, বেচা-কিনা, সংসৰ্গ dealing, intercourse.

**লেনপেন** বি. ডিঙিত ধৰাধৰি কৰি কৰা মৰম mutual caresses.

**লেপ** বি. নিহালী।

**লেপ** বি. চেপেনা, সৰাঁহ a pair of pincers or tongs.

**লেপ** বি. লেও a plaster, লিপি দিয়া দৰৱ an ointment.

**লেপ খা** লগালগি হ, লাগি ধৰ to adhere. বি. ঠেকাঠেকি, ঘন dense. **লেপথেপ, লেপথেপীয়া** ইটোৰ গাত সিটো লগা,

অপৰিষ্কাৰ। লেপলেপীয়া বোকাৰ নিচিনা paste-like.

**লেপন** বি. লিপা কাৰ্য্য। লেপা বৰকৈ সিজি লেপ বা লেওৰ নিচিনা হোৱা।

**লেপেট খা** লেওৰ নিচিনাকৈ লাগি ধৰ।

**লেপেটা** বি. ভৰি দুটা কোঁচাই গুপিনা মাটিত পাৰি বহা কাৰ্য্য। ক্রি. লেপেটা কাঢ়, লেপেটা পাৰ to sit on the hams with the legs curled up.

**লেপেটীয়া** বিণ. আৰম্ভ কৰা কামৰ শেষলৈকে লাগি থকা, নেৰা-নেপেৰাকৈ কামত লাগি থকা persevering.

**লেফাফা** বি. চিঠিৰ আবৰণ বা খাম envelope.

**লেব লেবা** অক. ধা. কেপ কেপা লপলপা, অস্পষ্ট কথা ক।

**লেবা** বিণ. ফুটাই কথা কব নোৱাৰা unable to speak distinctly.

**লে-বা** লতাৰ দৰে বগাই আগ বাঢ়, যেনে—জুইয়ে লে বাই গৈছে to spread as fire.

**লেবেবা হতীয়া** বিণ. সোঁহাতেৰে কৰিব লগা কাম বাওঁ হাতেৰে কৰা left-handed. লেবেবাহাত বাওঁ হাত।

**লেবেল** পৰিচয় কাকত।

**লেমটৌ** বি. লগুৱাৰ দৰে লোকৰ পাছে পাছে ফুৰা মানুহ।

**লেমলেমীয়া** বিণ. ঢিলা, বান্ধ নথকা lax, not strict.

**লেমোনেড** চৰ্ব্বৎ।

**লেৰ-বা** দীঘল হৈ বগাই যা to creep along.

**লেৰা** বি. এমেৰা ( মণি ) one of several strings of beads.

**লেৰুৱা** বিণ. ডাঙৰ আৰু ওলমি পৰা ( ওঠ ) thick and hanging down.

**লেবেক্-ফেবেক্কৈ** ফেবেকা-ফেবেক কৈ waddling.

**লেবেল, লেবেলা** পৰ নীৰস হ, আধা শুকুৱা হ to wither. বিণ. লেবেলা withered.

**লেলা** অক. ধা. দুখ ভাগৰত মুখৰ ৰস উলিয়া, ভাগৰত জিভা উলিয়া। লেলাইটি 'লালটি' চোৱা।

**লেলাই ধেলাই** ক্রি. বিণ. অতি কষ্টেৰে, কোনোমতে।

**লেলাউটি** বি. লালটি, মুখৰ পৰা বৈ পৰা লাল বীজ saliva.

**লেলাট ভুঞ্জা** ক্রি. কষ্টভোগ কৰা।

**লেলিহান** বিণ. ওলাই থকা, মেলি থকা।

**লেলেটীয়া** বিণ. বহুদিনলৈকে দুখ ভুঞ্জা, বৰকৈ কষ্ট খাইও নমৰা suffering long, ভোক পিয়াহ বৰকৈ সহিব পৰা capable of sustaining hunger and thirst.

লেশ বি. এৰুণ মান, থনিষ্ঠা a very small quantity.

লেহ বি. চেলেকি খোৱা ঔষধ। লেহন জিভাৰে চেলেকা কাৰ্য্য act of licking.

লেহ (পূ. অ.) লোৱা। লেহকা বিণ. সহজে ভিৰাব পৰা, লাহী slender, flexible.

লেহেতি বি. লাচনী।

লেহেতিয়া বিণ. নপুংসক।

লেহেম বিণ. পলম delay. বিণ. ধীৰে চলা slow.

লেহেৰা বিণ. অসমৰ্থ, দুৰ্ব্বল incompetent, weak.

লেহ্য বি. চেলেকি খোৱা খাদ্য food taken by licking.

লৈ (অব্যয়) কাৰণে, নিমিত্তে for, to.

লৈখিক লেখা সম্বন্ধীয়।

লৈঙ্গ, লৈঙ্গিক লিঙ্গ সম্বন্ধীয়।

লৈঠা, লঠীয়া বিণ. শকত, ডাঙৰ fat, big.

লৈ লৈ থৈ থৈ বি. বৰ আপদ বা দুৰ্গতি trouble.

লো বি. চকুৰ পানী tears.

লো বি. এবিধ আকৰত পোৱা ধাতু iron. লো-মাটি ক'লা বৰণৰ টান মাটি iron ore.

লোক বি. মনুষ্য, জনসাধাৰণ people, folk, ভুবন, জগত। স্বৰ্গ, পৃথিবী আৰু পাতাল তিনিৰ এক a world, one of the three regions, নিজতকৈ আন other. লোককান্ত আটাই ভাল পোৱা popular. লোকনাথ শিব, সদাশিব। লোকনিন্দা বি. মানুহৰ মুখত ওলোৱা বদনাম, দুৰ্ণাম censure. লোকপাল ৰজা, দিকপাল। লোকপিতামহ ব্ৰহ্মা। লোক প্ৰবাদ জনশ্ৰুতি। লোক প্ৰসিদ্ধ বিখ্যাত। লোক বিশ্ৰুত প্ৰসিদ্ধ। লোক ব্যৱহাৰ লোকাচাৰ। লোক হিতৈষী মানুহৰ হিত চিন্তোতা a philanthropist. লোকৰঞ্জন মানুহৰ মনত বং লগাওঁতা বা ৰংলগোৱা কাৰ্য্য। লোক পৰম্পৰা লোকে কথা দেখি। লোকমত জনসাধাৰণৰ ধাৰণা। লোকলজ্জা জনসাধাৰণৰ ওচৰত লাজ। লোক শিক্ষা জনসাধাৰণৰ শিক্ষা। লোকসভা উচ্চতৰ পৰামৰ্শ সভা parliament. লোকস্থিতি সমাজ বন্ধন। লোকহিত জনসাধাৰণৰ মঙ্গল, সমাজ কল্যাণ। লোকাতীত অলৌকিক। লোকান্তৰীত মৃত। লোকায়ত নাস্তিক চাৰ্ব্বাক মুণিৰ মতাবলম্বী। লোকালয় মানুহৰ বসতি স্থান। লোকোত্তৰ অসামান্য, অতি মানব। লোকে কোৱা কথা বি. উৰা বাতৰি। লোকচাল হানি, ক্ষতি। লোকচালি লোকচালৰ ক্ষতিপূৰণ। লোকাচাৰ কোনো ঠাইৰ মানুহে কৰা আচাৰ ব্যৱহাৰ.

সামাজিক প্ৰথা। লোকান্তৰ পৰলোক। লোকাপাৰ নেজৰ পাখি দাঙি থকা পাৰ চৰাই, সেই আকৃতিৰ এবিধ অলঙ্কাৰ। লোকালোক যি পৰ্ব্বতৰ একালে আন্ধাৰ আৰু একালে পোহৰ, জগতক বেৰি থকা কাল্পনিক পৰ্ব্বত বিশেষ। লোকাপবাদ লোকনিন্দা। লোকাৰণ্য বহুলোক সমাগম। লোকজন মানুহ দুনুহ, প্ৰজা।

**লোঙা** বি. লোৰ a drain. সক. ধা. লোৰ কাট বা কৰ to dig a narrow drain.

**লোচন** বি. চকু the eye.

**লোচা** বি. দীঘে পথালিয়ে এটাৰ মাটি, ১৪৪ বৰ্গ ফুট।

**লোট** অক. ধা. কাতি হৈ পৰি বাগৰা বাগৰি কৰ। লোটাপুটি বাগৰা বাগৰি।

**লোটনি** খাঁঠু কাঢ়ি বা খাটনি।

**লোটা** বি. এবিধ পানীৰ পাত্ৰ a kind of water pot.

**লোটালুটি** বি. বাগৰা বাগৰি the act of rolling.

**লোঠোৰা** বিণ. মঙহাল, লোদোৰা plump.

**লোণ** বি. সাগৰৰ পানী পগাই বা আকৰত পোৱা খাৰৰ গুণ থকা বস্তু salt. লোণা, লোণীয়া বিণ. লোণৰ খাদ থকা having the taste of salt.

**লোতক** বি. চকুৰ পানী tears.

**লোতৰ** বি. আশ্ৰয়, অবলম্বন a shelter, a supporter.

**লোদোৰা, লোদোৰ-পোদোৰ** বি. লোদোকা, পুষ্ট plump.

**লোদোৰা** বিণ. লোদোকা, বৰ মঙহাল corpulent.

**লোপ** বি. নাশ, অন্তৰ্দ্ধান destruction. disappearance. লোপ পা নেদেখা হ, নাশ পা।

**লোপ্‌থুপীয়া, লোপ্‌থোপ্‌** বিণ. 'লপথপ্' চোৱা।

**লোপা বা লোপামুদ্ৰা** বি. অগস্তি মুনিৰ পত্নী।

**লোভ** বি. আকাঙ্ক্ষা, লিপ্সা, কাম্য বস্তু লাভৰ কাৰণে অত্যন্ত বা অন্যায় ইচ্ছা, পৰৰ বস্তুৰ কাৰণে হেপাহ covetousness, greed. ক্ৰি. লোভ লাগ কোনো বস্তু পাবলৈ ইচ্ছা হ। বিণ. লুভী, লোভী।

**লোভাবিষ্ট** বিণ. লুভীয়া।

**লোম** বি. নোম hair of the body. লোমকূপ গাৰ নোমৰ বিন্ধা a pore. লোম পাদ বি. ঋষ্যশৃঙ্গ মুনিৰ শহুৰেক, এজন ৰজাৰ নাম। লোমশ বিণ. বহু লোম থকা, বি. এজন মুনিৰ নাম। লোমাঞ্চিত কৃদ. বিণ. আশ্চৰ্য্য বা আনন্দৰ বাবে নোম থিয় হোৱা। লোমহৰ্ষ বোমাঞ্চ, গাৰ নোম শিয়ৰা horification.

**লোৰ** বি. ঠেক, ভৰাং খাৱৈ a

small drain, খোলনি, লোৰণি a groove.

**লোৰ** সক. ধা. কাটি বা হাতেৰে সংগ্ৰহ কৰ ( লুৰি ) to cut and gather, as fuel.

**লোব** বি. কাণত ওলমাই পিন্ধা অলংকাৰ বা আঙঠি।

**লোৰোক** অক. ধা. তন্ন তন্ন কৈ অনুসন্ধান কৰ to search about minutely.

**লোল** অক. ধা. ওলমি লৰি থাক।

**লোলা** বিণ. লৰি থকা, ঢিলা loose. **লোল্পা-লোলা** বিণ. গোলক-ঢোলক loose.

**লোলুপ** বিণ. অতি লোভী। স্ত্ৰী. **লোলুপা**।

**লোৱা** বি. বন্দীয়াৰৰ ভৰিত লগোৱা লোৰ আঙঠি বা শিকলি iron fetter. ক্ৰি. **লোৱা খা**।

**লোৱা** অক. ধা. ভাঁজি টান কৰ ( পিঠা গুৰি )।

**লোৱা** অক. ধা. চকুৰ পানী উলিয়া, লোতক বোৱা to shed tears, as the eyes.

**লোৱা** সক. ধা. হাত পাতি ধৰা, গ্ৰহণ কৰা to cause to be taken or received.

**লোৱা চুৰ** বি. কমাৰ শালত লো তাও দিলে ওলোৱা ভেৰ বা মল the scoriae of iron.

**লোৱাৰি** বি. এবিধ কাঠ কুণ্ডা বটাল্লি a turner's gauge.

**লোৱাল, লোৱালি** বিণ. লোৰে সজা, ধৰ চোকা iron-made, very sharp.

**লোৱা লুই** বি. ইটোৰে সিটোক লোৱা-কাৰ্যা।

**লোষ্ট্ৰ** বি. মাটিৰ চপৰা।

**লোহ** বি. লোভ। **লোহন** বি. প্ৰলোভন, চঁহ gentle persuation, allurement.

**লোহ** ( পু. অ. ) চকুৰ লো।

**লোহা** বি. লো iron. **লোহাজাৰণ** ঔষধত ব্যৱহাৰ কৰিবলৈ লো পুৰি কৰা ভস্ম oxide of iron. **লোহা-ময়** লোৰ দৰে টান, লোৰ নিচিনা like iron.

**লোহিত** বি. ব্ৰহ্মপুত্ৰ নৈ the Brahmaputra. ৰঙা বৰণ, তেজ the red-colour, blood.

**লোহিত্য** বি. ব্ৰহ্মপুত্ৰ।

**লোহে** অক. ধা. ওলমি লৰি থকা।

**লোহোৰা** বি. লোৰ পাত্ৰ বা সাজ, কেৰাহী iron pan.

**লোহোৰা-লোহৰ** বিণ. মঙহাল, থুলতৰ stout and fleshy.

**লৌকিক** বিণ. সাংসাৰিক worldly সামাজিক, লোক বা দেশত চলিত practised or observed by people, লোক বা মানুহ সম্পৰ্কীয় human, popular, লোকে কোৱা লোকৰ ৰীতি বা আচৰণ। **লৌকি-কতা** বি. দেশৰ ৰীতি, সামাজিক

শিষ্টাচাৰ popular customs, civility.

**লৌ লৌ কৰে** ক্রি. বিণ. ভৌ ভৌ কৰে, বৰ বেগেৰে rapidly.

**লৌ লৌ বিচ্ছা ওকনী** বি. চটফটীয়া মানুহ।

**লৌরালপা** বিণ. লবক ফবক, নানা সময়ত নানা কথা কোৱা, মিছা untruthful, চঞ্চল, fickle-minded. বি. লবচব কথা, চঞ্চলতা untruthfulness, fickleness.

**লৌহ** বি. লো iron. **লৌহময়** লোহাময়।

**লৌহিত্য** বি. ৰক্তিমা redness ব্রহ্মপুত্র নদ।





**শ** ব্যঞ্জন বর্ণ মালাৰ ত্রিশ সংখ্যাৰ আখৰ the thirtieth letter of the consonants.

**শ** বি. জীৱ নথকা শৰীৰ, মৰা দেহ a dead body, a corpse.

**শ খোৱা শগুণ** বি. বৰ লোভী মানুহ।

**শ** বি. পাঁচ কুৰি a hundred.

**শইকীয়া** বি. এশ কাঁড়ীৰ ওপৰৰ বিষয়া।

**শঁচ** অক. ধা. শৌচ কৰি পানী ল to wash the anus after passing stool.

**শঁতা** অক. ধা. শাঁত হ, বিশ্রাম ল to rest, to calm. বি. কেইবা দিনলৈকে একেথাহে হৈ থকা বৰষুণ।

**শক** বি. প্রাচীন জাতি Schythian, শকাদিত্য (শালিবাহন) ৰজাৰ দিনৰ পৰা চলা এটা চন বা বছৰৰ লেখ, ইংৰাজী চনৰ পৰা ৭৮ বছৰ বিয়োগ কৰিলে এই শক ওলায় the Saka era, এইৰূপে চলা আন বছৰৰ লেখ any era.

**শক পা** কোনো কাম কৰাৰ বুদ্ধি জন্মা।

**শকট** বি. গাড়ী a cart.

**শকত** বিণ. পুষ্ট, ডাঙৰ গাৰ, ভাঠ, দৃঢ় stout, big, strong, firm.

**শকাব্দ** শকাদিত্য ৰজাৰ দিনৰ পৰা চলা বছৰ।

**শকাৰ** বি. সংস্কৃত নাটকত স্থান পোৱা দুৰ্জ্জন ৰাজপুৰুষৰ চৰিত্র, ৰজাৰ খুলশালিয়েক।

**শকাৰি** বি. ৰজা বিক্রমাদিত্যৰ নাম বিশেষ।

**শকুনি** বি. দুৰ্য্যোধন ৰজাৰ মোমায়েক, কুমন্ত্রণা দিয়া মানুহ a habitual evil-counsellor.

**শকুন্তলা** বি. ৰজা দুষ্মন্তৰ ভাৰ্য্যা, কন্বৰ পালিত কন্যা, মহাকবি কালিদাসে লিখা এখন নাটক।

**শক্ত** বিণ. পাৰ্গত; শক্তিমন্ত able, strong.

শক্তি বি. বল, পৰাক্ৰম power, strength, শেল spear, দেৱী দুৰ্গা, ভগৱতী। শক্তি-পূজা বি. ভগৱানৰ শক্তি-স্বৰূপা দুৰ্গাদেৱী বা কালীদেৱী বা অন্য দেৱীৰ পূজা। শক্তিমন্ত, শক্তিমান, শক্তিশালী পৰাক্ৰমী, বলৱন্ত। শক্তিশেল যুদ্ধত ব্যৱহাৰ কৰা যাঠি। শক্তি চাই ভক্তি সাধ্য অনুসাৰে কৰা কাৰ্য্য। শক্তিহীন নিৰ্ব্বলী, অপাৰগ।

শক্ৰ বি. ইন্দ্ৰ Indra.

শক্ৰচাপ বি, ইন্দ্ৰধনু, ৰামধনু the rainbow.

শকুন বি. এবিধ শ. খোৱা চৰাই a vulture.

শঙ্কট বি. বিপদ, জঞ্জাল danger, trouble.

শঙ্কনীয় বিণ. সন্দেহ বা ভয় কৰিব লগীয়া doubtful, fit to be dreaded.

শঙ্কৰ বি. শিৱ Shiva, অসমৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তক শঙ্কৰদেৱ Sankardeva.

শঙ্কৰাচাৰ্য্য বি. বেদান্ত, গীতা আদিৰ টীকা কৰা সুপ্ৰসিদ্ধ প্ৰাচীন হিন্দু পণ্ডিত।

শঙ্কৰী বি. পাৰ্ব্বতী। বিণ. শঙ্কৰদেৱৰ মতানুযায়ী।

শঙ্কা বি. ভয় fear, সন্দেহ doubt. বিণ. শঙ্কান্বিত, শঙ্কাকুল ভয়াবহ, আপদগ্ৰস্ত dangerous. শঙ্কা-জনক সন্দেহজনক doubtful.

শঙ্কাহীন বি. ভয় নথকা fearless.

শঙ্কিত বিণ. ভয়যুক্ত, ভীত afraid.

শঙ্কু বি. সময় নিৰূপণ কৰিবলৈ ব্যৱহাৰ কৰা এবেগেত দীঘল এডাল কাঠি, বিক্ৰমাদিত্যৰ সভাৰ নৱৰত্নৰ এজন।

শংখ, শঙ্খ বি. এবিধ সাগৰৰ শামুক a conchshell.

শঙ্খচূড় বি. এজন ধাৰ্ম্মিক অসুৰ, সতী তুলসীৰ স্বামী।

শঙ্খিনী বি. চাৰি শ্ৰেণী তিৰোতাৰ ভিতৰত এক শ্ৰেণী।

শচী বি. ইন্দ্ৰৰ ভাৰ্য্যা the wife of Indra. শচীপতি বি. Indra.

শটবটা অক. ধা. কপট বন্ধুতা দেখুৱা to show false friendship. বি. শটবটনি। বিণ. শটবটীয়া।

শঠ বি. বঞ্চক, দুষ্ট a cheat, a rogue. বি. শঠতা, শঠা মিত্ৰ শঠ বন্ধু, কপটীয়া বন্ধু a deceitful friend.

শণ বি. পাটৰ নিচিনা সূতা হোৱা গছ আৰু তাৰ সূতা hemp or flex.

শণাইত বিণ. তীক্ষ্ণ, চোকা।

শত বি. এশ a hundred. বিণ. এশ সংখ্যাৰ।

শতকন্ধ বি. লঙ্কাৰ ৰজা ৰাৱণ—বাক্যস।

**শতকৰা** ক্রি. বিণ. প্রতি এশটাত per cent.

**শতদল** বি. পদুম ফুল lotus.

**শতদ্রু** বি. এটা নদীৰ নাম name of a river.

**শতধা** ক্রি. বিণ. এশ প্রকাৰে in a hundred ways, এশ খণ্ড হৈ in hundred parts. এশ বাৰ in hundred times.

**শতধা** বি. ৺অম্বিকাগিৰি ৰায় চৌধাৰীদেৱে ৰচনা কৰা স্বদেশ প্রীতিমূলক এখন গ্রন্থৰ নাম।

**শতধাৰ** বি. এশ ধাৰযুক্ত, বজ্র।

**শতপথ ব্রাহ্মণ** বি. যজুর্বেদৰ অংশ বিশেষ।

**শতপদী** বিছা আদি পোক।

**শতপত্র** বি. পদুম the lotus.

**শতভিষা** বি. পঁচিশ সংখ্যাৰ নক্ষত্র।

**শতমুখ** যি বিষয় সম্বন্ধে যিয়ে বৰ উৎসাহেৰে বাৰে বাৰে কয়।

**শতমূল** বি. শিপা ঔষধত লগা এবিধ বনৰীয়া লতা।

**শতৰঞ্চি** বি. দলিচা a cotton carpet.

**শতৰূপা** বি. ব্রহ্মাৰ কন্যা, স্বায়ম্ভুব মনুৰ ভার্য্যা।

**শতসহস্র** বি. এশ হাজাৰ, অসংখ্য a lakh, innumerable.

**শতাংশ** এশ ভাগৰ এভাগ।

**শতানন্দ** বি. জনক ৰজাৰ পুৰোহিত অহল্যাৰ পুত্র।

**শতাব্দ, শতাব্দী, শতিকা** বি. এশ বছৰ কাল a century.

**শতানীক** বি. দ্রৌপদীৰ পুত্র।

**শতায়ু** এশ বছৰ জীয়াই থকা।

**শতক** বি. 'শত্রু' শব্দৰ কোমল ৰূপ। ও. বি. শত্রুবালি।

**শতেক** বিণ. এশ hundred.

**শতেক দিনে** ক্রি. বিণ. সদাই always.

**শতেকীয়া** বিণ. এশ লৈকে গণনা কৰা নেওতা।

**শত্রু** বি. বৈৰী an enemy. **শত্রুতা,** শত্রুবালি বৈৰিতা enmity. **শত্রুঘ্ন** বি. লক্ষ্মণৰ সৰু ভায়েক। **শত্রুঞ্জয়** শত্রুজয়কাৰী; ৰঘুনাথ মহন্তই লিখা এখন কাব্যৰ নাম। **শত্রুশাল** শত্রুবুলি প্রতিশোধ ল to take revenge.

**শন্‌শননি** বি. শুকান গছৰ পাতত ধঁহনি থালে হোৱাৰ নিচিনা শব্দ। অক. ধা. **শন্‌শনা**।

**শনা** সক. ধা. শানত ধঁহি চোকা কৰ to whet.

**শনাইত, শনাল** বি. শানত দিয়া, চোকা।

**শনাহী** বিণ. উৎপতীয়া, কুলক্ষণীয়া mischievous.

**শনি** বি. সপ্তম গ্রহ the Saturn, শনিবাৰ Saturday, শনি গ্রহৰ দৰে অনিষ্টকাৰী বা বিঘ্নজনীয়া লোক a mischievous person.

**শনিয়ে পা** দুর্ব্বুদ্ধিয়ে পা, কুগ্রহে লগ

ন। শনিপাট উগ্ৰ বা দুষ্ট লোক। শনিবৰীয়া শনিবাৰে হোৱা বা বহা। শনিবাৰ সপ্তাহৰ শেষ দিন।

শনৈশ্চৰ বি. যি লাহে লাহে ভ্ৰমণ কৰে, শনি গ্ৰহ।

শপ সক. ধা. গালি পাৰ, নিন্দা কৰ to abuse. বি. শপনি গালি পৰা কাৰ্য্য।

শপত বি. দিব্য, প্ৰতিজ্ঞা, দেৱতা বা ধৰ্ম্মৰ নাম লৈ কৰা অঙ্গীকাৰ oath. ক্ৰি. শপত কৰ, শপত কাঢ়, শপত খা দেৱতা বা ধৰ্ম্মৰ নাম লৈ অঙ্গীকাৰ কৰ swear, to take oath. শপত দে দেৱতা, গোসাঁই বা আন কোনো ময়মৰ লোকৰ নাম ধৰি বিপৰীত আচৰণ কৰিলে যেন তেওঁৰ কোপত পৰিব বা তেওঁ নাশ পাব এনে ভাবে আদেশ বা প্ৰাৰ্থনা কৰ to adjure. শপত খুৱা দেৱতা, ধৰ্ম্মৰ নাম লৈ অঙ্গীকাৰ কৰা। শপতাশপতি বি. এজনে আন জনক শপত দিয়া কাৰ্য্য।

শবদ বি. 'শব্দ' চোৱা।

শব্দ বি. ধ্বনি sound, অৰ্থযুক্ত মাত a word. শব্দ উঠ জনাজাত হ। শব্দকোষ অভিধান। শব্দব্ৰহ্ম বেদ, শব্দাত্মক ব্ৰহ্ম। শব্দভেদী বিণ. কোনো বস্তুৰ শব্দ শুনিয়েই তাৰ গাত অস্ত্ৰ লগাব পৰা ক্ষমতা থকা। শব্দশক্তি বি. অভিধা, লক্ষণা আৰু ব্যঞ্জনা প্ৰভৃতি শব্দৰ অৰ্থবোধক বৃত্তি। শব্দ-সাৰ বি. শব্দকোষ, অভিধান, a lexicon. শব্দাৰ্থ শব্দৰ অৰ্থ, কোনো শব্দই বুজোৱা বস্তু বা বিষয়।

শব্দায়মান বিণ. শব্দ বা ধ্বনিৰ দ্বাৰা পূৰ্ণ ধ্বনিত filled with sounds.

শব্দালঙ্কাৰ ৰচনা শ্ৰুতিমধুৰ কৰিবলৈ বিশেষ ৰীতিত কৰা শব্দ বিন্যাস।

শব্দশাস্ত্ৰ বি. ব্যাকৰণাদি শব্দবিজ্ঞান philology.

শব্দবিজ্ঞান বি. শব্দ বিলাকৰ স্বৰৰ জ্ঞান phonology.

শব্দিত কৃদ্ বি. ধ্বনিত, শব্দ কৰা, sounded.

শনাহী বিণ. অমঙ্গলীয়া, হিংসা-কুৰীয়া ominous, mischivous.

শম বি. মনৰ শান্ত অৱস্থা, বিচলিত নোহোৱা গুণ calmness, absence of passion.

শমন বি. যম the god of death.

শমীক বি. শৃঙ্গী ঋষিৰ পিতৃ।

শমী, শমীধ বি. হোমত ব্যৱহৃত এবিধ কাঁইটীয়া গছ a kind of tree.

শম্বৰ বি. প্ৰদ্যুম্নই বধ কৰা এটা দৈত্যৰ নাম।

শম্ভু বি. শিৱ Shiva.

শয়ন বি. শোৱা কাৰ্য্য, শোৱন act of sleeping.

শয়ন একাদশী বি. আহাৰ মাহৰ শুক্ল

পক্ষৰ একাদশী (বিষ্ণুৰ নিদ্ৰা গমন)

**শয়ন গৃহ, শয়নাগাৰ** বি. শোৱনি ঘৰ sleeping room.

**শয়ন্তৰী** বি. স্বামীৰ লগত সহমৃতা, সতী হোৱা।

**শয়েকীয়া** বিণ. এশ সম্বন্ধীয়, এশটকা মূল্যৰ relating to one hundred rupees worth.

**শয্যা** বি, বিছনা, ঢাৰিপাটি a bed. **শয্যাগত** বিণ. নৰিয়াৰ কাৰণে বিচনাত পৰি থকা confined to bed owing to illness.

**শৰ** বি. বাণ, কাঁৰ an arrow.

**শৰ বৃষ্টি** বি. বৰষুণৰ দৰে অবিৰাম শৰ মাৰা কাৰ্য্য shower of arrows.

**শৰ-শয্যা** বি. শৰেৰে নিৰ্ম্মিত বিছনা, the bed formed of arrows.

**শৰ, শৰ-পহু** বি. বহুত ফেৰেঙণি মেলা শিঙেৰে এবিধ ডাঙৰ পহু a kind of big deer with branching horns. **শৰ-ভঙ্গ** বি. দণ্ডকাৰণ্যত থকা এজন ঋষি, **শৰ সন্ধান** ধনুত শৰ যোজনা।

**শৰচ্চন্দ্ৰ** বি. শৰৎকালৰ নিৰ্ম্মল জোন the autumnal moon.

**শৰণ** বি. আশ্ৰয় protection, refuge. বিষ্ণুৰ ভকত হোৱা, মহাপুৰুষীয়া ধৰ্ম্ম গ্ৰহণ কৰা act of being initiated into the Vaishnava religion. **শৰণ দি** অন্যায়ৰ পৰা ৰক্ষা পাবলৈ ৰজা বা ডাঙৰ লোকৰ নাম কৈ চিঞৰ to cry out for protection or justice **শৰণ ল** আশ্ৰয় ল, ভকত হ to take refuge, to be a disciple. **শৰণ লগা** ভকত হব। **শৰণ পশ** শৰণাপন্ন হ to seek protection. **শৰণাগত** আশ্ৰয়ৰ নিমিত্তে ওচৰ চপা। বি. আশ্ৰয় প্ৰাৰ্থনা কৰোঁতা। **শৰণাপন্ন** সম্পূৰ্ণ বশ হৈ কাৰো আশ্ৰয় লোৱা, **শৰণাৰ্থী** আশ্ৰয় খোজা, শৰণাগত।

**শৰণি** বি. পথ, মাৰ্গ, way, path.

**শৰণীয়া** বি. আশ্ৰয় লোৱা, আশ্ৰিত under protection, কোনো গুৰুত শৰণ লোৱা, ভকতীয়া converted to Hinduism.

**শৰৎ, শৰদ, শৰৎকাল** বি. আহিন আৰু কাতি মাহ autumn.

**শৰদ ইন্দু** বি. শৰত কালৰ চন্দ্ৰ

**শৰধুৱা** বিণ. শৰাধ সম্পৰ্কীয়, শৰাধত লগা relating to shraddha.

**শৰাই** বি. ওখ ডাঙৰ কাঠৰ বা ধাতুৰ বটা a tray with a stand.

**শৰাধ** বি. মৃতকৰ বা পিতৃ সকলৰ উদ্দেশ্যে কৰা তৰ্পণ আৰু আহাৰাদি দান।

**শৰালি** বি. পাতিহাঁহ জাতিৰ এবিধ বনৰীয়া চৰাই a teal.

**শৰাশন** বি. ধেনু a bow.

**শৰীৰ** বি. গা, দেহ the body.

**শৰীৰী** বিণ. দেহযুক্ত, শৰীৰ থকা having a body.

**শৰ্কৰা** বি. চেনি sugar.

**শৰ্ব্বৰী** বি. নিশা night.

**শৰ্ম্মা** বি. বামুণৰ উপাধি a title of a Brahmin.

**শৰ্ম্মিষ্ঠা** বি. ৰজা যযাতিৰ দ্বিতীয় ভাৰ্য্যা।

**শল** সক. ধা. কাঠ আদিত লগোৱা বৰণ নেৰাবলৈ তাক লা সানি ঢাক to cover with lac.

**শ'ল** বি. এবিধ মাছ a kind of fish. **শ'ল-ঠাৰি** বি. সৰু শ'ল মাছ।

**শলখ** বি. এবিধ ওখ ডাঙৰ গছ a kind of tree.

**শলখা** বি. নঙলা মৰা ডাং the bar of the gateway, খিৰ্কাত সুমাই ভুৰাৰ মৰা চুটি মাৰি a door latch.

**শলগা** বি. 'শলাগ' চোৱা।

**শলটা** বি. 'শলিতা' চোৱা।

**শলমাৰি** বি. যুৱলিৰ শলি, দোলাৰ পোন মাৰি the pin of an ox yoke.

**শলা** বি. কাঠ, বাঁহ, লো আদিৰ মুৰ জোঙা গোটা কাঠী a spoke or pin. **শলাকাঠী** বস্তৰৰ সূতা মোৰোৱা কাঠি a spindle. **শলাকালি** চাকিৰ শলিতা the wick of a lamp. **শলাকা** শলা। **শলামাত** অন্তৰ বিদীৰ্ণ কৰা গালি।

**শলাগ** সক. ধা. প্ৰশংসা কৰ, গুণ বখান to praise. অক. ধা. অনুমোদন কৰ, সম্মতি প্ৰকাশ কৰ to express approval. বি. প্ৰশংসা praise, উপকাৰ স্বীকাৰ gratitude. **শলাগ পা** প্ৰশংসা লাভ to be praised. **শলাগ ল** উপকাৰ স্বীকাৰ কৰ to be grateful.

**শলাল** বিণ. শিয়ালৰ দৰে চৈতৰ ধূৰ্ত্ত cunning.

**শলাশল** বিণ. গোটাগোট, নভগানিছিগা whole and distinct.

**শলি** বি. বাঁহ, কাঠ, লো আদিৰ সৰু দীঘল গোটা কাঠী।

**শলিতা** বি. শলাকালি a lamp wick.

**শলিয়া** বি. এবিধ ডাঙৰ নিগনি, খৰিয়া a kind of mouse of big size.

**শল্য** বি. মদ্ৰদেশৰ ৰজা, মাদ্ৰীৰ ভায়েক, নকুল সহদেৱৰ মোমায়েক।

**শল্য-পৰ্ব্ব** বি. মহাভাৰতৰ এটা সৰ্গৰ নাম।

**শল্যোদ্ধাৰ** বি. গাৰ পৰা শাল আদি বাহিৰ কৰা কাৰ্য্য, হিংসাৰ প্ৰতিশোধ, পোটক তোলন act of taking revenge.

**শল্শলীয়া** বিণ. শলিৰ দৰে পোন আৰু নিমজ।

**শৱ** বি. জন্তুৰ বা মানুহৰ মৰা দেহ a dead body.

শৱসাধন, শৱসাধনা বি. মৰা শব ওপৰত বহি কৰা তান্ত্রিক সাধনা।

শৰাধাৰ বি. মৰা শ থোৱা পাত্র।

শশক বি. শহা-পহু।

শশধৰ, শশাঙ্ক বি. চন্দ্র, জোন the moon.

শশী বি. চন্দ্র the moon. শশী-প্রভা বি. চন্দ্রৰ কিৰণ the light of the moon, ৰজা ভীষ্মকৰ পত্নী কক্মিণীৰ মাতৃ। শশীভূষণ বি. শিব, মহাদেৱ a name of Siva.

শশুৰ বি. শহুৰ father-in-law.

শস্ত্র বি. অস্ত্র weapon, arm.

শস্ত্র-পাণি বি. অস্ত্রযুক্ত।

শস্য বি. খেতিৰ পৰা উৎপন্ন হোৱা বস্তু a crop, the produce of a field.

শস্যশালী বিণ. অধিক শস্য হোৱা, সাৰুৱা fertile.

শস্তা বিণ. কমদাম, সুলভ cheap.

শস্য-শ্যামলা বিণ. শস্যৰ দ্বাৰা শ্যামল বৰণীয়া হৈ থকা।

শহ বি. শস্য শব্দৰ অপভ্রংশ।

শহা, শহা পহু বি. এবিধ দীঘলীয়া পাহু ঠেঙেৰে জপিয়াই ফুৰা জন্তু a hare. শহাকণীয়া শহা পহুৰ দৰে অলপ শব্দ হলেই শুনা quick of hearing.

শহুৰ বি. স্বামী বা ভাৰ্য্যাৰ বাপেক a father-in-law.

শহুৰৰ জীয়েক বি. বৈণীয়েক wife.

শহুৰৰ পুতেক বি. গিৰিয়েক husband.

শাও বি. আনৰ অমঙ্গল হবলৈ কোৱা বাক্য a curse. শাও দে আনৰ অমঙ্গল হবলৈ বাক্য ক to curse. শাও লাগ আনে দিয়া শাওৰ ফল ভোগ কৰ। শাও-শপনি গালি শপনি।

শাওণ বি. বছৰৰ চতুৰ্থ মাহ the fourth month of the Hindu year. শাওণা শাওণ মাহত জন্মা।

শাঁও-বৰণ বি. মিঠা বৰণ, fair-colour. বিণ. শাঁও-বৰণীয়া।

শাঁকিণী, শাঁখিণী বি. কুলক্ষণী তিৰোতা an ill-omened woman.

শাঁখে সেন্দুৰে আয়তী অৱস্থাতে সধবা অৱস্থাতে with husband alive.

শাঁত বিণ. জুৰ, শীতল, চেঁচা cool, calm, tranquil.

শাঁতি বি. শান্তি, স্থিৰতা calmness, patience.

শাঁৰৰা, শাৰলা বি. এবিধ গছ a kind of tree.

শাক বি. আঞ্জা ৰান্ধি খাব পৰা ডাল পাত আদি a pot-herb, vegetables. শাকনি, শাকভণী শাকৰ খেতি কৰা ঠাই a vegetable garden. শাকত জোণ মোখোৱা ক্রি. কৃপণালি কৰা।

শাকে কচুরে খা অতি দুখীয়া আক . হীন ৰকমৰ আহাৰ খা to live on very poor food. শাকদ্বীপ বি. পৃথিবীৰ সাতোটা দ্বীপৰ এটা the land of the scythians.

শাক্ত বি. দুৰ্গা, কালী আদিৰ উপাসক, শক্তিৰ উপাসক। বিণ. শক্তি পূজা সম্বন্ধীয়।

শাক্যমুনি, শাক্যসিংহ বি. গৌতম বুদ্ধ Lord Buddha.

শাখা বি. গছৰ ডাল,ঠাল a branch of a tree. কোনো খাই বস্তুৰ পৰা বাঢ়ি, যোৱা এটা অংশ a branch, বেদৰ কোনো এটা ভাগ a division of the Vedas.

শাঙ্কৰী বি. শঙ্কৰদেৱৰ সময়ৰ বা তেওঁৰ প্ৰভাৱ থকা pertaining to the time of Sankardeva, শঙ্কৰাচাৰ্য্যই লিখা টীকা written by Sankaracharjya. শাঠ্য বি. শঠতা, ধূৰ্ত্ততা knavery. শাঙ্কৰী-যুগ বি. শঙ্কৰদেৱৰ সময়ৰ কাল।

শাড়ী ( সং-শাটী ) বি. তিৰোতাই বিহামেখেলাৰ সলনি পিন্ধা দীঘল কাপোৰ।

শাণ্ডিল্য বি. শণ্ডিল ঋষিৰ পুত্ৰ, এটা গোত্ৰৰ নাম।

শান বি. অস্ত্ৰ যঁহি চোকা কৰা এবিধ কোমল শিল, বালি, লা আদি মিলাই সেই নিচিনাকৈ তৈয়াৰ কৰা বস্তু a whet-stone. শান-বালি শানবৰকা বৰ ফুটিয়া বালি, শিল-বালি coarse-sand.

শান্ত বিণ. ধীৰ স্বভাৱৰ, খং নথকা, স্থুৰ calm, quiet, সংযত controlled. বি. শান্ততা। শান্তমনা বিণ. ধীৰমনা। ক্রি. বিণ. শান্ত-মনে। শান্তমুৰ্ত্তি গহীন, স্থিৰ আকৃতিৰ। শান্তনু বি. ভীষ্মৰ পিতৃৰ নাম, চন্দ্ৰবংশীয় ৰজাৰ নাম।

শান্তা বি. ৰজা দশৰথৰ কন্যা, ঋষ্যশৃঙ্গ মুনিৰ পত্নী।

শান্তি বি. স্থিৰতা, নিৰল অৱস্থা quientness, সান্ত্বনা, শোক বা উদ্বেগৰ অভাৱ peace of mind, বিশ্ৰাম rest, আপদ বা দুখৰ উপশম, আপদ উপদ্ৰৱৰ অভাৱ peace, absence of trouble, অমঙ্গল বা অশুচি দূৰ কৰিবলৈ পবিত্ৰ পানী ৰ ছাটি sprinkling with sacred water. শান্তিকৰ্ম্ম বি. আপদ বা দুখ গুচাবলৈ কৰা দেৱতাৰ পূজা। শান্তিকৰ্ম্মী শান্তি পূজা কৰা বামুণ। শান্তিজল অশুভ দূৰ কৰিবলৈ ছটিওৱা মন্ত্ৰপূত পানী। শান্তিনিকেতন শান্তিৰ স্থান, শান্তিৰ আলয়। শান্তিপৰ্ব্ব বি. মহাভাৰতৰ এটা পৰ্ব্বৰ নাম, a canto of the Mahabharata. শান্তিবিয়া পাছ বিয়া, বিয়া দিয়া ছোৱালীক স্বামীৰ ঘৰলৈ নিবৰ সময়ত পবিত্ৰ পানীৰে শান্তি কৰা কাৰ্য্য। শান্তিভঙ্গ শান্তিনাশ।

শান্তিৰক্ষক পুলিচ কৰ্ম্মচাৰী। শান্তিয়নী বি. শান্তি কৰা পানী। শান্তিস্বস্ত্যয়ণ গ্ৰহ-শান্তিৰ বাবে কৰা পূজা-হোম আদি। শান্তিহীন অশান্ত, অস্থিৰ।

শান্তী বি. সতী তিৰোতা, পবিত্ৰতা a chaste woman, purity. বিণ. সতী chaste. শান্তীধৰ্ম্ম সতী তিৰোতাৰ ধৰ্ম্ম, সতীত্ব chastity.

শাপ সক. ধা. শাও দে to curse. বি. শাও, লোকৰ অমঙ্গল কৰা বাক্য curse. শাপমুক্ত শাপৰ ফলৰ পৰা মুক্ত হোৱা। শাপভ্ৰষ্ট শাও লাগি হীন অৱস্থাত পৰা বা হীন জন্ম লোৱা। শাপান্ত শাপৰ ফল ভোগ কৰা কালৰ শেষ।

শাব্দিক বি. শব্দৰ মূল, অৰ্থ, লিঙ্গাদি জনা লোক an etymologist. বিণ. শব্দ সম্বন্ধীয় relating to a word.

শাম বি. উপশম, হ্ৰাস হোৱা abated, as a disease. শাম কাট অক. ধা. উপশম হ to abate.

শামুক বি. টান খোলাৰে সৈতে পানীত থকা জন্তু a snail. শামুকীয়া গোৱোৰাৰ তলত হোৱা এবিধ ঘা। শামুকীয়া গাঁঠি শামুকৰ দৰে ঘূৰণীয়াকৈ দিয়া বেতৰ বান্ধ। শামুক ভাঙা এবিধ বক জাতিৰ চৰাই।

শাম্য বিণ. শাম কটা, পাতল হোৱা, উপশম হোৱা abated or diminished. শাম্ব বি. শ্ৰীকৃষ্ণৰ এজন পুত্ৰৰ নাম।

শাৰ অক. ধা. পানীৰ ওপৰলৈ উঠি উশাহ ল (মাছত খাটে) to rise above the surface of water to breathe (said of fish).

শাৰঙ্গ বি. বিষ্ণুৰ ধেনু the bow of Krishna. শাৰঙ্গদেৱ বি. তেৰ শতিকাৰ এজন সঙ্গীতজ্ঞ। শাৰঙ্গ-পাণি, শাৰঙ্গ ধৰ বিষ্ণু, কৃষ্ণ।

শাৰদ, শাৰদীয় বি. শৰৎ কালত হোৱা autumnal.

শাৰী বি. শ্ৰেণী, লানী a line, a row.

শাৰীৰ বিণ. শৰীৰ সম্বন্ধীয়। শাৰীৰিক শৰীৰৰ, দেহ সম্পৰ্কীয় physical, bodily. শাৰীৰ বৃত্তি শৰীৰৰ বিবিধ অংশৰ ক্ৰিয়া বিষয়ক বিজ্ঞান, physiology. শাৰীৰ স্থান শৰীৰৰ বিভিন্ন অঙ্গ প্ৰত্যঙ্গৰ আৰু সংস্থান বিষয়ক বিজ্ঞান anatomy.

শাৰ্দ্দুল বি. বাঘ a tiger.

শাৰ্দ্দুল বিক্ৰীড়িত বি. সংস্কৃতৰ এটা দীৰ্ঘ ছন্দ।

শাল বি. এবিধ সুকাঠি গছ the sal tree, শ'ল মাছৰ নিচিনা এবিধ মাছ a kind of fish. শালৰ মাজত শিঙী মিলিৰ নোৱাৰা সমত সোমোৱা মানুহ।

শাল বি. এযুৰ জোৰা চুটি খুটি, তাতক

শূল a spike, a wedge. শাল মাৰ টান বা দৃঢ় কৰিবৰ কাৰণে শাল সুমা। শালমাৰি ধৰ খোচ মাৰি ধৰ, মৰাৰ দৰে পীড়া কৰ।

শালত দি থিয় কৈ পোতা শালত বহুৱাই প্ৰাণ মাৰ।

শালি সক. ধা. শাল বা লা লগাই টান কৰ to fasten or join tightly. বি. গাড়ীৰ চকাৰ পিঠিত টানি মেৰাই লগোৱা চেপেটা লোৰ চকৰী, পেটত লুকাই ৰখা হিংসা ভাব। অক. ধা. হিংসা কৰ ণ

শাল বি. শিল্প কৰ্ম্ম কৰা ঘৰ বা ঠাই, 'কমাৰ-শাল', কাপোৰ বোৱা যতন (তাঁত), হাতী বা ঘোঁৰাৰ ঘৰ ঘোঁৰা-শাল a workshop, a loom, a stable.

শালগ্ৰাম 'শালগ্ৰাম' চোৱা।

শাল-চকুৰা বিণ. শাল মাছৰ দৰে চকু থকা, চোকা দৃষ্টিৰ keen-sighted, টেঙৰ clever. শালধুনা 'ধুনা' চোৱা। শালপতি বি. ঘৈণীয়েকৰ বায়েক বা ভনীয়েকৰ গিৰিয়েক the husband of wife's sister. শালমন, শাল মইনা ভেকা মানুহৰ মুখত ওলোৱা লক কোহা। শালত কটা, শালেকটা পোনেই ভাত শালৰ পৰা কাটি উলিওৱা, একেবাৰে নতুন।

শালি বি. দ বা বোপিত মাটিত বোৱা ধান rice cultivated in low, moist land. শালি ভলী . শালি ধান কৰৰ যোগ্য মাটি। শাল অৰ্থতো 'শালি' ৰ ব্যৱহাৰ হয়— যেনে-কমাৰ শালি।

শালি-বাহন বি. অব্দ প্ৰবৰ্ত্তক এজন পুৰণি কালৰ ৰজা।

শালিকা, শালিকী বি. এবিধ চৰাই ইয়াৰ কেইবাবিধো আছে, যেনে— ঘৰ শালিকা, ছুটিয়া শালিকা বা শালিকা।

শাল্মলি বি. শিমূল গছ the silk cotton tree.

শাৱক বি. পোৱালি a young one as a bird or animal.

শাসন শালি বি. মৰিশালি।

শ্মশান শাল বি. মৰিশালি, মৰা মানুহক পোতা বা খৰি দিয়া ঠাই a burial or burning ground. শ্মশানকালী মৰিশালিত থকা এবিধ ভূতুনি।

শাশ্বত বিণ. চিৰস্থায়ী, চিৰ কলীয়া eternal, everlasting.

শাসন বি. বশ কৰা কাৰ্য্য, ৰাজ্য চলোৱা কাৰ্য্য, দমন subjugation, government, control, আদেশ order, command, পৰিচালন ruling. শাসনতন্ত্ৰ ৰাজ্য শাসন প্ৰণালী। শাসনীয় শাসনযোগ্য। শাসিত নিয়ন্ত্ৰিত, পৰিচালিত, দণ্ডিত। শাসনকৰ্ত্তা,

**শাসোঁতা** শাসন কৰোঁতা, ৰাজ্য চলাওঁতা a controller, a governor.

**শাস্তি** বি. দোষীক দিয়া দণ্ড punishment, যাতনা, কষ্ট torture, pain.

**শাস্ত্র** বি. অনুশাসন বা বিধি সম্বন্ধীয় গ্রন্থ, প্রাচীন সংস্কৃত গ্রন্থ—বেদ, স্মৃতি, দৰ্শন, পুৰাণ তন্ত্র ইত্যাদি ধৰ্ম্মনীতি বা বিজ্ঞানৰ শিক্ষা দিয়া পুথি a treatise on law, religion or science, a sacred or religious treatise generally. **শাস্ত্রজ্ঞ** শাস্ত্রজনা versed in the shastras. বি. **শাস্ত্রজ্ঞতা**। **শাস্ত্রকাৰ** শাস্ত্র লিখোঁতা। **শাস্ত্রবিৎ** শাস্ত্রজ্ঞ। **শাস্ত্রবেত্তা** শাস্ত্রজনা লোক। **শাস্ত্রবিৰুদ্ধ** বিণ. শাস্ত্র বিপৰীত। **শাস্ত্রবিহিত** বিণ. শাস্ত্র-বিধিসিদ্ধ। **শাস্ত্রসঙ্গত** বিণ. শাস্ত্রই সমৰ্থন কৰা according to law. **শাস্ত্রসিদ্ধ, শাস্ত্রসম্মত** শাস্ত্রৰ দ্বাৰাই অনুমোদিত। **শাস্ত্রীয়** শাস্ত্রোক্ত, শাস্ত্র সম্বন্ধীয়। **শাস্ত্রোক্ত** শাস্ত্রত লিখা।

**শাহ** বি. গছৰ গুটি, শামুক আদিৰ খোলা নাইবা ফল আদিৰ টান আবৰণৰ ভিতৰত থকা কোমল ভাগ the karnel of a fruit, a fleshy part of a shell.

**শাহু** বি. স্বামী বা ভাৰ্য্যাৰ মাক mother-in-law. **শাহুৱতী** বিণ. শাহুৱেক থকা (তিৰোতা) a woman having mother-in-law. **শাহু গৰকা** বিণ. শাহুৱে শিকাই বুজাই চোকা কৰা।

**শিং** বি. কোনো কোনো জন্তুৰ মূৰত গজি ওলোৱা জোঙা অঙ্গ a horn.

**শিক** সক. ধা. বুজ, জান, চেষ্টা কৰি কোনো বিষয়ে জ্ঞান আৰ্জ্জ to learn. কৃদ. বি. **শিকা, শিকন** শিক্ষা কৰা কাৰ্য্য। **শিকনি** উপদেশ বুজনি instruction. **শিকোঁতা** যি শিকে। স্ত্রী. **শিকঁতী**।

**শিকৰ** বি. চোৰাবৰ কাৰণে কুমাৰ মাটিৰে কৰা খোলা বিশেষ।

**শিকলি** বি. জিঁজিৰ, লোৰ আঙঠী জোৰা দি কৰা দীঘল ডোল a chain.

**শিকলীয়া** বি. দাঁতৰ গুৰিত ঘন হৈ বন্ধ হোৱা শুকান চূনৰ নিচিনা মল, দাঁত শিকৰ a tartar of teeth.

**শিকা** সক. ধা. শিক্ষা দে, কোনো বিষয়ে জ্ঞান দে to teach. কৃদ. কৰ্ত্তা. **শিকাওঁতা**। স্ত্রী. **শিকাঁতি**।

**শিকাৰু** বি. ভালকৈ শিক্ষা পোৱা a learner.

**শিকিয়া** বি. বাওঁকাৰ দুই মূৰে ওলমাই ভাৰ নিয়া জৰীৰে কৰা যতন, একাজি a loop or string bag made of rope for carrying loads.

**শিকোঁজা** দ্ৰ. বি. ঘিয়ে শিকে, 'শিক্ষক a learner স্ত্ৰী. শিক্ষত্ৰী।

**শিখণ্ডী** বি. ম'ৰা চৰাই a peacock. **শিখ** বি. নানক প্ৰবৰ্ত্তিত ধৰ্ম্মাবলম্বী। **শিখণ্ড, শিখণ্ডক** বি. ক্ষত্ৰিয় বালকৰ মূৰ খুৰাই দুই কাণৰ ওঁপতিত ঘূৰণীয়া কৰি ৰখা চুলি a semi circular patch of hair.

**শিখণ্ডী** বি. দ্ৰুপদ ৰজাৰ পুত্ৰ a son of King Drupada.

**শিখৰ** বি. পৰ্ব্বতৰ টিং বা অতি ওখ ভাগ the crest or summit of a mountain.

**শিখা** বি. মূৰৰ ওপৰত দীঘলকৈ ৰখা চুলি, টিকনি a lock of hair left on the crown of the head, জুইৰ আগ a flame of fire.

**শিখাবান্ধ** গায়ত্ৰী জপ কৰি টিকনিত গাঁঠি দে।

**শিঙৰা** বি. এবিধ মাছ a kind of fish. **শিঙৰামুখীয়া** শিঙৰা মাছৰ দৰে জোঙা আৰু চেপেটা মুখ থকা, খঙাল peevish.

**শিঙৰি** বি. কাঁইট থকা এবিধ গুটি আৰু তাৰ গছ। **শিঙৰি-ঘৰ** আহোম ৰজা ৰাজ-পাটত উঠোঁতে ব্যৱহাৰ কৰা চাং-ঘৰ।

**শিঙা** বি. শিঙেৰে সজা ফুঁ দি বজোৱা এবিধ বাদ্যযন্ত্ৰ a blowing horn, তেজ কটাত মুখেৰে হুঁপি তেজ এৰে ঠাই লৈ অনা শিং।

**শিঙাল** বিণ. শিং থকা, শিং যুক্ত having horns.

**শিঙী** বি. মাগুৰ মাছৰ আকৃতিৰ এবিধ মাছ a kind of fish. **শিঙীমুখী** এবিধ বিহ গছ আৰু তাৰ শিপা, আঙুলিৰ মূৰত হোৱা বিষ।

**শিচ** বি. 'শিস্ত' শব্দৰ অপভ্ৰংশ।

**শিতান** বি. শয্যাৰ মূৰ দিয়া ফাল the head of a bed.

**শিতগুৰি** বি. বৰ মিহি গুৰি a very fine powder.

**শিথিল** বিণ. ঢিলা, আট নোখোৱা loose, slack. বি. **শিথিলতা**।

**শিপা** বি. উদ্ভিদৰ গুৰিৰ পৰা ওলোৱা সূতা বা ঠাৰিৰ নিচিনা দীঘলীয়া মূল the fibrous roots of any tree or vegetables. অক. ধা. শিপা মেল to take root, স্থিতাপি হ, থানথিত লাগ to become settled.

**শিপিনী** বি. বৰ কাটিব জনা তিৰোতা, তাঁত বোৱাত পাৰ্গত তিৰোতা a woman skilled in weaving and spinning.

**শিবি** বি. প্ৰাচীন ভাৰতৰ এজন ত্যাগী ৰজাৰ নাম।

**শিবিৰ** বি. ৰণত সৈন্য থকা বাহৰ, ৰণুৱা থকা ঠাই a camp, tents or huts used by an army in action.

**শিমলু** বি. এবিধ তুলা হোৱা গছ

the silk cotton tree. শিমলু আলু গছ আলু। শিমলু তুলা silk cotton.

শিয়ৰ অক. ধা. ভাৰ, ভয়, আশ্চৰ্য্য আদি অস্বাভাবিক বোধৰ পৰা গাৰ নোম থিয় হ to stand on end as hair of the body. বি. শিয়ৰণ শিয়ৰা কাৰ্য্য। সক. ধা. শিয়ৰা গাৰ নোম থিয় কৰ।

শিয়াৰ বি. শিপা root. অক. ধা. শিপা ধৰ, শিপা মেল to take root.

শিয়াল বি. এবিধ কুকুৰ জাতীয় বনবীয়া জন্তু a jackal. শিয়াল-গলা বিণ. শিয়ালৰ দৰে ওকন্দা গাল থকা, গাল উখহা বেমাৰ, যন্ত্ৰমণি বেমাৰ the mumps. শিয়াল নেজীয়া শিয়ালৰ নেজৰ নিচিনা।

শিৰ বি. মূৰ the head. শিৰত তুলি ল সক. ধা. সন্মানেৰে মূৰত ল। বি. সন্মান কৰ to worship, revere.

শিৰশ্চেছদ বি. মূৰ কটা যোৱা decapitation.

শিৰীষ বি. এবিধ গছ আৰু তাৰ ফুল a kind of tree and its flower.

শিৰোগত বিণ. মূৰত তুলি লোৱা, পালন কৰা to be obeyed.

শিৰোধাৰ্য্য বিণ. শিৰত তুলি লব লগীয়া, মানিবলগা worth following. শিৰোনামা, শিৰো-নাম বি. চিঠিৰ ওপৰত লিখা নাম ঠিকনা আদি, বিয়োগ address of a letter.

শিৰোমণি বি. মূৰৰ মণি বা মুকুট a head gem, শ্ৰেষ্ঠ লোক, চূড়ামণি a most respectable and high person. শিৰোৰোগ মূৰৰ ৰোগ, মূৰৰ বেদনা a disease of the head.

শিল বি. পাথৰ, প্ৰস্তৰ a stone, বৰষুণৰ লগত পৰা আকবৰ চেঁচা হৈ শিলৰ নিচিনা গোট খোৱা পানী a hailstone. শিলগুটি বি. সক গোটা শিল a pebble. শিলবালি খৰচীয়া বা মোটা বালি coarse sand. শিলনি সৰহীয়াকৈ শিল থকা ঠাই a stony place. শিল-কপৌ বি. নীল বৰণীয়া কপৌ। শিলখঁৰিয়া বি. বৌ জাতীয় মাছ। শিলৰ সাকোঁ বি. পকাদলং stone bridge.

শিলা বি. শিল stone. সক. ধা. শিলেৰে খুন্দ বা ঘঁহ। শিলাকুটী শিল কাটি বস্তু তৈয়াৰ কৰা মানুহ a stone-cutter. শিলাবৃষ্টি শিলবৰষা, শিলবৰষুণ a hail-storm.

শিলাময় বিণ. শিলৰ নিচিনা টান hard like stone, শিলেৰে কৰা made of stone, শিলেৰে ভৰা full of stones. শিলৰ খুঁটি

শিল বেখা বি. স্থিবতা, নিশ্চয়তা certainty.

শিলিখা বি. হৰীতকী, এবিধ গছ আক তাৰ ফল a kind of tree and its fruit. শিলিখা মণি বি. এবিধ সোণৰ মণি।

শিলীমুখ বি. এবিধ বৰ চোকা কাঁড় a kind of arrow.

শিল্প বি. কাৰিকৰী কাম, বাঢ়ৈ, সোণাৰি আদিৰ কাম arts and crafts, industry. শিল্পকৰ কাৰিকৰ an artisan. শিল্পকৰ্ম্ম বিশেষ নিপুণভাবে কৰা হাতৰ কাম handicraft. শিল্পবিভা শিল্প কৰ্ম্মত দক্ষতা skill in art. শিল্পশাস্ত্র শিল্প কৰ্ম্মৰ শিক্ষা দিয়া পুথি। শিল্পশালা কাৰখানা। শিল্পী শিল্পকৰ, কাৰিকৰ an artist, mechanic. স্ত্রী. শিল্পিনী।

শিৱ বি. মহাদেৱ, মঙ্গলময় auspicious. শিৱচতুৰ্দ্দশী, শিৱৰাত্রি মাঘৰ শেষ বা ফাগুনৰ আদিতে হোৱা কৃষ্ণা চতুৰ্দ্দশী। শিৱ-ৰহস্য বি. এখন গ্রন্থৰ নাম। শিৱলিঙ্গ শিৱৰ লিঙ্গমূৰ্ত্তি। শিৱলোক কৈলাশ। স্ত্রী. শিৱা, শিৱানী শিৱৰ পত্নী দুৰ্গা।

শিৱালয় বি. শিৱ মন্দিৰ the abode or temple of Shiva.

শিৰিকা বি. পাজ্জী a titter.

শিশিৰ বি. জাৰ কালি. পহ-মাঘ মাহ the cold season, নিয়ৰ dew.

শিশিৰ কাল বি. শীতকাল winter season.

শিশু বি. সন্তান, কম বয়সীয়া ল'ৰা বা ছোৱালী a child, যেই সেই জন্তুৰ সন্তান the young of any animal. শিশুত্ব ল'ৰাকাল।

শিশু বি. এবিধ সুকাঠি কাঠৰ গছ a timber tree.

শিশুপাল বি. চেদিৰাজ্যৰ ৰজা, name of a king.

শিশ্ন বি. লিঙ্গ, পুৰুষৰ জননেন্দ্রিয়।

শিশ্নোদৰ পৰায়ণ কামুক আৰু পেটাল।

শিষ্ট বিণ. ভদ্র, সুশীল civil, gentle. বি. সজ লোক, সজ্জন a well-behaved and virtuous man. শিষ্টতা, শিষ্টাচাৰ বি. সজগুণ বা আচৰণ, ভদ্রতা civility, good manners.

শিষ্য বি. গুৰুৰ পৰা উপদেশ লওঁতা disciple.

শিহৰ অক. ধা. শিহৰ, নোমৰ দৰে থিয় হ to stand on end ( hair of the body ).

শিহৰি বি. সূতাৰ নিচিনা মিহি শিপা, পয় a fine or thin root.

শিহা বি. মিহি শিপা a fine root, চাকিৰ শলাকাঠি wick of a lamp.

**শিহু** বি. পানীত থকা এবিধ জন্তু, a porpoise.

**শিক্ষক** বি. শিক্ষাদাতা, অধ্যাপক, গুরু a teacher.

**শিক্ষণ** বি. অধ্যয়ন, শিক্ষা, অধ্যাপন, উপদেশ। **শিক্ষণীয়** শিকাৰ যোগ্য, শিকাৰ লগীয়া।

**শিক্ষয়িতা** বি. শিক্ষক। স্ত্রী. **শিক্ষয়িত্রী**।

**শিক্ষা** বি. শিকা কাৰ্য্য, অভ্যাস study, act of learning, বিদ্যা শিকনি instruction, lesson. **শিক্ষাগুরু** অধ্যাপক। **শিক্ষিত** বিণ. বিদ্বান educated, শিক্ষা-প্ৰাপ্ত, উপদিষ্ট trained. স্ত্রী. **শিক্ষিতা**।

**শিক্ষা বিভাগ** বি. শিক্ষা নিয়ন্ত্রণৰ ব্যৱস্থামণ্ডল education Department.

**শীঘ্ৰ** বিণ. বেগৱন্ত, বেগী quick বি. **শীঘ্ৰতা**, **শীঘ্ৰগামী** বেগাই, যোৱা, বেগাই যাব পৰা quick going. ক্রি. বিণ. **শীঘ্ৰে** বেগাই, সোনকালে without delay.

**শীত** বি. জাৰ cold. বিণ. চেঁচা। **শীতপ্ৰধান** যি ঠাইত শীত বেছি দিনলৈ থাকে। **শীতমণ্ডল** বি. পৃথিবীৰ ভিতৰত শীত বেছি দেশ frigid zone. **শীতল** বিণ. চেঁচা cool, মিহি, নিমজ smooth. বি. **শীতলতা**।

**শীতলা** বি. বসন্ত আদি ৰোগ উপশম কৰা গোসাঁনী।

**শীতলী** বি. যৰৰ চালৰ কাঠৰ ওপৰত আৰু থেৰৰ তলেদি পাৰি দিয়া মিহি পথালি কামী।

**শীতলীয়া** বি. জেকনি লাগি পান পেলি যোৱা ৰোগ a disease of the betel leaf.

**শীতাংশু** বি. চন্দ্ৰ the moon.

**শীতাৰ্ত্ত** বিণ. জাৰত কষ্ট পোৱা, জাৰৰ কাৰণে আতুৰ হোৱা shivering with cold.

**শীতোষ্ণ** বি. জহ আৰু জাৰ cold and heat.

**শীৰ্ণ** বিণ. খীণাই শুকাই যোৱা decayed, withered.

**শীৰ্ষ** বি. চূড়া, মুৰ summit, head.

**শীৰ্ষক** মূৰত থকা, ওপৰত নাম লিখা।

**শীৰ্ষকোণ** বি. ত্ৰিভুজৰ ভূমি সংলগ্ন কোণ দুটাৰ বাহিৰে বাকী কোণটো।

**শীৰ্ষস্থানীয়** সকলোতকৈ ওপৰৰ।

**শীল** বি. চৰিত্ৰ, সাধু চৰিত্ৰ বা আচৰণ।

**শীলন** অভ্যাস, অনুশীলন, আলোচনা।

**শীলভদ্ৰ** বি. নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ।

**শীলাদিত্য** বি. হৰ্ষবৰ্দ্ধনৰ উপাধি।

**শুং** সক. ধা. গোন্ধ বা ঘ্ৰাণ ল to smell.

**শুং** বি. ধান আদি শস্যৰ গাত থকা জোঙা হুল, যেই সেই জোঙা হুল anything fine and pointed, অলপ সম্ভেদ, উৰা a clue, slight information. শুং শুঙা বিজ বিজা to feel itching sensation.

**শুং-সূত্ৰ** বি. উৰাদিহ, কোনো বিষয়ে অলপ খবৰ a clue, slight information.

**শুঁঠ** বি. শুকাই যোৱা বস্তু a dried fruit.

**শুঁৰ; শুঁড়** বি. হাতীৰ নাকৰ আক হাতৰ কাম কৰা দীঘল অঙ্গ the proboscis or trunk of an elephant.

**শুঁহৰি** বি. স্বামীৰ ঘৰত ভাৰ্য্যাৰূপে থকা অৱস্থা wifehood. ক্রি. শুঁহৰি খাট।

**শুক** বি. ভাটৌ চৰাই a parrot.

**শুক, শুকদেৱ** বি. ব্যাস মুনিৰ পুতেক, এওঁ পৰীক্ষিত ৰজাক ভাগৱত শুনাইছিল।

**শুক তৰা** শুক্ৰ গ্ৰহ।

**শুকতি** বি. শুকান মাছ dried fish.

**শুকনি** বি. শুকাবলৈ ধৰা, বন কমি যোৱা act of drying up or healing. ক্রি. শুকনি ধৰ। বিণ. শুকনি মুৰা।

**শুকতাৰা** বি. শুক্ৰ গ্ৰহ Venus.

**শুকলী** বি. গাৰ বল বা বা শুকোৱা দৰৱ।

**শুকা** অক. ধা. নীৰস হ to dry, হ্রাস হ, খীনা to be emaciated. সক. ধা. শুকান বা নীৰস কৰ to make dry. কৃদ. কৰ্ত্তা. শুকাওঁতা। স্ত্রী. শুকাঁতী।

**শুকান** নীৰস, কেঁচা নোহোৱা, খীণোৱা dry, emaciated. ক্রি. বিণ. শুকানে শুকান অৱস্থাত।

**শুকাণী** অপেশৰা—বি. এজনী স্বৰ্গৰ অপ্সৰা।

**শুকুৰ, শুকুৰবাৰ** বি. শনিবাৰৰ আগদিন Friday. শুকুৰবৰীয়া বিণ. শুকুৰ বাৰে ওপজা বা হোৱা।

**শুকুলা** বিণ. বগা white. স্ত্রী. শুকুলী।

**শুকুৱা** সক. ধা. শুকান বা নীৰস কৰা to cause to dry or heal up.

**শুক্তা** বি. মৰাপাটৰ শুকান পাত।

**শুক্ৰ** বি. দৈত্য গুৰু, এটা গ্ৰহ, পুৱতী তৰা Venus, the morning star, শুকুৰবাৰ। শুক্ৰাচাৰ্য্য বি. দৈত্য-গুৰু।

**শুক্ৰ** বি. বীৰ্য্য, ৰেতস্ semen. শুক্ৰাচাৰ্য্য দৈত্যগুৰু।

**শুক্ল** বিণ. বগা white. স্ত্রী. শুক্লা।

**শুক্লধ্বজ** বি. নৰনাৰায়ণৰ ভায়েক, চিলাৰায়।

**শুক্লপক্ষ** বি. প্ৰতিপদৰ পৰা পূৰ্ণিমা-

লৈকে এই পোন্ধৰ দিন the bright half of a month.

শুক্ললতি বি. এবিধ লতাৰ শ্ৰেণীৰ গছ a kind of shrub.

শুগীয়া বিণ. শোগোলা, একোতে সন্তোষ নোপোৱা habitually discontented.

শুগুণী 'শোগোলা' চোৱা।

শুঙা সক. ধা. ঘ্ৰাণ লোৱা, গোন্ধ লোৱা to cause to smell শুঙাশুঙি পৰস্পৰে শুঙা কাৰ্য্য।

শুচি বিণ. শুচি, পবিত্ৰ, নিৰ্ম্মল pure, clear. বি. শুচিতা। শুচিমন্ত বিণ. পবিত্ৰ মন যুক্ত pure-souled.

শুজ সক. ধা. ধাৰ মাৰ, ধাৰলৈ অনা ধন ঘুৰাই দে to repay, to clear debts.

শুজ সক. ধা. শৰীৰলৈ হিতকৰ হ to agree with the constitution.

শুজা সক. ধা. লোকৰ হতুৱাই ধাৰ মৰা to cause to be repaid.

শুট অক. ধা. পৰস্পৰে পৰস্পৰক দিবলগা ধাৰ কটাকটি বা মৰামৰি হ to be repaid. বি. শুটন।

শুটনি বি. প্ৰতিহিংসা retaliation.

শুটা প্ৰতিশোধ ল, প্ৰতিহিংসা কৰ to retaliate.

শুটোৱাশুটি বি. হিংসাৰ প্ৰতিশোধ কৰণ mutual retaliation.

শুণ্ঠি, শুণ্ঠী বি. শুকান আদা, শুঁঠ dry ginger.

শুণ্ড (পু. অ.) বি. শুঁৰ the trunk of an elephant.

শুদা বিণ. শূন্য, খুকলি, উদং bare. empty, অকল, আন বস্তু লগত নথকা alone, lonely, ফলশূন্য, নিষ্ফল profitless, valueless. ক্ৰি. বিণ. শুদাই, শুদাতে। শুদামুখে তামোল চাগি, জা-জলপান নোখোৱাকৈ।

শুদ্ধ বিণ. নিৰ্ম্মল, পবিত্ৰ clear. holy, একো মিহলি নথকা unmixed, pure, নিৰ্ভুল correct. বি. শুদ্ধতা। ক্ৰি. বিণ. শুদ্ধকৈ, শুদ্ধৰূপে। শুদ্ধমতি বিণ. পবিত্ৰমনা, সৰলমনা। শুদ্ধসত্ত্ব বিণ. নিষ্পাপী। শুদ্ধাচাৰ বি. পবিত্ৰ আচৰণ। শুদ্ধাচাৰী পবিত্ৰ আচৰণকাৰী।

শুদ্ধি বি. পবিত্ৰতা, নিৰ্ম্মলতা purity, অশুচি অৱস্থাৰ পৰা শুচি কৰা।

শুদ্ধে ক্ৰি. বিণ. নিৰ্ভুলকৈ correctly.

শুদ্ধোধন বি. বুদ্ধদেৱৰ পিতাকৰ নাম।

শুধ বিণ. মিহলি নথকা pure, unmixed, নিৰ্ভুল correct.

শুধৰা সক. ধা. নিৰ্ভুল কৰ, ভুল শুচা to correct. বি. শুধৰণ।

শুধৰণী বি. সংশোধন কৰা ভুলৰ

তালিকা list of errata. বিণ. সংশোধন কৰা rectifying.

শুধি বি. অশুচি শুচি শুচি হোৱা কাৰ্য্য act of becoming ceremonially clear.

শুন সক. ধা. শ্ৰবণ কৰ, কাণেৰে বুজ to hear, কাণ পাত to listen. শুনাত যেনে শুনা হৈছে।

শুনা সক. ধা. কাণত পেলা to cause to be heard.

শুৰীয়া বিণ. শোৰে ধৰা, শোথ ৰোগযুক্ত dropsical.

শুভ বি. মঙ্গল, কুশল good luck. বিণ. মঙ্গলজনক auspicious, হিতকৰ favourable. শুভকৰ বিণ. মঙ্গলজনক। শুভঙ্কৰ বি. এজন কবি। শুভবাৰ্ত্তা ভাল বা সন্তোষজনক বাতৰি good news. শুভাকাঙ্ক্ষা মঙ্গল কামনা, আশীৰ্ব্বাদ। বিণ. শুভাকাঙ্ক্ষী হিত বা কুশল চিন্তোতা a well-wisher. শুভানুধ্যায়ী মঙ্গল কামনা কৰোঁতা। শুভাশুভ বি. মঙ্গলামঙ্গল, ভাল আৰু বেয়া good luck and ill luck.

শুৰ-পোক শস্যৰ গছৰ ভিতৰে ভিতৰে খাই শস্য নষ্ট কৰা এবিধ পোক।

শুল্ক বি. কৰ Tax.

শুৱাল বিণ. দেখিবলৈ ভাল, সুদৃশ্য, দেখনিয়াৰ handsome, beautiful স্ত্রী. শুৱলী।

শুৱলা বিণ. শুনিবলৈ ভাল লগা, মনোৰম pleasing to the ear. elegant.

শুৱা অক. ধা. শোভিত কৰ, ভাল দেখুৱা to make beautiful. সক. ধা. শয্যাত স্থাপিত কৰ to cause to sleep.

শুশ্ৰূষা বি. পৰিচৰ্য্যা, আলপৈচান act of attending on. ক্রি. শুশ্ৰূষা কৰ।

শুষ্ক বিণ. শুকান, নীৰস dry. বি. শুষ্কতা dryness.

শূকৰ বি. গাহৰি, বৰা a hog, a boar.

শূদিৰ, শূদ্র বি. হিন্দুৰ চাৰিটা প্ৰধান জাতিৰ এটা জাতিৰ মানুহ a man of one of the four principal castes of the Hindus.

শূদ্ৰক বি. 'মৃচ্ছকটিকম্' নাটকপ্ৰণেতা এজন নাট্যকাৰ।

শূন্য বিণ. উদং, একো নথকা, খালি empty, vacant. বি. আকাশ, একো নোহোৱা ঠাই বা সময় the sky, empty space, একো নথকা বুজোৱা এটা ফুট a cipher. শূন্যবাদ সংসাৰ মিছা, শূন্য, ঈশ্বৰ নাই জীৱও নাই এনে মত।

শূন্যতা গু. বি. শূণ্যগুণ emptiness.

শূন্যদৃষ্টি লক্ষ্যহীন বা উদাস দৃষ্টি।

শূৰ বি. বীৰ, বলবন্ত আৰু সাহসী পুৰুষ বি. a hero. শূৰ এজন বৌদ্ধ কবি।

**শূৰ-পোক** শস্য খাই নষ্ট কৰা এবিধ পোক।

**শূৰ্পণখা** বি. ৰাৱণৰ ভনীয়েক sister of Ravana.

**শূল** বি. জোঙা অস্ত্ৰ a pointed weapon, দোষীৰ প্ৰাণদণ্ড কৰিবলৈ থিয়কৈ পোতা জোঙা বাহ বা কাঠ a stake for impaling criminals, পেটত খোচ মাৰি ধৰা এবিধ বেমাৰ colic pain. শূলপাণি শিৱ। শূলা পেটত কামোৰ মাৰি ধৰা আৰু ঘনে ঘনে শৌচ হোৱা ৰোগ, সক্ষিত গ্ৰহণী dysentery.

**শৃগাল** বি. শিয়াল a jackal.

**শৃঙ্খল** বিণ. শ্ৰেণীবদ্ধ, পৰিপাটিকৈ সজোৱা well-arranged, proper order, শিকলি chain. শৃঙ্খলা বি. পৰিপাটিকৈ সজোৱা অৱস্থা orderly arrangement. শৃঙ্খলাবদ্ধ, শৃঙ্খলিত শিকলিৰে বন্ধা, সুব্যৱস্থিত, পৰিপাটিকৈ সজোৱা chained, orderly arranged.

**শৃঙ্গ** বি. জন্তুৰ শিং, পৰ্ব্বতৰ টিং the horn of an animal, the peak of a mountain.

**শৃঙ্গাৰ** বি. ৰতি-ক্ৰীড়া, সহবাস coition, copulation, সাহিত্যৰ নটা ৰসৰ এটা ৰস, আদি ৰস one of the nine sentiments.

**শৃঙ্গাৰ-তিলক** বি. এখন কাব্যৰ নাম।

**শৃঙ্গী** বিণ. শিং থকা। বি. শিং থকা জন্তু।

**শেঙুন** বি. নাকৰ পৰা ওলোৱা বীজলীয়া মল the mucus or phlegm of the nose. শেঙুনীয়া বিণ. শেঙুনৰ নিচিনা বীজলীয়া viscid. শেঙুন লকা নাকত সততে শেঙুন ওলমি থকা।

**শেজা** বি. নৈৰ সোঁতে লোৱা দ বাট the main course or current of a river.

**শেণী** বি. শণী, ধান খেৰৰ ভিতৰৰ ঠাৰি the inner stalk of the paddy straw.

**শেত-ভেদালী** বি. দৰৱত লগা এবিধ লতা।

**শেত মদাৰ** বি. এখন গাওঁৰ নাম।

**শেত-মদাৰ** বি. বগা ফুল ধৰা মদাৰ।

**শেত-শেতীয়া** বিণ. শেতা, নিস্তেজ pale, bloodless.

**শেতা** বিণ. নিস্তেজ, খেলখেলীয়া, বগা pale, white, bloodless.

**শেতুৰা** বি. নৰিয়া পৰা মানুহৰ হাত ভৰি উখহা বেমাৰ dropsical swelling of the limbs. ক্ৰি. শেতুৰা লাম।

**শেন** বি. এবিধ চৰাই ধৰা হিংস্ৰক পক্ষী a falcon, a hawk. শেন-চোৱা বজাই খেমালি কৰিবৰ কাৰণে শেন পোহা মানুহ।

**শেৱ** বিণ. শুব পৰা, কাতি হৈ পৰা lying down at full length. **শেৱজোৰ** দীঘল দি পৰ। **শেৱ বা** পেট পেলাই চুচৰি যা। **শেৱ হ** কাতি হৈ পৰ, শো।

**শেৰ্পে টা** বি. কাতি হৈ পৰ, শো।

**শেৰ্পে টা খা** কাতি হৈ পৰ।

**শেল** বি. কাঠৰ নিচিনা জোঙা অস্ত্র a dart, কাপোৰৰ দাঁতিত বোৱা বেলেগ বৰণীয়া ডাঙৰ সূতা the border of cloth.

**শেলাই** বি. জেকা ঠাইত হোৱা এবিধ মল, শিলৰ বা গছৰ গাত হোৱা এবিধ মলিৰ নিচিনা অতি ক্ষুদ্র তৃণ moss, lichen.

**শেলুক** বি. ভেটৰ আলু the root of the water lily. **শেলুকীয়া** শেলুকৰ দৰে কোমল।

**শেলুৱৈ** 'শেলাই' চোৱা।

**শেৱালি** বি. সুগন্ধি ফল ধৰা এবিধ গছ আৰু তাৰ ফুল a kind of flower.

**শেষ** বি. অন্ত, ওৰ the end, কোনো ঘটনা, সময় বা বস্তুৰ পিছৰ ফাল the latter part, conclusion. বিণ. অন্ত পৰা, চুকোৱা ended, finished. **শেষকাল** বি. অন্তকাল, মৰণ সময়। **শেষাৱস্থা** শেষ দশা, মৰণৰ আগৰ অবস্থা the last stage of life.

**শেহ** বি. অন্ত, বাকী the end, remainder. **শেহবস্তৰ** বস্তৰ শেষকাল। **শেহতীয়া** শেষ বস্তত জন্মা, পাছতীয়া growing or born late.

**শেহনি** বি. বাকী ভাগ, ওপৰৰ ভাগ নিলে তলত বাকী থকা বস্তু the remainder, balance. **শেহাই কোঁপাই** ক্রি. বিণ. ভাগকৰা হৈ কোবেৰে আহি fatiguingly.

**শেহান্তৰ** বি. নিচেই পাছ, সৰ্ব্বশেষ the end, the conclusion.

**শেহুৰা** বি. শেহতীয়া, ভুমলীয়া born or produced last of all.

**শৈথিল্য** বি. শিথিলতা laxity.

**শৈল** বি. পৰ্ব্বত a mountain. **শৈলৰাজ, শৈলেন্দ্র** বি. হিমালয় পৰ্ব্বত the Himalayas.

**শৈলী** ৰীতি, প্ৰণালী style.

**শৈল্পিক** শিল্প সম্বন্ধীয়।

**শৈৱ** বি. শিব-ভক্ত, শিবৰ উপাসক a votary of Siva. বিণ. শিব সম্বন্ধীয় relating to Siva.

**শৈশৱ** বি. ল'ৰা-কাল, শিশু অবস্থা childhood.

**শো** সক. ধা. টোপনি যা, নিদ্ৰাৰ বশ হ to lie down.

**শোক** বি. সন্তাপ, বেজাৰ, মনৰ দুখ sorrow, grief. **শোকজনক** বিণ. শোকলগা দুখ লগা woeful. **শোকাকুল** বিণ. শোকত আকুল, ধৰকৈ বেজাৰ পোৱা afflicted or overcome with sorrow. স্ত্রী.

**শোকাতুলা।** শোকাতুৰ শোকত আতুৰ, বেজাৰত অধীৰ হোৱা overwhelmed with grief. স্ত্রী. শোকাতুৰা।

**শোকাগ্নি, শোকানল** বি. শোকৰ জুই, অন্তৰ পোৰা শোক burning, severe grief.

**শোকার্ত্ত** বিণ. শোকাতুৰ। স্ত্রী. শোকার্ত্তা।

**শোকাচ্ছ্বাস** শোকৰ আতিশয্যত আবেগ প্রকাশ।

**শোকোন্মত্তা** শোকে বিহ্বল।

**শোকোতা** বি. তিতা মৰায় শুকান পাত the dried leaves of jute plant.

**শোগ** বি. ইচ্ছামতে কোনো বস্তু নোপোৱাত হোৱা অসন্তোষ বা বেজাৰ discontent, dissatisfaction. ক্রি. শোগ কৰ, শোগে ধৰ। **শোগোমা** বি. শুগীয়া, একোতে তৃপ্ত নোপোৱা habitually discontented. স্ত্রী. শুগুনী।

**শোচনীয়** বিণ. শোক বা দুখ লগোৱা sad. **শোচ্য** শোচনীয়। **শোচন, শোচনা** শোক কৰণ, অনুতাপ lamentation.

**শোটমোটা** সক. ধা. মোহাৰি লেতু লেতু কৰ to rumple.

**শোটৰ** অক. ধা. শুকাই কোঁচ খা to shrival. **শোটো** বি. ধান খেৰেৰে সজা বাঢ়নী, কিছুমান খেৰ বা বন বুৰত বা তাৰত বিৰৰ সুবিধাকৈ বান্ধা a kind of broom.

**শোটা** কানি ঠাই লিপা বা মছা ফটা কানি, rags used for plastering. **শোটোৱা** বিণ. শুকাই কোঁচ খোৱা, শুকাই লেৰেলি যোৱা shrivalled. শুটৰি যোৱা ছাল wrinkle. **শোটোৱা-শোটোৱ** বিণ. অনেক ঠাইত শোটোখা পৰা।

**শোন** বি. এখন নদীৰ নাম, name of a river.

**শোণামুখী** বি. এবিধ গছ, তাৰ পাত সিজাই খালে জুলাপ হয় senna.

**শোণিত** বি. তেজ, ৰক্ত blood. **শোণিতপুৰ** তেজপুৰৰ ওচৰত থকা পুৰণি বাণৰ নগৰ।

**শোত** বি. হোৰ, পোটক, revenge.

**শোথ** বি 'শোৰ' চোৱা। বিণ. **শোথকণীয়া** শুবীয়া, এলেহুৱা।

**শোধন** বি. নির্মল বা পবিত্র কৰা কার্য্য, ভুল শুচোৱা কার্য্য correction. **শোধিত** বিণ. পৰিষ্কৃত, শুদ্ধ কৰা purified, corrected.

**শোধনীয়** শোধনৰ যোগ্য।

**শোধিত** কৃদ্ বিণ. নির্ম্মল বা পবিত্র কৰা।

**শোধা** সক. ধা. ধৰাকীক ধৰাই দে to return to the owner.

কৃদ. কৰ্ত্তা শোধাওঁতা। স্ত্ৰী. শোধঁতী।

**শোথ** বি. গাৰ ভেতৰত পানী অধিক হৈ গা বা তাৰ কোনো অঙ্গ উখহা ৰোগ, জলন্ধৰ dropsy. **শোথা সেৰেলুৰা** বিণ. শেঁতা pale.

**শোভন** বিণ. সুন্দৰ, চকুত লগা beautiful. বি. সৌন্দৰ্য্য, শোভা beauty. **শোভনীয়** বিণ. দেখিবলৈ সুন্দৰ beautiful.

**শোভা** বি. ক্ষেউতি, সৌন্দৰ্য্য beauty. **শোভাকৰ** সুন্দৰ, দীপ্তিময় beautiful. **শোভিত** বিণ. ভূষিত, ধুনীয়াকৈ সজোৱা decorated, beautified.

**শোলোং টেঙা** বি. খৰাৰ, টেঙা জাতীয় এবিধ ফল a kind of fruit.

**শোৱন** বি. শয়ন, শোৱা কাৰ্য্য act of sleeping. **শোৱনি-ঘৰ** শোৱা ঘৰ। **শোৱা-পাটি** শুবৰ কাৰণে কৰা পাটি, বিচনা।

**শোষ** সক. ধা. ৰসটো টান, নীৰস কৰ to suck. বি. **শোষণ** শোহা কাৰ্য্য। **শোষক** বি. শোহোঁতা। **শোষিত** বিণ. শোহা, ৰস টানি শুকোৱা।

**শোহ্** সক. ধা. 'শোষ' চোৱা। কৃদ. কৰ্ত্তা. শোহোঁতা। স্ত্ৰী. শোহঁতী। **শোহন, শোহনি** বি. শোহা কাৰ্য্য।

**শোহ্** ( পু. অ. ) সক. ধা. শোষণ কৰ, শুহ।

**শোহনী** বিণ. শোহা, ৰস টানি শুকোৱা sucking, drying. বি. এবিধ ডাঙৰ মহ a kind of big mosquito.

**শোহা** বি. এবাৰ হোঁপাত যিমান ৰস মুখলৈ যায় a draught. অক. ধা. **শোহা মাৰ** হুপি মুখলৈ সুমা। বি. **শোহোঁতা**। স্ত্ৰী. **শোহতী**।

**শৌচ** বি. মলত্যাগ, মলত্যাগ কৰি শুচি হোৱা act of evacuating the bowels, বিষ্ঠা human stool or excrement. অক. ধা. **শৌচ কৰ** মলত্যাগ কৰ to pass stool. **শৌচাচাৰ** মল আৰু মূত ত্যাগ কৰি মাটি পানী লোৱা আৰু স্নান আদি কৰা কাৰ্য্য।

**শৌণিক** বি. এজন ঋষিৰ নাম name of a sage.

**শৌৰ্য্য** বি. বীৰৰ গুণ, বীৰত্ব, বীৰ্য্য valour, heroism.

**শ্মশান** বি. মৰিশালি। **শ্মশানবাসী** মৰিশালিত থকা residing in cremation ground. স্ত্ৰী. **শ্মশানবাসিনী**।

**শ্মশ্রু** বি. ডাঢ়ি, গোঁফ beard or moustache.

**শ্যাম** বি. ক'লা বৰণ the black colour, ক'লা সেউজীয়া dark green, কৃষ্ণৰ এক নাম। **শ্যামল** বিণ. ক'লা সেউজীয়া।

**শ্যাম-সুন্দৰ** বি. বিষ্ণু বা শ্ৰীকৃষ্ণ।

**শ্যামা** বি. কালী গোসানী the goddess Kali. **শ্যামিমা** (পু. অ.) বিণ. ক'লা black.

**শ্যাম কচু** বি. ঈষৎ ক'লা বৰণীয়া এবিধ বনবীয়া কচু a kind of arum plant.

**শ্যালক** বি. খুলশালি, জেঠেৰি wife's elder or younger brother.

**শ্ৰদ্ধা** বি. সসন্মান প্ৰীতি, ভক্তি, সৎকাৰ সম্ভ্ৰম respect, reverence. বিশ্বাস faith, ৰাপ liking. **শ্ৰদ্ধান্বিত, শ্ৰদ্ধাৱান** শ্ৰদ্ধাযুক্ত respectful, loving. **শ্ৰদ্ধাস্পদ** বিণ. মাননীয়, শ্ৰদ্ধাৰ যোগ্য worthy of respect.

**শ্ৰদ্ধাহীন, শ্ৰদ্ধাৰহিত** বিণ. শ্ৰদ্ধা নথকা, বিশ্বাস নকৰা having no respect.

**শ্ৰদ্ধেয়** শ্ৰদ্ধাৰ যোগ্য, মাননীয়।

**শ্ৰম** বি. দুখ, শৰীৰ বা মনেৰে কৰা চেষ্টা, পৰিশ্ৰম labour, আগৰ fatigue. **শ্ৰমজল** ঘাম, কাম কৰোঁতে গাৰ পৰা ওলোৱা পানী perspiration, sweat. **শ্ৰমজীৱী** পৰিশ্ৰম কৰি খোৱা লোক a labour. **শ্ৰমশীল** পৰিশ্ৰমী laborious. **শ্ৰমিক** বিণ. পৰিশ্ৰমৰ, শ্ৰমজীৱী সম্বন্ধীয় relating to labour or labourer. **শ্ৰমণ** বি. বৌদ্ধ সন্ন্যাসী। **শ্ৰম বিভাগ** বহুতৰ মাজত কাম ভাগ কৰি দিয়া। **শ্ৰম বিমুখ** কাম কৰিবলৈ ইচ্ছা নথকা। **শ্ৰম সহিষ্ণু** পৰিশ্ৰম কৰিবলৈ যি সক্ষম। **শ্ৰমী** বিণ. পৰিশ্ৰম কৰি খোৱা industrious.

**শ্ৰৱণ** বি. শুনা কাৰ্য্য act of hearing, কাণ the ear.

**শ্ৰৱণা** বি. বাইশ সংখ্যাৰ নক্ষত্ৰ the twentysecond lunar asterism. **শ্ৰৱণীয়, শ্ৰব্য** শুনাৰ যোগ্য। **শ্ৰব্য-কাব্য** বি. যি কাব্য শুনি ইয়াৰ ৰস উপভোগ কৰা হয়।

**শ্ৰাদ্ধ** বি. মৃত ব্যক্তিৰ উদ্দেশে শ্ৰদ্ধাপূৰ্ব্বক যথাবিধি পিণ্ডদান, শঁৰাধ। **শ্ৰাদ্ধদেৱ** বি. বৈৱস্বত মনু, পিতৃলোক, যম ৰজা। **শ্ৰাদ্ধিক, শ্ৰাদ্ধীয়** শ্ৰাদ্ধ সম্বন্ধীয়। **শ্ৰাদ্ধহীন** জলপিণ্ড নোপোৱা।

**শ্ৰান্ত** বিণ. ভাগৰ লগা fatigued. **শ্ৰান্তি** বি. ভাগৰ exhaustion. **শ্ৰান্তিকৰ** বিণ. ভাগৰ লগোৱা tiresome. **শ্ৰান্তিৰে** ভাগৰ গুচোৱা refreshing. **শ্ৰান্তিহৰ** বিণ. ভাগৰ পলোৱা refreshing. **শ্ৰান্তিহীন** ভাগৰ নলগা untiring.

**শ্ৰাব্য** বিণ. শুনিব লগীয়া, শুনিবৰ উপযুক্ত fit to be heard.

**শ্ৰাৱণ** বি. শাওন মাহ the month of Sravana.

**শ্ৰাৱক** বি. শ্ৰোতা, শিষ্য, বুদ্ধদেৱ উপাসক গৃহস্থ।

শ্রাৱণ শ্ৰৱণেন্দ্ৰিয় গ্ৰাহ্য auditory.
শ্ৰাৱস্তী বি. বৌদ্ধ তীৰ্থ স্থান।
শ্রিত আশ্রিত, অৱলম্বিত।
শ্রী বি. লক্ষ্মী, সম্পত্তি, সৌভাগ্য Lakshmi, wealth, fortune, শোভা, লাবণ্য beauty, glory, ক্ষমতা, পৰাক্ৰম power, fame, শৰীৰৰ আকৃতি appearance, ৰবগীতৰ এটা ৰাগ।
শ্রী বি. ভক্তি, আদৰ, শোভা, সৌন্দৰ্য্য আদি বুজাবলৈ আন শব্দৰ আগত বহে—যেনে: শ্রীচৰণ, শ্ৰীভাগৱত, শ্রীমুখ।
শ্ৰীআঙঠী বি. বহুমূলীয়া সুবৰ্ণ আঙঠী a valuable gold ring.
শ্রীকণ্ঠ বি. শিৱ। শ্রীকান্ত, শ্রীপতি লক্ষ্মীৰ স্বামী, বিষ্ণু। শ্রীগান্ধাৰ ৰবগীতৰ এটা ৰাগ। শ্রীচৰণ বি. ধুনীয়া ভৰি, সম্মানিত ব্যক্তিক কোৱা মাত, a beautiful foot. শ্ৰীচৰণ কমল পদুমৰ দৰে ধুনীয়া ভৰি, a lotus like beautiful foot. শ্ৰীধৰ বি. বিষ্ণু the name of Vishnu. শ্রীধৰ কন্দলী বি. অসমৰ এজন বৈষ্ণৱ কবি। শ্রীধৰ স্বামী ভাগৱত আৰু গীতাৰ ভাষ্যকাৰ এজন ডাঙৰ পণ্ডিত। শ্রীনামা শিৰোনামা। শ্রীপঞ্চমী মাঘ মাহৰ শুক্লা পঞ্চমী তিথি, এই দিনা সৰস্বতী পূজা হয়। শ্ৰীফল এবিধ ডাঙৰ জাতৰ বেল। শ্রীবৎস বিষ্ণুৰ বুকুত থকা বগা লোম বা চিন a mark or curl of hair on the breast of Vishnu, বিষ্ণু an epithet of Vishnu, অযোধ্যাৰ ৰজা—এওঁৰ পত্নীৰ নাম চিন্তা। শ্ৰীবৰ্দ্ধক ধনসম্পত্তি বা শোভা আদি বঢ়োৱা। শ্রীবৃদ্ধি শাৰীৰিক উন্নতি। শ্ৰীভ্ৰষ্ট শ্ৰীহীন। শ্ৰীমন্ত ধন সম্পত্তি যুক্ত, সুন্দৰ। শ্রীমান কান্তি বা সৌভাগ্য যুক্ত, সাধাৰণতে কম বয়সৰ মানুহৰ নামৰ আগত বহে। স্ত্রী. শ্রীমতী। শ্রীযুক্ত, শ্রীযুত লক্ষ্মীৱান, ডাঙৰ বা মান্যৱান মানুহৰ নামৰ আগত এই শব্দ ব্যৱহাৰ কৰা হয়। শ্রীহত হতশ্ৰী, সম্পত্তিনাশ deprived of property. শ্ৰীহস্ত মুক্তাৱলী বি. এখন নৃত্যৰ পুথি। শ্রীক্ষেত্র বি. জগন্নাথক্ষেত্ৰ, পুৰী।
শ্রুচ্ বি. হোম কৰিবলৈ ঘিউ থোৱা পাত্ৰ।
শ্রুত বিণ. শুনা heard. শ্রুতধৰ, শ্রুতিধৰ বিণ. শুনামাত্রে মনত ৰাখিব পৰা having retentive memory. শ্রুতলিপি বি. এজনে কোৱা কথা শুনি তাক লিখা কাৰ্য্য dictation.
শ্রুতি বি. বেদ the Vedas, শুনা কাৰ্য্য act of hearing, কাণ the ear. শ্রুতিকৰ বেদ বা শ্ৰুতিত পাৰ্গত লোক one versed in the Vedas. শ্রুতিকটু বি. শুনিবলৈ কৰ্কশ বা বেয়া harsh. শ্ৰুতিমধুৰ

বিণ. সুশ্রাব্য melodious. শ্রুতি সুখকৰ সুমিষ্ট।

শ্রুব বি. যজ্ঞত ঘিউৰ পাত্ৰৰ পৰা ঘিউ আনি শ্ৰুচত ঢালি দিয়া হেতা a sacrificial ladle.

শ্রেণী বি. শাৰী, লানী a row, a range. দল, একে কাম কৰা বা একে জাতিৰ মানুহ a class.

শ্রেয় বিণ. অইনতকৈ ভাল, শ্রেষ্ঠ better, preferable, মঙ্গলজনক auspicious. শ্রেয়স্কৰ বিণ. মঙ্গলজনক, হিত causing good.

শ্রেষ্ঠ বিণ. উৎকৃষ্ট, অতি উত্তম, গুণী মানী superior, excellent, most gifted, বয়সিয়াল aged, older. বি. শ্রেষ্ঠতা।।

শ্রোণী বি. তপিনা, নিতম্ব the buttocks.

শ্রোতব্য বি. শুনিব লগীয়া, শুনিবৰ উপযুক্ত fit to be heard.

শ্রোতা বি. শুনোঁতা one who hears.

শ্রোত্রিয় বি. বেদ জনা বামুণ a Brahmin versed in the Vedas. শ্রোত্র বেদ, শ্রুতি।

শ্লাঘা বি. প্ৰশংসা praise. শ্লাঘ্য প্ৰশংসাৰ যোগ্য, সন্মানৰ যোগ্য praiseworthy, respectable.

শ্লিষ্ট বি. সংযুক্ত।

শ্লীপদ বি. গোদ elephantiasis.

শ্লীল বিণ. শিষ্ট. ভদ্ৰ।

শ্লেষ বি. সংযোগ, এবিধ শব্দালঙ্কাৰ, একেটা শব্দে নানা অৰ্থত প্ৰয়োগ pun, নিন্দাসূচক ব্যঙ্গোক্তি।

শ্লেষ্মা বি. কফ phlegm, mucus.

শ্লোক বি. ছন্দ লগাই কৰা ৰচনা, কবিতা, সংস্কৃত পদ্য a verse in Sanskrit.

শ্বপচ বি. চণ্ডাল বা ব্যাধ।

শ্বশুৰ বি. শহুৰ।

শহীদ বি. ধৰ্মযুদ্ধত মৃত্যু হোৱা ব্যক্তি।

শ্বান বি. কুকুৰ।

শ্বাপদ চিকাৰী মাংসাহাৰী হিংস্ৰক জন্তু a beast of prey.

শ্বাস বি. উশাহ, নিশ্বাস-প্ৰশ্বাস breath. মৰিবৰ সময়ত দীঘলকৈ লোৱা উশাহ, উদকাই ৰোগ asthma.

শাহজী বি. শিবাজীৰ পিতৃ।

শাহনামা বি. পাৰস্য কবি ফেৰদৌচিয়ে লিখা এখন কাব্য।

শিয়া বি. মুছলমানৰ এটা সম্প্ৰদায়।

শেক্সপীয়েৰ শ্ৰেষ্ঠ ইংৰাজ নাট্যকাৰ।

শেলী ইংৰাজী সাহিত্যৰ এজন শ্ৰেষ্ঠ ৰোমাণ্টিক কবি।

শ্বেত বিণ. বগা, ধলা white. বি. শ্বেততা। শ্বেতদ্বীপ বি. শ্বেতদ্বীপ, বিষ্ণুয়ে বাসকৰা লোক, বৈকুণ্ঠ পুৰী, the white island, a residence of Vishnu known as Vaikuntha.

শ্বেতাম্বৰ বি. বিষ্ণুৰ এক অৱতাৰ an incarnation of Vishnu.

**শ্বেতসাৰ** বি. ধান আলু আদি বস্তুৰ বগা মণ্ডহ অংশ starch.

**শ্বেতাঙ্গ** বি. বগা মানুহ, a white man. স্ত্রী. শ্বেতাঙ্গিনী।

—০—

# ষ

**ষ** ব্যঞ্জন বিলাকৰ একত্রিশ সংখ্যাৰ আখৰ the thirty first letter of the consonants.

**ষঠুৱা** বিণ. ষাঁঠ লাগোতে হোৱা, ষাঁঠত হোৱা appertaining to Sath.

**ষট্** বি. ছয় six. **ষট্‌কর্ম্ম** ব্রাহ্মণে কৰিব লগীয়া ছটা কর্ম্ম ( যজন, যাজন, অধ্যয়ন, অধ্যাপনা, দান, প্রতিগ্রহ )। **ষট্‌কর্ম্মশালী** বিণ. ব্রাহ্মণৰ ছয় কর্ম্মত ৰত devoted to the six peculiar acts of Brahmanas. **ষট্‌কোণ** বি. ছয় চুকীয়া having six angles. **ষট্‌চক্র** তন্ত্রমতে শৰীৰৰ ভিতৰত থকা ছয়টা ঘুৰণীয়া কাল্পনিক স্থান। **ষট্‌পদ** যাৰ ছয়খন ভৰি আছে, ভোমোৰা।

**ষড়ঙ্গ** বিণ. ছয় অঙ্গ যুক্ত, ছটা বস্তুৰে নির্ম্মিত। **ষড় ঋতু** গ্রীষ্ম, বর্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত এই ছয় ঋতু। **ষড়্‌দর্শন** সাংখ্য, পাতঞ্জল, পূর্ব্ব-মীমাংসা, বেদান্ত ( বা উত্তৰ মীমাংসা ) বৈশেষিক, ন্যায় এই ছয় দর্শন শাস্ত্র। **ষড়্‌ভুজ** বি. ছয় বাহুযুক্ত সমতল ক্ষেত্র। **ষড় ৰস** বি. মিঠা, তিতা, কেহা, জলা, টেঙা, খাৰ, এই ছয়বিধ আস্বাদ। **ষড়্‌ৰস পঞ্চামৃতেৰে খোৱা** ক্রি. উৎকৃষ্ট খাদ্যৰে খোৱা। **ষড়্‌ৰিপু** বি. লোভ, মোহ, কামনা, বাসনা, মদ, মাৎসর্য্য। **ষড়ানন** কার্ত্তিক, দেৱতা সকলৰ সেনাপতি।

**ষড়্‌যন্ত্র** বি. কু-অভিসন্ধি, অন্যায় কৰি মানুহৰ অপকাৰ কৰিবলৈ কৰা নানা কূট-কৌশল conspiracy, plot.

**ষণ্ড** বি. ষাঁড়, ভতৰা গৰু a bull.

**ষণ্ডামর্ক** বি. শুক্রাচার্য্যৰ পুতেক, প্রহ্লাদৰ শিক্ষা-গুৰু।

**ষষ্ঠ** বিণ. ছয় সংখ্যাৰ sixth.

**ষষ্ঠি** বি. 'ষাঠি' চোৱা।

**ষষ্ঠী** বি. পঞ্চমী তিথিৰ পাছৰ তিথি the sixth lunar day.

**ষষ্ঠীতৎপুৰুষ সমাস** বি. সমাস বিশেষ, যি তৎপুৰুষ সমাসত পূর্ব্ব-পদৰ ৬ষ্ঠী বিভক্তি লোপ পায়।

**ষষ্ঠীবৰ** বি. অসমৰ এজন মনসা কবি।

**ষত্ব** ব্যাকৰণৰ বানানত ষ-ব্যৱহাৰ।

**ষাঁঠ** বি. 'অম্বুবাচী' চোৱা। কাম-ৰূপত জেঠৰ ৪ দিন আৰু আহাৰৰ প্রথম তিন দিনক ষাঁঠ বোলে, একে লাগীয়ে হোৱা ৰবষুণ।

**ষাঁড়, ষাঁৰ** বি. ষণ্ড, ভতৰা গৰু a bull.

**ষাঁড় চেলেকা, ষাঁৰ চেলেকা** বি. গৰুৱে চেলেকাৰ নিচিনা পাক খাই ওপৰলৈ উঠা কপালৰ ওপৰত থকা চুলি।

**ষাঁড় মেল** গৰাকীয়ে কাণ সাৰ নকৰি কোনো লোকক যেনি তেনি ঘূৰি ফুৰিবলৈ এৰি দে।

**ষাঠি** বি. তিনি কুৰি sixty. বিণ. তিনি কুৰি সংখ্যাৰ।

**ষাণ্মাসিক** বিণ. ছমহীয়া half-yearly. বি. মানুহ মৰাৰ ছ-মাহৰ পাছত কৰা শৰাধ।

**ষেতকপৰা** বি. সৰ্প জিভা, তাৰ গছ পাতৰ কাথ কৰি জৰীয়াক খুৱায়।

**ষোড়শ** বি. ষোল sixteen. বিণ. ষোল সংখ্যাৰ।

**ষোড়শ-উপচাৰ** বি. পূজাত লগা ষোলবিধ বস্তু—যেনে: গন্ধ, পুষ্প, ধূপ, দীপ, নৈবেদ্য, বস্ত্ৰ, আভৰণ, আসন, স্বাগত, পাদ্য, অৰ্ঘ্য, আচমনীয়, মধুপৰ্ক, পুনৰাচমনীয়, স্নান, চন্দন।

**ষোড়শ-দান** বি. ষোলবিধ বস্তু দান কৰা শ্ৰাদ্ধবিশেষ—যেনে: ভূমি, আসন, জল, বস্ত্ৰ, দীপ, অন্ন, তাম্বোল, ছত্ৰ, গন্ধ, মালা, ফল, শয্যা, খৰম, গৰু, সোণ, ৰূপ।

**ষোড়শ-মাতৃকা** বি. গৌৰী, পদ্মা, শচী, মেধা, সাবিত্ৰী, বিজয়া, জয়া, পুষ্টি, শান্তি, স্বধা, স্বাহা, দেৱসেনা, ধৃতি, তুষ্টি, আত্মদেৱতা আৰু কুলদেৱতা এই ষোলজনা দেৱী, the sixteen devine mothers.

**ষোড়শী** বি. ষোল বছৰৰ তিৰোতা বা ছোৱালী a woman of sixteen years, দুৰ্গাৰ এটা নাম। ষোলটা পিণ্ডদান, পিতৃষোড়শী। মাতৃষোড়শী।

**ষোল** বি. ছয় আৰু দহ sixteen. **ষোল অনা** পুৰাপুৰি. সম্পূৰ্ণ।

—০—

# স

**স** ব্যঞ্জন বৰ্ণৰ বত্ৰিশ সংখ্যাৰ আখৰ the thirtysecond letter of the consonants.

**স** সৈতে, সহিতে in company with (সপুত্ৰ, সপৰিবাৰে), সমান, অভিন্ন, এক similar, same.

**স** সক. ধা. সহ, ধৈৰ্য্য ধৰ, সহ্য কৰ to bear, ভেটী দিবলৈ প্ৰস্তাৱ কৰ to offer as a bribe.

**সই** (পু. অ.) বি. (স্ত্ৰী.) সঙ্গিনী, সখী a friend, a companion.

**সও ভাব.** অব্য. গৰু, ম'হ আদিক ৰবলৈ কোৱা মাত stop.

**সং** পৰিপূৰ্ণ, সৰ্ব্বপ্ৰকাৰ, উত্তম আদি অৰ্থ বুজোৱা উপসৰ্গ—যেনে: সংকীৰ্ত্তন, সম্পূৰ্ণ a prefix signifying completeness, well etc.

**সংক্রম** বি. সংক্রমণ, সেতু।

**সংক্রমণ** বি. সঞ্চৰণ, এক ঠাইৰ পৰা অন্য ঠাইলৈ গমন, কোনো গ্রহৰ এক ৰাশিৰ পৰা আন ৰাশি লৈ গমন transition of a planet from one zodiac to another. ৰোগাদিৰ সঞ্চাৰ infection. বিণ. **সংক্রমিত**। **সংক্রান্ত** বিণ. সম্পর্কীয় pertaining to.

**সংক্রান্তি** বি. মাহৰ শেষ দিন the last day of the month.

**সংক্রামক** বিণ. এজনৰ গাৰ পৰা আন এজনৰ গালৈ যোৱা, সোঁচৰা, ব্যাপক contageous, infectious.

**সংখ্যা** বি. লেখ, গণনা number, অঙ্ক figure. **সংখ্যাবাচক** বিণ. লেখ বুজোৱা denoting number.

**সংখ্যাগৰিষ্ঠ** সংখ্যাত বেচি majority.

**সংখ্যাত** গণিত, বিচাৰিত, **সংখ্যান** গণনা।

**সংখ্যাবিশিষ্ট** বিণ. লেখ থকা, অল্প সংখ্যাৰ consisting of number.

**সংখ্যাপন** নির্দ্ধাৰণ।

**সংখ্যালঘু, সংখ্যাল্প, সংখ্যালঘিষ্ঠ** সংখ্যাত যি কম minority.

**সংখ্যেয়** গণনীয়।

**সংগঠন** বি. প্রকৃষ্টৰূপে গঠন, বিভিন্ন সংযোগ সাধন organizing. বিণ. **সংগঠিত**।

**সংগীত** বি. গীত, গান music, song.

**সংগৃহীত** বিণ. সংগ্রহ কৰা, গোটোৱা, একত্র কৰা collected, compiled.

**সংগোপন** বি. সম্পূর্ণ ভাবে গোপন act of concealing. ক্রি. বিণ. **সংগোপনে** লুকাই privately, confidentially.

**সংগ্রহ** বি. আহৰণ, একত্রীকৰণ, চপাই একেঠাই কৰা কাৰ্য্য collection, compilation. বিণ. **সংগৃহীত**। **সংগ্রহীতা, সংগ্রাহক** বি. সংগ্রহকাৰী, নানা ঠাইৰ পৰা শব্দ আদি গোটাই লিখোঁতা one who collects, a compiler.

**সংগ্রাম** বি. যুদ্ধ battle.

**সংঘর্ষণ** বি. ঘর্ষণ, মর্দ্দন, friction.

**সংঘাত** বি. আঘাত, দ্বন্দ্ব conflict.

**সংজ্ঞপ্তি** বি. বিজ্ঞাপন।

**সংজ্ঞান** চৈতন্য, স্পষ্ট জ্ঞান awarness, consciousness.

**সংজ্ঞার্থ** বি. পাৰিভাষিক অর্থ definition.

**সংজ্ঞা** বি. বিশ্বকর্ম্মাৰ কন্যা, সূর্য্যৰ পত্নী।

**সংজ্ঞিত** আখ্যাত, কথিত।

**সংজ্ঞা** বি. চেতনা consciousness, নাম a name. **সংজ্ঞাশব্দ** বিশেষ্য শব্দ, বস্তুবাচক শব্দ a noun.

**সংযমন** ( বিজ্ঞানত ) চাপ প্রয়োগৰ

দ্বাৰা হ্রস্বী কৰণ বা হ্রস্বী ভৱন compression.

সংবৎ বি. বছৰ, বিক্ৰমাদিত্য ৰজাৰ দ্বাৰা প্ৰচলিত শক, যীশুখ্ৰীষ্ট জন্মৰ ৫৭ বছৰ পূৰ্ব্বেই এই শক আৰম্ভ হৈছে year.

সংবৰ্দ্ধন, সংবৰ্দ্ধনা বি. বৃদ্ধি, সম্মান growth, respect. বিণ. সংবৰ্দ্ধিত। সংবৰ্দ্ধক বিণ. অতিশয় বৃদ্ধিকাৰী, সম্মানকাৰী।

সংবৰ্ত্ত বি. মহাপ্ৰলয়।

সংবৰ্ত্তক বি. প্ৰলয় কালৰ মেঘ।

সংবৰ্ত্তিকা বি. প্ৰদীপৰ শলিতা।

সংবহন (বিজ্ঞানত) এঠাইৰ পৰা প্ৰবাহিত হৈ আকৌ সেই ঠাইলৈ অহা circulation.

সংবাদিকা বি. সম্পাদকীয় স্তম্ভৰ পিছৰ অনুচ্ছেদ chapter just after the editorial.

সংবাদী তুল্য, অনুৰূপ।

সংবাহন ভাৰ বহন, অঙ্গ মৰ্দ্দন massage.

সংবাহক ভাৰ বহন কৰোঁতা, অঙ্গ মৰ্দ্দন কৰোঁতা।

সংবিদিত পৰিজ্ঞাত।

সংবিষ্ট নিবিষ্ট, শুই থকা।

সংবৃত নিষ্পন্ন।

সংবেগ আবেগ।

সংবেদ, সংবেদন বি. অনুভৱ, বোধ sensation.

সংবেদ্য অনুভৱ যোগ্য।

সংবেশন উপবেশন, শয়ন।

সংযমন নিয়মন, দমন, ব্ৰতাদি পালন।

সংযোজনা একেলগে সজা।

সংবিধান বি. ব্যৱস্থা, আয়োজন, ৰচনা, আইন।

সংবেদন অনুভৱ, বোধ, sensation.

সংবেদনশীল অনুভৱ কৰিব পৰা।

সংযত বিণ. দমন কৰা, বশীভূত কৰা, নিয়মিত regulated, subdued.

সংযম বি. ইন্দ্ৰিয়াদিক দমন কৰা কাৰ্য্য, নিগ্ৰহ, নিয়ম restraint of passions. বিণ. সংযমীসংযমশীল।

সংযুক্ত বিণ. সংলগ্ন, মিলিত joined, united.

সংযোগ বি. মিলন, মিশ্ৰণ, যোগ intimate, union, junction.

সংযোজন বি. সংযোগ সাধন, union, conjunction. বিণ. সংযোজিত।

সংযোগী বিণ. সংযুক্ত, মিলি বা লগলাগি থকা united, joined.

সংৰক্ষণ বি. ভালকৈ ৰখা কাৰ্য্য সম্যক ৰক্ষা act of protecting, keeping or guarding well. বিণ. সংৰক্ষিত।

সংলগ্ন বিণ. সংযুক্ত, লগ লগা, বিজড়িত joined, connected, attached. বিণ. সংলগ্নতা।

সংলাপ বি. আলাপ, পৰস্পৰ কথাবাৰ্ত্তা।

সংলাপ অভিনয়ত কথোপকথন, গল্প উপন্যাস, নাটক আদিত চৰিত্ৰ

সমূহৰ কথাবাৰ্ত্তাৰ বিনিময় dialogue.

**সংশপ্তক** বি. জয়লাভ নাইবা মৃত্যুলৈকে যুঁজ কৰিবলৈ যি সকলে শপত খাইছে।

**সংশয়** বি. সন্দেহ, আশঙ্কা, ভয় uncertainty, fear. বিণ. **সংশয়ী**। ক্রি. **সংশয় কৰ**।

**সংশয়াত্মা** (পু. অ.) সন্দেহযুক্ত প্ৰাণ। **সংশয়াপন্ন** বিণ. সন্দেহযুক্ত doubtful, ভীত diffident.

**সংশিত** নিৰ্ণীত, সম্পাদিত।

**সংশোধন** বি. পৱিত্ৰকৰণ, পৰিশোধন, নিৰ্ভুলকৰণ purification, correction. **সংশোধক** বিণ. পৰিষ্কাৰ কৰা purifying. বিণ. **সংশোধিত**।

**সংশ্ৰয়** আশ্ৰয়।

**সংশ্ৰৱ** বি. সংসৰ্গ, সম্পৰ্ক connection.

**সংশ্লিষ্ট** বিণ. সংযুক্ত, সম্বন্ধযুক্ত, মিলিত connected, related.

**সংশ্লেষণ** বিৰুদ্ধ ধৰ্মী বস্তু বা পদাৰ্থক একেলগে মিলাই সামঞ্জস্য সাধন synthesis.

**সংবাদ** বি. খবৰ, বাৰ্ত্তা information, news.

**সংসক্ত** আসক্ত, সংলগ্ন, লিপ্ত।

**সংসদ** বি. সমিতি, সভা assembly.

**সংসৰ্গ** বি. সঙ্গ, সম্বন্ধ, সম্পৰ্ক একেলগে থকা living together, association, connection, in the course. বিণ. **সংসৰ্গী**, **সংসৰ্গিনী**। বিণ. **সংসৰ্গিত**।

**সংসাৰ** বি. জগত, ইহলোক world. গৃহস্থালি, ল'ৰাছোৱালী আদিৰে সৈতে থকা অৱস্থা the worldly life or state. বিণ. **সংসাৰী** সংসাৰত থকা, বিষয়ত লিপ্ত থকা worldly. বিণ. **সাংসাৰিক**, **সংসাৰ ত্যাগ** সন্ন্যাস গ্ৰহণ। **সংসাৰ বন্ধন** বি. মায়াৰ বন্ধন, অবিদ্যা-বন্ধন। **সংসাৰ যাত্ৰা** জীৱন যাত্ৰা। **সংসাৰ সুখ** গৃহস্থীৰ সুখ। **সংসাৰাশ্ৰম** গৃহস্থ জীৱন। **সংসিদ্ধ** সম্যক ভাবে সিদ্ধ, স্বভাৱ সিদ্ধ। **সংসূচিত** সম্যক ভাবে সূচিত। **সংস্থিতি** একে লগে হোৱা, প্ৰবাহ, সংসাৰ। **সংক্ৰিয়া** সংস্কাৰ, শোধন।

**সংসৃষ্ট** বিণ. সম্বন্ধিত, সংমিলিত, সংযুক্ত।

**সংস্কৰণ** বি. ভাঙৰণ, এবাৰত যিমান ছপা হয়, উৎকৰ্ষ সাধন the act of improving or re-editing as a book, edition.

**সংস্কাৰ** বি. শোধন, পৰিষ্কৰণ, উৎকৰ্ষ সাধন purification, গৰ্ভাধান, পুংসবন, সীমন্তোন্নয়ন, জাতকৰ্ম্ম, নামকৰণ, নিষ্ক্ৰমণ, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন, বিবাহ এই দশ সংস্কাৰ ten purificatory rites, আগতকৈ পৰিষ্কাৰ বা ভাল কৰা কাৰ্য্য act of reforming or

improving, ইতৰ জন্তুৰ স্বাভাৱিক জ্ঞান the instinct of an animal, সহজাত প্ৰবৃত্তি বা বুদ্ধি instinct, intuition.

**সংস্কাৰক** বি. ভাল বা বিশুদ্ধ কৰোঁতা one who reforms, repairs or improves. **সংস্কাৰহীন** সংস্কাৰ কাৰ্য্য নকৰা। **সংস্কৃত** বিশুদ্ধ, নিৰ্ম্মল বা পবিত্ৰ কৰা purified. ভাল কৰা improved. সংস্কৃত ভাষা Sanskrit language.

**সংস্কৃতি** বি. শিক্ষা বা চৰ্চ্চাৰ দ্বাৰাই লাভ কৰা উৎকৰ্ষ, কৃষ্টি culture.

**সংস্থা** বি. সমাজ, সমিতি society.

**সংস্থাগাৰ** বি. নাগৰিক সভা গৃহ।

**সংস্থান** বি. সংহতি, ভাল উপায়, আশ্ৰয় a good arrangement, থানথিত লগোৱা কাৰ্য্য protection.

**সংস্থাপক** বি. প্ৰতিষ্ঠাতা।

**সংস্থাপন** বি. স্থাপন, থোৱা বা পতা কাৰ্য্য act of establishing or placing. বিণ. **সংস্থাপিত**।

**সংস্পৰ্শ** বি. সংসৰ্গ, সম্পৰ্ক connection, relation.

**সংস্ৰৱ** সংসৰ্গ, সম্বন্ধ।

**সংহত** মিলিত, একত্ৰিত, ঘনীভূত compact.

**সংহতি** বি. সংযোগ compactness, সম্প্ৰদায় a sect, সংস্থান arrangement.

**সংহৰ** সক. ধা. ধ্বংস কৰ, নাশ কৰ, মৰিমূৰ কৰ to destroy, to crush. **সংহৰণ** ধ্বংস কৰা কাৰ্য্য act of destroying. **সংহৰি ক** নিশ্চয়কৈ বা ভাঙি পাতি ক to speak exactly or positively.

**সংহৰ্ত্তা** বি. সংহাৰ কৰোঁতা।

**সংহাৰ** বি. নাশ, ধ্বংস destruction, ধ্বংস কৰ to destroy. **সংহাৰক** বি নাশ কৰোঁতা।

**সংহিত** সংগৃহীত, মিলিত।

**সংহিতা** বি. বেদৰ কৰ্ম্মকাণ্ডৰ বিবৰণ থকা শাস্ত্ৰ, মনু আদি ঋষিয়ে কৰা শাস্ত্ৰ branch of the Vedas, a code of the Hindu laws.

**সংক্ষিপ্ত** বিণ. সংক্ষেপ কৰা, চুম্বক abridge. **সংক্ষেপ** বি. সংক্ষিপ্ত। বিণ. সঙ্কোচন abstract. ক্ৰি. বিণ. **সংক্ষেপকৈ, সংক্ষেপ ৰূপে**।

**সংক্ষোভ** বি. আলোড়ন, আকুলতা shivering. বিণ. **সংক্ষুব্ধ**।

**সঁচ** বি. খেতিৰ কাৰণে ৰখা গুটি আদি, কঠিয়া, বিধান, বীজ seed kept for cultivation, সন্তান progeny.

**সঁচা** বি. সত্য, যথাৰ্থ real, true. বি. সত্যকথা truth, আচল বস্তু real thing. ক্ৰি. বিণ. **সঁচাকৈ**।

**সঁচাৰ** বি. তলা a lock. **সঁচাৰকাঠি** চাবি, সঁচাৰ মেলা আৰু মৰা যতন a key.

**সঁচাসঁচি** বি. স্বৰূপ, নিশ্চয়, যথাৰ্থ

real, true, certain. ক্রি. বিণ. **চঁচাচঁচিকৈ**।

**চঁচি ধন** বি. যথার্থ ধন, নগদ ধন cash, ready money.

**চঁচুৱা** বিণ. চঁচৰ কাৰণে ৰখা kept for seed, চঁচৰ pertaining to seed.

**চঁজতুৱা** বিণ. বিশ্বাসী faithful.

**চঁজাত** বি. বিশ্বাস, প্রত্যয় faith, belief.

**চঁজাতি** বি. কোনো কথাৰ চয়-নিশ্চয় জানিবলৈ পঠোৱা বিশ্বাসী মানুহ, আমীন a commissioner deputed to make inquiry. **চঁজাতী দল** প্রতিনিধি সকল a representative body.

**চঁজাল** বি. নকৈ ৰোৱা পুলিয়ে জঁই পৰাৰ পাছত ধৰা ঠন বা শ্রী, revival to freshness after decay. বিণ. নতুন new. ক্রি. **চঁজাল ধৰ**।

**সজাল** সক. ধা. সবল কৰ, নবিয়াৰ পাছত পুনৰ পুষ্ট কৰ to restore to vigour, পুনবাৰ জ্বলা to re-kindle.

**চঁজীয়া** বি. চাঁজৰ ( এচঁজীয়া লগোন )।

**চঁজুলি** বি. কামত ব্যৱহাৰ হোৱা বেহানি বা আহিলা পাতি materials, furniture, a tool, an implement.

**চঁতা** বি. একেলানীয়ে হোৱা বৰষুণ, কেবাদিন একেবাৰে হৈ থকা বৰষুণ a spell of continuous rain.

**চঁপ্** সক. ধা. সমর্পণ কৰ, গতাই দে to make over.

**চঁফুৰা** বি. টেমা-বটা, চাঁফৰ লগোৱা তাম্বোলৰ পাত্র tray for betel-nut with a cover.

**চঁফুৰি আম** বি. মধুৰি আম। **চঁফুৰি কঁঠাল** বি. মাটি-কঁঠাল আনাৰস the pine-apple.

**চঁযোত্** বি. কোনো ধর্ম্ম কার্য্যৰ আগদিনা কৰা উপবাস আৰু মনৰ সংযম। বিণ. **চঁযুতীয়া**।

**চঁৰা** বি. ডাঁবিকা a long pole.

**চঁৰাহ** বি. কমাৰ আদিয়ে লো আদি চেপি ধৰা যতন a pair of tongs, জেওবাৰ মুৰত বন্ধা যুৰীয়া কামী।

**চঁহাৰি** বি. অনুমান, উমান, গম a guess formed from sound, etc. of the approach of some one or of an occurrance.

**সহঁত খা** অক. ধা. শপত খা to swear.

**সকর্ম্মক** বি. কর্ম্ম থকা transitive ( verb ).

**সকৰুণ** বিণ. সদয়, কৰুণাযুক্ত kind hearted.

**সকল** বি. বহুবচন বুজাবলৈ শব্দৰ পাচত ব্যৱহাৰ হোৱা শব্দ।

**সকলো** বিণ. আটাই, সমস্ত, সমুদায় all, entire. বি. সমুদায় লোক

all. **সকলো মিলি, সকলোৱে মিলি** ক্রি. বিণ. সকলোখিনি, গোটেই।

**সকাম** বিণ. ফলৰ আকাঙ্ক্ষা থকা, কামনাযুক্ত having a special object. বিণ. প্রয়োজন, কাম necessity, business.

**সকাল** বি. 'সকলো' চোৱা।

**সকাল** প্রা. অ. ৰাতিপুৱা morning.

**সকাহ** বি. কামৰ মাজত পোৱা বিশ্রাম, আজৰি leisure. বৰষুণৰ ছেদ, নৰিয়াৰ হ্রাস cessation of rain, abatement of disease.

**সকীয়া** সক. ধা. আগত সাখী ৰাখি কাকো কোনো কথাৰ নিমিত্তে আদেশ কৰ।

**সকুল্য** সমান কুলজাত, সপিণ্ডৰ উৰ্দ্ধ তিনি আৰু অধঃ তিনি পুৰুষ।

**সকৃৎ** এবাৰ।

**সকৌতুক** কৌতুক যুক্ত।

**সক্ত** আসক্ত, সংলগ্ন।

**সক্রিয়** কার্য্যকৰ active.

**সখা, সখি** বি. ইষ্ট, মিত্র, বন্ধু, সুহৃদ a formally constituted friend. স্ত্রী. **সখী**। **সখি বান্ধ** বন্ধুতা কৰ। **সখিত্ব, সখ্য** বি. বন্ধুতা। **সখ্যতার** সখিত্ব।

**সখিয়তী** বি. পাটমাদৈ চৰাই a kind of bird.

**সখ্য ৰস** বি. সখাৰ প্রতি সখাৰ যি ভাব সেই ভাব পুষ্ট কাব্যৰ ৰস, কৃষ্ণৰ প্রতি দাম, সুদাম আদিৰ যি ভাব।

**সগৰ** বি. ভগীৰথৰ পূৰ্ব্বপুৰুষ পৌৰাণিক ৰজা।

**সগর্ভা** বিণ. গৰ্ভৱতী pregnant.

**সগুণ, সগুণা** বি. সত্বাদি ত্রিগুণময়।

**সগুণীলতা** বি. আমৈ লতা kind of creeper.

**সগোত্র** বি. একে বংশৰ, একে জনা ঋষিৰ বংশৰ descended from one common progenitor. স্ত্রী. **সগোত্রা**।

**সগোত্রী** 'সগোত্র' শব্দৰ অপভ্রংশ।

**সঘন** বিণ. ঘনে ঘনে হোৱা, বাৰে বাৰে হোৱা frequent. ক্রি. বিণ. **সঘনে**।

**সঙ্কট** বি আপদ, বিপদ, টান distress, danger, difficulty. **সঙ্কটাপন্ন** বিণ. বিপদত পৰা fallen in danger or difficulty.

**সঙ্কৰ** বি. বিভিন্ন বা বিৰুদ্ধ জাতীয় পদার্থৰ মিলনত জন্ম হোৱা বস্তু, জাতি বা মানুহ ; যেনে—বর্ণ সঙ্কৰ, সঙ্কৰ-শব্দ hybrid.

**সঙ্কর্ষণ** বি. বলোভদ্র, বলৰাম, আকর্ষণ, কৃষিকার্য্য।

**সঙ্কলন** বি. সংগ্রহকৰণ, একত্রীকৰণ act of collecting or compiling. বিণ. **সঙ্কলিত**।

**সঙ্কল** সক. ধা. বধ কৰ to kill.

**সঙ্কল্প** বি. কোনো কাম কৰিবলৈ

কৰা দৃঢ় কল্পনা, মনোৰথ, কোনো ধৰ্ম্ম কাৰ্য্য কৰিবলৈ কৰা প্ৰতিজ্ঞা a mental resolve. **সঙ্কল্পিত** বিণ. সঙ্কল্প কৰা, কৰোঁ বুলি প্ৰতিজ্ঞা কৰা intended to be done.

**সঙ্কাশ** বিণ. তুল্য, সদৃশ, সমান like, resembling.

**সঙ্কীৰ্ণ** বিণ. ঠেক narrow.

**সঙ্কীৰ্ত্তন** বি. গুণৰ গান, দেৱতাৰ মহিমা গান act of singing praise.

**সঙ্কুচিত** বিণ. কোঁচ খোৱা contracted, আগ নবঢ়া, কুণ্ঠিত hesitating. **সঙ্কুল** বি. সমাকীৰ্ণ, মিশ্ৰিত, যুক্ত—যেনে: 'বিপদ সঙ্কুল'।

**সঙ্কেত** বি. ইঙ্গিত, ঠাৰ, অৰ্থবোধন শক্তি a hint, a gesture, a signal, কিটিপ a secret.

**সঙ্কোচ** বি. কোঁচ, চাপ খোৱা contraction. আশঙ্কা, সন্দেহ diffidence.

**সঙ্গ** বি. লগ, সংসৰ্গ companionship, যোগ, মিলন union. বিণ. **সঙ্গবদ্ধ**, **সঙ্গপ্ৰিয়** লগ লাগি থাকিবলৈ ভাল পোৱা। **সঙ্গ সুখ** একেলগ হোৱাৰ আনন্দ, সাহচৰ্য্যৰ আনন্দ।

**সঙ্গত** বিণ. যুগুত, উচিত proper, suitable, মিলিত, যুক্ত united, গানৰ লগত বাজনাৰ মিল harmonious.

**সঙ্গতি** বি. বন্ধু, লগৰীয়া a friend, a companion, সঙ্গ companionship, ভাল অৱস্থা good position. **সঙ্গতি লগা** ক্ৰি. সুবিধা লগা। **সঙ্গতিপন্ন** অৱস্থাপন্ন well-to-do.

**সঙ্গতিহীন** অৱস্থাহীন without means.

**সঙ্গম** বি. মিলন, দুই বা অধিক নৈৰ মিলন স্থান union, junction, সম্ভোগ, সহবাস co-habitation.

**সঙ্গিন** (ফা.) বি. বন্দুকৰ মুখত থকা লোৰ জোঙা অস্ত্ৰ bayonet.

**সঙ্গী** বি. লগৰীয়া a companion. স্ত্ৰী. **সঙ্গিনী**।

**সঙ্গীত** বি. 'সংগীত' চোৱা।

**সঙ্গোপন** বি. মদনৰ পাঁচ পাত শৰৰ এপাত। **সঙ্গোপনে** অতি গোপনে।

**সঙ্ঘ** বি. সম্প্ৰদায়, সমাজ, সমিতি a party, an association. **সঙ্ঘ** বি. বৌদ্ধ ধৰ্ম্মাৱলম্বী ভিক্ষু সমাজ। **সঙ্ঘবদ্ধ** একেলগে মিলিত হোৱা।

**সঙ্ঘটন**, **সঙ্ঘটনা** বি. ঘটনা, মিলন, যোজনা an agreement, collision. বিণ. **সঙ্ঘটিত** নিৰ্ম্মিত, অনুষ্ঠিত।

**সঙ্ঘৰ্ষ**, **সঙ্ঘৰ্ষণ** বি. পৰস্পৰ ঘৰ্ষণ বা আঘাত, ধাক্কা, খুন্দা friction, collision, clash, কাজিয়া rivalry.

**সচং** বি. মহত্ত থকা ঘৰ a resi-

dence of a Mahanta, শৰণ। ক্রি. সচং ল ।

সচকিত বিণ. ভয়ত গা চমকা startled, fearful, সঙ্কটৰ আগন্তুক দেখি হোৱা সাৱধান careful, alarmed.

সচৰ ( পু. অ. ) সচল ।

সচৰাচৰ সাধাৰণতে, প্ৰায়ে, generally.

সচল বিণ. লৰি চৰি ফুৰা, একে ঠাইতে বৈ নথকা moving.

সচিত্ৰ বিণ. নানা ছবি যুক্ত painted, variegated.

সচিত্ত বি. সচেতন অৱস্থা, ডিঠক the awaking state.

সচিৱ বি. মন্ত্ৰী, অমাত্য minister.

সচেতন বিণ. জ্ঞান থকা, চেতন থকা animate, conscious, জাগি থকা awake. সচেতনে ক্রি. বিণ. জাগি, টোপনি নোহোৱাকৈ ।

সচেষ্ট বি. চেষ্টান্বিত, চেষ্টাযুক্ত ।

সচ্চৰিত্ৰ বিণ. সদাচাৰী, সৎস্বভাৱী।

সচ্চিদানন্দ বি. সদায় জ্ঞানময় আৰু আনন্দস্বৰূপ ব্ৰহ্ম the Supreme Being.

সচ্ছিদ্ৰ ছিদ্ৰযুক্ত।

সজ বিণ. সত্ত, সাধু, ভদ্ৰ, পবিত্ৰ good, honest, pure. ক্রি. বিণ. সজকৈ, সজৰূপে।

সজনী ( পু. অ. ) বি. সখী, সঙ্গিনী, প্ৰণয়িনী a friend.

সজল বিণ. পানীযুক্ত, পানী থকা containing water, watery.

সজা বি. চৰাই আদি থোৱা পিঁজৰা a cage.

সজা সক. ধা. আনৰ দ্বাৰা নিৰ্ম্মাণ কৰা, তৈয়াৰ কৰা to cause to be constructed.

সজা সক. ধা. সাজ পাৰ পিন্ধা to dress. ভূষিত কৰ, শোভিত কৰ to decorate. শৃঙ্খলা লগাই থ to arrange. সজাই-পৰাই পিন্ধাই-উৰাই ভূষিত কৰি ।

সজাই বি. খুচুৰাকৈ বস্তু বেচি ফুৰা বেপাৰী, কজুৱাই a hawker, a pedlar.

সজাগ বি. সাৱে থকা কাৰ্য্য, সতৰ্কতা the act of awaking.

সজাগৰ বি. জাগি থকা, সচেতন awake.

সজাতি বিণ. সমজাতি। সজাতীয় বিণ. একজাতি সম্বন্ধীয়, সমধৰ্ম্মী।

সজীয়া বিণ. আকৃতিৰ, গঢ়ৰ নিচিনা resembling, having a similar form.

সজীৱ বিণ. জীৱিত থকা, জীয়া living, alive.

সজে-সজে ক্রি. বিণ. ভালে ভালে while yet undefiled.

সজোৰ জোৰ থকা ।

সজ্জন বি. সাধুলোক, ভাল মানুহ a gentleman, an honest man.

**সজ্জা** বি. সাজ, পোছাক-পৰিচ্ছদ, সৰঞ্জাম equipment.

**সজ্জিত** বিণ. শোভিত, ভূষিত, সজোৱা decorated, অস্ত্ৰযুক্ত armed, **সাজসজ্জা** বেশভূষা decoration.

**সজ্ঞান** বি. সম্পূৰ্ণ জ্ঞান থকা অৱস্থা consciousness. ক্ৰি. বিণ. **সজ্ঞানে**।

**সঞিঞ্চ** (পু. অ.) বিণ. নিজ, স্বয়ং।

**সঞ্চ** (পু. অ.) সঁচ, পোৱালি।

**সঞ্চয়** বি. সাঁচি ৰখা কাৰ্য্য act of saving.

**সঞ্চৰ** অক. ধা. সঞ্চাৰ কৰ, চলাচল কৰ to move.

**সঞ্চৰণ** বি. গতি কৰা কাৰ্য্য, লৰচৰ কৰা কাৰ্য্য act of moving, motion. **সঞ্চৰণশীল** লৰিচৰি ফুৰা moving, having motion.

**সঞ্চলন** চলন, কম্পন movement.

**সঞ্চাৰ** বি. গতি motion. কোনো গ্ৰহৰ এক ৰাশিৰ পৰা আন ৰাশিলৈ গমন transition of a planet from one sign to another. বিণ. **সঞ্চাৰিত**।

**সঞ্চাৰী** বি. বিস্তাৰী, অস্থায়ী।

**সঞ্চাল** অক. ধা. জোকাৰ খা, ৰৰকৈ লৰচৰ কৰ to move to and fro, to be agitated. **সঞ্চালক** বি. যোনে কাৰ্য্য নিৰ্ব্বাহ কৰে director. বি. **সঞ্চালন**। বিণ. **সঞ্চালিত**।

**সঞ্চিত** বিণ. সাঁচি থোৱা collected and saved, বহুদিনলৈকে শৰীৰত থকা chronic.

**সঞ্জ** (পু. অ.) জীৱজন্তুৰ কোৰ্হাল।

**সঞ্জয়** বি. ধৃতৰাষ্ট্ৰৰ মন্ত্ৰী।

**সঞ্জাত** বি. সঁজাত, পতিয়ন, বিশ্বাস, trust, belief.

**সঞ্জীৱনী** বিণ. জীয়াই ৰখা, প্ৰাণৰক্ষা কৰা life-giving.

**সঞ্জুক** বি. সঁজুলি।

**সট্, সঠ্** বি. পানীত হোৱা এবিধ বন, তাৰ পৰা খাৰ কৰা হয় a kind of aquatic plant.

**সটীক** বি. টীকা বা ব্যাখ্যা থকা with commentary.

**সঠিক** বিণ. নিশ্চয়, সন্দেহশূন্য certain, exact. ক্ৰি. বিণ. **সঠিককৈ**।

**সণ্ডালনি, সণ্ডালনীয়া** বিণ. ব্যক্ত, সকলোৱে জনাশুনা, প্ৰকাশ্য published, known to all.

**সতকাই, সতৱাই** ক্ৰি. বিণ. বেগতে, শীঘ্ৰে instantly, quickly.

**সত** বি. চন্দন কাঠৰ পৰা কৰা এবিধ সুগন্ধি বস্তু, মাটিৰ সাৰ বা ৰস, বীৰ্য্য, অন্তঃকৰণ, চিত, মন। **সত যা** ইচ্ছা যা, প্ৰবৃত্তি হ to have inclination, বীৰ্য্য পৰ to have discharge of semen. **সত যোৱা** তিৰোতাৰ গা যোৱা menorrhagia.

**সৎ** বিণ. অবিনাশী, বিদ্যমান, নিত্য

ever-existing. সাধু, ধাৰ্ম্মিক virtuous, righteous, অস্তিত্ব মাত্ৰ ( সৎস্বৰূপ )। **সৎকৰ্ম্ম** ভাল কাম, পুণ্য কাম। **সৎকাৰ** আদৰ, সম্মান, সেৱা-শুশ্ৰূষা, অন্ত্যেষ্টি ক্ৰিয়া। **সৎপথ** উত্তম পথ বা বাট। **সৎসংসৰ্গ** সাধু লোকৰ সঙ্গ, সজ্জন মানুহৰ লগত বাস। **সৎসঙ্গী, সৎসঙ্গী** সাধু সঙ্গী, শৰণ, ভজনাদি লোৱা বা মালা গ্ৰহণ কৰা।

**সত্সৰ্ব্বস্ব** কোনো লোকৰ সকলো সম্পত্তি।

**সতত, সততাই, সততে** ক্ৰি· বিণ. সদায়, সৰ্ব্বদা always.

**সততা** বি. সাধুতা honesty.

**সতৰ** বি. সাত অধিক দহ seventeen. বিণ. সোতৰ সংখ্যাৰ seventeenth.

**সতৰঞ্চি, সতৰঞ্জি** বি. নানান বৰণীয়া কপাহী দলিচা a cotton carpet.

**সতৰি** বি. তিনি কুৰি দহ seventy.

**সতবিত** বিণ. বিজুলীৰে উজ্জ্বল হোৱা।

**সতৰী** বি. কথকী তিৰোতা a garrulous woman.

**সতৰ্ক** বিণ/ সাৱধান watchful, careful.

**সতিনী** বি, নিজ স্বামীৰ আন এজনী ভাৰ্য্যা husband's co-wife. **সতিনী আঁহিয়া** সতিনীৰ আঁহ থকা **সতিনী-চুলি** বি. দীঘল চুলিৰ লগত কপালত ওলমি থকা চুটি চুলি। **সতিনী পোকা** বি. এবিধ পোক। **সতিনী মাৰি** বি. যঁতৰৰ বটীয়া ধৰা খুটি a peg for fastening twine of spinning wheel. **সতিনীয়াহ** তুজনী সতিনীৰ ভিতৰত থকাৰ দৰে বিৰোধ, অমিল great dislike.

**সতিয়ে** বিণ. সতিনীৰ গৰ্ভত ওপজা born of a co-wife, সতিনী হোৱা।

**সতি-সন্ততি, সতি-সন্তান** বি. ল'ৰা-ছোৱালী, সন্তান, নাতি-পুতি children, offspring.

**সতী** বিণ. পতিব্ৰতা, সাধ্বী, chaste. virtuous. বি. পতিব্ৰতা তিৰোতা a chaste woman. শিৱৰ ভাৰ্য্যা, দক্ষৰ কন্যা the wife of Shiva. **সতী** যা মৰা স্বামীৰ চিতাত পৰি প্ৰাণ ত্যাগ কৰ। **সতীদাহ** স্বামীৰে সৈতে একে চিতাত পুৰি মৰা কাৰ্য্য।

**সতীৰ্থ** বি. একে গুৰুৰ শিষ্য, হৰি-ভকত a fellow disciple.

**সতীত্ব** বি. সতী তিৰোতাৰ ধৰ্ম্ম, পতিব্ৰতা ধৰ্ম্ম chastity of a woman.

**সতৃষ্ণ** বিণ. সস্পৃহ, হেপাহ যুক্ত, একাগ্ৰে ( সতৃষ্ণ নয়নে )।

**সতেজ** বিণ. তেজাল, বলবান vigorous.

**সত্তা** বি. স্থিতি, অস্তিত্ব, বিদ্যমানতা existence.

**সত্র**, সত্র বি. গোসাঁই, মহন্ত আৰু বৈষ্ণৱ সকল গোট খাই থকা ঠাই a Vaishnabite monastary in Assam. **সত্রাজিত** বি. শ্রীকৃষ্ণৰ পত্নী সত্যভমাৰ পিতৃ। **সত্রাধিকাৰ**, **সত্রাধিকাৰী** সত্রৰ অধিকাৰী। **সত্রীয়া** বিণ. সত্রসম্বন্ধীয়, সত্রৰ।

**সত্ব** বি ত্রিগুণৰ এক গুণ, সাত্বিক গুণ one of the inherent qualities of man, ৰস, সাৰ, চৈতন্য, আত্মা, বল, শক্তি, পদাৰ্থ, সাহস, মন।

**সত্য** বিণ. সঁচা, যথাৰ্থ real, true. বি. সঁচা কথা truth, সৎ আচৰণ righteous conduct, পৰীক্ষাৰে প্রমাণ কৰি স্থিৰ কৰা বিষয় a verified fact or truth, আদি যুগ the golden age, প্রতিজ্ঞা, শপত vow. **সত্যতা** বি. যথাৰ্থতা। **সত্যকলীয়া** সত্যযুগৰ, অতি পুৰণি কালৰ। **সত্যনাথ বৰা** বি. আধুনিক অসমীয়া সাহিত্যৰ এজন প্রথিত যশা লিখক। **সত্যনাৰায়ণ** বিষ্ণুৰ এটা স্বৰূপ। **সত্যনিষ্ঠ** সত্যপৰায়ণ। **সত্যবাদী** সঁচা কওঁতা। স্ত্রী. **সত্যবাদিনী**। বি. **সত্যৱাদিতা**। **সত্যৱান** সাবিত্রীৰ স্বামী। **সত্যব্রত** বি. সূৰ্য্য বংশীয় এজন ৰজাৰ নাম। **সত্যভমা** বি. শ্রীকৃষ্ণৰ এজনী পত্নীৰ নাম। **সত্যভামা** বি. 'সত্য ভমা' চোৱা। **সত্যযুগ** বি. চাৰি যুগৰ ভিতৰত প্রথম আৰু শ্রেষ্ঠ যুগ, এই যুগৰ মানুহ বিলাক নিষ্পাপী আৰু ধৰ্ম্মিষ্ঠ আছিল। এই যুগৰ পৰিসৰ ১৭, ২৮০০ বছৰ, golden age. **সত্যভ্রষ্ট** সত্য বা অঙ্গীকাৰ নৰখা। **সত্যৰত** বিণ. সত্যৰ প্রতি আসক্ত, সত্যব্রতী Sincere, truthful. **সত্যলোক** সাতলোকৰ এক লোক। **সত্যৱতী** বি. ব্যাসদেৱৰ মাতৃ, the mother of Vyasadeva. **সত্যৱান** বি. সাবিত্রীৰ স্বামী, the husband of Savitri. **সত্যসন্ধ** সত্যপ্রতিজ্ঞ, সত্যৰ পৰা ভ্রষ্ট নোহোৱা। **সত্য-সেৱা** বি. সত্য নাৰায়ণ পূজা, worship of Vishnu.

**সত্যাগ্রহ** বি. সত্য গ্রহণ, সত্য বা ন্যায্য অধিকাৰ ৰক্ষাৰ কাৰণে দৃঢ় প্রতিজ্ঞা।

**সত্যাগ্রহী** বিণ. যিয়ে সত্যাগ্রহ কৰে।

**সত্যাসত্য** সঁচা মিছা verification.

**সত্যে** ক্রি. বিণ. নিশ্চয়ে, সত্য কৰি (শপত খোৱা মাত) truly, by truth.

**সত্ব** বি. সাৰ ভাগ essence, সাত্বিক গুণ, ত্রিগুণৰ এটা গুণ the quality of goodness.

**সত্বৰে** ক্রি. বিণ. শীঘ্রে, বেগতে quickly.

**সত্বে, সত্বেও** ( অব্যয় ) তথাপি, তো in spite of.

**সথাথ** সক ধা· আগ কৰ, দেৱতাৰ পূজালৈ আগধন ৰাখ।

**সদন** বি. গৃহ, ঘৰ, বাসস্থান a house, a palace.

**সদয়** বিণ. দয়ালু, মৰমিয়াল kind.

**সদৰ** বি. চহৰ, ৰাজকাৰ্য্য চলোৱাৰ কেন্দ্ৰ বা প্ৰধান স্থান town, head quarters.

**সদৰামীন** বি. মনচুফৰ নিচিনা কৰ্ম্মচাৰী a subordinate judicial officer.

**সদৰী** বিণ. ব্যক্ত, জনাজনা pub lished made public, সদৰ বা নগৰত থকা living in the town or metropolis. ক্রি. বিণ. সদৰীকৈ।

**সদস্য** বি. সভ্য, সভাসদ a member, যজ্ঞকাৰ্য্য সম্পাদক সকলৰ ভ্ৰম-সংশোধক আৰু বিধি প্ৰদৰ্শক।

**সদৰ্থক** অস্তিত্ব বাচক positive.

**সদৰ্প** দৰ্পযুক্ত, অহংকাৰ যুক্ত।

**সদা** সদায়, সততে।

**সদাই** 'সদায়' চোৱা।

**সদাকাল** বি. সৰ্ব্বতি কাল all time, eternity. সদা বি. সৰ্ব্বদা, সদায়।

**সদাগৰ** বি. মহাজন, সাউদ a merchant. **সদাগৰী** বিণ. সদাগৰ সম্পৰ্কীয়, সদাগৰৰ।

**সদাচাৰ** বি. সজ ব্যৱহাৰ, সজ আচাৰ pious conduct. **সদাচাৰী** বিণ. সদাচাৰত প্ৰবৰ্ত্ত।

**সদানন্দ** বিণ. আনন্দ joyful. বি. ঈশ্বৰ God.

**সদায়** ক্রি. বিণ. সৰ্বতিকালে, সকলো সময়ত always. **সদাসৰ্ব্বদা** সকলো সময়তে।

**সদালাপ** ভাল বিষয়ৰ আলাপ।

**সদালাপী** যি সদায় ভাল আলোচনা কৰে।

**সদাশয়** বিণ. দয়াযুক্ত, ওখ ভাবৰ, সহৃদয় generous.

**সদাশিৱ** বি. শিৱ, মহাদেৱ Shiva.

**সদিচ্ছা** ভাল ইচ্ছা, শুভ ইচ্ছা good will.

**সদুত্তৰ** প্ৰকৃত উত্তৰ actual answer.

**সদুপায়** ভাল উপায়।

**সদৃশ** বিণ. নিচিনা, একে আকৃতিৰ like, similar. বি. সদৃশতা, সাদৃশ্য।

**সদৌ** বিণ. সমুদায়, অখিল, সকলো all, whole, entire.

**সদ্গতি** বি. মুক্তি, আত্মাৰ মুক্তি বা উদ্ধাৰ salvation or emancipation of the soul, সুখ felicity.

**সদ্গুণ** বি. সজ গুণ, উত্তম গুণ good quality.

**সদ্ব্যয়** বি. ভাল কামত খৰচ।

**সদ্ভাৱ** বি. মিলা প্ৰীতি, সৌহাৰ্দ্দ্য friendly feeling.

**সদ্যঃ, সদ্যহ, সদ্যে, সদ্যেহ** ক্ৰি. বিণ. আজি, এতিয়া, সম্প্ৰতি today, now, at present.

**সদ্যোজাত** বিণ. নকৈ বা পোনে পোনে ওপজা newly or just born.

**সদ্ব্যৱহাৰ** বি. ভদ্ৰ ব্যৱহাৰ good behaviour.

**সধৰ্ম্মী** বিণ. একে ধৰ্ম্মত চলা following the same religion, একেগুণ থকা possessing the same quality. বি. একে ধৰ্ম্মত চলা মানুহ। স্ত্ৰী. **সধৰ্ম্মিণী**

**সধবা** বিণ. স্বামী থকা, আয়তী having a living husband. বি. স্বামী থকা তিৰোতা।

**সধা** সক. ধা. আনৰ দ্বাৰা সম্পন্ন কৰা, লোকৰ দ্বাৰা ধাৰৰ ধন খোজা।

**সনত, সনতকুমাৰ, সনন্দ, সনাতন** বি. ব্ৰহ্মাৰ চাৰিজন পুত্ৰ, ঋষি।

**সনসনা** অক. ধা. গছ আদিৰ শুকান পাত লৰালে বা পলুৱে বগাই যাওঁতে হোৱাৰ নিচিনা শব্দ।

**সনাতন** বিণ. চিৰকলীয়া, বহুকলীয়া eternal, ancient. বি. বিষ্ণু, শিৱ, ব্ৰহ্মা। স্ত্ৰী. **সনাতনী**।

**সনা-পোতকা** বি. মিহলাই কৰা লাড়ু, ফেনেকি লগ লগোৱা বস্তু।

**সনিৰ্ব্বন্ধ** বিণ. অতিশয় আগ্ৰহযুক্ত, আন্তৰিক, অকপট importunate, earnest.

**সন্ত** বি. সাধু মহন্ত, ধাৰ্ম্মিক লোক a saint, a pious man. বিণ. সত্য, নিত্য, স্থায়ী real, perpetual.

**সন্ততি, সন্ততি** বি. সন্তান, ল'ৰা ছোৱালী offspring, child.

**সন্তপ্ত** বিণ. সন্তাপ পোৱা, শোকাকুল overcome with grief.

**সন্তৰণ** সাঁতোৰ, পাৰলৈ যোৱা।

**সন্তৰা** বি. সুমথিৰা orange.

**সন্তৰ্প** সক. ধা. সন্তুষ্ট কৰ to gratify. বি. **সন্তৰ্পণ, সন্তৰ্পণা** তৃপ্তি দিয়া বা খুৱাই বুৱাই সন্তোষ কৰা কাৰ্য্য।

**সন্তৰ্পণে** বৰ সাৱধানে very carefully.

**সন্তান** বি. পো বা জী, ল'ৰা-ছোৱালী a child.

**সন্তানহীন** বিণ. ল'ৰা-ছোৱালী নথকা childless.

**সন্তাপ** বি. অন্তৰৰ দুখ, মনৰ দুখ. শোক, বেজাৰ grief, sorrow. বিণ. **সন্তাপিত**। **সন্তাপদায়ক** বিণ. শোক দিয়া, মনৰ দুখ জন্মোৱা causing pain. **সন্তাপহাৰী** বিণ. দুখ শোক গুচোৱা।

**সন্তুষ্ট** বিণ. অতিশয় তৃপ্ত, পৰিতৃপ্ত gratified, প্ৰসন্ন pleased. বি. **সন্তোষ, সন্তুষ্টি** আনন্দ, হৰ্ষ, তৃপ্তি

বিণ. সন্তোষিত। বি. সন্তুষ্টতা। সন্তোষজনক বিণ. আনন্দ জন্মোৱা pleasing.

সন্ত্রস্ত বিণ. অতিশয় ভীত greatly terrified. সন্ত্রাস বি. বৰ ভয়।

সন্ত্রাসবাদ ধ্বংস মূলক কাৰ্য্য, terrorism.

সন্ত্রাসক বিণ. যোনে ধ্বংস মূলক কাৰ্য্য কৰে, terrorist.

সন্দিকৈ বি. সাতৰবীয়া আহোমৰ এঘৰ।

সন্দৰ্ভ বি. প্ৰবন্ধ, ৰচনা, গ্ৰন্থ, সংগ্ৰহ essay.

সন্দৰ্শন বি. সম্যক্ দৰ্শন, ভালকৈ চোৱা কাৰ্য্য।

সন্দিগ্ধ বিণ. সন্দেহ-যুক্ত, আশঙ্কা-যুক্ত suspicious, doubting.

সন্দিহান বি. সংশয়ী, সন্দেহকাৰী।

সন্দেশ বি. বাৰ্ত্তা, সমাচাৰ news, tidings, কাৰো সৈতে দেখা কৰিবলৈ যাওঁতে নিয়া ভেটি a present made to a gentleman at an interview, চেনি আৰু ছানাৰে কৰা এবিধ মিঠাই a kind of sweetmeat.

সন্দেহ বি. সংশয়, অনিশ্চয়তা uncertainty, doubt. সন্দেহজনক সংশয় জন্মোৱা doubtful.

সন্ধান বি. ধেনুত কাঁড় ভুৰি কৰা লক্ষ্য act of taking aim as with an arrow. অক. ধা. কাঁড় মাৰ, শৰ মাৰ, বুজ, বাতৰি, উবাদিহ news, clue, whereabout.

সন্ধি বি. মিলন স্থান, যোৰা junction, a joint, বাট, উপায় way, means, দুই ৰজা বা ৰাজ্য মিলেৰে থাকিবলৈ কৰা মীমাংসা peace, treaty, ব্যাকৰণত দুটা আখৰৰ মিলন। সন্ধিস্থল বি. সংযোগ বা মিলন হোৱা ঠাই। সন্ধি-পূজা মহাষ্টমী আৰু মহানৱমীৰ সন্ধি সময়ৰ পূজা।

সন্ধিৎসা সন্ধান কৰাৰ ইচ্ছা।

সন্ধুক্ষিত প্ৰজ্বলিত।

সন্ধিৎসু বিণ. সন্ধান কৰিবলৈ ইচ্ছুক।

সন্ধুক অক. ধা. লক্ষ্য কৰি, স্থিৰ দৃষ্টি কৰি।

সন্ধুক্ষণ বি. মূৰ্চ্ছিত বা অজ্ঞান অৱস্থাৰ পৰা পোৱা পুনৰ জ্ঞান come to one's self.

সন্ধ্যক লোন বি. সৈন্ধৱ লোণ, rock salt.

সন্ধ্যাভাষা বি. যি ভাষা ভালদৰে বুজা নেযায়, প্ৰহেলিকাময়ী ভাষা, চৰ্য্যাপদৰ ভাষা।

সন্ধ্যা বি. দিন আৰু ৰাতিৰ সন্ধিকাল ( ৰাতিপুৱা, দুপৰীয়া আৰু গধুলি ), হিন্দুৰে পুৱা, গধুলি আৰু দুপৰীয়া কৰা দেৱতাৰ উপাসনা, গধুলি সময় evening.

সন্ধ্যাসেৱা বি. সন্ধ্যা সময়ত কৰা দেৱতাৰ উপাসনা, prayer offer-

ed at morning, evening or noon.

**সন্নত** মুছলমান আৰু ইহুদী সকলৰ লিঙ্গৰ ছাল কটা সংস্কাৰ circumcision.

**সন্নাহ** বি. ৰণুৱাই পিন্ধা আখৰ, কবচ, an armour.

**সন্নিকট** বি. নিচেই-ওচৰ proximity.

**সন্নিকর্ষ** বি. নৈকট্য, ওচৰ চপা proximity.

**সন্নিধান, সন্নিধি** বি. ওচৰ, সমীপ proximity. গুণ. বি. **সান্নিধ্য**। ক্রি. বিণ. **সন্নিধানে**।

**সন্নিপাত, সন্নিপাত** বি. বায়ু, পিত্ত আৰু কফৰ বিকাৰৰ পৰা হোৱা সাংঘাতিক জ্বৰ delirium. বিণ. **সান্নিপাতিক**।

**সন্নিবদ্ধ** নিকৃপকপীয়াকৈ আবদ্ধ।

**সন্নিবিষ্ট** বিণ. প্রবিষ্ট, সুমোৱা inserted, entered into.

**সন্নিহিত** বিণ. ওচৰৰ, নিকটবর্ত্তী proximate, near.

**সন্ন্যাস, সন্ন্যাস,** বি. সংসাৰৰ সুখ আৰু লেঠা এৰি ঈশ্বৰ চিন্তা কৰা কার্য্য, বৈৰাগ্য ascetic life, এবিধ মূর্চ্ছাৰোগ epilepsy. **সন্ন্যাসী, সন্ন্যাসী** বৈৰাগী, সন্ন্যাস ব্রত লোৱা মানুহ। স্ত্রী. **সন্ন্যাসিনী**।

**সন্মত** বিণ. মান্তি হোৱা, একমত হোৱা agreeing, concurring in, মিলা, মত দিয়া agreed.

**সন্মতি** বি. ইচ্ছা, মত স্বীকাৰ assent, consent, অনুমতি approval.

**সন্মার্গ** বি. সৎপথ।

**সন্মান** বি. মান্য, আদৰ, সম্ভ্রম respect, veneration. বিণ. **সন্মানিত** পূজিত, সমাদৃত।

**সন্মিলন** বি. সভা, সমিতি a meeting, a conference. স্ত্রী. **সন্মিলনী**।

**সপতা** বি. দা-কটাৰী আদিত মেলা ফাট বা চঁহা।

**সপত্নী** বি. সতিনী co-wife.

**সপৰিবাৰে, সপৰিয়ালে** ক্রি. বিণ, ভার্য্যা ল'ৰা ছোৱালী আদিৰে সৈতে with all the family members.

**সপক্ষ** বি. কোনো এক পক্ষৰ ফলীয়া, অনুকূল, আপোনাৰ ফলীয়া siding with, friendly. ক্রি. বিণ. **সপক্ষে**।

**সপিণ্ড** বি. সপ্তম পুৰুষৰ ভিতৰৰ জ্ঞাতি one within the seventh generation. **সপিণ্ডীকৰণ** প্রথম বছৰেকীয়া শ্রাদ্ধ।

**সপুত্রক** বিণ. পুত্র থকা, সন্তানযুক্ত having a male child. **সপুত্র-বান্ধৱে** ল'ৰা ছোৱালী আৰু মিতিৰ কুটুমে সৈতে with family and friends.

**সপোন** বি. সামাজিক a dream.

**সপ্ত** বি. সাত seven. **সপ্তর্ষি** সতৰি,

সাত দহ seventy. **সপ্তদশ** সত্তৰ। **সপ্তদ্বীপা** সাতোটা দ্বীপ থকা। **সপ্তক** সপ্ত সংখ্যক। **সপ্তম** সাতৰ সংখ্যাৰ the seventh. **সপ্তদ্বীপ** জম্বু, প্লক্ষ, শাল্মলী, কুশ, ক্রৌঞ্চ, শাক, আৰু পুষ্কৰ। **সপ্তধাতু** শৰীৰত থকা ৰস, তেজ, মঙহ, তেল শুক্র, মজ্জা আৰু অস্থি। **সপ্তমী** দুই পক্ষৰ সাত সংখ্যাৰ তিথি। **সপ্তৰথী** অভিমন্যুক বধ কৰিবলৈ সম্মিলিত সাতজন ৰথী। **সপ্তর্ষি** মৰীচি, অত্রি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্রতু, আৰু বশিষ্ঠ এই সাতজন ঋষি। **সপ্তর্ষিমণ্ডল** সাত তায়া the constellation ursa major. **সপ্তলোক** ভূঃ, ভুবঃ, স্বঃ, মহঃ, জনঃ, তপঃ আৰু সত্য এই সাত ভুবন।

**সপ্তস্বৰ** সঙ্গীতৰ সুৰ ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈবত, নিষাদ।

**সপ্তাহ** বি. সাত দিন, বিশেষকৈ ৰবিবাৰৰ পৰা শনিবাৰলৈ সাত দিন week. **সপ্তাহী** বিণ. সাত দিনৰ weekly.

**সপ্রতিভ** বিণ. বুধিয়ক, সংকোচহীন, intelligent.

**সপ্রমাণ** বিণ. সঁচা বুলি প্রমাণ হোৱা proved.

**সফল** বিণ. ফল ধৰা, ফলৱন্ত bearing fruit, সার্থক, সিদ্ধ হোৱা, লাভজনক fruitful, profitable, successful. বি. **সফলতা**।

**সবকহো** (পু. অ.) সবাকো, সকলোকে all. *

**সবংশে** ক্রি. বিণ. পৰিয়াল বা বংশে সৈতে with family and kinsmen.

**সবর্ণ** বি. সমবর্ণ, সমজাতি, (ব্যাকৰণত) একেঠাইৰ পৰা উচ্চাৰণ হোৱা বর্ণ।

**সবল** বিণ. বলী, বল থকা strong, সাৰুৱা fertile.

**সবছুৰা** বিণ. সবাহ সম্পর্কীয়।

**সবাকো** (সর্বনাম) সমস্তকে, সকলোকে all.

**সবাক্ চিত্র** বি. কথাছবি, চিনেমা talkie, cinema.

**সবান্ধৱে** ক্রি. বিণ. বন্ধু-বান্ধব সমন্বিতে, মিতিৰ কুটুমে সৈতে with friends and relations.

**সবাহ** বি. অনেক লোক গোট খাই কৰা উপাসনা, নৈবেদ্য আদি দি কৰা হৰি কীর্তন public worship of Vishnu.

**সবিতা** বি. সূর্য্য the sun.

**সবিনয়** বি. বিনয়পূর্ণ humble.

**সবিৰাম** বিৰামযুক্ত intermittent.

**সবিশেষ** বিণ. সকলো কথা ভাঙি পাতি কোৱা giving detailed account.

**সবিস্তাৰ** বিস্তৃতিযুক্ত।

**সবিস্ময়** বিস্ময়ৰ সৈতে

**সবুজ** বিণ. সেউজীয়া green.

**সব্যসাচী** বি. অৰ্জ্জুন Arjuna.

**সৰু সক** বিণ. সকলোতকৈ সক youngest, smallest.

**সভয়** বিণ. ভয় কৰা, ভয়যুক্ত fearful, afraid.

**সভৰ্তৃকা** বিণ. সধবা।

**সভা** বি. সমিতি, সমাজ, মেল an association, an assembly, a meeting. **সভাপতি** যিজনে সভাৰ কাৰ্য্য পৰিচালনা কৰে president. স্ত্ৰী. **সভানেত্ৰী**। **সভা মণ্ডপ** বি. ৰাজহৱা সভাৰ কাৰণে সজা ৰভা। **সভাৰ্য্যে** ক্ৰি. বিণ. ভাৰ্য্যাৰে সৈতে, পত্নীৰে সৈতে with one's wife. **সভাসদ** সদস্য, সভাত উপস্থিত থকা লোক। **সভাশুৱনি** সমাজক শোভিত কৰা, ৰব ধুনীয়া।

**সভ্য** বি. সভাসদ, সমজুৱা a member of a society. বিণ. সমাজত, থকা জ্ঞান বিদ্যা পোৱা, শিষ্ট, ভদ্ৰ civilised, educated, polite. বি. **সভ্যতা** শিষ্টতা, ভদ্ৰতা civil manners. সমাজ বা জীৱন যাত্ৰাৰ উৎকৰ্ষ civilization.

**সম** বিণ. সমান, তুল্য equal, similar খলা বমা নোহোৱা even.

**সমকৰ্ম্মী** বি. একে কাম বা ব্যৱসায়ত কাম কৰা মানুহ a co-worker.

**সমকক্ষ** বিণ. সমান শক্তি বা গুণৰ possessing equal power or merit.

**সমকালিক** বিণ. সমসাময়িক contemporary.

**সমকেন্দ্ৰিক** বিণ. এটা সাধাৰণ কেন্দ্ৰ থকা concentric.

**সমকোণ** বি. এটা সৰল ৰেখাৰ ওপৰত আন এটা সৰল ৰেখা থিয় হৈ দুয়ো ফালে কৰা সমান কোণ দুটাৰ এটা a right angle. **সমকোণী** বিণ. এটা সমকোণ থকা ( ত্ৰিভুজ )।

**সমক্ষে** ক্ৰি. বিণ. কাৰো চকুৰ আগত, সমুখত in presence of, before.

**সমগ্ৰ** বি. সমুদায়, সকলো all.

**সমজুৱা** বিণ. সমাজত বহা বা উপস্থিত থকা present in an assembly, সমাজ সম্পৰ্কীয় regarding a meeting or society, সভাসদ a member of a society.

**সমজ্যা** ( পু. অ. ) সমাজ, সমাজৰ মানুহ বিলাক society.

**সমঞ্জস** বিণ. সঙ্গত, উচিৎ, যুগুত proper, right, fit.

**সমতল** বিণ. সমান, ওখ চাপৰ নথকা plain.

**সমতা** বি. তুল্যতা, সমান হোৱা অৱস্থা similarity or equality.

**সমতুল্য** সমান সমান, সমতা বিশিষ্ট ( দুষ্ট প্ৰয়োগ )

**সমথল** বি. ভৈয়াম, সমভূমি plain.

**সমদল** বি. মিছিল, শোভাযাত্ৰা, দল বান্ধি যোৱা মানুহৰ জুম a party, a procession. ক্রি. বিণ. **সমদলে সমদল** সাজি জাকেৰে জুম বান্ধি in a party or procession.

**সমদর্শী** বিণ. সকলোকে সমান দেখা, অপক্ষপাতী impartial. বি. **সমদর্শিতা, সমদৃষ্টি** সমভাব impartiality.

**সমদ্বিবাহু** বিণ. দুটা সমান বাহু থকা (ত্ৰিভুজ) having two equal sides.

**সমধিক** বিণ. বৰ বেছি very much.

**সমনীয়া** বিণ. সমান বয়সীয়া, একে শ্ৰেণীৰ of an equal rank or age. বি. একে বয়স বা শ্ৰেণীৰ মানুহ।

**সমন্ধ** 'সম্বন্ধ' শব্দৰ অপভ্ৰংশ।

**সমন্ধি** (অব্যয়) সম্বন্ধে, অনুকূলে, ফালে in favour of, towards.

**সমন্ধীয়া** বিণ. সম্বন্ধ থকা, সম্পৰ্কীয় related.

**সমন্বয়** বি. সম্বন্ধ, মিলন connection, union.

**সমন্বিতে** (অব্যয়) সৈতে, একেলগে together with.

**সমবয়স্ক** বিণ. সমান বয়সীয়া।

**সমবায়** বি. মিলন union, যৌথ অনুষ্ঠান co-operation. **সমবায়-সমিতি** বি. কেবাজনে মূলধন গোটাই কাৰবাৰ কৰা লোক সমূহ co-operative society.

**সমবাহু** বি. তিনিওটি বাহু সমান থকা (ত্ৰিভুজ) equilateral.

**সমবেত** বিণ. সম্মিলিত।

**সমবেদনা** বি. সহানুভূতি, আনৰ দুখত দুখ বোধ কৰা sympathy.

**সমভাৱ** বি. সমান অৱস্থা, নিৰপেক্ষতা impartiality.

**সমভূমি** বি. সমতল, ভৈয়াম level ground, plain.

**সমমণ্ডল** বি. গ্ৰীষ্ম-মণ্ডলৰ উত্তৰ আৰু দক্ষিণে হিম-মণ্ডলৰ সীমালৈ থকা পৃথিবীৰ কাল্পনিক ভাগ temperate zone.

**সময়** বি. কাল, বেলি, বতৰ time, season.

**সময়নিষ্ঠ** বিণ যিয়ে সময় মতে কাম কৰে বা সময় মতে উপস্থিত হয় punctual.

**সময়স্থিতি** বি. দুই পক্ষৰ সমানে লাভ বা হানি কৰি মিলোৱা কাৰ্য্য reconciliation.

**সময়ৰ শৰ** বি. উপযুক্ত কালত মৰা শৰ, যি কালত যি কাৰ্য্য কৰা উচিত।

**সময়ে সময়ে** ক্রি. বিণ. মাজে মাজে now and then.

**সময়োচিত** সময় মতে কৰিব লগীয়া।

**সমৰ** বি. যুদ্ধ, ৰণ war, battle. বিণ. **সামৰিক**।

**সমৰাশি** বি. যি অঙ্কক দুইৰে ভাগ কৰিব পাৰি even number.

**সমৰ্থ** বিণ. পাৰগ, শক্তি থকা able, capable; বি. **সমৰ্থতা** শক্তি, পাৰগতা ability, strength.

**সমৰ্থন** বি. কাৰো কথাত ভৰ দিয়া বা মত দিয়া কাৰ্য্য, কাৰো প্ৰস্তাৱত সন্মতি দিয়া কাৰ্য্য seconding or supporting. ক্রি. **সমৰ্থন কৰ**। **সমৰ্থক, সমৰ্থনকাৰী** বি. সমৰ্থন কৰোঁতা a supporter, a seconder.

**সমৰ্প** সক. ধা. গতা, অৰ্পণ কৰ, শোধাই দে to make over, to deliver. বি. **সমৰ্পণ** গতাই বা শোধাই দিয়া কাৰ্য্য। বিণ. **সমৰ্পিত**। **সমৰ্পণীয়** শোধাই দিবৰ যোগ্য।

**সমল** বি. বাট খৰচ, প্ৰবাসত খাবলৈ লগত নিয়া বস্তু provisions for a journey, eatables.

**সমলয়** বিণ. মিল হৈ শুনিবলৈ ভাল হোৱা, সুশ্ৰাব্য হোৱা harmonious.

**সমলীয়া** বিণ. প্ৰবাসত খাবলৈ বস্তু নিয়া, সমল যোগাওঁতা one who carries or supplies provisions.

**সমলেখ** বি. সমান গণনা, গড় হিচাপ an average.

**সমস্ত** বি. মুঠ, অনেক অঙ্কৰ মুঠ a total. ভগ্নাংশৰ লগত থকা গোটা ৰাশি the whole number in a fraction.

**সমসৰ** বিণ. তুল্য, নিচিনা।

**সমসাময়িক** বিণ. সমকালিক contemporary.

**সম সূত্ৰ** একে ৰেখাত থকা।

**সমস্ত** বিণ. আটাই, সকলো, সৰ্ব্ব, all. বি. আটাই বিলাক। **সমস্তয়** (পু. অ.) সমস্ত।

**সমস্যমান** সমাসৰ অংশীভূত।

**সমস্যা** বি. কঠিন প্ৰশ্ন, টান কথা puzzle, যি কথা মীমাংসা কৰা টান problem.

**সমক্ষে** ক্রি. বিণ. সন্মুখত, সাক্ষাতে, আগতে in presence of, before.

**সমা** বি. বছৰ year.

**সমাকীৰ্ণ** বিয়পি যোৱা।

**সমাকুল** ব্যাকুল।

**সমাগত** বিণ. উপস্থিত, আহি পোৱা arrived.

**সমাগম** বি. অহা-যোৱা, যাতায়াত act of coming and going.

**সমাচাৰ** বি. খবৰ, বাতৰি news.

**সমাচ্ছন্ন** বিণ. সমাবৃত।

**সমাজ** বি. সভা, মেল assembly, meeting, পৰস্পৰ নিৰ্ভৰশীল প্ৰাণী সমূহ society. বিণ. **সামাজিক**।

**সমাজতন্ত্ৰ** সমাজ বা ৰাষ্ট্ৰৰ গঠন সম্বন্ধীয় মত, ইয়াত ব্যক্তিগত প্ৰাধান্যৰ লোপ হৈ সকলো বিষয়তে সকলোৰে সমান অধিকাৰ হয়

socialism. **সমাজপতি** সমাজৰ মুখ্য লোক।

**সমাজসেৱা** জন সাধাৰণৰ মঙ্গল সাধন।

**সমাজিক** বি. সপোন a dream.

**সমাদৰ** বি. অতিশয় আদৰ, সন্মান regard, respect. **সমাদৃত** বিণ. আদৰ বা সন্মান পোৱা respected, welcome.

**সমাধা, সমাধান** বি. নিষ্পত্তি মীমাংসা, সম্পাদন act of performing or accomplishing. ক্রি. **সমাধা কৰ**।

**সমাধি** বি. ধ্যান, তন্ময়তা, বাহ্যজ্ঞান শূন্য হৈ কৰা ঈশ্বৰ চিন্তা deep meditation upon God. কবৰ, মৰিশালি grave, গভীৰ চিন্তা বা ভাবনা contemplation. **সমাধিস্থ** বিণ. সমাধিত মগ্ন হোৱা। **সমাধি-ক্ষেত্র** বি. সমাধিস্থান, মৈদাম।

**সমান** বিণ. সম তুল্য, একে পৰিমাণৰ equal, similar, ওখ চাপৰ নোহোৱা plain. বি. শৰীৰত থকা পঞ্চবায়ুৰ এক বায়ু। বি. **সমানতা**।

**সমানুপাত** বি. একতকৈ অধিক অনুপাতৰ সম্বন্ধ proportion.

**সমানে সমানে** নিজৰ সমান লোকেৰে সৈতে ; জোৰে জোৰে।

**সমান্তৰ** বিণ. সমান ব্যৱধান থকা equidistant. **সমান্তৰাল** সমান দূৰত থকা parallel.

**সমাপন** বি. সম্পন্নকৰণ, সমাপ্ত কৰা কাৰ্য্য completion. **সমাপক** বিণ. সমাপ্তকাৰী, পূৰক completing, স্ত্রী· **সমাপিকা**। (ক্রিয়া) যাৰ দ্বাৰা বাক্যৰ অৰ্থ শেষ কৰা হয়।

**সমাপ্ত** বি. শেষ কৰা, সম্পূৰ্ণ finished. **সমাপ্তি** বি. শেষ, সমাপন end, conclusion, finish, **সমাপত্তি** সমাপ্তি।

**সমাৱেশ** বি. একেলগ কৰা কাৰ্য্য act of putting together. বিণ, **সমাৱিষ্ট**।

**সমাৰ** বি. দ্বিতীয় বাৰ বোৱা হাল the second ploughing.. **সমাৰ, সমাৰ বা** সক. ধা. দ্বিতীয়বাৰ মাটিত হাল বা to plough a second time.

**সমাৰোহ** বি. জাকজমক, আড়ম্বৰ, উৎসব pomp, grandeur.

**সমাৰ্থক** বিণ. একে অৰ্থ বুজোৱা বিভিন্ন শব্দ synonymous.

**সমাবৰ্ত্তন** বি. উলটি অহা কাৰ্য্য, ব্ৰহ্মচৰ্য্যৰ পাচত গৃহস্থধৰ্ম্মত প্ৰবেশ।

**সমালোচনা** বি. ভালকৈ কৰা আলোচনা, পৰামৰ্শ, আলচ, বিচাৰ criticism, review, consultation. **সমালোচন** সমালোচনা কৰা কাৰ্য্য। **সমালোচিত** বিণ. সম্পূৰ্ণৰূপে আলোচিত। **সমালোচক** বিণ. দোষগুণ বিচাৰক critic.

**সমাস** বি. ব্যাকৰণত একাধিক পদৰ একপদীকৰণ a grammatical

mode of forming compound word. **সমাসোক্তি** বি. কাব্যৰ অলঙ্কাৰ বিশেষ।

**সমাহাৰ** বি. সংক্ষেপ, চুম্বক, সংযোগ abridged, a collection, an aggregate. বি. **সমাহৃত**।

**সমাহিত** বিণ. একাগ্রচিত্ত, সমাধিস্থ brought together, calm, absorbed in, concentrated.

**সমাক্ষৰেখা** বি. নিবক্ষৰেখাৰ সমান্তৰাল ভাৱে পৃথিৱীৰ উপৰি ভাগৰ কাল্পনিক ৰেখা Parallel of Latitude.

**সমিচাৰ** বি. মুখে মুখে দিয়া বা লিখা উত্তৰ an answer, a reply (oral or written).

**সমিতি** বি. সভা, সমাজ, পৰিষৎ a meeting, an assembly.

**সমিধ** বি. হোমত ব্যৱহাৰ কৰা এবিধ কাঠ, যজ্ঞকাঠ a kind of tree.

**সমিধান** বি. মৌখিক উত্তৰ an oral answer or reply.

**সমিল-মিল** বিণ. মিলা-প্ৰীতি হোৱা. আকৌ মিল হোৱা reconciled.

**সমীকৰণ** বি. তুল্য বা একজাতীয় কৰণ, গণিতত জ্ঞাত ৰাশিৰ পৰা অজ্ঞাত ৰাশি নিৰূপণ, এক ৰাশি বা ৰাশি সমূহৰ সৈতে অন্য ৰাশি বা ৰাশি সমূহৰ সমতা নিৰ্দ্দেশ equation.

**সমীক্ষণ, সমীক্ষা** বি. আগগুৰি বিচাৰ, দৃষ্টি observation.

**সমীচীন** বি. সঙ্গত, উপযুক্ত, যোগ্য, উচিত fit, proper, suitable, right.

**সমীপ** বি. ওচৰ, নিকট nearness, proximity. বিণ. **সমীপবৰ্ত্তী** ওচৰতে থকা।

**সমীৰ, সমীৰণ** বি. বায়ু, বতাহ air, wind.

**সমীক্ষ্যকাৰী** যি আগ পাচ ভাবি কাম কৰে।

**সমুখ** বি. আগফাল, সাক্ষাৎ front, presence, ক্ৰি. বিণ. **সমুখে** সাক্ষাতে, আগত।

**সমুখ সমৰ** দেখা দেখিকৈ কৰা ৰণ face to face fight.

**সমুচয়, সমুচ্চয়** বি. সংগ্ৰহ, সমাহাৰ, সমূহ।

**সমুচিত** বি. উচিত, উপযুক্ত, যথাযোগ্য proper, becoming.

**সমুচ্ছ্বাস** বি. আবেগ, স্ফূৰ্ত্তি। বিণ. **সমুচ্ছ্বাসিত**।

**সমুৎপন্ন** বিণ. উৎপন্ন হোৱা, ওপজা produced, born.

**সমুৎপাটন** বি. ছিঙি উভালি পেলোৱা কাৰ্য্য, ধ্বংসকৰণ uprooting or destroying. **সমুৎপাটিত** কৃদ. বিণ. উভলা, নষ্ট কৰা।

**সমুদয়, সমুদায়** বিণ. সমস্ত, সকলো

all, entire. ক্রি. বিণ. **সমুদায়ে** গোটেই, তেনেই।

**সমুদ্ৰ** বি. মহাসাগৰ, সাগৰ an ocean, a sea. বিণ. **সামুদ্ৰিক**।

**সমুদ্ৰজ** বিণ. সাগৰত জন্মা, marine.

**সমুন্নত** বিণ. অতি উন্নত। বি. **সমুন্নয়, সমুন্নয়ন**।

**সমূলক্ষে** ক্রি. বিণ. মূলে সৈতে, শিপাৰে সৈতে with root and branch, totally.

**সমুলি, সমূলে** ক্রি. বিণ. সমুদায়ে, তেনেই entirely, totally.

**সমূহ** বি. জাক, জুম, গণ multitude, assemblage, a large number.

**সমৃদ্ধ** বিণ. সম্পত্তিশালী, prosperous.

**সমৃদ্ধি** বি. সম্পত্তি, বিভূতি, ঐশ্বৰ্য্য wealth, property. বিণ. **সমৃদ্ধিমন্ত, সমৃদ্ধিশালী**।

**সমে, সমেত** ক্রি. বিণ. সৈতে, সহিতে with, in company with.

**সমজোখ** বি. সমান পৰিমাণ, দীঘল অনুসৰি পুতল।

**সম্পত্তি** বি. ধন, বস্তু, ঐশ্বৰ্য্য, বিভূতি wealth, property.

**সম্পদ** বি. ঐশ্বৰ্য্য, সৌভাগ্য, সুখ, মঙ্গল prosperity, good fortune, happiness.

**সম্পন্ন** বি. সম্পূৰ্ণ, নিষ্পন্ন, কৃত completed, accomplished, done. বি. **সম্পন্নতা**।

**সম্পৰ্ক** বি. সম্বন্ধ, মিত্ৰতা, সংসৰ্গ relation, connection, contact. **সম্পৰ্কীয়** বিণ. সম্বন্ধীয় connected, related.

**সম্পাতি** বি. গৰুড় পক্ষীৰ পুত্ৰ।

**সম্পাদ** সক. ধা. সম্পাদন কৰ, সম্পন্ন কৰ, সমাধা কৰ, to perform, to accomplish. **সম্পাদন, সম্পাদনা** বি. সমাপন accomplishment, সম্পাদকৰ কাম editing.

**সম্পাদক** বি. নিৰ্ব্বাহক, অধ্যক্ষ secretary, সংবাদপত্ৰৰ প্ৰবন্ধাদি সংগ্ৰহ নাইবা গ্ৰন্থাদি ৰচনা কৰা অধ্যক্ষ a compiler, an editor. স্ত্ৰী. **সম্পাদিকা**। বিণ. **সম্পাদকীয়** সম্পাদকে লিখা অভিমত, সম্পাদক সম্পৰ্কীয় editorial. বিণ. **সম্পাদিত** edited.

**সম্পাদ্য** বিণ. পৰিচালনা কৰিব লগীয়া to be accomplished or done. বি. কোনো ৰেখা, কোণ বা ক্ষেত্ৰাদি আঁকিব লগীয়া প্ৰতিজ্ঞা a problem.

**সম্পূৰক** বি. যিয়ে সম্পূৰ্ণ কৰে, কোনো কোণৰ লগত যি কোণ যোগ কৰিলে উভয়ৰে যোগ ফল দুই সমকোণ হয় supplement.

**সম্পৃক্ত** সম্বন্ধযুক্ত, মিলিত।

**সম্পূৰ্ণ** বিণ. সমাপ্ত, পৰিপূৰ্ণ, পূৰা completed, full, সফল accom-

plished, সমগ্ৰ, সকলো all, whole. বি. সম্পূৰ্ণতা। সম্পূৰ্ণৰূপে ক্ৰি. বিণ. পূৰাকৈ completely.

**সম্প্ৰচাৰ** চাৰিওফালে প্ৰচাৰ কৰা broadcast.

**সম্প্ৰতি** ক্ৰি. বিণ, এতিয়া, সম্প্ৰতে, বৰ্ত্তমান কালত now, at present. **সাম্প্ৰতিক** বিণ. বৰ্ত্তমান সময়ৰ of present time.

**সম্প্ৰদান** বি. দান, সমৰ্পণ, দিয়া কাৰ্য্য a gift, act of giving away, ব্যাকৰণত এটা কাৰক the dative case in grammar.

**সম্প্ৰদা** বি. অনেক কাল চলা আৰু শাস্ত্ৰৰ মতৰ দৰে বলবান ৰীতি established usage.

**সম্প্ৰদায়** বি. একে মততে চলা লোক সমূহ, একে ধৰ্ম্মতে প্ৰবৰ্ত্তা মানুহৰ দল, সঙ্ঘ, সমাজ sect, community following the same doctrine or tenet. বিণ. **সাম্প্ৰদায়িক**।

**সম্প্ৰসাৰণ** বি. সম্যক্ বিস্তাৰণ, ভালৰূপে বঢ়োৱা কাৰ্য্য।

**সম্প্ৰীতি** বি. প্ৰণয়, সন্তোষ।

**সম্বৎসৰ** বি. এবছৰ a full year.

**সম্বদ্ধ** বিণ. দৃঢ়বদ্ধ, সংযুক্ত।

**সম্বন্ধ** বি. সম্পৰ্ক, মিত্ৰতা relation, সংযোগ, সংসৰ্গ connection, (ব্যাকৰণত) জন্য, জনকতা আদি ভাব possessive case. **সম্বন্ধী** বিণ. সম্বন্ধ যুক্ত, সম্বন্ধীয় related to. **সম্বন্ধীয়** বিণ. সম্বন্ধীয়া; সম্পৰ্ক থকা। স্ত্ৰী. **সম্বন্ধিনী**। **সম্বন্ধীয়, সম্বন্ধীয়া** লগা ভগা, আত্মীয়।

**সম্বৰ** সক. ধা, সম্বৰণ কৰ, সামৰ।

**সম্বৰণ** বি. সামৰণ, দমন, সংযমন abandonment, control, restraint.

**সম্বৰ্দ্ধন, সম্বৰ্দ্ধনা** বি. উন্নতি, সৌভাগ্য prosperity. সন্মানকৰণ respectful welcome. **সম্বৰ্দ্ধিত** বিণ. বৃদ্ধিপ্ৰাপ্ত, সন্মানিত increased, respected. **সম্বৰ্দ্ধক** বিণ. বৃদ্ধি কৰোঁতা, সন্মান দেখাওঁতা।

**সম্বল** বি. সমল, বাট খৰচ, প্ৰবাসত খাবলৈ নিয়া বস্তু।

**সম্বলিত** যুক্ত, সমন্বিত।

**সম্বাদ** বি. বাতৰি, সমাচাৰ, খবৰ news. **সম্বাদ চলন্তিকা** খা-খবৰ যিয়ে দিয়ে। **সম্বাদপত্ৰ** বাতৰি কাকত newspaper.

**সম্বিত** বি. চৈতন্য, সংজ্ঞা consciousness.

**সম্বুদ্ধ** জ্ঞান লাভ কৰা।

**সম্বোধন** বি. আহ্বান, মতাকাৰ্য্য act of addressing, ব্যাকৰণৰ এটা পদ a vocative case in grammar. **সম্বোধনাৰ্থক** বিণ. সম্বোধন বুজোৱা।

**সম্বোধি** বি. পৰম জ্ঞান final knowledge.

**সম্ভৱ** বিণ. ঘটাৰ আশা থকা, আগন্তুক থকা possible, probable, জন্ম হোৱা, ওপজা born, produced, উৎপত্তি, জন্ম। **সম্ভৱপৰ** বিণ. যি হব পাৰে possible.

**সম্ভাৱনা** বি. হব বুলি অনুমান expectation, possibility. বিণ. **সম্ভাৱিত** expected. **সম্ভাৱনীয়, সম্ভাৱ্য** বিণ. হব বুলি অনুমান হয় probable.

**সম্ভাৰ** বি. সামগ্ৰী, পূজা-সবাহৰ উপহাৰ বা আৱশ্যকীয় বস্তু provisions, materials.

**সম্ভাষণ** বি. অভিনন্দন, মাতবোল কৰা কাৰ্য্য, আদৰণ discourse, conversation, a speech, an address of welcome, **সম্ভাষ** আলাপ, কথোপকথন talk.

**সম্ভূত** বিণ. উৎপন্ন, জাত produced, born.

**সম্ভুয়** বিণ. মিলিত। **সম্ভুয় সমুত্থান** যৌথ কাৰবাৰ।

**সম্ভেদ** বি. সাৰমৰ্ম্ম, গুঢ় অভিপ্ৰায় purport, a secret meaning.

**সম্ভোগ** বি. উপভোগ, সুখভোগ enjoyment মৈথুন copulation.

**সম্ভ্ৰম** বি. আদৰ, সমাদৰ, মৰ্য্যাদা, সৎকাৰ respect, reverence. honour. **সম্ভ্ৰান্ত** বিণ. মৰ্য্যাদা-শালী, মান্য respectable, honourable.

**সম্মাৰ্জ্জন** বি. পৰিষ্কাৰ কৰণ, সৰা-পোঁচা কাৰ্য্য, ঝাৰু।

**সম্মোহন** বি. মদনৰ পাঁচ পাট শৰৰ এপাত one of the five arrows of Cupid. বিণ. মোহজনক, মুগ্ধকাৰক charming.

**সম্যক্** বিণ. সকলো whole, যোগ্য proper, যথাৰ্থ true.

**সম্যক্‌ৰূপে** ক্রি. বিণ. সম্পূৰ্ণৰূপে তেনেই fully, wholly.

**সম্যকে** ক্রি. বিণ. সম্পূৰ্ণৰূপে, সমুদায়ে।

**সম্ৰাজ, সম্ৰাট** বি. ৰাজাধিৰাজ, সাৰ্ব্বভৌম ৰজা, যি ৰজাৰ তলত অনেক তলতীয়া ৰজা থাকে an emperor, a paramount sovereign. স্ত্রী. **সম্ৰাজ্ঞী** মহাৰাণী।

**সযত্ন** বিণ. সচেষ্ট। **সযত্নে** ক্রি. বিণ. যত্ন সহকাৰে।

**সয়ম্বৰ, সয়ম্বৰা** বি. নিজে সমজুৰাৰ পৰা এজনক স্বামী বাছি লোৱা কাৰ্য্য। **সয়ম্বৰশাল** সয়ম্বৰ ঘৰ।

**সয়ল** বিণ. সকলে, আটাইবিলাক।

**সৰ** বি. গাখীৰৰ ওপৰত চামনি মৰা তেলী ভাগ cream.

**সৰ্** অক. ধা. খহি পৰ, এৰাই পৰ to drop, to fall down. বি. বেৰ আদি ভাগি ওলোৱা বাট an opening in a fence, হাবিৰ

মাজৰ বাট a track in jungle. ·সৰত কাণ দি আওকাণ কৰ, শুনুনা ভাও জোৰ to turn a deaf ear.

**সৰক** অক. ধা. কোনো বস্তুৰ সৰ বা বিন্ধাই দি যা to pass through or under anything. **সৰকা** অক. ধা. কোনো বস্তুৰ মাজেদি বা তলেদি যাবলৈ দে।

**সৰগৰীয়া** বিণ. সৰসৰীয়া, খকজা নলগা, অবাধ flowing, smooth, unobstructed.

**সৰজামিন** (ফা.) বি. দেশ, ৰাজ্য, সীমা।

**সৰঞ্জাম** বি. সঁজুলি, হাথিয়াৰ, আহিলা apparatus, instrument.

**সৰণ খেৰ** বি. নতুন ঘৰ-হোৱা খেৰ new thatching grass.

**সৰণি** বি. বাট, পথ।

**সৰপা, সোৰোপা** বিণ. এলেহৱা, কামলৈ আওহেলা কৰা lazy, idle. বি. **সৰপালি, সোৰোপালি**।

**সৰবজান** বি. সকলো জনা লোক, ভূত-ভৱিষ্যতৰ কথা কব পৰা মানুহ an omniscient person. বি. **সৰব্‌জানী**।

**সৰবন** বিণ. তেনেই নতুন quite new.

**সৰবৰাহ** বি. যোগান, যোগাৰ কৰ, আয়োজন act of supplying, management.

**সৰবৰহী** বিণ. সকলোৰে সৈতে মিল, সকলোৰে ভাল পোৱা agreeable to all, popular.

**সৰমা** বি. বিভীষণৰ পত্নী, wife of Bibhisana.

**সৰযু** বি. এটা নদীৰ নাম the name of a river.

**সৰয়** বি. পৰিশ্ৰমৰ ভাগ লৈ লোকক দিয়া জিৰণি relief, help in labour.

**সৰবৎ, সৰপৎ** বি. মিঠা পানী, টেঙা পানীৰ লগত চেনি মিহলাই কৰা মিঠা পানী।

**সৰল** বি. এবিধ ধুনীয়া পৰ্ব্বতীয়া গছ pine tree. বিণ. পোন, বেঁকা নোহোৱা straight, পোনপটিয়া, উদাৰ, অকপটিয়া straight forward, liberal, sincere. স্ত্রী. **সৰলা**। বি. **সৰলতা**। **সৰল অঙ্ক** মিশ্ৰ ভগ্নাংশক ভাঙি এটা ৰাশিলৈ অনা অঙ্ক a simplification.

**সৰস** বিণ. ৰসাল juicy, মিঠা, সোৱাদ sweet, agreeable.

**সৰসৰ** বি. শুকান বন-পাত আদিৰ ওপৰত কোনো বস্তু চোঁচৰাই নিলে হোৱাৰ নিচিনা শব্দ। অক. ধা. **সৰসৰা**। বি. **সৰসৰণি**। ক্রি. বিণ. **সৰসৰ কৰে**।

**সৰসৰীয়া** বিণ. সৰগৰীয়া, অবাধ। **সৰসৰি** ক্রি. বিণ. সৰগৰীয়াকৈ, অবাধে।

**সৰসিজ, সৰসিৰুহ** বি. পদুমফুল, কমল lotus.

**সৰসী** বি. সৰোবৰ, পুখুৰি a lake, a tank.

**সৰস্বতী** বি. বাগ্দেৱী, বীণাপাণি, ভাৰতী, বিদ্যা আৰু কথাৰ দেৱী the goddess of learning, এখন প্ৰাচীন নদী।

**সৰহ** বিণ. অনেক, অধিক, বিস্তৰ many, much, abundant. ক্ৰি. বিণ. **সৰহকৈ**। **সৰহীয়া** বিণ. অধিক, বেছি, বহুত much, many, numerous. ক্ৰি.বিণ. **সৰহীয়াকৈ**।

**সৰহ** বিণ. (কথ্য ভাষা) কম, হ্ৰাস। যেনে "বেমাৰ সৰহ হৈছে নে?"

**স'ৰা** বি. এবিধ বনৰীয়া গছ a kind of tree.

**সৰা** সক. ধা. তললৈ পেলা to cause to fall down, কোনো পাত্ৰৰ সৰু সৰু বিন্ধাই দি ছেকি বাহিৰ কৰ to cause to drop down.

**সৰা** সক. ধা. আনৰ হতুৱাই বাঢ়নীৰে পৰিষ্কাৰ কৰা to cause to be swept. **সৰা-পোঁচা** জাৱৰ গুচোৱা আৰু মাটি-পানী লিপা।

**সৰাল** বি. নকৈ গজিবৰ কাৰণে চৰাইৰ পাখী সৰা আৰু পশুৰ শিং খহা কাৰ্য্য shedding of feathers or horns for renewal. সক. ধা. **সৰাল দি**।

**সৰি** বিণ. তুল্য, সদৃশ like, similar.

**সৰিৎ** বি. নদী, river.

**সৰিবৰি** বিণ. প্ৰচুৰ, বহুত, বিস্তৰ abundant.

**সৰিয়হ** বি. এবিধ শাক জাতীয় তেল ওলোৱা গুটি থকা গছ mustard seed and its plant. **সৰিয়হৰ ফুল দেখ** মাৰৰ কোবত ভত হেৰোৱা।

**সৰিয়া** সক. ধা. কোনো কামৰ নিমিত্তে মাত, আহিব বা যাবলৈ ক।

**সৰীসৃপ** বি. শৰীৰ বা বুকুৰে বগাই যোৱা জন্তু a reptile.

**সৰু** বিণ. ক্ষুদ্ৰ small, little, মিহি fine, বয়সত কম younger, minor, সামান্য, নীচ inferior, low. বি. ল'ৰাকাল childhood. **সৰু আই** নুতি, পানী চামৰি the chicken pox, measles. **সৰু গাঁঠি** ভৰি আৰু কলাফুলৰ মাজৰ গাঁঠি বা জোৰা the ankle joint. **সৰু ধেমালি** গায়ন-বায়নৰ বৰ ধেমালি বাজনা বজোৱাৰ আগতে বজোৱা বাজনা। **সৰুপানী** বি. ক্ষুদ্ৰ শৌচ, প্ৰস্ৰাব, মূত urine. **সৰু পানী** চোঁ মূত।

**সৰুৱা** সক. ধা. আপদৰ পৰা উদ্ধাৰ কৰ to cause to escape from danger.

**সৰুসুৰা** বিণ. সৰু সৰু of small

size, অল্পীয়া of small quantity.

**সৰোজ** বি. কমল, পদুম a lotus.

**সৰোৱৰ** বি. ডাঙৰ পুখুৰি a large tank.

**সৰোৰুহ** বি. কমল, পদুম a lotus.

**সৰ্গ** বি. কিতাপৰ পৰিচ্ছেদ, পুথিৰ আধ্যা chapter, a section of a book. **সৰ্গদেও, স্বৰ্গদেও** বি. আহোম ৰজা সকলৰ উপাধি, a title of the Ahom kings.

**সৰ্‌সৰীয়া, সৰ্গৰীয়া** বিণ. **সৰসৰীয়াকৈ**।

**সৰ্ত্ত** বি. নিয়ম, চুক্তি, বন্দবস্ত a contract, an agreement.

**সৰ্প** বি. সাপ, ভুজঙ্গ a snake. **সৰ্পৰাজ** সাপৰ ৰজা, বাসুকি।

**সৰ্পিল** বিণ. সৈ থকা সাপৰ নিচিনা একাবেঁকা spiral.

**সৰ্পী** গতিশীল, স্ত্ৰী. **সৰ্পিনী**।

**সৰ্ব্ব** বি. সকলো, সমস্ত all, whole, শিৱ, বিষ্ণু। **সৰ্ব্বগ্ৰাস** চন্দ্ৰ বা সূৰ্য্য সম্পূৰ্ণৰূপে ঢাকি ধৰা গ্ৰহণ a full eclipse. **সৰ্ব্বজনীন** সকলোৰে হিতকাৰী, বিখ্যাত universally known, famous. **সৰ্ব্বজান** সৰ্ব্বজ্ঞ সকলো কথা জনা, পূৰ্ণ জ্ঞানী all knowing. omniscient. **সৰ্ব্বজ্ঞ** সৰ্ব্বজ্ঞান, যি সকলো জানে all-knowing, omniscient. বি. **সৰ্ব্বজ্ঞতা**। **সৰ্ব্বচাক** বিণ. সকলো বেমাৰ আৰোগ্য কৰা all-curing, সকলো মানুহে জনা public. **সৰ্ব্বতিকাল** বি. চিৰকাল, সদাই all time, ever. ক্ৰি. বিণ. **সৰ্ব্বতিকালে**। **সৰ্ব্বতোমুখ** যাৰ মুখ চাৰিও ফালে। **সৰ্ব্বত্ৰ** ক্ৰি. বিণ. সকলো ঠাইতে, সকলো বিষয়ে। **সৰ্ব্বথা** ক্ৰি. বিণ. সকলো প্ৰকাৰে। **সৰ্ব্বদমন** বি. দুষ্মন্ত আৰু শকুন্তলাৰ পুত্ৰ। **সৰ্ব্বদৰ্শী** বিণ. সৰ্ব্বদ্ৰষ্টা all-seeing. **সৰ্ব্বদা, সৰ্ব্বদায়** ক্ৰি. বিণ. সততে, সদায় always. **সৰ্ব্বনাম** বি. বিশেষ্যৰ পৰিবৰ্ত্তে ব্যৱহাৰ কৰা শব্দ pronoun. **সৰ্ব্বনাশ** বি. সমূলি নাশ বা ধ্বংস total destruction or loss. **সৰ্ব্ববাদী** সকলো প্ৰকাৰৰ মতাবলম্বী। **সৰ্ব্বব্যাপক** বিণ. সকলো ঠাইতে বিদ্যমান থকা, সকলো ঠাই জুৰি থকা omnipresent, all-pervading. বি. **সৰ্ব্বব্যাপকতা, সৰ্ব্বব্যাপিতা**। বিণ. **সৰ্ব্বব্যাপী** সকলো ঠাইতে বিদ্যমান। **সৰ্ব্বভক্ষ, সৰ্ব্বভক্ষ্য** বিণ. সকলো বস্তুকে খোৱা all-devouring, omnivorous. অগ্নি, জুই fire. **সৰ্ব্বভুতময়** বিণ. সকলো প্ৰাণীৰে প্ৰাণ স্বৰূপ। **সৰ্ব্বশক্তিমান** বিণ. সকলোবিধ শক্তি থকা omnipotent. **সৰ্ব্বশেষ** বিণ. এটাইত কৈ পাছৰ last of all,

অন্ত, শেষ, end. **সৰ্ব্বসম্মতি** বি. সকলোৰে সম্মতি বা মত। ক্রি. বিণ. **সৰ্ব্বসম্মতিক্রমে। সৰ্ব্বস্ব** বি. সকলো ধন সম্পত্তি। **সৰ্ব্ব সাধাৰণ** বিণ, জন-সাধাৰণ people, masses. **সৰ্ব্বস্বান্ত** বিণ. সকলো ধন সম্পত্তি নাশ হোৱা। **সৰ্ব্বহ** বি. সৰ্ব্বস্ব, সকলো ধন বস্তু, ধৰ্ম্মাচৰণৰ প্ৰধান অৱলম্বন। **সৰ্ব্বাঙ্গ** বি. গাৰ সকলো অঙ্গ। **সৰ্ব্বাঙ্গ সুন্দৰ** অতি সুন্দৰ, কতো দোষ নথকা। **সৰ্ব্বাঙ্গীণ** বিণ. সৰ্ব্বাঙ্গ ব্যাপক, সম্পূৰ্ণ। **সৰ্ব্বাত্মা** বি. পৰমেশ্বৰ the Supreme Being, **সৰ্ব্বাৰ্থ-সিদ্ধি** বি. সকলো প্ৰয়োজন সিদ্ধি। **সৰ্ব্বেশ্বৰ** বি. সকলোৰে প্ৰভু বা গৰাকী the Lord of all, পৰমেশ্বৰ God, মহাদেৱ, শিৱ the God Mahadeva. **সৰ্ব্বে-সৰ্ব্বা** বিণ. সকলো কামতে নিজৰ প্ৰভুত্ব কৰা, একমাত্ৰ কৰ্ত্তা all in all. **সৰ্ব্বোত্তম** বিণ. আটাইতকৈ ভাল, অতি উত্তম। **সৰ্ব্বোপৰি** ক্রি. বিণ. সকলোৰে ওপৰত। **সৰ্ব্বৌষধি** বি. অশুভ গ্ৰহৰ পৰা হোৱা অনিষ্ট গুচাবৰ কাৰণে গা ধোৱা পানীত মিহলাবলৈ বা আন ৰকমে ব্যৱহাৰ কৰিবলৈ আৱশ্যকীয় বস্তু বা ঔষধ ( মাংসী, হালধি, বচ, শৈলেয়, চন্দন, চঁপা-ফুল, কাফুৰ, মুৰামাংসী আৰু মুথা )।

**সংলগ্ন** বিণ. লগালগি, সংযুক্ত joined, connected.

**সলনাসলনি** বি. সলোৱা কাৰ্য্য, সালসলনি the act of exchanging.

**সলজ্জ** লাজ লগা।

**সলনি** বি. পৰিবৰ্ত্তন a change, পৰিবৰ্ত্তন কৰা বস্তু a substitute, প্ৰতিনিধি a representative.

**সলসলীয়া** বিণ. কথা কোৱাত খোকোজা নলগা, সৰসৰীয়া, দীঘলীয়া fluent.

**সলা** সক. ধা. এটা বস্তুৰ সলনি আন এটা বস্তু দে বা ল to exchange, পৰিবৰ্ত্তন কৰ্ to change.

**সলি মাটি** চাহ কৰা মাটি tilled land.

**সলিল** বি. পানী, উদক water.

**সলিল সমাধি** পানীত পৰি মৰা।

**সলিসিয়ান** বিণ. বৰ চতুৰ, বৰ টেঙৰ shrewd, astute.

**সলীল** বিণ. লীলাযুক্ত, কৌতুকী।

**সশঙ্ক** বিণ. ভয় যুক্ত।

**সশব্দ** বিণ. শব্দৰ সৈতে।

**সশস্ত্ৰ** বিণ. অস্ত্ৰধাৰী armed.

**সশৰীৰে** ক্রি. বিণ. শৰীৰেৰে সৈতে, সোঁ শৰীৰে with the corporeal frame.

**সষ্টম** বিণ. সাজু, কোনো কাম কৰিবলৈ প্ৰস্তুত ready for any work.

**সৰ্ষপ** বি. সৰিয়হ, তেল ওলোৱা গুটি, rape-seed, mustard.

**সসত্ত্ব** বিণ. প্ৰাণি যুক্ত।

**সসত্ত্বা** বিণ. গৰ্ভৱতী।

**সসম্ভ্ৰম** বিণ. সম্মানেৰে।

**সসম্মান** বিণ. সম্মানেৰে সৈতে।

**সসাগৰা** বিণ. সাগৰেৰে সৈতে including the ocean.

**সসাঙ্গ** বি. সম্পূৰ্ণ, পৰিপূৰ্ণ complete, accomplished, সমূলি নষ্ট wholly destroyed.

**সসীম** বিণ. সীমীত, সীমা বিশিষ্ট finite.

**সসৈন্যে** বিণ. সৈন্যৰে সৈতে।

**সস্নেহ** স্নেহেৰে।

**সস্তা** বিণ. কম দামৰ, সুলভ cheap.

**সস্ত্ৰীক** বিণ. পত্নীৰে সৈতে, ভাৰ্য্যাৰে সৈতে with wife.

**স-সৈয়া** বি. বুকেৰে যোৱা জন্তু, সাপ a reptile. বিণ. মিলিব পৰা, বৰ কথকি।

**সহ** সক. ধা. সহ্য কৰ to bear, to endure. বি. **সহন**।

**সহ** (অব্যয়) সৈতে, একেলগে with, together with.

**সহকৰ্ম্মী** বি. একেলগে একেঠাইতে কাম কৰা লোক colleague.

**সহকাৰী** বি. সহায়কাৰী assistant. স্ত্ৰী. **সহকাৰিণী**।

**সহ-গমন** বি. একেলগে যোৱা কাৰ্য্য going with.

**সহগামী** বিণ. কাৰো লগত বা সঙ্গত যোৱা accompanying.

**সহচৰ** বি. অনুগামী, লগৰীয়া a companion, স্ত্ৰী. **সহচৰী**।

**সহজ** বি. স্বাভাৱিক গুণ, স্বভাৱ nature, character, অভ্যাস practice. বিণ. চিন্সা, উজু easy.

**সহজ প্ৰবৃত্তি** বি. জন্মৰ লগে লগে উৎপন্ন হোৱা প্ৰবৃত্তি, সহজাত সংস্কাৰ instinct.

**সহজাত প্ৰবৃত্তি** বি. "সহজ প্ৰবৃত্তি" চোৱা।

**সহজিয়া** প্ৰাকৃতিক, সাধনাৰ এটা পদ্ধতি।

**সহজানন্দ** বি. পৰমেশ্বৰ।

**সহজে** ক্ৰি. বিণ. পৰিশ্ৰম নকৰাকৈ, অনায়াসে easily, **সহজজ্ঞান** বি. instinct. **সহজাত** বি. জন্মতে হোৱা inherent. **সহজাত সংস্কাৰ** সহজ জ্ঞান instinct.

**সহজাতিক্ৰম্য** যাক সহজে অতিক্ৰম কৰিব পাৰি।

**সহদেৱ** বি. মাদ্ৰীৰ পুত্ৰ পঞ্চম পাণ্ডৱ, এবিধ মুগা বৰণীয়া সৰু চৰাই।

**সহধৰ্ম্মিণী** বি. ভাৰ্য্যা, ঘৈণী, পত্নী a wife.

**সহধৰ্ম্মী** বিণ. একে গুণ থকা possessing the same quality, একে ধৰ্ম্মৰ following the same religion.

**সহন** বি. ধৈৰ্য্য, সহি থাকিব পৰা শক্তি patience, endurance.

**সহনীয়** বিণ. সহিব পৰা bearable.

**সহনশীল** বিণ. সহিব পৰা গুণ থকা, ধীৰ forbearing, enduring. বি. **সহনশীলতা**।

**সহপাঠি** বি. একেলগে যি পঢ়ে।

**সহবাস** বি. সংসৰ্গ, পতিপত্নী স্বৰূপে বাস কৰা cohabitation as husband and wife.

**সহবেদনা** বি. সমবেদনা, সহানুভূতি sympathy.

**সহমৰণ** বি. স্বামীৰে সৈতে একে চিতাতে দেহত্যাগ, সতীযোৱা কাৰ্য্য। **সহযাত্ৰী** বি. সহগামী, একেলগে যোৱা।

**সহযোগ** বি. সংযোগ, সাহায্য, সহকাৰিতা co-operation. **সহযোগী** বিণ. আনে সৈতে একেলগে একে কাম কৰা লোক a colleague, co-operator. বি. **সহযোগিতা**।

**সহৰ্ষ** বিণ. হৰ্ষযুক্ত।

**সহস্ৰ** বিণ. এক হাজাৰ a thousand.

**সহস্ৰ নয়ন, সহস্ৰ লোচন** বি. ইন্দ্ৰ Indra.

**সহস্ৰনাম** বিষ্ণু, দুৰ্গা আদিৰ এক হাজাৰ নাম থকা পুথি।

**সহস্ৰাৰ** বি. যোগশাস্ত্ৰত উল্লেখ থকা শিৰোমধ্যস্থ তলৰ ফালে মুখ কৰি থকা সহস্ৰদল পদ্ম।

**সহস্ৰাক্ষ** বি. দেৱৰাজ ইন্দ্ৰ।

**সহানুভূতি** বি. সমবেদনা, অন্যৰ সুখত সুখী আৰু দুখত দুখী হোৱা ভাব sympathy, fellow-feeling.

**সহায়** বি. লগৰীয়া a companion. সাহায্যকাৰী a helper, পৃষ্ঠপোষক a patron. বি. **সহায়তা**।

**সহিতে** (অব্যয়) সৈতে, একত্ৰে with, together with.

**সহিষ্ণু** বিণ. সহি থাকিব পৰা, সহনশীল patient, enduring. বি. **সহিষ্ণুতা**।

**সহৃদয়** বিণ. সৎভাৱৰ, হৃদয়বান, উদাৰ good-hearted, magnanimous.

**সহোঢ়** বি. কুমাৰী অৱস্থাত গৰ্ভৱতী হৈ বিয়াৰ পিছত প্ৰসৱ হোৱা কাৰ্য্য।

**সহোদৰ** বিণ. একে মাকৰ পৰা ওপজা born of the same mother. বি. একে মাকৰ পৰা ওপজা ভাই বা ককাই brother by the same mother. স্ত্ৰী. **সহোদৰা**।

**সহ্য** বিণ. সহিবৰ যোগ্য, সহিব পৰা bearable, tolerable.

**সক্ষম** সমৰ্থ able.

**সা** সঙ্গীতৰ সপ্তসুৰৰ প্ৰথম সুৰ the first note in Indian music, মুখ মেলি ভিতিৰ ভিতৰৰ পৰা কৰা শব্দ। বি. মুখৰ পৰা উলিওৱা ভাপ। ক্ৰি. **সা** দি।

**সাইজ** বিণ. সস্তা, কম দামত পোৱা cheap.

**সাইলাস, সাইলাখ** বিণ. দেখিবলৈ একে, সদৃশ, ঠিক তেনে similar, resembling.

**সাউৎ কৰে** ক্রি. বিণ. বেগতে, একে চোঁচাই with a rush, in the draught.

**সাউদ** বি. সদাগৰ, মহাজন, বেপাৰী a merchant, a trader.

**সাং** বিণ. অন্ত, ওৰ, শেষ finished, ended. বি. নাশ, ধ্বংস destruction, end.

**সাংখ্য, সাঙ্খ্য** বি. কপিলকৃত দর্শন শাস্ত্র।

**সাংখ্য-যোগ** বি. পৰমার্থ বিষয়ক জ্ঞানৰ সংযোগ, পৰম ব্রহ্মৰ লগত মিলন, union with the supreme being.

**সাংগ্রামিক** বিণ. যুদ্ধ বিষয়ক, সমৰ দক্ষ।

**সাংঘাতিক** 'সাঙ্ঘাতিক' চোৱা।

**সাংবাদিক** বিণ. সংবাদ সম্বন্ধীয়, যি সংবাদ-পত্র সম্বন্ধীয় কাম কৰে।

**সাংসার্গিক** বি. সংসর্গ জাত, সঙ্গৰ পৰা হোৱা relating to associa tion.

**সাংসাৰিক** বিণ. সংসাৰ বিষয়ক, সংসাৰ সম্বন্ধীয় worldly, বিষয়ী, সংসাৰ কার্য্যত বন্ধন থকা worldly minded.

**সাওঁ** বি. গ্রহণী ৰোগৰ প্রথম অবস্থাত পেটৰ পৰা ওলোৱা সেঙুনৰ নিচিনা বগা বীজলীয়া বিষ্ঠা mucous matter voided by a person afflicted with dysentery.

**সাঁকো** বি. পকা দলং, খাবৈ আদি পাৰ হবৰ কাৰণে পাৰি দিয়া বাঁহ কাঠ আদি a bridge, bamboo or timber laid across a stream to cross over

**সাঁচ** বি. দাগ, চেকা, চিন a mark, a stain, a scar, কোনো বস্তু ঢালি প্রস্তুত কৰা যন্ত্র a mould, **সাঁচ বহ, সাঁচ বান্ধ** চিন লাগ to make a scar or stain.

**সাঁচ** সক. ধা. খৰচ নকৰাকৈ ৰাখ, সঞ্চয় কৰা to hoard, to lay by.

**সাঁচতিয়াৰ, সাঁচনিয়াৰ** বি. সাঁচোতা, ধনবস্তু গোটাই ৰাখোঁতা one who hoards up money.

**সাঁচতীয়া, সাঁচনীয়া** বিণ. সাঁচি থোৱা, গোটাই ৰখা hoarded.

**সাঁচন** সাঁচি থোৱা কার্য্য act of saying. বি. **সাঁচোতা** সাঁচতিয়াৰ। স্ত্রী. **সাঁচতী, সাঁচনী**।

**সাঁচি, সাঁচি গছ** বি. ছালৰ পৰা পুথিৰ পাত তৈয়াৰ কৰা এবিধ গছ।

**সাঁচি-পাত** সাঁচি-গছৰ ছালৰ পৰা যুগুত কৰা এবিধ পুথি লিখা পাত।

**সাঁচিপতীয়া** বিণ. সাঁচিপাতত লিখা (পুথি)।

**সাঁচে-কাটে** ক্রি. বিণ. লৰচৰ নোহোৱাকৈ in the same state.

**সাঁচ বাখ** বি. ধন বস্তু সাঁচি ৰাখি খোৱা গুণ।

**সাঁজ** বি. গধূলি, বেলি মাৰ যোৱা সময়, এবাৰত কৰা আহাৰ evening, one meal. বিণ. **সাঁজীয়া**।

**সাঁজো** বিণ. বাহী নোহোৱা, বাহী গা ধুই শুচি হোৱা।

**সাঁতৰ, সাঁতোৰ** বি. হাত ভৰি ল'ৰাই পানীত ওপঙা কাৰ্য্য act of swimming. অক. ধা. হাত ভৰি চপাই পানীত ওপঙি ফুৰ to swim. **সাঁতৰ মেল** সাঁতুৰি দূৰলৈ যা।

**সাঁথৰ** বি. গুপ্ত অৰ্থ থকা এক বা অধিক ফাঁকি কথা a riddle.

**সাঁফৰ** বি. কোনো পাত্ৰৰ মুখৰ ঢাকনী a lid, a cover.

**সাঁফি** বি. হাড়ৰ জোৰাৰ ভিতৰৰ ভাগ a joint of the bones.

**সাঁবিয়া** বি. বেচ নোলোৱাকৈ কোনো লোকৰ কামত সহায় কৰা মানুহ a man who helps in other's work gratis. ক্ৰি. **সাঁবিয়া মাত**।

**সাকাৰ** বিণ. আকাৰ থকা, দেহধাৰী having a form or body. **সাকাৰোপসনা** মূৰ্ত্তি পূজা। **সাকী** সুৰা পৰিবেশক।

**সাখী** বি. 'সাক্ষী' শব্দৰ অপভ্ৰংশ।

**সাখী-গোপাল, সাক্ষী-গোপাল** বি. পুতলা স্বৰূপ লোক, লোকৰ কথা মতে চলা লোক, puppet.

**সাগৰ** বি. সমুদ্ৰ, মহাসাগৰ ocean, a sea.

**সাগৰ-চেনি** বি. এবিধ সোৱাদ কল a kind of sweet plantain.

**সাগৰ-ফেনা** বি. নাগফেনা a kind of cactus.

**সাগৰ-সঙ্কাশ** বিণ. সাগৰৰ দৰে দ আৰু বহল, বৰ গম্ভীৰ deep and wide, as the ocean.

**সাগ্নিক** বিণ. অগ্নিহোত্ৰী, যজ্ঞৰ নিমিত্তে সদাই জুই ৰখা maintaining the consecrated fire.

**সাগ্ৰ** বিণ. আগযুক্ত having a sharp point.

**সাগ্ৰহ** বিণ. বৰ ইচ্ছুক, অতিশয় আগ্ৰহযুক্ত ardent, eager. ক্ৰি. বিণ. **সাগ্ৰহে**।

**সাগ্ৰাম** বিণ. পুৱাৰ পৰা সন্ধ্যালৈকে গোটেই 'সাগ্ৰামদিন' whole.

**সাঙ্কেতিক** বিণ. সংকেত কাৰক made known by a hint or sign. বি. সংক্ষিপ্ত উপায়েৰে বা কৌশলেৰে কৰা পূৰণ practice.

**সাঙ্গ** বিণ. পূৰ্ণাঙ্গ comprising all the parts.

**সাঙ্গী, সাঙ্গীভাব** বি. দুজন বা অধিক মানুহে লগলাগি একেডাল কানমাৰিৰে নিয়া ভাৰ।

**সাজীয়া** বিণ. সাজী কৰিহে নিব পৰা, অকলে নোৱাৰা।

**সাঙ্গোপাঙ্গ** বি. আদ্যোপান্ত, আগে-গুৰিয়ে তেনেই the entire thing. ক্রি. বিণ. **সাঙ্গোপাঙ্গে** সম্পূর্ণৰূপে, আদ্যোপান্তে, আগৰপৰা গুৰিলৈ।

**সাঙোৰ** বি. দুটা বা তাতকৈ অধিক জন্তুৰ ডিঙিয়ে ডিঙিয়ে জুটি দিয়া বান্ধ a yoking or tying together. সক. ধা. কেবাটাও জন্তুক একেলগে জোঁট।

**সাঙ্ঘাতিক** বিণ. প্রাণ নাশ কৰা, মাৰাত্মক, নাশকাৰী fatal, deadly.

**সাচিব্য** বি. মন্ত্রীত্ব।

**সাজ** সক. ধা. নির্ম্মাণ কৰ, গঢ়, যুগুত কৰ to construct, to build, to prepare, কল্পনা কৰি উলিয়া to invent. বি. আকৃতি, গঢ়গতি form, বাতি কাঁহী আদি পাত্র utensils.

**সাজ** বি. গাত পিন্ধা কাপোৰ বা অলঙ্কাৰৰ সঁজুলি a suit of clothes, a dress, a set of ornaments, দেৱতাক উছর্গা কৰি দিয়া খোৱা বস্তু eatables offered to a god. ক্রি. সাজ কৰ।

**সাজভৰি** (পু. অ.) অক. ধা. সাজপাৰ কৰে।

**সাজতোলা, সাতোলা** বি. দিহিং আদি সত্রৰ মেখিৰ নিচিনা বিষয়া।

**সাজ দি** অক. ধা. ভূষিত বা পোছৰ হ।

**সাজ-পাৰ** বি. পোছাক, গহনা পাতি dress, clothes and ornaments.

**সাজনি** ( পু. অ. ) বি. সাজ-পাৰ।

**সাজা** বি. শাস্তি, দণ্ড punishment.

**সাজি-কাচি, সাজি-পাৰি** ক্রি. বিণ. সাজপাৰ পিন্ধি, পিন্ধি উৰি, সাজু হৈ being well-dressed or prepared.

**সাজি-মাটি, চুজি মাটি** বি. খাৰৰ গুণ থকা এবিধ মাটি—ইয়াৰে কাপোৰ আদি ধোৱা হয় fuller's earth.

**সাজু** বিণ. কোনো কামৰ নিমিত্তে তৈয়াৰ বা প্রস্তুত, সক্ষম ready to do something.

**সাজুক** বিণ. জোখত সমান of the exact measure or proportion.

**সাজৈত** বিণ. কোনো বস্তু সজাত নিপুণ, অতিশীঘ্রে সাজিব পৰা skilful, dexterous.

**সাঞ্চি** সক. ধা. সাঁচি, সঞ্চয় কৰি।

**সাঠন** বি. সমর্থ, শক্তি, পাৰগতা power, ability.

**সাত** বিণ. ছয় আৰু এক seven.

**সাত-খলপীয়া** বিণ. সাত তৰপ

থকা, having seven folds. **সাতঘৰীয়া আহোম** বি. আহোম বংশৰ সাতজন উচ্চ বংশীয় লোক; বৰুআ, বৰগোহাঁই, বুঢ়া গোহাঁই, সন্দিকৈ, শাইন, দুৱৰা আৰু দিহিঙীয়া, the seven noble families of the original Ahoms. **সাতদিনীয়া** বিণ. প্ৰতি সাত দিনৰ weakly. **সাতত্ৰিশ** (ছ) সাত অধিক ত্ৰিশ thirty-seven. **সাত চাৰ**-সাতগুণে বঢ়া।

**সাত-পাঁচ গুণ** ভালেমান কথা বিবেচনা কৰ, আগ গুৰি ভাবি চা consider the pros and cons

**সাত-পুৰুষীয়া** বিণ. সাতাম্ পুৰুষীয়া।

**সাতচল্লিশ** (ছ) বিণ. সাত অধিক চল্লিশ, ৪৭ সংখ্যা।

**সাত-শত্ৰু** বিণ. উগ্ৰ বা ডাঙৰ শত্ৰু deadly enemy.

**সাতষষ্ঠি** বিণ. তিনি কুৰি সাত sixty-seven.

**সাতসত্তৰ** বিণ. তিনি কুৰি সত্তৰ seventy seven.

**সাতসৰী** বি. ভিডিত ওলমাই পিন্ধা সাতমেৰীয়া মণি a necklace of seven strings.

**সাতহি** (পু. অ.) সৈতে, লগত with.

**সাতাইশ** (ছ) একুৰি সাত twenty-seven.

**সাতানবৈ, সাতানৈ** বিণ. সাত অধিক নবৈ ninetyseven.

**সাতাম্ পুৰুষীয়া** বিণ. সাত পুৰুষৰ দিনৰ, পুৰণি কলীয়া ancestral, ancient.

**সাতান্ন** বিণ. দুকুৰি সতৰ fifty-seven.

**সাতাশী** বিণ. চাৰি-কুৰি সাত eightyseven.

**সাতে** (পু. অ.) সৈতে, সহিতে।

**সাতে-পাঁচে, সাতে সতৰে** ক্ৰি. বিণ. আগ গুৰি ভাবি চাই under these circumstances.

**সাত্ত্বিক** বিণ. সত্ত্বগুণ যুক্ত, সৎগুণ থকা, সাধু honest, virtuous.

**সাত্যকি** শ্ৰীকৃষ্ণৰ ৰথৰ সাৰথি।

**সাথী** বি. লগ, সঙ্গী।

**সাদৰ** বি. আদৰ, চেনেহ, আদৰেৰে কৰা· চেনেহ respect, love, kindness, মৰমৰ লোক a beloved, স্ত্ৰী. **সাদৰী**।

**সাদৃশ্য** বি. তুল্যতা, সদৃশতা resemblance, similarity.

**সাধ** সক. ধা. সিদ্ধি কৰ, সাধন কৰ, পূৰ্ণ কৰ to accomplish, to fulfil, বৰ মাগ to ask for, পাব লগীয়া ধন বা বস্তু খোজ to demand, (ব্যাকৰণত) শব্দ বা ধাতুৰ ৰূপান্তৰ কৰ to decline or conjugate. অক. ধা. কোনো কাৰ্য্যৰ সিদ্ধিৰ কাৰণে যত্ন কৰ to strive. বি. সাধন অৰ্জ্জন,

আৰাধনা। বিণ. **সাধিত**। **সাধক** বি. সিদ্ধি কৰোঁতা, পূৰ্ণ কৰোঁতা a performer, সিদ্ধপুৰুষ one who has attained his object through meditation, সেৱক, পূজক a devotee. স্ত্ৰী. **সাধিকা**।

**সাধনা** বি. উপাসনা, আৰাধনা, মিনতি, সিদ্ধিলাভ কৰিবলৈ চেষ্টা আৰু যথা বিহিত কাৰ্য্য। **সাধনি, সাধনিদাৰ** বি. ৰাজহ বা কৰ সাধি ফুৰা বিষয়া a tax-collector. **সাধনী** বি. কৰ বা ৰাজহ আদায় কৰিবলৈ আদেশ দিয়া (জাননী)।

**সাধা** বিণ. সৰল, নম্ৰ plain, simple.

**সাধাৰণ** বি. উমৈহতীয়া, সকলোৰে স্বত্ব থকা, অনেকত চলা বা খটা general, belonging to many, common, সুলভ, সামান্য common, ordinary. ক্ৰি. বিণ. **সাধাৰণতে**। **সাধাৰণী** নায়িকা বিশেষ।

**সাধাৰণতন্ত্ৰ** প্ৰজাৰ প্ৰতিনিধিসকলৰ দ্বাৰা ৰাষ্ট্ৰ পৰিচালনা republic, democracy.

**সাধিত** বিণ. সম্পন্ন, সম্পাদিত done, accomplished.

**সাধিষ্ঠান** বি. ষট্‌চক্ৰৰ দ্বিতীয় চক্ৰ।

**সাধু** বিণ. ধৰ্ম্মপৰায়ণ, ধাৰ্ম্মিক, pious, virtuous, শিষ্ট civil, polite, উৎকৃষ্ট বা সংস্কৃত (ভাষা) classical. বি. **সাধুতা**। **সাধু-কথা** বি. কোনো উপদেশ দিবৰ কাৰণে সজা কথা a moral tale, a story. **সাধুবাদ** (পু. অ.) বি. প্ৰশংসা, ধন্যবাদ।

**সাধু ভাষা** বি. মাৰ্জ্জিত আৰু লিখিত ভাষা, written language.

**সাধোঁতা** বি. পাবলগীয়া ধন খোজা লোক, যি সাধে one who asks for payment of money. স্ত্ৰী. **সাঁধতী**।

**সাধ্বী** বিণ. পতিভক্তিপৰায়ণা, ধাৰ্ম্মিকা chaste, virtuous. বি. সতী, পতিব্ৰতা।

**সাধ্য** বিণ. সিদ্ধি কৰিব পৰা, ফল লাভ কৰিব পৰা practicable, সাধন কৰাৰ শক্তি বা ক্ষমতা ability or power. **সাধ্যমানে** ক্ৰি. বিণ. পৰাপক্ষত, শক্তি অনুসাৰে as much as can be done. **সাধ্যহীন** বিণ. শক্তি নথকা, অপাৰগ incapable. **সাধ্যাতীত** বিণ. সাধ্যৰ অতীত, অসাধ্য beyond one's ability, strength or power.

**সান** সক. ধা. মোহাৰি লগ লগা, মিহলা to mix, ঘঁহ, লিপ to smear, to plaster over. কৃদ. বি. **সানন, সনা**। কৃদ. কৰ্ত্তা, **সানোঁতা**। স্ত্ৰী. **সানতী**।

**সান-মিহলি** বিণ. ৰবকৈ মিহলি হোৱা, খেলিমেলি হোৱা, নানা

তবহৰ mixed up, miscellaneous.

**সানুনয়** বিণ. বিনীত, মিনতিযুক্ত humble. ক্রি. বিণ. **সানুনয়ে**।

**সানোতা** কৃদ. বি. মিহলাওঁতা স্ত্রী. **সানতী**।

**সান্ত্বনা** বি. প্রবোধ consolation.

**সান্দহ** বি. ভজা চাউল খুন্দি কৰা খাদ্য, কৰাই coarse powder of parched rice. বিণ. **সান্দহুৱা**। **সান্দহ খোৱা বাতি তল যা** সুবিধা বা উপায় নষ্ট হ।

**সান্দি** বি. সহজে সোমাব নোৱৰা ঠাই a place difficult of access. **সাত সান্দি** অতি দুর্গম ঠাই।

**সান্দীপন** বি. কামদেৱৰ পঞ্চশৰৰ এপাট শৰ name of an arrow of Kamadeva.

**সান্দীপনি** বি. শ্রীকৃষ্ণৰ শিক্ষা গুৰু এজন মুনিৰ নাম a saint and the teacher of lord Krishna.

**সান্ধ্য** বিণ. সন্ধ্যা সম্বন্ধীয়, সন্ধ্যা সময়ৰ।

**সান্নিধ্য** বি. সামিপ্য, নৈকট্য।

**সান্নিপাতিক** বিণ. বায়ু, পিত্ত, কফ —এই তিনি ধাতুৰ বিকাৰৰ পৰা উৎপন্ন হোৱা। **সান্নিপাতিক জ্বৰ** বি. বিকাৰ জ্বৰ Typhoid fever.

**সাপ** বি. সৰ্প, ভুজঙ্গ a snake, a serpent. **সাপ মাৰি নেজৰত বিষ থ** কোনো এটা কাম শেষ কৰি অলপতে বাকী ৰাখ।

**সাপ-কটা** বি. মৌখাপ, এবিধ চৰাই।

**সাপেক্ষ** (অব্যয়) অপেক্ষা কৰা, অন্য বিষয়ৰ ওপৰত নির্ভৰশীল dependent, conditional.

**সাফল** সক. ধা. সফল বা সিদ্ধি কৰ্, ফলযুক্ত হ to become fruitful. **সাফল্য** বি. সফলতা।

**সাবট** সক. ধা. আঁকোৱালি ধৰ, দুই বাহুৰে মেৰাই ধৰ to embrace, to entwine. বি. আলিঙ্গন। সক. ধা. **সাবটি ধৰ, সাবট মাৰি ধৰ** সাবট।

**সাবটা** বি. দুটা বস্তু লগ লগাই ধৰি বা বান্ধি ৰখা যতন a clamp, a clip. **সাবটা সাবটি** পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰা কাৰ্য্য।

**সাবালক** বিণ. পূর্ণত্ব প্রাপ্ত ডেকা adult.

**সাবেক** বিণ. পুৰণি কলিয়া, অনেক দিনীয়া old.

**সাৱলীল** স্বচ্ছন্দ, অনায়াস কৃত।

**সাম, সামবেদ** বি. চাৰি বেদৰ তৃতীয় বেদ the third of the Vedas.

**সামগ্রী** বি. লাগতীয়াল বস্তু, দ্রব্য provision, article.

**সামঞ্জস্য** বি. পৰস্পৰ মিল, সঙ্গতি fitness, agreement.

**সামন্ত** বি. তলতীয়া ৰজা a feudatory chief.

**সামন্ততন্ত্র** তলতীয়া ৰজাৰ শাসন feudal system.

**সাময়িক** বিণ. নির্দ্দিষ্ট সময়ত হোৱা, অলপ সময় থকা, উপযুক্ত সময়ত হোৱা periodical, temporary, reasonable.

**সামৰ** সক. ধা. ভালকৈ ৰাখ, যতনেৰে চপাই থ to keep with care, চপাই কোঁচাই ভালকৈ ল to put on properly, শেষ কৰ to conclude. বি. **সামৰণ, সামৰণি** শেষ conclusion.

**সামৰাজ, সামৰাজ্য** বি. সামন্ত ৰাজা, সমূহ প্ৰজা।

**সামৰিক** বিণ. সমৰ সম্বন্ধীয়, যুদ্ধৰ martial, relating to war, ৰণত লগা used in war.

**সামৰ্থ, সামৰ্থ্য** বি. ক্ষমতা, যোগ্যতা ability.

**সামাজিক** বিণ. সমাজ বা সভা সম্বন্ধীয় relating to a meeting or assembly, সাম্প্রদায়িক relating to a society or sect, সমাজ বান্ধি থকা social. বি. **সামাজিকতা**।

**সামান্য** বিণ. সাধাৰণ, বিশেষত্ব নথকা common, ordinary, ক্ষুদ্ৰ, অলপীয়া ordinary, trifling. বি. **সামান্যতা**।

**সামিষ** বিণ. মাছ-মাংস থকা consisting of fish or meat.

**সামিপ্য** বি. নিকট, ওচৰ nearness, vicinity. বি., পঞ্চবিধ মুক্তিৰ এবিধ।

**সামুদ্ৰ** বি. সাগৰ সম্বন্ধীয়, সাগৰত উৎপন্ন হোৱা।

**সামুদ্ৰিক** বি. মানুহৰ হাত চাই শুভাশুভ গণনা কৰা বিদ্যা palmistry, সমুদ্ৰ সম্বন্ধীয় belonging to the sea.

**সামূহিক** বিণ. সমষ্টিগত collective.

**সাম্প্ৰত** ক্ৰি. বিণ. এতিয়া, সম্প্ৰতি, now, at present.

**সাম্প্ৰতিক** আধুনিক, ইদানীন্তন।

**সাম্প্ৰদায়িক** বিণ. কোনো সম্প্ৰদায়ত ভুক্ত, বিশেষ সম্প্ৰদায় সম্পৰ্কীয় belonging to a sect.

**সাম্ফল** বিণ. সফল fruitful.

**সাম্বৎসৰিক** বিণ. বছৰেকীয়া annual.

**সাম্য** বি. সমতা, তুল্যতা equality, similarity, মনৰ ৰাগ-দ্বেষ আদি বৰ্জ্জিত অৱস্থা।

**সাম্যতা** বি. সমতা, সমান গুণ বা অৱস্থা বিশিষ্ট equality.

**সাম্যবাদ** বি. জাতি বৰ্ণ নিৰ্ব্বিশেষে সকলোৰে অধিকাৰ স্বীকৃতি communism, socialism.

**সাম্যবাদী** বিণ. যোনে সাম্যবাদৰ নীতি স্বীকাৰ কৰে communist.

**সাম্ৰাজ্য** বি. সম্ৰাটৰ অধীন বা এক

শাসনৰ অন্তৰ্গত ৰাষ্ট্ৰসমূহ empire. সাম্ৰাজ্যবাদ বি. অন্যান্য দেশক এজন ৰজাৰ শাসনাধীন কৰাৰ নীতি imperialism.

সায়ংকাল বি. গধূলি বেলা evening.

সায়ং-সন্ধ্যা বি. গধূলি কৰা সন্ধ্যা, গধূলিৰ উপাসনা evening worship.

সায়ক বি. শৰ, বাণ an arrow.

সায়াহ্ন বি. দিনৰ শেষ ভাগ evening.

সাযুজ্য বি. পাঁচবিধ মুক্তিৰ এবিধ, পৰমেশ্বৰত লয় হৈ পোৱা মুক্তি union.

সায়ুধ বিণ. অস্ত্ৰধাৰী armed.

সায়েৰ (পু. অ.) বি. প্ৰভু, স্বামী master.

সাৰ বি. গছৰ মাজৰ টান বা উত্তম অংশ, গছৰ মজ্জা the heart of a tree, বস্তুৰ ঘাই বা ভাল ভাগ the essence or main part of anything. বিণ. অতি প্ৰয়োজনীয়, প্ৰধান essential, principal. সাৰগৰ্ভ বিণ. গুণযুক্ত শ্ৰেষ্ঠ। সাৰ গ্ৰাহী বিণ. যোনে ভাল খিনি গ্ৰহণ কৰে।

সাৰ বি. শস্য বঢ়াবৰ নিমিত্তে দিয়া গোবৰ আদি manure, মানুহৰ ধাতুৰ বিকাৰত হোৱা এক প্ৰকাৰ ৰোগ।

সাৰ বি. কোনো বস্তু গাত লাগিলে হোৱা বোধ, চেতন, টোপনিৰ অভাৱ sensation, wakefulness. সাৰ পা জাগ্ৰত হ to wake.

সাৰ অক. ধা. ৰক্ষা পৰ, আপদৰ পৰা উদ্ধাৰ পা to escape. সক. ধা. বাঢ়নীৰে পৰিষ্কাৰ কৰ sweep.

সাৰ বি. কাব্যালঙ্কাৰ বিশেষ climax.

সাৰণ অপসাৰণ, চালন।

সাৰঙ্গ বি. বিষ্ণু বা শ্ৰীকৃষ্ণৰ ধনু the bow of Vishnu or Krishna. সাৰঙ্গধৰ, সাৰঙ্গপাণি বিষ্ণু, শ্ৰীকৃষ্ণ।

সাৰথি বি. ৰথ চলাওঁতা a charioteer, সঙ্গী, সহায় a helper.

সাৰদা বি. সৰস্বতী, বাগেৰী, এবিধ বীণ the goddess of learning, a kind of lute.

সাৰল্য বি. সৰলতা।

সাৰস বি. বক জাতীয় ডাঙৰ চৰাই। স্ত্ৰী. সাৰসী।

সাৰস্বত সৰস্বতী বা বিদ্যা সম্বন্ধীয়, গীত, কবিতা আদিৰ অনুশীলন কৰি যিয়ে সৰস্বতী দেৱীক উপাসনা কৰে।

সাৰা-শাস্তি বি. কঠোৰ যন্ত্ৰণা severe pain.

সাৰাংশ বি. আচল বা প্ৰধান ভাগ essential part.

সাৰি (পু. অ.) বি. সাৰ, গন্ধ, বোধ।

**সাক** ( পু. অ. ) সাৰ, তত্ত্ব।

**সাকৰা** বিণ. সাৰ থকা, বলী fertile, সাৰাংশ থকা having real worth, সাৰ ফুটা mature.

**সাৰূপ্য** বি পাঁচবিধ মুক্তিৰ এবিধ, ঈশ্বৰ তুল্য ৰূপ পোৱা।

**সাৰে** ক্রি. বিণ. টোপনি নহাকৈ in waking state.

**সাৰেং** বি. বক জাতিৰ এবিধ ডাঙৰ চৰাই a kind of crane.

**সাৰে-সাৰ** ( পু. অ. ) নিশ্চয়, ঠিক।

**সাৰোগত** বিণ. অতি প্ৰয়োজনীয় বা থাই বুলি মানি লোৱা, নিশ্চিত।

**সাৰোদ্ধাৰ** প্ৰকৃত তত্ত্বৰ উদ্‌ঘাটন।

**সাৰোপ** ( অনু. শব্দ. ) জুলীয়া বস্তু খোৱাত বা বেতেৰে কোবোৱাত হোৱাৰ নিচিনা শব্দ।

**সাৰ্থক** বিণ. সফল, অৰ্থযুক্ত, উদ্দেশ্য সিদ্ধি হোৱা successful, bearing fruit. বি. **সাৰ্থকতা**।

**সাৰ্ব্বজনিক** বিণ. সকলো লোক সম্বন্ধীয়।

**সাৰ্ব্বজনীন** বিণ. সৰ্ব্বসাধাৰণৰ হিতকৰ, সৰ্ব্বজনবিদিত, সকলোৰে প্ৰয়োজনীয়।

**সাৰ্ব্বজাতিক** বিণ. নানা জাতি সম্বন্ধীয়, আন্তৰ্জাতিক international.

**সাৰ্ব্বত্ৰিক** বিণ. সকলো ঠাইৰ উপযোগী সৰ্ব্বত্ৰব্যাপী।

**সাৰ্ব্বভৌম** বি. চক্ৰবৰ্ত্তী ৰজা, সম্ৰাট an emperor.

**সাষ্টাঙ্গ** আঠু, ভৰি, হাত, বুকু, মুখ, চকু বুদ্ধি আৰু মুখ—এই আঠ অঙ্গৰ সৈতে।

**সাষ্টি** বি. মুক্তি বিশেষ liberation.

**সাল** বি. শল মাছৰ নিচিনা এবিধ মাছ, এবিধ ডাঙৰ সুকাঠী গছ।

**সালগ্ৰাম, শালগ্ৰাম** বি. বিষ্ণুৰ মূৰ্ত্তি স্বৰূপে পূজা কৰা এবিধ শিল।

**সালঙ্কৃত** বিণ. অলঙ্কাৰেৰে ভূষিত সুসজ্জিত। স্ত্ৰী. **সালঙ্কৃতা**।

**সাল-সলনি** বি. পৰস্পৰে সলনি কৰা কাৰ্য্য, পালপাতি কাম কৰা কাৰ্য্য পৰিবৰ্ত্তন exchange, act of working by turns, alteration. **সালৈ** বি. অসমীয়া হিন্দুৰ এটা জাতি।

**সালোক্য** বি. পাঁচ বিধ মুক্তিৰ এবিধ, ঈশ্বৰেৰে সৈতে একে লগত বাস কৰা মুক্তি।

**সাৱধান** বিণ. মনোযোগী, সতৰ্ক attentive, careful. বি. **সাৱধানতা**। ক্রি. বিণ. **সাৱধানে**।

**সাৱশেষ** বিণ. অৱশেষ হোৱা, সম্পূৰ্ণ, বাকী নথকা complete. ক্রি. বিণ. **সাৱশেষে**।

**সাৱহিতে** ক্রি. বিণ. সতৰ্ক হৈ carefully.

**সাৱিত্ৰী** বি. সূৰ্য্যৰ অধিষ্ঠাত্ৰী দেৱী, অশ্বপতি ৰজাৰ কন্যা, সত্যবানৰ ভাৰ্য্যা, ব্ৰহ্মাৰ পত্নী।

**সাৱিত্ৰী-পতিত** বিণ. উপযুক্ত সময়ত লগুণ নিদিয়াত হোৱা পতিত।

**সাৱিত্ৰী-ব্ৰত** বি. জেঠ মাহৰ শুক্ল পক্ষৰ শেহৰ তিনি দিনত লঘোনে থাকি কৰা ব্ৰত।

**সাব্যস্ত** বিণ. প্ৰমাণিত, সঁচা বুলি ধৰি লোৱা proved, accepted as true.

**সাষ্টাঙ্গে** ক্ৰি. বিণ. বুকে আদি কৰি গাৰ আঠ অঙ্গ মাটিত লগাই।

**সাহ** বি. সাহস, নিৰ্ভয়তা, নিৰ্ভীকতা courage, boldness.

**সাহচৰ্য্য** বি. সঙ্গ, সহায়তা।

**সাহজিক** বিণ. স্বাভাৱিক, অভ্যস্ত habitual, অভ্যাসৰ পৰা শিকা acquired by practice.

**সাহন, সাহোন** বি. সম্পত্তি property.

**সাহস** বি. নিৰ্ভয়তা courage. বিণ. **সাহসিক, সাহসী** সাহিয়াল brave. স্ত্ৰী. **সাহসিকী, সাহসিনী**।

**সাহায্য** বি. সহায়, সহায়তা assistance, aid.

**সাহিত্য** বি. কাব্য-শাস্ত্ৰ, চিত্তাকৰ্ষক ৰচনা literature. **সাহিত্য চৰ্চ্চা** বি. কাব্যাদি শাস্ত্ৰ আলোচনা study of literature. **সাহিত্য ৰথী** সাহিত্য শাস্ত্ৰত পাৰ্গত লোক। **সাহিত্যিক** বিণ. সাহিত্য সম্বন্ধীয়, সাহিত্যসেৱী। **সাহিত্য-সেৱক সাহিত্য-সেৱী** বি. সাহিত্যত বাপ থকা লোক, a litterateur, an author.

**সাহিয়াল** বিণ. সাহ থকা, সাহসী courageous, brave.

**সাক্ষৰ** বিণ. আখৰ জনা, পঢ়িব জনা educated.

**সাক্ষাৎ** বিণ. চকুৰ আগত, প্ৰত্যক্ষ মূৰ্ত্তিমান bodily present, দেখা-দেখি, লগ পোৱা meeting, interview. ক্ৰি. বিণ. **সাক্ষাতে** চকুৰ আগতে in the presence of. ক্ৰি. **সাক্ষাৎ কৰ**। **সাক্ষাৎকাৰ** দেখা কৰা। **সাক্ষাৎকাৰী** বি. যিয়ে দেখা কৰে visitor. **সাক্ষাৎ সম্বন্ধ** প্ৰত্যক্ষ সম্বন্ধ।

**সাক্ষী** কোনো কাৰ্য্য বা ঘটনা দেখা লোক, যাৰ পৰা কোনো কথাৰ প্ৰমাণ পোৱা যায় a witness, testimony of a fact. **সাক্ষী দি, সাক্ষী ক** কোনো কাৰ্য্যৰ বা ঘটনাৰ প্ৰমাণ দে। **সাক্ষী ল** সাক্ষীৰ পৰা কোনো কথাৰ প্ৰমাণ ল। **সাক্ষী মান** সাক্ষী বুলি স্বীকাৰ কৰ। **সাক্ষ্য** সাক্ষীয়ে কোৱা কথা, সাক্ষীৰ জবানবন্দী the deposition of a witness.

**সি** (সৰ্ব্বনাম) সেই (পুৰুষ) he, সেই (বস্তু) it. (বিণ. সৰ্ব্ব) সেই that.

**সি** সক. ধা. বেজীৰে প্ৰস্তুত কৰ, দুখণ্ড কাপোৰ বেজীৰে জোৰা লগা to sew. কৃদ. বি. **সিয়ন, সিয়া** কৃদ. বিণ. বেজী-সূতাৰে জোৰা দিয়া।

**সিংখাপ** বি. গুণাৰ ফুল তোলা, পাটৰ কাপোৰ brocade.

**সিংহ** বি. ডিঙিত কেশৰ বা দীঘল নোম থকা আৰু বৰ বলী এবিধ বনৰীয়া জন্তু, পশুৰাজ, কেশৰী a lion. (জ্যোতিষত) পঞ্চম ৰাশি the sign Leo, অইন শব্দৰ লগত যোগ হলে বলবান বা শ্রেষ্ঠ বুজায় ( পুৰুষ সিংহ ) grand. স্ত্রী. **সিংহী**।

**সিংহদ্বাৰ, সিংহদুৱাৰ** বি. ৰজাৰ নগৰ বা চোতালৈ সোমোৱা ঘাই দুৱাৰ বা বাট, the principal entrance to a city or palace. **সিংহনাদ** বি. সিংহৰ গৰ্জন, যুদ্ধত কৰা হুঙ্কাৰ। **সিংহল, সিংহলদ্বীপ** বি. লঙ্কা দ্বীপ Ceylon. **সিংহবন্ধ** **স্কন্ধ** সিংহৰ কান্ধৰ দৰে শুনীয়া কান্ধ। **সিংহবাহিনী** দুৰ্গা। **সিংহাসন** বি. সিংহৰ মূৰ্ত্তিৰ ওপৰত স্থাপিত দেৱতাৰ প্ৰতিমা যোৱা বা ৰজা বহা আসন।

**সিয়াঁৰ** অক. ধা. আনৰ কথা বা কামৰ ভাও ধৰি অঙ্গি-ভঙ্গি কৰি বিদ্রূপ কৰ to mimic for jest, মুখ ভেঙুচিয়াই উপহাস কৰ।

**সিঁয়াৰা-সিঁয়ৰি** বি. এজনে আন এজনক সিয়ঁাৰি বিদ্রূপ কৰা কাৰ্য্য।

**সিকটা** সক. ধা. বেয়া সোৱাদ পাই বা ভাল নোপোৱা কথা শুনি বেঁকা কৰ ( মুখত খাটে ) to make crooked.

**সিকায়াৎ** অভিযোগ।

**সিকি** বি. এমহা, চাৰি অনা one-fourth of a rupee, চাৰি ভাগৰ এভাগ a quarter. **সিকিটিয়া** বিণ. এসিকি মূল্যৰ।

**সিক্ত** বিণ. তিতা, জেকা moistened.

**সিগ্‌নেল** সঙ্কেত signal.

**সিচ্‌** সক. ধা. ছটিয়া, নিক্ষেপ কৰ, ছাটি মাৰি দূৰলৈ পেলা, ছটিয়াই শস্য ৰ to sprinkle, to scatter. বি. **সিচন, সেচন**। **সেচক** বিণ. যি সিচে। কৰ্ত্তা. **সিচোঁতা**। স্ত্রী. **সিচঁতী**।

**সিচনী** বি. পানী সিচা সঁজুলি, লাহনী a baling utensil, a scoop.

**সিচৰি, সিচৰতি** বিণ. ছটিয়াই দিয়াৰ দৰে অনেক ঠাই জুৰি থকা scattered about.

**সিজ** অক. ধা. তাপ পাই গলিত বা কোমল হ, সিদ্ধ হ to be boiled. or cooked সিদ্ধ হ, সমাধা হ, to be done, to be performed. **সিজা** সক. ধা. পাক কৰ, সিদ্ধ কৰ to boil, to cook, সমাধা কৰ, সম্পন্ন কৰ to accomplish. **সিজোৱা** বিণ. সিদ্ধ হোৱা, বন্ধা boiled, cooked. **সিজা** বিণ. পকা, সিদ্ধ, শিষ্ট honest, perfect.

**সিজু** বি. বগা আঠা আৰু কাঁইট যুক্ত কৰ্দ্দৈসিৰীয়া গছ cactus.

**সিটা** বি. কোনো বস্তুৰ ৰস চেপি

উলিয়াই পেলোৱা জাবৰ the dregs or refuse of any substance from which the juice has been extracted.

**সিথান** বি. 'সিতান' শব্দৰ অপভ্ৰংশ।

**সিদিনা** বি. অলপ দিনৰ আগত এদিন the other day. ক্ৰি. বিণ. কেইদিনমান আগৰ এদিনত on the other day. **সিদিনাই** ক্ৰি. বি. সেই দিনতে on that very day. **সিদিনাখন** সেইদিনা, সেই দিনত the other day, some time ago. **সিদিনাখনেই** সেই দিনাই।

**সিদ্ধ** বিণ. সফল, পূৰ্ণ, সিজা, সাধনাৰ বলত অলৌকিক শক্তি পোৱা fulfilled, accomplished, cooked, having supernatural faculties. বি. বিদ্যাধৰ বিলাকৰ নিচিনা একশ্ৰেণীৰ উপদেৱতা a demi-god. **সিদ্ধকাম** বিণ. পূৰ্ণকাম having the desire fulfilled. **সিদ্ধপীঠ** বি. যি স্থানত এক লাখ বলি বা এক কোটি হোম দিয়া হৈছে। **সিদ্ধ বট** বি. প্ৰসিদ্ধ বড় গছ। **সিদ্ধহস্ত** বিণ. কোনো কামত বা বিষয়ত পাৰ্গত expert. **সিদ্ধান্ত** বি. মীমাংসা, আলোচনা কৰি স্থিৰ কৰা মত a logical conclusion. settlement of disputed point. **সিদ্ধান্ত মুক্তাৱলী** বি. ন্যায় দৰ্শনৰ গ্ৰন্থ বিশেষ। **সিদ্ধান্ত সাগৰ** বি. মীমাংসক সকলৰ উপাধি। **সিদ্ধান্ত-পত্ৰ** বি. মীমাংসা-পত্ৰ। **সিদ্ধান্ন** বি.সিজোৱা চাউল, ভাত cooked rice. **সিদ্ধাৰ্থ** বিণ. যাৰ মনোৰথ সিদ্ধ হৈছে successful, বুদ্ধদেৱ Buddha.

**সিদ্ধি** বি. সফলতা, সাধনাৰ দ্বাৰা ইষ্ট লাভ, জয়লাভ fulfilment of an object, success, অণিমাদি অষ্টবিধ ঐশ্বৰ্য্য লাভ, ভাং ganja. **সিদ্ধিজনক** বিণ. সিদ্ধি জন্মোৱা। **সিদ্ধিদাতা** বি. বাঞ্ছা পূৰ্ণকাৰী, ফলদাতা। স্ত্ৰী. **সিদ্ধিদাত্ৰী সিদ্ধিদায়িনী**।

**সিধা** বি. ৰান্ধি খাবলৈ দিয়া খোৱা বস্তু, ভোজনী uncooked eatables provided to a guest. **সিধাপাতি** সিধা আৰু তাৰ লগৰ সকলো আৱশ্যকীয় বস্তু।

**সিন্দুৰ** বি. সধৱা তিৰোতাই কপালত ফোঁটা লোৱা ৰঙা গুৰি vermilion. **সিন্ধি** বি. চুৰ কৰিবৰ কাৰণে ঘৰত সোমাবলৈ চোৰে বেৰৰ তলে খন্দা গাঁত a hole made under a wall by a thief. ক্ৰি. **সিন্ধি দি,সিন্ধি খান্দ**।

**সিন্ধু** বি. সমুদ্ৰ, সাগৰ the ocean or sea, ভাৰতৰ প্ৰধান ডাঙৰ নৈ the Indus. **সিন্ধু প্ৰদেশ** বি. পাকিস্থানৰ অন্তৰ্গত এখন প্ৰদেশৰ নাম। **সিন্ধুৰাজ** বি. জয়ৰথ।

**সিন্ধুঘোটক** বি. সাগৰত থকা এবিধ চাৰিঠেঙীয়া জন্তু, জল-ঘোটক a sea-horse.

**সিন্ধুৰা** বি. এটা ৰাগিণীৰ নাম।

**সিপৰীয়া** বিণ. নৈৰ আন পাৰত থকা, নৈৰ সিপাৰৰ existing or residing on the opposite bank of a river. ক্রি. বিণ. **সিপাৰে**।

**সিপুৰী** বি. যমপুৰী the region of death.

**সিফলীয়া হ** মৃত্যু প্রাপ্ত হ to die.

**সিফাল** বি. বিপৰীত ফাল the other side. ক্রি. বিণ. **সিফালে**।

**সিবাই** ক্রি. বিণ. সিবাৰ, আকৌ এবাৰ once more, again.

**সিবৈচা** ক্রি. বিণ. ইয়াৰ আগৰ বাৰত on the previous occasion.

**সিভিতি** ক্রি. বিণ. সিফালে to the other side.

**সিম্‌সিমীয়া** বিণ. হিমৰ দৰে অলপ অলপকৈ পৰা, কিনকিনীয়া drizzling. ক্রি. বিণ. **সিম্‌সিম্ কৰে**।

**সিমান** (সর্ব্ব.) সেই পৰিমাণৰ, সেই জোখৰ so much, so many. ক্রি. বিণ. সেই পৰিমাণে, সেই জোখেৰে so much.

**সিয়ন** বি. বেজী-সূতাৰে সিয়া কাৰ্য্য act of sewing. **সিয়নি** বেজী সূতাৰে কৰা কাম a seam. **সিয়নিত শোৱা** আনৰ শ্রম বা অর্থৰ ওপৰত নির্ভৰ কৰা, কৃপণ।

**সিয়া** সক. ধা. আনৰ হতুৱাই বেজীৰে কাম কৰা to cause to be sewed. বিণ. **সিয়া**।

**সিয়ান** বিণ. টেঙৰ, ধূৰ্ত্ত, চতুৰ clever, sharp, cunning.

**সিয়েই** (সর্ব্বনাম) সেই মানুহেই বা বস্তুৱেই that very man or thing.

**সিৰ্** বি. ধমনী, তেজ চলাচল কৰা নাড়ী an artery, a vein, সিৰৰ নিচিনা দীঘলীয়া উঠঙা a rib or prominent line.

**সিৰ-ফুটা** বিণ. নাম জলা, অৱস্থাপন্ন prominent, having a position or status.

**সিৰ্ সিৰ্** (অনু. শব্দ.) সিৰৰ মাজেদি কিবা অসুখ বা জাৰ সোমাই যোৱা যেন বোধ হোৱা বুজাবলৈ ব্যৱহাৰ কৰা মাত। **সিৰ্‌সিৰণি** কৃদ. বি. সিৰ-সিৰোৱা বেদনা। **সিৰ্-সিৰা** অক. ধা. সিৰ্ সিৰ্ কৰা।

**সিৰা** বি. সিৰৰ জোৰা বা গাঁঠিত হোৱা এবিধ ৰোগ—ইয়াৰ কেবা-বিধো। **দাঁতসিৰা** দাঁতৰ আলু উথহে। **পিয়াহ সিৰা** তিকতাৰ পিয়াহ উথহে। **সিৰা** অণ্ডকোষৰ সিৰ উথহি হোৱা বেদনা।

**সিৰামুৰি** বি. দুৰ্ব্বলতা নাইবা তেজ নচলাৰ কাৰণে হাতৰ আঙুলিৰ

সিৰ কোঁচ খাই হোৱা বেদনা a cramp of the fingers.

**সিৰিক** বি. সিৰ বা গাৰ কোনো অংশ অকস্মাৎ কঁপি উঠা বা তাত জাৰ সোমোৱা যেন বোধ। অক. ধা. **সিৰিক কৰ, সিৰিক কৰি উঠ**। ক্রি. বিণ. **সিৰিক কৰে, সিৰিকাই**।

**সিৰিকিয়া** অক. ধা. পেট পকাওঁতে মুখে পানী উলিয়া।

**সিৰিপ** সক আছাৰিৰ কোবৰ নিচিনা মাত।

**সিৰিপনী** বি. চেকনী, বাঁহৰ এছাৰি a switch.

**সিৰীয়া** বিণ. সিৰ বা দীঘলীয়া ঢৌ থকা having long prominent lines.

**সিলুটি** বি. অইন ফাল, সিপিঠি the other side.

**সীতা** বি. জনক ৰজাৰ জীয়েক, ৰামৰ ভাৰ্য্যা।

**সীতা তেল** বি. মাটিৰ তলৰ পৰা ওলোৱা এবিধ তেল earth-oil, petroleum.

**সীমন্ত** বি. সেওঁতা।

**সীমন্তক** বি. সিন্দুৰ vermilion.

**সীমন্তিনী** বি. সধবা নাৰী।

**সীমন্তোন্নয়ন** বি. গৰ্ভবতী তিৰোতাৰ চতুৰ্থ, ষষ্ঠ বা অষ্টম মাহত কৰা সংস্কাৰ বিশেষ।

**সীমা** বি. ছুড়ৰা মাটিৰ মাজৰ চিন a boundary line, কোনো এডৰা মাটিৰ শেষ বা অন্ত a limit.

**সীমান্ত** বি. শেষ সীমা boundary. **সীমান্ত প্রদেশ** ৰাজ্যৰ সীমাত অৱস্থিত স্থান, frontier. **সীমাৱদ্ধ** সীমাৰ দ্বাৰা নিৰ্দ্দিষ্ট। **সীমা-বৈৰী** বি. সীমা ঠেলি আনৰ মাটি দখল কৰা শত্রু। **সীমা-মুৰিয়লি** সীমাৰ মুৰত বা ওচৰত থকা।

**সীমা-সঞ্চাৰ** বি. ওচৰলৈ অহা, ওচৰ চপা।

**সীৰ, সীৰলু** বি. হাল বাওঁতে হোৱা নাঙলৰ লোৰ a furrow. **সীৰলুৰা** বিণ. নাঙলৰ সীৰলু উঠি থকা অৰ্থাৎ মৈয়াই সমান নকৰা furrowed.

**সীসিয়নি** (অনু. শব্দ.) জাৰত কঁপি মুখেৰে কৰা সী সী শব্দ, পানী উতলিবৰ সময়ত হোৱা শব্দ a hissing sound. অক. ধা. **সীসিয়া**।

**সীহ** বি. এবিধ কোমল আক অলপতে গলাব পৰা বৰ গধুৰ ধাতু lead.

**সু** (উপসৰ্গ) উত্তম, ভাল good শুভ, মঙ্গলজনক auspicious, অতিশয়, বহু much, excess.

**সুং** সক. ধা. আঘ্রাণ কৰ, গন্ধ ল to smell.

**সুঁই** বি. গিলোতে নিশ্বাসৰ নলীত খুন্দা খাই হোৱা অসুখ, চৰ্চ্চৰণি।

**সুঁতি** বি. নৈৰ ঠেঙুলি, সক সোঁতা a small branch of a river.

**সুকঠিন** বিণ. অতিশয় কঠিন, বৰ টান very difficult.

**সুকণ্ঠ** বিণ. মধুৰ কণ্ঠযুক্ত।

**সুকন্যাম্নী** বি. সুকবি নাৰায়ণ দেৱে ৰচনা কৰা পদ্মা-পুৰাণ।

**সুকপাল** বি. সৌভাগ্য fortune, prosperity. **সুকপলীয়া** কপালী, ভাগ্যৱন্ত fortunate.

**সুকৰ** বিণ. উজু, ঢিলা easy, practicable.

**সুকলম** বিণ. উজু, ঢিলা, সহজ, বাধাবিঘিনি নথকা not difficult. ক্রি. বিণ. **সুকলমে** কোনো বাধা নোহোৱাকৈ, সহজে without obstruction, with ease.

**সুকাঠী** বিণ. সাৰ থকা টান গছ hard and lasting.

**সুকীয়া** বিণ. বেলেগ, আনৰ সম্পৰ্ক বা ভাগ নথকা, নিজা separate, having no partner, one's own. ক্রি. বিণ. **সুকীয়াকৈ**।

**সুকীৰ্ত্তি** বি. সুখ্যাতি fame, glory.

**সুকুমাৰ** বিণ. নিচেই অলপ বয়সীয়া very young, লাহৰী, অতি কোমল fine, delicate. স্ত্রী. **সুকুমাৰী**, **সুকুমাৰ মতি** কোমল মতি। **সুকুমাৰ কলা** fine arts.

**সুকৃত, সুকৃতি** বি. সৎকৰ্ম্ম, পুণ্য a good deed, a pious act.

**সুকৃতী** বিণ. সৎকৰ্ম্মকাৰী, পুণ্যবান।

**সুকেশা** বিণ. ধুনীয়া চুলি থকা।

**সুকোমল** বিণ. অতি কোমল, বৰ ঢিলা, বৰ নৰম tender, soft.

**সুকৌশল** সুন্দৰ কৌশল, সুনিপুণতা।

**সুখ** বি. আনন্দ, সন্তোষ, তৃপ্তি happiness, pleasure, সম্পদ prosperity. **সুখকৰ** বিণ. সুখজনক, সুখদায়ক pleasant. স্ত্রী. **সুখকৰী**। **সুখদায়ক** বিণ. সুখকৰ causing happiness. স্ত্রী. **সুখদায়নী, সুখদায়িকা**। **সুখবৰ** বিণ. ভাল খবৰ good news. **সুখপাঠ্য** পঢ়িবলৈ সুখ লগা। **সুখাবহ** বিণ. সুখজনক। **সুখভাগী** বিণ. সৌভাগ্যযুক্ত। **সুখসাধ্য** বিণ অনায়াসে কৰিব পৰা। **সুখাভিলাষী** বিণ. সুখবাঞ্ছাকাৰী। স্ত্রী. **সুখাভিলাষিনী**। **সুখাৰ্থী** বিণ. সুখাভিলাষী। স্ত্রী. **সুখাৰ্থিনী**।

**সুখী** বিণ. আনন্দিত, সুখত থকা, সম্পদযুক্ত happy, glad, prosperous. স্ত্রী. **সুখিনী**। **সুখীয়া** বিণ. সুখত ডাঙৰ দীঘল হোৱা, দুখ বন নকৰা, আলসুৱা। **সুখত,** 

**সুখেৰে** ক্রি. বিণ. দুখ নোপোৱাকৈ, সুখেৰে সৈতে। **সুখোদয়** বি. সুখৰ উৎপত্তি।

**সুখ্যাতি** বি. যশস্যা, সুনাম, সুকীৰ্ত্তি praise, reputation, fame.

**সুগঠন** বিণ. সুন্দৰ, ধুনীয়া, সুন্দৰ আকৃতিৰ।

**সুগঠিত** বিণ. সুন্দৰ ভাৱে গঠিত।

**সুগঢ়ি** বিণ. ধুনীয়া, নিখুত faultless, well-shaped.

**সুগত** বি. বুদ্ধদেব।

**সুগন্ধ** বি. ভাল গন্ধ, সুবাস sweet smell, fragrance, বিণ. **সুগন্ধি** সুবাসযুক্ত fragrant.

**সুগম** বিণ. অনায়াসে যাব পৰা, বুজিব পৰা, কৰিব পৰা easily passable, উজু, ঢিলা easy.

**সুগৰী, সুগৰী পহু** বি. এবিধ সৰু পহু the barking deer.

**সুগুণ** বি. ভাল স্বভাব, ভাল গুণ, উপকাৰ good quality, merit, benefit,

**সুগৃহীত নামা** পুণ্যশ্লোক, প্ৰাতঃস্মৰণীয়।

**সুগ্ৰীৱ** বি. বান্দৰৰ ৰজা, বালীৰ ভায়েক, ৰামৰ বন্ধু।

**সুঘ্ৰাণ** বি. সুগন্ধ good smell.

**সুচৰিত, সুচৰিত্ৰ,** বি. সৎস্বভাব good conduct. **সৎস্বভাৱী** well-behaved. স্ত্ৰী. **সুচৰিত্ৰা**।

**সুচল** বি. সুযোগ, কোনো কাৰ্য্যৰ উপযুক্ত সময় বা ঠাই advantage, opportunity. বিণ. উজু, সুগম easy, convenience.

**সুচা** অক. ধা. ভালকৈ ভাবি চা, চিন্তা কৰ to think or consider carefully.

**সুচাৰু** বিণ. অতি সুন্দৰ excellent. ক্ৰি. বিণ. **সুচাৰুৰূপে, সুচাৰুকৈ**।

**সুছন্দ** বিণ. শুৱনি handsome.

**সুজন** বি. সজ লোক, সাধু লোক a virtuous or honest man.

**সুজলা** প্ৰচুৰ জলশালিনী।

**সুজান** বিণ. জ্ঞানী, বুধিয়ক wise, clever.

**সুঠাম** বি. শুৱনি, ধুনীয়া handsome.

**সুত** বি. খজুৱতি বা বেদনা কম হোৱাৰ পৰা বোধ কৰা সুখ বা তৃপ্তি pleasing sensation.

**সুত** বি. পুত্ৰ, পো a son. স্ত্ৰী. **সুতা**।

**সুত** বি. ধাৰে দিয়া ধনৰ বাঢ়ি interest on a loan.

**সুত্ কৰে** ক্ৰি. বিণ. সুৰুক্ কৰে, কোনোৱে নজনাকৈ stealthily.

**সুতনি** বি. প্ৰবোধ, সান্ত্বনা, দুখবিপদৰ সময়ত দিয়া বুজনি consolation.

**সুতপা** বি. এজন ৰজাৰ নাম name of a King.

**সুতৰাং** ( অব্যয় ) সেই কাৰণে, সেই হেতু therefore, hence.

**সুতল** বি. পৃথিবীৰ তলৰ ষষ্ঠ খলপা।

**সুতুলি** বি. লৰাই মুখেৰে বজোৱা এবিধ বাদ্য a whistle made of clay. **সুতুলি-পিঠা** গুৰ, পিঠাগুৰি মিহলাই তেলত ভজা পিঠা।

**সুথিল** বিণ. শান্ত, বিঘিনি শূন্য quiet, free from danger. বি. শান্তিপূৰ্ণ কাল।

**সুদ** বি. 'সুত' চোৱা।

**সুদৰ্শন** বি. বিষ্ণুৰ চক্ৰ the discuss of Krishna. বিণ. সুদৃশ্য, শুৱনি good-looking.

**সুদাম** বি. গোপ বিশেষ, এজন দুখীয়া ব্ৰাহ্মণ name of a cow-herd, name of a poor Brahmin.

**সুদাস** বি. বেদোক্ত এজন ৰজাৰ নাম।

**সুদিন** বি. শুভদিন, ভাল দিন auspicious day, a fine day, সুভাগ্যৰ দিন prosperity.

**সুদীৰ্ঘ** বিণ. বৰ দীঘল very long.

**সুদুৰ্লভ** বিণ. অতি দুৰ্লভ very scarce.

**সুদূৰ** বিণ. বহু দূৰ very far.

**সুদৃঢ়** বিণ. অতিশয় কঠিন, বৰ টান very firm or hard.

**সুদৃশ্য** বিণ. সুন্দৰ, দেখিবলৈ ভাল।

**সুধন্বা** বি. উত্তম ধনুৰ্ধাৰী, বীৰ। a good archer, a warrior, সেই নামেৰে এজন ৰজা।

**সুধৰ্ম্মা** বি. দেৱৰাজ ইন্দ্ৰৰ সভাগৃহ।

**সুধা** বি. অমৃত, দেৱতাসকলৰ খোৱা বস্তু nectar, the food of the immortals. **সুধাংশু, সুধাকৰ** বি. চন্দ্ৰ, জোন the moon. **সুধানিধি** চন্দ্ৰ the moon. **সুধাময়** বিণ. অমৃতৰ নিচিনা, বৰ সোৱাদ nectar like, very sweet.

**সুধী** বি. বিদ্বান, জ্ঞানী learned, wise.

**সুধীৰ** বিণ. বৰ ধীৰ বা শান্ত, গম্ভীৰ steady, grave.

**সুনন্দ** কৃষ্ণৰ লোৱামৰ এজন পাৰিষদ।

**সুনাম** বি. সুকীৰ্ত্তি, সুযশ fame, reputation.

**সুনিদ্ৰা** বিণ. ভাল টোপনি sound sleep.

**সুনিৰ্দ্দিষ্ট** বিণ. ভালদৰে নিৰ্দ্ধাৰিত।

**সুনিপুণ** বিণ. সুদক্ষ, পটু very skilful, clever.

**সুনিশ্চিত** বিণ. ভালকৈ নিশ্চয় কৰা, সঠিক well-ascertained.

**সুনীতি** বি. সৎ-আচৰণ সজ নীতি a good conduct, a good rule, ধ্ৰুৱৰ মাক।

**সুনেহ** (পু. অ.) বি. স্নেহ, মৰম।

**সুন্দ** বি. এজন অসুৰৰ নাম।

**সুন্দৰ** বি. উত্তম, মনোহৰ, দেখিবলৈ ধুনীয়া good, charming. স্ত্ৰী. **সুন্দৰী** শুৱনী, ৰূপৱতী। বি. শুৱনী তিৰোতা।

**সুপক্ক** বিণ. সুসিদ্ধ well-cooked, ভালকৈ পকা well ripe.

**সুপথ** বি. ভাল বাট বা পথ a good road, সজ আচৰণ a good conduct.

**সুপথ্য** বি. উপকাৰী আহাৰ good food.

**সুপাত্র** বি. ভাল দৰা a suitable bridegroom. স্ত্রী. **সুপাত্রী**।

**সুপি** বি. সৰু সোপা, অলপীয়া ভাল বস্তুৰ সমূহ a small mass or heap.

**সুপুৰুষ** বিণ. দেখিবলৈ ভাল পুৰুষ।

**সুপ্ত** বিণ. নিদ্রিত, শোৱাৰ দৰে শান্ত হৈ থকা sleeping, dormant. বি. **সুপ্তি**। **সুপ্তোত্থিত** টোপনিৰ পৰা উঠা।

**সুপ্রভাত** শুভ প্রভাত good morning.

**সুপ্রসন্ন** বিণ. অতি প্রসন্ন highly pleased.

**সুফল** বি. সুসিদ্ধি good result **সুফলা** প্রচুৰ ফল উৎপাদিকা।

**সুফী, চুফী** মুছলমানৰ সহজীয়া সম্প্রদায় বিশেষ।

**সুবচনী** বি. এজনী দেৱীৰ নাম।

**সুবলিত** বিণ. ধুনীয়াকৈ কুন্দোৱা, ঘূৰণীয়া round.

**সুবাস** বি. সুগন্ধ fragrance. বিণ. **সুবাসিত** ভাল গোন্ধ থকা fragrant.

**সুবাসিনী** বিণ. সৌৰভযুক্তা স্ত্রী।

**সুবিচাৰ** বি. উত্তম বা ন্যায্য বিচাৰ।

**সুবিদিত** বিণ. ভালকৈ জনা well-known.

**সুবিধা** বি. সুচল, সুযোগ convenience. **সুবিধাবাদী** নিজৰ যাতে সুবিধা হয় সেই ফাললৈ লক্ষ্য কৰি যিয়ে কাম কৰে। **সুবিশাল** অতি বিশাল, বৰ বহল। **সুবিস্তীর্ণ, সুবিস্তৃত** অতি বিস্তৃত।

**সুবুদ্ধি** বি. উত্তম বুদ্ধি, উত্তম পৰামর্শ useful advice, ভাল বুদ্ধি থকা intelligent.

**সুবেল** বি. চিত্রকূট পর্ব্বত।

**সুবৃহৎ** বৰ ডাঙৰ।

**সুবেশ** ভাল কানি কাপোৰযুক্ত।

**সুবোধ** বিণ. সৎবুদ্ধি যুক্ত। **সুবোধ্য** বিণ. অনায়াসে বুজিব পৰা।

**সুভগা** বিণ. লাগী, পতিপ্রিয়া beloved or favourite as a wife.

**সুভদ্রা** বিণ. সৌভাগ্যযুক্তা, ভাগ্যৱতী fortunate. বি. শ্রীকৃষ্ণৰ ভনীয়েক অর্জ্জুনৰ পত্নী।

**সুভদ্র** বিণ. সৌভাগ্যশালী।

**সুভাগ** বি. সৌভাগ্য good fortune. স্ত্রী. **সুভাগিনী, সুভাগী**।

**সুভাষ** বিণ. মধুৰ ভাষণ।

**সুভাষিত** সুকথিত, জ্ঞানগর্ভ বচন maxim, adage.

**সুভিক্ষ** যি ঠাইত সহজে ভিক্ষা মিলে, দুর্ভিক্ষৰ বিপৰীত বাচক শব্দ।

**সুমঙ্গল** বি. সৌভাগ্য। বিণ. মঙ্গলজনক lucky, auspicious. বিণ. **সুমঙ্গলীয়া**।

**সুমতি** বি. সজমতি, উত্তম বুদ্ধি good disposition. বিণ. উত্তম বুদ্ধি থকা wise.

**সুমথিৰা** বি. কমলা টেঙা the orange.

**সুমধুৰ** বিণ. অতি মধুৰ, বৰ সোৱাদ very sweet, delicious.

**সুমধ্যমা** বিণ. যাৰ ককালটো খুনীয়া ৰবাবোহা।

**সুমন** বি. পুষ্প, ফুল flowers.

**সুমনা** বি. জ্ঞানী, দেৱতা god.

**সুমন্ত্ৰ** বি. দশৰথ ৰজাৰ মন্ত্ৰী আৰু সাৰথি।

**সুমন্দ** বিণ. মৃদুমন্দ।

**সুমৰ** সক. ধা. স্মৰণ কৰ, সোঁৱৰ, মনত পেলা to recollect, to recall. বি. সুমৰণ।

**সুমা** সক. ধা. ভিতৰলৈ নে, প্ৰবেশ কৰা to cause to enter, to thrust into.

**সুমালী** বি. ৰাক্ষস সকলৰ আদি পুৰুষ।

**সুমিত্ৰা** বি. দশৰথৰ পত্নী, লক্ষ্মণৰ মাক।

**সুমুৱা** সক. ধা. আনৰ হতুৱাই ভিতৰলৈ কোনো বস্তু প্ৰবেশ কৰা বা নিয়া to cause to be taken in or thrust into.

**সুমেধা** বিণ. উচ্চ থাপৰ মেধাশক্তি বিশিষ্ট very intelligent.

**সুমেৰু** বি. পৃথিবীৰ উত্তৰ মুৰ the north pole, পুৰাণত বৰ্ণিত পৰ্ব্বত। সুমেৰু বৃত্ত উত্তৰ মেৰুৰ পৰা ২৩½ ডিগ্ৰি অংশৰ দূৰৰ কাল্পনিক ৰেখা Arctic Circle.

**সুম্পি** ( পু. অ. ) সঁপি, সমৰ্পণ কৰি।

**সুযশ** বি. সুনাম, সুখ্যাতি fame, reputation.

**সুযোগ** বি. সুচল, সুবিধা opportunity. সুযোগ্য অতি উপযুক্ত।

**সুযোধন** বিণ. দুৰ্য্যোধন।

**সুৰ** বি. গীতৰ জাত, স্বৰ musical note or tune.

**সুৰ** বি. দেৱতা, অমৰ a god, সূৰ্য্য the Sun. সুৰ গুৰু বি. বৃহস্পতি। সুৰথ বি. প্ৰাচীন কালৰ এজন ৰজাৰ নাম। সুৰনদী বি. গঙ্গা। সুৰপতি বি. দেৱতাৰ ৰজা ইন্দ্ৰ। সুৰপুৰি ইন্দ্ৰৰ নগৰ, অমৰাৱতী।

**সুৰ** সক. ধা. মাটিৰ পৰা দল, বন আদি জাবৰ গুচা to clear the land.

**সুৰ্‌সুৰা** অক. ধা. সুৰসুৰণি উঠ to feel itching sensation. সক. ধা. সুৰ্‌সুৰণি তোল। সুৰসুৰণি বি. অলপকৈ গাত হাত ফুৰালে বা নোম আদি কোমল বস্তুৰে লুৰফুৰালে হোৱা অসুখ।

**সুৰ সুৰীয়া** বিণ. কোনো ওজৰ, আপত্তি নকৰাকৈ কৰা pliable, ঠেক, কোনোমতে যাব পৰা narrow. সুৰ্‌সুৰ কৰে কোনো ওজৰ আপত্তি নকৰাকৈ, ক'তো বাধা নোপোৱাকৈ।

**সুৰঙ্গ** বিণ. সুন্দৰ ৰৰণৰ, বিচিত্ৰ ৰংযুক্ত। বি. মাটি, পানী বা পৰ্ব্বতৰ তলে তলে মাটিৰ ভিতৰে কাটি উলিওৱা বাট a tunnel.

**সুৰত** বি. ৰতি-ক্ৰীড়া, ৰমণ, সুখ।

**সুৰতি** বি. ৰতি, মৈথুন, ভালৰূপে কৰা ৰতি-ক্ৰিয়া।

**সুৰভি, সুৰভী** বি. কামধেনু, সৰহকৈ গাখীৰ ওলোৱা গাই গৰু।

**সুৰভি** বি. সুবাস, সুগন্ধ বস্তু। **সুৰভিত** বিণ. সুবাসিত।

**সুৰৰাজ** বি. সুৰপতি। **সুৰলোক** দেৱলোক, স্বৰ্গ। **সুৰবৈৰী** দেৱতাৰ শত্ৰু, অসুৰ।

**সুৰস** বিণ. মিঠা, সোৱাদ sweet, delicious, সুৰলা, মনোহৰ pleasant, charming. **সুৰসিক** বিণ. শ্ৰেষ্ঠ ৰসজ্ঞ।

**সুৰক্ষিত** বিণ. যত্নেৰে সচা বা ৰক্ষা কৰা, ভালকৈ ৰখা well-protected or preserved.

**সুৰা** বি. মদ, ফটিকা, লাওপানী wine, any spirituous liquor.

**সুৰাঙ্গনা** বি. দেৱতাৰ তিৰোতা, অপেশ্বৰা, স্বৰ্গৰ বেশ্যা the wife of a god, a nymph.

**সুৰাচাৰ্য্য** বি. দেৱতা বিলাকৰ গুৰু বা শিক্ষক, বৃহস্পতি।

**সুৰাপান** বি. মদ বা ফটিকা খোৱা কাৰ্য্য। **সুৰাপায়ী** মদপী, মদাহী addicted to wine.

**সুৰাৰি** বি. দেৱতাৰ শত্ৰু ৰাক্ষস, demon.

**সুৰালয়** বি. স্বৰ্গপুৰী heaven.

**সুৰাসাগৰ** বি. সপ্ত সাগৰৰ এটা সাগৰ, mythical ocean of wines.

**সুৰাসাৰ** বি. এলকোহল alcohol.

**সুৰাসুৰ** বি. সুৰ আৰু অসুৰবিলাক gods and demons. **সুৰাসুৰ কঁপা** ত্ৰিভুবন ভয়ত চমক খুৱা।

**সুৰী** বি. মদ ব্যৱসায়ী one dealing in wine.

**সুৰুক কৰে** ক্ৰি. বিণ. মনে মনে, সুত কৰে। **সুৰুকা মাৰ** মনে মনে গুচি যা। **সুৰুকীয়া** নিচেই ঠেক।

**সুৰুঙা** বি. জলঙা, সৰু ফুটা বা বিন্ধা a small hole.

**সুৰুচি** বিণ. মাৰ্জ্জিত ৰুচি সম্পন্ন।

**সুৰূপ** বি. ভাল ৰূপ বা গঢ় beautiful form. স্ত্ৰী. **সুৰূপা, সুৰূপিণী**।

**সুৰেন্দ্ৰ** বি. দেৱতাৰ ৰজা, ইন্দ্ৰ Indra.

**সুৰেশ্বৰ** বি. মহাদেৱ Siva, ইন্দ্ৰ Indra.

**সুৰেশ্বৰী** বি. দুৰ্গা, ভগৱতী, গঙ্গাদেৱী।

**সুৰ্ত্তি** বি. তত, ধৈৰ্য্য patience, আজৰি rest.

**সুলভ** বি. সহজে পোৱা, সস্তা easily obtainable, cheap. স্ত্ৰী. **সুলভা**।

**সুললিত** বিণ. সুকোমল, অতি মনোহৰ, ধুনীয়া handsome, pretty, মধুৰ, শুনিবলৈ ভাল melodious.

**সুলক্ষণ** বি. ভাল লক্ষণ good

omen, শৰীৰত থকা জন্মৰে শুভ লক্ষণসূচক চিন auspicious birth-mark on the body. **সুলক্ষণী** বি. ভাল লক্ষণ বা গুণ থকা তিকতা। **সুলক্ষণীয়া** শুভ লক্ষণ থকা।

**সুলোচন** বিণ. সুন্দৰ বা ধুনীয়া চকু থকা having good or beautiful eyes. স্ত্রী. **সুলোচনা, সুলোচনী**।

**সুৱগা** বি. খাৰৰ গুণ থকা আকৰত পোৱা এবিধ বগা বস্তু—ইয়াৰে সোণ গলাব পাৰি borax.

**সুৱদি** বিণ. অলপ সোৱাদ গুণ থকা sweetish.

**সুৱৰ্ণ** বি. সোণ, স্বৰ্ণ gold, **সুৱৰ্ণময়** বিণ. সোণেৰে গঢ়া made of gold.

**সুৱৰ্ণকাৰ** বি. সোণাৰী।

**সুৱৰ্ণ সুযোগ** বিণ. ভাল সুযোগ, উত্তম সুযোগ golden opportunity.

**সুৱলা** বিণ. মনোহৰ, শ্ৰুতিমধুৰ, সোৱাদ pleasing, sweet, charming.

**সুৱাগ** বি. আদৰ, স্নেহ, মৰম affection, love. **সুৱাগী** লাগী, গিৰিয়েকৰ প্ৰিয়, স্বামীৰ মৰম পোৱা beloved or favourite. বি. গিৰিয়েকৰ চেনেহ পোৱা ভাৰ্য্যা। **সুৱাগ চৰ** অধিক সৌভাগ্যশালী হ অধিক ধুনীয়া হ, অধিক চেনেহৰ পাত্ৰ হ।

**সুৱাগ তোলা, সুৱাগুৰি তোলা** কন্যা ঘৰলৈ যাত্ৰা কৰাৰ সময়ত দৰাৰ, আৰু দৰাই কন্যাৰ পদুলিৰ কলাগুৰি পালে কন্যাৰ ঘৰত পানী তুলি কৰা মঙ্গল অনুষ্ঠান।

**সুৱাগমণি ধান** বি. এবিধ শালি ধানৰ নাম a kind of paddy.

**সুশৰ্ম্মা** বি. প্ৰাচীন কালৰ এজন ৰজাৰ নাম।

**সুশাসন** বি. ভালকৈ শাসন কৰা কাৰ্য্য। বিণ. **সুশাসিত**।

**সুশিক্ষা** বি. উত্তম শিক্ষা। বিণ. **সুশিক্ষিত**।

**সুশীতল** বিণ. তৃপ্তিকৰ শীতল।

**সুশীল** বিণ. সচ্চৰিত্ৰ, নম্ৰ স্বভাৱৰ good natured. স্ত্রী. **সুশীলা**।

**সুশৃঙ্খল** বিণ. ভালকৈ শৃঙ্খল লগোৱা বা সজোৱা well-arranged, orderly. বি. **সুশৃঙ্খলা**।

**সুশোভন** বিণ. সুন্দৰ, মনোহৰ handsome. **সুশোভিত** বিণ. অতি শোভাযুক্ত।

**সুশ্ৰাব্য** বিণ. শুনিবলৈ ভাল, শুৱলা, শ্ৰুতিমধুৰ pleasing to hear.

**সুশ্ৰী** বিণ. বৰ শুৱনি, সুন্দৰ good-looking.

**সুশ্ৰীত** বি. প্ৰাচীন কালৰ এজন পণ্ডিতৰ নাম, এওঁ আয়ুৰ্বেদ ৰচনা কৰিছিল।

**সুষমা** বি. অতিশয় শোভা, লাৱণ্য

exquisite beauty, great luster. বিণ. সুষম।

**সুষুপ্ত** বিণ. গভীৰ নিদ্ৰামগ্ন। বি. সুষুপ্তি।

**সুষুম্না** বি. নাড়ী বিশেষ name of an artary.

**সুষেণ** বি. ৰামৰ ভক্ত এটা বান্দৰৰ নাম।

**সুষ্ঠু** বিণ. অতি সুন্দৰ, শ্ৰেষ্ঠ well, excellent, সঁচা true. বি. সৌষ্ঠব।

**সুসংহত** সম্পূৰ্ণ ভাবে ঘনীভূত।

**সুসজ্জিত** বিণ. উত্তমৰূপে ভূষিত বা সজ্জিত well-dressed, well decorated.

**সুসম্পন্ন** বিণ উত্তমৰূপে নিষ্পন্ন, অতিশয় সমৃদ্ধিশালী।

**সুসভ্য** বি. বৰ সভ্য।

**সুসাধ্য** বি. অনায়াসে বা অলপ পৰিশ্ৰমতে কৰিব পৰা practicable. বি. সুসাধ্যতা।

**সুস্থ** বিণ. ভাল থকা, স্বাস্থ্যবান, নিৰোগ healthy, free from illness. বি. সুস্থতা।

**সুস্থিৰ** বিণ. গহীন, গম্ভীৰ steady, firm, calm and quiet, নিশ্চিত settled.

**সুস্পষ্ট** বিণ. অত্যন্ত স্পষ্ট, সুপ্ৰকাশিত।

**সুস্বৰ** বিণ. মিঠা সুৰ sweet tune.

**সুস্বাদ** বি. উত্তম সোৱাদ good taste or flavour. **সুস্বাদু** অতি মিষ্ট, বৰ মিঠা very sweet, delicious.

**সুস্মিত** বি. সুন্দৰ মিচিকীয়া হাঁহি যুক্ত, স্ত্ৰী. সুস্মিতা।

**সুহাই** বি. বৰগীতৰ এটা ৰাগ। **সুহা** ( পৃ. অ. ) শোভা দি।

**সুহুৰি** বি. ওঁঠ চেপি ধৰি কৰা সু সু শব্দ a whistling sound. অক. ধা. সুহুৰিয়া, সুহুৰি মাৰ।

**সুহৃদ** বি. প্ৰিয় বন্ধু, সহৃদয় a friend. **সুহৃদ্ভেদ** বন্ধু বিচ্ছেদ, প্ৰীতি ভগা।

**সূচক** বিণ. বোধক, জ্ঞাপক indicating, informing. বি. টুটকীয়া a back-biter.

**সূচনা** বি. প্ৰস্তাৱনা, উত্থাপন, উল্লেখ an allusion, reference, proposal. **সূচিত** বিণ. জ্ঞাপিত, প্ৰকাশিত indicated.

**সূচা** সক. ধা. উনুকীয়া, প্ৰস্তাৱ কৰ to indicate, টোটক লগা to backbite. **সূচামাৰ** ক্ৰি. টোটক লগা।

**সূচা, সূচীয়া** বিণ. সুস্থ, নিৰোগী healthy.

**সূচি, সূচী** বি. বেজী a needle, জেওৰা বোৱা পথালী কাঘী। **সূচ্যগ্ৰ** বেজীৰ আগ, সেই পৰিমাণ। **সূচিশিল্প** বি. নানা বৰণীয়া সূতাৰে কৰা কাককাৰ্য্য।

**সূচীভেদ্য** অতি নিবিড়।

**সূচী, সূচীপত্ৰ** বি. নিৰ্ঘণ্ট, কিতাপৰ ভিতৰত লিখা কথাবোৰৰ তালিকা contents.

**সূত** বি. ক্ষত্ৰিয় পুৰুষৰ দ্বাৰা বামুণীৰ গৰ্ভত ওপজা মানুহ a man of mixed caste, ভাগৱত ব্যাখ্যা কৰা এজন মুনি।

**সূত** বি. বেত চাঁচি কৰা মিহি জৰী, লতাই গছ আদিত মেৰাই ধৰা আঁহ, নখৰ দাঁতিত ওলোৱা আঁহ।

**সূতলাহি** বি. যঁতৰত কাটি শলাত মেৰাই থোৱা সূতা a ball of thread.

**সূতা** বি. তুলা বা সেই নিচিনা বস্তু পতোৱা আঁহ a thread. **সূতা কাট** সূতা কৰ to spin. **সূতা তোল** বেজীৰে ফটা কাপোৰ বাত।

**সূতাৰ** বি. বাঢ়ৈ, কাঠ মিস্ত্ৰী a carpenter.

**সূতি** প্ৰসব।

**সূতিকা** নব প্ৰসূতা।

**সূতিকা গৃহ, সূতিকা ঘৰ** বি. প্ৰসব হোৱা তিৰোতা থকা ঘৰ।

**সূতিকা ৰোগ** বি. পোৱাতীৰ ৰোগ।

**সূত্ৰ** বি. সূতা, তুলা আদিৰ পকোৱা আঁহ a thread, দৰ্শন, ব্যাকৰণ আদি শাস্ত্ৰৰ সংক্ষেপ বাক্য an aphorism, ভাৱনাৰ প্ৰত্যেক দৰ্শনৰ আগতে তাৰ বিষয়ে সূত্ৰধাৰীয়ে কোৱা চমু বৰ্ণনা, কথাৰ তুং বা উৰা। **সূত্ৰকাৰ** সূত্ৰ ৰচয়িতা (বেদান্ত)।

**সূত্ৰধাৰ** বি. নাট্য প্ৰস্তাৱক, প্ৰধান নট ও সূত্ৰপ্ৰণয়নকৰ্ত্তা, শাস্ত্ৰাদিৰ সংক্ষিপ্ত বাক্য প্ৰণেতা।

**সূত্ৰধাৰী** বি. ভাৱনাৰ পৰিচালক, তেওঁ আৰম্ভণিতে আৰু ভাৱনাৰ মাজে মাজে সূত্ৰ গায় আৰু প্ৰত্যেক অংশৰ চমু বিৱৰণ দিয়ে the stage director and chief actor of an Assamese drama.

**সূত্ৰপাত** বি. কোনো কাৰ্য্যৰ আৰম্ভণ বা আয়োজন commencement of something.

**সূপকাৰ** বি. ৰান্ধনি a cook.

**সূৰ** বি. সূৰ্য্য, বেলি the sun.

**সূৰি** বি. সূৰ্য্য, কবি, পণ্ডিত। **সূৰী** বিণ. বিচক্ষণ, পণ্ডিত।

**সূৰ্প** বি. কুলা, চাউল আদি পৰিষ্কাৰ কৰা পাত্ৰ।

**সূৰ্পণখা** বি. ৰাৱণৰ ভনী।

**সুৰুয** বি. সূৰ্য্য, বেলি the sun.

**সূৰ্য্য** বি. বেলি, দিবাকৰ the sun. **সুৰুয কপালী, সূৰ্য্য কপাল** বেলি ওলোৱাৰ পৰা বেলি মাৰ যোৱালৈকে ধৰা মূৰৰ বিষ।

**সূৰ্য্যকান্ত** বি. এবিধ ৰঙা বৰণীয়া বাখৰ a kind of gem.

**সূৰ্য্যকান্তি** বি. এবিধ ফুল a kind of flower, সূৰ্য্যৰ পোহৰ sunshine.

**সূৰ্য্যখৰি দৈৱজ্ঞ** বি. দৰঙী বজাৰ আমোলৰ এজন কবি the name of poet.

**সূৰ্য্যগ্ৰহণ** বি. চন্দ্ৰৰ দ্বাৰা সূৰ্য্যৰ আচ্ছাদন solar eclipse.

**সূৰ্য্যবিপ্ৰ** বি. দৈৱজ্ঞ, গ্ৰহপূজক। **সূৰ্য্যমণ্ডল** সূৰ্য্যৰ চাৰিওফালে ঘেৰি থকা ঘূৰণীয়া ৰশ্মিৰ মেৰ।

**সূৰ্য্যমুখী** বি. সূৰ্য্যৰ ফাললৈ মুখ কৰি থকা এবিধ ফুল।

**সূৰ্য্যলোক** বি. সৌৰ জগত the solar region.

**সূৰ্য্যাস্ত** বেলি মাৰ যোৱা sun-set, গধূলি সময়।

**সূৰ্য্যোদয়** বেলি ওলোৱা sun-rise, বেলি ওলোৱা সময়।

**সূৰ্য্যোপাসনা** বি. সূৰ্য্যৰ অৰ্চ্চনা, সূৰ্য্যপূজা। বিণ. **সূৰ্য্যোপাসক**।

**সূক্ষ্ম** বিণ. অতি সৰু, বৰ মিহি, minute, very fine, তীক্ষ্ণ acute. **সূক্ষ্মতা** বি. নিচেই ক্ষুদ্ৰ বা মিহি অৱস্থা। **সূক্ষ্মদৰ্শিতা** বি. তীক্ষ্ণদৃষ্টি, কোনো বিষয়ৰ ভিতৰলৈ দকৈ সোমাই তাক ভালকৈ বুজিব পৰা গুণ। **সূক্ষ্মদৰ্শন** বি. পুঙ্খানুপুঙ্খৰূপে চোৱা minute observation or inspection. **সূক্ষ্মদৰ্শন-যন্ত্ৰ** অনুবীক্ষণ যন্ত্ৰ a microscope. **সূক্ষ্মদৰ্শী** বিণ. চোকা দৃষ্টি থকা, সূক্ষ্ম বিচাৰ কৰা keen-sighted, minute observer. **সূক্ষ্মদেহ** বি. পঞ্চ বায়ু, দশ ইন্দ্ৰিয়, মন আৰু বুদ্ধিৰ দ্বাৰা গঠিত শৰীৰ। বিণ. **সূক্ষ্মদেহী**। **সূক্ষ্ম বিচাৰ** বি. পুঙ্খানুপুঙ্খৰূপে কৰা বিচাৰ thorough investigation of a matter. **সূক্ষ্মবুদ্ধি** বি. চোকা বুদ্ধি বা জ্ঞান থকা। **সূক্ষ্মকোণ** বি. সমকোণতকৈ সৰু কোণ acute angle. বি. **সূক্ষ্মকোণী**।

**সৃজ** সক. ধা. সৃষ্টি কৰ, নিৰ্ম্মাণ কৰ, সাজ to make, to creat, to construct. কৃদ. বি. **সৃজন**। কৃদ. বিণ. **সৃজিত**। ক্রি. **সৃজন কৰ**।

**সৃজনী** বি. (স্ত্ৰী.) সৃষ্টি কৰিব পৰা (সৃজনী শক্তি)।

**সৃষ্ট** বিণ. নিৰ্ম্মিত, ৰচিত created, made. **সৃষ্টি** বি. নিৰ্ম্মাণ কৰা বা সজা কাৰ্য্য creation, জগৎ, বিশ্ব the world, the universe. **সৃষ্টিকৰ, সৃষ্টিকৰ্ত্তা** বি. সৃজন কৰোঁতা, পৰমেশ্বৰ the creator, God.

**সে** অব. হে, কেৱল, মাথোন only.

**সেই** (বিণ. সৰ্ব্ব.) আগত বা সমুখত থকা, ওপৰত কোৱা বা উল্লেখ কৰা that. **সেইদেখি** সেই কাৰণে therefore. **সেইয়া** সেইটো that.

**সেউজ** বি. কলপতীয়া বৰণ, কেঁচা ঘাঁহ বা গছ পাতৰ বৰণ the green colour. **সেউজীয়া** বিণ. কলপতীয়া green.

**সেউতী** বি. এবিধ ফুল a kind of flower.

**সেও** বি. জুইৰে বা তপত বস্তুৰে তাপ দিয়া কাৰ্য্য, সেক fomentation. ক্রি. **সেও দে, সেও ল**।

**সেও** বিণ. দোঁ খোৱা, বশ হোৱা bowed down, humbled, হেলনীয়া too slanting. ভাঁজ, দোঁখোৱা অৱস্থা a bend, a curve.

**সেওঁত, সেওঁতা** বি. নাৱত সোমোৱা পানী সিচা যতন a scoop.

**সেওঁতা** বি. মেলাই দুভাগ কৰা চুলিৰ মাজৰ ৰেখা।

**সেংসেঙীয়া** বিণ. চেঁচা, জেকা, উম নথকা not warm, having no warmth.

**সেক** সক. ধা. তাপ দে, সেও দে to foment, তাপ দি টান কৰ to roast, to toast. বি. বেদনা আদি গুচিবলৈ দিয়া তাপ fomentation.

**সেকা, সেকেটা** বি. বেয়া কামৰ প্রতিফলস্বৰূপে পোৱা কষ্ট, পোটক punishment brought on by one's misdeed, retaliation.

**সেঙেটা** বিণ. বৰ চেঁচা, অকণো উম নথকা very cold.

**সেচক** বি. ছটিয়াওঁতা, সিচোঁতা।

**সেচন** বি. ছটিওৱা বা সিচা কাৰ্য্য।

**সেতু** বি. সাঁকো, দলং a bridge.

**সেতুবন্ধ** বি. ভাৰতৰ দক্ষিণ মূৰৰ পৰা লঙ্কাদ্বীপলৈকে অবিচ্ছিন্ন ভাবে লাগী লগা পৰ্ব্বত শ্রেণী, a ridge of rocks extending from the southern extremity of the coromandal coast towards the island of Ceylon.

**সেতু** বি. এবিধ ধাতু a kind of metal.

**সেনা** বি. সৈন্য, ফৌজ, এজন চিপাহী বা পদাতিক an army, a common soldier. **সেনানী**। **সেনানিবাস** শিবিৰ, ছাউনি। **সেনানিবেশ** সৈন্য বিলাকৰ আবাস **সেনাধ্যক্ষ, সেনানী** বি. সেনাপতি। **সেনাপতি** সৈন্য চলাওঁতা the leader of an army. গুণ. বি. **সেনাপতিত্ব** সেনাপতিৰ পদ বা ক্ষমতা।

**সেন্দুৰ,** বি. 'সিন্দুৰ' চোৱা। **সেন্দুৰী, সেন্দুৰীয়া** সেন্দুৰৰ নিচিনা ৰঙা red as vermilion.

**সেপ** বি. মুখৰ ৰস spittle. ক্রি. **সেপঢোক** থুই গিল to swallow spittle.

**সেম্‌ৰতীয়া** বিণ. মৰাৰ লগত একে চিতাতে পুৰি মৰা মতা বা তিৰোতা।

**সেমসেমীয়া** বিণ. জেকা moist.

**সেমেক** অক. ধা. অলপ তিত, জেক to be damp or moist. **সেমেকা** বিণ. জেকা damp.

**সেমেনা সেমেনি** বি. লাজ বা অপমানত বিবৰ্ণ হৈ মুখ ইফাল সিফাল কৰা কাৰ্য্য the act of being abashed or confused.

**সেয়ে** সৰ্ব্ব. সেইটোৱেই, সেই মানুহেই that very person or thing. (অব্য) সেই কাৰণে।

**সেৰ** বি. চাৰি পোৱাৰ জোখ, আশী টকাৰ জোখ a seer or eighty tolas.

**সেৰসেৰীয়া** বিণ. পনীয়া, সেৰেকা, ৰস বেছি হোৱাত সোৱাদ নথকা tasteless from being excessively juicy, জেকা, চেঁচা damp, cold.

**সেৰা** বি. সিৰৰ নিচিনা গোটা আৰু দীঘলীয়া বস্তু a long slender and round thing, এচাৰি আদিৰ কোবৰ উঠঙা সাঁচ a raised mark left by a stripe. **সেৰা বান্ধ, সেৰা পাত** ক্রি. দীঘল উঠঙা সাঁচ বহ।

**সেৰা-খৰি** বি. গোটা-নফলা-ডাঙৰ খৰি। **সেৰীয়া** বিণ. এসেৰ ধৰা, এসেৰ গধুৰ holding or weighing one seer.

**সেৰুৱা** (তিকতা সেৰুৱা) বিণ. ভাৰ্য্যাৰ অতিশয় অনুৰক্ত, স্ত্রৈণ, তিৰোতাৰ বশ henpecked.

**সেৰেকা** বিণ. পনীয়া, পানীৰ ভাগ বেছি থকা watery, পানী বেছি হোৱাত সোৱাদ নথকা tasteless.

**সেৰেঙা** বিণ. পাতল, ঘনকৈ নোবোৱা, মাজে মাজে সুৰুঙা বা বিন্ধা থকা thin, not woven closely.

**সেৰেপা** বিণ. ভালকৈ পাক নোখোৱা not well twisted.

**সেৰেলা** বিণ. নিস্তেজ আৰু চেঁচা, উম নথকা bloodless and cold, having no warmth.

**সেলেকা, সেলেক-পেলেক** বিণ. আট নোখোৱা, ঢিলাকৈ বন্ধা not tight, loosely tied, টান কাম কৰিব নোৱৰা delicate.

**সেলেকা-দঁতা** বিণ. সেৰেঙা দাঁত থকা।

**সেলেঙি** বি. তামোলৰ বাগীৰ পৰা হোৱা মুখৰ আৰু চকুৰ ৰঙা বৰণ আৰু মূৰ ফুৰণি। ক্রি. **সেলেঙি লাগ**।

**সেলেপ** সক. ধা. নোচোবোৱাকৈ সেপ মিহলাই লাহে লাহে গিল। ক্রি. বিণ. **সেলেপি সেলেপি**।

**সেৱ** সক. ধা. সেৱা ভক্তি কৰ, উপাসনা কৰ to worship. বি. প্ৰণাম, বন্দনা, সেৱা worship, humble salutation. সক. ধা. ভোগ কৰ, উপভোগ কৰ to enjoy. **সেৱক** বি. উপাসক, ভৃত্য, আশ্ৰিত a worshipper, an attendant, a dependent, শিষ্য, ভক্ত a disciple. স্ত্রী. **সেৱিকা, সেৱকিনী, সেৱকী**।

**সেৱকীয়া** বিণ. উপাসক, আশ্ৰিত, শিষ্য। **সেৱন** বি. উপাসনা, আৰাধনা, ব্যৱহাৰ কৰা বা খোৱা কাৰ্য্য act of using, সম্ভোগ কৰা কাৰ্য্য act of enjoying. **সেৱনীয়** বিণ. আৰাধনা কৰিবলগীয়া, পূজনীয়, ব্যৱহাৰৰ যোগ্য, ভোজনীয়। কৃদ. বিণ. সেৱিত।

**সেৱা** বি. মূৰ দোঁৱাই কৰা সৎকাৰ, প্ৰণাম, নমস্কাৰ an humble salutation, পৰিচৰ্য্যা, আলপৈচান শুশ্ৰূষা, ভক্তি, পূজা service, homage, worship, সকাম বা দেৱতাৰ উপাসনা a religious ceremony. **সেৱা চুৰ কৰ** দেৱতাৰ আৰাধনাত ক্ৰটি কৰি দোষৰ ভাগী হ। **সেৱা চোৰ** দেৱতাক নভজা লোক। **সেৱা-শুশ্ৰূষা** ভক্তিৰে পৰিচৰ্য্যা, ভক্তিপূৰ্ণ-আলপৈচান।

**সেৱাশ্ৰম** বি. পৰিচৰ্য্যা গৃহ, অতিথিশালা inn.

**সেৱাইত** বি. সেৱক, পূজা-অৰ্চ্চনা কৰা মানুহ worshipper in general, দেৱোত্তৰ মাটি খাই দেৱতাৰ পূজা-অৰ্চ্চনাত সহায় কৰা প্ৰজা a tenant of a Devottar land.

**সেৱিত** কৃদ. বিণ. পূজিত, আৰাধিত worshipped, served.

**সেব্য** বিণ. পূজনীয়, সেৱাৰ যোগ্য, সেৱন বা আহাৰ কৰিবলগীয়া।

**সেহা** অক. ধা. জন্তু বস্তুৰ পোৱণি গুচাবলৈ মুখ মেলি 'সা সা' কৰি উশাহ ল to breathe hard. **সেহাই ক** বা মাত দুৰ্ব্বলতাৰ কাৰণে সেহাই সেহাই কথা ক। **সেহাই কোঁপাই** খৰকৈ উশাহ লৈ আৰু ব্যস্ত হৈ panting.

**সেহি** ( পু. অ. ) সৰ্ব্ব. সেইটো।

**সৈ** বি. দোষ স্বীকাৰ কৰা কাৰ্য্য, দোষ গাত লোৱা কাৰ্য্য confession. **সৈ কাঢ়, সৈ ল** দোষ স্বীকাৰ কৰ to confess.

**সৈতে** অব্যয়. সহিতে, একে লগে with, in company with.

**সৈনিক** বিণ. সেনা সম্বন্ধীয়, ৰণুৱা বিষয়ক relating to or connected with an army, যোদ্ধা soldier.

**সৈন্ধৱ** বি. সমুদ্ৰজাত নিমখ, আকৰত হোৱা এবিধ ডুখৰীয়া লোণ, সন্ধ্যক rock salt.

**সৈন্য** বি. সেনা, যুঁজাৰু a soldier, ফৌজ, সেনাদল an army.

**সৈন্য সামন্ত** সেনা, সেনাপতি আদি সকলো যুঁজাৰু। **সৈন্যাধ্যক্ষ** সৈন্যৰ অধ্যক্ষ, সেনাপতি a general.

**সৈমান** বিণ. মান্তি, সন্মত agreed.

**সৈমান** বিণ. সহিষ্ণু, সহনশীল for bearing, revengeless.

**সৈয়া** বি. খেলৰ ভাগী a partner in a game.

**সৈয়া** বিণ. খুন্দা সহিব পৰা, টান hard, not easily brittle. **সাত বিছুৰ সৈয়া কণী** বহু দুঃখ কষ্ট সহিব পৰা লোক।

**সৈয়িন্দ্রী, সৈৰিন্ধ্রী** বি. যি তিৰোতাই পৰৰ ঘৰত স্বাধীন ভাৱে শিল্পাদিৰ দ্বাৰা জীৱিকা নির্ব্বাহ কৰে।

**সো** সর্ব্ব. সি, তেওঁ, সেই।

**সোঁ** বি.গাৰ দক্ষিণ ফাল the right as opposed to the left. বিণ. সমান (সোঁমাজ) equal on both sides. **সোঁ-আধি** সমানে আধা ভাগ, আধি exactly half.

**সোঁচৰ** অক. ধা. এজনৰ গাৰ পৰা গৈ আন এজনক ধৰ to pass from one to another. **সোঁচৰা** সক. ধা. এজনৰ গাৰ পৰা আন এজনৰ গালৈ পঠিয়া। বিণ. এজনৰ গাৰ পৰা আন এজনৰ গালৈ যোৱা, সংক্রামক infectious, contagious.

**সোঁ জোনে** ক্রি. বিণ. জোনৰ পোহৰ সম্পূর্ণৰূপে পৰি থাকোঁতে under bright moonlight.

**সোঁত** (অনু. শব্দ) নাকৰ পৰা শেঙুন চুঁচি উলিয়াওতে হোৱাৰ নিচিনা শব্দ। ক্রি. **সোঁত সোঁতা**।

**সোঁত** বি. পানীৰ গতি, স্রোত a current.

**সোঁতা** বি. নৈৰ শাখা বা ঠেঙুলি, সুঁতি a stream, a branch of a river.

**সোঁপাক** বি. সোঁহাতৰ ফালে দিয়া পাক। বিণ. **সোঁপকীয়া** সোঁ ফাললৈ ঘূৰা। **সোঁপাকে** সোঁ-ফাললৈ ঘূৰাই। **সোঁফলীয়া** সোঁ হাতৰ। **সোঁ-বয়স** আদ বয়স। **সোঁ-মাজ** ঠিক মাজ।

**সোঁৱৰ** সক. ধা. সুমৰ, স্মৰণ কৰ to recollect, to remember. বি. **সোঁৱৰণ** আকৌ মনত পেলোৱা recollection.

**সোঁৱৰণী** বি. পাছত মনত পৰিবলৈ কোনো কথা লিখি থোৱা কাকত a memorandum, কোনো কথা মনত পেলাই দিবলৈ লিখা চিঠি a reminder, কোষ্ঠী, জন্মপত্রিকা a horoscope, স্মৃতিচিহ্ন a token of remembrance, a memorial. বিণ. কোনো কথা বা কার্য্য স্মৰণ কৰিবৰ অৰ্থে কৰা memorial.

**সোঁৱৰা** সক. ধা. স্মৰণ কৰা, আকৌ মনত পেলাই দে to remind.

**সোঁৱালু** বি. এবিধ গছ a kind of tree.

**সোঁৱাহ** বি. কোনো বিষয়ত বিচাৰ কৰি দিয়া মত, সিদ্ধান্ত decision. সক. ধা. **সোঁৱাহ কৰ** সিদ্ধান্ত কৰ।

**সোঁ শৰীৰে, সোঁ শৰীৰেৰে** ক্রি. বিণ. নিজ দেহাৰে সৈতে।

**সোজা, সোঝা** বিণ. সৰল, পোন straight.

**সোণ** বি. স্বৰ্ণ gold. **সোণ কমা** নৈৰ বালি ধুই তাৰ লগত থকা সোণ বাছি ল to wash sand for gold. **সোণ খতা** আন ধাতুৰ অলঙ্কাৰ বা বস্তুৰ ওপৰত সোণৰ পানী বা পাত খুওৱা। বিণ. **সোণ-খতোৱা**। **সোণ পানী** তাপ দি পমাই পানী কৰা সোণ melted gold. **সোণ পানী চৰা** সোণৰ পানী সাঁন, গিলটি কৰ to gild.

**সোণগুঁই** বি. এবিধ সৰু জাতিৰ গুঁই।

**সোণ্ তৰা** বি. সুমথিৰা টেঙা, কমলা টেঙা an orange.

**সোণ পৰুৱা** বি. এবিধ সৰু সোণ বৰণীয়া পৰুৱা a kind of insect of golden colour.

**সোণ বৰিয়াল** বি. ঔষধত লগা এবিধ সৰু গছ a kind of medicinal plant.

**সোণ সেৰীয়া** বিণ. একসেৰ সোণৰ মূল্যৰ সমান দামী, মূল্যবান valuable.

**সোণৰ সোলেং** বি. বহুমূলীয়া বস্তু a supposed precious thing.

**সোণা** বি. সোণ gold.

**সোণা, সোণাই** বি. অতি মৰমৰ মাত, চেনেহী a term of endearment, a beloved one.

**সোণাপুৰ** বি. সুন্দৰ বা ধুনীয়া ঠাই, সুখৰ ঠাই a place of abundance and happiness.

**সোণামুখী** বি. এবিধ সৰু সৰু পাতেৰে গছ, তাৰ পাত সিজাই খালে শৌচ খোলোচা হয় a kind of medicinal herb.

**সোণামুৱা** বিণ. প্রিয়, মৰম লগা having a lovely face, beloved. স্ত্রী. **সোণামুঈ**।

**সোণাৰি** বি. স্বৰ্ণকাৰ, সোণৰ অলঙ্কাৰ আদি বস্তু গঢ়া মানুহ a goldsmith. **সোণাৰি গঢ়ী** সোণাৰিয়ে গঢ়াৰ দৰে ধুনীয়া দেখিবলৈ ভাল good looking, beautiful.

**সোণাৰু** বি. এবিধ বনৰীয়া সুকাঠি গছ।

**সোণালী** বিণ. সোণ বৰণীয়া, সোণৰ নিচিনা বহুমূলীয়া gold-coloured, golden.

**সোণোৱাল** বি. বালি ধুই সোণ উলিওৱা মানুহ a gold-washer.

**সোণোৱালী** বিণ. সোণৰ বন কৰা, সোণৰ ফুল বছা ornamented with gold.

**সোতা** বি. ধাৰলৈ নিয়া ধনৰ বাবে বন্ধক থোৱা বস্তু pawn, a pledge.

**সোদৰ** বিণ. সহোদৰ, একনী মাকৰ গর্ভজাত born of the same mother. বি. একে মাকৰ পৰা ওপজা ভাই ককাই brother by the same mother. স্ত্রী. **সোদৰা**।

**সোধ** সক. ধা. প্রশ্ন কৰ, জিজ্ঞাসা কৰ to question, to ask, মীমাংসা কৰ to enquire into, অতিথি সৎকাৰ কৰ to receive a guest. বি. বিচাৰ, অনুসন্ধান enquiry, investigation. কর্তা. **সোধোঁতা**। স্ত্রী. **সোঁধতী**। **সোধন** বি. সোধা কার্য্য। **সোধ কৰ** ক্রি. বিচাৰ কৰ।

**সোধ-পোছ, সোধপোছা** বি. বিচাৰ, অনুসন্ধান, অতিথি সৎকাৰ enquiry, investigation, hospitality to a guest. বি. **সোধন পোছন** পৰিচর্য্যা।

**সোধা** সক. ধা. আনৰ দ্বাৰা প্রশ্ন বা জিজ্ঞাসা কৰা to cause to be asked or questioned.

**সোধাৰু** বি. বিচাৰ কর্তা, সোধকর্ত্তা an investigator, a judge.

**সোনকাল** বি. ৰাতিপুৱা, প্রভাত morning time; শীঘ্রতা, বেগাবেগি haste, quickness. বিণ. শীঘ্র early. ক্রি. বিণ. **সোনকালে**।

**সোন্দা, সোন্দাকল** বি. একজাতি সুগন্ধি কল a kind of plantain.

**সোপস্থূপীয়া** বিণ. কোমল, মোহাৰিলে সোপা হোৱা soft like cotton, spongy.

**সোপা** বি. কিছুমান বস্তুৰ সমূহ নাইবা একেলগে থকা কিছু সৰহীয়া বস্তু যেনে জাবৰ সোপা, বোকা সোপা, কাপোৰ সোপা a mass, a lump, a lot; কোনো বস্তুৰে পাত্রৰ মুখত দিয়া ঠিলা a cork, কোনো কথা ব্যক্ত নকৰিবলৈ দিয়া ভেঁটি hushmoney.

**সোপামাৰ** লবক ফৰক কৈ বা অসম্পূর্ণৰূপে কৰ। বিণ. **সোপামৰা**।

**সোপাঢিলা** টান কাম কৰিব নোৱৰা, ঢিলা কামত মন দি নলগা।

**সোপান** বি. খটখটী, জখলা a staircase, a leader.

**সোপাসোপ** বিণ. অনেক সোপা কৰা বা হোৱা divided into many masses. ক্রি. বিণ. **সোপাসোপে**।

**সোপোকা** বিণ. তুলা একসোপাৰ দৰে কোমল আৰু টেপা মাৰিলে বহি যোৱা কিন্তু নভগা নিছিগা flabby, spongy.

**সোপোৰা** বিণ. শোটোৰা, টোটোৰা wrinkled, contracted. বি. ক্ষীণাই ভিতৰ শুদা হোৱাত কোঁচ খোৱা ছাল a wrinkle. **সোপোৰা**

**সোপোৰ** শোটোৰা শোটোৰ, টৌটোৰা পৰা।

**সোভৰি** বি. গাঁৱলীয়া মেলত গোচৰীয়া আৰু পদকীয়াৰ পৰা মেল সোধাৰ বাবে লোৱা ধন।

**সোম** বি. চন্দ্ৰ, জোন the moon, অষ্টবসুৰ এজন বসু। **সোমবাৰ** বি. সপ্তাহৰ দ্বিতীয় দিন, the second day of a week, Monday. **সোমবৰীয়া** বিণ. সোম বাৰে জন্মা, সোমবাৰ সম্বন্ধীয় **সোম পান** বি. যজ্ঞত সোম ৰস পান কৰা ক্ৰিয়া the act of drinking the soma rasa. **সোমৰস** বৈদিক যুগত দেৱতাৰ পূজাত দিয়া আৰু ঋষি সকলে পান কৰা এবিধ গছৰ ৰস। **সোমতীৰ্থ** বি. প্ৰভাস তীৰ্থ। **সোমনাথ** মহাদেৱ, শিৱ Mahadeva.

**সোমা** অক. ধা. প্ৰবেশ কৰ, ভিতৰলৈ যা to enter into. বি **সোমাওঁতা**। স্ত্ৰী. **সোমাতী**।

**সোৰসোৰণি** বি. অলপ অলপকৈ কন্দাৰ শব্দ a low cry. **সোৰ-সোৰা** সকসক শব্দ কৰি কান্দ। বিণ. **সোৰসুৰীয়া, সোৰ্ সোৰ্ কৰে** ক্ৰি. বিণ. একেবাহে in a stream.

**সোৰা** বি. চোক নথকা, মুখত নধৰা, সেৰেকা not sharp, blunt, mild to the taste.

**সোৰোপা** 'সৰপা' চোৱা।

**সোলক** অক. ধা. গাঠি মুকলি হ, লাগি থকা ঠাইৰ পৰা এৰা to be unfastened, to be loose.

**সোলা** বিণ. দাঁত নথকা, দাঁত সৰা toothless. স্ত্ৰী. **সুলী**।

**সোলং সোলেং** বি. এবিধ বৰ উগ্ৰ টেঙা ফল a kind of acid fruit. **সোলেং শাক** এবিধ শাক।

**সোলোকা** সক. ধা. বান্ধ মুকলি কৰ, গাঁঠি মেল untie, to loose. বিণ. বান্ধ নথকা, মুকলি বা ঢিলা হোৱা। **সোলোক ঢোলোক** ভালকৈ খাই নধৰা, ঢিলা loose, slack.

**সোৱাই সোৱাই** ক্ৰি. বিণ. সহিব পৰাকৈ, লাহে লাহে slowly and without giving pain.

**সোৱাদ** বি. জুতি, জিভাৰে অনুভৱ কৰিব পৰা গুণ, মিষ্টতা taste, flavour, sweetness. বিণ. ইন্দ্ৰিয়ক সুখ দিয়া, মিঠা মধুৰ, sweet, delicious, pleasant.

**সো সো** বি. প্ৰবল বেগেৰে চলা বতাহৰ শব্দ। **সোসোৱা** অক. ধা. সো সো শব্দ কৰ। বি. **সোসোৱনি** ক্ৰি. বিণ. **সো সো কৰে, সোসোৱাই**।

**সোহাই** ক্ৰি. বিণ. ব্যগ্ৰ হৈ, বেগেৰে with haste and impatience.

**সোহাগ** বি. আদৰ স্নেহ (সৌজন্য)।

**সোহি** ( পু. অ. ) ( সর্ব্ব ) সেই।

**সৌ** ( বিণ. সর্ব্বনাম ) চকুৰে দেখা কিন্তু অলপ দূৰত থকা yon, yonder.

**সৌকর্য্য** বি. সুকলমে কৰিব পৰা গুণ, সুসাধ্যতা facility, feasibility.

**সৌকা** বি. মানুহে লাখুটি কৰা এবিধ বেত a variety of ratan, সৌকা, বেঁতৰ লাখুটি a driving or walking stick of ratan. **সৌকামেল** চোৰ বা চোৰে নিয়া বস্তু উলিয়াবলৈ মন্ত্ৰেৰে জৰা সৌকা ধৰা মানুহ পঠিয়া। **সৌকা-গম** এবিধ বিষাল সাপ।

**সৌকুমার্য্য** বি. কোমলতা, লালিত্য।

**সৌজন্য** বি. ভদ্ৰতা, শিষ্টাচাৰ civility, courtesy, দয়া, বদান্যতা kindness, generosity.

**সৌদামিনী** বি. বিজুলী, বিদ্যুলী lightning.

**সৌধ** বি. অট্টালিকা, প্ৰাসাদ palace or mansion.

**সৌনক** বিণ. বুদ্ধিমান, চোকা, চতুৰ intelligent, sharp. বি. এজন ঋষিৰ নাম a sage.

**সৌন্দর্য্য** বি. শোভা, সুন্দৰৰ ভাৱ, ভুৱনি beauty, splendour. বিণ, **সৌন্দর্য্যশালী**। স্ত্ৰী. **সৌন্দর্য্যশালিনী**।

**সৌভাগিনেয়** বি. সৌভাগ্যৱতীৰ পুত্ৰ।

**সৌভাগ্য** বি. সুভাগ্য, শুভদশা good fourtune.

**সৌমাৰ** বি. অসমৰ পুৰণি বিভাগৰ এভাগ, বৰ্ত্তমান লক্ষীমপুৰ আৰু শিৱসাগৰ জিলা a division of ancient Assam. **সৌমাৰপীঠ** সৌমাৰ দেশ।

**সৌমিত্ৰি** বি. সুমিত্ৰা পুত্ৰ লক্ষ্মণ।

**সৌম্য** বিণ. শান্ত, শিষ্ট, ধীৰ, সুদৃশ্য gentle, lovely, handsome, pleasing. বি. **সৌম্যতা**।

**সৌৰ** বি. সূৰ্য্য সম্বন্ধীয় solar, সূৰ্য্য মণ্ডলৰ ভিতৰ। **সৌৰ জগত** সূৰ্য্য আৰু চাৰিওফালৰ গ্ৰহ উপগ্ৰহাদিৰ লোক, সূৰ্য্য মণ্ডল the solar system.

**সৌৰভ** বি. ভাল গোন্ধ, সুঘ্ৰাণ fragrance.

**সৌৰি** বি. যম, শনি।

**সৌৰাষ্ট্ৰ** বি. পশ্চিম ভাৰতৰ এখন প্ৰদেশৰ নাম।

**সৌৱা** ( বিণ. সৰ্ব্ব. ) চকুৰে দেখা কিন্তু অলপ দূৰৈত থকা yonder.

**সৌষ্ঠৱ** বি. সুগঠন, সৌন্দৰ্য্য, উৎকৰ্ষ excellence, beauty, superior beauty.

**সৌহাৰ্দ্দ্য, সৌহাৰ্দ্দ, সৌহৃদ্য** বি-

বন্ধুতা, মিত্রতা, প্রণয় friendship, affection.

**স্কন্ধ** বি. কান, স্কন্ধ shoulder, ভাগবত শাস্ত্ৰৰ একোটা ভাগ।

**স্কুল** বি. বিদ্যালয়, পঢ়াশালি, school.

**স্কন্দ** বি. গজাল বিশেষ।

**স্খলন** বি. সৰি পৰা, পতন act of falling down. **স্খলিত** বিণ. পতিত, পিছলি পৰা fallen, slipped, লৰচৰ হোৱা unsteady.

**স্তন** বি. মাইকী মানুহৰ পিয়াহ, পয়োধৰ breast. **স্তনপান** পিয়াহ খোৱা কাৰ্য্য act of sucking milk from the breast. **স্তন্য** মাতৃ দুগ্ধ, স্তন দুগ্ধ mother's milk.

**স্তন্যপায়ী** বিণ. কেঁচুৱা, দুগ্ধপোষ্য sucking. বি. পোৱালিক পিয়াহ খুৱাই ডাঙৰ কৰা জন্তু a mammal.

**স্তব্ধ** বিণ. স্তম্ভিত, অবশ, লৰচৰ কৰিব নোৱৰা, ৰুদ্ধ paralyzed, amazed, stiff, shut. **স্তব্ধীভূত** বিণ. স্তব্ধ হোৱা।

**স্তম্ভ** বি. ইটা শিল বা কাঠ আদিৰ খুঁটা a post, a pillar, জড়তা stiffness. **স্তম্ভন** বি. লৰচৰ কৰিব নোৱৰা কাৰ্য্য stiffness. বিণ. **স্তম্ভিত** বিস্ময়াদিৰ কাৰণে স্তব্ধ হোৱা astounded.

**স্তৰ** বি. তৰপ, খলপা a stratum, a layer.

**স্তব** বি. স্তুতি প্ৰাৰ্থনা, মাহাত্ম্য কীৰ্ত্তন prayer to a god, praise.

**স্তবক** গুচ্ছ, সমূহ।

**স্তাৱক** বি. স্তব বা স্তুতি কৰোঁতা one who praises.

**স্তিমিত** নিশ্চল, বাধাপ্ৰাপ্ত।

**স্তুতি** বি. স্তব, গুণ গোৱা বা মহিমা কীৰ্ত্তন কৰা কাৰ্য্য a hymn, praise. **স্তুতিবাদ** প্ৰশংসাবাক্য eulogism.

**স্তূপ** বি. বস্তুৰ থুপ বা দ'ম a heap.

**স্তোত্ৰ** বি. স্তব, স্তুতি a hymn, prayer to a god. **স্তোতা** স্তুতি কৰোঁতা।

**স্ত্ৰী** বি. নাৰী, তিৰুতা a woman a female. পত্নী, ভাৰ্য্যা a wife. **স্ত্ৰী অপহৰণ** কৃদ. বি. আনৰ তিৰোতাক প্ৰতাৰণাৰ আশ্ৰয় লৈ হৰণ কৰা কাৰ্য্য। **স্ত্ৰী-আচাৰ** বিয়াত তিৰুতা সকলে কৰা মাঙ্গলিক অনুষ্ঠান। **স্ত্ৰীচিহ্ন** যোনি the female organ. **স্ত্ৰীজিত** বিণ. তিৰুতা সেকুৱা, তিৰুতাৰ অধীন henpecked. **স্ত্ৰীত্ব** তিৰুতা প্ৰকৃতি। **স্ত্ৰীধন** বি. তিৰুতাৰ নিজৰ সম্পত্তি। **স্ত্ৰীধৰ্ম্ম** বি. ঋতু, পতিব্ৰতা ধৰ্ম্ম। **স্ত্ৰীপৰায়ণ** বিণ. তিৰোতাত ৰত। **স্ত্ৰীবধ** বি. তিৰোতাক হত্যা কৰা কাৰ্য্য the murder of a woman. **স্ত্ৰীবধী** বি. তিৰোতাক

যিয়ে বধ কৰে a murderer of woman. স্ত্ৰীবৈৰী বি. আনৰ তিৰোতাক হৰণ কৰোঁতা বা বধ কৰোঁতা the murderer or seducer of one's wife. স্ত্ৰীৰত্ন বি. ৰূপৱতী আৰু গুণৱতী ভাৰ্য্যা। স্ত্ৰীলিঙ্গ বি. ব্যাকৰণগত স্ত্ৰীবাচক শব্দ feminine gender. স্ত্ৰীবশ বিণ. তিৰোতাৰ অধীন। স্ত্ৰীসঙ্গ, স্ত্ৰীসংসৰ্গ, স্ত্ৰীসম্ভোগ বি. সহবাস, তিৰোতাৰ সৈতে শৃঙ্গাৰ কৰা কাৰ্য্য, intercourse with woman. স্ত্ৰীহৰণ কৃদ. বি. প্ৰতাৰণা কৰি তিৰোতা নিয়া কাৰ্য্য, ছলে-বলে তিৰোতাৰ সতীত্ব নষ্ট কৰা কাৰ্য্য the abduction of a woman. স্ত্ৰীসুলভ নাৰী স্বভাৱসিদ্ধ, তিকতাৰ স্বভাৱজাত natural or usual with a woman.

স্ত্ৰৈণ বিণ. তিকতা সেকৰা, পত্নীৰ বশীভূত henpecked, মাইকীৰ গুণমুগ্ধ feminine. বি. স্ত্ৰৈণতা।

স্থগিত বিণ. পাছত কৰিবলৈ থোৱা, নকৰি বন্ধ ৰখা suspended, postponed.

স্থণ্ডিল বি. যজ্ঞৰ কাৰণে বেদী।

স্থপতি বি. গৃহ নিৰ্ম্মাতা architect.

স্থপতি বিদ্যা বি. ৰাজমিস্ত্ৰীৰ কাম, শিল বা ইটাৰে ঘৰ আদি সজা বিদ্যা, masonry-work, architect. বি. স্থাপত্য স্থপতিৰ কাম architecture.

স্থবিৰ বিণ. বৰ বুঢ়া, অতি বৃদ্ধ very old, aged. বি. স্থবিৰতা।

স্থল বি. ঠাই, স্থান, মাটি a place, ground. স্থলচৰ বিণ. মাটিত বাস কৰা terrene, living or moving on land. বি. মাটিত থকা জন্তু। স্থলপদ্ম বি. এবিধ ফুল। স্থলবিশেষে ক্ৰি. বিণ. বিশেষ ঠাইত বা অৱস্থাত। স্থলাভিষিক্ত বি. উত্তৰাধিকাৰী an heir, প্ৰতিনিধি a representative.

স্থান বি. ঠাই, য'ত কোনো বস্তু থাকে place, locality. স্থান-স্থিতি বি. থান-থিত। স্থানান্তৰ আইন ঠাই, অপৰ স্থান another place. স্থানান্তৰ কৰ আইন ঠাইলৈ নে। স্থানান্তৰিত বিণ. আইন ঠাইলৈ নিয়া removed or gone to another place. স্থানাভাৱ বি. স্থানৰ অভাৱ want of space. স্থানীয় বিণ. স্থান সম্বন্ধীয়, কোনো এঠাইৰ local, ঠাই দিবৰ যোগ্য suitable to a place. স্থাতব্য থাকিবৰ যোগ্য।

স্থাপ্ সক. ধা. স্থাপন কৰ, পাত to place, to establish. স্থাপন বি. পতা কাৰ্য্য act of establishing. স্থাপক বি. পাতোঁতা establisher. স্থাপিত বিণ. প্ৰতিষ্ঠিত, পতা established.

স্থাপত্য স্থপতিৰ কাম।

স্থায়িত্ব, স্থায়িতা বি. থিতাপি,

অনেকদিন কোনো পদ বা ঠাইত থকা অৱস্থা permanency, continuance in one place or situation.

**স্থায়ী** বিণ. বহুকলীয়া, বহুতদিনলৈকে একেদৰে থকা, নিগাজী lasting, permanent.

**স্থায়ীভাব** কাব্যৰ প্ৰধান বিষয়ৰ দ্বাৰা পাঠক বা শ্ৰোতাৰ অন্তৰত যি ভাব স্থায়ীভাবে ৰৈ যায়।

**স্থাৱৰ** বিণ. একেঠাইতে স্থিৰে থকা, অচল, স্থানান্তৰিত কৰিব নোৱৰা immovable.

**স্থিত** বিণ. অৱস্থিতি কৰা, থকা staying, fixed.

**স্থিতপ্ৰজ্ঞ** বি. যিজনে বিষয় বাসনা এৰি আত্মাৰ চিন্তাতে মগ্ন থাকে। যি সুখত সুখ বোধ নকৰে আৰু দুখত দুখী নহয়।

**স্থিতাপি** বিণ. স্থায়ী, চিৰস্থায়ী, নিগাজী fixed, permanent. বি. একেঠাইতে অনেকদিন থকা অৱস্থা permanency.

**স্থিতি** বি. অৱস্থান, থকা বা বাস কৰা কাৰ্য্য position, residence, act of staying. **স্থিতিস্থাপক** বাক টানিলে দীঘল হয় এৰিদিলে আকৌ আগৰ অৱস্থা পায় elastic. বি. **স্থিতিস্থাপকতা** elasticity.

**স্থিৰ** বিণ. অলৰ, গহীন, গম্ভীৰ, নিশ্চিত firm, fixed, steady, settled. **স্থিৰকৃত** নিশ্চয় কৰা, ঠিক কৰা established, ascertained. **স্থিৰতৰ** কোনো এটাতকৈ অধিক স্থিৰ। **স্থিৰতা** নিশ্চয়তা, সঠিকতা certainty.

**স্থিৰ নিশ্চয়** দৃঢ় সংকল্প।

**স্থিৰে, স্থিৰভাৱে** ক্ৰি. বিণ. স্থিৰ হৈ, লৰচৰ নকৰাকৈ steadily. **স্থিৰ-জুৰ** বিণ. শান্ত, সুস্থিৰ calm and quiet.

**স্থূল** বিণ. শকত, পুষ্ট, মোটা fat, bulky, ভোতা blunt. বি. **স্থূলতা, স্থূলদেহ** পঞ্চভূতেৰে সজা শৰীৰ the material body. **স্থূলকোণ** বৃহৎ কোণ obtuse angle.

**স্থৈৰ্য্য** বি. স্থিৰতা, ধীৰ বা গহীন গুণ firmness, steadiness.

**স্নাতক** বি. ব্ৰহ্মচৰ্য্যৰ অন্তত স্নান কৰি যি গৃহস্থাশ্ৰমত প্ৰৱেশ কৰে a disciple just returned from the house of his preceptor and become an initiated house holder (গৃহস্থ), **স্নাতকোত্তৰ শ্ৰেণী** গ্ৰেজুৱেট হোৱাৰ পাছত পঢ়া শ্ৰেণী post-graduate class.

**স্নান** বি. গা ধোৱা কাৰ্য্য act of bathing. বিণ. **স্নানীয়**।

**স্নায়ৱিক** বিণ. স্নায়ু বা গাৰ শিৰ সম্বন্ধীয় nervous.

**স্নায়ু** বি. শৰীৰৰ শিৰ, নাড়ী a

tendon, sinew. স্নায়ুমণ্ডলী সিৰ সমূহ nervous system.

স্নিগ্ধ বিণ. মিহি, কোমল, তেলৰ নিচিনা পিছল, শীতল smooth. oily, cool. বি. স্নিগ্ধতা।

স্নেহ বি. ভাল পোৱা, প্রীতি, মৰম tenderness, love, affection, গাৰ পৰা ওলোৱা ৰস humour. স্নেহদ্রব্য বি. তেল্‌তেলীয়া বা তেলৰদৰে পিছল বস্তু, an oily substance. স্নেহপাত্র, স্নেহভাজন, স্নেহাস্পদ বি. চেনেহৰ পাত্র, মৰমৰ পাত্র। স্নেহময় বিণ. মৰমিয়াল। স্ত্রী. স্নেহময়ী। স্নেহান্বিত বিণ. মৰমিয়াল, চেনেহ থকা affectionate.

স্পন্দন বি. শৰীৰৰ অঙ্গ লৰণ act of throbbing. বিণ. স্পন্দিত।

স্পর্দ্ধা বি. দুঃসাহস, অইনক পৰাজয় কৰিবৰ নাইবা দুঃসাধ্য কাম কৰিবৰ ইচ্ছা, দর্প impudence. বিণ. স্পর্দ্ধিত।

স্পর্শ বি. ছোৱা কার্য্য touch, contact. বিণ. স্পর্শন। বিণ. স্পর্শনীয় ছুবৰ যোগ্য, ছুবলগীয়া। স্পর্শক্রামী যি স্পর্শৰ দ্বাৰা সংক্রামিত হয়, contagious. স্পর্শবর্ণ ক-ৰ পৰা ম-লৈকে পঁচিশটা আখৰ। স্পর্শমণি, পৰশমণি বি. এবিধ কল্পিত শিল যাৰে ছুলে সকলো বস্তু সোণ হয় the philosopher's stone.

স্পর্শেন্দ্রিয় যি ইন্দ্রিয়ৰ দ্বাৰা স্পর্শ কৰাৰ বোধ হয়, ত্বক বা ছাল।

স্পষ্ট বিণ. পৰিষ্কাৰ, ব্যক্ত, ফটফটীয়া, খোলাখুলি clear, distinct, evident, plain. স্পষ্টবাদী সৰল বা অকপট ভাবে কথা কোৱা out spoken. বি. স্পষ্টবাদিতা। স্পষ্টাক্ষৰে ক্রি. বিণ. ভাঙি-পাতি, বুজিব পৰাকৈ। স্পিৰিট সুৰাসাৰ, উদ্যম। স্প্রিং স্থিতিস্থাপক, ইস্পাত আদিৰ কুণ্ডলী থকা তাৰ।

স্পৃশ্য বিণ. স্পর্শ যোগ্য touchable.

স্পৃহা বি. বাঞ্ছা, পাবলৈ ইচ্ছা a desire, longing. স্পৃহণীয় বাঞ্ছনীয় desirable.

স্ফটিক বি. এবিধ বগা চকমকীয়া শিল, ফটিক crystal.

স্ফাৰণ, স্ফাৰ বিস্তাৰ।

স্ফীত বিণ. উখহা, ফিকা swollen, puffed.

স্ফুট বিকশিত।

স্ফুটন বিকশন।

স্ফুটিত বিণ. বিকশিত, ফুলা opened, unfolded.

স্ফুৰণ বি. ঈষৎ কম্পন। স্ফুলিঙ্গ অগ্নিকণা spark.

স্ফূর্ত্তি বি. ৰং ধেমালি, আমোদ *recreation.*

স্ফুলিঙ্গ জুইৰ আঙনি, অগ্নিকণা spark.

স্ফোটক বি. গাঁৰ কোঁহোৰা a boil, a tumour.

**স্মৰ্** সক. ধা. স্মৰণ কৰ, সোঁৱৰ to recollect. মনত ৰাখ, মনত পেলা to remember, মনতে চিন্তা কৰ to call mentally, **স্মৰণ** বি. সোঁৱৰণ, পূৰ্ব্বানুভূত বিষয়ৰ জ্ঞান বা চিন্তা remembrance, recollection. **স্মৰণীয়** বিণ. মনত ৰাখিব লগীয়া। **স্মৰণশক্তি** মনত ৰাখিব পৰা শক্তি।

**স্মাৰক** বিণ. যিহে মনত পেলাই দিয়ে reminder, যি কোনো বিষয়ৰ স্মৃতিৰক্ষা কৰে commemorative.

**স্মাৰ্ত্ত** বিণ. স্মৃতিশাস্ত্ৰ সম্বন্ধীয়, যাইকৈ ৰঘুনন্দন ভট্টাচাৰ্য্যই সঙ্কলন কৰা ১৮খন ব্যৱস্থা শাস্ত্ৰৰ মতানুসৰি চলা।

**স্মিত** বি. ঈষৎ হাস্য, মিচিকীয়া হাঁহি smile.

**স্মৃত** বিণ. মনত পেলোৱা remembered.

**স্মৃতি** বি. স্মৰণ, সোঁৱৰণ, পূৰ্ব্বানুভূত বিষয়ৰ জ্ঞান, মেধা memory, recollection, ধৰ্ম্ম সংহিতা, হিন্দুৰ ব্যৱস্থা শাস্ত্ৰ the Hindu law. **স্মৃতিচিহ্ন** কোনো ঘটনা মনত পেলাই ৰাখিবলৈ কৰা চিন বা বস্তু a memorial. **স্মৃতিমান** বিণ. স্মৰণশক্তিযুক্ত having good memory. স্ত্ৰী. **স্মৃতিমতী**। **স্মৃতিৰত্ন** বি. স্মাৰ্ত্ত পণ্ডিতৰ এটা উপাধি, a title conferred on a person versed in Hindu Laws. **স্মৃতিশক্তি** স্মৰণ শক্তি। **স্মৃতিশাস্ত্ৰ** বি. হিন্দুৰ ব্যৱস্থা শাস্ত্ৰ।

**স্যমন্ত, স্যমন্তক** বি. শ্ৰীকৃষ্ণৰ এটা মণি।

**স্যান** বি. ৰাজহাড়ৰ দুফালৰ শিৰ the arteries near the back bone.

**স্ৰজ** সক. ধা. নিৰ্ম্মাণ কৰ, সৃষ্টি কৰ to make, to create. **স্ৰজন** বি. নিৰ্ম্মাণ act of creating.

**স্ৰব** অক. ধা. ওলা, বৈ পৰ to flow, to ooze.

**স্ৰষ্টা** বি. নিৰ্ম্মাণ কৰোঁতা, সৃষ্টি কৰ্ত্তা maker, creator.

**স্ৰাৱ** বি. ক্ষৰণ, বৈ পৰা, গা ষোৱা act of flowing or oozing, discharge.

**স্ৰুচ** বি. স্ৰুৱৰ ওপৰত থৈ হোমৰ জুইত ঘিউ ঢলা সজ ঘুৰণীয়া হেতা a kind of sacrificial ladle.

**স্ৰুৱ** বি. স্ৰুচৰ তলত ৰাখি হোমৰ জুইত ঘিউ ঢলা কোষাৰ আকৃতিৰ দীঘলীয়া হেতা।

**স্ৰোত** বি. সোঁতা, বাষ্পীয় বা জুলীয়া বস্তুৰ গতি a current, **স্ৰোতস্বিনী, স্ৰোতস্বতী** বি. যাৰ সোঁত আছে, নদী, নৈ a river.

**স্লেট** বি. লেখা ফলি।

**স্ব** (বিণ. সৰ্ব্ব.) স্বয়ং, আত্মা, নিজ self, আপোনাৰ, নিজৰ own. বি.. ধন, সম্পত্তি property.

**স্বকৰ্ম্মবশ** বি. নিজৰ কামৰ অধীন,

নিজে কৰা কামৰ ফল ভোগ কৰা, suffering from or enjoying the fruits of one's own acts.

**স্বকীয়** বিণ. নিজৰ, আপোনাৰ one's own.

**স্বকৃত** বিণ. আপুনি কৰা, নিজে কৰা done or made by one's self.

**স্বচক্ষে** ক্রি. বিণ. নিজ চকুৰে।

**স্বচ্ছ** বিণ. অতি নির্ম্মল আৰু মিহি, কাচৰ নিচিনা এফালৰ পৰা চালে আন ফাললৈ দেখা পোৱা very clear, transparent. বি. স্বচ্ছতা।

**স্বচ্ছন্দ** বিণ. স্বাধীন, অবাধ, সুস্থ unrestrained, free from obstruction or uneasiness. বি. স্বচ্ছন্দতা। ক্রি. বিণ. স্বচ্ছন্দে।

**স্বচ্ছল** সঙ্গতি সম্পন্ন, ধন-সম্পত্তিযুক্ত।

**স্বজন** বি. আত্মীয় লোক, সম্বন্ধীয় লোক a relative, a kinsman.

**স্বজাতি** নিজৰ শ্রেণী। বিণ. স্বজাতিয় নিজ কুল বা শ্রেণীৰ।

**স্বতঃ** (অব্যয়) আপোনা আপুনি, স্বয়ং নিজ ইচ্ছাৰে of or by one's self, spontaneously. **স্বতঃসিদ্ধ** বিণ. আপুনি সিদ্ধ হোৱা self evident. বি. স্বয়ং প্রমাণিত হোৱা জ্যামিতিৰ সূত্র axioms.

**স্বতন্ত্র** বিণ. স্বাধীন, আইনৰ অধীন নোহোৱা independent, বেলেগ different. **স্বতন্ত্রতা, স্বাতন্ত্র্য** বি. স্বাধীনতা independence.

**স্বতন্তৰ** বিণ. স্বতন্ত্র শব্দৰ অপভ্রংশ— স্ত্রী. **স্বতন্তৰী**। **স্বতন্তৰীয়া** বিণ. নিজৰ ইচ্ছামতে চলা।

**স্বত্ব** বি. অধিকাৰিতা, ধনাদিৰ ওপৰত স্বামিত্ব ownership, right. **স্বত্ব সাব্যস্ত** স্বত্ব-নির্ণয়। **স্বত্বাধিকাৰ** গৰাকীৰ স্বত্ব, দাবি বা হক rights and privileges. **স্বত্বাধিকাৰী** স্বত্ব পোৱা বা থকা লোক proprietor. স্ত্রী. **স্বত্বাধিকাৰিণী**।

**স্বদেশ** বি. নিজৰ দেশ, জন্মভূমি motherland, native land. **স্বদেশী** বিণ. নিজৰ দেশৰ born or produced in one's own country. বিণ. স্বদেশীয়।

**স্বদেশ প্রেম** বি. নিজৰ দেশৰ প্রতি ভাল পোৱা। **স্বদেশ প্রেমিক** বিণ. যি নিজৰ দেশকে ভাল পায়। **স্বদেশ হিতৈষী** বি. নিজ দেশৰ মঙ্গল বা কুশল চিন্তা কৰোঁতা a patriot.

**স্বধর্ম্ম** বি. নিজৰ ধর্ম্ম, নিজ জাতিৰ কর্ত্তব্য কার্য্য, স্বাভাবিক গুণ the religious duties of any person or one's own family, innate quality.

**স্বধা** অব্য. পিতৃলোকৰ উদ্দেশে জল-পিণ্ডাদি দানৰ মন্ত্র, দেৱতাৰ উদ্দেশে ঘিউ দান।

**স্বনামধন্য, স্বনামপ্ৰসিদ্ধ** বিণ. নিজ নামেৰেই বা কীৰ্ত্তিৰে প্ৰসিদ্ধ বা বিখ্যাত।

**স্বপক্ষ** নিজৰ ফালে।

**স্বপ্ন** বি. সপোন, সামাজিক a dream. **স্বপ্নচাৰিতা** টোপনি খোৱা অৱস্থাত বিচৰণ somnambulism. **স্বপ্নজাল** সপোনৰ মায়াময় আচ্ছাদন। **স্বপ্নদোষ** স্বপ্নাৱস্থাত বিন্দুপাত। **স্বপ্নাদেশ** সপোনত লাভ কৰা দেৱতাৰ আদেশ। **স্বপ্নবিভোল** সপোন দেখি নিজকে পাহৰি থকা। **স্বপ্নাৱস্থা** বি. শুই থকা অৱস্থা, সপোন দেখা অৱস্থা the state of dreaming. **স্বপ্নোত্থিত** সপোন দেখি উঠা।

**স্বপ্ৰধান** বিণ. কাৰো তলতীয়া বা আজ্ঞাধীন নোহোৱা independent.

**স্বভাৱ** বি. প্ৰকৃতি, সৃষ্টি, নিসৰ্গ nature, স্বৰূপ, ব্যক্তিত্ব character, স্বভাৱতে বা অভ্যাসৰ দ্বাৰা হোৱা গুণ disposition. বিণ. **স্বাভাৱিক**। ক্ৰি. বিণ. **স্বভাৱতে** আপোনা-আপুনি, স্বভাৱত: of itself, naturally. **স্বভাৱ কবি** শিক্ষা-দীক্ষা নোহোৱাকৈ বা অনুশীলন নোহোৱাকৈ যিয়ে কবিত্ব শক্তি লাভ কৰিছে। **স্বভাৱসিদ্ধ** প্ৰকৃতিগত characteristic.

**স্বভাৱোক্তি, স্বভাৱ বৰ্ণন** প্ৰাকৃতিক সৌন্দৰ্য্যৰ বিৱৰণ। **স্বভাৱ-চৰিত্ৰ** ৰীতি, নীতি, চাল-চলন। **স্বভাৱ-বিৰুদ্ধ** অস্বাভাৱিক, প্ৰকৃতিৰ বিপৰীত। **স্বভাৱ-সুলভ** স্বভাৱ-জাত। **স্বভাৱজ** বিণ. প্ৰাকৃতিক, স্বাভাৱিক।

**স্বয়ং** (বিণ. সৰ্ব্ব.) আপোনা-আপুনি, নিজে by self, personally.

**স্বয়ংক্ৰিয়** আনৰ সহায় নোহোৱাকৈ যিয়ে কামত ৰত হব পাৰে automatic. **স্বয়ংসম্পুৰ্ণ** যি নিজে সম্পূৰ্ণ। **স্বয়ং সিদ্ধ** শুক কৰণ নোহোৱাকৈ যি পূৰ্ণকাম।

**স্বয়ম্বৰ, স্বয়ংবৰ** বি. কন্যাই নিজে পতি বাচি লোৱা কাৰ্য্য। স্ত্ৰী. **স্বয়ংবৰা, স্বয়ম্বৰা**।

**স্বয়ম্ভু, স্বয়ম্ভূ** বিণ. স্বয়ং জন্ম হোৱা। বি. ব্ৰহ্মা, বিধাতা Brahma, the creator. **স্বয়ম্ভুৱ** বি. ব্ৰহ্মা।

**স্বৰ** বি. ধ্বনি, শব্দ sound, voice, সঙ্গীতৰ জাত বা সুৰ (ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত আৰু নিষাদ—সা, ঋ, গ, ম, প, ধ, নি) a note in music, a tune, ব্যাকৰণত—অইন বৰ্ণৰ সহায় নোলোৱাকৈ উচ্চাৰিত হোৱা বৰ্ণ a vowel. **স্বৰগ্ৰাম** বি. স্বৰমাল। musical scale. **স্বৰভক্তি** বি. সংযুক্ত ধ্বনি সহজে উচ্চাৰণ

কবিবলৈ সংযুক্ত ধ্বনিৰ মাজত যি স্বৰ আগম হয় তাকে স্বৰভক্তি বা মধ্যস্বৰাগম বোলে, anaptytis. স্বৰভঙ্গ বি. মাত ভগা ৰোগ। স্বৰলিপি বি. সুৰ, তাল, লয়, মাত্রা আদি বুজোৱা পাঠ। স্বৰসন্ধি বি. স্বৰ ধ্বনিৰ ভিতৰত হোৱা সন্ধি the coalition of vowels.

স্বৰগ পৰ্ অক. ধা. বজ্র পৰ্ to be struck with lighting বিণ. স্বৰগ পৰা।

স্বৰচিত নিজে ৰচনা কৰা।

স্বৰাজ, স্বৰাজ্য বি. দেশবাসী সকলৰ দ্বাৰা পৰিচালিত ৰাজ্য autonomy. স্বৰাট স্বয়ংদীপ্ত ব্রহ্ম।

স্বৰান্ত বি. স্বৰ বৰ্ণ শেষত থকা।

স্বৰাষ্ট্র বি. নিজ ৰাজ্য।

স্বৰূপ বি. স্বাভাবিক অৱস্থা, প্রকৃতি nature, disposition. বিণ. প্রকৃতি, যথার্থ, সঁচা exact, real, true, তুল্য, নিচিনা like, similar. স্বৰূপানন্দ বি. পৰমেশ্বৰ। স্বৰূপাৰ্থত প্রকৃতপক্ষে, সঁচাকৈ কব লাগিলে in reality, to speak the truth. স্বৰূপী তুল্য, সদৃশ like, similar. স্ত্রী. স্বৰূপিণী। স্বৰূপে ক্রি. বিণ. সঁচাকৈ, যথাৰ্থতে truly, really; ৰূপে, কোনো বিশেষ শক্তি বা অৱস্থাৰে in the character or condition of; দৰে, নিচিনাকৈ just like.

স্বৰ্গ বি. সুৰলোক heaven, দেৱতা আৰু মৰাৰ পাছত পুণ্যৱন্ত লোক সকলৰ নিবাসৰ ঠাই। স্বৰ্গ গঙ্গা মন্দাকিনী। স্বৰ্গগতি স্বৰ্গলাভ, মৃত্যু। স্বৰ্গগত বিণ. মৃত্যু হোৱা departed, deceased. স্বৰ্গদেৱ স্বৰ্গদেউ আহোম ৰজা সকলক সম্বোধন কৰা শব্দ। স্বৰ্গলোক সুৰলোক। স্বৰ্গাৰোহণ স্বৰ্গগতি। স্বৰ্গী বিণ. স্বৰ্গলৈ যোৱা departed to heaven. স্বৰ্গীয় বিণ. স্বৰ্গৰ, স্বৰ্গত থকা heavenly, dwelling in heaven.

স্বৰ্ণ বি. আকৰত পোৱা এবিধ ধাতু, সোণ, কনক gold. স্বৰ্ণকাৰ বি. সোণৰ কাম কৰা মানুহ, সোণাৰি a goldsmith. স্বৰ্ণপীঠ কপহী আৰু ভৰলী নৈৰ মাজত থকা পুৰণি অসমৰ এটা বিভাগ। স্বৰ্ণময় সুবৰ্ণময়, সোণৰ made of gold. স্বৰ্ণপ্রসূ য'ত সোণ উৎপাদন হয়, অতিশয় উৰ্ব্বৰা। স্বৰ্লোক বি. সাতখন স্বৰ্গৰ এখন স্বৰ্গ, দেৱলোক one of the seven heavens.

স্বল্প বিণ. নিচেই তাকৰ, অতি কম very little, very few.

স্বশাসন দেশবাসীৰ দ্বাৰা শাসন autonomy.

স্বস্তি (অব্যয়) আশীৰ্ব্বাদ বুজোৱা বাক্য, মঙ্গলসূচক বাক্য may you

be blessed. স্বস্তিবাচন বি. মঙ্গলাচৰণ। স্বস্ত্যয়ন বি. শুভ হব বা অশুভ গুচিবৰ কাৰণে কৰা পূজা, মন্ত্ৰ-পাঠ আদি কৰ্ম্ম।

স্বস্থ বিণ. সুস্থ, নিৰোগী healthy, sound, বি. স্বস্থতা নিৰোগিতা, ৰোগ নথকা অৱস্থা।

স্বাগত বি. শুভাগমন welcome.

স্বাচ্ছন্দ্য বি. স্বাস্থ্য, সুস্থতা, স্বাধীনতা।

স্বাতন্ত্ৰ্য বি. স্বাধীনতা, স্বতন্ত্ৰতা।

স্বাতী বি. নক্ষত্ৰবিলাকৰ এটা one of the lunar mansions.

স্বাদ বি. সোৱাদ taste. স্বাদু বিণ. সোৱাদ, মিঠা sweet, delicious.

স্বাধিষ্ঠান যোগ-শাস্ত্ৰোক্ত দেহস্থ চক্ৰ বিশেষ।

স্বাধীন বিণ. আপোনাৰ অধীন, স্বতন্ত্ৰ independent. বি. স্বাধীনতা।

স্বাধীনভৰ্ত্তৃকা যি নায়িকাৰ অনুৰাগ, ৰূপ-গুণ আদিৰ দ্বাৰা নায়ক আকৃষ্ট হৈ নায়িকাৰ ওচৰৰ পৰা আঁতৰি যাব নোৱাৰে আৰু যি নায়িকা নানাবিধ বিলাস নিৰতা।

স্বাধ্যায় বি. বেদপাঠ, বেদ পঢ়া কাৰ্য্য, বিশিষ্টৰূপে শাস্ত্ৰাধ্যয়ন।

স্বাভাৱিক বিণ. স্বভাৱ সম্বন্ধীয়, প্ৰাকৃতিক natural, স্বভাৱজাত, প্ৰকৃতিগত inborn, inherent.

স্বাভিলাষ নিজৰ বাঞ্ছা one's own desire. স্বাভিলষিত বিণ. নিজে ইচ্ছা কৰা desired.

স্বামী বি. পতি, গিৰিহঁত a husband, অধিকাৰ, গৰাকী, প্ৰভু a master, a lord, পণ্ডিত সন্ন্যাসীৰ উপাধি। স্বামিত্ব বিণ. প্ৰভুত্ব বা অধিপতিত্ব। master-ship. স্বামিত্বে ক্ৰি. বিণ. স্বামীৰূপে, গৰাকী বা পতিৰূপে। স্বামিভক্তি, স্বামিসেৱা গৰাকী বা স্বামীৰ সেৱা-শুশ্ৰূষা, আল-পৈচান।

স্বায়ত্ত নিজৰ অধীন।

স্বায়ত্ত-শাসন বি. স্বৰাজ, নিজ দেশৰ মানুহৰ দ্বাৰা হোৱা শাসন self-government, autonomy.

স্বায়ম্ভুৱ বি. ব্ৰহ্মাৰ পুত্ৰ, আদি মনু the first 'Manu'.

স্বাৰোচিষ দ্বিতীয় মনু the second 'Manu'.

স্বাৰ্থ বি. আপোনাৰ প্ৰয়োজন, লাভ বা হিত self-interest. স্বাৰ্থপৰ, স্বাৰ্থপৰায়ণ বিণ. নিজৰ হিতত ৰত, যি অইনৰ ভাল বেয়া বিচাৰ নকৰি কেৱল নিজৰ লাভ বিচাৰে, আপোনপেটা selfish. বি. স্বাৰ্থ-পৰতা, স্বাৰ্থপৰায়ণতা। স্বাৰ্থ-সিদ্ধি বি. নিজৰ কাৰ্য্য সিদ্ধি বা লাভ হোৱা, বাঞ্ছিত বস্তুৰ প্ৰাপ্তি। স্বাৰ্থহানি নিজৰ ক্ষতি, নিজৰ লাভৰ হানি।

স্বাৱলম্বন বি. আত্মনিৰ্ভৰতা, আপুনি আপোনাৰ সহায় হোৱা কাৰ্য্য self-reliance, self-help.

**স্বাৱলম্বী** বিণ. আত্মনির্ভৰশীল self supporting.

**স্বাস্থ্য** বি. সুস্থ অৱস্থা, ৰোগ নাইকিয়া অৱস্থা healthiness, soundness of body. **স্বাস্থ্যকৰ, স্বাস্থ্যকাৰক, স্বাস্থ্যকাৰী, স্বাস্থ্যজনক** স্বাস্থ্যৰ কাৰণে উপকাৰী, সুস্থকাৰী whole-some, health-promoting.

**স্বাহা** যজ্ঞৰ অগ্নিত আহুতি বা তাৰ মন্ত্ৰ, অগ্নিৰ পত্নী।

**স্বাক্ষৰ** বি. চহী, দস্তখত।

**স্বাক্ষৰিত** বিণ. নিজ চহীযুক্ত with one's own signature.

**স্বীকৰণ** বিয়া।

**স্বীকাৰ** বি. সম্মতি, গাত লোৱা কাৰ্য্য acknowledgement, consent, গ্ৰহণ acceptance ; সৈ লোৱা কাৰ্য্য confession ; অঙ্গীকাৰ, প্ৰতিশ্ৰুতি promise, agreement. **স্বীকাৰ পত্ৰ** ৰচিদ। **স্বীকাৰ্য্য** বিণ. স্বীকাৰ কৰিবৰ যোগ্য। **স্বীকৃত** বিণ. যাক স্বীকাৰ কৰা হৈছে, অঙ্গীকাৰ কৰা, গাত লোৱা। বি. **স্বীকৃতি**। **স্বীকাৰোক্তি** বি. বিচাৰকৰ আগত স্বীকাৰ কৰা বা সৈ লোৱা কাৰ্য্য confession.

**স্বীয়** বিণ. নিজৰ, নিজা, আপোনাৰ one's own.

**স্বীয়া** নিজা, স্বকীয়।

**স্বীয়া** নায়িকা বিশেষ, পতি প্ৰণয়িনী নাৰী।

**স্বেচ্ছা** বি. নিজৰ ইচ্ছা বা মত one's own will. **স্বেচ্ছাকৃত** বিণ. নিজৰ ইচ্ছামতে কৰা। **স্বেচ্ছাচাৰ** বি. নিজৰ ইচ্ছানুযায়ী বা অসংযত আচৰণ। **স্বেচ্ছাচাৰী** বিণ. নিজৰ ইচ্ছামতে চলা, অসংযত আচৰণকাৰী self-willed. স্ত্ৰী. **স্বেচ্ছাচাৰিণী**। বি. **স্বেচ্ছাচাৰিতা**। ক্ৰি. বিণ. **স্বেচ্ছাচাৰে**। **স্বেচ্ছামৃত্যু** নিজ ইচ্ছানুসাৰে মৃত্যু। **স্বেচ্ছাসেৱক** বি. নিজৰ ইচ্ছাৰে লোকক সহায় কৰা লোক a volunteer.

**স্বেদ** বি. ঘাম, উত্তাপ পাই গাৰ পৰা ওলোৱা পানী sweat ; মল dirt. **স্বেদজ** বিণ. মহি আৰু গেলাপচা ঠাইৰ পৰা ওপজা। **স্বেদজল** ঘাম। **স্বেদবিন্দু** ঘামৰ টোপা।

**স্বৈৰ** বি. স্বাধীনতা, স্বেচ্ছাচাৰ। বিণ. স্বাধীন, অসংযত। স্ত্ৰী. **স্বৈৰিণী** স্বেচ্ছাচাৰিণী, ব্যভিচাৰিণী। বি. **স্বৈৰিতা**।

**স্বৈৰিন্ধ্ৰী** বি. যি তিৰোতাই পৰৰ ঘৰত স্বাধীনভাৱে বাস কৰি প্ৰসাধন অনুলেপন আদি শিল্প কৰ্ম্ম কৰে।

**স্বোপাৰ্জ্জিত** বিণ. নিজে উপাৰ্জ্জন কৰা, নিজে ঘটা self-acquired.

# হ

**হ** ব্যঞ্জন বর্ণৰ তেত্রিশ সংখ্যাৰ আখৰ thirty-third letter of the consonants.

**হ** অক. ধা. উৎপন্ন হ, ওপজ to be born or produced; সম্পূর্ণ অৱস্থা পা, শেষ হ to be finished; কোনো বিশেষ অৱস্থা বা পদ পা to become. কৃদ. বি. **হোৱা, হওন** হোৱা কার্য্য act of being or being produced. কর্ত্তা. **হওঁতা**। স্ত্রী. **হঁতী, হোৱঁতী**।

**হংস** বি. হাঁহ duck, goose. **হংসকাকী** বি. এখন প্রাচীন পুথিৰ নাম। **হংসগতি, হংসগমন** বি. গহীন, ধীৰ খোজ slow and graceful gait. স্ত্রী. **হংসগামিনী** ধীৰে ধীৰে আৰু গহীনৰূপে খোজ কঢ়া walking slowly and gracefully. **হংসবাহন** ব্রহ্মা। **হংসবাহিনী** সৰস্বতী।

**হংসবেগ** বি. কুমাৰ ভাস্কৰ বর্ম্মাৰ এজন কটকীৰ নাম।

**হঁকয়া, হকয়া** বিণ. হেলনীয়া, কতীয়া oblique. ক্রি. বিণ. **হকয়াকৈ**।

**হঁয়কলী** বি. কইৰা চৰাই the partridge.

**হঁয়ে, হঁয়েৰা** 'হঞে' চোৱা।

**হঁহা** বিণ. হাঁহি থকা laughing. বি. হাঁহি laughter. **হঁহা কন্দা** হাঁহি তোলা আৰু দুখ কৰিব লগীয়া। **হঁহা মতা** হাঁহি মাতি পতা কথা cheerful conversation.

**হঁহুৱা** সক. ধা. আনৰ হাঁহি তোল to cause to laugh, হাঁহিয়াত কৰা put to same.

**হক** বিণ. সত্য, যথার্থ real, true. বি. স্বত্ব, দাবি, অধিকাৰিত্ব right, claim. ক্রি. বিণ. **হকে**।

**হক্ হক্** (অনু. শব্দ) বৰকৈ হঁহা নাইবা বঁতিওৱাৰ নিচিনা শব্দ। **হক্‌হকীয়া** বিণ. ভলভলীয়া, ডাঙৰকৈ কথা কোৱা।

**হকা-বধা** বি. নিষেধ, মানা obstruction.

**হকহুৱা** বি. হাই-উকমি, থকাখুন্দা noisy dispute.

**হকিকত** বিৱৰণ।

**হকে** ক্রি. বিণ. পক্ষে, বাবে on behalf of.

**হগনা** বি. শৌচ কৰি নোধোৱা বা শুচি নোহোৱা।

**হগুৰা** বিণ. ঘনাই হাগি থকা dyspeptic. স্ত্রী. **হাগুৰী**।

**হগুৱা** সক. ধা. শৌচ কৰা to cause to evacuate the bowels.

**হজম** বি. ভিৰ, অনেক লোক গোট খোৱা কার্য্য crowding.

**হজ** বি. মক্কাতীর্থ দর্শন। **হজযাত্রী**

বিণ. মক্কাতীর্থ দৰ্শন কৰিবলৈ যোৱা যাত্ৰী।

**হজ** বি. পৰিশ্ৰম কৰি হাতেৰে কৰা কাম manual labour, ঘৰ আদি সাজিবৰ নিমিত্তে লাগতিয়াল বস্তু materials for building. **হজ-গড়** ঘৰ আদি সাজিবৰ কাৰণে লগা কাঠ বাঁহ আদি। **হজ-গড়** বি. দেহৰ বিভিন্ন অঙ্গ প্ৰত্যঙ্গকো বুজায় যেনে :—দেহৰ হজ-গড় পৰিল।

**হজম** বি. পৰিপাক, জীৰ্ণ যোৱা digestion, আত্মসাৎ কৰা কাৰ্য্য misappropriation. বিণ. **হজমী**।

**হজৰৎ** বি. মহাপুৰুষৰ নামৰ আগত সন্মানাৰ্থে ব্যৱহাৰ কৰা শব্দ।

**হজুৰ** বি. সমুখত থকা মান্য লোক।

**হজুৱা** বিণ. হজ কৰা, পৰিশ্ৰম কৰি খোৱা চহা মানুহ, অশিক্ষিত আৰু অসভ্য doing manual work, rustic. স্ত্ৰী. **হজুৱানী**। বি. **হজুৱালি**।

**হঞে, হঞেৰা** (অব্যয়) তিৰোতাক তুচ্ছ ভাৱে সম্বোধন কৰা মাত।

**হট্** সক. ধা. নিন্দা কৰ to blame. বি. **হটন, হটনি** নিন্দা, গৰিহণা।

**হট্** অক. ধা. পিছ হোঁহক to fall back, দুৰ্ব্বল হ to become weak. বি. **হটন, হটনি**।

**হটঙা** বিণ. ওখ আৰু ডাঙৰ tall and stout. স্ত্ৰী. **হটঙী**।

**হটা** সক. ধা. নিন্দা কৰা, বেয়া বোলা to cause to be reproached; ৰণত পৰাস্ত কৰ to defeat.

**হট্টগোল** বিণ. গণ্ডগোল।

**হঠযোগ** বি. ইন্দ্ৰিয়াদিৰ সংযম কৰি কৰা যোগ। **হঠযোগী** বি. হঠযোগ কৰোঁতা।

**হঠাৎ** ক্ৰি. বিণ. অকস্মাৎ, দৈবাৎ suddenly, by chance. **হঠাতে, হঠাৎকাৰে** ক্ৰি. বিণ. অকস্মাৎ।

**হত** বিণ. বধ হোৱা, প্ৰাণ-যোৱা killed; নষ্ট কৰা, লোপ পোৱা destroyed, lost. **হতচিৰী** বিণ. 'হতশ্ৰী' শব্দৰ অপভ্ৰংশ। **হতচেতন** বিণ. চেতনাশূন্য, জ্ঞানশূন্য senseless. **হতবুদ্ধি** বিণ. বিবুদ্ধি, বিচুৰ্ত্তি confounded, bewildered. **হতভম্ব** বি. কিংকৰ্ত্তব্যবিমূঢ় at a loss. **হতভাগ্য** বিণ. দুৰ্কপলীয়া, দুৰ্ভগীয়া unfortunate, unlucky. স্ত্ৰী. **হতভাগিনী**। **হতমূৰ্খ** বিণ. মহামূৰ্খ very foolish. **হতশ্ৰদ্ধ** বি. যাৰ শ্ৰদ্ধা নষ্ট হৈছে। **হতশ্ৰী** বিণ. সুখ-সম্পদ নষ্ট হোৱা, আয়ুস হানি হোৱা bereft of prosperity, dead and gone.

**হতাদৰ** বিণ. যাৰ আদৰ নষ্ট হৈছে।

**হতা-বকতাকৈ** ক্ৰি. বিণ. হতাহতি কৈ।

**হতালি-বতালি** আপোনাৰ ভাৰ্য্যা বা স্বামীত বাজে আন তিৰোতা বা

মতাৰ গাত হাত দিয়া বা ইঁহা মতা কাৰ্য্য।

**হতাশ** বিণ. নিৰাশ, আশাশূন্য dissappointed. বি. নৈৰাশ্য, আশাশূন্য অৱস্থা।

**হতা-হতি** বি. পৰস্পৰে হাতে হাতে মৰা-মৰি কৰা কাৰ্য্য, কিলাকিলি। ক্রি বিণ. **হতা-হতিকৈ** একেটা কামতে অনেক লোকে ধৰি jointly.

**হতীয়া** বি. হাত থকা, কিলাকুটিৰ পৰা মাজৰ আঙুলিৰ মূৰলৈকে হোৱা জোখৰ পৰিমাণ a cubit in length.

**হতুৱাই** দ্বাৰাই, ৰে by, by the hand of.

**হতোদ্যম** বিণ. নিৰুৎসাহ।

**হত্যা** বি. বধ, প্রাণনাশ murder, act of killing. ক্রি. **হত্যা কৰ**। বি. **হত্যাকাৰী**। স্ত্রী. **হত্যাকাৰিণী**।

**হদ** বি. মাটিৰ সীমা a boundary-line. **হদ পৰা** অন্ত পৰা finished.

**হদিচ** বি. মুছলমানৰ স্মৃতিশাস্ত্র, তত্ত্ব, সন্ধান।

**হনন** বি. বধ-কৰা কাৰ্য্য act of killing.

**হনা** বি. নৈয়ে এফালৰ পৰা আন এফাললৈ বৈ যাবলৈ কৰা আৰম্ভ the beginning of the change of river course. **হনা লা** গতি পৰিবর্ত্তন কৰি আন ফাললৈ যাবলৈ ধৰ।

**হ'না** বি. খোঁচা কাৰ্য্য। সক. ধা. জোঙা অস্ত্রেৰে প্রহাৰ কৰা।

**হনিয়া** অক. ধা. কোনো ফালে বৈ যাবলৈ ধৰ to begin to flow in another direction.

**হনিয়া-হনি** বি. খোঁচা-খুচি, খিয়লা-খিয়লি mutual ill-feeling.

**হনু** বি. গালৰ ওপৰৰ আৰু চকুৰ তলৰ হাড় the cheek-bone.

**হনুমন্ত, হনুমান** বি. পৱন-অঞ্জনাৰ পুত্র মহাবীৰ বান্দৰ, এবিধ দীঘল নেজ থকা বান্দৰ।

**হনুমন্তা** বি. এবিধ ডাঙৰ সেউজীয়া মাছৰোকা the gigantic king-fisher.

**হন্তব্য** বিণ. বধযোগ্য।

**হন্তা** বি. বধোঁতা, প্রাণ-নাশ কৰোঁতা a killer, a destroyer.

**হন্তাৰক** বধ কৰোঁতা killer.

**হন্তে** (অব্যয়) কাৰণে, পৰা by, on account of, from.

**হন্দৰ** বি. ১১২ পাউণ্ডৰ ওজন a hundred-weight.

**হন্য** বিণ. বধযোগ্য।

**হন্যমান** বি. যাক বধ কৰা হৈছে।

**হপ্‌হপ্‌ কৰে** ক্রি. বিণ. হোপামাৰি by suction.

**হবনীয়** বি. হোমৰ বস্তু।

**হবলা** ক্রি. বিণ. হব পাৰ, সম্ভৱতঃ perhaps, possibly.

**হবি** বি. ঘিউ ghee, হৱনীয় দ্ৰব্য।
**হবিচ্** বি. 'হবিষ্য' চোৱা।
**হবিত্ৰী** বি. হোমৰ কুণ্ড।
**হবিষ্য** বি. শ্ৰাদ্ধাদিৰ আগদিনা দুপৰীয়া লঘোনে থাকি গধূলি ঘিউ আৰু সিদ্ধ ভাত ভোজন কৰা কাৰ্য্য। **হবিষ্যান্ন** হবিচ পালন কৰি খোৱা এসাঁজীয়া নিৰামিষ ভোজন।
**হব্য** বি. ঘিউ ghee, হৱনীয়।
**হম্ হম্** (অনু. শব্দ) অলি থকা জুইৰ শব্দ। অক. ধা. **হম্হমা** শোকৰ বাবে অন্তৰত পোৰণি ধৰ। **হমহমনি** বি. হম হম কৰা কাৰ্য্য, বুকুৰ পোৰণি। ক্ৰি. বিণ. **হম্হম্ কৰে, হম্হম্কৈ**।
**হয়** (অব্যয়) সম্মতি বুজোৱা মাত yes. **হয় দি** মত দি to express consent.
**হয়** বি. ঘোঁৰা, অশ্ব a horse. **হয়-গ্ৰীৱ** মুৰ ঘোঁৰাৰ আকাৰৰ বিষ্ণুৰ এক অৱতাৰ।
**হৰ** বি. শিৱ, মহাদেৱ the god Shiva. বিণ. **হৰ্ত্তা, হৰণকাৰী** a remover, a destroyer. **হৰ-গৌৰী** বি. শিৱ-দুৰ্গা, মহাদেৱ-পাৰ্ব্বতী, Siva and his wife Durga-combination in one body. **হৰ-গৌৰী সম্বাদ** বি. শিৱই দুৰ্গাৰ আগত ধৰ্ম্ম সম্বন্ধে কোৱা এখন পুথিৰ নাম; অসমীয়া সাহিত্যৰ প্ৰাক্-বৈষ্ণৱ যুগৰ কবি হেম সৰস্বতীয়েও 'হৰ-গৌৰী সম্বাদ' নামৰ এখন পুথি ৰচনা কৰিছিল। **হৰ-গৌৰী** কসতি হওক দৰা-কন্যাক দিয়া আশীৰ্ব্বাদ। হৰ-গৌৰীৰ নিচিনাকৈ বিচ্ছেদ নোহোৱাকৈ থকা স্বামী-স্ত্ৰী ৰূপে বাস কৰিবলৈ কামনা কৰা।
**হৰ** সক. ধা. বলেৰে বা ছল কৰি নে, চুৰ কৰ to steal, to rob. **অক.** ধা. ভাকৰ হ, অদৃশ্য হ to be lost, to disappear.
**হৰকত** বি. ক্ষতি, হানি loss.
**হৰক্ তৰক্** বিণ. অস্থিৰ, মিছা changeful, false. বি. কথাৰ অস্থিৰতা unreliableness.
**হৰণ** বি. বলেৰে বা ছলেৰে নিয়া কাৰ্য্য theft, robbery; ভাগ অঙ্ক division. ক্ৰি. **হৰণ কৰ**। **হৰণ-লুকী** লুকাই অদৃশ্য হোৱা মায়া।
**হৰতন** বি. তাচৰ পাত harton.
**হৰতাল** বি. কাজকৰ্ম্ম, হাট-বজাৰ বন্ধ, ধৰ্ম্মঘট a strike.
**হৰদম্** সদায়, অবিৰত always.
**হৰফ** বি. লিখা আখৰ letter, handwriting.
**হৰষিত** 'হৰ্ষিত' শব্দৰ অপভ্ৰংশ।
**হৰ্হৰ্** (অনু. শব্দ) পানী বেগাই বৈ যোৱাত হোৱা শব্দ। অক. ধা. **হৰ্হৰা** ক্ৰি. বিণ. **হৰ্হৰ্ কৰে, হৰ্হৰ্কৈ**।
**হৰা** সক. ধা. ঘটা, পৰাস্ত কৰ to defeat. বিণ. পৰাস্ত হোৱা defeated.
**হৰা** বি. মানুহৰ প্ৰাণ মৰা কুমন্ত্ৰ।

**হৰি** বি. পৰমেশ্বৰ, বিষ্ণু God, Vishnu. **হৰিজন** বি. নিম্নশ্ৰেণীৰ হিন্দুলোক, ( মহাত্মা গান্ধীয়ে দিয়া নাম )। **হৰিতকী** বি. শিলিখা। **হৰিভৰ** দি মান্তি হ to agree with, to confirm. **হৰিকীৰ্ত্তন** বিষ্ণুৰ নাম গুণ গাই কৰা উপাসনা।

**হৰিবংশ** মহাভাৰতৰ পৰিশিষ্ট পুৰাণ বিশেষ। ভগবান শ্ৰীকৃষ্ণৰ বিষয় সম্বলিত এখন পুৰাণ।

**হৰিণ, হৰিণা** বি. ছাগলিৰ জাতিৰ ফেৰেঙনি থকা শিঙেৰে এবিধ বনৰীয়া ঘাঁহ খোৱা জন্তু a deer. স্ত্ৰী. **হৰিণী**। **হৰিণাক্ষী, হৰিণ-নয়নী** 'মৃগাক্ষী' চোৱা।

**হৰিৎ, হৰিত** বিণ. সেউজীয়া বা হালধীয়া green, yellow. বি. সেউজীয়া বা হালধীয়া ৰং the green or yellow colour.

**হৰিদেৱ** বি. হৰিদেৱী পন্থৰ প্ৰবৰ্ত্তক ধৰ্ম্মাচাৰ্য্য।

**হৰিদেৱী** বিণ. হৰিদেৱৰ মতত চলা।

**হৰিদ্ৰা** বি. হালধি turmeric.

**হৰিদ্বাৰ** বি. যি ঠাইত গঙ্গা পৰ্ব্বতৰ পৰা ভৈয়ামলৈ নামিছে সেই ঠাই, হিন্দুৰ এখন তীৰ্থ।

**হৰিধ্বনি** বি. ডাঙৰকৈ উচ্চাৰণ কৰা হৰিনাম। **হৰিহৰ** বি. বিষ্ণু আৰু শিৱ। **হৰিহৰাত্মা** বি. হৰিহৰৰ নিচিনা একপ্ৰাণ, অভিন্নহৃদয়।

**হৰিবাসৰ** বি. একাদশী যুক্ত দিন, দ্বাদশীৰ প্ৰথম পাদ a fasting.

**হৰিভকত** বি. গুৰুৰ পৰা একেলগে শৰণ লোৱা লোক a fellow disciple. স্ত্ৰী. **হৰিভকতনী**।

**হৰিল গৰিল** হলিগলি, মিলাপ্ৰীতি familiarity. ক্ৰি. বিণ. **হৰিল-গৰিলকৈ**।

**হৰি শয়ন** বি. ভগবান হৰিৰ শয়ন, আহাৰ মাহৰ শুক্লাদ্বাদশীৰ পৰা কাতিমাহৰ শুক্লা দ্বাদশীলৈকে এই চাৰি মাহ ভগবান বিষ্ণু যোগনিদ্ৰাত থাকে।

**হৰিশ্চন্দ্ৰ** বি. পৌৰাণিক যুগৰ এজন উদাৰ আৰু ধাৰ্ম্মিক সূৰ্য্যবংশৰ ৰজা।

**হৰিষ** 'হৰ্ষ' শব্দৰ অপভ্ৰংশ। **হৰিষিত** 'হৰ্ষিত' শব্দৰ অপভ্ৰংশ।

**হৰিষাদ বিষাদ** বি. আনন্দ আৰু অসন্তোষ, হঁহা-কন্দা joy and sorrow.

**হৰিসমুখ** বিণ. শৰণ লোৱা initiated into Vaishnava religion. **হৰিসেৱা** হৰিকীৰ্ত্তন।

**হৰিহৰ বিপ্ৰ** বি. প্ৰাক্-বৈষ্ণৱ যুগৰ এজন অসমীয়া কবি।

**হৰি হৰি** কৰ আচৰিত হ, বিস্ময় মান।

**হৰিতকী** বি. শিলিখা।

**হৰুৱা** সক. ধা. পৰাস্ত কৰ, পৰাজয় কৰ to defeat.

**হৰেক** বিণ. নানা প্ৰকাৰ, অনেক ৰকম of various kinds.

**হৰ্ত্তা** বি. হৰণকৰ্ত্তা, দূৰ কৰোঁতা one who removes or takes

away, সংহাৰক, বিনাশক one who kills or destroys. হৰ্ত্তাকৰ্ত্তা সকলোৰে গৰাকী সকলোতকৈ ডাঙৰ অধিকাৰ। হৰ্ত্তাকৰ্ত্তা বিধাতা সৰ্ব্বেসৰ্ব্বা all in all.

**হৰ্ম্ম্য** বি. প্ৰাসাদ, অট্টালিকা palace.

**হৰ্ষ** বি. আনন্দ, ৰং, সন্তোষ pleasure, delight. **হৰ্ষজনক** আনন্দ দিয়া, ৰং লগোৱা delightful.

**হৰ্ষান্বিত, হৰ্ষিত** বিণ. আনন্দিত delighted, pleased.

**হল** অক. ধা. একতীয়া হ, এফাললৈ ঢাল খা to lean to one side. **হলকৰ্ষণ** নাঙলেৰে মাটি চহোৱা। **হলনীয়া, হলা** বিণ. আওগৰীয়া, আওলীয়া slanting, sloping. সক. ধা. একতীয়া কৰ, এফাললৈ দোঁৱা to cause to lean on one side.

**হ'লধৰ, হলায়ুধ** বি. বলোভদ্ৰ, শ্ৰীকৃষ্ণৰ ককায়েক।

**হলফ্** বি. শপত a swearing, an oath. **হলফনামা** সত্য কৈছোঁ বুলি স্বীকাৰ কৰা পত্ৰ।

**হল-ফল** বি. লৰ্ চৰ্ কৰা, জোকাৰ খোৱা।

**হলফলী** বি. এবিধ টেঙা ফল a kind of acid fruit.

**হলহলীয়া** বিণ. সৰল, অকপটীয়া frank, out spoken. ক্ৰি. বিণ. **হলহলীয়াকৈ**।

**হলা** বি. বেৰ বা চকোৱাত একেলগে থিয় কৈ বোৱা গাধৈ বা ইকৰাৰ কোছা।

**হলাহল** বিণ. সেৰেঙা woven apart.

**হলাহল** বি. বৰবিহ, কালকূট a deadly poison.

**হলি-গলি** বি. হৰিশ গ্ৰবিল, খৰ মিলভাৱ intimate friendship. ক্ৰি. বিণ. **হলি-গলিকৈ**।

**হ'লী** বি. দোলযাত্ৰা, ফাকুৱা।

**হ'লীয়া** বিণ. যুৰীয়া consisting of of a couple.

**হ'লৌ** বি. এবিধ কলা বৰণীয়া নেজ নথকা বান্দৰ জাতিৰ জন্তু।

**হলৌ চোলা** বি. ডিঙিৰ পৰা ভৰিলৈকে পৰা দীঘল চোলা an overcoat, a gown.

**হসন্ত** বি. স্বৰহীন ব্যঞ্জনক সূচিত কৰিবলৈ ব্যঞ্জন ধ্বনিৰ তলত যি চিন দিয়া হয়, যেনে ক্, খ্ ইত্যাদি

**হস্ত** বি. হাত the hand. **হস্তগত** বিণ. অধিকাৰলৈ অহা come under possession. **হস্তচ্যুত** হাতৰ পৰা এৰোৱা বা পৰা gone from one's hand or possession.

**হস্তক্ষেপ** বি. হাত দিয়া কাৰ্য্য, কোনো কাৰ্য্যত বাধা দিয়া।

**হস্তমৈথুন** বি. হাতেৰে লিঙ্গত ঘৰ্ষণ কৰি বীৰ্য্য নিৰ্গত কৰা কাৰ্য্য, হাতেৰে কৰা শৃঙ্গাৰ masturbation, self-pollution.

**হস্তলিপি** বি. হাতেৰে লিখা hand writting.

**হস্তা** বি. নক্ষত্ৰবিলাকৰ এটা।

**হস্তান্তৰ** বি. এজনৰ অধিকাৰৰ বা হাতৰ বস্তু আন এজনক দিয়া কাৰ্য্য। **হস্তান্তৰপত্ৰ** এজনৰ বস্তু আন এজনৰ অধিকাৰলৈ লিখি দিয়া পত্ৰ a deed of transfer. সক. ধা. **হস্তান্তৰ কৰ**। বিণ. **হস্তান্তৰিত**।

**হস্তাক্ষৰ** বি. হস্তলিপি, হাতৰ লিখা hand-writting.

**হস্তক্ষেপ** হাত দিয়া, কোনো কামত যোগ দান বা বা বাধা দান।

**হস্তিনাপুৰ** বি. দিল্লীৰ ওচৰৰ প্ৰাচীন কৌৰৱৰ ৰাজধানী।

**হস্তী** বি. হাতী, গজ an elephant. স্ত্ৰী. **হস্তিনী**। **হস্তিনী** বি. চাৰি-জাতিৰ তিৰোতাৰ ভিতৰত অতি কুলক্ষণী তিৰোতা ( পদ্মিনী, চিত্ৰিণী, শঙ্খিনী, হস্তিনী শাস্ত্ৰ মতে এই চাৰি জাতি তিৰোতা। )

**হস্তীবিদ্যাৰ্ণৱ** বি. হাতীৰ চিকিৎসা-বিষয়ক এখন অসমীয়া পুথি। ইয়াৰ লেখক হৈছে সুকুমাৰ বৰ-কাঠ।

**হ-হৈয়া** বি. ন-কৈ খানি লোৱা জানেদি বেগাই বৈ যোৱা পানী।

**হা, হাঁ** ( অব্যয় ) মনত দুখ বা অভাৱ বুজোৱা মাত, হাঁ বিধাতা। হাঁ ভাত।

**হাই** বি. ডাঙৰ ডাঙৰকৈ কোৱা কথা বা দলৰ শব্দ a loud voice, a clamour. ক্ৰি. **হাই কৰ** কোঢ়াল কৰ to make a noise. **হাই লাগ** দন্দ লাগা। **হাই উকমি** কোঢ়াল, গোলমাল। ক্ৰি. হাই-উকমি কৰ, হাই উকমি লাগ। **হাই-হুই** হাই-উকমি loud noise

**হাইচড়ি** বি. দৌৰাত্ম্য, কোৰ্হাল।

**হাইচ-লাইচ** বি. বং ধেমালি, মতা তিকতাই কৰা আলাপ বা ধেমালি merriment, amorous sport.

**হাইজা** বি. জহনি বেমাৰ cholera.

**হাইঠক, হাইঠা** বি. এবিধ সেউজীয়া কপৌ জাতিৰ চৰাই the green pigeon.

**হাইঠা** বি. মণিছাল the soap-nut tree.

**হাইকোৰ্ট** বি. প্ৰাদেশিক উচ্চতম বিচাৰালয় High Court.

**হাইড্ৰোজেন** বি. মৌলিক গেছ বিশেষ hydrogen.

**হাইতাল** বি. আকৰত পোৱা এবিধ হালধীয়া বস্তু the yellow arse-nic.

**হাইফাই** বি. উদফাই ৰোগ, উশাহ লব নোৱৰা ৰোগ panting, asthma.

**হাইফেন** দুই শব্দৰ মাজত থকা সমাস সূচক চিন (-)।

**হাইবাণ** বিণ. হাবাশাস্তি, বৰ দুখকষ্ট পোৱা harassad, wearied.

**হাই হুই** বি. হুলি, গণ্ডগোলৰ শব্দ noise.

**হাউচ** বি. আনন্দযুক্ত ইচ্ছা, অনুৰাগ fondness.

**হাউং** (অনু. শব্দ) বঁতিয়াওতে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. হাউং কৰে।

**হাউলি** বি. ডাঙৰ লোকৰ টোল বা ঘৰবাৰী compound of a noble man.

**হাউসি** বি. বাঘে জন্তুক ধৰোঁতে কৰা শব্দ।

**হাও হাও কৰে** ক্রি. বিণ. ডাঙৰকৈ শব্দ কৰি, হোক হোক কৰে loudly.

**হাওদা** বি. বহিবৰ নিমিত্তে হাতীৰ গাদীৰ ওপৰত বান্ধি লোৱা কাঠৰ আসন a howdah.

**হাওলা** বিণ. হুলি থকা।

**হাওৱা** বি. 'হাবা' চোৱা।

**হাওলাৎ** বি. আগধন advance. **হাওলাতী** বিণ. হাওলাৎ লোৱা taking advance.

**হাঁ** (অব্যয়) বাধা, কষ্ট, আশ্চর্য্য, অভাৱ আদি বুজোৱা শব্দ।

**হাঁই-ফাই** বি. সকৈে আক চুটিকৈ লোৱা উশাহ, ফোঁপনি panting.

**হাঁউৰিয়া** অক. ধা. 'হাঁউৰীয়া' চোৱা।

**হাঁও ফাঁও** বি. জালৰ দৰে অতি মিহি বিন্ধা যুক্ত জন্তুৰ বুকুৰ ভিতৰত থকা দুচলা বঙচীয়া মঙহ, তাত নিশ্বাস-প্রশ্বাসৰ বায়ু ওলাই সোমাই তেজ পৰিষ্কাৰ কৰে the lungs.

**হাঁওৰণি** বি. গৌজৰণি, চিঞৰ howling, roaring. ক্রি. হাঁওৰিয়া, হাঁওৰিমাৰ হাঁওৰাণি মাৰ।

**হাঁকানি নিকানি** ভাত কাপোৰৰ অভাৱ।

**হাঁকাল-বিকাল** ভাত কাপোৰৰ অভাৱত হোৱা কষ্ট।

**হাঁকুটী** বি. আঁকুহী, গছৰ গুটি আদি পৰা বা দূৰৈৰ বস্তু টানি অনা আগ বেঁকা দীঘল মাৰি। **হাঁকুটী-পেলু** এবিধ পেলু the hook-worm.

**হাকুলি-বাকুলি** কান্দা ইনাই বিনাই কান্দা।

**হাঁকোটা** বি. বস্তু আৰি থবৰ নিমিত্তে ব্যৱহাৰ কৰা বৰশীৰ নিচিনা মাৰি a hook. বাঁচভৰোৱা।

**হাঁচ** অক. ধা. হাঁচিয়া, হাঁচি মাৰ to sneeze.

**হাঁচটি** বি. তামোলৰ গামোচা, তামোল পাণ বন্ধা সক কাপোৰ।

**হাঁচি** বি. নাকৰ পৰা শব্দ কৰি বেগেৰে ওলোৱা বায়ু a sneeze. অক. ধা. হাঁচি মাৰ, হাঁচিয়া।

**হাঁচিয়তা বন** বি. শুঙিলে হাঁচি ওলা এবিধ বন।

**হাঁকি** ক্রি. বিণ. ডাঠি, আশঙ্কা নকৰাকৈ boldly.

**হাঁকোলা, হাকোলা** বি. দুই বাহু মেলি গা আগবঢ়াই আকোৱালি

ধৰিব খোজা কার্য্য। ক্রি. **হাঁফোলা মাৰ, হাঁফোলা মেল।**

**হাঁহ** অক. ধা. হাস্যকৰ, দাঁত উলিয়াই আনন্দ প্ৰকাশ কৰ to laugh, উপহাস কৰ to ridicule. **হাঁহন, হাঁহি** বি. হঁহা কার্য্য act of laughing.

**হাঁহ** বি. চেপেটা ঠোঁট আৰু ছালৰ নিচিনা পতাৰে অনেক বিধৰ চৰাইৰ সাধাৰণ নাম যেনে—ৰাজহাঁহ, পাতিহাঁহ, গিলাহাঁহ, পানীহাঁহ ইত্যাদি the generic name of webfooted birds of various kinds. স্ত্রী. **হাঁহিনী।**

**হাঁহন** বি. হাস্য কৰণ act of laughing. **হাঁহনিখোৱা** লোকৰ হাঁহিয়াতৰ পাত্ৰ হোৱা।

**হাঁ-হাঁ কা-কা** ভাত কাপোৰৰ দুখৰ নিমিত্তে কৰা শোকৰ ধ্বনি a cry of distress.

**হাঁহি** বি. হাস্য laughing. **হাঁহিমুখ** আনন্দিত মুখ smiling face. **হাঁহিয়াত** বি. নিন্দা, কুনাম ridicule.

**হাক** বি. বাধা, বাৰণ, নিষেধ prohibition. সক. ধা. **হাক দি** নিষেধ কৰ, মানা কৰ to prohibit.

**হাকিম** বি. বিচাৰক, উচ্চ কৰ্মচাৰী, গৰাকী a judge, a high official, a master. বিণ. **হাকিমী।**

**হাগ** অক. ধা. শৌচ কৰ to evacuate the bowels. বি. **হাগন** হগা কার্য্য। **হাগনি** ঘনাই শৌচ কৰা ৰোগ। ক্রি. **হাগনিধৰ।** বি. **হাগোঁতা।** বিণ. **হাগোৰা।** স্ত্রী. **হাগুৰী। হাগনি প্ৰসূতা** প্ৰসূতীৰ ঘনে ঘনে শৌচ কৰা ৰোগ।

**হাঙ্গামা** গোলমাল, হুলস্থূল noise.

**হাচিল** সম্পন্ন, সিদ্ধ, লব্ধ।

**হাচ্‌নাহানা** বি. এবিধ ফুলৰ নাম।

**হাজত, হাজোতা** বি. বিচাৰ শেষ হোৱাৰ আগলৈকে অপৰাধীক আটক ৰখা কাৰ্য্য। **হাজতখানা** বিচাৰ-শেষ নোহোৱালৈকে অপৰাধীক আটক কৰি ৰখা ঘৰ a lock-up.

**হাজৰিকা, হাজৰিকীয়া** বি. এহেজাৰ কাঁৰীৰ ওপৰত থকা বিষয়াৰ উপাধি।

**হাজাম** বি. নাপিত a barber.

**হাজাৰ** বি. সহস্ৰ সংখ্যা, দহ শ one thousand. **হাজাৰ হাজাৰ, হাজাৰ বিজাৰ** অসংখ্য innumerable. **হাজাৰে হাজাৰে** অসংখ্য। **হাজাৰ হওক** যিমানেই হওক লাগিলে in spite of all.

**হাজিৰ** বিণ. উপস্থিত present. **হাজিৰা** বি. কামত উপস্থিত attendance. **হাজিৰা-বহী** কামত উপস্থিতি লিখি ৰখা বহী an attendance register.

**হাট** বি. নিৰ্দ্দিষ্ট দিনত বহুত মানুহ গোট খাই কিনাবেচা কৰা ঠাই a

fair, a periodical market. **হাট কৰ** ক্রি. হাটত বেচা কিনা কৰ। **হাটখোৱা** হাট ডাকি লৈ তাৰ উৎপন্ন ভোগ কৰা লোক a lessee of a market. **হাট-খোলা** হাট বহা ঠাই a market place. **হাট বাট** বি. হুতালি বতালি, মিলাপ্রীতি। **হাটেবাটে** য'তে ত'তে every-where.

**হাটকৰা** বিণ. হাট কৰিবলৈ যোৱা, হাটৰ ( বস্তু ) buying or selling in a market, bought or sold in a market.

**হাটী** বি. পঢ়াশলীয়া ছাত্ৰ বা সত্ৰৰ ভকত থকা শালীকৈ সজা ঘৰ সমূহ a row of residential houses attached to a religious institution or a school. **হাটোৱালী** বি. হাটত থকা ভুতুনী।

**হাঠা** খোজ কাঢ়া।

**হাড্ডি** বি. হাড় bones.

**হাড়** বি. মঙহৰ ভিতৰৰ টান ভাগ, অস্থি a bone. **হাড়ক মাটি কৰ, হাড়ক মাটি তেজক পানী কৰ** কঠোৰ পৰিশ্রম কৰ।

**হাড়-কাটনৰ** বিণ. নিজৰ হাড় ভাঙি অর্থাৎ বহু পৰিশ্রমেৰে উপার্জ্জন কৰা earned by one's hard labour. **হাড় থৰাহি** বিণ. ক্ষীণ, হাড় ছাল lean. **হাড়-ছাল** হাড় আৰু ছাল মাত্ৰ থকা, অতি ক্ষীণ very lean. **হাড়ত খোৱা** খাইও চিকণ হব নোৱৰা naturally lean. **হাড়ঘুমুচা** এবিধ লতা। **হাড়ত বন গজ** মৃত্যু হোৱাৰ অনেক দিন হ। **হাড়শুচি কৰ** সংস্কাৰ হ to purify. **হাড়ে লৈকে চিন** স্বভাৱ চৰিত্ৰ সকলো জান।

**হাড়ি** বি. বান্ধা, গুটীয়া a hobble for the legs of an animal. **হাড়িপা** বি. এ শ্রেণীৰ বৌদ্ধ যোগী Buddhistic saint. **হাড়ি মাৰ** অক. ধা. গুটীয়া মাৰ।

**হাড়ী** বি. মাটিৰ পাক পাত্ৰ, চৰু an earthen cooking vessel.

**হাত** বি. কিলাকুটিৰ পৰা আঙুলিৰ মূৰলৈকে অঙ্গ, হস্ত the hand, এহাত দীঘল জোখ one cubit length, চোলাৰ হাত, আস্তিন a sleeve, অধিকাৰ, সম্পর্ক power, connection. **হাত আহ** কোনো কাম তালকৈ কৰিব পৰা হ। **হাত উজান দে** কামত সহায় কৰ to assist. **হাত এৰ** খামোচ এৰ, তত্ত্বাবধান এৰ, বৰকৈ খৰচী হ। **হাত কৰ, হাত কৰি ল** বশ কৰ, আপোনাৰ অধীনলৈ আনা। **হাত-কৰত** এহাতেৰে চলাব পৰা সৰু কৰত a hand-saw. **হাত-কেৰেয়া** দোষীৰ হাতত বন্ধা লোৰ যতন handcuff. ক্রি. **হাত-কেৰেয়া** মাৰ। **হাত-খৰচ** অলপীয়া খৰচৰ কাৰণে হাতত ৰখা

ধন pocket expense. **হাত ঘড়ী** বি. হাতত পিন্ধা সৰু ঘড়ী wrist watch. **হাত চলা** হাতেৰে অভ্যাস কৰ to handle. **হাত চিগ** সহায় শূন্য হ to be helpless. বিণ. **হাত ছিগা**। **হাত-টান** কৃপণ miserly. **হাত-ঠাৰ** হাতেৰে দিয়া সঙ্কেত। **হাত-তালি** চাপৰি a clapping. **হাত তোল, হাত দাং** হাত বঢ়া। **হাতত সাবে** ভৰিত সাবে মনে মনে, কোনো শব্দ নকৰাকৈ। **হাত দি** স্পৰ্শ কৰ, চো। **হাত-দীঘল** ক্ষমতাশালী, সহজে নোপোৱা বস্তুকো যোগাৰ কৰিব পৰা। **হাত ধৰ, হাত ধৰি চল** নিয়মমতে অনুপীয়াকৈ কৰ, শীঘ্রে কৰিব নোৱৰা হ। **হাত ধো** সম্পৰ্ক এৰ, কৰিবলৈ এৰ। **হাত পাত** ভিক্ষা কৰ, সহায় খোজ। **হাত ফুৰা** হাত বুলা, লাহে লাহে হাতেৰে মোহাৰ। **হাত বলা** হাত চলা। **হাতবলী** দানী, দানশীল। **হাত বঢ়া** হাত তোল। **হাত বাউল, হাত বাউলি** আঁতৰত থকা মানুহক হাত জোকাৰি মতা সঙ্কেত। **হাত বাগৰা** আগেয়ে আনে ব্যৱহাৰ কৰা second hand. **হাত বুলা** হাত ফুৰা। **হাতে কলমে** নিজ হাতে কাম কৰি। **হাতে ভৰিয়ে ধৰ** কাকুতি মিনতি কৰ। **হাত ভেঁটি** ভাওৰ মানুহৰ ওচৰলৈ বাওঁতে নিয়া উপহাৰ। **হাতৰ মলি** সামান্য বস্তু। **হাত মোচাকানি** অলাগতীয়াল মানুহ, অপদাৰ্থ মানুহ। **হাত মোজা** হাতত পিন্ধা মোজা gloves. **হাত যোৰ, হাত যোৰ কৰ** কৰযোৰ কৰ। **হাত-লৰা** চোৰ স্বভাৱৰ। **হাত লগা** স্পৰ্শ কৰ, চো to touch, প্ৰহাৰ কৰ to strike. **হাত সাৰ** ৰক্ষা পৰ, কষ্টৰ পৰা উদ্ধাৰ পা। **হাত সাৰটি থাক** এলেহুৱা হ। **হাতলৈ চা** কোনো বস্তু পাবলৈ আশা কৰ।

**হাতনি** বিণ. সদায় ব্যৱহাৰ কৰা।

**হাতা-ওপৰা** উটা-পুটা, জোটাপোটা meddling.

**হাতালি** বি. খোলাকুটি, কোনো বস্তু ওপৰলৈ দলিয়াই আকৌ হাতেৰে ধৰা ধেমালি।

**হাতিমতাই** বি. আৰবদেশীয় এজন অতিথি পৰায়ণ লোক।

**হাতিয়াৰ, হাথিয়াৰ** বি. হাতেৰে ব্যৱহাৰ কৰা অস্ত্ৰ tools.

**হাতী** বি. গজ, কৰী, হস্তী an elephant. **হাতী খুজীয়া** বিণ. হাতীৰ খোজ যেন বহল ডাঙৰ। **হাতী খুতৰা** বি. এবিধ কাঁইটীয়া খুতৰা শাক। **হাতীদঁতীয়া** বিণ. হাতীৰ দাঁতৰ দৰে গোটা আৰু দীঘল। **হাতীপটি** আকাশত ওলোৱা সৰু সৰু তৰাৰ শাৰী the milky way, হাবিৰ মাজৰ হাতী চলাচল কৰা বাট। **হাতী পোক**

মাটিৰ ভিতৰত থকা এবিধ ডাঙৰ পোক। **হাতমুৰীয়া** হাতীৰ মুৰৰ দৰে। **হাতীশুঁড়ীয়া** এবিধ বন, তাৰ হাতীৰ শুঁড়ৰ আকৃতিৰ ফুল থাকে। **হাতী হিমেজু** বলিয়া হোৱা হাতীৰ কাণ সঁতাৰ পৰা ওলোৱা এবিধ ৰস।

**হাতীনা** বি. ভাতী a bellows.

**হাতুৰী** বি. কোনো বস্তু মৰিয়াবলৈ নাল লগাই লোৱা এডোখৰ লো বা কাঠ a hammer. ক্রি. **হাতুৰী মাৰ, হাতুৰিয়া।**

**হাতে পতি** ক্রি. বিণ. হাতে হাতে, প্রতি হাতত in each hand, প্রতি হাতত per each cubit.

**হাতে পাতে** ক্রি. বিণ. এটায়ে মিলি ধৰা ধৰিকৈ jointly.

**হাতে লোতবে ধৰ চুৰ** কৰা বস্তু হাতত থাকোঁতেই অর্থাৎ কোনো বেয়া কামত লাগি থাকোঁতেই ধৰ বা দেখা পা to catch red-handed.

**হাতে হাতে** ক্রি. বিণ. প্রত্যেকৰ হাতত, হতাহতিকৈ, তেতিয়াই অবিলম্বে।

**হাতোৰা** বি. জন্তুৰ আগ ঠেঙৰ আঙুলি আৰু নখে সৈতে সেই চোৱা the claw of a beast of prey.

**হাদাং, হাদাঙি, হাদানি** বিণ. উদণ্ডীয়া, সাৱধান লওঁতা নাইকিয়া। অক. ধা. **হাদাঙি মেল** উদং মেল।

**হাদাম** বি. দমাই খোৱা বস্তু a heap, চাং a high platform.

**হাদিৰা** বিণ. 'হাজিৰা' চোৱা।

**হাডুম** বি. দৌৰি খেলা এবিধ খেল, হৈ খেদা।

**হাডুৱা** অক. ধা. মুখামুখি কৰি সোধ।

**হান** সক. ধা. খোঁচ, জোঙা অস্ত্রেৰে বিন্ধ to pierce. বি. জোঙা অস্ত্রেৰে কৰা প্রহাৰ, খোঁচ। সক. ধা. **হান-মাৰ** খোঁচ মাৰ।

**হানি** বি. নাশ destruction, লোকচান damage. **হানি কৰ** সক. ধা. নাশ কৰ, নষ্ট কৰ to destroy, to damage. বিণ. নাশকাৰক। **হানি পৰ হানি হ** নাশ হ, নষ্ট হ। বিণ. **হানি পৰা, হানি হোৱা।**

**হাপা** বি. 'হেঁপা' চোৱা।

**হাপানি** বি. শ্বাস কষ্ট ৰোগ asthma.

**হাফ্** আধ half।

**হাফলু** বি. ঠাইতে দ'ম পাতি থকা ওখ মাটি, উই পৰুৱা আদিয়ে তোলা মাটিৰ দ'ম a hillock, an anthill.

**হাফালা** বি. "হাঁকোলা" চোৱা।

**হাফিজ** বি. পাৰস্য দেশীয় এজন কবিৰ নাম।

**হাবাং, হেবাং** বিণ. নির্বোধ, ভোদা, অকামিলা stupid, worthless.

**হাবাথৰি** বি. ভাগৰ, ক্লান্তি weariness, fatigue. অক. ধা. **হাবাথৰি খা** বৰকৈ শ্ৰম কৰ। **হাবাথৰি লাগ** বৰকৈ ভাগৰ লাগ। বিণ. **হাবাথৰীয়া**।

**হাবাথুৰী** বি. 'হাবাথৰি' চোৱা।

**হাবি** বি. অৰণ্য, জঙ্গল a forest, a jungle.

**হাবিকৰ** সক. ধা. জাবৰ জোথৰ পেলাই অপৰিষ্কাৰ কৰ। **হাবিজাবি** বিশৃঙ্খল, খেলিমেলি। **হাবিয়নি** বননি। **হাবিয়লীয়া** হাবিত থকা living in a jungle, wild. **হাবিয়াল** হাবিত থকা বা কাম কৰা মানুহ।

**হাবিদা** সক. ধা. হাচুৰা, পৰস্পৰ বিৰোধী দুজন মানুহৰ এজনক আন জনেৰে মুখামুখি কৰি সোধ to confront one another.

**হাবিয়াহ, হাবিলাষ** বি. অভিলাষ, হেঁপাহ, আগ্ৰহ longing, intense desire.

**হাবিলদাৰ** বি. সেনানায়ক বিশেষ।

**হাবুং** বিণ. দূৰণিৰ ঠাই distant place.

**হাবুৰুকা** বি. বোকাত মাটি তোলা এজাতি কেচু।

**হামকুৰি** বি. 'হাম্‌খুৰি' চোৱা।

**হামখুৰি** বি. মুখ থেকেচা খাই সমুখৰ ফালে পৰা কাৰ্য্য a stumble with the face downwards. অক. ধা. **হামখুৰি খা** মুখ থেকেচা খাই তললৈ মুখ কৰি পৰ।

**হামৰাও** বি. শোক আৰু আদৰেৰে কথা স্মৰণ। **হামৰাও কাঢ়** ক্ৰি. শোক বা আদৰেৰে স্মৰণ কৰ।

**হামা, হাম্বা** গৰুৰে মতা মাত।

**হামাম** গাধোৱা ঘৰ bath room.

**হামাৰ ভাৰে** ক্ৰি. বিণ. প্ৰচুৰ পৰিমাণে abundantly.

**হামাহি** বি. গাহৰি, পলম procrastination, delay.

**হামি** বি. টোপনি ধৰাত বা ভাগৰ লগাত আপোনা আপুনি মুখ মুকলি হৈ ওলোৱা বায়ু a yawn. অক. ধা. **হামি মাৰ, হামিয়া** to yawn.

**হামীৰ** বি. এবিধ জামীৰৰ নিচিনা টেঙা ফল।

**হামো** (পু. অ.) মই, আমি।

**হামোকা** বিণ. এঢলীয়া, কাতি হোৱা leaning. বি. ঢোকা a prop. অক. ধা. **হামোকা খা** একতীয়া হ to incline.

**হামোৰ কামোৰ** বি. বৰ আগ্ৰহেৰে কৰা কাৰ্য্য।

**হামোৰণি** বি. পাক লৈ জলৰ পানীয়ে ওপৰলৈ কৰা গতি a whirling or eddying of a current, পেট পকোৱা griping pain in the bowels.

**হায়, হায় হায়** (অব্যয়) শোক প্ৰকাশ কৰা মাত।

**হায় ঔ-বি ঔ** বি. শোকভয়, বা আশ্চৰ্য্য প্ৰকাশ কৰা ডাঙৰ মাত। অক. ধা. **হায়-ঔ বি ঔ লাগ।**

**হাৰ** অক. ধা. পৰাস্ত হ, ঘাট to be defeated. বি. **হাৰণ। হাৰক** হৰণ কৰোঁতা, গুচাওঁতা a remover, ভাজক a divisor. কৃদ. কৰ্ত্তা. **হাৰোঁতা।** স্ত্ৰী. **হাৰঁতী।**

**হাবহিট্লাব** গণতন্ত্ৰ শাসনৰ বিৰুদ্ধে যুদ্ধ কৰা এজন বীৰপুৰুষ।

**হাৰ** বি. সোণৰ বা হীৰা-মুকুতা আদিৰ মালা-মণি a necklace made of gold or other metals.

**হাৰ গোঁথলী** বি. সোণৰ হাৰত দিয়া গোঁথলীৰ নিচিনা, ঘনাইক গোঁথনী দিয়া a plaiting of several strands.

**হাৰমাল** বি. গলগ্ৰহ, এৰাব নোৱৰা লেঠা something burdensome and unavoidable.

**হাৰমোনিয়াম** বাদ্যযন্ত্ৰ বিশেষ।

**হাৰলি** বি. মেজি,' মাঘৰ বিহুত পুৰিবলৈ গোটোৱা খৰিৰ দ'ম।

**হাৰামজাদা** বি. দুষ্ট, নীচ a wicked person, a base-born.

**হাৰামৰ মেওৰ** বি. বৰ দুৰ্জ্জন, বিণ. সাংঘাটিক দুষ্ট very wicked.

**হাৰামী** বিণ. অসৎ, দুষ্ট dishonest, wicked.

**হাৰাশাস্তি** বিণ. বৰ দুখকষ্ট পোৱা, হাইৰাণ harassed, wearied.

**হাৰি** বি. হীন জাতিৰ মানুহ a man of the sweeper caste. স্ত্ৰী. **হাৰিণী। হাৰিতী** বি. বৌদ্ধধৰ্ম্মৰ বিশ্বাসত স্থান পোৱা এজনী দেৱীৰ নাম।

**হাৰী** বিণ. হৰণ কৰোঁতা, দূৰ কৰোঁতা (দুঃখহৰা) removing. স্ত্ৰী **হাৰিণী।**

**হাৰুৱা কপৌ** বি. এজাতি ডাঙৰ কপৌ।

**হাৰোঁতা** কৃদ. বি. পৰাস্ত হওঁতা, যিয়ে হাৰে one who is defeated.

**হাৰ্কিউলাচ** গ্ৰীচদেশৰ প্ৰাচীন গ্ৰন্থত উল্লেখ থকা এজন মহা শক্তিশালী বীৰ।

**হাৰ্য্য** বিণ. ভাগ কৰিবৰ যোগ্য to be divided. বি. ভাজ্য the number to be divided.

**হাল** বি. নাঙল-যুৱলি; আদি মাটি চহোৱা যতন ploughing implements collectively, হুটা, এযোৰ a couple, গাড়ীৰ চকাৰ পিঠিয়াৰ ওপৰত মেৰাই দিয়া লো। **হাল বা** অক. ধা. নাঙলেৰে মাটি চাহ কৰ। **হাল মেল** হাল বাব এৰি গৰু বা ম'হ মেলি দে to stop ploughing. **হাল খতি** কোনো তিথি বা পৰ্ব্ব উপলক্ষে হাল বোৱা বন্ধ কৰা।

**হাল** বিণ. বৰ্ত্তমান, চলি থকা present, current.

**হাল** বি. প্ৰাকৃত ভাষাত কবিতা লিখা এজন কবিৰ নাম name of a poet.

**হালত** অবস্থা condition.

**হালুপতা** বি. লো আদি ধাতুৰ সৰু পাট বা চিৰি a clamp, a hinge.

**হালধি** বি. হালধীয়া বৰণৰ আঙ্গাৰ লগত মচলা স্বৰূপে ব্যৱহাৰ হোৱা এবিধ মূল আৰু তাৰ গছ। বিণ. **হালধীয়া** হালধিৰ বৰণৰ yellow.

**হালাল, জবই** বি. কোৰানৰ মন্ত্ৰ পঢ়ি কোনো জন্তু ঈশ্বৰৰ নামে উছৰ্গা কৰি তাৰ টেঁটুটো কটা কাৰ্য্য the killing in the name of God.

**হালি** বি. নাৱৰ টিঙত বন্ধা ডাঙৰ বৰি-বঠা a rudder.

**হালি-জালি** ক্ৰি. বিণ. এবাৰ একাল-লৈ এবাৰ আন কাললৈ হালি moving to and fro.

**হালিচা, হালচা** বি. এপুৰাৰ চাৰি-ভাগৰ এভাগ, বিঘা about ⅓rd of an acre of land.

**হালিম** বি. এবিধ শাক garden cress.

**হালুক** বিণ. দুৰ্ব্বল weak.

**হালে বাণে** ক্ৰি. বিণ. ৰঙে ধেমালিয়ে hilariously.

**হালে হালে** ক্ৰি. বিণ. দুটা দুটাকৈ, যোৰে য়োৰে in pairs.

**হালৈ** বি. অসমৰ এজাতি মানুহ।

**হালোৱা** বি. এবিধ মিঠাই। **হালোৱাই** মিঠাইবালা।

**হালোৱা** বি. হাল বোৱা বা নাঙলেৰে মাটি চহোৱা মানুহ a peasant. বিণ. হাল বোৱা, চহা rural, labouring, হালত ব্যৱহাৰ কৰা used in ploughing.

**হাল্লা** বি. হাই-কাজিয়া, গোলমাল a broil, noise.

**হাৱলদাৰ** বি. পলটনৰ এজন বিষয়া a native sergeant.

**হাৱা** বি. বায়ু, বতাহ air, wind. **হাৱা খা** অক. ধা. মুকলি ঠাইৰ নিৰ্ম্মল বায়ু সেৱন কৰ to enjoy pure air in open place. **হাৱা গাড়ী** বি. মটৰ গাড়ী motor. **হাৱাপানী** জলবায়ু climate.

**হাৱৈ** বি. ওপৰলৈ উৰি যোৱা এবিধ খাৰ বাজী a rocket.

**হাস** অক. ধা. হাঁহ to laugh. **হাসি** বি. হাঁহি a laughter.

**হাস্পাতাল** বি. বেমাৰী মানুহ চিকিৎসাৰ নিমিত্তে থকা ঘৰ, ঔষধ দিয়া ঘৰ hospital.

**হাস্য** বি. হাঁহি a laughter. **হাস্য-কৰ** অক. ধা. হাঁহ to laugh. **হাস্যকৰ** বিণ. ঠাট্টা বা উপহাসৰ যোগ্য ludicrous. **হাস্যৰস** হাঁহি উঠা ভাব। **হাস্যাস্পদ** নিন্দাৰ-ভাজন a laughing stock.

**হাহাকাৰ** বি. উচ্চ শব্দেৰে কৰা দুখ প্ৰকাশ, শোক দুখৰ শব্দ sound of grief, lamentation. অক. ধা. **হাহাকাৰ লাগ, হাহাকাৰ কৰ**। **হা-হুমুনিয়াহ** বি. দুখবেজাৰ প্ৰকাশ কৰা মাত।

**হি** (অব্যয়) নিশ্চয়, ঠিক আদি বুজোৱা অব্যয় (পালেহি, দেখা দিলেহি)।

**হিউ** (পু. অ.) হিয়া, সাহস courage.

**হিউয়েন চাং** চীনদেশীয় এজন দেশ ভ্ৰমণকাৰী।

**হিং** বি. এবিধ চোকা গোন্ধ থকা গছৰ আঠা।

**হিংস** সক. ধা. হিংসা কৰ to injure. বি. **হিংসা** অপকাৰ, শত্ৰুতা, অহিত injury, mischief. সক. ধা. **হিংসাকৰ**। **হিংসক, হিংস্ৰুক** বি. অপকাৰী, লোকৰ অহিত কৰা। **হিংসন** হিংসা কৰা কাৰ্য্য। **হিংসা-কুৰীয়া** হিংস্ৰুক, খিয়লীয়া envious, malicious. **হিংসাহিংসি** খোঁচা-খুচি, খিয়লা খিয়লি। **হিংহিং-কিট-কিট্** কেটেৰ জেঙেৰ angry speech.

**হিংসাত্মক** যি কাৰ্য্যৰ অন্তৰালত হিংসা আছে।

**হিংহিঙা** সক. ধা. কেট কেটা, খং কৰি কথা ক। **হিংহিঙীয়া** বিণ. খিংখিঙীয়া।

**হিঁহিঁহিঁ** বি. ঘোঁৰাই মতা মাত neighing of a horse.

**হিঁকটি** বি. ডিঙিত খুন্দাখাই হঠাৎ হোৱা নিশ্বাস a hiccup. ক্ৰি. **হিঁকটিয়া, হিঁকটিমাৰ, হিঁকটি আহ**।

**হিঙুল** বি. হেঙুল, পাৰা আৰু গন্ধকৰ পৰা হোৱা ৰঙা বস্তু cinnabar.

**হিচ্‌হিচ্** বিণ. প্ৰচুৰ, অনেক abundant, plentiful. **হিচ খা** অক. ধা. ঠাহ খা।

**হিচাপ, হিচাব** বি. জমা খৰচ বা পাব দিবলগীয়া ধন বস্তুৰ লেখ an account. ক্ৰি. **হিচাপ কৰ**।

**হিজৰী** বি. খৃষ্ট জন্মৰ ৬২২ বছৰৰ পাছত মহম্মদ মক্কাৰ পৰা মদিনালৈ পলাই যোৱাৰ পৰা গণনা কৰা মুচলমানী চন।

**হিজল** বি. এবিধ দ ঠাইত হোৱা গছ।

**হিজিবিজি** বিণ. একাবেঁকা, বুজি নোপোৱা।

**হিটহিট** (অনু. শব্দ) টান বস্তুৰে পৰস্পৰ খুন্দা খোৱাত হোৱা শব্দ, বহু মানুহৰ সমাগমৰ পৰা হোৱা শব্দ। অক. ধা. **হিটহিটা**। বি. **হিটহিটনি**।

**হিত** বিণ. উপকাৰী, শুভ, মঙ্গলজনক good, beneficial. বি. উপকাৰ, মঙ্গল, কল্যাণ good, welfare, benefit. **হিতকৰ, হিতকাৰী** বিণ. উপকাৰী, মঙ্গলজনক beneficial, favourable. স্ত্ৰী. **হিতকৰী**,

· হিতকাৰিণী। হিতবাদী হিত বা উপকাৰী কথা কোৱা। হিতাহিত ভাল বেয়া, শুভাশুভ। হিতাকাঙ্খা উপকাৰ কৰিবৰ ইচ্ছা। হিতৈষী বিণ. শুভকামী। স্ত্ৰী. হিতৈষিণী। হিতোপদেশ বি. সুপৰামৰ্শ, সঙ্ক-আৰ্দ্ধ।

হিন্দী বি. উত্তৰ ভাৰতৰ ভাষা Hindi.

হিন্দু বি. সনাতন পন্থী ভাৰতীয় জাতি, বেদ পুৰাণ আদি শাস্ত্ৰৰ মতে চলা জাতি Hindu. হিন্দুস্থান পূৰ্ব্বকালত হিন্দুবিলাকে বাস কৰা ঠাই। হিন্দুস্থানী হিন্দুস্থানৰ, হিন্দুস্থানত হোৱা বা ওপজা, এটা ভাষা।

হিন্দোল অক. ধা. 'হেন্দোল' চোৱাঁ।

হিব্ৰু বি. ইহুদি জাতিৰ মানুহ a Hebrew, ইহুদি জাতিৰ মাতৃভাষা the Hebrew language.

হিম বি. নিয়ৰ, বায়ুৰ লগত মিহলি হৈ থকা পানীৰ ভাপ, বৰ জাৰত গোট খোৱা নিয়ৰ, বৰফ dew, frost, snow. হিমকৰ বি. চন্দ্ৰ the moon. হিমগিৰি হিমালয় পৰ্ব্বত the Himalayas. হিম শিলা পানীশিল, বৰফ snow. হিমাংশু চন্দ্ৰ, জোন the moon. হিমাচল বি. হিমালয়, the Himalayas. হিমাচল প্ৰদেশ উত্তৰ ভাৰতৰ এখন প্ৰদেশৰ নাম। হিমাদ্ৰি বি. হিমালয় পৰ্ব্বত। হিমানী বি. বৰফ snow. হিমালয় ভাৰতবৰ্ষৰ উত্তৰ সীমাত থকা পৃথিবীৰ ভিতৰত আটাইতকৈ ওখ পৰ্ব্বতমালা the Himalayas—range of mountains.

হিমু এজন হিন্দু মন্ত্ৰীৰ নাম।

হিমেজু বি. হাতীৰ মদবাৰি, বলিয়া-তিওৰা হাতীৰ কাণসতাৰ পৰা বোৱা ৰস fluid coming out from the temples of an elephant in rut.

হিম্মত পৌৰুষ, বীৰত্ব bravery.

হিয়া বি. বুকু the breast, অন্তঃকৰণ the heart. হিয়াৰ কড়ি বুকুৰ তলত জোৰাই থকা ওলমি থকা হাড়। হিয়া ঢাকুৰ, হিয়া ভুকুৰা হিয়াত চপৰিয়াই শোক প্ৰকাশ কৰ। হিয়া জালো বুকুৰ কলিজা the heart.

হিয়ালি-জিয়ালি বি. 'আউলী-বাউলী' চোৱাঁ।

হিৰ বি. কাটিবলৈ সিজোৱা মুগাৰ পৰা ওলোৱা দীঘল আঁহ। হিৰ উঠ, হিৰ দি মুগা কাটোতে ভালকৈ আঁহ ওলা।

হিৰণ্ময় বিণ. সোণেৰে সজা বা প্ৰস্তুত কৰা made of gold, সোণৰ নিচিনা like gold.

হিৰণ্য বি. সোণ gold. হিৰণ্য-কশিপু প্ৰহ্লাদৰ পিতাক। হিৰণ্য-গৰ্ভ ব্ৰহ্মা।

**হিৰ্‌হিৰ্‌** (অনু. শব্দ.) মেঘৰ গাজনিৰ নিচিনা শব্দ। অক. ধা. **হিৰ্‌হিৰা**। বি. হিৰ্‌হিৰণি।

**হিৰোডটাচ্‌** বুৰঞ্জীবিদ্‌ এজন পণ্ডিতৰ নাম।

**হিলৈ** বি. খাৰ বাৰুদ দি গুলি মৰা অস্ত্ৰ, বন্দুক a gun. ক্ৰি. **হিলৈ মাৰ** বন্দুক মাৰ, গুলিয়া। **হিলৈ খাৰ** বন্দুক মাৰিবলৈ ব্যৱহাৰ কৰা খাৰ। **হিলৈ গুটি** বন্দুকৰ গুলি। **হিলৈদাৰি** বি. হিলৈৰে যুঁজা চিপাহি a soldier armed with a gun.

**হিল্লোল** বি. তৰঙ্গ, ঢৌ, ঊৰ্ম্মি wave.

**হিষ্টিৰিয়া** বি. উত্তেজনাময় বায়ুৰোগ বিশেষ।

**হীন** বিণ. নথকা, শূন্য void of, bereft of, নীচ, অধম mean, low. **হীনডেটি** বঢ়াটুটা, কম-বেচ more or less.

**হীনমন্যতা** বি. নিজকে হীন বুলি ভবা।

**হীৰক, হীৰা** বি. এবিধ বহুমূলীয়া পাথৰ diamond. **হীৰাকণি** সৰু হীৰা।

**হীৰা** বি. মাটিৰ পাত্ৰ গঢ়া এজাতি মানুহ a potter. **হীৰা গঢ়া** হীৰাই গঢ়া।

**হীৰাকচ** বি. লোৰ কহৰ পৰা তৈয়াৰ কৰা এবিধ সেউজীয়া পদাৰ্থ sulphate of iron.

**হুইঃ, হুই ঔ** (অব্যয়.) বনৰীয়া জন্তু খেদা হাবিতলীয়া মানুহৰ মাত a cry used for driving away wild beasts.

**হুই সুই** ক্ৰি. বিণ. হয় নে নহয়। **হুইহাই** বি. চিঞৰ বাখৰ।

**হুইটমেন** আমেৰিকাৰ এজন প্ৰসিদ্ধ কবি।

**হুইল** বি. চকা।

**হুঁ** (অব্যয়) দুখ প্ৰকাশ কৰা মাত interjection of pain or sorrow.

**হুঁচ** বি. চেতনা, গম sense, consciousness.

**হুঁচৰি** বি. বহাগৰ বিহুত ঢোল পেঁপা বজাই জুম বান্ধি নাচ-গান কৰি ফুৰা মানুহৰ জুম। অক. ধা. **হুঁচৰি গা**।

**হুঁচিয়াৰ** বিণ. সাৱধান, নিপুণ careful, skilful.

**হুঁটা** বি. টান, কোমল নোহোৱা hard, not softened, অশিষ্ট, কঠুৱা rude, rough. **হুঁটাই** ক্ৰি. বিণ. নিসিজাকৈ, কোমল নোহোৱাকৈ। **হুঁটাই-টাই** বি. লৰালৰি, খৰধৰ। **হুঁটুঙা হুঁটুং** বিণ. ওখ চাপৰ।

**হুক্‌** বি. লোহাৰ অঙ্কুশ।

**হুক হুক কৰে** ক্ৰি. বিণ. শোকত হুক হুক শব্দ কৰি।

**হুকাৰ** ইংলেণ্ডৰ এজন গল্প লিখক।

**হুকি** বি. ডাঙৰকৈ দিয়া ডাবি। অক. ধা. **হুকি মাৰ**।

**হুকিয়া** বি. **হুকিয়াহুকি** পৰস্পৰ ডবিয়াডবি কৰা কাৰ্য্য।

**হুকুম** বি. আজ্ঞা, আদেশ, অনুমতি order, command, permission. **হুকুমদাৰ** বি. যি আদেশ দিয়ে। **হুকুমনামা** আজ্ঞাপত্ৰ a written order.

**হুকুমা** বি. মাছৰ পেটৰ বতাহৰ জোলোঙা, এবিধ কাঠিৰে সজা মাছ ধৰা যতন।

**হুঙ্কাৰ** বি. গোজৰণি act of roaring.

**হুচ** বি. একেলগে পৰা বহুত কাম, কামৰ হেঁচা।

**হুচেইন চাহ** অসম আক্ৰমণকাৰী গৌড়াধিপতি।

**হুজ** বি. জুম পাতি থকা অনেক লোক, সমদল a multitude of persons. **হুজপাত** ক্ৰি. বহুত লোক গোট খা to assemble. বি. **হুজ যাত্ৰা** শোভা যাত্ৰা a procession.

**হুজুগ** বি. জনৰব, মুখে মুখে শুনা কথা a rumour, hearsay.

**হুটহুট** (অনু. শব্দ.) টান বস্তুৰে টান বস্তুৰে ঘনে ঘনে আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ। অক. ধা. **হুটহুটা**। বি. **হুটহুটনি**।

**হুটুৰ** (অনু. শব্দ.) টান বস্তুত লাগিলে হোৱা শব্দৰ নিচিনা শব্দ। ক্ৰি. বিণ. **হুটুৰাই, হুটুৰ কৰে**।

**হুণ্ডী** বি. আন ঠাইত পাবৰ নিমিত্তে এঠাইত ধন দিয়াৰ প্ৰমাণ পত্ৰ bill of exchange, a draft. **হুণ্ডীয়ানা** হুণ্ডী ভঙাই নগদ টকা দিয়াৰ বাবে দিয়া ওপৰঞ্চি মাচুল discount.

**হুতাশন** বি. অগ্নি, জুই fire, বিণ. **হুতাশনীয়া** জুইৰ নিচিনা নষ্ট বা ধ্বংস কৰা, খোৱা খুলীয়া prodigal, wasteful, দুৰ্কপলীয়া unfortunate. স্ত্ৰী. **হুতাশিনী**।

**হুতাহ** বি. বৰকৈ লগা ভোক বা পিয়াহ a strong desire for food and drink, হেপাহ, হাবিয়াহ a strong desire.

**হুদু** বি. এবিধ ফেচা জাতিৰ ডাঙৰ চৰাই।

**হুন** বি. কমতি, হানি deficiency, loss. অক. ধা. **হুনউঠ** হানি বা লোকচান পূৰ হ। **হুন তোল** ক্ষতিপূৰণ কৰ।

**হুনু, হুনো** 'হেনো' চোৱা।

**হুবহু** (অব্যয়) ঠিক তেনে, অবিকল exactly similar.

**হুমঠালি** বি. মইমতালি, গগুপ conceit, pride.

**হুম্‌হুম্** (অনু. শব্দ.) বহুত দূৰৈত মেঘৰ বা আন গাজনিৰ শব্দ। অক. ধা. **হুম্‌হুমা**। বি. **হুম্‌হুমনি**। **হুম্ হুম্** গিৰ্ গিৰ্ ঘনে ঘনে হোৱা মেঘৰ গাজনি।

**হুমাজাপে** ক্ৰি. বিণ. একেলগে, বহুত একলগ হৈ together.

**হুমিয়া** অক. ধা. গর্জন কৰ, অপকাৰ বা প্ৰতিকাৰ কৰিবলৈ আনৰ আগত ভাবি দি to threaten to injure.

**হুমুনিয়াহ** বি. দুখ প্ৰকাশ কৰা দীঘল নিশ্বাস a sigh. **হুমুনিয়াহ কাঢ়** মনৰ দুখত দীঘল নিশ্বাস পেলা।

**হুৰ্** (অব্যয়.) চৰাই খেদোৱা মাত a cry to frighten away birds. **হুৰ্ খা** ভয় খাই চাৰিওফালে উৰি যা। **হুৰখুৱা** ভয় খুৱাই খেদাই দি।

**হুৰ্** অক. ধা. ভাগৰ, একেটা কামকে ঘনাই ঘনাই কৰি হাইৰাণ হ to be tired of.

**হুৰমুৰ** বিণ. লৰালৰি, খৰ খৰ prompt.

**হুৰ্মৎ** বি. মৰ্য্যাদা, মান honour, dignity. **হুৰমতৰ দাবি** মানহানিৰ ক্ষতিপূৰণ পাবলৈ কৰা ওজৰ।

**হুৰ্হুৰ** (অনু. শব্দ.) ওপৰৰ পৰা পানী বা আন লক লক বস্তু বেগেৰে পৰিলে হোৱাৰ নিচিনা শব্দ। অক. ধা. **হুৰ্হুৰা**। বি. **হুৰ্হুৰণি**। বিণ. **হুৰ্হুৰীয়া**। ক্ৰি. বিণ. **হুৰ্হুৰ্ কৰে**।

**হুৰা** বিণ. খৰাং, বৰষুণ নথকা dry and hot, rainless.

**হুৰাওবাৰে, হুৰাও বাওকৈ** ক্ৰি. বিণ. চিঞৰি বা উচ্চ শব্দ কৰি (কন্দা) loudly (said of crying.)

**হুৰামুৰা, হুৰামুৰি, হুৰাহুৰি** বি. বহুলোকে কৰা হাইকাজিয়া বা গণ্ডগোল a noisy quarrel. **হুৰিমাৰি** বহুত মানুহে একেবাৰেই গিৰ্জনি মাৰি।

**হুৰুক** সক. ধা. জোঙা বস্তুৰ আগেৰে খুঁচি একৰা, ঘোক, খোক to scoop or gouge out.

**হুৰুস্** (অনু. শব্দ) কোনো ডাঙৰ বা গধুৰ বস্তু ওপৰৰ পৰা মাটিত পৰোঁতে হোৱাৰ দৰে শব্দ। **হুৰুসাই** ক্ৰি. বিণ. হুকস্ শব্দ কৰি।

**হুল** বি. সৰু কাঁইট বা জোঙা বস্তু a small thorn. **হুলচাঁচ** কাৰো বিৰুদ্ধে গোপন ষড়যন্ত্ৰ কৰ, কাৰো অপকাৰ কৰিবলৈ মন্ত্ৰণা কৰ to conspire against.

**হুলদিল** বি. হুলস্থুল, তোলপাৰ tumult, sensation, উগুল থুগুল anxiety.

**হুলস্থুল** বি. তোলপাৰ, গোলমাল tumult, disturbance.

**হুলা** বি. মাটি খোঁচা এমূৰ জোঙা ফলীয়া বাঁহ।

**হুলাবাৰি, হুলামাৰি** বি. বিৰিয়া, ধানৰ ডাঙৰি বা বেৰ আদি কঢ়িওৱা দুইমূৰ জোঙা এচটা বাহ।

**হুলি** বিণ. 'হাই হুই' চোৱা।

**হুলুকিয়া** অক. ধা. ঘাৰ ভিতৰত কেৰমেৰ কৰি বল বাহিৰ কৰ

(পোকত খাটে) to cause matter to ooze out.

**হূণ** বি. ভাৰতৰ উত্তৰ ফালে বাস কৰা এটা প্ৰাচীন জাতি Hun.

**হৃৎপিণ্ড** বি. কলিজা heart. **হৃত** বিণ. অপহৃত।

**হৃদ্‌কম্পন, হৃদি কম্প** বি. বুকুৰ কঁপনি the trembling of the heart.

**হৃদয়** বি. বুকু, হিয়া, মন the breast, the heart, the mind. **হৃদয়গ্ৰাহী** চিত্তাকৰ্ষক, সুন্দৰ pleasing to the heart, lovely. **হৃদয়ঙ্গম** মনত লগা impressed on the mind. **হৃদ্‌গত** মনোগত conceived.

**হৃদয়বান** সহৃদয়, কোমলচিত্ত, উদাৰ।

**হৃদি** বি. হৃদয়ত at heart.

**হৃদ্য** বি. মনোগত, প্ৰিয়, মনোহৰ beloved, dear, beautiful. **হৃদ্যতা** বন্ধুতা intimacy, আন্তৰিকতা heartiness, **হৃদ্যতম** প্ৰিয়তম।

**হৃষিকেশ** বি. বিষ্ণু, কৃষ্ণ।

**হৃষ্ট** বিণ. আনন্দিত, প্ৰফুল্ল delighted, pleased. **হৃষ্টচিত্ত** আনন্দিত, সন্তোষিত। ক্ৰি. বিণ. **হৃষ্টচিত্তে**।

**হৃষ্টপুষ্ট** বিণ. নোদোকা, তেজাল stout and cheerful, plump.

**হে** (অব্যয়) মান্য বা সমনীয়া লোকক সম্বোধন কৰা মাত, কেৱল, মাত্ৰ, যাথোন only.

**হে, হেহে** (অব্যয়) বাধা বা বিৰক্তি বুজোৱা শব্দ।

**হেংদাং** আহোম ৰজাই বা সেই কালৰ ডাঙৰ লোকে ব্যৱহাৰ কৰা তৰোৱাল a kind of sword carried by the Assam kings or noble men.

**হেঃ** (অব্যয়) বিৰক্তি বা ঘিণ প্ৰকাশ কৰা অব্যয়।

**হেঁকটি** বি. ভিতিত খুন্দা খোৱা নিশ্বাস a hiccough. অক. ধা. **হেঁকটি মাৰ, হেঁকটিয়া**।

**হেঁকা** বি. কষ্ট, পৰিশ্ৰম trouble. **হেঁকাওলা** বৰ কষ্ট পা বা শ্ৰান্ত হ to be tired.

**হেঁকাই** (অব্যয়) আনৰ দুখ কষ্টত আনন্দ প্ৰকাশ কৰা মাত।

**হেঁকাৰ** অক. ধা. চিঞৰি মাত বা সম্বোধন কৰ to call loudly.

**হেঁকেচ কেচ** বি. হেঁকেৰ-পেঁকেৰ, উখনা-উখনি, সামান্য বাধা-বিঘিনি।

**হেঁকেচা** বিণ. হেঁকেৰা, বেঁকা crooked, bent.

**হেঁকেৰ-পেঁকেৰ** বি. মনোমালিন্য, হেকেচ-কেচ, লৰক-ফৰক। ক্ৰি. বিণ. **হেঁকেৰ-পেঁকেৰকৈ**।

**হেঁকেৰা** বিণ. বেঁকা, ভাঁজলোৱা oblique, inclining, পোনাই

খোজ কাঢ়িব নোৱৰা। স্ত্রী. হেঁকেৰী।

**হেঁকেৰা হেঁকেৰি** বিণ. বেঁকাবেঁকি।

**হেঁকো** (অব্যয়.) আনৰ দুখ বা বিপদ দেখি সন্তোষ প্রকাশ কৰা মাত।

**হেঁকো-জেঁকো** বি. অতি কষ্ট বা জঞ্জাল great difficulty or trouble. ক্রি. বিণ. **হেঁকো-জেঁকোকৈ**।

**হেঁচ** সক. ধা. ঠেল, বলেৰে ভৰ দি ধৰ বা চেপ to push. বি. **হেঁচন**। অক. ধা. **হেঁচনি খা, হেঁচা খা**। সক. ধা. **হেঁচনি মাৰ, হেঁচা মাৰ** ঠেল, তললৈ দবাই ধৰ। বি. **হেঁচা** ঠেলা, ভৰ, চেপা a push, a pressure. **হেঁচনী** বি. আন বস্তুক হেঁচি ৰাখিবলৈ দিয়া বস্তু a weight for pressure.

**হেঁচা-টেপা** বি. হেঁচা-হেঁচি, ঠেলা-ঠেলি।

**হেঁচা-হেঁচি** বি. হেঁচা-টেপা act of pushing each other.

**হেঁচোক** সক. ধা. ঠেলি to push. বি. ঠেলা a push. **হেঁচোক মাৰ** ঠেলা মাৰ।

**হেঁটুলুকা** বি. ঠোঁট ৰঙা গা সেউজীয়া বৰণৰ সৰু চৰাই a kind of bird.

**হেঁপা** অক. ধা. ঘনেঘনে উশাহ ল, ফোঁপা to pant, to breathe hard. ক্রি. বিণ. **হেঁপাই-ফোঁপাই** ফোঁপাই জোপাই।

**হেঁপা** বি. এবিধ মেকুৰীৰ নিচিনা বনৰীয়া জন্তু।

**হেঁফনি** বি. ভেকাহি। **হেঁফনিমাৰ** ভেকাহি মাৰি বাধা কৰ।

**হেঁহনি** বি. ঘোঁৰাৰ মাত। **হেঁহা** অক. ধা. ঘোঁৰাৰ নিচিনাকৈ হেঁহেঁ কৰা।

**হেকান** বি. আগেয়ে কৰা উপকাৰ সোঁৱৰাই লাজ দিয়া কাৰ্য্য act of taunting a person by reminding him of favour conferred before.

**হেঙা** সক. ধা. কেহা বা টেঙা ৰসৰ বস্তুৱে ডিঙিত অলপ খজুওৱাৰ দৰে বেদনা কৰ to cause itching sensation in the throat.

**হেঙা-জকাই** বি. এবিধ ডাঙৰ জকাই।

**হেঙাৰ** বি. গোটা বাঁহ বা কাঠৰ গোজ পুতি তাত পথালিকৈ বাঁহ বান্ধি দিয়া শকত জেওৰা।

**হেঙা-পুঙা** বি. জঞ্জাল, বাধা বিঘিনি trouble, obstacle, মিছা ওজৰ আপত্তি দেখুৱাই কাম পেলাই থোৱা কাৰ্য্য।

**হেঙুল** বি. হেঙুল, এবিধ ৰঙা বৰণৰ বস্তু vermilion. বিণ. **হেঙুলিয়া** হেঙুলৰ নিচিনা ৰঙা, হেঙুলেৰে বোলোৱা।

**হেঙেৰা** বি. 'হেঙাৰ' চোৰা।

**হেঙ্গাম** বি. জঞ্জাল, নানা প্ৰকাৰ অসুবিধা trouble caused by pressure of work.

**হেচিয়ড** গ্ৰীচদেশীয় এজন পণ্ডিত আৰু কবি।

**হেজাৰ** 'হাজাৰ' চোৱা।

**হেট্** চাহাবী টুপী hat.

**হেটা-মুৰীয়া** বিণ. একালে চেপেটা-মূৰ থকা having an ill-shaped head.

**হেড্** মূৰ, প্ৰধান head.

**হেতা** বি. ভাত আঞ্জা আদি কঢ়া নাল লগোৱা এবিধ হঁজুলি, কৰচলি a ladle, যঁতৰ ঘূৰাবলৈ হাতেৰে ধৰা মূৰ বেঁকা যতন the handle of a spinning wheel.

**হেতা-ওপৰা** বি. একেটা কামতে বা একেটা বস্তুৰ বাবে কেবাজনেও কৰা ওপৰা-উপৰি বা কঢ়া-আজোৰা scrambling competition.

**হেতা-মেচা** বিণ. বেঁকা-বেঁকি crooked.

**হেতিয়া** সক. ধা. পানীৰ তলত হাতেৰে খপিয়া to grope under water.

**হেতু** বি. কাৰণ, প্ৰয়োজন, যুক্তি cause, reason, ground. (অব্যয়) কাৰণে, নিমিত্তে because of, for the reason of. **হেতুকে** কাৰণে, নিমিত্তে।

**হেত্বাভাস** হেতুদোষ, দুষ্ট যুক্তি fallacy.

**হেদাঙি, হেদালি** বিণ. 'হাদাং' 'হাদানি' চোৱা। সক. ধা. **হেদাঙি মেল, হেদালি মেল**।

**হেন** বিণ. নিচিনা, যেনে as, like. বি. এনে কথা বা কাৰ্য্য this speech or act, **হেন তেন** বি. এনে তেনে, এই প্ৰকাৰৰ such and such, অমুক তমুক so and so.

**হেনয়** বিণ. এনেদৰৰ বা প্ৰকাৰৰ as like as.

**হেনাহুচা** বিণ. বিকৃত উচ্চাৰণ বা আকাৰৰ, যেনে হব লাগে তেনে নোহোৱা। ক্ৰি. বিণ. **হেনাহুচাকৈ**।

**হেনে** (অব্যয়) যে, এই দৰে, এই বুলি so and so.

**হেনেজানি, হেনজানি** (অব্যয়) এতেকে, এই কাৰণে, এই দেখি therefore, for the reason of.

**হেনো** (অব্যয়) কিজানি, হব পাৰে, শুনা যায় it may be, perhaps.

**হেন্দোল** অক. ধা. ওলমি লৰি থাক, দোল to swing. বি. **হেন্দোলনি, হেন্দোলনী** বি. দোলন।

**হেন্দোলদোপ্** বি. তল-ওপৰ কৰা কাৰ্য্য, প্ৰবলভাবে লৰা বা জোকাৰ খোৱা কাৰ্য্য।

**হেপাহ** বি. হাবিয়াহ, কোনো বস্তু পাবলৈ অত্যন্ত অভিলাষ longing. **হেপাহ কৰ** পাবলৈ বৰকৈ ইচ্ছা কৰ। **হেপাহ লগা** পাবলৈ বৰকৈ ইচ্ছা হ। **হেপাহ পলা** হেপাহ দূৰ হ। সক. ধা. **হেপাহ পলুৱা** হেপাহ দূৰ কৰ। বিণ. **হেপেহুৱা** বৰ হেপাহ থকা craving.

**হেপোৰ-তেপোৰ** বি. বৰ পৰিশ্ৰম আৰু কষ্ট toil and trouble. ক্ৰি. বিণ. **হেপোৰ-তেপোৰকৈ** অতি কষ্টেৰে।

**হেপেটি-মুৰা** বিণ. চেপেটামুৰা, বিকটামুৰা।

**হেবাং** বিণ. হাবাং।

**হেভ্‌লক্‌ ইলিচ** যৌনতত্ত্ব আৰু শিক্ষা সম্বন্ধে গ্ৰন্থ লিখা এজন ইংৰাজ লেখক।

**হেম** বি. সোণ, স্বৰ্ণ gold.

**হেমচন্দ্ৰ গোস্বামী** অসমৰ এজন ৰোমান্টিক কবি। তেওঁ অসমৰ শ্ৰেষ্ঠ আৰু অন্যতম প্ৰত্নতাত্ত্বিক আছিল।

**হেমচন্দ্ৰ বৰুৱা** 'হেম-কোষ' অভিধান ৰচনা কৰোঁতা।

**হেম সৰস্বতী** প্ৰাক্‌ বৈষ্ণৱ যুগৰ এজন অসমীয়া কবি।

**হেমা সুন্দৰী** ৰাম সৰস্বতীকৃত 'অশ্ব কৰ্ণ যুদ্ধ' বন পৰ্ব্বৰ নায়িকা।

**হেমিংৱে** আমেৰিকাৰ প্ৰসিদ্ধ ঔপন্যাসিক আৰু গল্প লিখক, নোবেল প্ৰাইজ বিজয়ী।

**হোমাৰ** 'ইলিয়াড' আৰু 'ওডিচি' নামৰ মহাকাব্য দুখনৰ ৰচয়িতা। এওঁ প্ৰাচীন গ্ৰীচদেশৰ এজন অন্ধ কবি। অক. ধা. **হেম্বেলিয়া** হেম্বে হেম্বে শব্দ কৰা to low as a cow. **হেম্বাবাৰে** ক্ৰি. বিণ. হেম্বেলিয়াই।

**হেয়** বিণ. ত্যাগৰ উপযুক্ত, ত্যাজ্য, ঘৃণনীয়, সামান্য fit to be rejected, contemptible, mean. **হেয়জ্ঞান** তুচ্ছ জ্ঞান, ঘৃণা disregard, contempt.

**হেৰ** (অব্যয়) সামান্য লোকক সম্বোধন কৰোঁতে মতা মাত।

**হেৰ** (পু. অ.) সক. ধা. দেখ, চা see, look.

**হেৰফেৰ্‌** বি. অলপ সৰচৰ বা কমবেছি হোৱা অৱস্থা slight difference.

**হেৰণ** বি. হেৰোৱা অৱস্থা loss. **হেৰণ ভগন** হেৰোৱা বা ভগাকাৰ্য্য loss or breakage.

**হেৰা** অক. ধা. বিচাৰি নোপোৱা হ to be lost. **হেৰা পা** সক. ধা. গৰাকী নথকা অৱস্থাত বা বাটত পৰি থকা অৱস্থাত পা। বিণ. **হেৰা পোৱা**।

**হেৰা** (অব্যয়) সমনীয়া মানুহক সম্বোধন কৰা মাত।

**হেৰি** (অব্যয়) নিজতকৈ মান্য মানুহক মতা মাত।

**হেৰি, হেৰি অ** (অব্যয়) কিবা কোলে, কথা কৈ থাকোঁতে কোনো

কথা পাহৰিলে সুঁৱৰিবলৈ সময় পাবৰ কাৰণে মতা মাত।

**হেৰুৱা** সক. ধা. বিচাৰি বা দেখি নোপোৱা কৰ, হাতত নথকা কৰ to lose, to cause to be lost.

**হেৰেপনি** বি. গোজেপনি, ঘন জঁাজ খাই থকা সক হাবি a thicket. **হেৰেপা** বিণ. জাঁপ খাই পৰি থকা। **হেৰেপা খা** চেপেটাহৈ পৰি থাক। **হেৰেপা মুৰা** চেপেটা মুৰা।

**হেৰেম্‌গৰীয়া** বিণ. আওগৰীয়া, কোনো বস্তু ৰাখিলে বাগৰি যোৱা sloping, slanting.

**হেলচ্** বি. টেঙেচীয়া গুটিধৰা এবিধ গছ আৰু তাৰ গুটি a kind of tree and its fruit.

**হেলেচী, হেলঞ্চী** বি. এবিধ পানীত হোৱা তিতা গুণ থকা লতা শাক।

**হেল হৈচ, হেল-হৈচৌ** (অব্যয়) কোনো গধুৰ বস্তু টানি নিওতে গাত বল পাবলৈ মতা উৎসাহৰ মাত।

**হেলন** বি. হেলা, অনাদৰ disrespect, disregard.

**হেলনীয়া** বিণ. 'হলনীয়া' চোৱা।

**হেলা** বি. অসন্মান, অৱজ্ঞা disregard, আওহেলা, অমনোযোগ neglect, inattention, এলাহ laziness.

**হেলাই-হেপাই** ক্রি. বিণ. 'হেঁপাই-ফোঁপাই' চোৱা।

**হেলাওটা** বি. হেলা, কামত এলাহ বা অমনোযোগ laziness, inattention. বিণ. আওহেলা কৰা careless.

**হেলায়** ক্রি. বিণ. কোনো কাম নকৰি, অনাহক, এলাহত in idleness.

**হেলাৰঙ্গে** ক্রি. বিণ. হেলা আৰু ধেমালিৰ ওপৰতে, অনায়াসে easily, without effort.

**হেলা লেচাৰি** বি. হেলা, অমনোযোগ, যত্নৰ অভাৱ।

**হেলেংপেলেং** বি. ঢলংপলং, অস্থিৰ অৱস্থা sense of exhaustion. বিণ. দুৰ্ব্বল, ঢলংপলং unsteady, exhausted. ক্রি. বিণ. **হেলেং পেলেংকৈ**।

**হেলেক পেলেক** 'হেলেকা' চোৱা।

**হেলেকা, হেলেক লেকীয়া** বিণ. ভালকৈ খাঁজ নোখোৱা, লৰক-ফৰক slack, loose.

**হেলেপনি** বি. পানীৰ হেন্দোলনি, ঢৌৱে নৈৰ দাঁতিত কৰা আস্ফাল agitation of water, a dashing of water against the shore.

**হেলেম হেতেৰ** বি. আওহেলা, আওকাণ।

**হৈ, হৈহৈ** বি. কিৰিলি মাৰি কৰা বিদ্ৰূপ a hoot.

**হৈ** ( অব্যয় ) পৰিবৰ্ত্তে, সলনি in the place of, instead of.

**হৈখেদা, হৈ-খেলা** বি. হাডুম খেলা। হৈ-ধ্বনি বি. হৰিধ্বনি।

**হৈমন্তিক** বিণ. হেমন্ত কালত অৰ্থাৎ আঘোণ-পুহ মাহত হোৱা produced in winter.

**হৈমৱতী** বি. পাৰ্ব্বতী, দুৰ্গা।

**হৈয়া** বিণ. আওগৰীয়া, এফালে ঢাল খোৱা oblique.

**হৈহয়** বি. এখন দেশৰ নাম, সেই দেশৰ ৰজা।

**হোঁ** ( অব্যয় ) হয় বুলি শলগা মাত yes.

**হোঁ-হা-কো-কা** মৌখিক বিবাদ a slight quarrel.

**হো** সক. ধা. ধৰ, ল, গ্ৰহণ কৰ to take or receive ( তুমি হোঁৱা তই হোঁ, আপুনি হোঁৱক ).

**হোঁকৰ** ( অক. ধা. ) হোঁকৰ হোঁকৰ শব্দ কৰ। **হোঁকোৰা বাঘ** হোঁকৰ হোঁকৰ শব্দ কৰা এবিধ সৰু বাঘ the leopard.

**হোঁহক** অক. ধা. এঠাইৰ পৰা আন ঠাইলৈ গতি কৰ বা বাগৰি যা to slip or move from one place to another. সক. ধা. **হোঁহকা** এঠাইৰ পৰা আন ঠাইলৈ নবা। **হোঁহকা-উজোৱা, হোঁহকা-পিচলা** এবাৰ এটা কাম কৰিবলৈ ধৰি আকৌ নকৰা হোৱা অৱস্থা, এবাৰ আগলৈ গৈ আকৌ পিছলৈ যোৱা indecision, wavering.

**হোক্ হোকনি** বি. গাহৰিৰ বা ভালুকৰ মাত।

**হোকা** বি. ধোঁৱা খোৱা a hooka.

**হোজা** বিণ. অকপটীয়া, সৰল simple, straight-forward.

**হোটেল** বি. সৰ্ব্বসাধাৰণৰ থকা আৰু খোৱা স্থান—য'ত মানুহে মূল্যৰ বিনিময়ত থকা-খোৱাৰ সুবিধা লাভ কৰে আৰু য'ত বন্ধাবস্তু বিক্ৰী কৰা হয় hotel.

**হোত কৰে** ক্ৰি. বিণ. একেবাৰেই অধিক পৰিমাণে।

**হোতা** বি. হোম কৰোঁতা, যজ্ঞকৰ্ত্তা।

**হোপ** সক. ধা. ওঁঠ চেপি ধৰি শুহি খা to suck. **হোপা** বি. ধোঁৱা বা জুলীয়া বস্তুৰ এশোহা। **হোপামাৰ** ওঁঠেৰে শোহ, হোপ। ক্ৰি. বিণ. **হোপা-হোপে** এহোপা এহোপা কৈ।

**হোপোৰ** ( অনু. শব্দ. ) জুলীয়া বস্তু শোহামাৰি খোৱাত উঠা শব্দ। ক্ৰি. বিণ. **হোপোৰ্ কৰে।**

**হোম** বি. মন্ত্ৰ উচ্চাৰণ কৰি দেৱতাৰ উদ্দেশ্যে জুইত ঘিউ ঢলা কাৰ্য্য a burnt offering of clarified butter.

**হোমিওপেথি** বি. হেনিমেন নামে

চাহাৰে উলিওৱা চিকিৎসা প্ৰণালী homoeopathy.

হোৰ বি. হানি পূৰণ কাৰ্য্য, ক্ষতি-পূৰণ act of making up for a loss, পোটক, প্ৰতিফল revenge, retaliation. ৰুক. ধা. হোৰ উঠ পোতক উঠ। হোৰ তোল হানি পূৰা, ক্ষতিপূৰণ কৰ, প্ৰতিফল ল।

হোৰা বি. পৰ্ব্বতীয়া মানুহে পিঠিত বোজা বৈ নিয়া এবিধ দীঘলীয়া আক মুৰ জোঙা পাচি, কুকি a conical basket used by hill people for carrying burden on the back. হোৰাহোৰে পাচিয়ে পাচিয়ে, বহুত পৰিমাণে in large quantities.

হোৰোপা বিণ. মাজ বা কোনো এভাগ তললৈ বহি যোৱা depressed. ক্রি. হোৰোপা খা।

হোৰোস (অনু. শব্দ.) দ বোকাত পৰোতে হোৱাৰ নিচিনা শব্দ। হোৰোসা বিণ. ভেৰেহা, তললৈ পেট ওলোমা। হোৰোসাই, হোৰোস কৰে ক্রি. বিণ. হোৰোস্ শব্দ কৰি।

হোলগোঁজ বিণ. কাঠৰ পুতলাৰ নিচিনা অৰ্থাৎ জ্ঞান বুদ্ধি নথকা, হোজা like a figure, simple.

হোলা বি. বাৰিষা পানী বোৱা, খৰালি শুকোৱা অলপ পানী থকা দীঘল আক বহল খাল।

হোলাৰ ভাই মোলা বি. বৰ সৰল মানুহ very simple man.

হোলি দোলোৎসৱ।

হোলোং বি. এবিধ বৰ ওখ ডাঙৰ গছ a kind of big tree. বিণ. বৰ দীঘল ডাঙৰ।

হোলোং নাও বি. একে জোপা গছৰে খুলি কৰা ডাঙৰ দীঘল নাও a kind of boat.

হোলোকনি বি. ঢৌ বা বতাহৰ কোবত নাওলৈ সোমোৱা পানীৰ খুন্দা। হোলোকনি খা ঢৌ বা বতাহৰ কোবত পানী খা to take in water.

হোলোকা বি. পানীত পৰা মানুহে এবাৰত গিলা পানী, ঢৌ বা বতাহত এবাৰত নাৱত সোমোৱা পানী। বিণ. হোলোকা কোলোকে।

হোলোক-ঢোলোক বিণ. লৰক ফৰক, অস্থিৰ, খাজ নোখোৱা unsteady, slack.

হোলোক-পোলোক 'হোলোক-ঢোলোক' চোৱা।

হোলোঙা, হোলোঙা মাৰি বি. দুই মুৰ জোঙা বাঁহৰ গোটা মাৰি, বাঁহৰ কানমাৰি।

হোলোঙা গোমে বি. এবিধ ডাঙ বিষ থকা সাপ।

হোৱা বি. শিয়ালে মতাৰ দৰে শব্দ। হোৱা দি শিয়ালৰ দৰে হোৱা হোৱা শব্দ কৰ to cry as a jackal.

**হোৰাং** বি. এবিধ ডাঙৰ পৰ্ব্বতীয়া চৰাই a kind of bird.

**হোৰা দোৰা** বি. হাই উৰুমি, গোলমাল bustle and noise.

**হোৰাহুই** বিণ. হবলগীয়া হোৱা, প্ৰায় সমাপ্ত nearing completion.

**হো হো, হৌ-হৌ** (অনু. শব্দ.) যৰ ৰতাহৰ, ৰথৰ্ঘৰ বা খুন্দা খোৱা সোঁতৰ নিচিনা শব্দ। বি. **হো-হোৰনি** হো-হো শব্দ কৰা কাৰ্য্য। অক. ধা. **হো হোৰা, হো হৌৰা।** ক্ৰি. বিণ. **হো হো কৰে হৌ হৌ কৰে।**

**হ্ৰদ** বি. নৈ বা সাগৰৰ মাজৰ দ ঠাই বা ডুবি, স্বাভাৱিকতে হোৱা বৰ দ আৰু বহল পানী a lake.

**হ্ৰস্ব** বিণ. চুটিকৈ মতা বা উচ্চাৰণ কৰা short sounding, চুটি-চাপৰ low, short. বি. **হ্ৰস্বতা।**

**হ্ৰাস** বি. কমতি, অলপ shortness, decay, diminution. বিণ. কম পৰা abated.

**হ্ৰী** লজ্জা shame.

**হ্লাদ** আহ্লাদ, আনন্দ। স্ত্ৰী. **হ্লাদিনী** আমোদ যুক্তা, আনন্দদায়িকা।

---

## ক্ষ

**ক্ষ** বৰ্ণমালাৰ শেষ আখৰ, ক আৰু ষ এই দুই আখৰৰ সংযোগত এই আখৰ হৈছে the last letter of the alphabet.

**ক্ষণ** বি. খন্তেক moment. **ক্ষণজন্মা** শুভক্ষণত জন্মলাভ কৰা লোক, ভাগ্যবান। **ক্ষণপ্ৰভা** বি. বিজুলী। **ক্ষণভঙ্গুৰ** বিণ. খন্তেকীয়া, যি অলপ সময়ৰ পাছতে নষ্ট হয় transitory, perishable. **ক্ষণিক, ক্ষণস্থায়ী** বিণ. অলপকাল থকা, খন্তেকীয়া momentary. **ক্ষণেক** খন্তেক, তিলেক a moment.

**ক্ষণো** (পু. অ.) ক্ৰি. বিণ. কেতিয়াবা sometime.

**ক্ষত** বি. ঘা, আঘাত sore, wound. বিণ. ঘা লগা, আঘাত পোৱা। **ক্ষতবিক্ষত** বিণ. কেবা ঠাইতো ঘা লগা cut in several places.

**ক্ষতি** বি. হানি, নাশ loss, injury. **ক্ষতিগ্ৰস্ত** যাৰ ক্ষতি হৈছে। **ক্ষতিপূৰণ** ক্ষতিৰ পৰিবৰ্ত্তে মূল্যদান compensation. **ক্ষতি বৃদ্ধি** লাভ লোকচান। **ক্ষত্তা** বি. দাসীপুত্ৰ, বিদুৰ, সাৰথি, দুৱৰী।

**ক্ষত্ৰিয়** বি. আৰ্য্য সকলৰ ভিতৰত যুঁজাৰু জাতি। স্ত্ৰী. **ক্ষত্ৰিয়াণী, ক্ষত্ৰিয়া।** **ক্ষত্ৰিয় ধৰ্ম্ম** ক্ষত্ৰিয়

জাতিৰ ধৰ্ম্ম বা উচিত কৰ্ম্ম (প্ৰজাপালন আৰু শত্ৰুৰ পৰা ৰক্ষা)।

**ক্ষত্ৰী** বি. ক্ষত্ৰিয় Ksatriya.

**ক্ষণ বিধ্বংসী** যাৰ স্থায়িত্ব ক্ষন্তেকীয়া।

**ক্ষন্তব্য** ক্ষমাৰ্হ।

**ক্ষপণক** বি. প্ৰাচীন বৌদ্ধ সন্ন্যাসী।

**ক্ষপাট, ক্ষপাচৰ** ৰাক্ষস, নিশাচৰ।

**ক্ষম** সক. ধা. ক্ষমা কৰ, দোষ মৰিষণ কৰ to forgive, to pardon.

**ক্ষমতা** বি. পৰাক্ৰম, শক্তি power, ability. **ক্ষমতাপন্ন** ক্ষমতাবান, প্ৰতাপী valourous.

**ক্ষমা** বি. দোষ মাৰ্জ্জনা forgiveness, pardon. সক. ধা. **ক্ষমা কৰ, ক্ষমা দি**। বিণ. **ক্ষমাৱন্ত, ক্ষমাৱান, ক্ষমাশীল** ক্ষমা গুণ থকা forgiving. **ক্ষমাপন** ক্ষমা প্ৰাৰ্থনা। **ক্ষমী** ক্ষমাশীল। **ক্ষমা-সুন্দৰ** ক্ষমা গুণৰ দ্বাৰা সুন্দৰ।

**ক্ষয়** বি. হ্ৰাস, ক্ৰমে ক্ৰমে কমি যোৱা, হানি, ক্ষীণ হোৱা decrease, wasting, destruction. **ক্ষয়কৰ, ক্ষয়কাৰী** বি. নষ্ট কৰোঁতা, ধ্বংস কৰোঁতা, নাশ কৰোঁতা destroyer. **ক্ষয়ৰোগ** যক্ষ্মা ৰোগ, খেহ ৰোগ consumption. **ক্ষয়ৰোগী** বিণ. যক্ষ্মাৰোগী। **ক্ষয়িষ্ণু** ক্ষয়শীল। **ক্ষয়প্ৰাপ্ত** ক্ষয় হোৱা।

**ক্ষৰ** অক. ধা. স্ৰৱ, টোপাটোপে পৰ to fall by drops, to trickle. বি. **ক্ষৰণ** নিঃসৰণ, স্ৰৱণ discharge, বিন্দু বিন্দুকৈ ওলোৱা ooze. বি. **ক্ষৰিত** বিগলিত, লাহে লাহে পৰা।

**ক্ষাত্ৰ** ক্ষত্ৰিয় সম্বন্ধীয়।

**ক্ষান্ত** বিণ. বিৰত, নিবৃত্ত, নিৰস্ত, সহিষ্ণু ceasing, enduring.

**ক্ষান্তি** বি. ক্ষমা, বিৰাম, নিবৃত্তি forbearance, সহিষ্ণু endurance.

**ক্ষাত্ৰতেজ** ক্ষত্ৰিয়ৰ সাহস বা বীৰত্ব।

**ক্ষাৰ** বি. লোণৰ গুণ থকা বস্তু আৰু তাৰ পানী alkali, soda.

**ক্ষালন** বি. প্ৰক্ষালন, ধোৱা washing.

**ক্ষিতি** বি. পৃথিৱী, অৱনী the earth. **ক্ষিতিজ** মাটিৰ পৰা জন্ম হোৱা, দিগন্ত horizon. **ক্ষিতিধৰ** বি. পৰ্ব্বত mountain. **ক্ষিতিপতি, ক্ষিতিপালক, ক্ষিতিপ, ক্ষিতীশ** বি. ৰজা, মহীপতি a king, a lord of the earth.

**ক্ষিপ্যমান** যাক ক্ষেপন কৰা হৈছে।

**ক্ষিপ্ত** বি. নিক্ষিপ্ত, বিকীৰ্ণ, পাগল thrown, scattered, mad.

**ক্ষিপ্ৰ** বিণ. দ্ৰুত, খৰতকীয়া swift. **ক্ষিপ্ৰকাৰী** বি. যি সোনকালে কাম সমাধা কৰে। **ক্ষিপ্ৰগতি** শীঘ্ৰ গমন।

**ক্ষীণ** বিণ. কৃশ, জীৰ্ণ, লেবেলা চেপেটা, খীণোৱা lean, emaciated. **ক্ষীণকায়** বিণ. কৃশ শৰীৰ, লাহী গা। বিণ. দুৰ্ব্বলশৰীৰযুক্ত। বি. **ক্ষীণতা**। **ক্ষীণজীৱী** যাৰ জীৱনীশক্তি খন্তেকীয়া, অল্প প্ৰাণ।

